# আহোমৰ দিন

হিতেশ্বৰ বৰবৰুৱা




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

## দ্বিতীয় সংস্কৰণৰ পাতনি

বুৰঞ্জী-অনুৰাগী পাঠক আৰু গৱেষক পণ্ডিৎ সকলোৰে আদৰ আৰু কৌতুহলৰ গ্ৰন্থ আহোমৰ দিন অসমীয়া ভাষা-বুৰঞ্জী, সাহিত্য-সংস্কৃতি, শিল্পকলা-অৰ্থনীতি আদি বিষয়ক এক অনবদ্য সংগ্ৰহ। বৃহৎ আকাৰৰ এই গ্ৰন্থখন ভালেমান বছৰ ধৰি দুষ্প্ৰাপ্য হৈ আছিল। কৌতুহলী পাঠক সমাজ আৰু গৱেষক পণ্ডিত সকলৰ দাবীৰ প্ৰতি লক্ষ্য ৰাখি দুষ্পাপ্য গ্ৰন্থখন পুনঃ প্ৰকাশ কৰা হ'ল।

ডিচেম্বৰ, ১৯৯৭
গুৱাহাটী

দিলীপ কুমাৰ দত্ত
সচিব (ভাৰপ্ৰাপ্ত)

# প্ৰথম সংস্কৰণৰ পাতনি

হিতেশ্বৰ বৰবৰুৱাই 'আহোমৰ দিন'ৰ ৰচনা ১৯১৫ চনতে আৰম্ভ কৰে। সুদীৰ্ঘ ৬৬ বছৰৰ পিছত এই মহা-মূল্য গ্ৰন্থ প্ৰকাশ কৰিবলৈ পাই আমি ধন্য হৈছো।

'আহোমৰ দিন'ৰ বিষয়ে ইতিমধ্যে অসমবাসীয়ে যথেষ্ট কথা জানে আৰু, আমাৰ বিশ্বাসেৰে, ইয়াৰ দৰে পাণ্ডুলিপি অৱস্থাতে থকা আধুনিক যুগৰ কোনো অসমীয়া ৰচনাই ইমান কৌতূহলৰ সৃষ্টি কৰিব পৰা নাছিল। সৰুকালৰেপৰা আমি শুনি আহিছো যে বৰবৰুৱাই তেওঁৰ গ্ৰন্থত আহোম যুগৰ কিছুমান 'চাঞ্চল্যকৰ' ঘটনা লিপিবদ্ধ কৰিছে আৰু এই গ্ৰন্থই আমাৰ অতীতক নতুনকৈ পৰ্যবেক্ষণ কৰিবলৈ 'বাধ্য' কৰিব।

এই গ্ৰন্থত লেখকে আহোম ৰাজত্বৰ ঘটনা-প্ৰবাহৰ উপৰিও সমসাময়িক ভাষা-সাহিত্য-সংস্কৃতি, শিল্প-কলা, অৰ্থনীতি আদি বিষয়ৰ ওপৰতো আলোকপাত কৰিছে। অসমত ইংৰাজ শাসনৰ প্ৰথমছোৱাৰ কাহিনীও ইয়াত সন্নিবিষ্ট হৈছে। এই দৃষ্টিৰপৰা এই গ্ৰন্থই আমাৰ জাতীয় জীৱনত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিব বুলি আমাৰ একান্ত বিশ্বাস। অসম বুৰঞ্জীৰ গৱেষক-পণ্ডিতকো এই ৰচনাই যথেষ্ট সমল যোগাব।

হিতেশ্বৰ বৰবৰুৱাৰ পুত্ৰ শ্ৰীনলিনীকুমাৰ বৰবৰুৱাই তেখেতৰ ছোৱালী শ্ৰীমতী ইন্দিৰা ফুকন আৰু বৰজোৱায়েক শ্ৰীৰামপ্ৰসাদ ফুকনক এই গ্ৰন্থ প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশ কৰিবলৈ কৰ্তৃত্ব দিয়ে। তাৰ বাবে তেখেতসকল তিনিও আমাৰ পৰম শ্ৰদ্ধাভাজন। অধ্যাপক শ্ৰীলীলা গগৈয়ে প্ৰথমৰেপৰা এই গ্ৰন্থ প্ৰকাশত আমাক যথেষ্ট সহায় কৰিছে। ওপৰৰ স্বত্বাধিকাৰীৰপৰা গ্ৰন্থখনি আনি, ভালদৰে তাক সজাই-মেলি, বৰবৰুৱাৰ বিষয়ে ভূমিকা লেখি, প্ৰথমৰেপৰা শেষলৈকে গ্ৰন্থখনিৰ প্ৰুফ চাই আৰু দিহা-পৰামৰ্শ দি আমাক অনুগৃহীত কৰিছে। শ্ৰীগগৈৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলো।

প্ৰথম অৱস্থাতে ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে পাণ্ডুলিপিটো ভালদৰে চাই-মেলি সহায় কৰা বাবে তেখেতক ধন্যবাদ জ্ঞাপন কৰিলো।

"A Few Words of the Compiler" শীৰ্ষক বৰবৰুৱাৰ নিজৰ ইংৰাজীত লেখাখিনিও ইয়াত সন্নিবিষ্ট কৰা হ'ল।

এই গ্ৰন্থই আমাৰ জাতীয় জীৱনক প্ৰভূতভাৱে উপকৃত কৰিব, এই বিষয়ে আমি নিশ্চিত।

১৫ জুলাই, ১৯৮১

চন্দ্ৰপ্ৰসাদ শইকীয়া

# ভুমিকা

হিতেশ্বৰ বৰবৰুৱা সাতঘৰীয়া আহোমৰ বিখ্যাত সন্দিকৈ বংশত ১৮৭৬ খৃষ্টাব্দত জন্ম-গ্ৰহণ কৰে। এই বংশৰ ১২ জন উপৰিপুৰুষে বৰবৰুৱা আৰু ৮ জনে বৰফুকন বাব লাভ কৰাৰ উপৰিও বিভিন্নজনে ৰজাঘৰৰ বিষয়-বাব লাভ কৰি ৰাজ্যশাসনৰ কামত সহায়তা কৰিছিল। হিতেশ্বৰ বৰবৰুৱা বিখ্যাত ভদৰি বৰবৰুৱাৰ অধস্তন পঞ্চম পুৰুষ। এটা বুৰঞ্জীবিখ্যাত পৰিয়ালত জন্ম-গ্ৰহণ কৰাৰ পৰিণতি স্বৰূপে তেওঁৰ হাড়ে-হিমজুৱে বুৰঞ্জীজ্ঞান বিয়পি আছিল। পঢ়াশলীয়া বিদ্যাৰে বৰবৰুৱা সিমান শিক্ষিত নহ'লেও তেওঁৰ গভীৰ অনুসন্ধিৎসা, ব্যাপক অধ্যয়ন আৰু অসীম অধ্যৱসায়ৰ ফলত বুৰঞ্জীজ্ঞানত পৰিপক্ক হৈ উঠিছিল। তেওঁৰ কবি-প্ৰতিভাও আছিল অনন্যসাধাৰণ।

ইংৰাজী ভাষাৰ 'হিষ্টৰী', 'ক্ৰনিকল্' আৰু 'এনালছ্' শব্দ তিনিটা অসমীয়া 'বুৰঞ্জী' শব্দৰ সমাৰ্থক হ'লেও বিশ্লেষণাত্মক দৃষ্টিৰে চালে বুৰঞ্জীসমূহ আধুনিক ধাৰণাসম্ভূত 'হিষ্টৰী' নহয়; 'ক্ৰনিকল্' আৰু 'এনালছ্'হে। আধুনিক বুৰঞ্জী-লেখকে তেওঁৰ হাততপৰা ন-পুৰণি সমলসমূহ জাৰি-জোকাৰি, বিশ্লেষণ কৰি, সত্যাসত্য নিৰূপণ কৰি অতীতৰ ঘটনাৱলী বিজ্ঞানসন্মত ৰীতিৰে নতুনকৈ সজাই লেখে। পুৰণি পৰম্পৰাৰ বুৰঞ্জী-লেখকে আগতে লেখা পুথি পঢ়ি, চকুৰে দেখি, বিশ্বাসী লোকৰ মুখত শুনি, ৰাজকীয় নথি-পত্ৰ পঢ়ি যি তথ্য-পাতি পায় তাক হুবহু লেখি থৈ যায়; কেতিয়াবা থোৰতে চমুকৈ লেখে, কেতিয়াবা লেখকৰ মনেৰছা দুই-এটা কথা যোগ দি বহলাই লেখে। বাস্তৱ অৰ্থত এওঁবিলাকক লেখক বোলাতকৈ সংগ্ৰাহক বোলাই ভাল। হিতেশ্বৰ বৰবৰুৱাই নিজকে সংগ্ৰাহক হিচাপেহে চিনাকি দিছে।

ডেকাকালৰেপৰা বুৰঞ্জী চৰ্চাত মন দি বৰবৰুৱা কম বয়সতে বুৰঞ্জী বিষয়ত বিদগ্ধ পণ্ডিত হৈ উঠিছিল। চকলাটিঙা বাগিচাত বৰকেৰাণী হিচাপে চাকৰি কৰি থকাৰ সময়তে বৰবৰুৱাই কেইবাখনিও উচ্চখাপৰ কাব্য ৰচনা কৰাৰ লগতে বুৰঞ্জী এখন প্ৰণয়নৰ অৰ্থে গভীৰভাৱে মনোনিবেশ কৰে। ১৯১৫ চনতে তেওঁ তলত দিয়াৰদৰে ভাগ কৰি আহোম যুগৰ যথাসম্ভৱ সকলো দিশ সামৰি এখন বিস্তৃত বুৰঞ্জী প্ৰণয়নৰ আঁচনি যুগুত কৰে। এই উদ্দেশ্যে ১৭।৫।১৫ তাৰিখে ঐতিহাসিক তথ্যাদিৰ সাহায্য বিচাৰি এখন ছপা জাননী প্ৰচাৰ কৰে।

**প্ৰথম খণ্ড**

১ম আধ্যা—আহোম সম্প্ৰদায়ৰ বিৱৰণ।

২য়, ৩য়, ৪ৰ্থ আধ্যা—আহোম ৰাজত্ব আৰু সেই সময়ৰ সাময়িক ঘটনা।

## দ্বিতীয় খণ্ড

১ম আধ্যা—সকলো জাতৰে ৰজাঘৰীয়া বিষয়াবিলাক ( চমুৱা বিষয়াবিলাকৰে সৈতে ); তেওঁলোকৰ মান-সম্ভ্ৰম আৰু প্ৰত্যেক বিষয়াৰ নিজ নিজ দায়িত্ব।

২য় আধ্যা—আমাৰ দেশৰ সত্ৰবিলাকৰ বিৱৰণ।

৩য় আধ্যা—সকলো জাতৰে খেলবিলাকৰ বিৱৰণ ( আঁতিগুৰিয়ে সৈতে, যতদূৰ সম্ভৱ )।

## তৃতীয় খণ্ড

১ম আধ্যা—যিবিলাক পৰিয়ালৰ ( গোঁসাই, ব্ৰাহ্মণ, কায়স্থ আদি জাতিৰ ) মানুহ আহোম ৰজাৰ দিনত এই দেশলৈ অহা হয়, সেইসকল কোন ৰজাৰ আৰু কোন সূত্ৰে এই দেশলৈ আহিবলৈ পালে, সেইবিলাকৰ সংক্ষিপ্ত বিৱৰণ।

২য় আধ্যা—অসমৰ হিন্দু জাতিবিলাকৰ বিৱৰণ ( যেনে, কলিতা, কোচ, কেওট ইত্যাদি ); মুছলমান সম্প্ৰদায়ৰ সংক্ষিপ্ত বিৱৰণ।

৩য় আধ্যা—অসমৰ আদি নিবাসী আৰু পৰ্বতীয়া জাতিবিলাকৰ বিৱৰণ।

পৰিশিষ্ট—ৰজাদিনীয়া আৰু আজিকালিৰ অসম।

এই বিৰাট আঁচনি কাৰ্যকৰী কৰিবলৈ বৰবৰুৱাই অশেষ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। তেওঁ মৃত্যুৰ সময়ত 'আহোমৰ দিন' শিতানৰ পাঁচোটা বুজন আকাৰৰ বহী এৰি থৈ যায়। তাৰে প্ৰথমছোৱা অৰ্থাৎ আহোম ৰাজত্বৰ বিৱৰণ এবাৰ লেখি পুনৰ সংশোধন আৰু সংবৰ্দ্ধন কৰাৰ প্ৰমাণ পোৱা গৈছে। প্ৰথম দুটা বহী সম্পূৰ্ণ কিন্তু বাকী তিনিটা বহীৰ লেখা অসম্পূৰ্ণ; ৫নং বহীটোত পোৱা এটা ডায়েৰীৰ পাতৰপৰা ১৯৩০ চন পৰ্যন্ত অসম্পূৰ্ণ অংশত মাজে সময়ে লেখি থকাৰ আৰু ১৯৩৬ চনলৈকে সমল সংগ্ৰহ কৰি থকাৰ প্ৰমাণ পোৱা গৈছে। এনে কৰোঁতে কেতিয়াবা চিঞাহীৰ পৰিৱৰ্তে কাঠ-পেন্সিলেৰে লেখাও দেখা যায়। সি যি কি নহওক, প্ৰথম বহীটো ১৯২৪ চনতে সম্পূৰ্ণ কৰি ইংৰাজী ভাষাৰে সৰুকৈ এখনি পাতনিও লেখিছিল; তৃতীয় বহীটোৰ শেষৰফালে আৰু চতুৰ্থ বহীটো সম্পূৰ্ণৰূপে অসমৰ বিখ্যাত ব্যক্তি আৰু বংশ-পৰিয়ালৰ বংশ-লতাৰে পৰিপূৰ্ণ। অসম প্ৰকাশন পৰিষদে বৰবৰুৱাৰ উত্তৰাধিকাৰীসকলৰপৰা ১, ২, ৩ আৰু ৫নং মূল বহীকেইটাহে পাইছিল, ৪নং বহীটোত থকা বংশাৱলীৰ নতুনকৈ লেখা নকলৰ একাংশ পাইছিল যদিও নানান কাৰণত এই প্ৰকাশনত তাক অন্তৰ্গত কৰিব পৰা নহ'ল। তাৰে ভিতৰত বংশ-লতাসমূহৰ অসম্পূৰ্ণতা এটা মুখ্য কাৰণ। ইয়াৰ বাহিৰে মূল পুথি-খনৰ সকলো কথাই ইয়াত ঠাই পাইছে। কোনো কোনো ঠাইত পুথিৰ মাজত থকা উদ্ধৃতি বা বন্ধনীৰ ভিতৰত লেখা কথা সমীক্ষক ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীৰ পৰামৰ্শমতে পাদটীকালৈ তবহু স্থানান্তৰিত কৰা হৈছে। বাক্য-ৰীতি, শব্দ-চয়ন আৰু বৰ্ণবিন্যাস বৰবৰুৱাৰ আহিতে আছে; সম্পাদিত হোৱা নাই।

ওপৰত উল্লিখিয়াই অহা হৈছে যে বৰবৰুৱাই নিজকে এজন সংগ্ৰাহক হিচাপেহে চিনাকি দিছে। যথাৰ্থতে তেওঁ এজন নিষ্ঠাবান সংগ্ৰাহক। সেই সময়লৈকে প্ৰকাশ পোৱা ছপা বুৰঞ্জী, সাঁচিপতীয়া পুথি আৰু অন্যান্য সূত্ৰৰপৰা সংগ্ৰহ কৰা সমলসমূহ 'আহোমৰ দিন'ত নিষ্ঠা সহকাৰে সন্নিবিষ্ট কৰি থৈ গৈছে। কোনো কথাৰ, ক'ৰবাত যদি ভিন্ন মত ধৰা পৰিছে, সংগ্ৰাহকে তাকো উল্লেখ কৰিছে। এনেবোৰ কাৰণতে পিছত লেখা এই বুৰঞ্জীখনত স্বাভাৱিকতে সমলৰ বিস্তৃতি ঘটিছে আৰু নিৰ্ভৰযোগ্য হৈ উঠিছে। বৰবৰুৱাই বুৰঞ্জীৰ তথ্য-পাতিবোৰ বিজ্ঞানসন্মত পদ্ধতিৰে বিশ্লেষণ কৰা নাই; ভাবীকালৰ উত্তৰাধিকাৰীসকলৰ অধ্যয়ন আৰু বিচাৰৰ অৰ্থে সাঁচি থৈ গৈছে। সংগ্ৰাহকে নশ্বৰ দেহা এৰি থৈ যোৱাৰ দুকুৰি বছৰৰো ওপৰ হ'ল, বুৰঞ্জীখনৰ প্ৰথমছোৱা ৰচনা কৰাৰ সময় তিনিকুৰি বছৰ পাৰ হ'ল। পুথিখন যথাৰ্থতে অসমৰ এক অমূল্য জাতীয় সম্পত্তি। তিনিকুৰিৰ অধিক বছৰ অন্ধকাৰত অৱহেলিত হৈ পৰি থাকি পোক-পতঙ্গৰ চিকাৰ হৈ আজি অসম প্ৰকাশন পৰিষদৰ প্ৰচেষ্টাত পোহৰলৈ অহাটো অসমীয়া জাতি আৰু ভাষা-সাহিত্যৰ পক্ষে গৌৰৱৰ কথা।

অসমীয়া ভাষা বুৰঞ্জী-সাহিত্যত চহকী, কিন্তু এখন বা দুখন পুথিত থাওকতে সকলো কথা পাবলৈ নাই। বৰবৰুৱাৰ এই পুথিখন সেই দিনৰপৰা তথ্য-সমলেৰেই কেৱল সমৃদ্ধ হৈ উঠা নাই; নিৰ্ভৰযোগ্য প্ৰামাণ্য গ্ৰন্থৰূপে পাণ্ডুলিপিৰ ৰূপতে প্ৰতিষ্ঠা লাভ কৰিছে। বৰবৰুৱাই কেৱল আহোম ৰাজত্বৰ ৰাজনৈতিক বিৱৰণৰ বিৱৰণতে আবদ্ধ নেথাকি সমসাময়িক যুগৰ ভাষা, সাহিত্য, সংস্কৃতি, শিল্প-কলা, অৰ্থনীতি আদিৰ বিষয়েও আলোচনা কৰিছে। তদুপৰি ইংৰাজ-শাসনৰ এছোৱাও চমুকৈ লেখি ইয়াত সন্নিবিষ্ট কৰিছে। বৰবৰুৱাৰ যিখিনি সমল বৈ গ'ল, সেইখিনি পোহৰলৈ আনিবলৈ পুনৰীক্ষণ আৰু অধিক গৱেষণাৰ প্ৰয়োজন হ'ব; সেয়ে হ'লেও এসময়ত ই প্ৰকাশিত হোৱা উচিত।

'আহোমৰ দিন' যথাৰ্থতে বুৰঞ্জী-অনুৰাগী পাঠক আৰু গৱেষক-পণ্ডিত সদৌটিৰে সমানে আদৰৰ গ্ৰন্থ হ'ব বুলি আশা কৰিব পাৰি।

**লীলা গগৈ**

## A FEW WORDS OF THE COMPILER

After a continuous and strenuous effort of a considerably long period, extending over ten years or more, I have been able to complete this "AHOMAR-DIN" or the History of Assam under the Ahoms, and in handing the same to my Countrymen, the Generous Public of Assam, I must take this opportunity to mention here that this Book hardly claims to be a Complete Record of the Province, although no pains and troubles were spared to make it so as far as practicable. After all, it is but a skeleton, made of the braided wisp of straws, but I sincerely hope, that some abler hands in near future, (even after my death, if not before) will put the necessary clay and colour to make it a nice and beautiful idol.

The chief object of this book is to acquaint our young men, the future hope of our mother country, with the past history of their Land of Birth, mainly in the following heads :—

(a) This History of Assam under the Ahoms, including British Period up to date.

(b) The Bisayas, or Officials under the Ahom kings ; their respective duties ; rank and honour.

(c) Khels, Clans -- their Origin (where possible) respective duties, social position & c.

(d) Important Four Satras, or the Four Great Religious Institutions of Assam, including Purbattia Gosains, Noa-Gosains and Mukalimooria Bhattacharjjyas (commonly known now as Mukalimooria Gosains); their rank and honour.

(e) The Origin of Ahoms ; their religion, manners and customs ; their social rites and functions, various Industries during their reign, such as gold-making & c.

(f) Some families of High class Brahmins and Kayasthas, their migration into Assam, their origin (where possible).

(g) Genealogical Tables of the Ahom Kings, three Great Gohains and Sat-Gharia Ahoms (Bor-Borooahs and Bor-Phookans, Charua-Phookans & c.) together with some Selected Families of the Province, Old and New.

Lastly, I beg to add here that in compiling this Book, for it is more a compilation than an original work, I have consulted (here and there copied also) the writings of various famous writers and authors of books, and also several articles in various journals and magazines. For all the information derived from those works and articles, I beg to render

my best thanks to their authors and publishers. I sincerely trust that these gentlemen will kindly accept this collective acknowledgement of the use made of their writings.

Besides these gentlemen, my thanks are also due to many worthy scions of various Old Families, and some leading men amongst us, who kindly helped the Compiler with copies of their Family-Trees for the "Bansabalee" portion of this work.

March, 1924
Socklatinga
Jorhat

COMPILER

# আৰম্ভণ

পুৰণিকালৰ পুৰাণ ইতিহাস আদি পুথি পঢ়ি জানিব পাৰি ৰামায়ণৰ ৰঘুবংশক সূৰ্য্যবংশী, আৰু মহাভাৰতৰ কুৰুবংশক চন্দ্ৰবংশী বুলি উল্লেখ কৰিছে। গ্ৰীকৰ চিকন্দৰকো জুপিটাৰৰ পুতেক আৰু ৰোম নগৰৰ প্ৰথম ৰজা ৰ'মুলাছ মাৰ্চ অৰ্থাৎ কাৰ্তিকৰ পুতেক বুলিছে। সেই কালৰ কথা এৰি দিলেও আমাৰ দেশৰ কামৰূপৰ ৰজা বিশ্বসিংহকো শিৱৰ পুতেক বোলে, চুটীয়া ৰজাৰ বংশেও কুবেৰৰ বংশ বুলি কয় আৰু আনকি বাৰ ভূঞা বিলাকেও সূৰ্য্যবংশী বুলি প্ৰমাণ কৰিব খোজে ; এসময়ত সিবিলাকে শিৱৰ বংশ বুলিও কৈছিল।

আহোমবিলাকেও তেওঁলোকক দেৱবংশী বুলি কয়। সিবিলাকৰ ৰজাক ইন্দ্ৰবংশী আৰু অন্যান্যবিলাকক সূৰ্য্য, চন্দ্ৰ ইত্যাদি দেৱতাসকলৰ বংশ বুলি কয়। বুৰঞ্জীমতে পূৰ্ব্বে সিবিলাকৰ আহোম নাম নাছিল, আৰু এই দেশকো অসম বা আসাম নুবুলিছিল। এই দেশৰ পূৰ্ব্বত কামৰূপ নাম আছিল। এই দেশ অতি প্ৰাচীন, ইয়াৰ বিৱৰণ প্ৰাচীন ইতিহাস, পুৰাণত পোৱা যায়। পৌৰাণিক যুগত এই দেশ কামৰূপ, শোণিতপুৰ, কুণ্ডিল, হিড়ম্ব, জয়ন্তিপুৰ, মণিপুৰ প্ৰভৃতি ৰাজ্যৰ সমষ্টি আছিল। কালক্ৰমে সেই দেশবিলাক পতন হ'লত, সকলোবোৰেই কামৰূপ বুলি প্ৰসিদ্ধ হ'ল।

ত্ৰেতাযুগত ৰামচন্দ্ৰৰ অৱতাৰ। তেওঁৰ প্ৰপিতামহ ৰঘুৰজাৰ দিনত এই দেশ এতিয়াৰদৰেই, হাতীৰ নিমিত্তে প্ৰসিদ্ধ আছিল। কামৰূপৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ মান-সৎকাৰ পাইছিল। দ্বাপৰযুগত শ্ৰীকৃষ্ণৰ অৱতাৰ। এই যুগতো এই দেশ প্ৰসিদ্ধ আছিল। মহাভাৰতৰ বনপৰ্ব্বত তাৰ বিশেষ প্ৰমাণ পোৱা যায়। কুৰু-পাণ্ডৱৰ যুদ্ধত এই দেশৰ ৰজা ভগদত্তে দুৰ্য্যোধনৰ পক্ষ লৈ যুদ্ধ কৰিছিল ; এই দেশৰ জীয়াৰী ৰুক্মিণীক ভগৱান শ্ৰীকৃষ্ণই আৰু বাণ ৰজাৰ জীয়েক উষাক তেওঁৰ নাতিয়েক অনিৰুদ্ধে

বিবাহ কৰাইছিল। মহাৰাজা দুৰ্য্যোধনৰ ৰাজমহিষী ভানুমতী, মধ্যম পাণ্ডৱ অৰ্জ্জুনৰ পত্নী চিত্ৰাঙ্গদা আৰু নাগকন্যা উলুপী, দ্বিতীয় পাণ্ডৱ ভীমৰ প্ৰিয়তমা পত্নী হিড়িম্বা, এইবিলাক এই দেশৰেই জীয়াৰী। মহাভাৰতৰ চন্দ্ৰহংস ৰজাৰ দেশ এই দেশৰেই অন্তৰ্গত। ইয়াৰ বাহিৰেও এই দেশৰ বেহুলা চিৰপ্ৰসিদ্ধ।*

পূৰ্ব্বে এই দেশক 'ৰত্নপীঠ', 'কামপীঠ', 'স্বৰ্ণপীঠ' আৰু 'সৌমাৰপীঠ' এই চাৰিপীঠ বা ভাগত বিভক্ত কৰা হৈছিল। বঙ্গদেশৰ বগুৰা মহকুমাৰ অন্তৰ্গত কৰতোৱা নদীৰপৰা স্বৰ্ণকোষ নদী পৰ্য্যন্ত 'ৰত্নপীঠ'। স্বৰ্ণকোষ নদী কোচবেহাৰৰ পূৰ্ব্ব আৰু গোৱালপাৰাৰ পশ্চিম সীমা।

**কামৰূপৰ চাৰিপীঠ**

স্বৰ্ণকোষৰপৰা ৰূপীকা নদী পৰ্য্যন্ত 'কামপীঠ'—এই ৰূপীকা নৈ এতিয়াৰ নগাঁও জিলাৰ ৰূপহী নদী। কোনো কোনো লোকে কামৰূপ জিলাৰ উত্তৰ পাৰৰ পূৰ্ব্ব সীমা আৰু দৰঙ্গ জিলাৰ পশ্চিম সীমা বৰনদীকো এই ৰূপীকা বুলি কয়। ৰূপীকাৰপৰা ভৈৰৱী নদী পৰ্য্যন্ত 'স্বৰ্ণপীঠ'। এই ভৈৰৱী তেজপুৰৰ অলপ উজনিৰ ভৰলু নদী। ভৈৰৱীৰপৰা দিক্কৰবাসিনী পৰ্য্যন্ত 'সৌমাৰপীঠ'। দিক্কৰবাসিনী সদিয়াৰ ওচৰৰ দেবীৰ স্থান; দিক্কৰবাসিনীৰ আধুনিক নাম দিক্‌ৰাই বা দিক্‌ৰঙ্গ নদী। এই সৌমাৰপীঠেই এতিয়াৰ প্ৰায় উজনিখণ্ড বা ওপৰ আসাম। স্বৰ্ণপীঠেই মধ্য আসাম আৰু কামপীঠেই নিম্ন আসাম।

এই দেশৰ উত্তৰত হিমালয় পৰ্ব্বত শ্ৰেণী। ইয়াৰ নামনিৰ পৰ্ব্বতবোৰত ভোট, ডফলা, অকা, আবৰ, মিচিমি, চিংফৌ প্ৰভৃতি পৰ্ব্বতীয়া জাতিবিলাক থাকে। ইয়াৰ দক্ষিণে নগা, খাছিয়া, গাৰো প্ৰভৃতি পৰ্ব্বতীয়া লোকবিলাক বাস কৰে। হিমালয়ৰ উত্তৰৰ মানস সৰোবৰত ব্ৰহ্মপুত্ৰ নৈৰ উৎপত্তি। ই প্ৰথমে পূৰ্ব্ববাহিনী আৰু পাছে পশ্চিমবাহিনী হৈ অসম দেশক উত্তৰকূল আৰু দক্ষিণকূল ( বা পাৰ ) দুভাগ কৰি, সেই সৰোবৰৰ দাঁতিতে উৎপত্তি হৈ নামি অহা গঙ্গা নদীৰে সৈতে বঙ্গদেশৰ ঢাকা জিলাত অনেক দূৰৈৰ পাছত লগ লাগিছে। এই দেশৰ উত্তৰ আৰু দক্ষিণফালৰ পৰ্ব্বতৰপৰা সৰু সৰু নদী ওলাই কোনোখন বা আনৰ লগত কোনোখনে বা অকলেই লুইতত পৰিছেগৈ। এইদেশ প্ৰকৃতিৰ বিতোপন ক্ৰীড়াভূমি, অনেক প্ৰকাৰ প্ৰাকৃতিক সৌন্দৰ্য্য ইয়াত আছে। ব্ৰহ্মপুত্ৰৰ দাঁতিৰপৰা উত্তৰফালে চালে হিমালয় পৰ্ব্বতশ্ৰেণীৰ বৰফে ঢাকি থোৱা ওখ টিংবোৰ দেখি এনে অনুমান হয় যেন ঋষিসকলে শুকুলা চুলি মেলি সূৰ্য্যৰ ফাললৈ চাই তপস্যা কৰিছে আৰু এই দেশৰ বৰ্ত্তমান হীন অৱস্থা মোচনৰ নিমিত্তে ঈশ্বৰক প্ৰাৰ্থনা কৰিছে। ইয়াত নিৰ্জ্জনে তপস্যা কৰিবলৈ অনেক স্থান আছে। সেইবিলাক স্থানত বহি, প্ৰকৃতিৰ অনুপম শোভা চাই প্ৰকৃতিৰ অধিপতিৰ অনন্ত সৌন্দৰ্য্য চিন্তা কৰিবলৈ অনেক উত্তম সুযোগ। সেই কাৰণেই পূৰ্ব্বকালত আৰ্য্য ঋষি-

* উক্ত আখ্যানসমূহৰ ঐতিহাসিক তাৎপৰ্য্য নিৰ্ণয় হবলৈ এতিয়াও বাকী।

সকলে ইয়ালৈ আহি অনেক ঠাইত তপস্যা কৰিছিলহি। সেই কাৰণেই এই দেশত অনেক ঋষি-মুনিৰ আশ্ৰম, সেই কাৰণেই ইয়াত অনেক তীৰ্থস্থান।

এই দেশ অৱশ্যে পূৰ্ব্বকালত অতি দুৰ্গমো আছিল। সেই কাৰণেই মগধৰ ৰজা জৰাসন্ধই তেওঁ ৰাজ্য কাঢ়ি লোৱা অনেক ৰজাক এই দেশৰ সৌমাৰখণ্ডত বন্দী কৰি থৈছিল। শ্ৰীকৃষ্ণৰ কৌশলত ভীমে জৰাসন্ধক বধ কৰি সেই সকলক মুক্ত কৰিলে। এইদেশ পূৰ্ব্বে অসুৰ বা অনাৰ্য্য জাতিৰ বাসস্থান আছিল। ই বাণাসুৰ, নৰকাসুৰ, হিড়িম্বা, বভ্ৰুবাহন প্ৰভৃতি অনাৰ্য্য ৰজাৰ দেশ। ক্ৰমে আৰ্য্য স্ৰোত ভাৰতবৰ্ষত প্ৰবাহিত হ'লত এই দেশতো আৰ্য্যসন্তানে বসতি কৰিবলৈ ধৰিলে। ক্ৰমে এই দেশত আৰ্য্যধৰ্ম প্ৰচলিত হ'ল, আৰু সেই অসুৰ সন্তানসকলৰ অনেকে আৰ্য্যধৰ্ম গ্ৰহণ কৰি, আৰ্য্যসন্তানৰ লগত মিহলি হ'ল; অনেকে সেই অনাৰ্য্যভাবেই থাকিল। গাৰো, মিকিৰ, নগা, ডফলা প্ৰভৃতি আদিমবাসী জাতিবোৰেই, সেই অনাৰ্য্যৰ সন্তান। এই দেশ পূৰ্ব্বে দুৰ্গম থকাৰ কাৰণেই ইয়াৰ বিষয়ে নানা প্ৰকাৰ নাশ্ৰুত-নাভুত আশ্চৰ্য্য কথা বিদেশত ৰাষ্ট্ৰ। বহুকাল হিন্দু ৰজা হোৱাৰ পাছত এই দেশত অনেক কাল বৌদ্ধধৰ্ম্ম প্ৰচলিত হৈছিল। ক্ৰমে সেই বৌদ্ধধৰ্ম লোপ পোৱাত পুনৰ হিন্দু ধৰ্ম্ম প্ৰচলিত হ'ল আৰু কেবাখণ্ডও ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য স্থাপিত হ'ল। ঠিক এনে সময়তে শ্যান্ জাতীয় কিছুমান মানুহে আহি এই দেশৰ সৌমাৰখণ্ডত প্ৰথমে ৰাজ্য স্থাপন কৰে। ক্ৰমে ৰাজ্য বিস্তাৰ হয়, অৱশেষত সিবিলাকৰ ৰাজ্য কৰতোৱা পৰ্য্যন্ত বিস্তাৰিত হয়গৈ। সেই শ্যান্‌জাতীয় মানুহবিলাককে এইদেশত আহোম বুলি জানে।

আহোমবিলাকৰ ৰজাক ইন্দ্ৰবংশী বোলে। ইবিলাকৰ ইন্দ্ৰবংশৰ উৎপত্তিৰ কথা কেবা প্ৰকাৰেও কয়। পূৰ্ব্বকালত ইয়াৰ সৌমাৰপীঠত হীৰককূট নামে পৰ্ব্বতৰ দক্ষিণে স্বৰ্ণাদ্ৰিৰ উত্তৰে ইয়াৰ মাজতে বিহগাদ্ৰি নামে এক পৰ্ব্বতৰ ওপৰত ৰত্নভূমি নামে এডোখৰ ঠাই আছিল, তাতে দেৱৰাজ ইন্দ্ৰে (বা লেংডনে) তেওঁৰ প্ৰিয়তমা শচীদেৱী আৰু সখীবিলাকে সৈতে তাত ক্ৰীড়া কৰি ফুৰিছিল। সেই পৰ্ব্বতৰ গুহাতে বশিষ্ঠ মুনিয়ে তপস্যা কৰি আছিল। মুনিয়ে এদিন স্নান কৰিবলৈ ওলাই গৈ তেওঁৰ ফুলনিৰ মাজত ইন্দ্ৰক শচীৰ লগত ক্ৰীড়া কৰি থকা দেখা পালে। মুনি নিতান্ত কুপিত হ'ল আৰু ইন্দ্ৰক মানৱীত পতিত হ'ব বুলি অভিশাপ দি তেতিয়াই সেই ঠাই এৰি ৰত্নপীঠৰ ঈশান কোণৰ নীলাচল পৰ্ব্বতলৈ গৈ তাতে আশ্ৰম কৰিলে। সেই আশ্ৰমকে আজিকালি বশিষ্ঠাশ্ৰম বোলে। মুনিৰ শাপৰ প্ৰভাৱত ইন্দ্ৰ তৎক্ষণাত অতি হীন আৰু দৈত্যাকাৰ পুৰুষ হ'ল। ইন্দ্ৰৰ সেই অৱস্থা দেখি শচীদেৱী আৰু সখীবিলাকে নিতান্ত শোকাতুৰা হৈ কান্দি কান্দি স্বৰ্গলৈ গুচি গ'ল। এনেতে সেই পৰ্ব্বতনিবাসী কোনো দৈত্যৰ এক সুন্দৰী স্ত্ৰী ফুৰি ফুৰি সেই আশ্ৰমৰ ওচৰতে দৈত্যাকাৰ ইন্দ্ৰক দেখা পাই

**ইন্দ্ৰবংশৰ উৎপত্তি**
**(প্ৰথম প্ৰকাৰ)**

কৌতুক মনে বোলে—"তুমি দেৱতা নে মানুহ, দৈত্য নে কছাৰী? বোবা কলা হেন দেখো· তুমি কিয় এনেকৈ ফুৰিছা?" এই বুলি হৰ্ষমনে তেওঁ অনেক কথা কোৱাত দৈত্যৰূপী ইন্দ্ৰ কামবাণে পীড়িত হৈ সঙ্গমৰ ইচ্ছা কৰিলে। পাছে দুইৰো সঙ্গম হ'ল। তাতে শাপমুক্ত হৈ, ইন্দ্ৰে সেই দৈত্যৰ স্ত্ৰীক এইবুলি ক'লে বোলে, জানা প্ৰিয়া! তোমাৰ গৰ্ভত মোৰ যি এক পুত্ৰ হ'ব, সি ৰজা হ'ব। তাৰ পুত্ৰ-নাতি বহুতক্ৰমে ৰজা হৈ পৃথিৱীত ঠাই ঠাই থাকিব। এইবুলি ইন্দ্ৰ স্বৰ্গলৈ গ'ল আৰু সেই দৈত্য-স্ত্ৰীও আপোন ঘৰলৈ গ'ল।

কালক্ৰমে ইন্দ্ৰৰ ঔৰসত সেই স্ত্ৰীৰ গৰ্ভত ৪৪১ শকত এটি পুত্ৰ জন্ম হ'ল। জন্মকালত দেৱতাসকলে হৰ্ষ কৰি স্বৰ্গত অনেক বাদ্য বজালে, গন্ধৰ্বসকলে গান কৰিলে; দশোদিশ প্ৰকাশ হৈ পৰিল; সৰোবৰবিলাকে নিৰ্মল ৰূপ ধাৰণ কৰিলে। সেই বালকৰ লক্ষণ আকুঞ্চিত কেশ, সিংহবন্ধ গ্ৰীবা, শুভতা লোম, হস্তপদ আৰু চক্ষু ৰক্তবৰ্ণ। দক্ষিণ হস্তত তিনিটা তিল, শঙ্খ, পদ্ম; বাম হস্তত অঙ্কুশ, গদা, উদৰত তিনিটা ৰেখা; কান্তি শ্ৰীমন্ত। সেই বালকৰ নাম থলে থেন্‌খাম্। থেন্‌খাম্ ডেকা হ'লত, কোনো এসময়ত ইন্দ্ৰে আসুৰিক মতে পূজা কৰিবলৈ চোমদেও নামে এক দেৱতা, এখনি হেংদান নামে অস্ত্ৰ, এযোৰ ঢাক নামে বাদ্য আৰু কাই-চেঙ্-মুঙ্ নামে দুযুৰি কুকুৰা—এইসকল দ্ৰব্য দি সিবোৰৰ কোন দ্ৰব্যৰ কি গুণ সকলোখিনি ভালকৈ বুজাই দিলে। সেইবিলাক, দৈৱিক দ্ৰব্যৰ প্ৰভাৱতে বলৱন্ত হৈ থেন্‌খামে স্বৰ্ণাদ্ৰি পৰ্য্যন্ত অধিকাৰ কৰি ৰজা হৈ আছিল। থেন্‌খামৰ ১৮ জনা কুঁৱৰীৰ ১০০ জনা কোঁৱৰ জন্মিছিল। সিবিলাকৰ ভিতৰতে খুন্‌লুঙ্ ডাঙৰ, খুন্‌লাই তেওঁৰ পাছৰে। এই খুন্‌লুঙ্-খুন্‌লাইয়ে আহোম ৰজাৰ আদি পুৰুষ। বাকী ৯৮ জন কোঁৱৰ খুন্‌লুঙ্-খুন্‌লাইতকৈ সৰু। পাছে থেন্‌খামে নিজ ৰাজত্বৰ ভিতৰৰ পৰ্ব্বতে সহিতে জুৰি, পৰ্ব্বতে পৰ্ব্বতে সেই ৯৮ জন কোঁৱৰক ৰজা পাতি প্ৰথম আৰু দ্বিতীয় পুত্ৰ খুন্‌লুঙ্ আৰু খুন্‌লাইক লগতে ৰাখিলে।

পাছে এসময়ত দেৱৰাজ ইন্দ্ৰে জাচিংফা অৰ্থাৎ সৰস্বতীদেৱীৰে গোট খাই এই মীমাংসা কৰিলে বোলে, সূৰ্য্য আৰু চন্দ্ৰবংশৰ পৃথিৱীৰ সমভূমিত অনেক ৰজা হৈ গৈছে। মই সকলো দেৱতাৰে ওপৰত ৰজা, কিন্তু মোৰ বংশৰ পৃথিৱীৰ সমভূমিত আজিলৈকে কোনো ৰজা হোৱা নাই। অতএব মোৰ সন্তানো এবাৰ, তাত ৰজা হ'ব লাগে। এই বুলি ইন্দ্ৰে লুংচাইনেত্ অৰ্থাৎ বায়ুক পঠাই, থেন্‌খামক স্বৰ্গলৈ মতাই আনি পৃথিৱীৰ সমভূমিত ৰজা হ'বলৈ যাবলৈ ক'লে। পাছে থেন্‌খামে নিজে যাবলৈ ইচ্ছা নকৰি, তেওঁৰ পুতেক খুন্‌লুঙ্ আৰু খুন্‌লাইক পঠাবলৈ ইন্দ্ৰক অনুৰোধ কৰিলে। ইন্দ্ৰও তাতে মান্তি হ'ল আৰু পূৰ্ব্বে থেন্‌খামক দি যোৱা চোমদেও, হেঙ্ দান্, ৰবঢাক আৰু কাই-চেঙ-মুঙ আদি দৈৱিক দ্ৰব্য কেইটি খুন্‌লুঙ্ আৰু খুন্‌লাইৰ হাতত দি ক'লে বোলে, "খুন্‌লুঙ্! তই বৰ; তয়ে ৰজা হ'বি; আৰু খুন্‌লাইক যুৱৰাজৰূপে তোৰ

লগতে ৰাখিবি। চোমদেওক নিতে পূজা কৰিবি, নিত্য পূজাৰ বাহিৰেও বছৰেকত মাঘমাহত এবাৰ, চ'তৰ সংক্ৰান্তিৰ সময়ত এবাৰ, শুকুলা কাপোৰ পিন্ধি, নীতি মতে উলিয়াই দুগ্ধ-গন্ধ গাঁঠিয়নে সৈতে ধুৰাই ভালকৈ পূজা দি চাবি, আঠ লক্ষ দেৱতা নামিব, ময়ো এখেৰেপৰা চাম। চোম্‌দেওক ধুওৱা জল সকলোৰে গাত ছটিয়াবি আৰু ভক্তিৰে খাবি। চোমদেওক সততে নুচুবি আৰু নেচাবি। অন্যকো চুব-চাব নিদিবি। অন্যে চুলে চালে, দেশত বিভ্ৰাত আৰু মাৰি-মৰক হ'ব। হেঙ্গদান্‌খন 'খান্‌-খাম্‌ ফাফা' অৰ্থাৎ আদ্যাশক্তি ভগৱতীৰপৰা খুজি অনা। ইয়াক তই আওজা খুটাতে বান্ধি থ'বি। যি লোকে তোক দ্ৰোহ কৰে সেই লোকক সেৱা কৰাবি। যদি তাৰ ফাললৈ হেংদান্‌ ঘূৰে, অৰ্থাৎ তাৰ ফাললৈ যদি আপুনি ধাৰ ভাগ হয়, তেতিয়াহে তাক কাটিবি, এয়ে নহ'লে নাকাটিবি। যি আবৰি তালৈ এই হেংদান্‌ টোঁৱাই দিবি, সি ভয় পাই মৰিব। শত্ৰু বাঢ়িলে পূজা দি, ঢাকযোৰ বজাই মোলৈ জাননী দিবি, শত্ৰু নাশ হ'ব। খৰত বজালে বৰষুণ হ'ব, বৰষুণত বজালে খৰ মাৰিব। আৰু সিংহাসনত বহাতো সেইদৰেই বজাই মোলৈ জাননী দিবি, ৰাজশক্তি বাঢ়িব। কাই-চেঙ-মুঙৰ ঠেঙেৰে মঙ্গল চাবি, সেই মঙ্গলৰ মতে চলিবি। তাৰ পাখিখিনি মঙ্গল কৰ্ম্মত পিন্ধিবি, তোৰ ৰাজশক্তি বৃদ্ধি হ'ব। মুৰটোকে, ডোকা দুখনকে খাবি, অশেষ বৃদ্ধি হ'ব আৰু তই চক্ৰবৰ্ত্তী ৰজা হ'বি আৰু বাহুবলী হ'বি।" এই বুলি স্বৰ্ণাদ্ৰিৰ ৰজা খুন্‌বান্‌ আৰু বিহগাদ্ৰিৰ ৰজা খুস্তম্‌ এই দুইৰ সন্তানক মন্ত্ৰী স্বৰূপে লগত দি অনেক নীতি নিৰ্ব্বন্ধ শিকাই বুজাই, লাওথ্ৰি আৰু পুজাকৃজিৰ সন্তানে সমন্বিতে থেন্‌-লুং-আইচেন্‌-কিউ ( বায়ু ), টাইলাং ( যম ), বাক্‌লাং ( চিত্ৰগুপ্ত ), চাও-ফা-ফুন ( বৰুণ ) আদি দেৱতাসকলৰ সন্তানাদি দি সকলো দেৱবংশী প্ৰজাই সৈতে খুন্‌লুঙ্গ আৰু খুন্‌লাইক বিদায় দিলে। পাছে ইন্দ্ৰৰ আজ্ঞামতে সকলো দেৱবংশী জ্ঞাতিয়ে সহিতে চোমদেওক মূৰত লৈ খুন্‌লুঙ্গ আৰু খুন্‌লাই দুয়ো ভাই নামি আহি, খৃষ্টাব্দৰ দশম শতিকাত (হিন্দুমতে ৪৯০ শকত) (আঘোণ মাহত) এক অৰাজক স্থান পালেহি। সেই ঠাইকে আহোমমতে 'মুংৰিমুংৰাম্‌' বোলে। 'মুংৰিমুংৰাম' মানে মানুহৰ বসতি নোহোৱা দেশ। এই ঠাই বৰ্ত্তমান আসামৰ উত্তৰ-পূৱে পাটকাই পৰ্ব্বতৰ সিপাৰে আছিল।

### মুংৰিমুংৰাম্‌

পূৰ্ব্বে মহাভাৰতৰ যুদ্ধত হত হোৱা কুৰুবংশী বীৰবিলাকৰ বিধৱা তিৰোতা কিছুমান স্বামীৰ শোকত নগৰতে আত্মহত্যা কৰিলে। ধৃতৰাষ্ট্ৰৰ স্ত্ৰী কৰুতী প্ৰমুখ্যে বাকীবিলাক অৰণ্যতে মৰোঁগৈ বুলি ওলাই আহিল। পাছে বাটতে নাৰদ মুনিয়ে লগ পাই তেওঁলোকক সুধিলে বোলে, "তোমালোক ক'লৈ যোৱা?" তিৰোতাবিলাকে বোলে, "আমি কৌৰৱৰ স্ত্ৰী, আমাৰ স্বামীসকল যুদ্ধত মৃত্যু হ'ল দেখি আমি বিধৱাবোৰে অৰণ্যতে মৰোঁগৈ বুলি ওলাই আহিছোঁ।"

### ইন্দ্ৰবংশৰ উৎপত্তি
( দ্বিতীয় প্ৰকাৰ )

সেই কথা শুনি নাৰদে বোলে, "বাৰু! তোমালোক সম্প্ৰতি মৰিব নালাগে। শত্ৰুক প্ৰতিশোধ দিবলৈহে তোমালোকে এতিয়া চেষ্টা কৰিব লাগে।" এই বুলি কৌৰৱৰ তিৰোতাবিলাকক নাৰদে এক পুখুৰী খানিবলৈ ক'লে আৰু স্বৰ্গেৰে পাৰ বান্ধি তাত ফুল ৰোপণ কৰি সুশোভিত কৰিব দিলে। তিৰোতাবিলাকেও এক পুখুৰী খানি সেইদৰে কৰিলে। তাতে বহি নাৰদ মুনিয়ে পূজা কৰি, মন্ত্ৰ সহিতে তিৰোতাবিলাকক শৰ-ধনু দিলে। সেইবিলাক পাই তিৰোতাবিলাকে পাণ্ডৱৰ নগৰ বেৰি যুদ্ধ কৰি পাণ্ডৱবিলাকক পৰাজয় কৰিলে।

পাছে যুদ্ধত পৰাজিত হৈ পাণ্ডৱবিলাকে শ্ৰীকৃষ্ণক আৰাধনা কৰিবলৈ ধৰিলে। কৃষ্ণে আহি বোলে, তোমালোকে তিৰোতাবিলাকে সৈতে যুদ্ধ কিয় কৰিলা? সেইবোৰ তোমালোকৰ বোৱাৰী, খুৰী প্ৰভৃতি সম্বন্ধীয়া, সেইবিলাকৰে মুখ চাই যুদ্ধ কৰাটো তোমালোকৰ পক্ষে বৰ বেয়া হ'ল। সেই যাহ'ক, এতিয়াও সিবিলাকে সৈতে যুদ্ধ কৰিবলৈ দ্ৰৌপদী, ৰুক্মিণী আদি স্ত্ৰীসকলক পঠাই দিয়া, তেতিয়াহে সেইবোৰক জানিব পাৰিবা। এনে বোলাত তেতিয়াই ৰথ সজাই হাতত ধনুশৰ দি ৰুক্মিণী, দ্ৰৌপদী আদি স্ত্ৰীসকল পঠাই দিলে। দ্ৰৌপদীক দেখি দুৰ্য্যোধনৰ জীয়েক লক্ষণাই এক শৰ মাৰি এক সাগৰ পাৰ কৰি থ'লে। পাছে, চেতন পাই, পুনৰ দ্ৰৌপদী আহি, দুৰ্য্যোধনৰ কন্যাকে আদি কৰি কৌৰৱৰ সকলো তিৰোতাক শৰ মাৰি উৰাই পূৰ্ব্বে মুনি থকা ৰত্ন-ভূমিত পেলাই দিলে। তেতিয়া তেওঁলোকে চেতন পাই আকৌ নাৰদক আৰাধনা কৰিলে। পাছে নাৰদে আহি তিৰোতাবিলাকক দেৱতাক আৰাধনা কৰিবলৈ মন্ত্ৰ দিলে। সেই মন্ত্ৰ পাই, কৌৰৱৰ স্ত্ৰীবিলাকে দেৱতাক আৰাধনা কৰিবলৈ লাগিল।

ধৃতৰাষ্ট্ৰপত্নী কঙ্কতী এনেতে এদিন ঋতুপ্ৰাপ্ত হৈ দ্বিতীয় দিনৰ দিনা-ৰাতি কামবাণত মূৰ্চ্ছিতা হ'ল। এনে সময়তে সেই মুনি শাপগ্ৰস্ত দৈত্যাকাৰ ইন্দ্ৰ আহি সেই ঠাইত উপস্থিত হ'লহি আৰু কঙ্কতীক দেখা পাই তেওঁৰ কামোদ্ৰেক হ'ল। পাছে উভয়ৰ সংযোগ হোৱাত দেৱৰাজ ইন্দ্ৰ শাপৰপৰা মোচন হৈ নিজ ৰূপ ধাৰণ কৰি স্বৰ্গলৈ গুচি গ'ল আৰু যাবৰ সময়ত কঙ্কতীক এই বুলি কৈ গ'ল বোলে, তোমাৰ গৰ্ভত মোৰ ঔৰসৰ এটি পুত্ৰ আছে, কালত জন্মি সেয়ে ৰজা হ'ব।

কালক্ৰমে কঙ্কতীৰ এটি পুত্ৰ জন্ম হ'ল। সেই ল'ৰাৰ জন্ম হোৱা সময়ত, আকাশত দেৱতাসকলে আনন্দিত হৈ অনেক বাদ্য বজালে, আপেচৰাসকলে নৃত্য কৰিবলৈ ধৰিলে, দশোদিক্ প্ৰসন্ন হ'ল, সৰোবৰবিলাক নিৰ্ম্মল ভাব ধাৰণ কৰিলে। এইবিলাক দেখি কঙ্কতীৰ মনত কিন্তু নানাবিধ আশঙ্কাৰ উদয় হ'ল। ঋতুৰ দ্বিতীয় দিনা গৰ্ভস্থ হোৱা সন্তানৰ জন্মত কঙ্কতী ব্যাকুল হৈ ইন্দ্ৰক স্তুতি কৰিবলৈ ধৰিলে, হে দেৱেশ! আপোনাৰ এই ঈদৃশজাত সন্তান সদা পাপ-পৰায়ণ। হে দেৱেশ! আপোনাৰ পুত্ৰক দেখিবলৈ মোৰ শক্তি নহয়, আপোনাৰ যি ইচ্ছা তাকেই কৰোক। হে

দেৱাধিদেৱ! হে দেৱেশ! হে সুৰাধিপ্! আপোনাৰ এই পুত্ৰ যে নিশ্চয় নৰাধম সত্য সত্যই কৈছোঁ, আপুনি সন্দেহ নকৰিব। এই জন্য, হে দেৱতানাথ! আপুনি তাৰ পিতা, আপোনাৰ এই পুত্ৰ, আপোনাৰ যি ইচ্ছা তাকেই কৰোক। হে দেৱাধীশ! মোৰ এই কামনা, আৰু অন্য বাসনা নাই। ইন্দ্ৰই বোলে, হে কঙ্কতী! মোৰ বাক্য শুনা।...এই পুত্ৰই তোমাৰ বংশ ৰক্ষা কৰিব। মোৰ বৰৰ প্ৰভাৱত তোমাৰ পুত্ৰ আৰু তাৰ সতি-সন্ততিয়ে ইয়াত পুৰুষানুক্ৰমে ১২৮ পুৰুষে ৰাজত্ব কৰাৰ পাছত, সৌমাৰবাসী হৈ সৌমাৰখণ্ডৰ ৰজা হ'ব। তেতিয়া সেইসকল ন্যায়পৰায়ণ, বুদ্ধিমন্ত, উৎসাহশীল, দেৱবিপ্ৰপৰায়ণ আৰু ব্ৰহ্মজ্ঞ নিশ্চয় হ'ব, আৰু সকলোটি বৈকুণ্ঠলৈ গমন কৰি অকল্পকাল পৰ্য্যন্ত বিষ্ণুতে লয়প্ৰাপ্ত হ'ব। এইকথা কৈ দেৱৰাজ ইন্দ্ৰ স্বৰ্গলৈ গুচি গ'ল।

কঙ্কতীৰ সেই ল'ৰাটিৰ নাম থ'লে থেন্‌খাম্। তেওঁ ডাঙৰ হ'লত দেৱৰাজ ইন্দ্ৰে পূজা কৰিবৰ নিমিত্তে চোম্‌দেও (বা চোম্‌চেঙ্) নামে একদেৱতা, শত্ৰুক্ষয় কৰিবলৈ হেঙ্‌দান্, ৰণবাদ্যৰ নিমিত্তে এযোৰ ঢাক নামে বাজানা, আৰু মঙ্গল চাবলৈ 'কাই-চেঙ্-মুঙ্' নামে দুই যোৰা কুকুৰা দি গ'লহি আৰু অনেক ৰাজনীতি শিকালেহি। সেই দৈৱিক দ্ৰব্য কেইটিৰ প্ৰভাৱত থেন্‌খাম্ অতি বলৱন্ত হৈ উঠিল আৰু স্বৰ্ণাদ্ৰিলৈকে ৰাজ্য বিস্তাৰ কৰি ৰজা হ'ল। 'যোগিনীতন্ত্ৰ'ত এই থেন্‌খামকে 'অৰিন্দম' বুলি উল্লেখ কৰিছে।

সেই সময়ত স্বৰ্ণাদ্ৰিত 'খুন্‌বান্' অৰ্থাৎ সূৰ্য্যবংশীয় ৰজা আছিল আৰু তেওঁৰ লগতে 'পুজাকৃজি' নামে এজন দেৱপণ্ডিত আছিল। কিছুদিনৰ পাছত এদিন ইন্দ্ৰে আহি থেন্‌খামৰ লগত তেওঁলোকক ল'গ লগাই দিলেহি আৰু এই বুলি কৈ গ'ল বোলে,— খুন্তম্ আৰু খুন্‌বানৰ সতি-সন্তানক মন্ত্ৰী কাৰ্য্যত, আৰু লাওখি আৰু পুজাক্‌জি এই দুই দেৱপণ্ডিতৰ সন্তানক কৰ্ম্ম নিৰ্ব্বাহৰ নিমিত্তে নিযুক্ত কৰিবি! দেৱৰাজ ইন্দ্ৰৰ আজ্ঞামতেই তেওঁলোকে সহিতে গোট খাই থেন্‌খামে স্বৰ্ণাদ্ৰিলৈকে ৰাজত্ব কৰি আছিল।

থেন্‌খামৰ কুঁৱৰী ১৮ জনা। প্ৰথমতে তেওঁৰ খুন্‌লুঙ্ (খুন্=কোঁৱৰ, লুঙ্=বৰ) নামে এটি কোঁৱৰ জন্মিল; তাৰ পাছত খুন্‌লাই (খুন্=কোঁৱৰ, লাই=প্ৰধান) জন্মিল। সি দুইৰ পাছত ক্ৰমে আৰু ৯৮ জনা কোঁৱৰ জন্মি, থেন্‌খামৰ মুঠতে ১০০ জন কোঁৱৰ হ'ল। পাছে তেওঁ সৰু ৯৮ জনা কোঁৱৰক নিজ ৰাজ্যৰ ভিতৰৰ পৰ্ব্বতে সৈতে জুৰি পৰ্ব্বতবিলাকত ৰজা পাতি দি খুন্‌লুঙ্ আৰু খুন্‌লাইক নিজৰ লগতে ৰাখিলে।

পাছে এসময়ত তেওঁৰ বংশক পৃথিৱীৰ সমভূমিত ৰজা হ'বলৈ পঠাবলৈ মন কৰি ইন্দ্ৰে থেন্‌খামক আহিবলৈ ক'লে। পাছে থেন্‌খামে নিজে আহিবলৈ মন নকৰি পুতেক খুন্‌লুঙ্ আৰু খুন্‌লাইক পঠাবলৈ ইন্দ্ৰক ক'লে। ইন্দ্ৰেও তাতে মান্তি হৈ খুন্‌লুঙ্ আৰু খুন্‌লাই দুয়ো ভাইক লগত লোকজন আৰু চোমদেওক দি সোণৰ জখলাৰে নমাই পঠাই দিলে। সিবিলাক আহি মুংৰি-মুংৰামত নগৰ কৰি ৰ'লহি।

পূৰ্ব্বে প্ৰলয়ৰ অন্তত ব্ৰহ্মাই তিনিবাৰ মানুহ স্ৰজিব খুজিলে। পাছে স্ৰজিব নোৱাৰি লাও কৰে। সেই লাওৰ ভিতৰত মানুহ হ'ল, আৰু উফৰি বাহিৰলৈ ওলাল। সেই মানুহবোৰ পশুপ্ৰায়, একোকে নাজানে। তাকে দেখি দেৱৰাজ ইন্দ্ৰই শিকাব বুজাবলৈ মঙ্গলক পঠালে; তেওঁ আহি শিকালে বুজালে। পাছে মনুষ্যসকলেও জানিলে শুনিলে। সত্য যুগত ইবোৰৰ একে প্ৰীতিয়ে গ'ল, একে মাইহাঙ্গতে খায়, সবেও একে মাকৰে ল'ৰা যেন আছিল। ত্ৰেতা যুগতো কিছু নহয়, প্ৰায় তেনেদৰেই গ'ল। দ্বাপৰ যুগত বিবাদ হ'ল। বলাবল কৰে, নিৰ্ব্বলীক বলীয়ে জিনে।

**ইন্দ্ৰবংশৰ উৎপত্তি**
**(তৃতীয় প্ৰকাৰ)**

পাছে সকলোৱে এনে দেখি ইন্দ্ৰদেৱক প্ৰাৰ্থনা কৰিলে। ইন্দ্ৰেও লোকজনৰ হিতাৰ্থে বৰ ঢাক, খড়্গ, নীতি, দণ্ড, ছত্ৰ, চামৰ, টাঙ্গী, পিড়া, সোণ-ৰূপৰ ঢাবি-পাটি, এই সকল লগত দি, আৰু দেৱস্থানৰ জন্তু 'কাইচেঙ্গ-মুঙ্গ'ৰ সহিতে তেওঁৰ পুত্ৰ থেন্-খামক পৃথিৱীৰ সমভূমিলৈ আহিবলৈ বুলিলে। পাছে থেন্‌খামে নিজে আহিব নোখোজাত, সেই সকল দ্ৰব্য সহিতে, থেন্‌খামৰ দুই পুত্ৰ খুন্‌লুঙ্গ আৰু খুন্‌লাইক সেই মানুহবোৰৰ ওপৰত ৰজা হ'বলৈ সোণৰ জখলা দি, পৃথিৱীলৈ নমাই পঠালে। তেওঁলোকো আহি মুংৰিমুংৰাম পাই তাতে ৰ'লহি।

পূৰ্ব্বে টাইজাতীয় থেন্‌খাম নামে এক ৰজা আছিল। তেওঁৰ পুতেক নাছিল, মাত্ৰ শ্যামা নামে এটি কন্যাহে আছিল। সেই কন্যাটি উপজি জনা-বুজা হবৰেপৰা ইন্দ্ৰ দেৱতাক পূজে। সেই ৰাজকন্যাৰ বয়স যেতিয়া ১২ বছৰ হয়, সেই সময়ত দেৱৰাজ ইন্দ্ৰে তেওঁৰ পূজাত তুষ্ট হৈ বৰ দিবলৈ আহে। ৰাজকন্যাই যি ঠাইত পূজা কৰে, সেই ঠাইতে ইন্দ্ৰই সাক্ষাতে ঠিয় হৈ সুধিলে বোলে, হে ৰাজকন্যা! তুমি কি কাৰণে মোক ইমান পূজা কৰিছা? মই তোমাৰ পূজাত তুষ্ট হৈ তোমাক বৰ দিবলৈ আহিছো; তোমাক কি বৰ লাগে কোৱা। এই বুলি কোৱাত ৰাজকন্যাই ইন্দ্ৰ দেৱতাৰ মুখলৈ চাই, তেওঁৰ ৰূপত মোহ গৈ ইয়াকে ক'লে, হে দেৱৰাজ! যদি আপুনি অনুগ্ৰহ কৰি মোক বৰ দিবলৈ আহিছে, তেনেহলে কৃপা কৰি মোৰ অভিপ্ৰায় শুনক। মোৰ পিতৃ ৰাজ্য শাসন কৰিবলৈ মোৰ পিতৃৰ পুত্ৰ সন্তান নাই; গতিকে পিতৃৰ ৰাজ্য নষ্ট হয় বুলি মোৰ মনত বৰ দুখ। এই নিমিত্তে মোৰ পিতৃ ৰাজ্য ৰক্ষা হ'বলৈ মোৰপৰাই যেন বংশ বাঢ়ে। মোক আপোনাৰ নিচিনা এজন বীৰ্য্যবান, তেজবান আৰু গুণবান সুন্দৰ পুৰুষৰ লগত বিবাহ কৰাই দি মোৰ মনোবাঞ্ছা পূৰণ কৰক।

**ইন্দ্ৰবংশৰ উৎপত্তি**
**(চতুৰ্থ প্ৰকাৰ)**

ৰাজকন্যাৰ কথা শুনি ইন্দ্ৰই ভাবিলে যে মোৰ সমান বীৰ্য্যবান, তেজবান, সুন্দৰ পুৰুষ মই ক'ত বিচাৰি পাম। এই ভাবি দেৱৰাজ ইন্দ্ৰই নিজেই তথাস্তু বুলি সেই ৰাজকন্যাক বিবাহ কৰিলে; আৰু 'চেং-মুং' নামে নগৰ কৰি তাতে সেই ৰাজকন্যাক

থাকিবলৈ দিলে। কালক্রমে সেই ৰাজকন্যাৰ গৰ্ভত ইন্দ্ৰৰ ঔৰসত, ১০০টি পুত্ৰৰ আৰু এটি কন্যাৰ জন্ম হয়,—প্ৰথম পুত্ৰ আই খুন্‌লুঙ্গ, ২য় আই খুন্‌লাই, ৩য় লোঙ্গো, ৪ৰ্থ লাই, ৫ম লেছাই, এই অনুক্রমে ১০০ পুত্ৰ আৰু এক কন্যা। সেইবিলাকৰপৰাই গোটেই এচিয়া, চীন, শ্যাম, কোৰিয়া, মাঞ্চুৰিয়া, লাটে, লাই-ইয়াং, লামা, তিব্বত, লাছা, ভুটীয়া, শ্যান্‌, মুংখং, মেঙ্কৰা, লোক্‌-খোন্‌, লোকোং, বৰ্মা, জাপানৰ অৰ্দ্ধেক, নেপালৰ কিছু অংশ, ইয়োদ্ৰা আৰু অসম পৰ্য্যন্ত টাই জাতিৰ বংশ বৃদ্ধি হয়।

ওপৰত কৈ অহা শ্যামা ৰাজকন্যাৰ পুত্ৰ খুন্‌লুঙ্গ আৰু খুন্‌লাইক ইন্দ্ৰে পৃথিবীৰ সমভূমিত ৰজা হবলৈ পঠালে। সিবিলাকো লোকজন সহিতে নামি আহি মুংৰি-মুংৰামতে নগৰ কৰি থাকিলহি।

কোনোৱে কয়, পূৰ্বে বশিষ্ঠ মুনিয়ে দিখৌ নদীৰ আগাৰিত এক বাৰানসী তুল্য পবিত্ৰ ক্ষেত্ৰ নিৰ্মাণ কৰিবৰ ইচ্ছা কৰিলে নদীকো বশিষ্ঠী, গঙ্গা নাম দিব খুজিলে।

## ইন্দ্ৰবংশৰ উৎপত্তি
(আৰু একপ্ৰকাৰ *)

নৈৰ উজনি দেশত জলৰ সমীপতে দুই ক্ৰোশ পৰিমাণ স্থানত এক হাজাৰ শালগ্ৰাম, পুতিলে, মধ্যতে লক্ষ্মীনাৰায়ণক পুতিলে, তাৰ চৌপাশে কুশ, তুলসী, আমলখি, অশ্বত্থ ৰুলে। এই প্ৰকাৰ কৰি পুৰশ্চৰণ কৰিবলৈ আৰম্ভিলে। পাছে ইন্দ্ৰ দেৱতাই বিস্তৰ লোক তৰি স্বৰ্গলৈ যাব হেন জানি মেঘক আজ্ঞা কৰিলে। মেঘে বৃষ্টি কৰি নদীকো বঢ়াই, বশিষ্ঠ মুনিৰ আশ্ৰমকো বুৰাই, পূজাৰ সামগ্ৰীকো উটাই নিলে। পাছে বশিষ্ঠে কোপ কৰি, ধ্যান কৰি ইন্দ্ৰৰ অকাৰ্য্যক দেখি, এই বুলি শাপ দিলে বোলে, ইন্দ্ৰ! তোৰ ম্লেচ্ছ যোনিত জন্ম হোক, যাতো দেৱতা হৈ ম্লেচ্ছৰ কৰ্ম্মক আচৰিলি। নদীকো শাপিলে বোলে, তোৰ তীৰত ম্লেচ্ছলোকে নিবাস কৰিব। তই মলমূত্ৰ বাহিনী হবি; তোৰ তীৰত যি নৰে প্ৰাণ ছাৰিব, সিও প্ৰেত হ'ব। পাছে লক্ষ্মীনাৰায়ণ শালগ্ৰাম যে পুতিছিল, তেওঁকো তুলি আনি বোলে, তোক ম্লেচ্ছ ৰজাগণে গোমাংসেৰে আৰু শূকৰৰ মাংসেৰে আৰু সুৰাৰে পূজিব। ম্লেচ্ছ ভাষাত তোৰ নাম 'চোং' হ'ব। তোক সিবোৰে অতি গোপন কৰি পূজিব। পাছে এই শাপৰ কথা শুনি ইন্দ্ৰেও আৰু নদীয়েও বিস্তৰ স্তুতি কৰি বশিষ্ঠৰ চৰণত পৰি শাপমুক্তিৰ প্ৰাৰ্থনা কৰিলে। পাছে তুষ্ট হৈ মুনিয়ে ইন্দ্ৰক এই বুলি ক'লে বোলে,—এই ম্লেচ্ছজাতিৰ নাৰীত বীৰ্য্যাধান কৰি পূৰ্বতে স্বৰ্গত থাকিবি, কিন্তু পুত্ৰৰূপে ম্লেচ্ছ শৰীৰক ধৰিবি। নদীক বুলিলে বোলে, দশহাজাৰ বৎসৰ অন্তত তোৰ শাপ গুচিব। এইবুলি বশিষ্ঠে অসন্তোষ কৰি, ক্ষেত্ৰ নাপাতি কামৰূপত ভগুৰুৱা নদীৰ তীৰত পৰ্বতৰ মধ্যত আশ্ৰম কৰি থাকিল।

---

* 'বৰ চকৰী ফেঁটী'ৰপৰা

পাছে ইন্দ্ৰ দেৱতাই শ্যামা নামে এক বিদ্যাধৰীক আদেশ কৰিলে বোলে, হে শ্যামা! বশিষ্ঠ মুনিয়ে মোক ম্লেচ্ছ শৰীৰ ধৰিবলৈ শাপ দিছে। এতেকে তুমি পৰ্ব্বতত চেংতাম্ নামে নৰা ৰজাৰ ভাৰ্য্যা হৈ থাকাগৈ। মই তোমাৰ উদৰত গৰ্ভাধান কৰি পুনৰাৰ স্বৰ্গলৈ আহিম। পুত্ৰৰূপে মই ম্লেচ্ছৰ ৰজা হৈ ৰাজ্যক প্ৰতিপালন কৰিম। পাছে শ্যামা বিদ্যাধৰীয়ে ইন্দ্ৰৰ আজ্ঞা পাই চেংতাম নৰা ৰজাৰ ঘৰত পদ্মিনী নামে পৰম সুন্দৰী ভাৰ্য্যা হৈ থাকিল। আহোম মতেৰে তেওঁৰ নাম হ'ল নাংচুক্-খান্-চেন; মাকৰ নাম কুংড়ে-মান্কা, বাপেক ৰাজমন্ত্ৰীৰ নাম চাংড়াম্। পাছে এসময়ত চেংতাম্ নৰাৰজা পহু মাৰিবলৈ গ'লত ইন্দ্ৰে স্বামীৰ বেশ ধৰি আহি পদ্মিনীত বীৰ্য্যাধান কৰি নিশা স্বপ্ন দেখালে বোলে, মই ইন্দ্ৰ-দেৱতাই তোত গৰ্ভাধান কৰিছো, ই যি পুত্ৰ হ'ব, তাক মোৰ কলা অৱতাৰ জানিবি। ই প্ৰতাপী ৰজা হ'ব আৰু তাৰ নাম স্বৰ্গনাৰায়ণ থ'বি। আজি ধৰি পুত্ৰ নহয়মানে স্বামীৰ সঙ্গলৈ নাযাবি, সাৱধানে থাকিবি। পাছে পুত্ৰ জন্ম হ'লে, মঙ্গল কৰি সুবৰ্ণৰে মল্মা কৰা জখলাৰে তোমাক পুত্ৰ সহিতে নমাই পৃথিৱীৰ সমভূমিলৈ পঠাম। এই বুলি ইন্দ্ৰ গুচি গ'ল।

পাছে সেই কন্যাই ( পদ্মিনীয়ে ) সেই সম্ভোগৰ আৰু স্বপ্নৰ কথা নৰা ৰজাত ক'লে। ৰজাই শুনি মীনাচল পৰ্বতৰ ওপৰত উসৃত চাংঘৰ সাজি ৰোজবাজ দি দাসদাসী সহিতে সাৱধানে গৰ্ভৱতী ভাৰ্য্যাক থ'লেনি। শুভসময়ত ৰাজমহিষীৰ পুত্ৰ জন্ম হ'ল। ৰজায়ো পুত্ৰৰ জন্ম শুনি আনন্দ মঙ্গল কৰি, সুবৰ্ণেৰে মল্মা কৰা জখলা দি ভাৰ্য্যাকে-পুত্ৰকে নমাই আনিলে। পুত্ৰৰ নাম থ'লে চাক্যাচক্যা। পাছে স্বপ্নত ইন্দ্ৰৰ আদেশ পাই, তাৰ নাম থ'লে স্বৰ্গনাৰায়ণ। পাছে সেই বালক গুণৱন্ত, বলৱন্ত আৰু তেজস্বী হৈ, যুৱৰাজ হৈ, নীতিধৰ্মে প্ৰজাক পালিলে। পাছে বাপেক চেংতাম্ মৰিলত তেওঁ স্বতন্ত্ৰ ৰজা হ'ল। এওঁৰেই পৰিনতি ( কেবাপুৰুষৰ পাছৰ ) চুকাফা সৌমাৰৰ প্ৰথম আহোম ৰজা।*

ইন্দ্ৰবংশৰ উৎপত্তি সম্বন্ধে ওপৰত যিকেইটা প্ৰস্তাৱ দিয়া গ'ল, তাৰ প্ৰথম প্ৰস্তাৱৰ মতে দেখা যায়:




* সম্ভৱত খেন্খাম্ বা অৰিন্দমকে ইয়াত স্বৰ্গনাৰায়ণ বোলা হৈছে।

**দ্বিতীয় প্ৰস্তাৱ মতে ঃ—**




**তৃতীয় প্ৰস্তাৱ মতে ঃ—**




**চতুৰ্থ প্ৰস্তাৱ মতে ঃ—**




**পঞ্চম প্ৰস্তাৱ মতে ঃ—**



প্ৰথম, দ্বিতীয়, তৃতীয় আৰু পঞ্চম প্ৰস্তাৱ মতে, যি ভাবে আৰু যাৰে গৰ্ভতেই হওক, খুন্‌লুঙ্গ-খুন্‌লাই দেৱৰাজ ইন্দ্ৰৰ নাতি বুলি প্ৰমাণিত হয়, কিন্তু চতুৰ্থ প্ৰস্তাৱ মতে চাবলৈ গ'লে সিবিলাক দুয়োজন ইন্দ্ৰৰ পুতেকহে। সৰহভাগ বুৰঞ্জীয়ে ( আৰু জনপ্ৰবাদ মতেও ) সিবিলাকক ইন্দ্ৰৰ নাতি বুলিহে কয়। সেই কাৰণে ইয়াতো সিবিলাকক ইন্দ্ৰৰ নাতি বুলিয়েই ধৰি লোৱা হ'ল।

প্ৰথম প্ৰস্তাৱত কৈ অহা হৈছে যে খুন্‌লুঙ্গ আৰু খুন্‌লাই জ্ঞাতিবৰ্গ সহিতে নামি আহি মুংৰিমুংৰামতে নগৰ কৰি থাকিলহি। পাছে তাতে এদিন কাই-চেঙ্গ-মুঙ্গৰ বিচাৰ ওলাল। কোনেও আছে বুলি ক'ব নোৱাৰাত খুন্‌লুঙ্গে ভায়েকত সুধিলে। খুন্‌লায়ে বোলে আনিবলৈ পাহৰা হ'ল। এই কথা শুনি খুন্‌লুঙ্গে বহুত অসন্তোষ কৰিলে বোলে, দেও-কুকুৰা, তাৰে পাখিৰে টুপি নহ'লে ৰাজ-অভিষেক হ'ব নেপায়। এই বুলি ভায়েকক পুনৰ ঘূৰি গৈ কাই-চেঙ্গ-মুঙ্গক আনিবগৈ ক'লে। পাহৰি এৰি অহাত ইন্দ্ৰে কিবা খং কৰে বুলি খুন্‌লাই যাবলৈ অমত হোৱাত, পৃথিৱীত লাঙ্গো নামে এক মানুহে খুন্‌লুঙ্গত জনালে বোলে, তুখৰ বেচ যদি মোক খেহ্‌দেশ (চীনদেশ) খন দিয়ে, তেনেহলে মই ইন্দ্ৰৰ ওচৰলৈ গৈ কাইচেঙ্গমুঙ্গক আনিবগৈ পাৰোঁ। খুন্‌লুঙ্গেও লাঙ্গোক খেহ্ দেশখন দিম বুলি কৈ কাইচেঙ্গমুঙ্গক আনিবলৈ স্বৰ্গলৈ পঠাই দিলে। লাঙ্গো গৈ সেই কথা ইন্দ্ৰত জনালেগৈ।

ইন্দ্ৰে বিচাৰি চাই দেখিলে, কাইচেঙ্গমুঙ্গৰ লগতে হেঙ্গদাঙ্গখনো আৰু বৰ ঢাক-বাজানাযোৰো এৰি থৈ আহিল। পাহৰি এৰি অহা কাৰণে খুন্‌লুঙ্গ আৰু খুন্‌লাইক কিছু ভৰ্ৎসনা কৰি, ইন্দ্ৰে সেই দ্ৰব্য তিনিটা লাঙ্গোৰ হাতত দি পঠালে। লাঙ্গো আহি সেই তিনিটি দ্ৰব্য খুন্‌লুঙ্গৰ হাতত দিলেহি, আৰু এৰি অহাত ইন্দ্ৰই বৰ খং কৰিছে বুলি ক'লেহি। তেতিয়াই লাঙ্গোৱে খুন্‌লুঙ্গৰ আগত অলপ মিছা কথাও ক'লে বোলে, কাইচেঙ্গমুঙ্গক মাৰি ইন্দ্ৰে তাৰ মঙহ তোমাক খাবলৈ কৈছে, ঠেঙ্গেৰে মঙ্গল চাব দিছে আৰু পাখি তোমাক পিন্ধিবলৈ কৈছে ; মূৰটো আৰু ডোকা দুখন মোক খাব দিছে। আৰু মই খেহ্‌দেশখন খুজি যাবৰ শুনি, হেঙ্গদানখনো মোক ল'ব দিছে বোলে, খেহ্-দেশখন ডাঙৰ দেশ, এই হেঙ্গদানখনেৰেহে বশ কৰিব পাৰিবি।

এই কথা শুনি আচৰিত হ'ল, কিয়নো লাঙ্গোৱে কোৱা কথাখিনি দেৱৰাজ ইন্দ্ৰৰ পূৰ্ব্বৰ আজ্ঞাৰ বিপৰীত। কিন্তু সেইমতে কাৰ্য্য নকৰিলে ইন্দ্ৰৰ জানো পুনৰ খং হয়, এই ভাবি, লাঙ্গোৰ কথাকে সত্য মানি, খেহ্‌দেশখনে সহিতে হেঙ্গদান্‌খন লাঙ্গোক দিলে। কাইচেঙ্গমুঙ্গকো মাৰি লাঙ্গোৱে কোৱাৰদৰে খালে আৰু তাকো দিলে।

পাছে সেই কাইচেঙ্গমুঙ্গৰ ঠেঙ্গেৰেই মঙ্গল চালে। এখন মঙ্গলত পালে, খুন্‌লুঙ্গৰ ফালে খোজ কঢ়া হ'ল, লোকৰ ফালে আগ বঢ়োৱা হ'ল। এখন মঙ্গলত পালে, খুন্‌লুঙ্গৰ

ফালে ৰজা হৈ হাতীত উঠি ফুৰা আৰু লা-লিগিবাবে ঘৰ ভৰি পৰা। পাছে আটাইকে বশ কৰিব পাৰিম হেন ভাবি মুংৰিমুংৰামতে ভালৰূপে আৰু ডাঙৰকৈ নগৰ কৰিবলৈ দুই মন্ত্ৰীক ( খুনবান আৰু খুন্তমৰ সন্ততিক ) আৰু জাতিবৰ্গক আজ্ঞা কৰিলে। নগৰ হ'লত মুংৰিমুংৰামতে 'আয়ুবৰ' আৰু 'বাটবৰ' থাপি খুন্‌লুঙ্গ ৰজা আৰু খুন্‌লাইক যুৱৰাজ পাতিবৰ মন কৰিলে। পাছে দুয়ো ভাইৰ দ্বন্দ্ব লাগিল। বৰটোৱে বোলে, মইহে ৰজা হ'ব পাওঁ। সৰুটো খুন্‌লায়ে বোলে, মইহে ৰজা হ'ব পাওঁ। পাছে বাইলুঙ্গ দেওধাইবোৰে মেল পাতি সুধি বোলে, তোমালোকক ইন্দ্ৰ দেৱবাজে কন্দল কৰিবলৈ বাধা কৰিছে। তেওযে কৰিছা ভাল, আয়ুবৰত তোমালোকে কোনে ক'ত সোণ-ৰূপ আঁৰিছা কোৱা। খুন্‌লুঙ্গে বোলে মই জলত সোণ-ৰূপৰ গুণা আৰিছোঁ, মইহে ৰজা হ'ব লাগে। খুন্‌লাইৰ দুষ্ট বুদ্ধিত মতি আছিল। তেওঁ গোপনে গোপনে ককায়েকত আঁৰকৈ আয়ুবৰৰ গছৰ শিপাত সোণৰ গুণা ৫ সেৰ মেৰাই থৈছিল। আৰু ককায়েকত এইবুলি কৈছিল বোলে, আয়ুবৰৰ শিপাত যদি তুমি দিয়া কিবা চিন আছে, তেহে তুমি মূলৰ ৰজা, নহ'লে দুৱলীয়াহে। এই কথালৈ দুয়ো ভাইৰ ভিতৰত বিৰোধ হ'ল। খুন্‌লুঙ্গে বোলে, মই ৰজা। খুন্‌লাইয়ে বোলে, মূলৰ ৰজা মইহে, তুমি দুৱলীয়াহে, মই তেতিয়াই আয়ুবৰৰ শিপা সোণেৰে বন্ধাই থৈছোঁ। পাছে খানিলতো ঠিক খুন্‌লায়ে কোৱাদৰেই আয়ুবৰৰ শিপাত সোণৰ গুণাৰে বন্ধোৱা চিন ওলাল। পাছে দেওধাই বাইলুঙ্গ পণ্ডিতেও বোলে, খুন্‌লুঙ্গ! তুমি ডালত আঁৰিছা, ডলুৱাহে হ'লা, খুন্‌লায়ে শিপাত আঁৰিছে, তেওঁহে ৰজা হ'ব পায়। এই বুলি খুন্‌লাইক ৰজা পাতিলে আৰু তেওঁ ৰজা হৈ, আন লোকেৰে আলচি, খুন্‌লুঙ্গৰ প্ৰতি দ্ৰোহ আচৰিবলৈ ধৰিলে।

এই হেতুকে খুন্‌লুঙ্গে গোপনে চোমদেওক চুৰি কৰি লৈ ইন্দ্ৰৰ ওচৰলৈ পলাই গ'ল আৰু খুন্‌লাইৰ সকলো কথা জনালেগৈ। পাছে চিৰকাল খুন্‌লাইৰ বংশে ৰজা হৈ থাকিবলৈ নাপাই বুলি ইন্দ্ৰে অভিশাপ দি খুন্‌লুঙ্গক মুংখমুংজাও দেশত ৰজা হ'বলৈ আজ্ঞা কৰিলে। ইন্দ্ৰৰ আদেশ মতে খুন্‌লুঙ্গ আহি মুংখমুংজাও দেশত ৰজা হ'লহি আৰু তাতে ৪০ বছৰ ৰাজ্য ভোগ কৰি পুতেকহঁতক দেশ বাটি দি স্বৰ্গী হ'ল। খুন্‌লুঙ্গ জীয়াই থাকোতেই তেওঁৰ প্ৰথম পুত্ৰ আইখুন্‌লুঙ্গক তাইতুংকং ( বা মুংকং ) দেশৰ ৰজা পাতি বছৰি মুংখমুংজাওলৈ দহ লাখ ধোঁৱা সোধাই থাকিবলৈ নিয়ম কৰি দিলে। খুনঙ্গু নামৰ পুতেকক লামুংতাই ( অৰ্থাৎ জীউতৰা ) দেশৰ ৰজা পাতি, বছৰি তিনিশ হাতী সোধাই থাকিব দিলে। খুন্‌ৰকৃফা নামৰ পুতেকক মুংজং ( বা জুন্‌লুং ) দেশৰ ৰজা পাতিলে আৰু বছৰি এক লাখকৈ সোণ সোধাব দিলে।

খুন্‌লা নামৰ পুতেকক মুংকুলা দেশৰ ৰজা পাতি দিহিঙৰ পানী সোধাই থাকিব দিলে। খুন্তা নামৰ পুতেকক আৱা ( অৰ্থাৎ মান্ বা বৰ্মা ) দেশৰ ৰজা পাতিলে আৰু

বছৰি ছুসেৰকৈ বাখৰ সোধাই থাকিবলৈ নিয়ম কৰিলে। খুঞ্চু নামৰ পুতেকক নিজ ৰাজ্যৰ নিমিত্তে ৰাখিলে আৰু পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসৰি লাঙ্গোক খেহ দেশত ৰজা পাতিলে। পাছে খুন্‌লুঙ্গ স্বৰ্গী হ'লত মুংখমুংজাও দেশতে খুঞ্চু ৰজা হৈ ২৫ বছৰ ভোগ কৰি স্বৰ্গী হ'ল। খুঞ্চুৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক চাও-চেঞ্চাও তাতে ১৯ বছৰ ৰাজত্ব কৰে। তাৰ পাছত তেওঁৰ পুতেক ত্যাও খুন্‌জাও তাতে ৰজা হয়। তেওঁ ১৫ বছৰ ৰাজ্য ভোগ কৰি স্বৰ্গী হ'লত তেওঁৰ পুতেক ত্যাও খুন্‌জুন্ কোঁৱৰ সেই মুংখমুংজাওতে ৰজা হ'ল।

**খুন্‌লুঙ্গৰ পুত্ৰ-নাতি**

পূৰ্ব্বে কোৱা হৈছে, খুন্‌লুঙ্গৰ লগত খুন্‌লায়ে দ্ৰোহ আচৰণত কৰাত খুন্‌লুঙ্গ মুংৰিমুংৰাম এৰি স্বৰ্গলৈ পলাই গ'ল ; আৰু পাছত ইন্দ্ৰৰ আদেশমতে মুংখমুংজাওত ৰজা হ'লগৈ। খুন্‌লুঙ্গ যোৱাৰ পাছত খুন্‌লাই মুংৰিমুংৰামত ৰজা হ'ল। তাতে ৭০ বছৰ ৰাজত্ব কৰি কালক্ৰমে তেওঁৰ মৃত্যু হ'ল কিন্তু নিজৰ দুশ্চৰিত্ৰৰ নিমিত্তে স্বৰ্গলৈ যাব নোৱাৰিলে। তেওঁৰ পাছত তেওঁৰ পুতেক ত্যাও আইজেপতাত্‌ফাই পিতৃৰাজ্যত ৰজা হৈ ৪০ বছৰ ৰাজ্য ভোগ কৰি স্বৰ্গী হ'ল। এওঁ অপুত্ৰক আছিল। শঁকাদিত্যৰ শঁকৰ দৰে এইজনা ৰজাৰ দিনৰে পৰা সেই দেশত তেওঁৰ নিজৰ নাম অনুসৰি 'আইজেপী লাক্নী' অৰ্থাৎ 'লেংচং' শঁক চলিবলৈ আৰম্ভ কৰে। এই 'লাক্নী' বা শঁক মান দেশত আৰু নৰা দেশত এতিয়াও চলিত হৈ আছে।

**খুন্‌লাইৰ পুত্ৰ আইজেপী লাক্নী**

পাছে মুংৰিমুংৰামত অৰাজক হ'লত মুংখমুংজাও দেশৰ ত্যাও খুন্‌জুন্ ৰজাৰ পুতেক খামপংফাই চোমদেওক লগত লৈ মুংৰিমুংৰামত ৰজা হ'ল। তেওঁ তাতে ২৫ বছৰ ৰাজ্য ভোগ কৰি, বৰ পুতেক খাম্‌ত্যাপ্‌ফাক তাতে ৰজা পাতি সৰু পুতেক খাম্‌ত্যিপ্‌ফাক ৰৰনৰা (বা মাউলুঙ্গ) দেশত ৰজা পাতিলে। মাউলুঙ্গলৈ যাওঁতে খাম্‌ত্যিপফাই লগতে চোমদেওক লৈ গ'ল। কালক্ৰমে খাম্‌ত্যিপফা আৰু খাম্‌ত্যাপফা দুয়ো স্বৰ্গী হ'ল। খাম্‌ত্যাপ্‌ফা অপুত্ৰক আছিল। পাছে খাম্‌ত্যিপ্‌ফাৰ পুতেক নিফামাউ মুংৰিমুংৰাম আৰু মাউলুঙ্গৰ ৰজা হ'ল ; ভোগ ৪০ বছৰ। তেওঁৰ পাছতে তেওঁৰ ৰৰপুতেক চুখুংফা কোঁৱৰ ৰজা হয় ; ভোগ ৪১ বছৰ। ইয়াৰ পাছত চুকাইফা ৰজা হয়, ভোগ ৩৪ বছৰ। এওঁৰ পাছত চুহেন্‌ফাই ৩৩ বছৰ, আৰু চুতাওফাই ১২ বছৰ আৰু চুহাওফাই ১৯ বছৰ ক্ৰমান্বয়ে ৰাজত্ব কৰে। চুহাওফাৰ মৃত্যুৰ পাছত তেওঁৰ বৰ পুতেক চুলিপ্‌ফা তাতে ৰজা হ'ল আৰু ১৯ বছৰ ৰাজ্য ভোগ কৰি অপুত্ৰক হৈ স্বৰ্গী হ'ল।

**মুংৰিমুংৰামত খুন্‌লুঙ্গৰ বংশৰ আকৌ ৰজা হয়**

চুলিপ্‌ফাৰ মৃত্যুত মুংৰিমুংৰাম আৰু মাউলুঙ্গত অৰাজক হোৱাত মন্ত্ৰীবিলাকে আলচ কৰি খুন্‌লুঙ্গৰ বৰ পুতেক মুংকং দেশৰ ৰজা আইখুন্‌লুঙ্গৰ বংশৰ খুন্‌লুঙ্গতেও

নামে কোঁৱৰ এজনাক আনি তাত ৰজা পাতিবলৈ মন কৰিলে। কিন্তু তেওঁ ৰজা হ'বলৈ নৌপাওঁতেই মেচ্ছা নামে এক নগা বন্দীয়ে তেওঁক মাৰি স্বয়ং ৰজা হ'ল। সেই কালত প্ৰজাৰ বৰ দুখ হ'ল; ব্যাধি হ'ল, অন্যায় অনীতি হ'ল। নানা মাৰিমৰক হ'বৰ দেখি পণ্ডিতে 'কুকুৰাঠেঙ্গ' চাই ক'লে বোলে, সুদা মানুহ ৰজা হ'ল, তাতেহে এনে অপায় অমঙ্গল হৈছে। পাছে এই কথা শুনি সকলে আলচি নগাবন্দীক মাৰি, খুন্‌লুঙ্গৰ পুতেক জুন্‌লুঙ্গ দেশৰ ৰজা খুন্‌খকৃফাৰ বঙ্গহৰ ত্যাও-তাই-পং নামে কোঁৱৰক আনি তাত ৰজা পাতিলেহি। এওঁ ১৫ বছৰ ৰাজ্য ভোগ কৰি স্বৰ্গী হোৱাৰ পিছত ত্যাওতাইলুলুৱে ১৯ বছৰ আৰু ত্যাওতাইমুনে ১৫ বছৰ ৰাজত্ব কৰে। ত্যাওতাই-মুনৰ দুই পুতেক। তেওঁৰ মৃত্যুৰ পাছত, প্ৰথম পুতেক ত্যাওতাংজাও ৰজা হ'ল আৰু ৭ বছৰ ৰাজ্য ভোগ কৰি অপুত্ৰক হৈ স্বৰ্গী হ'ল। পাছত তেওঁৰে ভায়েক ত্যাওতাইপা ৰজা হ'ল, ভোগ ৯ বছৰ। এওঁৰ পুতেক তিনিজনা, ত্যাওচেন্‌ঙ্গা, ত্যাওলুচু আৰু ত্যাওঙ্গাচু। প্ৰথমতে ত্যাওচেন্‌ঙ্গা ৰজা হৈ ১১ বছৰ ৰাজ্য ভোগ কৰি অপুত্ৰক হৈ স্বৰ্গী হ'ল। পাছত ত্যাওলুচু ৰজা হ'ল, তেওঁৰ ভোগ ১৪ বছৰ। তেওঁ অপুত্ৰক। শেহত ত্যাওঙ্গাচু ৰজা হৈ ৮ বছৰ কাল ৰাজ্যশাসন কৰি স্বৰ্গী হ'ল। ত্যাওঙ্গাচুৰ পাছত তেওঁৰ বংশৰে ত্যাওখুনমেনে ১৮ বছৰ, ত্যাওখুন্‌কুমে ৮ বছৰ, ত্যাওতাইপুমে ১৭ বছৰ আৰু ত্যাওতাইলুঙ্গে ১৫ বছৰ ৰাজত্ব কৰে। ত্যাওতাইলুঙ্গৰ কোঁৱৰ দুটিৰ নাম পমেউপুঙ্গ আৰু খুত্যাংখাং। ত্যাওতাইলুঙ্গৰ মৃত্যুৰ পাছত পমেউপুঙ্গ তাতে ৰজা হ'ল; তাত ৭ বছৰ ৰাজ্যভোগ কৰি আঁৱৰিয়া ৰোগত অপুত্ৰক হৈ স্বৰ্গী হ'ল। ভায়েক খুত্যাংখাং 'মুংমিত্‌কুপ্‌-কিংনাও' দেশত ৰজা হ'লহি। এই দেশক আহোম মতে 'মুংমিত-কুপ্‌-ক্লিং' বুলিও কয়। পাছে পমেউপুঙ্গ অপুত্ৰক হৈ মৰাত, মন্ত্ৰীবিলাকে পুনৰ সমালোচনা কৰি মুংখমুংজাও দেশৰ খুঙ্কুৰজাৰ বঙ্গহৰ ত্যাও-আইম্‌-খেম্‌-নেঙ্গ কোঁৱৰক আনি তাত ৰজা পাতি ল'লেহি। তেওঁৰ তাতে ১০ বছৰ ৰাজ্যভোগ কৰি পুতেক চুখান্‌ফাৰ হাতত ৰাজ্যভাৰ দি স্বৰ্গী হ'ল। কতোকাল ৰাজ্যভোগ কৰি চুখানফাও অপুত্ৰক হৈ মৰিল।

**নগাবন্দী মেচ্ছা মুংবিমুংৰামত ৰজা হয়**

খুত্যাংখাক মুংমিত্‌কুপ-ক্লিং দেশত ৰজা হ'বলৈ আহোঁতে চোমদেওকো লগত লৈ আহিছিলে। তেওঁৰ তিনি গৰাকী কুঁৱৰী। বৰ কুঁৱৰীৰ দুটি কোঁৱৰ, চুজাত্‌ফা আৰু চুখাম্‌ফা। চুজাত্‌ফাক তাইপ্‌ আৰু তাইপং নামে দুখনি সৰু দেশ দি, চুখাম্‌ফাক নিজৰ ৰাজ্যতে (অৰ্থাৎ মুংমিত কুপ্‌ ক্লিংতে) ৰজা পাতি, মুংবিমুংৰামত চুখান্‌ফাৰ মৃত্যু হোৱাত, তেওঁ নিজে পুনৰ মুংবিমুংৰামত ৰজা হ'লগৈ। তাতে কতো কাল ৰাজ্য ভোগ কৰি তেওঁ স্বৰ্গী হ'ল। তেওঁৰ মৃত্যুৰ সময়ত, তেওঁৰ মাজু কুঁৱৰী আৰু সৰু কুঁৱৰী দুয়ো গৰাকী গৰ্ভৱতী আছিল। এই দুয়োজনা নৰা ৰজাৰ ভনীয়েক হয়,

নাম আছিল 'ন্যাঙ্গ' আৰু 'চ্যাঙ্গ'। খুত্যাংখাঙ্গ মৰিলত, কুঁৱৰী দুগৰাকী ককায়েকৰ লগলৈ গুচি গ'ল। যাওঁতে তেওঁলোকে চোমদেওকো চুৰি কৈ লৈ গ'ল। কালক্ৰমে

**চুকাফাৰ জন্ম**

নৰাৰজাৰ দেশত ন্যাঙ্গ কুঁৱৰীৰ গৰ্ভত চুকাফা আৰু চ্যাঙ্গ কুঁৱৰীৰ গৰ্ভত চুপ্ৰানফাৰ জন্ম হ'ল! চুকাফা বৰ, চুপ্ৰানফা সৰু। বৰটিক (চুকাফাক) আনায়েকে (বুঢ়ীমাকে) তুলিলে, সৰুটিক (চুপ্ৰানফাক) নৰাৰজা চুপ্ৰাংফাই তুলিলে। নৰাৰজা অপুত্ৰক আছিল। উপযুক্ত বয়স হ'লত চুপ্ৰানফাক নৰাৰজাই তেওঁৰ ৰাজ্যতে ৰজা পাতিলে আৰু চুকাফাক যুৱৰাজৰ বাব দিলে। এনেতে নৰাৰজা চুপ্ৰাংফাৰো মৃত্যু হ'ল।

চুকাফা সৰুৰেপৰা বৰ আত্মাভিমানী কোঁৱৰ আছিল। ভায়েকৰ তলে যুৱৰাজ হৈ থাকিবলৈ পাই তেওঁ মনতে বৰ দুখ পাইছিল। আনায়েকে চুকাফাৰ ভাব বুজিব পাৰি, এদিন গোপনে চুপ্ৰান্‌ফাত ক'লে বোলে, একে চোঙ্গতে দুটা বাঘ নাথাকে; একে শালতে দুটা মত্তীদাৰ হাতী নাথাকে; একে পাটত দুটা ৰজা নাথাকে। এতেকে তুমি ইয়াত ৰজা হৈ থাকা। চুকাফাক নামনি দেশলৈ পঠোৱা। এনে বুলি আনায়েকে চুকাফাৰ কথা চুপ্ৰান্‌ফাত ক'লে। চুপ্ৰানফাই বোলে—বাৰু য'ক, মোক বছৰি চই

**চুকাফাৰ সৌমাৰ যাত্ৰা**

ধন দি থাকিবি। এনে বুলি চুপ্ৰান্‌ফাই চুকাফাৰ লগত তিনিশ তিনি কুৰি মানুহ, ৰাজ-অলঙ্কাৰ, কাঁৰ-ধেনু, ফৰ-যাঠি, দন্তাল হাতী এটি, মাখুন্দী এজনী, মাউত, ফম্‌কিন্ (ফম্‌পিম্), ঘোঁৰা তিনিশ, এইখিনি দি, আৰু গোঁহাইবোৰৰ পো-ভাই টাইপুং, চেঙ্গ, তন্‌খাম্‌পুং, পুন্‌তন্‌খাম্, চেঙ্গমুং এই পাঁচে সহিতে গোঁহাইবোৰৰ পো-ভাই আৰু কতোখিনি লগত দি চুকাফাক নামনি দেশলৈ পঠাই দিলে; আহিবৰ সময়ত চুকাফাক আনায়েকে চুপ্ৰান্‌ফাত আঁৰকৈ দিলে, এক ৰাজ অলঙ্কাৰ আৰু চোমদেও। তাৰ মহিমা ৰাজসম্পত্তি সুগুছে,. শত্ৰুৱে জিনিব নোৱাৰে। আৰু দিলে দুখনি হেঙ্গদান্; তাৰ প্ৰভাৱ এখনি টোক্ টোকালে মাছ, পহু, চৰাই মাৰিব পাৰি, আৰু ইখন যি দেশলৈ দাঙে, সেই দেশৰ লোক বশৱৰ্ত্তী হয়। ভাত ৰন্ধা তামৰ টেকেলি দিলে ৩৬০টা, একোটাত তিনিকঠাকৈ তিনটাৰ জোখাই ভাত সিজে। মুঠতে মানুহ হ'ল ১০৮০টা। পাছে চুকাফাই এইসকল লৈ সকলোকে মাতি বুলি নামনি দেশলৈ বুলি ওলাই আহিল। চুপ্ৰান্‌ফায়ো চাৰিদণ্ডৰ বাটত আগ বঢ়াই থৈ বোলে, ভাই! মোক বাপাহৰিবি। তই আৰু যা। এই বুলি চুপ্ৰান্‌ফা উলটি গ'ল।

এই সম্বন্ধে (অৰ্থাৎ নৰাৰপৰা চুকাফাৰ নামনি দেশলৈ অহা কথা) কোনো কোনো বুৰঞ্জীত অন্য প্ৰকাৰেও কয়। কোনোৱে কয় যে মুংমিং কুপ্‌ক্লিং দেশত ৭ বছৰ ৰাজত্ব কৰাৰ পাছত খুত্যাংমাং ৰজাই চুজত্‌ফা নামৰ পুতেকক তাইপ দেশৰ আৰু চুখাম্‌ফাক তাইপং দেশৰ ৰজা পাতি পঠালে। চুকাফা তেওঁৰ (অৰ্থাৎ খুত্যাংখাঙ্গৰ) নিচেই

মুমলীয়া কোঁৱৰ। চুকাফাক মুংমিংকুপ্‌ক্লিং দেশতে ৰজা পাতি তেওঁ স্বৰ্গী হ'ল। পাছে চুকাফাই তাত ১৮ বছৰ ৰাজত্ব কৰোঁতে নৰা ৰজা চুগ্ৰানফাৰ লগত জুন্‌লুঙ্গ দেশৰ ৰজাৰ এখন ৰণ হয় আৰু সেই ৰণলৈকে চুগ্ৰানফাই চুকাফাক মাতি পঠালে, পাছে চুকাফা ৰণলৈ নগ'ল। সেই কাৰণে চুকাফাৰে চুগ্ৰান্‌ফাৰে বিৰোধ হয়, আৰু চুগ্ৰান্‌ফাই চুকাফাক ধৰিবলৈ মন্ত্ৰণা কৰে। এই কথা বুজ পাই, চুকাফা মুংকং দেশলৈ গৈ, সেই দেশৰে ৰজাৰ লগত কথাবাৰ্তা হৈ, চোমদেওক হাত কৰি লৈ সৌমাৰ দেশলৈ গুচি আহিল।

**চুকাফাৰ জন্ম আৰু সৌমাৰৰ ফালে অহাৰ কথা**

( অন্য প্ৰকাৰ )

কোনো বুৰঞ্জীয়ে আকৌ এইদৰেও কয় যে, পূৰ্ব্বে মুংৰিমুংৰামত ৰজা হ'বলৈ নাপাই খুন্‌লুঙ্গ স্বৰ্গলৈ পলাই যাওঁতে, তেওঁৰ ঘৰিণীয়েক গৰ্ভৰে ইয়াতে থাকি গ'ল। পাছে তেওঁৰে ল'ৰা এটি জন্মিল। সেই ল'ৰাই ডাঙৰ হৈ হাতীৰ ঘাঁহ কাটি জীৱিকা কৰিছিল।

খুন্‌লাই-মুংৰিমুংৰামত ৰজা হৈ ১০০ বছৰ ৰাজ্যভোগ কৰিলে। তেওঁৰ পুত্ৰ নাছিল। পাছে পাত্ৰমন্ত্ৰীৰে সমালোচনা কৰি বোলে, মোৰ যে পুত্ৰ নাই, ককাইৰ ঘৈণীয়েকৰ গৰ্ভ আছিল, ক'লৈ গ'ল, বিচাৰ কৰি চাব লাগে। এই বুলি বিচাৰ লগালে। পাছে এটাই বোলে, হাতীলৈ ঘাঁহ আনোতে, তাৰে এটা মানুহৰ কাণত ভাৰ নালাগে, দেখনিয়াৰতো সুন্দৰ দেখি। এই বুলি ক'লত, তাক বিচাৰি আনি বোলে, তোৰ মাৰ-বাপেৰ কোন? পাছে সি মাকৰ কথা ক'লত, মাককো বিচাৰি আনি, তাকো ভ্ৰাতৃ-পুত্ৰ হেন মানি পুত্ৰৰতে ৰাখিলে। পাছে খুন্‌লাইৰ মৃত্যু হ'লত সেয়ে ৰজা হ'ল। তেওঁৰ ১০০ পুত্ৰ জন্মিল। পাছে অনেক দিন ৰাজ্য ভোগ কৰি ১০ পুত্ৰক ৰাজ্য বিভাগ কৰি দি বৰ পুতেকক মধ্যত ৰজা পাতি দি তেওঁ স্বৰ্গী হ'ল। তেওঁৰপৰা তিনি পুৰুষৰ পাছত ত্যাওচাংনেও নামে এক ৰজা হৈ বোলে, ই দেৱতাৰ ৰাজ্য। প্ৰজা বৃদ্ধি নহ'বৰ দেখি তেওঁ উত্তৰ-পশ্চিম মুংখমুংজাও ৰাজ্যলৈ গ'ল। শত্ৰুৰ প্ৰভাৱত ৰ'ব নোৱাৰি, তাৰপৰা মৰাণ ৰাজ্যলৈ গ'ল। তাৰোপৰা মৰাণে খেদিলে। পাছে নৰা দেশলৈ আহিল। নৰা ৰজাৰ পুত্ৰ নথকাত, তেওঁক পুত্ৰৰতে ৰাখি জীয়েকক বিয়া দিলে। তেওঁৰ গৰ্ভতে চুকাফা জন্মিল। ইয়াৰ এবছৰৰ পাছত নৰাৰজাৰ এক পুত্ৰ জন্মিল। তাৰ নাম থলে চুগ্ৰান্‌ফা।

কালক্ৰমে চুকাফাৰ পিতৃ-মাতৃ দুয়ো মৰিলত বুঢ়ীমাকে তুলিলে। ডাঙৰ হ'লত চুকাফাক এদিন বুঢ়ীমাকে এই বুলি ক'লে বোলে, বোপাই! নৰাৰজাই আপোনাৰ পুতেকক ৰজা নাপাতি তোক ৰজা পাতিব নে কি? ইয়াতে বা আকৌ কোনে তোক মাৰে বা কাটে? এতেকে তই নামনি দেশলৈ গুচি যা। এই বুলি চোমদেওক ভাতৰ টোপোলাৰ সান্ধিত দি, লগত এক দস্তাল, এক মাখুন্দী হাতী আৰু তাৰে মাউত

ক্ষমকিনক দিলে। আৰু দিলে ঘোঁৰা ২টা, ফৰ ৭খন, বৰ্চা ৫ গছ আৰু পূৰ্বে বাপেকৰ লগতে অহা গোঁহাইবোৰৰ পো-ভাই, আৰু নৰাৰজাৰ অনুৱৰ্ত্তী কিছু ভাল মানুহকো লগত দি গোপনে চুকাফাক নামনি দেশলৈ নমাই পঠালে।

চুকাফাৰ জন্ম আৰু সৌমাৰ যাত্ৰা সম্বন্ধে ওপৰত দিয়া কথাৰ যিটোৰেই সঁচা হওক লাগে, নৰাদেশৰপৰা যে চুকাফা সৌমাৰলৈ মুখ কৰি নামি আহে, ই কথা সঁচা, তাত কোনো সন্দেহ নাই। জ্ঞাতিবৰ্গ সহিতে চুকাফা নামি আহিল। তেওঁৰ আগে-পাছে মানুহ। নৰাৰজাত পলাই আহি লগ ল'লেহি সাত শ একুৰি মানুহে। একে বংশৰে দুশ ডেৰ কুৰি, আনবোৰ বেলেগ ফৈদৰ। এইখনি সহিতে চুকাফা দশ-দিনৰ বাট আহিল, তাৰেপৰা দুই-এক মানুহ পলাবলৈ ধৰিলে। এনেতে দৈবাৎ নৰাদেশত নৰাৰজাৰ তাত চোমদেওৰ পূজা হ'ল। পাছে পূজাৰ সময়ত চোমদেওক চালে, দেখা নাপাই চুকাফাই আনিছে হেন জানি ওলোটাই নিবলৈ নৰাৰজাই মানুহ পঠালে। সেই মানুহে খেদি আহি বনকলা, কেতুৰি, বাটত কটা দেখিলে, একো বেগতকৈ কেওঁ বাঢ়িছে। অধিক দিন হ'ল, নাপাওঁ হেন জানি খৰ খেদাকৈ আহিল। পাছে চুকাফা আৰু তেওঁৰ লগৰ মানুহক ৰিণিকি-ৰিণিকি দেখিলেহি; জন্মলনিত আহিব নোৱাৰি সেই নৰাখিনি উলটি গ'ল। যি ঠাইৰপৰা উলটি গ'ল, সেই ঠাইকে 'নৰাওলটা' বোলে। পাছে লগৰ লোকজনে সহিতে চুকাফা চোমদেওক লৈ নামনি দেশৰফালে খোজ ল'লে।

# চুকাফা

১১৫০ শকৰ আঘোণ মাহৰ ১৫ দিন যাওঁতে লগৰ মানুহবোৰে সহিতে চুকাফা আহি লুঙ্গ পালেহি। হিন্দুমতে তাক 'চম্পা সৰোবৰ' আৰু কোনে কোনে 'প্ৰবৰজয়ন্তা'ও বোলে। তাত পাছে খামটি পালেহি। তাত তিনি বছৰ থাকি খামজাঙ্গ পালেহি। তাত থাকিল চাৰি বছৰ। তাতে বিন্তৰ গাঁও মাৰিলে। বিন্তৰ বৰায়ো ল'লে। যুঁজাৰুবোৰক পছ মাৰি খুৱালে। লগত অহা বৰগোঁহাইৰ ডেকা কাংখংমুঙ্গক তাতে গাঁও খোৰা পাতি সেই গাঁৱৰ উৎপন্ন দ্ৰব্যবে চই সোণাই থাকিবলৈ আজ্ঞা দি পাটকাই পৰ্ব্বত পালেহি। তাতে মানুহ লেখি চালে, মৰিল তিনি কুৰি, সাত জাতৰ মানুহ হৰাল। পাছে চুকাফাই বোলে, যি মৰে, যি থাকে, বাটে-পথে যি কথা হয়, লিখি থ'ব। খামজাঙ্গৰ নাম থলে 'প্ৰংমুং'। আহোঁতে বাটত ক'তো দহ, ক'তো বাৰ, ক'তো তিনি, ক'তো দুই, ক'তো এক এইক্ৰমে মানুহ লগ পাই, তাকো হাত কৰি মোৰাই লৈ আহিল। সেই মানুহ কতো চুটীয়া, কতো মৰাণ, কতো বৰাহী। এই মানুহ বিন্তৰ হ'ল।

তাৰপৰা আহি কছাৰী এমথা পালেহি। তাতে সুধিলে বোলে, তইঁত ক'ৰ মানুহ? কছাৰীইঁতে বোলে, আমাৰ বোপাই কৈ গৈছে, আমাৰ ৰজা পূৰ্বত মহঙ্গৰপৰা আহোঁতে চল দেখি ইয়াতে ৰ'ল। ৰজাৰ ঘৰ নাই, আমি ক'লৈ যাম? এই বুলি ইয়াতে থাকিলোঁ। পাছে আমাৰ মানুহে বোলে, তোৰ ৰজা মহঙ্গৰপৰা কিয় আহিল? আছে ক'ত? কছাৰীবোৰে বোলে, নগাই বোলে, মোৰ মহঙ্গ, আমাৰ কছাৰীয়ে বোলে, মোৰ মহঙ্গ, এই বুলি বাদ লাগিল। নগাই বোলে, একে ধাঁয়ে যি শিল চিঙ্গিব, ম'হৰ শিং যি চিঙ্গিব, যি একে বলে সোকা টানি উলিয়াব, তাৰে ৰাজ্য। যদি দুয়ো পাৰোঁ দুইৰো ৰাজ্য, দুয়ো বাটি খাম। এই বুলি আনদিনা নগাই ম'হৰ শিং আৰু শিলকো ধাঁয়ে চিঙ্গিলে, সোকাকো একবালে, টানি উলিয়ালে, পাছে আমাৰ কছাৰীৰ ৰজাকো খেদিলে। আমাৰ ৰজায়ো কথা ৰাখি, দিখৌ কুলত ৰ'লহি। এতিয়া সেই ৰজা নাই—এতিয়া নাতিয়েকহে ৰজা হৈ আছে। পাছে আমাৰ মানুহে বোলে, শিলত কিহবাৰে আঁৰ কৰিছিল নে। কছাৰীবোৰে বোলে, কৌপাতেৰে বান্ধি আনিছিলে। আমাৰ মানুহে বোলে, বুজিলোঁ, নগাই তইঁতৰ ৰজাক ছলনাহে কৰিলে, নগাই বুদ্ধিকৈ মহৰ শিং ওৰে ৰাতি তপত পানীত সিজাই আনিলে, সোকাবো জোৰা সোলোকাই

থৈছিলে। এনেদৰেহে নগাই তইঁতৰ ৰজাক ঠগিলে। বাৰু, তইঁত আমাৰ লগত আহইঁক, আমিও নগাক খেদিম। এইবুলি কছাৰীমখাকো লগত ল'লে আৰু তাৰেপৰা নগা মাৰিবলৈ গ'ল। আমাৰ মানুহ গ'লত ভয় পাই ৰংখুং, খান্‌লহাং, তিজাং, বিলাও, লাতেমা, পাহুক, তাৰুক—এই সাতখন গাঁও আহি আপুনি বৰিলেহি। পাছে সেই

**নগা গাঁও আক্ৰমণ**

নগাৰ হতুৱাই তপলু, তপলি, ডঙ্গতিন্, জোখাম্, এই চাৰিখন গাঁও মৰালে। যিবোৰে বৰ কথা মাতিছিল, সিইঁতক ককায়েক বাপেকৰ মঙহ কাটি খুৱালে। পাছে নগাৰ চাঙ্গে সহিতে গৰকি, তিনি নামৰূপ পালেহি। নামৰূপত ছবছৰ থাকি নগৰ কৰি তাৰপৰা আহি তিপামত ৰ'লহি। তিপামত নগৰ কৰি দহ বছৰ থাকি উত্তৰে-দক্ষিণে ফুৰি ৰাজ্য চায়,—এই ৰূপে ফুৰে। যাৰ যেনে ভাব, সেইমতে নাম থয়; কাৰ্য্য বুজি নাম সলায়ো; ক'তো একেটাৰে দুটা-তিনিটা নামো থয়। এইৰূপে দুখ-ভাগৰ পাহৰাই আনন্দ কৰি ফুৰে। যাকে যাকে বাটত লগ পালে, সিইঁতৰো আপাহ পাই আপাহৰ অনুসৰি তাইঁতৰো নাম থ'লে। যি চুটীয়া, বৰাহী, কছাৰী, মৰাণ মানুহ পাই লগত ল'লে, সিইঁতৰো কাৰ্য্য বুজি সেই অনুসৰি নাম থৈ গ'ল। নামি অহা সকলতকৈ হৰা পোৱা মানুহৰ হে আপাহ সৰহ পায়। সেইবেলা মানুহবোৰ মিহলি হ'ল। পূৰ্বে আহোঁতে আমাৰ মানুহৰ তিৰোতা অহা নাই, এখেতহে হৰা পোৱা মানুহৰ জীয়াৰীবোৰহে তিৰোতা হ'ল।

তাৰপৰা আহি চুকাফাই দিহিঙ্গত নগৰ কৰি দহ বছৰ থাকিলহি। তাৰপৰা গৈ উত্তৰ কুলত তিনি বছৰ, তাৰপৰা চেপনত নগৰ কৰি এবছৰ থাকিল। তাৰপৰা দিহিঙ্গে ভটিয়াই, দিখৌৰে উজাই, দিলিহীৰ মুখ পাই, তাতে নগৰ কৰি, মানুহৰ ঘৰ-বাৰী আছে নে নাই চাব দিলে। পাছে হাবিত মানুহ এটা পাই, মাতি আনি তাক সুধিলে বোলে, ইয়াত মানুহ-দুনুহ আছে নে নাই। সি বোলে, দক্ষিণে কছাৰী, উত্তৰে বৰাহী-মৰাণ আছে। পাছে তাক লগত লৈ, দিখৌৰে উজাই চাৰিং পাই, বিস্তৰ পানী খোৱা ঘাট দেখিলে। তাৰপৰা আহি শিমলুগুৰিত নগৰ কৰি ৰ'লহি। পাছে তাৰপৰা মানুহ পঠিয়াই কিবাকিবি বেহাবৰ ছলে বৰাহীক চাব দিলে। পাছে সেই মানুহে আহি চুকাফা ৰজাক ক'লেহি বোলে, মৰাণ বৰাহী চাৰি হেজাৰমান হ'ব, শিল-পানীৰ চাৰিওকালে ভুৰি আছে। সেই কথা শুনি সবেও আলচি বোলে, দক্ষিণ ফালৰ কছাৰীক পাছেও ধৰোঁ অথন, এতিয়া বৰাহীকে মাৰোঁ। ৰজাদেৱে বোলে, যুঁজ কৰিলে দুইবো মানুহ

**চুকাফাই বৰাহী, মৰাণ আৰু কছাৰীক বৰাই লয়**

মৰিব; তাতে খেতি-বাতিৰ মনে আমাৰ মানুহ থানে থানে থৈ অহা হৈছে। এই বুলি বৰাহীৰ ৰজালৈ মানুহ পঠাই ক'লে বোলে—আমি দেখাদেখি হওঁ আহইঁক। আমি উজনিৰ ৰাজ্যৰপৰা আহিছোঁ; আমাৰে মিত্ৰ হ'ব লাগে। তইঁত হৈছ থানগিৰী;

আমি আলহী, এতেকে আমাক খাবলৈ গাওঁ-ভূঁই দিব লাগে। এইৰূপে আমাৰ মানুহে বৰাহী ৰজাত ক'লেগৈ। বৰাহীৰ ৰজায়ো আদি-অন্ত সুধিলে। আমাৰ মানুহে বোলে, আমাৰ ৰজা স্বৰগদেও ইন্দ্ৰৰ নাতি, এই ৰাজ্যত ৰজা নাই দেখি, স্বৰগদেৱে সোণৰ জখলাৰে নমাই পঠাইছে, তাতেহে ৰাজ্য চাই ফুৰিছে। এই কথা শুনি বৰাহী আৰু মৰাণহঁতে অপূৰ্ব শুনিলে, চাবলৈ ভাৰ-ভেটি লৈ আহিল।

হাতী-ধোঁৱা মানুহ জাক হৈ তাকে চপাই ৰজাদেৱে বৰাহীৰ ৰজাক কথাবাৰ্ত্তা সুধিলে। সি বোলে, মোকে থামিথুমা বোলে, থাকুমথা বুলিও জানে। মই বৰাহীৰে, মৰাণৰে অধিকাৰী, মোৰ লথাই বিলৰ ওচৰত ঘৰ। ৰজাদেৱে বোলে, লথাই বিলনো ক'ত? থামিথুমাই বোলে, নদী পূৰ্ব্বত পৰ্ব্বত ফুটি অহা, কছাৰীয়ে গৰু মঙহ ধুৱৰপৰা নৱয়, সেয়ে লথাই বিল হ'ল। ৰজাদেৱে বোলে, কছাৰীনো ক'ৰপৰা আহিছে? আগেনো ক'ত আছিল ভাল কৰি ক'বি। সি বোলে, নগাই মহঙৰপৰা খেদিলত আমাৰ পাৰত কছাৰীবোৰ বাৰে হেজাৰমান মানুহে লৈতে আহি, পাইমালী কোষত ঘৰ সাজি পুখুৰী খানি লৈ আছিল। এই শিমলুগুৰিতে সিহঁতৰ ভাত খোৱা খুটি। পাছে একদিনা আমাৰ মানুহে কুঁচিয়া খোছা দেখি কছাৰীয়ে বোলে, মাটিৰ তলত তইঁতে কি কৈ খোঁচ? দেখ কি কৈ? আমাৰ মানুহে বোলে, মাটিৰ তলত হুঁছিয়াকে খুছোঁ। ভাতৰ দেখিলি, তোৰ পেটৰ নাড়ীকো দেখিছোঁ, তাকো খুছিব পাৰোঁ। এই কথা শুনি কছাৰী ডৰিল। সেইবেলা বান্‌কেৰ্ চৰায়ে 'তোক্ তোক্' বুলি মাতিছিলে, তাকে শুনি কছাৰীয়ে বোলে, দেও-জন্তুৱেও যে কৈছে সঁচাকৈ আমাক মাৰিব। এই কথা শুনি সিহঁতে সিহঁতৰ ৰজাত ক'লেগৈ, ৰজায়ো ভয় পাই দিখৌ কূলত ৰ'লগৈ। ৰজাদেৱে বোলে, সিবোৰত আমাৰ কথা ক'গৈ; আমাৰে আহি মিলিব লাগে। সেই কথা গৈ কছাৰীৰ ৰজাত কলত, কছাৰীৰ ৰজা ভাৰ-ভেটি লৈ আহি আমাৰ ৰজাত ববিলহি।

পাছে ৰজাদেৱে থামিথুমাক বোলে, আমি ক'ত থাকিবলৈ ভাল? থামিথুমাই বোলে, আমাৰ য'তে দেওৰ আছে, তাতে থাকিবলৈ ভাল। আমাৰ মানুহক পাছে ঠাই চাবলৈ পঠালে, আৰু থামিথুমাক খুৱাই-বুৱাই বোলে, আমাৰ এখেলৈ অহা যোৱাকৈ থাকিবি। আমাৰ মানুহেও ঠাই চাই ভাল বুলি ক'লেহি। পাছে 'ৰ ভাত' খাই 'নাকুৰি-দেও'ৰ ওচৰৰ সৰু পৰ্ব্বতখনিতে ( চৰাইদেওতে ) নগৰ কৰি থাকিল। আত পাছে বৰাহীবোৰে আলচি শাক-পাত ধৰি যোগান দিবলৈ ধৰিলে আৰু বোলে,

**অসম, অহম ( আহোম )**

ই সকল আমাৰ সমহ নহয়, দেও মানুহ যি বুলি কয়, সেয়ে হয়। ই সকল 'অসম', আৰু ই সকলৰ 'সম' নহয়, এই বুলি অহা-যোৱাকৈ থাকে। তাৰপৰাহে 'অসম' পাছলৈ 'অহম' আৰু ( আজি-কালি 'আহোম' ) নাম হ'ল। আৰু অহম সকলে দেশকো 'মুং-দুন-ছুন-খাম্'

( মুং=দেশ ; ডুন্‌=পূৰ্ণ ; চুন্‌=বাগিচা ; খাম্‌=সোণ ) অৰ্থাৎ মূল্যবান সুন্দৰ বাগিচাৰে পৰিপূৰ্ণ দেশ বুলিলে।

অহম্‌ বা আহোমৰ দেশ বুলি পাছলৈ এই দেশক 'অসম' বা 'আসাম' বুলিবলৈ ধৰিলে। পূৰ্বত এই দেশৰ নাম 'কামৰূপ' আছিল। 'যোগিনীতন্ত্ৰ'ত কৈছে :—

"কৰতোয়ে সমাসাদ্যা যাবদ্দীক্ষৰবাসিনী।
কামৰূপ ইতিখ্যাতঃ গায়ন্তি গিৰী নন্দিনী॥"

অৰ্থাৎ কৰতোৱাৰপৰা আৰম্ভ কৰি দিক্কৰবাসিনী পৰ্য্যন্ত, ইয়াৰ মাজ ঠাইখনিকে 'কামৰূপ' বোলে। এই দেশকনো কিয় কামৰূপ বোলে, সেই বিষয়ে, সেই যোগিনী-তন্ত্ৰ'তে এইদৰে কৈছে :

"কৃতে কৰ্মণি সিধ্যেত কামনা তু সুৰেশ্বৰি।
ততো মৰ্ত্যঃ কামৰূপমিতি ৰূপমকল্পয়ৎ॥"

অৰ্থাৎ হে সুৰেশ্বৰি! মানৱসকলে এই পীঠত যেই কোনো কামনা কৰি জপ আৰু পূজা কৰিলে অতি শীঘ্ৰে সিদ্ধ হয় বুলি মানুহে এই দেশক 'কামৰূপ' বুলি কয়।

পাছে ৰজাদেৱে বৰাহী, মৰাণৰ কুঁৱৰী চাৰিজনী আনিলে। মৰাণৰ জীয়ৰীক চাংমাইশালত ৰান্ধিবলৈ দিলে। সেইবোৰ কুঁৱৰীয়ে খৰি-পাত যোগান দিয়া মানুহক কৰ্‌কৰা ভাত খুৱায়, পাছে আপোনাৰ ঘৰলৈ পঠাই দিয়ে ; আৰু কোনে কি কয়, তাক শুনিবলৈ ৰজাদেৱে গোপ্য কৰি মানুহ দিলে। মৰাণে একো নকয়, বৰাহীয়ে বোলে, ৰান্ধিব-বাঢ়িব নেজানে, ভাল বস্তুকো বেয়া কৰে, এই বুলি গ'ল। আকে শুনি আমাৰ মানুহে ৰজাত ক'লে। পাছে একদিনা মহাৰাজা বৰাহীৰ কুঁৱৰীক ভাত সিজাব দিলে। ভাত খাই ৰজাদেৱে ভাল পালে। পাছে মহাৰাজা বোলে, তই কেতেক ভাত ৰান্ধিবি বাঢ়িবি, তোৰ পো-ভাই এটা ভাত ৰান্ধিবলৈ দে। আই কুঁৱৰীয়ে বোলে, তেনে মোৰ বন্দহক চাংমাই ল'ব লাগিব। পাছে ৰজাদেৱে বৰাহীৰ চাংমাই ল'লে। খৰি-পাত যোগান দিয়াবোৰক কাঠকটীয়া চাংমাই বুলিলে, আৰু ভাত ৰন্ধাবোৰক ৰান্ধনী চাংমাই নাম দিলে। সিহঁতৰে আনি কতোক 'জৰাধৰা', কতোক 'কুকুৰাচোৱা' বনুৱা কৰি ল'লে। মৰাণৰ ৰজা বদৌছা, তাৰেও মহাৰাজা মিত্ৰ কৰিলে, আৰু কতো মৰাণ আনি, সিহঁতকো খৰিভাৰী, বাৰীচোৱা এনেকৈ পাতি ল'লে।

মৰাণৰ মানুহে খৰিপাত যোগান দিছিল। পাছে খৰিপাত যোগান দিবলৈ যি মানুহ আহে, মৰাণবোৰে ৰজাদেৱৰ আগত দা পাৰি বহে। ৰজাদেৱৰ গা-চোৱা লিগিৰা মানুহে বোলে, তইঁত খৰিপাত দি, বাজে বাজে যাবি, ৰজাদেৱৰ আগত নবহিবি। মৰাণেও সেই কথাকে লৈ, সেই দিনাৰধি বহিবলৈ এৰিলে, নবহে। আৰু বৰাহীবোৰৰ চুৰীয়াৰ পোন্ধ ৰঙা, ক'লা, ধবলা, এনে বৰণৰ, নেজ মাটি লুটি যায়। পাছে আমাৰ মানুহে বোলে, তইঁতে এনেকৈ চুৰিয়া নিপিন্ধিবি। পিন্ধিব দেখিলে

বজাদেৱে নেজ কাটিব। এনেকৈ ভয় দেখুৱাই সিহঁতবো নেজ গুছালে, নগাকো বৰালে, বৰাহীকো কিছু কিছু বন লগালে। একদিনা পাকৃটুনত (ধোঁৱাশালত) খীন গুচাই বজাৰ এক পখৰা ধোঁৱা মেলি লৈ, মৰাণবে বৰাহীবে দেওধৰত আমাৰ বজাৰ নামে বলি দি যাই 'দেও'কো পোনালে। এইৰূপে বজাদেৱে ৰাজ্য মোবাই ল'লে।

পূৰ্ব্বে বজাদেওৰ লগতে অহা (নবাবপৰা) টংচুংচফু, আক মুলাটুবান এই দুখৰ আহোম মানুহ। ইহঁতকে বজাদেৱে হাতীখাঁহী পাতিলে। খংখিয়া নামে এক আহোম বজাদেবৰ গা-চোৰা লিগিৰা আছিল। আশয় বুজি বজাদেৱে ভাল দেখি তাক বেথা কৰিছিল। ইয়াৰে সাত পুতেক হ'ল—বৰপানী, সৰুপানী, ফিচি, নিম্‌কোচ্, মন্‌খাম্, মজিম আক বল্‌কে-বলক্। বৰপানীয়ে বজাদেৱক কাঠফুলা যোগাইছিল। সৰুপানীয়ে বজাই খাবলৈ চৰাই চাইছিল। পাছে বজাদেৱে সিহঁতকে দুৱৰা বুলিলে।

আক পূৰ্বে লগত অহা টাইপুৰুক 'থাওমুংক্লিংলুংমাংবায়' নাম দি বুঢ়া-গোঁহাই পাতিলে। চেহ্‌ৰুক 'থাওমুংকানজ' নাম দি বৰগোঁহাই পাতিলে। সৌমাৰ দেশলৈ অহা এই জনাই প্ৰথম আহোম বজা। এওঁৰ দুজনা কোঁৱৰ, এক জীয়েক। জীয়েকক আবা বা মান্ দেশৰ বজা খুন্তাৰ বংশৰ কোঁৱৰ খুন্‌ক্যোওতলৈ বিয়া দিলে। পাছে ১১৯০ শকত বজাদেও 'স্বৰ্গী হ'ল, ভোগ ৪০ বছৰ ৪ মাহ ১৫ দিন *।

থাওমুংক্লিংলুংমাংবায়
বুঢ়াগোহাঁই
থাওমুংকানজ
বৰগোহাঁই

বজাদেবৰ মৃত্যু হ'লত তেওঁৰ লগতে পূৰ্ব্বে অহা মাউত ফমুকিন্, আক বৰাহীৰ কান্দুৰবড়া এই দুইকো 'কাইচিপ্' কৰি মৈদামত দিওঁতে, বজাদেওৰ ঠেঙতে চেপি দিলে।

* ৪১ বছৰ ৪ মাহ ১৫ দিন।

# চুতেউফা

চুকাফা ৰজা স্বৰ্গী হ'লত তেওঁৰে ৰবজনা কোঁৱৰ ১১৯০ শকত ৰজা হ'ল। এওঁৰ নাম চুতেউফা। এওঁ নৰা ৰজা চুপ্ৰান্‌ফ্ৰাৰ ঠাইকো মানুহ পঠালে, বা-বাতৰিও জনাই পঠালে। চুপ্ৰান্‌ফ্ৰায়ো বা-বাতৰি সুধি আপোন বজহৰ ৰজা হেন জানি সোণৰ-ৰূপৰ টুপি আৰু কাৰ্ফাই যেন্নু চুখন দি পঠালে।

তাত পাছে ৰজাদেৱে মানুহ পঠাই কছাৰীৰ ৰজালৈ এই বুলি কোৱালে বোলে, এইখান মোৰ ৰাজ্য, ইয়াৰপৰা সিহঁত আঁতৰি যক। মোৰ মাটিত সিহঁতে কেনেকৈ ঘৰ সাজে, আৰু তাত কেনেকৈ পুখুৰী খানে? যদি থাকে, সিহঁতে খুত দিব। এই কথা শুনি কছাৰীয়ে বোলে, ই অতি বৰ অদ্ভুত কথা। আমি আজিলৈকে ইয়াতে তিনিপুৰুষ আছোঁ, তেওঁ যে আমি ইয়াৰ অধিকাৰ নহ'লোঁ ইয়াৰ প্ৰমাণ কি? আমাৰ

**কছাৰীক চাবিজলৈ খেদায়**

মানুহে বোলে, ৰাতি নৌপুৱাওঁতেই যদি ইয়াৰেপৰা খাল খানি, তিনি বেও দ কৰি দিখৌত পেলাব পাৰ, তেহে তহঁতৰ ৰাজ জানো। পাছে কছাৰীয়ে বোলে, আজিয়ে পেলাম, তহঁতে চাই থাক। ৰাতিপুৱালৈ তহঁতৰ ৰাজ, ৰাতিৰ ভিতৰ হ'লে আমাৰ ৰাজ। পাছে এই কথা শুনি আমাৰ এক মানুহে আহি ৰজাদেৱত ক'লেহি। আমাৰ ৰজাদেৱে বোলে, বিস্তৰ কুকুৰা লৈ তহঁত হাবিত লুকাই থাকগৈ। কছাৰীয়ে খাল খানি দিখৌত নৌ-পেলাওঁতেই, তহঁতে কুকুৰাবোৰ উজাৰি দিবি। পাছে কছাৰীবোৰে গধূলিৰেপৰা খাল খানি নৈৰ কোষ পালেহি। হাবিৰ কাৰণে একো নিৰ্ণয় কৰিব নোৱাৰি, কিছু পাক লাগি গ'ল। ডুশ বেও থাকোতে ৰাতি মাজ নিশা হ'ল। আমাৰবোৰে বোলে, কছাৰীয়ে খাল নৈত পেলায়হে, এইবুলি কুকুৰাবোৰ উজাৰি দিলে। জোনাক ৰাতি একো নিৰ্ণয় কৰিব নোৱাৰি, কছাৰীবোৰে ৰাতি পুৱাল বুলি, খানিবলৈ এৰি দিলে। এতেকেহে আমাৰ ৰাজ হ'ল। কছাৰীবোৰো পাছে

**থাওকক বুঢ়াগোহাঁই চাওবিন্ বৰগোহাঁই**

সি ঠাই এৰি চাবিজলৈ গ'ল। কছাৰী গলত নগায়ো জোৱালে। এই ৰজাৰ দিনতে থাওমুংক্লিমাংৰায় বুঢ়াগোঁহাইৰ পুতেক থাওকক বুঢ়াগোঁহাই হ'ল, আৰু থাওমুংকানজৰ পুতেক চাওবিন্ বৰগোঁহাই হ'ল। চুতেউফা ৰজাদেও ১২০৩ শকত স্বৰ্গী হ'ল। এওঁৰ ভোগ ১৩ বছৰ। এওঁৰ চাৰিজনা কোঁৱৰ থাকিল।

# চুবিন্‌ফা

১২০৩ শকত চুবিন্‌ফা ৰজা হ'ল। এওঁ চুতেউফা ৰজাদেওৰ ৰৰজনা কোঁৱৰ। পূৰ্ব্বে চুকাফা ৰজাৰ লগত অহা কিছু কিছু মানুহৰ এওঁ নিয়ম কৰিলে। বাল্‌টাপাৰৰ কোষত চাওপাংৰণ্ডুক বুলি মিৰি মানুহ এঘৰ পালে। চাওপাংৰণ্ডুকৰ পুতেক ত্যাওকাংৰণ্ডুক, তাৰে জীয়েক হিন্দুলী। হিন্দুলীক আনি ৰজাদেৱে ৰৰকুঁৱৰী পাতিলেহি। তাতে কিছুমান ৰবাহী মানুহো আছিল। ৰজাদেৱে সিহঁতকো আনি, ভোগৰ ইন্দ্ৰাই, গোহাঁইবোৰক ভগাই লৰলৈ বুলিলে।

এওঁ পৰ্ব্বতত দেওঘৰ সাজিলে। তাৰে মানুহ ফালি, আৰু ৰবাহীৰ যি 'দেও' পালে, তাকো লগ লগালে; মৰাণৰ যি পালে, তাকো লগত ল'লে। পৰ্ব্বতভো নগৰ কৰিলে। বুঢ়াগোহাঁইক উজনি, ৰৰগোহাঁইক নামনি, দুইকো দুফাল কৰি দি বোলে, তহঁতে মানুহ দুফলীয়াকৈ পালিবি-শাস্তিবি। মোক দুয়ো এদিন এদিন পুহিবি। ইয়াত বাজে হৰাই পোৰা মানুহ দুই-চাৰিকৈ ভাল ভাল মানুহৰ লগত দিলে; দুই-চাৰি নিজেও লগত পালে, এইৰূপে নিয়ম কৰিলে।

**বুঢ়াগোহাঁইক উজনি**
**ৰৰগোহাঁইক নামনি**
**দুফাল কৰি দিয়ে**

ৰজাদেও এদিন পছ মাৰিবলৈ বাওঁতে হাবিৰ মাজতে এখনি সক নৈ পালে। পাছে পাৰ হ'ব নোৱাৰি তাতে ৰ'ল। থাওমুংত্যাও পূৰ্ব্বে নৰা দেশৰপৰা চুকাফা ৰজাৰ লগত অহা গোহাঁইবোৰৰে পো-ভাই, সেয়ে দেখি পাৰত থকা এক দীঘল চাই গছৰ গুৰি কাটি দিলে। পাছে সেয়ে দুয়ো পাৰ জুৰি পৰি, সাঁকোৰ নিচিনা হ'ল। ৰজাদেও তাৰ ওপৰেই পাৰ হুই পছ মাৰিবলৈ গ'ল। পাছে ৰজাদেৱে থাওমুংত্যাওক সন্ধিকাই বুলিলে, হুন্‌-দি-কাই, (হুন্‌—গড়, দি-কাই—পৰা) অৰ্থাৎ গড়পৰা বা সাঁকো দিয়া মানুহ। বুদ্ধি-সন্ধি কৰি পাৰ কৰিলে বুলি, সন্ধিকাই বুলিলে বুলিও কোনোৱে কয়।

থাইমুংকাংৰায়, থাওমুংকা আৰু থাওমুংকাংখুংমুং এই তিনিঘৰ মানুহ পূৰ্ব্বে চুকাফা ৰজাৰ লগতে অহা। ই কেইঘৰৰ সন্তি-সন্ততিক ৰজাদেৱে আনি বুঢ়াগোহাঁই আৰু ৰৰগোহাঁইৰ কৈফদত দিলে। থাওমুংখন্তুং, থাওমুংখন্তাইকেম্‌চুকা আৰু কেৰংখাম এই তিনিঘৰো গোহাঁইবোৰৰ পো-ভাই, পূৰ্ব্বে নৰা দেশৰপৰা চুকাফা ৰজাৰ লগতে অহা। এই তিনি ঘৰকো থাওমুংত্যাওৰ লগতে সন্ধিকাই পাতিলে। তাত পাছে থাইমুং-কাংৰায়, থাওমুংকা আৰু থাওমুংকাংখুংমুং আৰু থাওমুংত্যাও—এই চাৰি ঘৰে সহিতে

লগ কৰি, কেউঘৰকে 'সাতঘৰীয়া আহোম' পাতিলে। ফিমা, কুংমুং, চিঙুৰ এই কেই ঘৰো পূৰ্ব্বে চুকাফা ৰজাদেওৰ লগতে অহা। চুবিন্‌ফা ৰজাদেৱে সিহঁতৰো নিয়ম কৰিলে। মাউত ফম্‌কিন্ আৰু বৰাহীৰ কালুজবড়া ইহঁতৰে বহুত সন্ততি হ'ল। ৰজাদেৱে পাই সিহঁতকে লুখুৰাখন বুলিলে। সিহঁতৰ যি ছোৱালী নিয়ে, সিহঁতেও ল'ৰা হ'লে, লুখুৰাখনকৈ দিব লাগে।

**সাতঘৰীয়া আহোম**

আৰু যদি ছোৱালী হয়, ৰজাঘৰৰ বেটীকৈ দিব লাগে। এই নিৰ্ব্বন্ধ কৰিলে। লুখুৰাখনে ৰজাৰ শব 'কঙ্-ডাঙ্' ঘৰৰ তললৈ নিব লাগে। আৰু ৰজাদেৱে সিহঁতকেহে সভতে সাজ খাবলৈ মাতে। এতেকেহে বহুত মানুহ লুখুৰাখনৰ খেলত সোমাল। লুখুৰাখনো বিস্তৰ হ'ল। গাম এঘৰ, লখাই এঘৰ, মুংপুংবস্তি এঘৰ, হাঠাই ঠাকুৰ এঘৰ, ৰখাম্ এঘৰ, ৰৰকুমাৰ এঘৰ ; এই ছঘৰ মানুহ বৰাহী, পূৰ্ব্বে চুকাফা ৰজা নামি আহোঁতে পৰ্ব্বতত পাই অনা। ৰজাদেৱে ইহঁতৰ এঘৰক কুকুৰাচোৱাৰ ফৈদত দিলে, এঘৰক বেজভঁৰালী পাতিলে।

পূৰ্ব্বে চুকাফা ৰজাদেৱৰ যি একুৰি চাৰি ঘৰ জাতুৱা আহোম আছিল, এইজনা ৰজাদেৱে তাৰে ১০ ঘৰ বাছি লৈ আৰু নকৈ তিনিঘৰ লৈ, মুঠতে তেৰ ঘৰ জাতুৱা আহোম পাতি খাব-চুবলৈ লগত ল'লে।

আৰু পূৰ্ব্বে চুকাফা ৰজা নামি আহোঁতে তিপামত ৰওঁতে 'খেঙ' নামে মৰাণ মানুহ এঘৰ পালে। তাৰ পুতেকৰ ঘৰত 'চুবিন্‌ফা' ৰজাদেৱে বহুত যাঠি-দা পালে। আহোম মাতেৰে 'খিম্‌তৰ' মানে দা ; 'মেজাক' মানে যাঠি ; সেই হেতুকে এই ঘৰৰ নাম 'খিম্‌তৰ খেজাক' দিলে। পূৰ্ব্বে তিপামতে চুকাফা ৰজাক এক মৰাণে বেজেনা যোগাইছিল। আহোম কথাৰে বেজেনাক 'মকৃখু' বোলে। সেই মানুহ ঘৰে চুতেউফা ৰজাৰ দিনত নগাৰ যুঁজত আগৰণুৱা হৈ ফুৰিছিল। সেই আপাহতে চুবিন্‌ফা ৰজাদেৱে সিহঁতক 'লানমাখ' নাম দিলে।

নৰা দেশৰপৰা আহোঁতে পূৰ্ব্বে চুকাফা ৰজাৰ লগত বিমুন্ আৰু চাওমুংতিমা নামে দুঘৰ নৰা মানুহ আহিছিল। চুবিন্‌ফা ৰজাদেৱে সিহঁতকে 'নৰাপাতৰ' নাম দিলে।

বাটত আহোঁতে পূৰ্ব্বে চুকাফাদেৱে 'গৰীয়া' বোলা গলৰীয়া মানুহ এঘৰ পাই আনিছিলে। তাৰে সন্তি-সন্ততিক পাই এইজনা (চুবিন্‌ফা) ৰজাদেৱে 'চইজৰি বটাকৈ' দিলে, নাম থলে 'চেঙ্‌চাই' ; বেজিৰ কামো কৰিবলৈ দিলে। পাছে সেই ঘৰকে পাছলৈ 'ৰকতীয়াল' বুলিলে।

চুকাফা ৰজাৰ দিনত চুটীয়া ৰজাৰ নিলগীয়া গাঁৱৰ এটা মানুহ ধৰি আনিলে। পাছে সেই ৰজাদেৱে সেই মানুহক মানসকৈ চোমদেওলৈ বুলি উছৰ্গি দিছিল, আৰু তাৰে নাম থৈছিল 'চোম্‌চিৰিং', আহোমতকৈ কুলত হীন। পাছে কত দিন থাকি তাৰে আঠ পুতেক আৰু এক জীয়েক হ'ল। তাৰে নাম থাত্‌মুং, পানমুং, প্ৰামুং, চাইমুং

টেৰ্‌ফাবুং, লুচিং, লুংচি আৰু নজিউ, এই আঠ পুতেক। পাছে নজিউৰ ভনীয়েকৰে বাদ উঠিল। সিহঁত ভায়েকে এই কথা জানি তাক খুছি মাৰিব খুজিলে বোলে, সি আমাৰ দুৰ্যশস্যা অনাব কিয়? পাছে নজিউৱে ভনীয়েকৰ মুখে এই কথা শুনি, দিখৌ পাৰ হই পলাল। বৰগোহাঁইত শৰণে পশিলেগৈ বোলে, মোক সাতভায়ে খুছি মাৰে, মোক ৰক্ষা কৰক, মই হাঁহ-কুকুৰাৰখীয়া হৈয়ে থাকিম। এইকথা চুতেউফা স্বৰ্গদেৱৰ দিনত। পাছে বৰগোহাঁইয়ে ৰাখি ঘৰ দিলে। কতদিন থাকি তাক হাঁহৰখীয়া পাতিলে। নাম দিলে 'পিত্‌হান্'। পাছে কত দিন থাকি সেয়ে মৰিল, তাৰে পুতেক-নাতিয়েকহঁত হাঁহৰখীয়া হৈ আছিল। চুবিন্‌ফা ৰজাদেৱে সিহঁতকে পাই 'লাংহান্' ('লাহন' নহয়) বুলিলে। পাছলৈ সেই বংহকে 'হাঁহপনীয়া' বুলিলে। লাংহান্ আৰু হাঁহপনীয়া আহোম একে বংহেই। লাংহানবোৰ পূৰ্ব্বত চেতিয়া-দুৱৰাৰে একৈদ। লাংহান, দুৱৰা, চেতীয়া তিনিও একে বংহ; জীয়ৰী অনা নিয়া কৰিব নেপায়। আৰু নজিউৰ বাকী সাত ভায়েকৰ সতি-সন্ততিক চুবিন্‌ফা ৰজাদেৱে 'খাতোৱাল' নাম দিলে। পাছলৈ সিবোৰকে 'খাটোৱাল চেটীয়া' বুলিলে। আহোম মাতেৰে সিবোৰকে 'চাম্‌চিন্‌' বুলিছিল।

লাংহান বুৰাৰ নজনী ঘৰিণী, তাৰে এজনীৰ বন্দীৰে বাদ উঠিল। পাছে লাংহান বুঢ়াই সেই বন্দীৰ কানতে থৈণীয়েকক তুলি নি ফুৰাই চাবিজত পাতিলে। সেই ঘৰকে 'কান্‌তাপ্‌' বুলিলে, আনো আহোমতকৈ কুলত হীন।

এনেতে একদিনা থাওকক বুৰাগোহাঁইৰ যোগান টুটা দেখি, চুবিন্‌ফা ৰজাদেৱে খং কৰিলে, বচনেও কিবা বুলিলে। তাতে বুৰাগোহাঁইয়ে মনত দুখ কৰি গুচি গ'ল।

**থাওকক বুঢ়াগোহাঁইৰ নিৰুদ্দেশৰ কথা**
**(প্ৰথম প্ৰকাৰ)**

কেনৈ গ'ল, ক'লৈ গ'ল, লোকজনে বিচাৰ কৰি কোনেও একো ৰতৰা নাপালে। কোনো কোনো বুৰঞ্জীৰ মতে, স্বৰ্গদেউ পুনাতিৰপৰা নামি আহোঁতে, থাওকক বুৰাগোহাঁইক বাট-পথ চাবৰ নিমিত্তে পাচিলে। পাছে বুৰাগোহাঁয়ে বাটপথ চাই ফুৰোঁতে দিশ্‌ পাহৰি, ৰজাদেৱৰ লগ হেৰুৱাই নামি আহি দিলিহ্‌ পাৰ হৈ, পৰ্ব্বত ফুৰোঁতে পিচলা খাই পৰিলত, কাক বাহৰ হলে ফুটিলে।

**থাওককৰ নিৰুদ্দেশ**
**(অন্য প্ৰকাৰে)**

পাছে দুখ পাই বিষত মাৰ নোৱাৰি বুৰাগোহাঁই এঘৰ মৰাণ মানুহৰ ঘৰত ৰলহি। তাতে সকলো বৃত্তান্ত ক'লত, মৰাণে ঔষধ দি খুৱাই-ধুৱাই চালে, বোলে, তই তোৰ ৰজাক ক'ত বিচাৰি পাবি। মোৰ এখেতে থাক। এই বুলি সুন্দৰ মানুহটো দেখি জীয়েকক বিয়া দিলে। পাছে পুত্ৰ এটি জন্মিল। বুৰাগোহাঁই মৰোতে থৈণীয়েকক ক'লে বোলে, এই কাক বাহৰ চুঙাত মোৰ হেঙ্গদান্‌খনি থৈছো। কোনো দিনত যদি বুৰাগোহাঁই বুলি গোনাওতা হয়, ইয়াকে দেখাই তইঁতে মোৰ সকলো সঙ্কেত কথা কবি। এইবুলি থাওকক মৰিল।

পাছে একদিনা চুখিন্‌ফা ৰজাদেও টিকৰাইত হাতী ধৰিবলৈ গ'ল, হাতী পালে তিনিটা। ৰজাৰ নামে দুই হাতী ধ'লে, চাওবিন্‌ ৰৰগোহাঁইক এক হাতী দিলে। ৰজাৰ হাতীলৈ ঘাঁহ বৰাবুককে আনি দিয়ে। যেতিয়া যেয়ে পাই সেয়ে দিয়ে। বৰগোহাঁইৰ হাতীলৈ ঘাঁহ আহোমে আনে, মন গ'লে আনে, মন নগ'লে নানে। তেতিয়া বৰগোহাঁইয়ে আপুনি ঘাঁহ কাটি আনে। একদিনা ঘাঁহ নাপাই গধূলি বৰগোহাঁই আপুনি ঘাঁহ কাটিবলৈ গ'ল; বতাহ বৰষুণত ৰাতি হ'ল। বৰগোহাঁয়ে বোলে, এনে দুখ হ'লে, হাতী বা কেলৈ লাগিছে? আন দিনা ৰজাত ক'লেগৈ বোলে, মোক হাতী নালাগে; বৰগোহাঁয়ো নহওঁ। এই বুলি ৰজাত হাতী সোধাই দিলেগৈ।

সেইবেলা ত্যাওকাংৰগুকাৰ জী হিঙ্গুলী কুঁৱৰীয়ে বোলে, মোৰ পুথাওকে হাতী দিয়ক, বৰগোহাঁয়ো পাতক। মোৰ পুথাওৰ সাত পুতেকৰ সাতজনী বোৱাৰীয়েক। বোৱাৰীয়েকহঁতে গাইপতি ঘাঁহ দুমুঠাকৈ আনিলেও চৈধ্য মুঠা হ'ব। এই কথা শুনি মহাৰজাই চাওপাংৰগুকক গোহাঁই পাতিলে। বৰগোহাঁইৰ হাতীকো দিলে। ইঘৰক মিৰি বৰগোহাঁই বোলে। এইঘৰ আচল বৰগোঁহাই নহয়।

**চাওপাংৰগুক বৰগোহাঁই**

একদিনা মহাৰজাদেও দিখৌ পাৰ হই পহু মাৰিবলৈ বুলি গ'ল। ৰজাৰ লগত আনো অনেক লোক ৰণে গৈছিল। সেইবেলা এক নগাই বনৰপৰা ওলাই খেদি আহিবৰ দেখি, সন্ধিকাইৰ থাওমুংত্যাওৰে আগ ভেটি নগাৰ পেটত হেজদানেৰে ঘা মাৰিলে। নগাই চাইছিলে জুমি, তালৈ টং নকৰিলে। তাতেহে থাওমুংত্যাওৰে নগাক কাটিব পাৰিলে। ৰজাদেৰে বোলে, বন্দী নগা বাঘ, তাক যে আতে কাটিলি, ই গাঁৱৰ নাম 'টংচুং' ৰ'ল, ইয়াৰ মানুহকো 'টংচুং' বুলিলে। মানুহৰো তোৰ বংশৰ নাম 'টংচুং সন্ধিকাই' দিলোঁ। আহোম মাতেৰে 'টং' বুলিলে পেট, 'চু' বুলিলে বাঘ। পাছে পহু মাৰি ৰজাদেও শুচি আহিল। তাৰেপৰা নগাৰে বিবাদ লাগি থাকিল।

ৰজাদেও ১২১৫ শকত স্বৰ্গী হ'ল; ভোগ ১২ বছৰ। এওঁৰ দুটি কোঁৱৰ থাকিল।

# ত্যাওচুখাংফা

১২১৫ শকত ত্যাওচুখাংফা ৰজা হ'ল। এওঁ চুবিন্‌ফা ৰজাদেউৰ বৰজনা কোঁৱৰ। কেৱল পিতৃৰাজ্যকে সম্ভোগ কৰি, এই ৰজাদেউৰ সন্তোষ নজন্মিল

**কমতাপুৰ আক্ৰমণ**
**ৰাজনী আৰু ভাজনী কুঁৱৰী**

পাছে কমতাপুৰৰ দুৰ্লভ নাৰায়ণৰ ৰাজ্য মাৰিবলৈ কিছু লোকজন পঠালে। পাছে কমতেশ্বৰে ভয় পাই, মিলিবৰ মনে আমাৰ ৰজাদেউলৈ দুই জীয়েকক দি মিত্ৰ কৰিলে। এই দুই জীয়ৰীৰে বৰজনাৰ নাম ৰাজনী, সৰুজনাৰ নাম ভাজনী।

ভাজনীৰ গৰ্ভত স্বৰ্গদেৱৰ এক কোঁৱৰ হ'ল, তেওঁৰে নাম চাওপুলাই। ৰাজনীৰ চাৰি কোঁৱৰ, প্ৰথম চুত্ৰাংফা, দ্বিতীয় চুতুফা, তৃতীয় ত্যাওখাম্‌থি আৰু নিচেই সুৰলীয়া জন ত্যাওচুলাই। আন এগৰাকী কুঁৱৰীৰ গৰ্ভত ৰজাদেউৰ আৰু এক কোঁৱৰ আছিল, তেওঁৰ নাম চুডাংফা।

কালক্ৰমে ১২৫৪ শকত ত্যাওচুখাংফা ৰজাদেও স্বৰ্গী হ'ল, ভোগ ৩৯ বছৰ।

# চুখ্ৰাংফা

ত্যাওচুখাংফা ৰজা স্বৰ্গী হ'লত তেওঁৰ ৰজনা কোঁৱৰ চুখ্ৰাংফা ১২৫৪ শকত ৰজা হ'ল। এওঁ বাৰজনীৰ সন্তান।*

চুখ্ৰাংফা ৰজাদেৱেক মৰাণে খৰি যোগাইছিল। পাছে এক মৰাণে খৰি দি, নিতৌ কান মাৰি লৈ যায়। চাংধৰাৱে বোলে, ইহঁতে যে কিনিয়ে, তইনো কান মাৰি সদায় কিয় লৈ যাৱ? এইবুলি জোঁটাপুটি লগালে। পাছে কাঢ়ি লৈ কাটিলত সেই কান মাৰিৰপৰা এক হেঙদান্ ওলাল। ৰজাদেৱেও সবাকে সেই হেঙদান্ দেখালে। সকলোৱে বোলে, ই থাওকেকৰহে হেঙদান্। ই কিদৰে পালে? এইবুলি পাছে খৰিভাৰী মৰাণক সুধিলে বোলে, তই এই হেঙদান্ ক'ত, কিদৰে পালি? সি বোলে, ই হেঙদান্ মোৰ বোপাৰ। এই কথা শুনি সকলোৱে বোলে, তোৰ বোপায়নো কোন? সি আছে নে ক'ত? সি বোলে, মোৰ বোপা মৰিল, আইহে আছে। পাছে মৰাণনীক মাতি আনি সুধিলে। মৰাণনীৰ নাও ডাউকী। তাই বোলে, মই বাৰী মানুহ, মোৰ আপোনাৰ গিৰিহঁত কেতিয়াবাই মৰিল। এইটো ক'ৰ মানুহ চাপি আছিলহি ক'ব নোৱাৰোঁ। এইখন তাৰহে হেঙদান্। পাছে ডাউকী মৰাণনীৰ মুখে থাওকেকৰ সকলো কথা শুনি, খৰিভাৰী মৰাণক বুৰাগোহাঁইৰ পুতেক হেন জানি মহাৰাজাই লগত ল'লে; নাম আছিল থাবুক্ বকুন্। পাছে তাকে চাওক্ৰংডাম্ নাম দি, বাপেকৰ বিষয় দি, বুৰাগোহাঁই পাতিলে।

**চাওক্ৰংডাম্ বুৰাগোহাঁই**

ডাউকী মৰাণনীৰ পূৰ্ব্বৰ গিৰিয়েকৰ দিকিৰ কাইক্-কুন্ নামৰ এক পুতেক আছিল। পাছে চাওক্ৰংডাম্ বুৰাগোহাঁই হ'লত তাৰ খৰিৰ যোগান গুচালে। সি দিনাৰধি কাইক্-কুনে ৰজাৰ ঘৰত খৰি যোগাবলৈ আহিবলৈ এৰিলে।

---

* এইখিনিতে 'অনেক মুনিৰ অনেক মত' দেখা যায়। ৺ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ মতে চুখ্ৰাংফা, চুতুফা আৰু ত্যাওখামথি এই তিনিজনা বাৰজনীৰ, আৰু ত্যাওচুলাই তাৰজনীৰ সন্তান। মিঃ গেইট চাহাবে কয়, চাওপুলাইহে বাৰজনীৰ সন্তান। চুখ্ৰাংফা, চুতুফা আৰু ত্যাওখামথি অন্ত এগৰাকী কুঁৱৰীৰ। ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱায়ো তাকে কয়। ৺কাশীনাথ তামুলীফুকনে কয়, তাৰজনীৰ সন্তান নাথাকিল। ত্যাওচুলাইহে বাৰজনীৰ সন্তান, চুখ্ৰাংফা, চুতুফা আৰু ত্যাওখামথি এই তিনিজনা কোঁৱৰ অন্ত এগৰাকী কুঁৱৰীৰ।

ইয়াৰপৰা এনে অনুমান হয় যে, কেইগৰাকী বুৰঞ্জী লেখকেই ত্যাওচুলাই আৰু চাওপুলাই এই দুইজন কোঁৱৰকে একেজনা বুলি ভাবি লৈছে; ৰবাচলতে কিন্তু সিবিলাক দুজন।

চাওক্ৰংভাম্ বুৰাগোহাঁইৰ কথা কোনোৱে এনেকৈয়ো কয় বোলে, মৰাণৰ ঘৰত থাওকক মৰাৰ সাত বছৰৰ পাছত বুৰাগোহাঁইৰ বিচাৰ হ'ল। ৰজাদেৱে বোলে, আমাৰ যে পূৰ্ব্বৰ বুৰাগোহাঁই হৰাল, আতে কতবা আছে নে কি, বিচাৰ কৰক। পাছে এই কথা শুনিবলৈ পাই, বুৰাগোহাঁইৰ লৈখীয়েক মৰাণনীয়ে ল'ৰাটি লৈ ৰজাদেওৰ ওচৰত দিলেগৈ; হেঙ্গদান্‌খনকো দিলে; আৰু বুৰাগোহাঁইৰ চিন, প্ৰমাণ, অহা সংকেতকো ক'লত, প্ৰমাণ পাই, সেই ল'ৰাটিকে বুৰাগোহাঁই পাতিলে।

এনেতে সেইবেলা ভাজনীৰ পুতেক চাওপুলাই, চাওপাংকৰুক বৰগোহাঁই আৰু পূৰ্ব্বে কমতেশ্বৰৰপৰা অহা তাম্ৰাভাই, এই তিনিয়ে গোট খাই চুম্ৰাংফা ৰজাদেৱক ৰজা ভাগিবলৈ আলচ কৰি, কমতেশ্বৰৰ তালৈ গ'ল। পাছে, ৰজাদেৱে বুজ পাই, চাওপুলাইক উপায়কৈ মাতি আনি চাবিজৰজা* পাতিলেহি। চাওপাংকৰুক বৰগোহাঁইকে তাম্ৰাভাইকে ছল-কল্পকৈ মৰালে। পাছে চাওবিন্ বৰগোহাঁইৰ পুতেক তাক্ৰিখিন্ক বৰগোহাঁই পাতিলে। কালক্ৰমে ১২৮৩ শকত চুম্ৰাংফা ৰজাদেও স্বৰ্গী হ'ল; ভোগ ৩২ বছৰ।

**চাওপুলাই চাবিজৰজা**
**তাক্ৰিখিন্ বৰগোহাঁই**

---

* চাবিজনগৰ: এইখিনিতে কোৱা যাওক যে, বৰ্ত্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজী নৈৰ পূব অঞ্চলত চাবিং নামে নৈৰ নাম অনুসৰি চাবিজ নগৰৰ নাম হয়। আৰু সেই নগৰৰ নামেৰেই তাৰ ৰজাৰো নাম চাবিজৰজা হয়। চুখ্ৰাংফা ৰজাদেৱৰ দিনতে প্ৰথমে চাবিজৰজাৰ বিষয় সৃজন কৰা হলেও, চাবিজ নগৰ কিন্তু দিহিঙীয়া ৰজাৰ দিনতহে পতা হৈছিল। চুখ্ৰাংফা ৰজাৰ দিনৰেপৰা দিহিঙীয়া ৰজাৰ ৰাজত্বকাললৈকে যি কেইজন চাবিজৰজা হৈছিল, সেইসকলে ৰজাৰ থাই নগৰত থাকিয়েই, চাবিজ অঞ্চলৰ ৰাজকীয় কাৰ্য্যকলাপবোৰ মন কৰিছিল।

# চুতুফা

চুতুফা কোঁৱৰে ১২৮৬ শকত ৰজা হ'ল। তেওঁ নিজ ৰাজ্য বঢ়াবৰ মনে চুতীয়াৰ ৰাজ্য আক্ৰমণ কৰিলে।

সেই কালত ব্ৰহ্মপুত্ৰৰ উত্তৰ কূলে চুটীয়াবোৰ আছিল। পূৰ্বে সিহঁতৰ ভিতৰত ৰজা নাছিল। পাছে নাৰনি দেশৰপৰা গৈহে তাত ৰজা হ'লগৈ।*

পূৰ্ব্বে তাৰে এক পুতেকে সহিতে, চুকাফা ৰজাদেৱে সখী-সাজি ৰন্ধাই প্ৰীতি হৈ আছিল। পাছে চুতুফা ৰজাদেওকো সেইমতে সখী-সাজি ৰন্ধাবৰ ছল কৰি, মিত্ৰতাক দেখুৱাই ; চৰা নাও খেলাই বং কৰিবৰ ছলে, ছলকৈ মাতি নি, তাতে ধৰি ভতৰা গৰুৰে গৰকাই মাৰিলে। এইকথা ১২৯৮ শকত। ৰজাদেওৰ ভোগ ১২ বছৰ। এইজনা ৰজাদেওৰ কোঁৱৰ নাথাকিল। পাছে ৪ বছৰ দেশত অৰাজক হ'ল।

**চাৰি বছৰ অৰাজক**
**(প্ৰথম বাৰ)**

চুতুফা ৰজা স্বৰ্গী হোৱাৰ পাছত সকলোৱে সমালোচনা কৰি কোঁৱৰবোৰৰ ভিতৰত কাৰো আশই যুকুতি ভাল যেন নেদেখি, কাকো ৰজা নাপাতিলে। পাছে ১২৯৮ শকৰপৰা ১৩০২ শকলৈকে চাওক্ৰংডাম্ বুৰাগোহাঁই আৰু তাক্ৰিখিন্ বৰগোহাঁয়ে আন আন লোকে সহিতে চাৰি বছৰ ৰাজ্যশাসন কৰিলে।

---

* ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰে কয়, চুটীয়াবিলাকৰ মাজত কোনো ৰজা নাছিল। পাছে ব্ৰহ্মপুত্ৰৰ বংশ লোপ হোৱাৰ পাছত, সেই বংশৰ শেষ ৰজাৰ একজনা অমাত্য গৈ অৰাজক চুটীয়াবিলাকৰ ওপৰত ৰজা হয়গৈ। তেওঁৰ বংশেই বহুকাল পৰ্য্যন্ত তাত ৰাজত্ব কৰি থাকে।

# ত্যাওখাম্থি

চাৰি বছৰ অৰাজক হৈ যোৱাৰ পাছত ১৩০২ শকত ত্যাওখাম্থি কোঁৱৰক আনি পাত্ৰমন্ত্ৰী সবে সেৱা কৰি ৰজা পাতিলেহি। পূৰ্ব্বে চুতুফা ৰজাক, মৰাবৰ অবধি চুটীয়াৰ মনত অহঙ্কাৰ হ'ল; আৰু তাৰ পোটক তুলিবলৈ আহোমৰ মনত বৰ হেঁপাহ হ'ল।

পাছে ত্যাওখাম্থি ৰজাদেৱে ৰজা হৱৰ বছৰ দিয়েকৰ পাছতে, ভ্ৰাতৃবৈৰীক প্ৰতিশোধ দিবৰ মন কৰি চুটীয়া ৰাজ্য মাৰিবলৈ গ'ল। যাওঁতে বৰ কুঁৱৰীক ৰজাৰ ঠাইত পাতি গ'ল। সেই সময়ত সৰু কুঁৱৰী গৰ্ভৱতী আছিল। বৰ কুঁৱৰী নিজে অপুত্ৰকা আছিল। আৰু সেই কাৰণে সৰু কুঁৱৰীক পেটে পেটে হিংসা কৰিছিল। সতিনীৰ পুত্ৰ পাছলৈ ৰজা হৱ, এই হিংসাতে ৰজা নহওঁতে, ছলকৈ মিছা দোষত পেলাই, সৰু কুঁৱৰীক কাটিবলৈ দিলে। পাছে চাওক্ৰুংডাম্ বুঢ়াগোহাঁইৰ পুতেক চাওচাইথুম্ বুঢ়াগোহাঁয়ে সৰু কুঁৱৰীৰ গৰ্ভৰ লক্ষণ জানি প্ৰাণবধ নকৰি ভুৰ বান্ধি উটাই দিলে। হাবুঙৰ এক ব্ৰাহ্মণে পাই কুঁৱৰীক প্ৰতিপালন কৰিলে। কালক্ৰমে সেই হাবুঙীয়া বামুণৰ ঘৰতে কুঁৱৰীৰ এক ল'ৰা হ'ল, আৰু প্ৰসূতা ৰোগ হই কুঁৱৰী গৰাকীও মৰিল। পাছে বামুণ-বামুণীয়ে ল'ৰাটি ডাঙৰ কৰিবলৈ ল'লে। পাছে টীয়াবোৰক পৰ্ব্বতলৈ ভাঙ্গি খেদি থৈ, ৰজাদেও নগৰলৈ আহিল। আৰু সৰু কুঁৱৰীৰ কথা শুনি মনত বৰ অসন্তোষ কৰিলে। ৰজাদেও বৰ তিকতা সেকৰা আছিল। বৰকুঁৱৰীয়ে যি মন যায়, তাকে কৰে, ৰজাদেৱে একো বুলিব নোৱাৰে। পাছে বৰকুঁৱৰীৰ উপদ্ৰৱত ৰাজ্য ৰ'ব নোৱাৰা হেন হ'ল। বৰকুঁৱৰীয়ে আপোন ইচ্ছায় ছোৱালী বিলায়, মাটি বিলায়, ভালবস্তু পালে কাঢ়ি আনে। এনেৰূপে উপদ্ৰৱ পাই মানুহে ৰজাত কয়, ৰজাই একো নোবোলে। পাছে সবে আলচি ১৩১১ শকত ত্যাওখাম্থি ৰজাক প্ৰকাৰান্তৰে মাৰিলে। এওঁৰ ভোগ ৯ বছৰ। এই ৰজাৰ দিনতে, তাক্ৰিখিন্ বৰগোঁহাইৰ পুতেক ত্যাতানুবিঙ্গ বৰগোঁহাই হয়।

# চুডাংফা *

ত্যাওখাম্‌থি ৰজাক মৰাৰ সময়ত চুডাংফা কোঁৱৰ বকতাত আছিল। তেওঁকে ৰজা ল'বলৈ সবেও মন কৰি আনিবলৈ গ'ল। পাছে সিবোৰক দেখি চুডাংফা ডৰিল, বোলে, তইঁত কেলৈ আহিছি? ইবোৰে বোলে, আমি ককায়েৰৰ উপদ্ৰৱত থাকিব নোৱাৰি খুন কৰিলো। এতিয়া তোমাক ৰজা ল'বলৈ আহিছো। চুডাংফাই বোলে, মোকো তইঁতে তেনে কৰিবি, মই ৰজা হব নোৱাৰোঁ। মোক ৰাজ্যকো নালাগে, হাল কোৰ বায়ে খাম। ইবোৰে বোলে, আমিও শপত কৰোঁ, তুমিও শপত কৰা, আমিও তেনে নকৰোঁ, তুমিও ককায়েৰৰ ঠেনা নকৰিবা। চুডাংফাই তাতে ভাল বুলিলে। যাঠিৰে পুখুৰী খানি, কুকুৰা কাটি, তাতে হাত জোবোৰাই, উভয়ে শপত কৰিলে। তাৰে নাম থাকিল 'শপত কৰোৱা' আৰু শপত কৰাইছিল বুলি। এই নিমিত্তে অনেকে 'শপত কৰায়' বুলিও কয়।

**শপত-কৰোৱা শপত-কৰায়**

পাছে ১৩৮১ শকত চুডাংফা আহি ৰজা হ'লহি। এইজনা ৰজাৰ বৰকুঁৱৰী বৰগোঁহাইৰ জীয়ৰী, নাম 'নচেঙ্গ'। তেৱে এদিন আগেয়ে ত্যাওচুলাই কোঁৱৰৰ মুখলৈ চাইছিল। ত্যাওচুলায়ে আশই পাই লিগিৰীৰ হাতত বৰকুঁৱৰীলৈ সোণৰ আঙঠি এটা দিলে। তাকে ৰজাৰ গা-চোৱা লিগিৰাই দেখি ৰজাত ক'লে। ৰজাদেৱে শুনি খঙ্গ কৰি ত্যাওচুলাইৰ পো, খুলশালী কতোটি পাই আনি তিপামৰ বৰ শিলত 'মুণ্ডমালা বান্ধি' থলে। যি থাকিল, ত্যাওচুলাই কোঁৱৰৰ লগতে পলাই গৈ নৰা দেশত সোমালগৈ[১]।

---

* চুডাংফাৰ ৰাজত্বকাল ১৩২০ৰপৰা ১৩২৯ শক আৰু চুজাংফাৰ ৰাজত্বকাল ১৩২৯ৰপৰা ১৩৪৪ শকহে হোৱা উচিত।

১ কোনো বুৰঞ্জীয়ে কয় বোলে, এই ৰজাদেওৰ বৰকুঁৱৰী তিপমীয়া ডাউবং-চোঙৰহে জীয়েক, তেওঁৰে নাম আছিল 'নাং-নাং-চয়না'। পূৰ্ব্বে বাপেক মাকৰ ঘৰত থাকোতে তিপমীয়া এক ডেকাৰে সহিতে তেওঁৰ লেনাদেনা হৈছিল। পাছে ৰজাদেৱে আনিলত, সেই ডেকালৈ বুলি কুঁৱৰীয়ে দুগছ সুবৰ্ণৰ হাৰ দি পঠালে। এই কথা ৰজাৰ কাণত পৰিল। তিপাম ডেকায়ো কুঁৱৰীৰ বঙহেও ৰজা জানিলে হেন জানি, কুঁৱৰীৰ বাপেক ডাউবংচোঙ নৰা দেশলৈ পলাই গ'ল। ৰজাদেৱে সিইঁতক একো

পাছে ১৩২৯ শকত চুডাংফা ৰজা স্বৰ্গদেও হবাল, তেওঁৰ ভোগ মুঠতে ১৮ বছৰ। সেইবেলা ১৩২৯ শকৰপৰা ১৩৩৮ শকলৈকে ন বছৰ অৰাজক হৈ আছিল। খুন্তাইঁতে ৰৰগোহাঁইৰ বংশহে ৰজা হবলৈ মন কৰিলে; পাছে কেৰে নামানিলে। কোনোৱে বোলে, ত্যাওচুলাইক ৰজা লওঁ; কোনোৱে বোলে, নলওঁ, চাওপুলাইকে বিচাৰি আনো। কোনোৱে আকৌ বোলে, এই দুইৰ কাকো ৰজা নলওঁ। এই বুলি কেউফালে কোঁৱৰ বিচাৰিলে।*

**ন বছৰ অৰাজক**

**( দ্বিতীয় বাৰ )**

---

সুবুদ্ধি মনৰ কথা মনতে থ'লে। পাছে বান্ক্ৰাৰ নগাক ম'হ-গৰু দি, ৰবাই আনি, তিপমীয়াবোৰক ধৰি ভাল ভাল লোকক কাটিলে। তিপাম ডেকা তাওতাংচিংলাঙ আৰু তাৰে বংহৰ তামবাং এই দুয়ো গৈ ৰজাদেওৰ কথা নবাবজাত ক'লেগৈ। পাছে নবাবজাই লোকজন দি তাওতাং চিংলাঙক ৰণ কৰিবলৈ পঠালে; সিও আহি তিপামত ৰ'লহি। এই কথা শুনি আমাৰ ৰজাদেৱেও হাতীত উঠি, ডা-ডাঙৰীয়া সহিতে তিপামৰ কুঁহিয়াৰ বাৰীলৈ খেদি গ'ল। আমাৰ বোৰে ঘোঁৰাত উঠি গড় সোমাই পৰিছেগৈ; পাছে নবাইঁতেও যাঠি মৰিবলৈ ধৰিলে; তাৰে এপাট যাঠি আমাৰ ৰজাদেওৰ গাত পৰিল। পাছে আমাৰ বোৰে টানকৈ ধৰিলে; তাতে বৰ লোৰাৰি, নবাইঁত ভাগিল; তিপাম ডেকা তাউতাং চিংলাঙ আৰু তামুবাঙ, এই দুই নবাৰ লগত লগে, কমতেশ্বৰৰ তাত পলাই সোমালগৈ।

* অন্যান্য বুৰঞ্জীয়ে ত্যাওখামৃণিৰ মৃত্যুৰ পাছত ১৩১১ শকৰপৰা ১৩২৩ শকলৈকে দ্বিতীয়বাৰ অৰাজক শাসনকাল বুলি কয়। এইজন্য ৰজাৰ পাছৰ চুডাংফাই বামুণীকোঁৱৰ বুলি জনাজাত।

# বামুণী-কোঁৱৰ

চুডাঙ্‌ফা বজা হবালত, ত্যাওচুলাই কোঁৱবে বজা হবলৈ বব আশ কবি নবাবপবা আহিল। পাছে নৈবাশ হৈ বেজাবত আকৌ উজাই গৈ, নবাব দেশকে ঘুবি পালেগৈ; আৰু নবাবজাত এইবুলি ক'লে বোলে, লৌবাব দেশত এইবাব তোমাব বঙহ নাইকিয়া হ'ল।

ইফালে সেইবেলা থাওমুংচেঙথাম্ নামে এক আহোমে উজানত গৰু কিনিবলৈ গৈছিল। হাবুঙীয়া বামুণৰ ঘৰত চুজাঙ্‌ফাক দেখি, পৰস্পৰে সুধি, আদ্যোপান্ত বুজি কথা-বতৰাতো ৰাজকুমাৰ হেন জানি, গৰু কিনি আহি, সেয়ে চুজাঙ্‌ফাৰ কথা ডাঙৰীয়াবোৰত ক'লেহি। ডাঙৰীয়াবোৰেও শুনি কোঁৱৰক আনিবলৈ মানুহ পঠালে। চুজাঙ্‌ফা নাহি, আনিবলৈ যোৱা মানুহবোৰক এইবুলি কৈ পঠালে বোলে, মোৰ লগত একেলগে ফুৰা-থকা বামুণৰ ল'ৰাকো ৰজা পাতে যদি, মই তেহে যাম, নহলে যাব নোৱাৰোঁ। এই কথা শুনি ডা-ডাঙৰীয়াবোৰে সবেও আলচি, বামুণৰ ঘৰোৱাহঁকে তুলি আনি বামুণৰ ল'ৰা সাতোটাক হাতী-ঘোঁৰা দি, কোঁৱৰ নাম দি দিহিঙত পাতিলে। তাৰপৰাহে 'বামুণ কোঁৱৰ' বোলে; উজনি ফলিয়াক 'উজনিয়াল কোঁৱৰ' আৰু নামনি ফলিয়াক 'নামনিয়াল কোঁৱৰ' নাম দিলে।

পাছে চৰগুৱাত নগৰ কৰি, ১৩৩৮ শকত পাত্ৰ-মন্ত্ৰীসবে চুজাঙফাক ৰজা পাতিলে। আৰু তেওঁৰো 'বামুণী কোঁৱৰ' নাম দিলে। সেই বামুণৰ ঘৰত ৺লক্ষ্মীনাৰায়ণ

**হিন্দুধৰ্মৰ প্ৰথম বীজ**

শালগ্ৰাম এখনি আছিল। বামুণে তাকো লগত আনিলে। তেতিয়াৰপৰাহে আহোম ৰজাৰ চাঙত ৺লক্ষ্মীনাৰায়ণৰো পূজা চলিল।*

পাছে ত্যাওচুলাইৰ মুখে লৌবাৰ দেশত আপোনাৰ বঙহৰ ৰজা নাই হেন জানি নবাবজা চুৱাংকাই ( চুকমুকা বুলিও জানে ) নবা ৰবগোহাঁই চিনপৌক দেশ লবলৈ

---

* আটাইকেইজনা বুৰঞ্জী লেখকেই চুডাঙ্‌ফাক ত্যাওখাম্‌থিৰ সকলো কুঁৱৰীৰ গৰ্ভত জন্ম লোৱা আৰু হাবুঙীয়া বামুণে প্ৰতিপালন কৰি ডাঙৰ-দীঘল কৰা 'বামুণী কোঁৱৰ' বুলিছে। চুডাঙ্‌ফা কিন্তু ত্যাওখাম্‌থিৰ পুতেক নহয়, তেওঁৰ বৈমাত্ৰেয় ভাইহে হয়, আৰু তেওঁৰ নাম 'বামুণী কোঁৱৰ নহয়, চুজাঙ্‌ফাৰ নামহে 'বামুণী কোঁৱৰ।'

পঠালে। নৰা ৰবগোঁহাই আহি কুঁহিয়াৰ বাৰীত কোঠ দিলেহি চুকাঙ্ফা ৰজাদেৱেও লগত লোকজন দি নাংচুখাম ৰবগোহাঁইক যুঁধ দিবলৈ পঠালে। তাতে নৰাইঁতে

**নাংচুখাম্ ৰবগোহাঁই**

বোলে, আমাৰ বংশৰ ৰজা নাই বোলাগুহে আমি ইয়ালৈ আহিলো; এতিয়া জানিলো, আমাৰ বংশৰেহে ৰজা হৈ আছে। এতেকে আমি যুঁধ নকৰো; আমাৰ একো বিবাদ নাই। এইবুলি পাটকাই পৰ্ব্বততে দুয়ো দল মিলি, মিলাপ্ৰীতি হৈ, দুয়ো ফালৰ ৰজাৰ আজ্ঞাৰে নঙ্-এ্যাঙৰ (নঙ=বিল; এ্যাঙ=আছে) পানীতে হাত জোৰৰাই কুকুৰা কাটি শপত কৰি, পাটকাই পৰ্বতকে সীমা কৰি, দুই ৰবগোহাঁইৰ দুটা মূৰ্তি শিলত কাটি প্ৰীতি কৰিলে, আৰু এই বুলিলে বোলে, এই পৰ্বতকে আমি সীমা কৰিলো, এতেকে দুইৰো মূৰ্তিৰ চিন থাকিব; আৰু এই সীমা পাৰ হৈ কোনেও কাকো আক্ৰমণ নকৰিব। এইবুলি মিলাপ্ৰীত হৈ দুই ৰবগোহাঁই দুয়ো দুফালে গ'ল।

পূৰ্ব্বে চুকাফা ৰজা সোমাবলৈ আহিবৰ সময়ত এই পাটকাই পৰ্ব্বতক 'ডই-কাউ-ৰঙ্' হে বুলিছিল। (ডই=পৰ্ব্বত; কাউ=ন-টা; ৰঙ্=গোটখোৱা) সীমা কৰাৰ পাছৰপৰাহে 'পাট্কাই চেঙ্কান্' (পাট=কাটি; কাই=কুকুৰা; চেঙ্=শপত; কাণ্=লগালে) অৰ্থাৎ কুকুৰা কাটি শপত কৰিলে, বা লগালে বুলিলে; পাছলৈ কিন্তু 'পাট্কাই' বা 'পাত্কাই' হে নাম থাকিল।

নৰাইঁতৰ লগতে ত্যাওচুলাই কোঁৱৰো আহিছিল। পাছে, নৰাক উলটিবৰ দেখি নিৰাশ হৈ, মনৰ দুখে গৈ কমতেশ্বৰৰ ঠাইত সোমালগৈ।

সেইবেলা বঙালে আহি কমতেশ্বৰৰ দেশ মাৰেহি। পাছে কমতেশ্বৰে বঙালেৰে যুঁজিব নোৱাৰি, আমাৰ ৰজাদেৱত কন্যা দিবলৈ বুলি পঠাই, প্ৰীতি কৰি আমাৰ ৰজাৰ সহায় মাগিলে। আমাৰ ৰজাদেৱেও লোকজন দি বঙালকো মাৰি দিলে।*

---

* প্ৰাচীন বুৰঞ্জীবিলাকত বিদেশীক (বিশেষকৈ মুছলমানক) 'বঙাল' বুলি উল্লেখ কৰিছে। গোটেই কামৰূপ খণ্ডকে আজিকালি 'আসাম' বা 'অসম' বুলিছে। কামতাপুৰ (অৰ্থাৎ কমতেশ্বৰৰ ৰাজ্য) সেই সময়ত কামৰূপৰে এক অংশ আছিল, সেই কাৰণে মুছলমানৰ এই আক্ৰমণকো 'মুছলমানৰ অসম আক্ৰমণ' বোলা হৈছে; আৰু এই আক্ৰমণৰ কথা অন্য বুৰঞ্জীত বিশেষ উল্লেখ নাথাকিলেও, ইয়াকে মুছলমানৰ আসাম আক্ৰমণৰ, ৪ৰ্থ বাৰ বুলি ধৰি লোৱা হ'ল। এই আক্ৰমণত মুছলমানৰ কোন এই দেশলৈ আহিছিল, তাক থিৰাংকৈ ক'ব নোৱাৰি; দিল্লীত হ'লে সেই সময়ত চৈয়দ বংশৰ চৈয়দ মোবাৰক সম্ৰাট হৈ আছিল। কমতেশ্বৰে আমাৰ ৰজালৈ যে 'কন্যা দিবলৈ বুলি' পঠাইছিল, সেই কন্যালো দিয়া হৈছিল নে নাই, তাৰো একো বুজা নগ'ল। ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱাই সেইজনা কন্যাকে ভাজনী বুলিছে, ভাজনী কিন্তু আহোমৰ ৪ৰ্থ ৰজা ত্যাওখাংকাৰহে কুঁৱৰী আছিল। তেখেতে চুকাফা বা বামুণী কোঁৱৰ আইদেউতাক বা বুঢ়ীমাকহে হয়।

এই আক্ৰমণৰ পূৰ্বেও মুছলমানে তিনিবাৰ আসাম আক্ৰমণ কৰে। এই তিনিটা আক্ৰমণৰ

এইজনা ৰজাদেৱেই ( অৰ্থাৎ চুজাংফা বা বামুণী কোঁৱৰেই ) চৰগুৱাত নগৰ কৰি, পোন প্ৰথমে 'শিঙৰি ঘৰ' উঠি আহোম বিধিমতে অভিষিক্ত হৈ ৰজা হয়। এওঁৰ পূৰ্বে কোনোজনা আহোম ৰজাই শিঙৰিঘৰ উঠি ৰজা হোৱা নাছিল। সেই নগৰতে ( অৰ্থাৎ চৰগুৱাতে ) ১৩৪৪ শকত ৰজাদেও স্বৰ্গী হয়। ভোগ ৬ বছৰ মাথোন। এওঁৰ চাৰিজনা কোঁৱৰ, আৰু তিনিগৰাকী জীয়েক। জীয়েকহঁতক তিপ্ৰুৰ বঙহলৈ বিয়া দিলে।

**শিঙৰিঘৰত উঠি অভিষেক হোৱা ( প্ৰথম )**

---

এটায়ো আহোম ৰজাসকলক পোৱা নাছিল, কিন্তু অসম দেশৰ ভিতৰুৱা অৱস্থাৰ লগত তাৰ সম্বন্ধ থকাত, সেই তিনি আক্ৰমণবো চমু বিৱৰণ ইয়াত তুলি দিয়া হ'ল।

মহম্মদ চাহাবুদ্দিন গোৰী সেই সময়ত দিল্লীৰ সম্ৰাট আছিল। তেওঁ বক্তিয়াৰ খিলজি নামেৰে বিষয়া এজনক বঙ্গদেশৰ শাসনকৰ্তা পাতি পঠায়। এওঁ বঙ্গদেশৰ ওচৰ-চুবুৰীয়া সকলো দেশ জয় কৰি, শেহত আসাম দেশ আক্ৰমণ কৰিবলৈ উজাই আহে। এওঁ ব্ৰহ্মপুত্ৰৰ পশ্চিম পাৰে প্ৰায় দহদিন উজাই আহি এটা শিলৰ সাঁকো পায়হি। সেই শিলৰ সাঁকোৰে দক্ষিণ পাৰে আহি এটা পৰ্ব্বতৰ মাজত পৰেহি। বঙ্গদেশত পৰ্ব্বত নিচেই নাই বুলিলেও হয়। মুছলমানবিলাকে এই পৰ্বতমালা পাই বৰ বিপদত পৰিল। পৰ্ব্বতত উঠিবলৈ নাজানে, তাতে কেউফালে হাবি, খাদ্যাদিবো মুস্কিল হ'ল। সৈন্য-সামন্ত লৈ, দেশ আক্ৰমণ কৰিবলৈ অহা গম পাই, সেই পৰ্ব্বতৰ চাৰিওফালে থকা আৰবি সেনা কিছুমান লৈ কামৰূপৰ কোনোবা এজন ৰজাই বক্তিয়াৰ খিলিজিক বৰ বিষমৰূপে আক্ৰমণ কৰে। বক্তিয়াৰে সেই আক্ৰমণ সহিব নোৱাৰি, সৈন্য-সামন্তৰে পলাই কাট মাৰিলে। বঙ্গদেশৰ নবাব হৈ থাকি, তেওঁ যিবিলাক দেশ আক্ৰমণ কৰিছিল, সকলোতে তেওঁ জয়ী হৈ আহিছিল ; এতিয়া আসামৰ-পৰা এইদৰে পৰাস্ত হৈ পলাব লগা হোৱাত, মৰণান্তিক বেজাৰ পালে। তেওঁৰ একেবাৰেই পিত মৰিল ; এনে বণি হৈ, তেওঁক ইয়াৰ ছবছৰৰ পাছত পৰলোকলৈ নিয়ে। বক্তিয়াৰ যুদ্ধত হাৰি পলাল হয়, কিন্তু তেওঁৰ সৈন্য-সামন্ত কিন্তু গোটেইবিলাক সাৰিব নোৱাৰিলে। কামৰূপৰ ৰজাই কিছুমানক বন্দী কৰি আনে। পাছে বিপদত পৰি শৰণ মগাত, ৰজাই প্ৰাণদণ্ড নকৰি, সিহঁতক গাঁও-ভূই দি, আমাৰ দেশত বসতি কৰিবলৈ দিলে। ৰজাই এই মানুহবিলাকক "গৌড়" দেশৰপৰা অহা বাবেই হওক, বা মহম্মদ চাহাবুদ্দিন "গোৰী"ৰ পক্ষীয় লোক বুলিয়েই হওক, "গৰীয়া" বুলি মাতিছিল। তাৰপৰাহে আমাৰ মানুহে আজিলৈকে মুছলমানবিলাকক "গৰীয়া" বোলে।

বক্তিয়াৰ খিলিজি মৰিলত, তেওঁ পতা বিষয়াবিলাকে, তেওঁলোকৰ ভিতৰৰে এজনক বঙ্গদেশৰ চুবাদাৰ পাতি লয়। সম্ৰাটে এই কথা ভু পাই এই ন চুবাদাৰজনক ভাজি আলিমৰ্দান্ নামে আন এজনক চুবাদাৰ পাতে। খিলিজিবিলাকে এওঁক অত্যাচাৰৰ বাবে হত্যা কৰি গয়াচুদ্দিন নামৰে আন এজনক চুবাদাৰ পাতি লয়। এওঁৰ বাৰায় অসমদেশ পুনৰ আক্ৰান্ত হয়। আসামৰ ৰজাবিলাক পৰাস্ত কৰি এওঁ কৰ আদায় কৰিছিল। হাজোত যি গয়াচুদ্দিনৰ কবৰ বা "পোৱামক্কা" আছে, তেওঁ এই গয়াচুদ্দিন্ নহয়। এই সময়ত দিল্লীৰ সম্ৰাট আল্‌তামাছ্ আছিল ; ইং ১২২৫ চনত এই আক্ৰমণ হয়।

গয়াচুদ্দিনৰ পাছত, ক্ৰমে চাৰিজন বঙ্গদেশৰ চুবাদাৰ হৈ গ'লত ইক্‌তিয়াৰ উদ্দিন মল্লিক উজ্‌বেক্ বঙ্গদেশৰ চুবাদাৰ হয়। ইং ১২৫৬-৫৭ চনত এওঁ আসামদেশ আক্ৰমণ কৰি, ৰজাক পৰ্বতলৈ

এই ঘৰৰ খুটা, চটি, কৰা প্ৰভৃতি সকলোবিলাক শিঙৰি কাঠৰ দিয়া হয়। আহোম শাস্ত্ৰমতে শিঙৰি আৰু উৰিআম কাঠ অতি পবিত্ৰ। মৃত্যুকালত উৰিআম কাঠৰ তক্তাৰে সজা পেৰাত মৃতকৰ শৱ সুমাই, উৰিআম কাঠেৰে সজা কঙ্‌ডাঙৰ ঘৰত সেই সৱ সুমুৱা পেৰা থৈ দিয়া হয় আৰু তাৰ পাছত, তাৰ ওপৰত মাটি দি মৈদাম বন্ধা হয়। ৰজা পাতিবলৈ হ'লে শিঙৰি কাঠৰ ঘৰ সাজি তাৰ তলত ৰজাৰ অভিষেক কাৰ্য্য সম্পাদন কৰি ৰজাক পাটত তোলা হয়। শিঙৰি ঘৰৰ চাৰনিও শিঙৰি পাতেৰেই দিয়া হয়—আৰু অভিষেক কাৰ্য্য হৈ গ'লেই ঘৰটো ভাঙি পেলোৱা হয়।

**শিঙৰিঘৰ আৰু কঙডাঙৰ ঘৰ**

---

খেদি দিয়ে। ৰাজধানীত এটা মহীদ্ ঘৰ তুলি নিজক "বঙ্গ-কামৰূপৰ ৰজা" বুলি ঘোষণা কৰে। খৰ-কালি এই যুদ্ধ হয়। ৰজাই খেদা খাই, পৰ্ব্বতত হেগ চাই কাল কটাই আছিল। বাৰিষা পৰিল; ব্ৰহ্মপুত্ৰ কাণলৈকে ওফন্দি উঠিল। নালি-সটা পাতিবলৈ ধৰিলে। খেদা খোৱা ৰজাই সুচল পাই, লাহেকৈ পৰ্ব্বতৰপৰা এদিন ৰাতি নামি আহিল। মুছলমানে ব্ৰহ্মপুত্ৰৰ পাৰতে শিবিৰ পাতি নিৰাতঙ্ক মনে শুই আছিল। ৰজাই সৈন্য কিছুমান গোটাই লৈ, সেই ৰাতিয়েই মুছলমান শিবিৰৰ কাষে কাষলৈকে চপ্‌চপিয়া হৈ থকা ব্ৰহ্মপুত্ৰৰ পাৰ কাটি দিলে। ব্ৰহ্মপুত্ৰৰ পানী হো হো শব্দে গৈ বাগৰিবলৈ ধৰিলে। মুছলমানবিলাকে ভয়ত টলা-টকুৰা এৰিলে। কোনোবিলাক ব্ৰহ্মপুত্ৰৰ প্ৰচণ্ড সোঁতত উটিয়ে গ'ল। ক'ৰ বস্তু ক'লৈ গ'ল ঠিক নোহোৱা হ'ল; কাৰো ক'তো থান্-থিত্ নোহোৱা হ'ল। ৰজাই মুছলমানবিলাকৰ এই বিপত্তিৰ সময়ত "পূৰ্ব্বশত্ৰুময়ে জানি" আক্ৰমণ কৰিলে। ব্ৰহ্মপুত্ৰৰ সোঁতৰপৰাই প্ৰাণৰক্ষা টান হৈছে; তাতে শত্ৰুৰ আক্ৰমণ, মুছলমানবিলাক বিপদে তললৈ গ'ল। ৰজাই মল্লিক উজ্‌বেগক বিষবাণে আহত কৰি তেওঁৰ সেনা-সামন্ত সকলোবিলাকক বন্দী কৰিলে। উজ্‌বেগ্ আৰু ভাল ন'হল। ইং ১২৫৭ চনত সেই আঘাতৰপৰাই তেওঁৰ মৃত্যু

# চুফক্‌ফা

চুজাংফা বা ৰামুণী কোঁৱৰৰ চাৰি পুতেকৰ ভিতৰত ১৩৪৪ শকত চুফক্‌ফা কোঁৱৰ ৰজা হ'ল। প্ৰায় ১৭ বছৰ কাল পিতৃৰাজ্যকে ভোগ কৰি ১৩৬১ শকত এওঁ স্বৰ্গী হ'ল। এওঁৰ দিনত ৰাজ্যত কোনো উপদ্ৰৱ হোৱা নাই। এইজনা ৰজাদেওৰ ৰাজত্বকালতে থেন্‌লুঙ বুঢ়াগোহাঁই আৰু নাংনিম্ বৰগোহাঁই হ'ল। এইজনা ৰজাৰ দুটি কোঁৱৰ থাকিল। তাৰে বৰজনা কোঁৱৰৰ নাম ত্যাওফাচুফ্ৰুক্।

**থেন্‌লুঙ বুঢ়াগোহাঁই, নাংনিম্ বৰগোহাঁই**

# চুচেন্‌ফা

চুফকফা ৰজাদেওৰ বৰজনা কোঁৱৰ ত্যাওফাচুফুক্ সেয়ে চুচেন্‌ফা নাম লৈ ১৩৬১ শকত ৰজা হ'ল। এওঁৰ দিনত একদিনা দিনতে এন্ধাৰ যেন হ'ল। সেইদিনা টংচু নগা আহি বিস্তৰ মানুহ কাটিলে। তাত পাছে আখাম্‌পানী (বা খাম্‌পা) নগাই তিনিখন নাকৈ লৈ ৰজাদেৱৰ গোচৰ কৰিলেহি বোলে টংচুং নগাই আমাক দুৰ্ব্বল কৰে, স্বৰ্গদেৱে সিবোৰক মাৰি দিয়ক। পাছে ৰজাদেৱেও সিবোৰক মাৰিবলৈ চাওকাংৰান্‌—ককেক, থাওবিঙক দুইকো আগধৰি পাঠিলে, পাছতে ৰজাও গ'ল। ৰণ লাগিলত চাওকাংৰান্‌ককক আৰু থাওবিঙ দুয়ো পৰিল, পাইক মানুহ পৰিল ১৪০টা, ৰজায়ো কিছু ঘা খালে। পাছে আৰু লোকজন গোটাই লৈ, সেয়ে মহিতে গৈ, নগাৰ চাঙে স্যহিতে গৰকি ৰণ জিনি নগাক ৰবালে। পাছে ৰজা দুই বাপেক-পুতেক উলটি নগৰলৈ আহিল।

কালক্ৰমে ১৪১০ শকত ৰজাদেও স্বৰ্গী হ'ল; ভোগ ৪৯ বছৰ।

এইজনা ৰজাদেৱৰ দিনতে ১৩৭১ শকত আহিন মাহত কুসুম ভূঁঞাৰ ঘৰত

**শঙ্কৰদেৱৰ জন্ম**

অসমৰ মহাকবি, মহাপুৰুষ শঙ্কৰদেৱে বৰদোৱাত জন্ম গ্ৰহণ কৰে। এওঁৰ পূৰ্ব্বপুৰুষ চণ্ডীবৰে কনৌজপুৰৰপৰা আহি স্বৰ্গদেৱ চুখাংফাৰ দিনত (আহোমৰ ৪ৰ্থ ৰজা) পোন প্ৰথমে অসমত বসতি কৰেহি।

# চুহেন্‌ফা

চুচেন্‌ফা ৰজাৰ পুতেক চুহেন্‌ফা ১৪১০ শকত ৰজা হ'ল। এই ৰজাদেৱৰ দিনত কোচানৰ ৰজা বিশ্বসিংহে আহোমৰ ৰাজ্য আক্ৰমণ কৰেহি। কিন্তু যুদ্ধত কোচৰ ৰজা হাৰি, নিজৰ দেশলৈ উলটি যায়।

ইয়াৰ পাছত আখাম্‌পানী নগাৰে সৈতে আমাৰ ৰণ হয়। এই ৰণত আহোমৰ ফালৰ ত্যাওকাংবান্‌ৰেক বৰগোহাঁই পৰিল। কিন্তু পাছৰ খেপত- নাংবাঙ বৰগোহাঁইয়ে নগাক যুদ্ধত ঘটাই, সম্পূৰ্ণ কৈ কৰতলীয়া কৰিলে। আৰু তাৰ চিন স্বৰূপে, সেই চাঙৰে কেইঘৰমান নগাক বন্দী কৰি লৈ আহিছিল।

**ত্যাওকাংবান্‌ৰেক বৰগোহাঁই**
**নাংবাঙ বৰগোহাঁই**

সেই কেইঘৰৰ নাম টংচু ১ঘৰ, লেফেৰা ১ঘৰ, মৌপীয়া ৫ঘৰ আৰু কেইঘৰমান।

ইয়াৰ পাছত এনেতে চৈত্ৰ মাহত কছাৰীয়ে টংচুতে ৰণ ধৰিলেহি। এই কথা শুনি আমাৰ ৰজাদেৱে চেলাওচেঙ নেওগক টংচুত গড় বান্ধিবলৈ ক'লে আৰু ডা-ডাঙৰীয়া সমন্বিতে খুন্‌লুঙ বুঢ়াগোহাঁইক চাওপ্লেংলুক, আৰু প্লায়লুং নামে দুই হাতী লগত দি, ৰণৰ মুৰ পাতিবলৈ পাঠিলে; ইবোৰো গড়তে ৰ'লগৈ। পাছে কছাৰীয়ে গড়ত নধৰি পাঙৰে বাট কাটি আনি ইবোৰক ধৰিলেহি। পাছে বুঢ়াগোহাঁয়ে কছাৰীক যুঁজি নোৱাৰিলে। কছাৰীয়ে আমাৰবোৰক মাৰি ধৰি খেদি আনি দিখৌ পাৰ কৰিলে। খুন্‌লুঙ-বুঢ়াগোহাঁয়ে হাতী এৰি দি, সাঁতুৰি দিখৌ পাৰ হৈ আহিল। চুহেন্‌ফা ৰজাদেৱে কছাৰীক নাইজিনাত প্ৰীতিৰ কাৰণ কৈ, কছাৰী ৰজালৈ বুলি তিকতা ১জনী, বন্দী ১০টা দি পঠালে। হাতী এটাও দিলে। এইৰূপে প্ৰীতি কৰিলে। এই ৰণত আমাৰ জিয়েওমুং নেওগ আৰু পাইক ১৫০ পৰিল।

সেইবেলা লান্‌তকন্‌বান্ নামে এক আহোমে ৰজাৰ উঁৰালত ধান চুৰকৈ খালে। পাছে ৰজাদেৱে চোৰ পাই তাক এশ ৰূপ ডাঁৰিলে। সেয়ে খুন্‌লুঙ বুঢ়াগোহাঁইৰ ভিতৰি পেট পাই ১৪১৫ শকত মাচাঙৰ চৌছ সলাওঁতে, বাঁহৰ চুঙাত যাঠি ভৰাই আনি, ৰজাদেওক খুচি মাৰিলে।

ৰজাদেওৰ ভোগ মুঠে ৫ বছৰ। এওঁৰ তিনিজনা কোঁৱৰ থাকিল।

# চুপিম্‌ফা

চুহেন্‌ফা ৰজাৰ ৰৰজনা কোঁৱৰ চুপিম্‌ফা ১৪১৫ শকত ৰজা হ'ল। পিতৃবৈৰী লানৃতৰুণ্‌বান্‌, তাৰে পুতেক তাওফ্ৰং আৰু খুন্‌তাও এই তিনিওকে ৰজাদেৱে শাস্তি কৰি মাৰিলে আৰু খুন্‌লুঙ্গ্‌ বুঢ়াগোহাঁইকো দণ্ড কৰি বুঢ়াগোহাঁই ভাঙ্গিলে।

পূৰ্বৰ চাওফ্ৰংডাম্‌ বুঢ়াগোহাঁইৰ চাৰি পুতেক থাকিল, কিংলুঙ্‌, চাওচাইথুম্‌, লাঙ্গিপুঙ্গ আৰু লাইবান্‌। চাওচাইথুম্‌, তাওখামথি, চুডাংফা, চুজাংফা এই তিনি

**চাওফ্ৰংডাম বুঢ়াগোহাঁইৰ চাৰি পুতেক**

ৰজাদেৱৰ দিনত বুঢ়াগোহাঁই হ'ল। তেওঁৰে কিংলুঙৰে একো সন্তান নাথাকিল। লাইবানে ডাইনীৰ এক জীয়াৰী আনিলে। তাইৰে এক ল'ৰা হ'ল—নাম খুন্‌লুঙ। সেয়ে চুফক্‌ফা, চুচেন্‌ফা, চুহেন্‌ফা—এই তিনি ৰজাৰ দিনত বুঢ়াগোহাঁই হ'ল। চুপিম্‌ফা স্বৰ্গদেৱেও তেওঁকে বুঢ়াগোহাঁই পাতিলে।

পূৰ্বে চুহেন্‌ফা ৰজাৰ এক নাগিনী কুঁৱৰীত লাঙিপুঙ্‌ চোৰ পৰিল। লাঙি-পুঙকে নাগিনীকুঁৱৰীকে ৰজাই লঙ্কাকলৈ খেদিলে। তাতে নাগিনী কুঁৱৰীৰ এক

**খুন্‌লুঙ্গ খাম্‌পেঙ্গ বুঢ়াগোহাঁই**

ল'ৰা হ'ল—নাম চুংলুঙ। চুপিম্‌ফা ৰজাদেৱে সেই ল'ৰাকে আনি খুন্‌লুঙ্‌ খাম্‌পেঙ্‌ নাম দি বুঢ়াগোহাঁই পাতি ল'লেহি। সেই কৈদকে 'লঙ্কৰীয়া বুঢ়াগোহাঁই' বোলে। পাছে খুন্‌লুঙ্‌ খাম্‌পেঙ্‌কে ৰজাদেৱে ৰাজমন্ত্ৰীৰ ৰাবো দিলে।

সেইবেলা চাওপাংবৰুকৰ নাতি চাওপুংবৰুক টংচু নগাৰ ৰণত পৰিল। তেওঁৰে পুতেক লাংবাকক সেই নগাৰ ৰণলৈ পাঠিলে। পাছে নি নগৈ, পলাই থাকিল। এই দায়তে লাংবাকৰ পুতেক ভেকোলাক নি চৈয়নাত পাতিলে, আৰু বান্‌কেক চৰাই গুকুবাৰ দিলে। সেই চৰাই ৰজাৰ এক ঘৰ বন্দীয়ে খালে। সেই বন্দীৰ পো-নাতিক চুপেৰে চিতি ৰজাদেৱে খুন কৰি নগৰবপৰা খেদিলে। তাতেহে লুথুৰাখন বুলি ইহঁতকো লুথুৰাখনৰ খেলত দিলে।

ৰজাদেৱে নগাৰ এক খুন্‌বাওৰে সখী সাজি ৰজাই একদিনা পহু মাৰিবলৈ গ'ল। পাছে এক নগা বন্দীয়ে হাবিত লুকাই দা, কৰ লৈ ৰজাদেৱক মাৰিবলৈ বুলি আছিল। ৰজাকেওঁৰ সাজি নগাই দেখালত ৰজাই সেই বাটে নগৈ উভতি আহিল।

সেই আপাহতে খুন্‌বাওলৈ ৰজাদেৱে কুঁৱৰী এজনী দিলে। খুনবাওৱে মিত্ৰ সাজিয়ে দিছে বুলি কুঁৱৰীক নিলে। কুঁৱৰীৰ বাপেকৰ নাম ত্যাওজিন্।' পাছে একদিন

**কন্‌চেঙৰ জন্মকথা**
**(প্ৰথম প্ৰকাৰ)**

ৰজাক বৰকুঁৱৰীয়ে বোলে, নেচাই নিচিন্তি ত্যাওজিনৰ জীয়াৰীক হমহীয়া গৰ্ভেৰে নগালৈ কিয় দিলা? ৰজা শুনি মনত দুখকৈ থাকিল। পাছে খুন্‌বাওৰ তাত কুঁৱৰীৰ ল'ৰা হ'লত, সেই ল'ৰাক খুজি আনি ৰজাদেৱে তোলনীয়া পোকৈ তুলিলেহি। তাৰে নাম থ'লে কন্‌-চেঙ্‌।

কোনো কোনো বুৰঞ্জীয়ে কয় বোলে, নগাৰ খুন্‌বাও এটাৰে (চুপিম্‌ফা স্বৰ্গদেৱে) মিত্ৰ কৰিলে। একদিন ৪০ জন মানুহেৰে হাবিত ডঁৰিকৰ বাই পাতি

**কনচেঙৰ জন্মকথা**
**(দ্বিতীয় প্ৰকাৰ)**

চৰাই মাৰিবলৈ যাওঁতে, স্বৰ্গদেৱে হাবি লোমাই বাই পাতিছে। এনেতে নগাই বাৰ্ত্তা পাই যাঠি, বৰ্চা, দা লৈ স্বৰ্গদেৱক মাৰিবলৈ ৮০ জন মান নগা খেদি আহিল। এই কথা খুন্‌বাওৱে জানি, আন বাটে আহি স্বৰ্গদেৱক কলেহি বোলে, তোমাক মাৰিবলৈ নগাই খেদি আহিছে; শীঘ্ৰে ওলাই যোৱা। পাছে এই কথা জানি, চৰাই বাই হাবিতে এৰি গুছি আহিল। নগা আহি বিচাৰি নাপাই উলটি গ'ল। পাছে আন এদিনা খুন্‌বাওক মাতি আনি মদ-ভাত খুৱাই-বুৱাই কাপৰ দি বোলে, তোমাৰ নিমিত্তেহে মোৰ দেহটো ৰক্ষা পৰিল। এতেকে তোমাক মই কি দিম, মোৰ এই তিৰোতাজনীকে দিলো, তুমি নিয়া। সেইজনী কুঁৱৰী আলাগী আছিল। চাৰিমাস গৰ্ভ আছিল। পাছে খুন্‌বাওৱে বোলে, তোমাৰ ঘৰিণী মোক নালাগে, আক গৰ্ভো হৈছে। স্বৰ্গদেৱে বোলে, মই স্নেহকৈ তোমাক দিছো; তুমি নিয়া, কিন্তু এইৰ যদি গৰ্ভৰ ল'ৰা হয়, ল'ৰাটি মোক দিবা। পাছে খুন্‌বাওৱে নিলে। গভুৱা ল'ৰাটি জন্মিলত, এক বৎসৰৰ পাছত ল'ৰাটি স্বৰ্গদেৱক নি দিলেনি। পাছে সেই ল'ৰাটি স্নেহকৈ পুত্ৰৰতে তুলিলে। এই ল'ৰাৰ নামেই কন্‌চেঙ্‌।

৺কাশীনাথ তামুলীফুকনে লিখিছে, পূৰ্ব্বে এসময়ত চুপিম্‌ফা স্বৰ্গদেৱে নগাৰ খুনবাৰে পালসেৱা কৰোতে, চমুৱা কুঁৱৰী এজনাই ভিতৰ কাপৰপৰা ফুৰি চাই থাকি,

**কনচেঙৰ জন্মকথা**
**(তৃতীয় প্ৰকাৰ)**

খুন্‌বাওক ভাল দেখি, ৰজাদেও ভিতৰলৈ আহিলত, খুন্‌বাওটো ভাল মানুহ বুলি ৰজাদেৱৰ আগত শলাগিলত, মোতকৈ নগাকহে ভাল দেখিলে বুলি ৰজাদেৱে নগৰ্জা সেই চমুৱা কুঁৱৰীক সেই নগাৰ খুন্‌বাওলৈকে দিলে। পাছে নগা-চাঙত গৈ ল'ৰা এটা জন্মিল। সেই ল'ৰাই পাল সেৱাত অহাত কথোপকথনত ঐ চমুৱা কুঁৱৰীৰ গৰ্ভত হোৱা ল'ৰা বুলি জনাজনি হ'লত, চুহুংমুং বা দিহিঙীয়া ৰজাদেৱে পিতৃবৰ্ধা দেখি 'কনচেং' নাম দি বৰপাত্ৰগোহাঁই পাতিলে।

এখেতৰ পৰৱৰ্ত্তী লিখকসকলেও (যেনে, ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱাই) এই মতকে সমৰ্থন কৰিছে; প্ৰকৃততে কিন্তু তামুলীফুকনৰ মতটো সিমান ঠিক নহয়। নগা ৰৰপাত্ৰকে নগা পাত্ৰকে একে বুলি ভাবি লোৱাত তেখেতৰ ভুল হৈছে যেন দেখা যায়।

পাছে চুপিম্ফা ৰজাদেৱে তেওঁৰ পিতৃ ৰজাক মৰোৱাতে তলে তলে যাৰ পেট আছিল বুলি জানিলে, সেইবোৰৰ কাকো প্ৰাণে মাৰি, কাকোবা উগ্ৰশাস্তি কৰি, দেশত নানা দুৰ্গতি কৰিবলৈ ধৰিলে। তাতে অসন্তুষ্ট হৈ বুঢ়াগোহাঁই প্ৰমুখ্যে সকলোৱে আলচি ১৪১৯ শকত ৰজাদেৱক বধ কৰালে। এইজনা ৰজাদেৱৰ ভোগ ৪ বছৰ।*

---

* ৺কাশীনাথ তামুলীফুকন আৰু ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱাৰ বুৰঞ্জীত এইজনা ৰজা স্বাভাৱিকৰূপেহে মৰিল বুলি কয়।

৺ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাই কয়, চুহেন্‌ফা ৰজাক মৰাৰ পাছত দেশৰ যেনে দুৰ্গতি হৈছিল, তেনে নহ'বলৈ মন্ত্ৰীসকলে ৰজাক মৰোৱাই, স্বাভাৱিকৰূপে মৰা বুলি প্ৰখ্যাত কৰি দিলে। সম্ভৱতঃ ৰায়বাহাদুৰৰ মতেই ঠিক আৰু বিশ্বাসযোগ্য।

# দিহিঙ্গীয়া ৰজা

১৪১৯ শঁকত চুপিম্‌ফা ৰজাদেৱৰ পুতেক ত্যাওচুহুঙ্‌মুঙ্‌ ৰজা হ'ল। ৰজাদেৱৰ চাৰিপুতেক, সৰুকুঁৱৰীৰ নাম চুক্লেন, এওঁৱেই ডেকা ৰজা, গঁড়গঞা ৰজাও বোলে। চুৰেঙ্‌ বা দেওৰজা (এওঁ চাৰিঙ্‌ৰজা), চুখেৎ্ৰঙ্‌ বা তুপ ৰজা (এওঁ তিপাম্ ৰজা), আৰু চুত্যিঙ্গ (এওঁ নামৰূপীয়া ৰজা)। ৰৰজনা আইকুঁৱৰীৰ এটি কোঁৱৰ, নাম চুক্ৰাং) তেওঁৰপৰা বঢ়া ফৈদকে পাছলৈ পৰ্বতীয়া ফৈদ বুলিলে।

**ৰজাৰ পাঁচ পুতেক ভনীয়েক আৰু কুঁৱৰী**

ৰজাদেৱৰ দুই ভনীয়েক, এজনীক দিলে ফ্ৰচুঙ্গক, এজনী দিলে চুংহনক। ৰজাদেৱৰ কুঁৱৰী মুংমুঙ্গৰ জীয়ৰী এঁজনী, খিম্‌তৰ জীয়েক এজনী, কাণ্‌মুঙ্গৰ জীয়েক এজনী। প্ৰথম চাৰি কোঁৱৰ কাণ্‌মুঙ্গৰ জীয়েকৰ, চুক্ৰাং কোঁৱৰ মুংমুঙ্গৰ জীয়াৰীৰ। ৰজাদেৱৰ ইবোৰত বাহিৰেও আৰু কুঁৱৰী আছিল।

ৰজাদেৱৰ নিজৰ চাৰি পুতেকক দিহিঙ্গ, চাৰিঙ্গ, তিপাম্ আৰু তুংখঙ্গ এই চাৰি নগৰত পাতি দিহিঙ্গীয়া ফৈদ, চাৰিঙ্গীয়া ফৈদ, তিপমীয়া ফৈদ, তুংখুঙ্গীয়া বুলি ৰজাৰ ৰঙ্গহৰ চাৰিটা ফৈদ পাতিলে। ৰজাদেও নিজে দিহিঙ্গীয়া ফৈদতে থাকিল; আৰু সেই ফৈদতে তেওঁ সবাতকৈ ডাঙৰ ৰজা হ'ল কাৰণে, তেওঁকে দিহিঙ্গীয়া ৰজা বুলিলে। পাছে দিহিঙ্গৰ ওচৰৰ চৰগুৱাত বাহিৰেও স্বৰ্গদেৱে ৰকতাত পোন প্ৰথমে নগৰ কৰিলে কিন্তু সততে চৰগুৱাতেহে থাকিবলৈ ল'লে। এওঁৰ দিনৰে পৰাই এই দেশত শঁকাদিত্যৰ শঁক চলায়।

**দিহিঙ্গীয়া ফৈদ**
**চাৰিঙ্গীয়া ফৈদ**
**তিপমীয়া ফৈদ**
**তুংখুঙ্গীয়া ফৈদ**

পাছে ৰজাদেৱে আপোন পিতৃৰ বীৰ্য্যৰ সন্তান হেন জানি, কন্‌চেঙ্গক অনালে; আৰু একদিনা বুঢ়াগোহাঁইকে ৰৰগোহাঁইকে এই বুলিলে বোলে, তোমালোক এই গোহাঁই ৰূপ দুটি ৰৰ উধান, আমি ৰজাদেও সোণৰ থালি। এতেকে আমাক আৰু এক উধান লাগে। দুই গোহাঁয়ে বোলে, আৰু এক উধান পূৰ্ব্বে যে নহ'ল, এতিয়া কিৰূপে হ'ব? ৰজা বোলে, মোৰ ৰঙ্গহৰ কনচেঙ্গক তোমালোকৰ লগত মানুহ এভাগ দি লোৱা, তিনি উধান হ'ক। সিবোৰে বোলে, আমি মানুহ দিব নোৱাৰোঁ, আমাক লগো নালাগে। পাছে ৰজা খং কৰি বোলে, তোমালোকৰ মানুহ নালাগে, মই কি

কৰিব পাৰোঁ, চাওঁ। এই বুলি ৰবাহী, চুটীয়া, লুখুৰাখন হি হবাই পোৰা মানুহ, এই মানুহকে দুই গোহাঁইতকৈ বঢ়াকৈ দি, কনচেঙক বৰপাত্ৰগোহাঁই পাতিলে। নাম দিলে 'ত্যাওচুংৰিণ্।' তাৰেপৰা তিনি গোহাঁই ৰূপ তিনি উধান হ'ল। এই কনচেঙই ৰৰপাত্ৰ গোহাঁইৰ প্ৰথম। তেতিয়াৰপৰাহে ৰৰপাত্ৰৰ বিষয় চলিল।

পাছে কতদিন বকতাত থাকি ৰজাদেও চৰগুৱালৈ আহিল। পাঁচ বৎসৰৰ পাছে, খুন্‌লুঙ্ খাম্‌পেঙ বুঢ়াগোহাঁইকে আৰু তেওঁৰে ৰজহৰ থাওমুং ডিবাৰুকে আউনীয়া নগাক যুঁজিবলৈ পাচিলে। ইবোৰক যাবৰ দেখি, নগাও ভয় হৈ কুঁৱৰী এজনী আৰু হাতী এটা দি স্বৰ্গদেৱক মাতিলেহি। তাতে আমাৰ ইবোৰো উলটি আহিল। তাৰ পাঁচ বৎসৰৰ পাছত হাবুঙৰ পানবাৰী ল'লেগৈ আৰু সেই বছৰতে হালধিবাৰীতে নগৰ কৰিলে।

**কন চেঙ ৰৰপাত্ৰগোহাঁই**

পূৰ্ব্বে চুতীয়াবোৰৰ দেশ অৰাজক হৈ থকাত, একালত কামৰূপৰপৰা ধীৰনাৰায়ণ নামে এক কোঁৱৰ আহি সিহঁতৰ মাজত ৰজা হ'লহি। এতিয়া তাৰে বংশ তাৰ ৰজা হৈ আছে। চুটীয়াহঁতে সেই ৰজাক জঙ্‌মুং বুলিছিল; তেওঁৰে মন্ত্ৰীৰ নাম কাঁচিতৰা। তাৰ দুবছৰৰ পাছত জঙ্‌মুং আৰু কাঁচিতৰা এই দুয়ে লোকজন সহিতে আহি চেকৰাকটাই দি বাট কাটি, দিখৌ মুখত পছলাবে গড় বান্ধি ৰণ ধৰিলেহি। আমাৰ ৰজাদেৱে শুনি চাওক্ৰাচেঙমুং ৰৰগোহাঁই, খুন্‌লুঙ্‌খামপেঙ বুঢ়াগোহাঁই এইসকলক পাঠিলে। সিবোৰে নাৱে ভৰে গৈ চুটীয়াক ধৰিলেগৈ। পাছে চুটীয়া ৰ'ব নোৱাৰিলে, ভাগিল। আমাৰবোৰো তাৰপৰা দিহিঙমুখলৈ আহিল। পাছে চুটীয়া ৰজাই এখেত ৰণ হাৰি দিহিঙৰ গড়ত ধৰিলেহি। পাছে চুটীয়াই এওমুঙক মাৰিলে। পাছে ৰজাদেৱে শুনি ৰৰা-বুৰুক চেকৰাকটালৈ পাঠিলে। তাৰ পাছত ৰজাও গ'ল। ইবোৰেও চুটীয়াক খেদি নি দিহিঙমুখ ঠেকালেনি। আমাৰ মানুহে চুটীয়াৰ নাও এখন আৰু গোধা মানুহ এটা পাই চেকৰাকটাতে ৰজাত যোগালেনি। পাছে ৰজাদেৱে সেই গোধা মানুহতে বাৰ্ত্তা সুধিলে বোলে, তহঁতৰ চুটীয়া ক'ত আছে? সি বোলে, ডিবুৰুমুখত আছে। সেই কথা শুনি ৰজাদেৱে থাওচেঙ্‌মুঙকে, কিংলুঙকে ডিবুৰুমুখত গড় বান্ধি থাকিবলৈ দিলে; ৰজা নিজেও চেকৰাকটাৰপৰা পৰ্ব্বতলৈ আহিল। তাৰপৰা ৰাৰত চেঁচামুখলৈ গ'ল। ডিবুৰুমুখত আমাৰ গড় বান্ধিবৰ দেখি, চুটীয়াবোৰ লাউপৰালৈ গ'ল। তাৰে থাৰানুজাউ বুলি চুটীয়াৰ এক বৰুৱাই কিছুমান ঠাটেৰে ডিবুৰুমুখৰ গড়ত ৰণ ধৰিলেহি। পাছে চেঁচামুখৰপৰা ৰজাও ডিবুৰুমুখলৈ গ'ল। থাওমুংচুঙে, কিংলুঙে নাৱে ভৰে খেদি নি সদিয়া ঠেকালেনি; চাওক্ৰাচেঙমুঙ ৰৰগোহাঁয়ে, আলাগি চেটীয়াই চুটীয়া কাঁচিতৰাক খেদি নিলে; ৰজাদেৱেও চুটীয়াক সদিয়ালৈকে খেদি গ'ল। পাছে চুটীয়া ৰজাই থাওমুংচুঙেৰে, কিংলুঙৰে এখেলৈ কটকী

**চুটীয়াৰে ৰণ।**
**চাওক্ৰাচেঙ্‌মুং-ৰৰগোহাঁই**

পঠালে। খাওমুঙলৈ দিলে সোণৰ হাৰ দুগছ, পাটি দুখন, কিংলুঙলৈ দিলে কঁৰিয়া এযোৰ, পাটি দুখন। আৰু বোলে, আমি বৰিলোঁ, সিযোৰ তাতে থাকক, নাহিব; আমাক আৰু খেদাকোৰা নকৰক। আমি বছৰি স্বৰ্গদেৱলৈ কৰভাৰ দি থাকিম।

এই কথা সিবোৰে আমাৰ স্বৰ্গদেৱলৈ জনাই পঠালে। ৰজাৰো লখৌ পাচনিত কৰি এই বুলি পঠালে বোলে, তাৰ যি সোণৰ কপৰ দণ্ড, খাট, মেকুৰী, হাতী, মাইহাদ, ভোগজৰা আছে, তাৰে কপৰখিনি তাৰ নিমিত্তে ৰাখি, সোণৰখিনি মোলৈ দিব যদি, আমিও ক্ষেমা খাম। আৰু তাৰ বৰকুঁৱৰীয়ে সহিতে, তাৰে মাখুন্দী হাতীকে মুখ্য কৰি ৰৰহাটে দি হাতী ১০টা দিয়কহি। এইবুলি কৈ পঠালে। সি গৈ সেই কথা ক'লত, চুটিয়া ৰজাই বোলে, ভাল, বৰকুঁৱৰীকো, মাখুন্দীহাতীকো আৰু যি দহোটা হাতী খুজিছে, তাকো মই দিম। সোণৰ দ্ৰব্য, খাট আদি যে দ্ৰব্য খুজিছে, সিবোৰ মোৰ বুঢ়াককাৰ কালৰ সৰ্বস্ব, তাক মই দিব নোৱাৰোঁ। ন-কৈ গঢ়াইহে দিব পাৰোঁ, মোক যদি এমাহমানলৈ দিন দিয়ে। এই বুলি কটকীত কৰি, খাওমুং চুঙলৈ সোণৰ টুপৰ চিকণ জাপি ১টা, সোণৰ খাৰু এযোৰ, সোণোৱালী পয়জাৰ এযোৰ, হাতী ২টা, পাটি ২খান, আৰু কিংলুঙলৈ সোণৰ খাৰু এযোৰ, ঘোঁৰা ২টা, হাতী ২টা আৰু পাটী ২খান দি পঠালে। আৰু খাৰু, কেৰু, নৰা কাপোৰ, এনে বহুত ভাণ্ডাৰীয়া সকলোলৈও দিলে। বুঢ়াগোহাঁইলৈ যি নৰা কাপোৰ দিলে, তাৰে ভিতৰত, ৰণক মনে, ছুৰি বুলিও কয়, কটাৰি এখন দি পঠালে। পাচে বুঢ়াগোহাঁইয়ে ৰজাত জনালে। পাছে সবে আলচি বোলে, চুটিয়াই আমাক ধৰিবহে খোজে, এনে-হেন মন কৰিহে নৰা কাপোৰৰ মাজত কটাৰি দিলে। ৰজাদেৱেও খাওমুনাংচুক, চাওচিন্, কিংলুঙ, খাওমুংচুঙ, খাওমুন্‌কেথন্ আৰু চাওচিকৰং এই ছয়ৰে আলচ কৰি নিজেও কলা ঘোঁৰাত উঠি, এই সকলে সহিতে বাম বাটে দি চুটিয়াৰ ৰজনগৰ ল'লেগৈ। পাছে চুটিয়া ৰজা ভাগিল; চাওচিকৰঙে পাছে-পাছে খেদি নিলে; আন সকলেও পাছতে খেদি গ'ল; চুটিয়া ৰজাও পলাই গ'ল। গৈ ৰদাধদাচল পৰ্ব্বতত উঠিলগৈ। আমাৰ ৰজাদেও তাৰ নগৰৰ সন্নিকটত থাকিল। পাছে আমাৰ ৰৰাবুকক সকলে চুটিয়াক পৰ্ব্বততে ধৰিলেগৈ। চুটিয়াৰ মানুহো বিস্তৰ পৰিল। পাছে বলে নোৱাৰি, চুটিয়া ৰজা চন্দ্ৰগিৰি পৰ্ব্বতত উঠিলেগৈ। আমাৰ মানুহ তালৈ উঠিবলৈ খোজোতে চুটিয়াই কিছুমান কাটিলে। মানুহ পৰিবৰ দেখি, আমাৰবোৰ হহকি আহিল। চুটিয়াই আমাৰ বৰৱা প্ৰচেঙবেথক ধৰি নিলে। তাক নিবৰ দেখি সকলোৰে আলচ কৰি, খাওমুনাংচুক আৰু চাউচিনক এই দুইক বৰ বাটে পঠালে। খাওমুন্‌কেথনক লোকজন দি বাম বাটেদি চুটিয়াক ধৰিবলৈ পাচিলে।

গৌকালে ইবোৰ মাৰৰ দেখি, পৰ্ব্বতৰকোষত আমাৰ যি চুচেঙ্ শইকীয়া আছিল, সেয়ে গছত উঠি চাই দেখিলে, চুটিয়াৰ মানুহ তাকৰ। পাছে চুচেঙ্ শইকীয়াই

নগত ডেৰকুৰি মানুহ লৈ পৰ্ব্বত উঠিলগৈ। তাৰে বৰবৰুৱাৰ পালেগৈ। তাতে চুটীয়াইতে কঁৰিয়াই খুচি আমাৰ দুই চাৰি মানুহ মাৰিলে। তাকে দেখি আমাৰ ফংমুখং হাতী ৰকবাই মানুহ কিছুমান লৈ পৰ্ব্বতত উঠিলেগৈ। পাছে আমাৰকোৱে গৈ চুটীয়াক কঁৰিয়াৰ ধৰিলে; চুটীয়াই ৰণ এৰি পলাল। তেনেতে ফংমুখং হাতী ৰকবাই বহুত চুটীয়াক খুচি বগৰাই পেলালে, চুটীয়া ৰজাৰ পুতেককো কাটিলে; তাৰ কুঁৱৰী কতোৱোৰকো কাটিলে, কতোৱোৰক আনিলেও। স্বৰ্গদেওৰ পুতেক চুৰেন্-কোঁৱৰে চুটীয়া ৰজা জন্-মুঙলৈ কাঁড় মাৰিলে, কাঁড় গাত লাগিল। চুটীয়া ৰজা চাক্ খাই পৰিল। পাচে চেৰ্চং চেটীয়াই খাঁঠি মাৰি জন্-মুঙৰ মূৰটো চিঙিলে, তাৰ ৰৰকুঁৱৰী সাধনী ৰাণীৰো মূৰ কাটিলে। পাছে চাওফ্রাচেনমুং বৰগোঁহায়ে কাঁচিতৰাক খেদি গ'ল; তাকো পাই কাটিলে। জন্-মুঙৰে, কাঁচিতৰাৰে মূৰ দুটা আনি ৰজাদেওক দেখালেহি। সেই দুটা মূৰ “চৰাইদেও” আৰু “স্বৰ্গদেও” এই দুটা “দেওঘৰ”ৰ ৰৰ ভেখলাৰ মূৰতে পুতি, তাৰ ওপৰত শিল দিলে। পাছলৈ সেই শিলতে ভৰি দি, ৰজাসকল “দেওঘৰ”লৈ উঠে।*

ইয়াৰ পাছত ৰজাদেৱে নিজে গৈ চুটীয়াৰ নগৰ চাই, তাত যি যি পালে, সেই-খিনি নাৱে ভটিয়াই দিহিঙেদি পঠালে। সেই সেই বস্তুৰ লেখা; হাতী ৩০টা, ঘোঁৰা ৬০টা, যাক, বৰ্চ্ছা, ছত্ৰদণ্ড, কেকোৰা, দোলা, আৰোৱান, পিকদান, সোণৰ গগৰা, বেলা, মাইহাঙ, গৰু-মহ আৰু আনো বস্তু বিস্তৰ পালে। সোণৰ হাতী, সোণৰ মেকুৰী, সোণৰ খাট, আৰু সোণৰ তিনিচুকীয়া সিংহাসন এইখনিও পালে। এই খিনিকে “কুবেৰ দত্ত সম্পত্তি” বোলে। এই সম্পত্তি ৰজাদেৱে “স্বৰ্গদেও”ৰ ঘৰলৈ বুলি উছৰ্গি দিলে আৰু তলে কেকোঁৰা দোলাকে, আৰোৱাণ, দবা, ঢবা, মাইহাঙ, চৰানাও আদি দ্ৰব্য ৰজা, ডাঙৰীয়া আদিয়ে ব্যৱহাৰলৈ ল'লে। চুটীয়া ৰাজ্যৰপৰা ভালেখিনি মানুহকো আনি আমাৰ ঠায়ে ঠায়ে পাতিলেহি। তাত হিন্দুমানুহ পোৱা গ'ল—বামুণ ১ ঘৰ, গণক ১ ঘৰ।

কুবেৰদত্ত সম্পত্তি
(কেকোৰা দোলা)

পাচে ৰজাদেৱে সকলোৰে সমালোচনকৰি বোলে; এই ৰাজ্যখন যে মৰা হ'ল, ৰাখালে কি হ'ব? ইয়াক ৰাখিহে লাগে। এই বুলি চাওফ্রাচেন্-মুঙ বৰগোহাঁইক মানুহ, হাতী, ঘোঁৰা দি, সদিয়াতে থৈ আহিল। কিছুদিনৰ পাছত কণ সন্দিকৈক ৰজা সদিয়ালৈ পঠালে বোলে, তই ফ্রাচেনমুং বৰগোহাঁইত কথা ওলগাই কৰি গৈ—তাৰ বোৰ এখেলৈ আহিব দিবি।

* কোনো কোনো বুৰঞ্জীৰ মতে, সেই দুটা মূৰ ৰজা জন্মুঙৰে আৰু তেওঁৰ পুতেকৰহে, তাত কাঁচিতৰাৰ মূৰ নাই।

পাছে ৰূপ সন্দিকৈ গ'ল, আৰু বৰগোঁহাইত ৰজাৰ কথা ক'লে বোলে, ৰজাদেৱে তোমাক মাতিছে। তুমি এখেৰ আন মানুহ দুনুহ নিনিবা, তোমাৰ আপোনাৰ ঘৰৰ ল'ৰালুৰি, বন্দী বেটী মাত্ৰ নিবা। এই কথা শুনি স্ত্ৰাচেঙ্‌মুঙ্‌ বৰগোঁহাই আহিল। লগতে ৰূপসন্দিকৈও আহিল। দুয়ো আহি ৰজাত সেৱা কৰিলেহি। পাছে ৰজাদেৱে স্ত্ৰাচেঙ্‌মুঙ্‌ বৰগোঁহাইক বোলে, তই ল'ৰা-লুৰিক শিকাৰ-বুজাৰ লাগে, ইয়াতে থাকগৈ, সদিয়ালৈ যাব নালাগে। এইবুলি বুঢ়াগোহাঁই কৈফৰ ত্যাওচেংমুঙ্‌ক সদিয়া-

**প্ৰথম সদিয়াখোৱা গোহাঁই**
( বুৰাগোঁহাই কৈফৰ )

খোৱা গোহাঁই পাতি সদিয়া ৰাজ্যতে থাকিবলৈ নিৰ্ব্বন্ধ কৰিলে। সেইদিন ধৰি সদিয়া ৰাজ বুঢ়াগোহাঁইৰ বংশহে খায়, পূৰ্বে প্ৰথমে সেই ৰাজ বৰগোহাঁইকহে দিছিল।

পাছে এনেতে আইতনীয়া নৰাই সদিয়াত উপদ্ৰৱ কৰিবৰ কাৰণে যুদ্ধ কৰিলে। পাছে যুদ্ধত নৰা পলাই গ'ল। পাছে পুনু নৰা ৰজা আহি ৰজাদেওত সেৱা কৰি মাতিলে বুলিলেহি। আমাৰ ৰজাদেৱেও বঁটা বাহন দি আৰু এক কন্যাও দি নৰা ৰজাক বিদায় দিলে। আৰু বৰকাঁহ, জাংফাই, নৰা দা প্ৰভৃতি কৰ সোধাবলৈ নিয়ম কৰি দি তলতীয়া কৰিলে।

ইয়াৰে কতো দিনৰ পাছত, দেৱৰগাঁও, মৰজীত কছাৰী থাকোতে, সিহঁতে আহোমৰে বাদ কৰিলে বোলে, এই ৰাজ তহঁতৰ নহয়। এক ৰাতিৰ ভিতৰতে ন-হাত দ' কৰি পুখুৰী হব লাগে, পানীও ওলাব লাগে আৰু ৰ'ব লাগে,—যাৰে তেনে হয়, তাৰে ৰাজ। আমাৰবোৰে বোলে, এই গছে যাৰে ৰাজ্য বোলে তাৰে হ'ব ; কছাৰীয়েও বোলে, হ'ব। সিহঁতে বোলে, আহোমৰ যদি পানী ৰ'ব, আমাৰো ৰ'ব, গছে কিয় মাতিব ? এইবুলি পুখুৰী খানি, কছাৰী গুচি গ'ল। আহোমে পুখুৰী খানি লেপিলে, পুছিলে, পানীও কহিঁয়াই ওপোছাই থ'লে। গছৰো খোন্দত মানুহ সোমাই আছিল। গছত সুধিলত বোলে, এইখন কাৰ ৰাজ ? গছে বোলে, আহোমৰ ৰাজ। হাৰিত সুধিলে বোলে, কাৰ ৰাজ ? হাৰিয়ে বোলে, কছাৰীৰ ৰাজ নহয়। আহোমৰহে ৰাজ। তই দেৱ গছ। মিছা নামাতিবি, ই আহোমৰ ৰাজ নহয়, কছাৰীৰহে ৰাজ। গছে বোলে, কছাৰীৰ নহয়। হাৰিয়ে বোলে, আহোমৰহে হ'ব। পাছে কছাৰীয়ে এই বেলা শুনি দেৱৰগাঁৱৰ গোসাঁইলৈ (?) কছাৰী বাৰে ঘৰ আৰু অলঙ্কাৰ কিছু দি, ডেমেৰালৈ গুছি গ'ল। পাছে কাজলীমুখলৈকে আমাৰ দেশ হ'ল।

তাৰ পাচে কছাৰী ৰজাই বোলে, ই কেনেকৈ হ'ব পাৰে ? গছে মাতে নে কি ? আহোমে আহোমে বুদ্ধি কৰি আমাক কিবা উপায়ে ছলিলেহে। এনে বুলি তাৰে তাৰেক ডেদ্‌চাইক পঠাই আমাৰ গড়ত ধৰিলেহি। পাছে আমাৰবোৰেও তাক ধৰিলেগৈ। পাছে ডেদ্‌চাইক চাৰিং ৰজাৰ বন্দী এটাই থাৰি দাৰে কাটিলে। পাচে

আমাৰ স্বৰ্গদেৱে থাওমুঙ্‌তকক মৰঙ্গিগড়ত থাকিব দিলে। বজাদেও আপুনি ভা-ভাঙৰীয়া, বৰা-বুঢ়াকে সৈতে নামতিয়ে দি উজাই আহি, তিজাংমুখত গড়বান্ধি ব'লহি।

**কছাৰীৰ ৰণ**

কছাৰিও লাংলাপেতত তিজাং নৈয়ে উজাই আহিছিল। আমাৰ এক ফৈদ মানুহে গৈ তাক আগ ভেটা দিলেগৈ। পাছে সিহঁতেও আগ ভেটিবৰ দেখি আমাৰ সেই যোৱা মানুহবোৰৰ ঘৰত জুই দি পুৰি পলাল। পাছে ৰাতি আহিলত স্বৰ্গদেৱে সকলোকে এই বুলিলে বোলে, সিবোৰে যে ঘৰত জুই লগাই পলাল, তহঁতেছোঁ পাছে পাছে খেদি যা, য'তে পাৱ, ত'তে সিহঁতক ধৰগৈ। এই বুলি বজাদেৱে খেদি যাবলৈ ক'লে। পাছে আমাৰবোৰও খেদি গৈ কছাৰীক শীতল নেঘেৰীত পালেগৈ। পাছে কছাৰীৰ ডেকা বজা ( ডেট্‌চাই ) গড় বান্ধি ৰ'লগৈ। পাছে আমাৰ বজাদেৱৰ পুতেক চুক্লেন্‌মুঙ্‌কে, চাৰিংৰজাকে ( দেওৰজাক ) চিতলকে স্বৰ্গদেৱে পাঁচিলে বোলে, তহঁতে কছাৰীক ধৰগৈ যা। বুঢ়াগোহাঁই পৰীয়া হনলকে, বৰগোহাঁইৰ কিলিংখামকে সিহঁতৰ পাছতে সোঁহাতে যাব দিলে। পাছে ইবোৰ গৈ ধৰিলত, কছাৰী ভাগি গৈ ইটাগড়ত ৰ'লগৈ। পাছে আমাৰবোৰেও ইটাগড়তে ধৰিলেগৈ। পাছে কছাৰী ত'ৰপৰাও ভাগি নাহৰলৈ গ'ল। আমাৰবোৰেও গৈ মণি পথাৰত ৰ'লগৈ।

পাছে কছাৰী বজাই আমাৰ বজা দেৱতাৰ ওখেলৈ মানুহ এটিতকৈ ৰূপ দুশ দি পঠালে, আৰু বোলে, মোৰ পুথাও পুলিনৰ বাজ্য, মোৰ খুৰাই সদাই বলকৈ খাবলৈ মন কৰে। মই স্বৰ্গদেৱলৈ মোৰ ভনীকো দিম; আৰু ময়ো গৈ স্বৰ্গদেৱক সেৱা কৰিমগৈ। মোক এতেকে ক্ষেমা দিব লাগে। পাছে স্বৰ্গদেৱে বোলে, বাৰু ভাল, তাৰ ভনীয়েককো দিব, ৰূপ দুহেজাৰ আৰু হাতী ১টা দিব। তেবেসে মই ক্ষেমা খাম। এই কথা শুনি কছাৰী বজাই আমাৰ স্বৰ্গদেৱক সেৱা কৰিলেহি। আৰু বোলে, ৰূপ এহেজাৰ, তাও কাপোৰ ৫০০, উকা কাপোৰ ৫৫০, নাকৈ ১০০০, সোৱাল ১০০ সাজি, এইখনি বৎসৰি দি স্বৰ্গদেৱক সেৱা কৰি থাকিম। আমাৰ মহাৰাজায়ো কছাৰী বজাক সোণৰ আঙঠি এটা দি এই বুলি ক'লে বোলে,—এই আঙঠি সিতু বাজ নহয় মানে, মোলৈ তই মন্দ নিচিন্তিবি। এইবুলি সোণৰ আঙঠিটো দিলে। আৰু দিলে টঙ্গিয়ে সৈতে হাতী ১টা, জিমে সৈতে ঘোঁৰা ২টা আৰু হেঙ্‌দান ১খন। কছাৰী বজাৰ লগত অহা বহৰা খুন্তাৰক দিলে ঘোঁৰা ১টা, ৰূপীয়া দা ১খন, হিলৈ ১টা, এই-খনি দি তাক বোলে, তোৰ বজাৰ যে সোণৰ দণ্ড, খাট, তাৰে হাতী আৰু মগলুৰ তিনি জীয়ৰী কুঁৱৰী আছে, সিবোৰকো মোক দিব। বৰ কুঁৱৰীক তালৈ থবি। এই বুলি কছাৰীৰ লগত আমাৰো ৪০টা মানুহ দি বিদায় দিলে। সিহঁতক বোলে, যা, তহঁতে ইবোৰক ইটাগড়ত থৈ আহগৈ।

পাছে বজাদেৱে তাৰপৰা লুইতলৈ আহিল। তাৰেপৰা পাতৰকে, চিন সন্দিকৈকে বোলে, তই যা নাহৰলৈ; টংচু সন্দিকৈৰ থাওমুংতিতক মৰজিৰপৰা ৰবৈত থাকিব

থিলেগৈ। পাছে স্বৰ্গদেৱ ডেকাৰজাৰে, চাৰিঙীয়া ৰজাৰে আৰু চাওক্ৰাচেন্‌মুং বৰগোঁহাইৰে আলচ কৰি আপোনাৰ ৰাজ্যলৈ আহিল। পাছে খুন্‌খাটেকো ধৰিলে। পাছে আহি চৈৰনিয়ে ধৰিলেহি; চৈৰনিৰ লগতে উজিবো। পাছে আমাৰবোৰে ধৰি নিলত উজিবো পলাল।

আৰু পাছে (ইংৰাজী ১৫০৬ চনত) বৈশাখ মাহত নবাব খছন খাঁৰ সেনাপতি তুৰবকে সহিতে আমাৰ কলিয়াবৰতে প্ৰধান যুধ হ'ল। হাতী ২টা, ঘোঁৰা ১৩৯০টা এইখনিতে আহি তুৰবকে আমাৰবোৰক ধৰিলেহি। ৰজাদেৱে এই কথা শুনি, ডা-ডাঙৰীয়াবোৰক বৰ্ণলৈ পঠিলে। এই যুধত আমাৰ খুন্‌লুঙখাম্‌পেঙ বুঢ়াগোহাঁই প্ৰমুখ্যে ৮খন হেঙ্‌দানৰ ৮জনা সেনাপতি সেনা সহিতে পৰিল। ৰজা শুনি চাওক্ৰাচেন্‌মুং বৰগোঁহাইক খং কৰি বৰগোহাঁই ভাঙি তেওঁৰে সলনি কিলিংখামক বৰগোহাঁই পাতিলে, আৰু খুন্‌লুঙ খাম্‌পেঙৰ মূৰে ত্যাওচাঙ্‌বাইক বৰগোহাঁই পাতি বৰ্ণলৈ পঠিলে। পাছে হুৰোজনা বৰ্ণলৈ গৈ শত্ৰু পক্ষৰে মিলিব খোজে হেন শুনি, হুৰোকে মাতি আনি, ডাঙৰীয়া ভাঙি, লাঙি ধুপুৰাক বুঢ়াগোহাঁই আৰু তন্‌খামক বৰগোঁহাই পাতিলে। এনেতে তুৰবকেও কলীয়াবৰলৈকে আমাৰ দেশ মাৰি গুছি গ'ল।*

মুছলমানৰ আক্ৰমণ
(৬ষ্ঠ বাৰ)

কিলিংখাম্ বৰগোহাঁই

ত্যাওচাঙবাই বুঢ়াগোহাঁই
লাঙিধুপুৰা বুঢ়াগোহাঁই
তন্‌খাম্ বৰগোহাঁই

* মুছলমানৰ পঞ্চম আক্ৰমণ: এই আক্ৰমণৰ পূৰ্বে মুছলমানবিলাকে পঞ্চবাৰ আসামদেশ আক্ৰমণ কৰিছিল। কিন্তু সেই আক্ৰমণ আহোম ৰাজ্যত ন'হয়। ইং ১৪৮৯ চনত এই আক্ৰমণ হৈছিল। বঙ্গদেশৰ চুলতান আলাউদ্দিন হুচেন চাহে এই আক্ৰমণ কৰে। এওঁ মুছলমান ধৰ্ম্মৰ মূল প্ৰৱৰ্ত্তক মহম্মদৰ বংশত উপজিছিল। এই সময়ত উজনিখণ্ডত আহোম ৰজা চুহেন্‌ফাই ৰাজত্ব কৰিছিল আৰু কামৰূপৰ কমতাপুৰত নীলাম্বৰ ৰজা আছিল। নীলাম্বৰৰ শচীপাত্ৰ নামেৰে এজনা ব্ৰাহ্মণ মন্ত্ৰী আছিল। এই মন্ত্ৰীৰ পুত্ৰেকে ৰজাৰ ৰাণীত চকু দিছিল। ৰজাই ইয়াৰে গম পাই মন্ত্ৰীৰ পুত্ৰেকক মাৰি, অন্য আহাৰ্য্য জন্তুৰ মঙহ বুলি মন্ত্ৰীক সেই মৰা পুত্ৰেকৰ মঙহ ৰান্ধি খুওৱালে। মন্ত্ৰীয়ে ভূ-পাই মৰণান্তিক বেজাৰ পাই, গঙ্গাস্নান কৰিবৰ ছলেৰে গৈ, বঙ্গদেশৰ নবাবক সকলো কথা কৈ সহায় খুজিলেগৈ। বঙ্গদেশৰ নবাব হুচেন চাহে কমতেশ্বৰ নীলাম্বৰক বশ কৰিবৰ মনেৰে, সেনা পঠাই যুদ্ধ খুজিলে। নীলাম্বৰো মোটেই কাপুৰুষ নাছিল। বঙ্গদেশৰ পাঠান সৈন্যৰ লগত ১২ বছৰ অনবৰত কমতেশ্বৰে যুদ্ধ কৰে, তেওঁ কাৰো জয়-পৰাজয় নাই। অৱশেষত হুচেন চাহে যুদ্ধত কমতেশ্বৰক পৰাস্ত কৰিবৰ উপায় নেদেখি, ছল কৰি সন্ধিৰ প্ৰস্তাৱ কৰিলে। মুছলমানৰ কূটনীতিৰ মৰ্ম্ম নুবুজা নীলাম্বৰে সৰল মনেৰে সেই সন্ধিপ্ৰস্তাৱত সন্মত হ'ল। পাছে হুচেন চাহে কমতেশ্বৰলৈ এই বুলি কৈ পঠালে বোলে, এতিয়া আমি যুদ্ধ এৰি মিত্ৰ হলোঁ, আমি অলপতে ভটিয়াই যামগৈ। কিন্তু যোৱাৰ আগেয়ে আমাৰ তিৰুতাবিলাকে তেওঁৰ ৰাণীৰ লগত সাক্ষাৎ কৰিব খোজে। কমতেশ্বৰে এই প্ৰস্তাৱতো দ্বিৰুক্তি নকৰিলে। পাছে হুচেন চাহে ছল কৰি দোলাৰ ভিতৰত তিৰুতা নপঠাই অস্ত্ৰশস্ত্ৰধাৰী সেনা-সামন্ত এজাক পাঠি নীলাম্বৰক চৌলৰ ভিতৰতে বন্দী কৰি সমস্ত নগৰ অধিকাৰ কৰি পেলালে। কোনোৱে কয়, কমতেশ্বৰ পলাই সাৰিল। কোনোৱে কয়, মুছলমানে বন্দী কৰি তেওঁক লৈ গ'ল, আৰু কাৰো মতে, মুছলমানবিলাকে তেওঁক তাতে মাৰিলে।

এনেতে টংচু নগাৰে আকৌ ৰণ হ'ল। পাছে ৰজাদেৱে টংচু নগাৰ ৰজাকো জিনি খুন কৰি ধৰি আনিলে। সিও হাতী, ঘোঁৰা আৰু ৰূপ ১০০ দিলে। ৰজাদেৱৰ পা চুই সেৱা কৰিলে। পাছে ৰজাদেৱে তাক শিকালে, বুজালে, বোলে অলপতে তই ক্ৰোধ নকৰিবি। তাম, বাজ, সীহৰ ঠেনা নহ'বি, সোণৰ ৰূপৰ ঠেনা হ'বি। এই বুলি হাতৰপৰা সোণৰ আঙঠি এটা দিলে। আৰু এই বুলি ক'লে বোলে যোঁলৈ বুলি ২০ খাটনীয়াৰ আৰু ৫ ঘোঁৰা, বুঢ়াগোহাঁইলৈ তিনি ঘোঁৰা আৰু মৰঙীখোৱা গোহাঁইলৈ এক ঘোঁৰা বছৰি দিবি। এই বুলি বুঢ়াগোহাঁইৰ ফৈদৰ মৰঙীখোৱা গোঁহাই পাতি মৰঙীত থাকিবলৈ নিৰ্ব্বন্ধ কৰিলে।

**মৰঙীখোৱা গোহাঁই**
**( বুঢ়াগোঁহাইৰ ফৈদৰ )**

সেইবেলা কছাৰীৰ উপদ্ৰৱত ৰবদোৱাত ৰ'ব নোৱাৰি, ভূঞাইত উজাই আহি বেলগুৰি ঘোঁৰাহাটাত আছিল। স্বৰ্গদেৱক বামুণে গোচৰ দিলে বোলে, ভূঞাইতে দেশ ভাঙিলে। পাছে ৰজাদেৱে ভূঞাবোৰক ধৰাই আনি বিচাৰি চাই দায় হেন নেদেখি, সিইঁতক নিৰ্ব্বন্ধ দি মেলি দিলে। ইয়াৰ কিছু পাছত, একদিনা ৰজাদেও গড় বান্ধি হাতী ধৰিবলৈ গ'ল। ভূঞাইতকো হাতী বেৰিবলৈ দিলে। পাছে হাতী ভূঞাইতৰ ফালে পলাল। তাতে দায় ধৰি, কতো ভূঞাক ৰজাই নি বন্দী কৰিলে, কতোক কাটিলেও আৰু কতো পলাই সাৰিল।

অনদিয়েক ভূঞাই সৈতে শঙ্কৰদেৱ পলাই সাৰিল; মাধৱদেৱ আৰু শঙ্কৰৰ জোঁৱায়েক হৰিক বন্দী কৰিলে। পাছে মাধৱদেৱক বৈৰাগী ভাবি এৰি দিলে, আৰু হৰিক কাটিলে।

পাচে সলাত গড় বান্ধি লৈ, উত্তৰে-দক্ষিণে যি ৰাজ্য পায়, তাকো মাৰিবৰ মন কৰিলে। যাওঁতে বিশ্বসিংহে আহি ধৰিলে ; উত্তৰে কাজলী, দক্ষিণে ৰবনদী এইখনি ৰাজ্য মাগিলেহি। সেইবেলা বঙ্গালৰ ৰজাই পুনৰ তুৰবক্ নবাবক দেশ মাৰিবলৈ পঠালে। সেয়ে আহি হাতী ২টা, ঘোঁৰা ১৩১০ টাৰে, কলিয়াবৰৰ খাৰৈ পালেহি। আমাৰবোৰে বতৰা পাই ধৰিলত ৰণ যুঁজ হ'ল। পাচে আমাৰবোৰে বলে নোৱাৰি হহকিঁ আহিল, কতোবোৰ পানীত পৰিল, ডেকা ৰজাও পৰিল। পাচে ৰৰাহীৰ নান্‌ত্যাংচাইকৌৰ পো-নাতিয়ে ডেকাৰজাক তুলি আনিলে। এই আপাহতে সেই ৰবৰ ৰণপানী নাম হ'লে। পাচে ৰজাদেৱে ডেকাৰজাক বোলে, চাওক্ৰাচেঙ্‌মুঙ্‌, মৰাউলা দেওধায়ে, তইঁত তিনিও লোকজন লৈ এঠাই হৈ কুকুৰা ঠেঙ্গ চাইহে যাবি। এই বুলি ক্ৰাচেঙ্‌মুঙকে আকৌ ৰৰগোহাঁই পাতিলে। ইবোৰেও এঠাই হৈ কুকুৰাঠেঙ্গ পাতিলে। দেওধায়ে বোলে,

**মুছলমানৰ ৭ম আক্ৰমণ**

**চাওক্ৰাচেঙ্‌মুঙ্‌ ৰৰগোহাঁই**

আমি গড় পাৰ হৈ যদি ধৰোঁ, আমি হাৰিম; গড় পাৰ হৈ যদি বঙ্গালে ধৰেহি, আমি জিকিম। এতেকে এতিয়া আমি আতে থকা ভাল।

পাচে দিন চাৰি থাকি, ৰজাদেৱে নাও-নাৱৰা যতন কৰিলে, আৰু বণুৱাবোৰকো বঁটা-বাহন দিলে। কন্‌চেঙ্‌ বৰপাত্ৰকো তামুলী কুঁৱৰী এজনী দি বণলৈ পাচিলে। সেইবেলা বণলৈ আহোঁতে, ফ্ৰাচেঙ্‌মুঙ্‌ বৰগোহাঁয়ে গাভৰুত (তেওঁৰ বৈণীয়েকক অৰ্থাৎ মূলাগাভৰুক) কাপৰ খুজিলে। গাভৰুৱে বোলে দিন সামান্য আছে, কাপৰ কেনেকৈ দিম, কাপৰ দিব নোৱাৰোঁ। কাপৰৰ লক্ষণ শুনা, মাজ নিশা ৰাতি কপাহ নেওঠিব, পাঁজি কৰিব, সূতাও কাটিব, কাপোৰো ব'ব।

**মূলাগাভৰু**

ৰাতি নৌপুৱাওঁতেই কাপোৰো ওলাব লাগে। তেনে কাপোৰহে বণলৈ ভাল। পাচে সেই কাপৰ বণলৈ যাওঁতে বৰগোহাঁয়ে পিন্ধিবলৈ পাপালে। পাচে গাভৰুৱে আহোঁতে গিৰিয়েকক বাধিলে; গোহাঁয়ে বাধা নুশুনি বণলৈ আহিল। আৰু গড়গঞা ডেকাৰজা প্ৰমুখ্যে আনো লোকে সহিতে গড় পাৰ হৈ দেওধাইৰ কথা নুশুনি বঙ্গালক খেদি নিলে। পাছে তুৰবকে গড়ৰপৰা ওলাই ধৰিলেহি। আমাৰ মানুহক খেদি নি কপিলীগঙ্গাত পেলালেহি; গড়গঞা ৰজাৰ গাতো কাঁৰ লাগিল, ঘোঁৰাও পৰিল। চাওফ্ৰাচেঙ্‌মুঙ্‌ বৰগোহাঁই, থাওমুংক্লিং খাম্‌বিংচাং প্ৰমুখ্যে আমাৰ বিস্তৰ মানুহ পৰিল। পাচে মূলা গাভৰুৱে বণত গিৰিয়েকক পৰিবৰ শুনি খেদি আহি বণ ধৰিলেহি। বণত বঙ্গালৰ ফালৰ বঙ্গাল আৰু তৌজী সেনাপতিক বৈয়াই পেলালে। তাত পাচে সবে মিলি কন্‌চেঙ্‌ বৰপাত্ৰে বঙ্গালক মাৰি খেদি নি ভালেটো কাটিলে। হাজোৰপৰাও বঙ্গালক মাৰি খেদি নিলে। কতোদিনে ঘোঁৰাঘাট পাই তাতে বৰ মাইৰ যুদ্ধ হ'ল, সাতদিন-সাত ৰাতি। পাচে বঙ্গাল নাভাগে। গড়গঞা ৰজা গোঁহাইবোৰে সৈতে লগ হই ভাবি নাৱেৰে মাৰ বান্ধি যুদ্ধ কৰি বঙ্গালক নোৱাৰিলে। তাত পাচে কন্‌চেঙ বৰপাত্ৰো ঘৰত ভাগি আহিল। ৰজাদেৱে তিনিবাৰ মানুহ পঠাই মাতিলে, তেওঁ নাহিল ৰাজমাৰে মাতিলতহে আহিল। পাচে তেওঁকে মুখ্য সেনাপতি পাতি ৰজাদেৱে আকৌ তুৰ্‌বকক মাৰিবলৈ পাচিলে। বৰপাত্ৰে বোলে, তিনি বৎসৰ যুদ্ধ কৰি নোৱাৰিছে; লোকজন ডা-ডাঙৰীয়াও অনেক পৰিল। যুদ্ধ কৰি আৰু নোৱাৰোঁ, মিত্ৰ কৰি মাৰোঁ। গোহাঁয়ে বোলে,—মই বৰিব খোজোঁ, তুৰ্বক ৰজা মিত্ৰভাৱে নিয়ে নেনিয়ে। এইদৰে তুৰবকলৈ কটকীত কৈ পঠালে। তুৰ্‌বকে বোলে, ভাল, গোহাঁই আহোক। গোহাঁয়ে বোলে, ভাল, মই তেহে যাওঁ। তুৰবকৰ লগত মই থাকিম, ববা-বুকৰ লগত মোৰ ববা-বুকক থাকিব। এই যদি সত্য নিবন্ধ হয়, তেহে যাওঁ। তুৰবকে বোলে ভাল, এই নিবন্ধ হওক। পাচে আমাৰ ভাৰ বাড়িত শেল সুমুৱাই ল'লে—পাটিগাৰৰ সান্ধিত দা সুমুৱাই ল'লে। পাচে গোহাঁয়ে বোলে—মানিসা (মাজ নিশা?) যাওঁতে মই তুৰ্‌বকক ধৰিম। তইঁতে

ৰৰা-বুৰুকে ৰৰা-বুৰুকক ধৰিবি। এই নিবন্ধ কৰি গ'ল। সেই বাপ্তি কন্‌চেন্দ্‌ গোঁহাই ভুৰ্‌বকেৰে কথা হই হল চাই আছিল। পাচে ভুৰবকক শেলেৰে খুঁচি মাৰিলে। তাৰ চোলা, খাৰু আনিলে। ৰৰা-বুৰুকেও ৰৰা-বুৰুকক মাৰিলে। পাচে কন্‌চেঙ্গ বৰপাত্ৰে সবে মিলি বঙ্গালৰ বহু মানুহ ধৰি বান্ধিলে। আৰু কতো সৈন্য লগত লৈ বাকী বঙ্গালক খেদি নি কৰতোৱা পাৰ কৰি থলেনি। এই ভুৰ্‌বকৰ যুদ্ধৰণৰা আমাৰ হিলৈ হ'ল। পাচে সেই কৰতোৱা গঙ্গাতে তেজ পুঁজ ধুই, তাত কতোদিন থাকি, ১৪৫৪ শকত, কন্‌চেঙ্গ বৰপাত্ৰে আমাৰ সীমা পাতি, দৌল, আলি-পুখুৰী কৰি চিন ৰাখিলে। আমাৰ ৰণজিকি অনা বঙ্গালৰ সেনাধিনিক হাতীধাঁহী দিলে। সিহঁতে

**মৰিয়া**

হাতীৰ নেগুৰৰ ফালে ঘাঁহ গুজি দিয়াত নেজানে বুলি খাতত খেতি কৰিবলৈ দিলে। তাতো নিলগৰ বোকা আনি কঠিয়াৰ গুৰিত দি খেতি কৰিলে; নগ মানুহে খেতি কৰি ছশ পুৰা ধান পালে। পাছে ৰজাই একো নেজানে বুলি ইহঁতক "আদানি কৰি ধনী" কৰিলে, আৰু 'মৰিয়া' বুলি ক'লে।* পাছলৈ ইহঁতে নিজ ইচ্ছামতে পিতলৰ টৌ, লোটা, কলহ আদি সাজি। নিজৰ জীৱিকা মোকলাবলৈ ধৰে। ইহঁতৰ বংশৰ মানুহে আজিলৈকে এই ব্যৱসায় কৰি খায়। আৰু প্ৰায় প্ৰতিকথাতে "এ মাৰী! এ মাৰী!!" বুলি খায়। ইহঁত কিন্তু অসমৰ আদিম জাতি নহয়; ইহঁতৰ মূল বঙ্গদেশত থকা পাঠান জাতিহে।

পাছে ৰজাদেৱে গৌৰৰ বাদচাহৰ ভুৰবক কৰতলীয়া হেন জানি, হেজাৰ ফৌজে সহিতে ঊৰালী চেটীয়াক পত্ৰসন্দেশ দি গৌৰৰ বাদচাহৰ ঠাইলৈ প্ৰীতিৰ নিমিত্তে পঠালে। বাদচাহে পূৰ্বাপৰ সুধি, পত্ৰসন্দেশ দি, এছা নামে এক ভাল মানুহ আমাৰ স্বৰ্গৰাজাৰ ঠাইলৈ পঠাই দিলে। তাত যি কৈছিল, সিও আহি আমাৰ ৰজাৰ ঠাইত তাকে ক'লেহি। পাছে মহাৰাজাই তাৰ কথা বুজি এইবুলি ক'লে বোলে, ভাল, আমালৈ যি হয় লৈ আহক, আমি প্ৰীতি কৰিম। এইবুলি তাক পঠাই দিলে। পাছে সি সেইদৰে ক'লত গৈ, গৌৰৰ ৰজা নিজে নাহি, ভায়েকক পঠাই দিলে। ৰজাৰ ভায়েকৰ হাতত দি পঠোৱা বস্তুৰ লেখা:—ৰূপ ১০০০, ঘোঁৰা ৩০টা, বাঘ ৩২টা, এইখিনি দি পঠালে; আৰু বছৰি এনে নিয়মে দিবলৈ কবুল কৰিলে। পাছে ৰজাদেও চৰগুৱালৈ গ'ল।

---

* কোনোৱে কয় বোলে, নবাৰ খহুলখাঁও (এওঁ হুচেন চাহৰ পাছত বঙ্গদেশৰ নবাব হয়) এই আক্ৰমণত আহিছিল; আৰু কন্‌চেঙ্গবৰপাত্ৰই তেওঁৰে ভুৰবকৰে কাটি ৰখা মূৰ দুটা ৰজাৰ নগৰলৈ লৈ যায়। ৰজাদেৱৰ এটি ঘৰ আছিল। তাত শত্ৰুবিলাকৰ মূৰ কাটি কাটি আনি থাপি থোৱা হয়। বৰপাত্ৰ ভাণ্ডাৰীয়াই খহুল খাঁ আৰু ভুৰবকৰ মূৰ দুটা দিয়াতেই, ৰজাই সানন্দমনে তেওঁক অভ্যৰ্থনা কৰিলেগৈ, ৰাজমন্ত্ৰীৰ যাব দিয়ে আৰু সেই মূৰ দুটা সেই ঘৰটোত থাপি থ'লেগৈ। এই যুদ্ধত মুছলমানৰ যুদ্ধ কৰা বহুত সঁজুলি আমাৰ হস্তগত হয়।

পাছে কতোদিন থাকি বজালেৰে ভাংকাং, চেটীয়া এই দুইৰ লগত লোকজন দি কমতেশ্বৰৰ ঠাইলৈ দূত পঠালে। সিবোৰেও এক হাজাৰ ঠাটেৰে অনেক সম্ভাৰ লৈ গ'ল। পাছে কমতেশ্বৰে অপূৰ্ব সন্দেশ দেখি, ভাল লোকৰ মুখে শোধালে বোলে, কোন বজাৰ দূত আহিছে আৰু কি নিমিত্তে বা আহিছে? আৰু যে শুনিছোঁ বোলে এক হাজাৰ ঠাটেৰে সাৰেতৰে আহিছে, ক'ব লাগে। পাছে আমাৰ দুই কটকীয়ে বোলে, আমাৰ স্বৰ্গ মহাৰাজাৰ সাতমাসৰ পথত নগৰ। তাতে থাকি অনেক ঠাটেৰে এক পুত্ৰক পূৰ্বদেশলৈ পাচিছে, এক পুত্ৰক জয়ন্তা, মগলু, ত্ৰিপুৰা—এইসকল দেশ মাৰি বশ কৰিবলৈ পাচিছে। এক পুত্ৰ হাজাৰ ঠাটে সহিতে আহি কৰতোৱাত বহিছেহি। সেয়ে আমি দুইক পঠাই এইখান বুলিছে বোলে, কমতেশ্বৰ ডাঙৰ বজা বুলি শুনিছোঁ; এতেকে আমাৰে যুদ্ধ কৰে নে মিত্ৰৰভাৱে হয়? পাছে কমতেশ্বৰে পাত্ৰমন্ত্ৰী সহিতে সমালোচন কৰি বোলে, শাস্ত্ৰমুখে শুনিছো, প্ৰথমে প্ৰীতিগোটহে শ্ৰেয়; যদি প্ৰীতি নহহে, তেবেহে যুদ্ধ কৰিব লাগে। এতেকে তইঁতৰ স্বৰ্গ মহাৰাজানো কোন প্ৰীতিক বাঞ্চা কৰে? পাছে দুই কটকীয়ে বোলে, আমাৰ মহাৰাজ কন্যাৰ কাৰণ কহিছে, তাকে আমি আশই নাপাইহে নকৈছোঁ। পাছে কমতেশ্বৰে বোলে, কন্যা হ'লে য'তে ত'তে দিবকেহে লাগে। বিশেষত সৌমাৰেশ্বৰ মহাৰাজাক যদি মই জোঁৱাই পাওঁ, তেৱে আতপৰে ডাঙৰ কি আছে? এইবুলি কমতেশ্বৰে মহাপাত্ৰক আজ্ঞা কৰিলে। মহাপাত্ৰেও অনেক বস্তু সম্ভাৰ, হস্তী ঘোঁৰা, ভাল-মানুহ লগত যৌতুক দি, কমতেশ্বৰৰ জীয়েকক আনি স্বৰ্গমহাৰাজাৰ ঠাই যোগালেনি। কন্যাৰ লগত যৌতুক দিয়া মানুহৰ লেখা :—সেৰপুৰ, পাতিলা জহা, এবাৰে সেন্দুৰ, কামৰূপ, বাহিৰ বন্ধ এই পাঞ্চখান দিলে।*

কামৰূপত বিশ্বসিংহ বজা আছিল। তাৰে নাম শুনি আমাৰবোৰে সসৈন্য খেদি গ'ল। পাচে বাজা সুবৰ্ণ এচক, ৰূপ এচক লৈ আহি আমাৰবোৰত বহিলহি। সেই সময়ত লাইলাঙ্ বৰগোহাঁই প্ৰমুখ্যে সকলোৰে বোলে, কমতেশ্বৰে কন্যাৰ লগত পঞ্চগ্ৰাম কামৰূপ সহিতে যৌতুক দিছে। তুমি যাতো আমাত আহি বহিলা; আমিও তোমাক এই ঠাইতে বিশ্বসিংহ বজা নাম দি, থাপিলো। এতেকে তুমি স্বৰ্গমহাৰাজাৰ ঠাইলৈ উপায়ণ দ্ৰব্য দি থাকিবা। এইবুলি আহিল।

**লাইলাঙ বৰগোহাঁই**

পূৰ্বে চুকাফা বজাই যি ৰবাহী, মৰাণ পালে, থামিথুমা ( থাকুম্‌থা ), থকুনথনা, এইজনা বজাই তাৰে নাতি-পুতিক চৰগুৱা, মাইবেলা, দিহিঙ, ৰুঁজো, বাঘচোং আদি

---

* দিহিঙীয়া বজা স্বৰ্গদেৱলৈ দিয়া কমতেশ্বৰৰ এই গৰাকী কন্যাৰ নাম কোনো কোনো বুৰঞ্জীত মতে বাজনী বুলি কয়। বাজনী কিন্তু আহোমৰ ৫ম বজা ত্যাওচুখাংফাৰহে কুঁৱৰী আছিল। তেওঁ আহোমৰ ৫ম, ৬ষ্ঠ আৰু ৭ম জনা বজাৰ মাক

আনো ঠায়ে ঠায়ে পাতিলে। আৰু বোলে, বৰাহী, মৰাণ, চুটিয়া, কছাৰী, লুখুৰাখন, ইইঁতৰ যি ভাল মানুহ হয়, তাঁহাতৰ নাম নাকাঢ়িব, চেটীয়া বুলিব। আৰু পূৰ্ব্বে যে আমাৰ নাম হৰাল, ন-পুৰণি মিহলি হ'ল, এতিয়া জনাবোৰতে চিন কৰক। এইবুলি বৰাবুৰুকত মাতত্তে চিন ৰাখিব দিলে।

পূৰ্ব্বে বৰুতাত থাকোঁতে বজাদেৱৰ নগাৰে প্ৰীতি আছিল। বানফজীয়া নগাৰ খুন্‌বাও এটাৰে সখী সাজি কৰিছিল ; তাৰ নাম কাৰংমা। একদিনা কাৰংমাক নি বজাৰ চাংমাই শালৰ চাঙ্গত ভাত খুৱালে। বজায়ো খাইছিলে। পাচে লুখুৰাখনৰ জীয়ৰী চমুৱা কুঁৱৰী এজনে বজাক আল ধৰিছিলে। কুঁৱৰীয়ে খুন্‌বাওক ভাত খোৱা চাই আছিলে। বজাই পানীলৈ হাত মেলি আছিল। কুঁৱৰীয়ে তালৈ মন নকৰিলে। বজাই খং কৰি বোলে, এই মোলৈ মন নকৰিলে। তাইৰ মন নগাতেহে সোমাল। এই বুলি কুঁৱৰীক নগাৰ খুন্‌বাওলৈ দিলে। পাচে এক বছৰৰ মূৰত খুন্‌বাওৰ দিকিৰ ল'ৰা এটা হ'ল। সেই ল'ৰাও বজাদেৱে নি তুলিলে। নাম দিলে "কনেঙ্গ্-চেঙ্গ" (কন্‌চেঙ্গ্) নহয়। পাচে টংচু নগাৰ ৰণত আপাহ পাই, সেই ল'ৰাৰ নাম দিলে, 'নগা-পাতৰ, নগা ৰৰপাত্ৰৰ খেলৰ মাজতে কনেঙ্গ্-চেঙ্গক খেলুৱাকৈ দিলে। কনেঙ্গ্-চেঙ্গৰ দুই ল'ৰা, তাৰে সৰুটোৰে লগত এক ল'ৰাৰে সৈতে এক কছাৰিণী আনিলে ; সেই ল'ৰাৰপৰা বঢ়াফৈদক কলাইপাতৰ বুলিলে। নগা ৰৰপাত্ৰ, নগা পাতৰ আৰু কলাই পাতৰ এই কেৰৰ একে নহয়, তিনিওৰৰ পৃথক পৃথক।

পূৰ্ব্বে চুকাফা বজাৰ দিনত নৰা বজাই চুটিয়া, কছাৰী, মৰাণ, নগা আৰু কমতেশ্বৰৰ ঠাইলৈকে খুত তুলিছিলে। সেয়ে খুত তুলিবলৈ তিনিটা মানুহ পাকিলে। এটা গ'ল কমতেশ্বৰৰ ঠাইলৈ, এটা গ'ল চুটিয়ালৈ, এটা গ'ল মৰাণ, বৰাহী, কছাৰী আৰু নগাৰ তুলিবলৈ। পাছে চুকাফা বজাদেও পূৰ্ব্বে নামি আহোঁতে তাৰে মৰাণ, বৰাহী, কছাৰী, নগাৰ খুত তুলিবলৈ যোৱাটোৰ ঘৰত দিনাদেক থাকিছিল। তাৰে সতি-সন্ততিক এইজনা বজাদেৱে পাই, বেথা কৰি নাম দিলে, "বিমুনপাতৰ।" এতিয়া এই ঘৰৰে ৰৰটোৰ পৰিয়ালক "নৰাপাতৰ" বোলে। নৰাপাতৰে, বিমুনপাতৰে একে বংশ। এটা চুটিয়াৰ খুত তুলিবলৈ আহি, তিপামৰ কোৰৰতে থাকিলে। তাৰে পো-নাতিক পাই, এইজনা বজাদেৱে নাম দিলে, "চামুংতিয়া"। পাছে মহাৰাজা সিহঁতকে গড়গাঁও সীমাত পাতি "গড়গঞাপাত"ৰ নাম দি, ৰৰগোহাঁইৰ খেলত দি, আহোম কৰি দিলে। কুলত এই ঘৰ পূৰ্ব্বত নৰা।

এইজনা বজাদেৱে খুন্‌লুঙ্গ্‌খামুপেঙ্গ বুঢ়াগোহাঁইৰ ভাইক গঁৱালী হাট এখন দি, বাজখোৱা পাতি, নগা চকী দি জৰকাত থ'লে।

**বুঢ়াগোহাঁইৰ বাজখোৱা**

সেইবেলা ডাঙৰ ভুঞাইতে আহি গাছ শৃঞ্জৰৰ ঠজা বজাক ভেটেহি। মাহেক ছমাহে থাকি যায়। এই নিয়মে অহা-যোৱাকৈ থাকে। পাছে

ৰজাদেৱে উত্তৰ কূলত এমাহ থাকি চাৰি পূৰা মাটিৰ পুখুৰীখানি আহি, দিহিঙত দোল বান্ধি, শিলিখাতলত পানী চকী দি, দ'লৰ গুৰিতে হাট পাতিলে। ভূঞাইঁতে আহি হালধিবাৰী নগৰতে ৰজাদেওৰে কথা-বাৰ্ত্তা হৈ থাকে। ৰজাদেৱে বামুণইঁতক বাদ কৰাই বং চায়। পাছে একদিনা ভূঞাইঁতক অনাই বামুণৰে বাদ কৰালে। ভূঞাইঁতে পুৰাণৰ কথা, আগৰ কালৰ ৰজাবোৰৰ কথা-বতৰা ক'লে—গঙ্গা জগন্নাথৰ কথা ক'লে, দেখাবো কথা ক'লে। দেখাবো কথা ক'লত, ৰজাদেৱে হিন্দু দেৱ বুলি লৈ আহিব দিলেগৈ।

পূৰ্ব্বে আমাৰ বাক চাৰিব নাজানে; ভূঞাইঁতৰ পৰাহে হ'ল; আমাৰ পূৰ্ব্বে কাঁৰ্‌ফাই ধেনুহে আছিল। পূৰ্ব্বে চুটিয়া ৰাজ্য মাৰি কুবেৰদত্ত সম্পত্তি আনোতে, তাৰে লগত এক ধেনু পালে; সেয়ো এক ধেনু, পিঠিয়ে জোৰে তিনি হাত, তাকে চুটিয়া ধেনু বোলে। ভূঞাত পালে বৰধেনু, তাকে মৰাই বাক চৰাই থাকে।*

এইজনা ৰজাদেওৰ দিনতে চাওফ্রাচেঙ্গমুঙ্গ বৰগোহাঁইৰ দিকিৰ পূৰ্ব্বে বুঢ়াগোহাঁইৰ এক বেটীৰ এক ল'ৰা হৈছিল। সেই ল'ৰাই বুঢ়াগোহাঁইৰ ল'ৰা বুলি ইদৰে বৰ হৈ ফুৰে। পাচে সেয়ে বৰগোহাঁইক মাৰিব খুজিলে। পাছে নোৱাৰি, সেই ল'ৰাই নৈ পাৰ হৈ গৈ, বুঢ়াগোহাঁইত শৰণীয়া হৈ পৰিলগৈ। পাছে বুঢ়াগোহাঁয়ে সেই ল'ৰা ৰাখি "পাপন" নাম দিলে। আহোমৰ লগত পাতিলে। যাতো বৰগোহাঁইৰ বীৰ্য্য বেটীত হ'ল, এই নিমিত্তেহে বৰগোহাঁই পৰীয়াই পাপনৰে জীয়াৰী অনা-নিয়া নকৰে।

এই ৰজাদেওৰ দিনতে একালত গোহাঁইবোৰে আপুনি ৰজা হ'ব খুজিলে। সেইবোৰক ৰজাদেৱে নাক-কাণ কাটি ঠায়ে ঠায়ে পাতিলে, আৰু সেইবোৰৰ নাম দিলে—"আহ্‌-বুং"। এইজনা ৰজাৰ দিনতে টুংচু ৰজাৰে (অৰ্থাৎ টুংচু নগাৰ ৰজাৰে) ৰণ লাগিছিল। সেই ৰণলৈ চাওকাংবত্তুক গোহাঁইক পঠাইছিলে। ৰবগোহাঁইৰ লগত কলাঙ্কক তেওঁৰ পুতেকো গ'ল। পাছে নগাৰে কটাকটি লাগিল; আমাৰ মানুহো বিস্তৰ পৰিল। ৰবগোহাঁইৰ চাওকাংবানকক আৰু কলাঙ্ককো পৰিল। পাছে ৰবগোহাঁয়ে (ভগা ৰবগোহাঁই ত্যাওকাওবানৰেকে) মানুহ পৰিবৰ দেখি আগ বাঢ়ি গৈ নগাকো এক হুই কাটিলে। নগায়ো হুকি মাৰি খেদি গৈ, ৰবগোহাঁইক কাটিলে। পুতেককো কাটিলে, ভায়েককো কাটিলে। পাছে মন্ত্ৰী বুলি ৰবগোহাঁইৰ বাপেক-পুতেকৰ শব আনি

* কোনোৱে কয় বোলে, চুটিয়া ৰজাৰ "কুবেৰ দত্ত সম্পত্তি" আহোমৰ হস্তগত হোৱা নাছিল। চুটিয়াবিলাকে সন্ধি কৰিব খোজাত আহোম সেনাপতিয়ে এই সবিধান দিছিল যে, ১২টা হাতী "কুবেৰ দত্ত সম্পত্তি" আৰু জয়্‌ধ্বজৰ ৰবইুৱৰী সাধনী বাধীক সমৰ্পণ নকৰে মানে, কোনো প্ৰকাৰৰ সন্ধি হ'ব নোৱাৰে। চুটিয়া ৰজা ইয়াত মান্তি নোহোৱাত আহোম সেনাই চন্দনগিৰি (চন্দ্ৰগিৰিও বুলি কয়), তেওঁৰ মন্ত্ৰীক বধ কৰি চুটিয়া ৰাজ্য দখল কৰে; আৰু সাধনী বাধীয়ে "কুবেৰ দত্ত সম্পত্তি" বুকুত বান্ধি লৈ চন্দনগিৰিৰ টিঙৰপৰা দলৰ কুণ্ডলৈ জাপ দি দেহত্যাগ কৰিলে।

লাউৰে মুৰ সাজি লগাই দ'কৈ পোতালে। সেই কাৰণেহে ৰবগোহাঁই ফৈদীয়াই মুণ্ড ছিগা বা মুণ্ড নোহোৱা লাউ নেখায়। পাছলৈ সিবোৰকে দেখি আনেও নেখায়।

দাঁৰ-কাংবানককৰ পুতেক চাওকাংবান্কক্ তাৰে প্ৰথম দুই ল'ৰা, লাইলাং বৰ, খুন্লাং সৰু। পাছে বজাদেৱে লাইলাঙ্কে ৰবগোহাঁই পাতিছিলে। তাকে পূৰ্ব্বে টংচু নগাৰ বণলৈ পাঠিলে। পাছে লাইলাঙ্গে বণলৈ যাওঁ বুলি গৈ, বণলৈ নগৈ পলালে। লাইলাঙৰ ভতিজাক লাইচেঙ্গে দেখি বোলে, আমাৰ পো-নাতিৰ কাললৈকে চাউল মাৰিলে, পৃথিৱী থকালৈকে দুৰ্যশস্যা হ'ল। এইবুলি অসন্তোষ কৰি মহবৈকালৈ গ'ল। পাছে উতাওনিলৈ লুহান পুংথামে গ'ল। তাতে পাক গাঁও মাৰিলেগৈ। নগাও ভাগি খেন্লোৰাৰে পলাল। বৰ নগাটো পাই লাইচেঙ্গে ধৰি আনিলে। পাচে টংচু নগাৰ গাঁও লুৰি এঘৰ পালে; তাকে বজাদেৱে লগত ল'লে; ৰবগোহাঁইৰ ঘৰগিৰী পাতিলে; আৰু দাঁৰ-কাং-বান্ককৰ বৰপুতেকৰ বৰটোক (অৰ্থাৎ লাইলাঙক) পাই ধৰি বজহৰ পৰা নিলগাই নি, দিহিঙৰ চেউনি হাবিত পাতিলে। এইঘৰৰ পাছলৈ ৰবগোহাঁই হ'ব নোৱাৰে; ই ঘৰৰ নাপালেহে হব।

পূৰ্বে ধোঁৱাখাটত এইজনা বজাদেওৰ দিনতে, বঙ্গাল মাৰোঁতে, এক ৰবজনা গোহাঁইদেও চুক্লেন্মুঙ, এক বজাদেও নিজে, আৰু এক দেওবজা চুৰেঙ—এই তিনিক বঙ্গালে বোজবাজ দিওঁতে কুকুৰা দিলেহি, কুটুকা বঙা, "পট্টাল দৰ্থ্যা মাল পচাম্ কৰা" (?) ১০ কুকুৰা, ১০ কুকুৰী। পাছে সিহঁতে যুঁজে, আৰু আলৰ কোৰত কোনোটো মৰে। এনে দেখি পাছে বাজ্যলৈ আনি পোৱালি কৰি অধিক কৰিলে।

বজাদেওৰ পাঁচজনা কোঁৱৰ এৰিও আৰু তিনিজনা জীয়েক আছিল। তাৰে

**বজাৰ তিনিজনা জীয়েক**

এক জীয়েক দিলে, বুঢ়াগোহাঁইৰ পুতেকত। বুঢ়াগোহাঁইয়ে নাপায় বুলি নানে, বজাদেৱে বলেৰেহে দিলে। এক জীয়েক ৰবগোহাঁইৰ নাতিয়েকত দিলে। আৰু ইজনী দিলে থাওমুংত্যাওৰ নাতি ত্যাওচিঙ্ টংচু সন্ধিকাইত।

একদিনা চ'ৰাত ওলাই বহোঁতে বজাদেৱে বোলে, নগাৰ সীমায় আমাৰ এটা গড় বান্ধক। পাছে আমাৰ মানুহ গড় বান্ধিবলৈ গৈ, প্ৰথমে হজত খানোতে এক মানুহ ওলাল; বা বিছনিৰ কোৰৰত কোৰৰ ছাব লাগিলত, সিজু এঠা যেন ওলাল। পাছে সেই মানুহে বোলে, মোক কিয় তুলিলি। আমাৰ মানুহে বোলে, নজানিহে তুলিলো। সি বোলে, লোহিত কেনি গ'ল? আমাৰবোৰে বোলে উত্তৰে পৰ্ব্বত সমীপে গৈছে। সেই মানুহে বোলে, দক্ষিণে গতি এৰি উত্তৰবাহিনী হ'ল; কলিযুগ হ'ল, এতেকে মোক এতিয়া আকৌ পুতি থইক। ইহঁতেও পুতি থৈ, সেই কথা বজাত ক'লেগৈ। বজাদেৱে বোলে, সিটো কিমান ডাঙৰ? সিহঁতে বোলে,—বা-বিছনীৰ পৰাহে দেখিলো। এটা হাতীৰ মান ডাঙৰ হ'ব। এই কথা শুনি বজাদেৱে বোলে, গড়

এতিয়া নাবাছ। পাছে আমাৰ মানুহেও গড় নাবান্ধি গুচি আহিল। সেই পৰ্ব্বতৰে নাম থাকিল "দেওপৰ্ব্বত" আৰু তাৰ সমীপতে পুৰণ্ ৰজাৰ মৈদাম আছে।

আৰু একদিনা ৰজাদেও নগৰলৈ আহি মাছ-পহু মাৰিবলৈ যাওঁতে, লুইতত জাল বাওঁতে জাল লাগিল। টৈমুনীয়া নদীয়ালে বুৰ দিলে। পাছে নদীয়ালক নোলাবৰ দেখি কন্‌চেঙ্ বৰপাত্ৰে আপুনি বুৰ দিলে। পাছে বৰপাত্ৰে দোৱানেৰে কাৰো কৰিলত ভুট হৈ লুইতৰ ৰজাই জাল একবাৰ দিলে বোলে, মোক নদীয়ালে চুবলৈ আহে, তাতেহে তাক মাৰি থৈছোঁ। সেই বেলা লুইতৰ ৰজাৰ দুই কুঁৱৰীৰ কণি মিহলি হৈ বিবাদ লাগিলে। তাৰে এজনাই সেই কণি বৰপাত্ৰৰ গাতলৈ দলিয়াই দিলে বোলে, আৰে নিমিত্তেহে বিবাদ লাগি থাকে; তয়ে লৈ যা। বৰপাত্ৰে বোলে, আৰু মই কি

**বৰপাত্ৰৰ ঘৰৰ কুলদেৱতা**

কৰিম? লুইতৰ কুঁৱৰীয়ে বোলে, ভাল ৰূপে ধৰি। ই থাকিলে ঐশ্বৰ্য্য সম্পত্তি হুওছে। পাছে বৰপাত্ৰ পানীত পৰা মৰা যেন হৈ ওলালেহি, সেওঁ দিলতহে ভাল হ'ল। ৰজাদেৱে সুধিলে বোলে, কি দেখিলি? সুধিলত বৰপাত্ৰই সকলোখিনি ক'লে, কণিও দেখালে। ৰজাদেৱে বোলে, কণি তোলৈ দিলে নে? মোলৈ দিলে? বৰপাত্ৰে বোলে, মোলৈহে দিলে, পাছে বাক ভুমিয়ে লোৱা। ৰজাদেৱে বোলে, যাক দিয়ে, সেয়েহে পায়, এতেকে তয়ে ল। এই বুলি কণিখন বৰপাত্ৰক দিলে।*

এইজনা ৰজাদেৱে পূৰ্ব্বৰজাই টামনি মাৰি ৰৰভুঞাক ধৰালে। পাছে সিহঁতক আনি উত্তৰ কূলত পাতিলে, আৰু সিহঁতৰ ল'ৰা কিছু ৰ্গদেৱে তামুলী পাঁচনিকৈ লগত ল'লে। প্ৰধানিক ভুঞা ১২ ঘৰ; আতৈ ভুঞা, শকাই, উজীৰ, লস্কৰ, চোমদাৰ, সনাতন, কেহো, বামভট্ট, ভকত, তমাই, বাই আৰু কৌষিক, এই ১২ ঘৰ মুখ্য ভুঞা, আৰে চাৰিটাকৈ সকমুৰীয়া ভুঞা, ছকুৰি আঠোটা। তাৰে চাৰি ঘৰ সকমুৰীয়া ভুঞা, হাঁহবাৰীত পাতিলে নি। তাৰে যেছা কলিতা বোলে এঘৰ ৰ্গদেৱৰ লগত ললেহি। তাৰে এক ভায়েকক আনি সোণাৰীজানত পাতিলে, আৰু এক ভায়েকক খড়ীয়া বুলিছিলে। খড়ীয়াৰ ঘৰে তিনিঘৰ হ'ল। পাছে যেতিয়া ৰ্গদেৱে কছাৰী মাৰিলে, মৰজী পাৰ কৰি খেদিলে, তেতিয়া খড়ীয়াৰ ঘৰৰ চামকলীয়াক ৰজাদেৱে মতাই আনি "টুৰাপাল" (টুৰ্পাক?) নাম দি মৰজীত পাতি থ'লে। সেই সময়ৰপৰা এই ঘৰক "বাঁহবৰীয়া চেটীয়া" বোলে। এই ঘৰ পূৰ্ব্বত কলিতা।

সামান্য ৰৰাহীৰ মাজত থাওমুংথাই বুলি এক ৰৰাহী আছিল। ৰজাদেৱে তাকে

---

* কন্‌চেঙ বৰপাত্ৰৰ পৰিনাতি ৺কমলেশ্বৰ বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ পুত্ৰ শ্ৰীমান শৈলেশ্বৰ বৰপাত্ৰ গোহাঁইৰ জিম্মাত এই দ্ৰব্য (কণি) এতিয়াও আছে। তেওঁলোকৰ পৰিয়ালৰ মানুহে এই কণিক "কুলদেৱতা" বুলি কয় আৰু পূজা কৰে। এওঁলোকৰ বৰ্ত্তমান ঘৰ গোলাঘাটৰ অন্তৰ্গত মাহৰণী মৌজাত।

"চাংকজ্"কৈ ল'লে, আৰু খেৰৰ, বাঁহৰ, বেতৰ কামেৰে ঘৰ দেখালে। সেই দিনৰে পৰা সেই ঘৰৰ "চাংকজ" নাম থ'লে, আৰু মানুহটোৰ নাম দিলে "থাম্ থাকুম্"। আৰু সন্দিকাই কৈদৰ এক ভিকতাক গৰ্ভেৰে এইজনা ৰজাদেৱে আহোম নীতিৰে ভিকতাকৈ ল'লে। তাইৰে সেই গৰ্ভত অহা ল'ৰাটি হ'লত, যেই ল'ৰাকে ৰজাদেৱে "চৈয়দীয়া সন্দিকাই" নাম দিলে, তাৰো নাম থলে "যুযুং"।

পূৰ্ব্বে চুকাফা ৰজাৰ লগত নামি অহা "চিঙিভাজ্" যে আছিছিলে, এই ঘৰকে পাছলৈ "দেহিঙ্গা চিং" বোলে। দেহিঙ্গা চিঙৰ ঘৰৰ চাওমুঙৰ বৈণী এইজনা ৰজাদেওৰ চাঙলৈ অহাযোৰা কৰিছিল। আৰু চাওমুঙে ৰজাদেওক মৰনা পাখীলৈ ফৰিঙ যোগাইছিল। পাছে চাওমুঙৰ বৈণীৰ ৰজাৰ দিকিৰ এটি ল'ৰা হ'ল। ৰজাদেৱে বোলে, এই ল'ৰা মোৰ দিকিৰ, বাপেকে বোলে, মোৰ। তাকে ৰজাদেৱে তুলি ল'লে। সিও ৰজাদেওৰ লগতে আছিলে। পাছে সেই ল'ৰাকে ভুৰবকৰ বৰ্ণলৈ পাঁচোতে সিও বৰ্ণত আগৰণুৱা হৈ ফুৰিলে। সেই আপাইতে, ৰজাদেৱে "গড়গঞা সন্দিকৈ" বুলিৰ দিলে। ৰজাদেৱে বোলে, কোনেও ইহঁতৰ পুৰুষ নেখালিব। যি খালিব, মই কাটিম, মোৰ পো-নাতিয়েও কাটিব। তাৰেপৰা সেই ঘৰলৈ ৰজাৰ জী অনা-নিয়া নকৰে।

একদিনা ডেকাৰজা চুক্লেনে কুকুৰা যুঁজাই, বোলা-বুলি লগাই গুচি আহিল, এই এক কথা। আৰু একদিনা ৰজাদেও গড়গাঁৱলৈ পহু মাৰিবলৈ আহিল। ৰৰজনা আইকুঁৱৰী একদিনা দুপৰ সময়ত চুক্ৰাং গোঁহাইক কোলা লৈ আছোঁতে, ডেকাৰজা সেৱা কৰিবলৈ গৈ, সেৱা নকৰি, ই সি চাবৰ ছলে উলটি আহিল। সিৰলৈ মানুহ পঠালতো ডেকাৰজা নগ'ল। পাছে ৰজাদেও গড়গাঁৱৰ পৰা আহঁলত, বাণীয়ে এই কথা ৰজাত ক'লে। ৰজাদেৱে এই কথা শুনাত ডেকাৰজাৰে মনান্তৰ হ'ল। এয়ো এক কথা। আৰু পূৰ্ব্বে প্ৰীতিৰ কাৰণে মহাৰজালৈ বুলি কছাৰী ৰজা এক কন্যা দিছিলে। সেই কন্যাৰ কাৰণে পিতাপুত্ৰৰ (মহাৰজাৰে ডেকাৰজাৰে) বিৰোধ হ'ল। সিও এক কথা। আৰু পূৰ্ব্বে কমতেশ্বৰৰ ৰাজ্যৰ পৰা ডেকাৰজা দুই কন্যা আনিছিলে। সেই দুয়ো কন্যাকো ৰজাদেৱে আপুনি কুঁৱৰী পাতি ৰাখিলে। পাচে অসন্তোষ কৰি ডেকাৰজা বোলে, কমতেশ্বৰৰ তাৰপৰা দুই কন্যা আনিলো, তাকো তেওঁ ৰাখিলে, পিছু হ'ল কি হ'ল, যেন থুচি মাৰিবা। এইবুলি ডেকা ৰজাই অৰ্দ্ধেক লোকেৰে আলচি, ৰকতাৰ পানীত হাত জোৰৰাই, নেৰিবি বুলি শপত কৰালে। পাছে ৰজাদেও দিহিঙলৈ আহি, ডেকাৰজাৰ মাকক শপতাই পুতেকক আনিবলৈ পঠালে। পাচে তেওঁ গৈও নাহিল। ডেকাৰজাও ওলাল। ডেকাৰজা যুঁজত বলে নোৱাৰি দিখৌ কোৰে কোৰে আহি দিখৌ কোৰ পাই, তাতো ৰ'ব নোৱাৰা যেন দেখি শেহত গাভৰুবোৰক হাতে তুলি আগ কৰি দিলে। ইবোৰো আওৰাল্লে। পাচে ৰজাদেৱে বোলে, ইবোৰনো কোন? এৰে কিয়নো হ'ল? পাছে ৰজাদেৱে চাই বোলে, বলে

লোৱাৰি সি বোৱাৰীবোৰক আনিছে। আমি উলটি যাবৰ উপায় কৰিছে। এতেকে আমি উলটি যাবহে লাগে, বোৱাৰীহঁতে সহিতে কি যুঁজিবা ? এই বুলি ৰজাদেও দিহিঙলৈ গ'ল। যি ঠাইত পিতাপুত্ৰৰ যুঁজ লাগিছিল, সেইখনিৰ নাম হ'ল "চেপন", আৰু যি খনিত চেপি ধ'লেহি, তাৰ নাম "থেপন" থাকিল।

আত পাছে কতদিন থাকি, ডেকাৰজাই লগৰ মানুহ পঠাই কছাৰী কুঁৱৰীৰ গালৈ পাচনী বেটী পঠাই এই বুলি কোৱালে বোলে, বুপাদেউতাক যেনেতেনে উপায়ে মাৰিব পাৰে যদি, ৰৰমিত্ৰ পাতিম। এই কথাতে সম্মত বুজি, কছাৰী কুঁৱৰীয়ে ভায়েক লেহেতোৱাকে ক'লে। সি বোলে, মোক আজ্ঞা কৰে হতে, খুচিব পাৰোঁ। ডেকাৰজা শুনি বোলে, পাৰ যে উপায় কৈ যাব। পাছে একদিনা ৰাত্ৰি কুঁৱৰীয়ে ভায়েকক তিকতা সাজ পিন্ধাই, মিতেবে ৰজাদেওক খুন্ কৰাই মৰালে। কোনোৱে কয় বোলে, লেহেতোৱাই তিকতা সাজ পিন্ধি ৰাতি গা-চোৰা লিগিৰা খেৰচাইৰ লগত সোমাই চুলাত যাঠি ভৰাই নি, ৰজাদেওক খুচি মাৰিলে। সেই যাহ'ক, ১৪৬১ শকত ৰজাদেও চুকাল, ভোগ ৪২ বছৰ।

# গড়গঞা ৰজা

পাছে ডেকাৰজাই ১৪৬১ শকত ৰজা হ'ল। পিতৃৰজাক মৰাৰ কাৰণে, বহুতে ডেকাৰজাক বেয়া পালে। এতেকেহে ডেকাৰজাই চৰগুৱাৰ নগৰ এৰি, গড়গাঁৱত নগৰ কৰিলেহি। সেই বুলি তেওঁক 'গড়গঞা ৰজা' বুলি কয়। পাছে গড়গাঁৱত শিঙৰি ঘৰ উঠি আহোম মতে "চুক্লেনমুঙ্" নাম ল'লে।

পাছে এইজনা ৰজাদেৱে বোলে, লেহেতীয়াৰ মন নাপায়। এইবুলি কছাৰী কুঁৱৰীৰ দুই ভায়েক, লেহেতীয়া আৰু ৰাত্‌মালকে কছাৰী কুঁৱৰীয়ে সহিতে তিনিও ভায়েক-ভনীয়েকক এটা গাত খানি, তাতে তলে-ওপৰে কাঁইট দি পুতি থ'লে। লেহেতীয়াৰ আনো ভাই ৰজহক যাক পালে ধৰাই আনি কাটিলে। পাছে ৰজাদেৱৰ ভায়েকবোৰে শুনিলে বোলে, বাপেক ৰজাক পুতেকে মৰালে। এই কথাত খং খাই, কেউ ভাই একে ঠাইতে গড়গঞা ৰজাৰে বিবাদ লাগিল। পাছে দীঘল যোৰত যুঁজ ধৰিলেহি। পাছে ৰজাদেৱক যুঁজত নোৱাৰি ভায়েকহঁত (চুখেন্দ, চুতেজ আৰু চুক্লাং) সদিয়াৰ পোনে পলাই গ'ল। তাতে ৰূপ সন্দিকৈয়ে সিবোৰক বন্দী কৰিলে। গড়গঞা ৰজাদেৱেও খেদি গৈ ডিবুকমুখৰ কোৱামৰাত কিছু ৰণ কৰিলেগৈ। তাতেহে তাক "যুজমনা" বোলে। দেওৰজা চুবেঙক এৰি, ৰজাদেৱে আনো তিনি ভাইক ধৰি আনি দিখৌমুখত "মুণ্ডমালাবান্ধি" ভালকৈ পুতি থৈ কাজ সজ কৰিলে আৰু দিখৌ-মুখ সীমা কৰি, পাইমালী ভিতৰ কৰি, নগৰ যেৰাই গড় বান্ধিলে। তাতে হেৰম বুলি মানুহ এঘৰ আছিলে। তাক গুছাব নোৱাৰিলে। সি কহনখাওমুঙৰ পো-নাতি। বাঁজী-বঁজা দুটি মানুহ; সি ৰজাকো বৰ কথা মাতে। এইখিনিতে নাম ফালে গড়গাঁৱৰ গড় কিছু খঁৰা হই থাকিল। চাৰিখন দুৱাৰ দিলে। উত্তৰ ফালে আলিত নাহৰ কলে; তাৰে নাহৰ আলি নাম থ'লে। পূৰ্ব্বে দিহিঙীয়া ৰজাদেৱৰ দিনত নগৰত দুৱাৰ দুখনকৈহে আছিল। এইজনা ৰজাদেৱেহে আগৰ কালৰ ৰজাবোৰৰ কথা শুনি, নগৰৰ চাৰি দুৱাৰ কৰিলে।

সেইবেলা ৰজাদেৱে ৰানক্ৰা নগা মাৰিলে। আৰু দহকুৰি এঠাই হৈ, দিখৌৰ দুই পাৰে হাৰি কাটিব দিলে, আৰু মানুহ বহিবলৈ বুলিলে। দহ-আঠ-একেঠাই হই হাৰি কাটে; আকৌ আম দিনা এঘৰৰ কাটে; এনে নিয়মে কটা-কটি কৰি হাৰি কাটে। অধিক মানুহ যাৰ, সি অকলে কাটে। বাজ্য মাৰি অনা মানুহবোৰে বোলে, ভইতে

আমি মাগি খুজি খাম, এবে দুখ বন কোনে কৰে? তাতে আমাৰ খান্‌খিত্‌ নাই। এনে বুলি হাৰি নাকাটে। পাছে ৰজাদেৱে স্তুৰি চাই বোলে, হেৰ, দুখ কৰিলেহে মুখ ভৰে। নহ'লে কিকৈ খাবি? আৰু তইঁতৰ পো-নাতিয়েহে খাব, মোৰ পো-নাতিক দিবি নে কি? এইবুলি ৰজাদেৱে সিইঁতৱে বং কৈ থাকে।

পাছে চুডাঙৰ ৰৰৰৰাক দিখৌৰ উত্তৰে মাটি গুচাই দক্ষিণ পাৰে মাটি দিলে আৰু উত্তৰকূলীয়া হাবি কাটিবলৈ ৰজাদেৱে বিস্তৰ মানুহ দিলে। এনেতে কোচে ৰণ ধৰিলেহি। সেই যুঁজত

**চুডাঙৰ ৰৰৰৰা**

আমাৰ বিস্তৰ মানুহ মৰিল। চুডাঙৰ ৰৰৰৰাও মৰিল। পাছে টুংচু সন্ধিকাইৰ ত্যাওচিঙক ৰৰৰৰা পাতিলে, দিখৌকোষত দোল বন্ধালে, আৰু দিহিঙৰ নিয়মে এই ঠাইতো হাট পতালে, আৰু সেই নামে এই ঠাইতো উত্তৰকূলীয়া হাট নাম থ'লে।

**কোচেৰে ৰণ**

পাছে হেমনৰ বুঢ়াটো মৰিলত, তাক তাৰ বাৰীতে পুতি তাৰ কাজ সজ কৰি গড় পোনালে। আৰু পূৰ্ব্বে টংচু সন্ধিকাই ৰৰৰৰাৰ বৈণীয়েক, দিহিঙীয়া ৰজাৰ জীয়েক বাস্তো নগাৰ ল'ৰা এটা তুলিলে। পাছে আপোনাৰো এটি হ'ল। পাছে ৰজাৰ জী মৰিলত টংচু ৰৰৰৰাই নগা ল'ৰাক ভাগ নিদিলে। এই কথাতে গড়গঞা ৰজাদেৱে বোলে, মোৰ বায়ে যে তুলিলে, তাকো ভাগ দে। টংচু ৰৰৰৰাই বোলে, নিদিওঁ, সিয়ে মযে সমান নে কি? পাছে ভাগ নেদিবৰ দেখি ৰজা খং হৈ বোলে, তই অকলশৰীয়া পহ, তোৰ অধিককৈ বংশ নোহোক। এইবুলি ৰৰৰৰা ভাজি লাতুক ৰৰৰৰা পাতিলে, নগাল'ৰাকো বাৰী মাটি দি পাতিলে। আৰু তাকে ৰৰাহীৰ নেওগ কৰিলে। আত পাছে ৰজাদেৱে ঘৰমুৰি এপোৰা মানুহ ৰজা ঘৰত বন কৰিবলৈ নিয়ম কৰি দিলে। পাছে কতোৰে বয়, কতোৰে নবয়। বাজ মাৰি অনাবোৰে যেই বোলে, তাকে কৰে; আহোমবোৰে নকৰে।

**সন্ধিকৈৰ ৰৰৰৰা**

টাইটামৰ ঘৰ, মাৰৰতী গঞা এঘৰ, আৰু বান্‌ৰকতামাং এঘৰ, এই তিনিঘৰ নিয়মৰ আহোম নহয়। পাছে পূৰ্ব্বে দিহিঙীয়া ৰজাৰ দিনত ৰজহৰ আঠ কৌৰৰ কটাকটি কৈ মৰিলে। সেইবেলা এই তিনিঘৰ মানুহ আহোমৰ লগত সোমাই জাতুৰা আহোম হৈ থাকিল। পাছে সিইঁতৱে এঘৰৰ ভুৰৰকৰ ৰণত আপাহ পাই দিহিঙীয়া ৰজাদেৱে নাম দিলে "লুকু-ভুৰহুজ"। এইজনা ৰজাদেৱে তাৰে পো-নাতি পাই "চেংধৰা" বুলিলে।

পাছে ভিতৰতে "চোমদেও" আৰু লক্ষ্মী-নাৰায়ণ দুয়ো দেৱতা হ'ল দেখি, ৰাজত ৰৰচুৰাৰৰ ভিতৰতে দেৱালয় পতা দৰে, ঘৰ কৰি, চোমদেওক ৰাজলৈ নি, দেৱতাৰ পৰে পালিয়ে থাকিবলৈ ডাওৰীয়াসকলৰ ৰজহৰ লৰা-লুৰিকে দিলে আৰু সেইবোৰকে "গোহাঁই চেটীয়া" বুলিলে। প্ৰথমে ডাওৰীয়া সকলেই দিনচেৰেক পৰ দিছিলে, সেইহেতুকে "চটাই চ'ৰা" কৰিলে,

**চটাই চ'ৰা**

আৰু নগা আলি বন্ধালে। ৰজাদেৱে চেটীয়াৰ পাত্ৰক হাবুদ্ভ নি মাৰিলেগৈ। তাৰে বৈণীয়েকক লুইত্যোকেং বুলি এক আহোমে সঙ্গ বাখিলে ; তাৰে দিকিৰ তাইৰ এক ল'ৰা হ'ল। পাছে ৰজাদেৱে শুনি তাকে "খুন্নুংকত্যোও পাতৰ" নাম দি বৰপাত্ৰৰ খেলত দিলে।

পূৰ্ব্বে চুটিয়া ৰাজ্যত 'দল-দশং' বুলি এক শুকান মদহৰ ঙঁৰালী আছিল। চুটিয়াৰাজ্য মাৰোঁতে দিহিঙ্গীয়া ৰজাদেৱে তাকে ধৰি আনিলে। তাৰ পো-নাতিক পাই, এইজনা ৰজা স্বৰ্গদেৱে "চুটিয়াৰ চান্দ ঙঁৰালী" নাম দিলে। সিহঁতৰ পৰিয়ালৰ এতিয়াও "চুটিয়াৰ চান্দ ঙঁৰালীৰ ঘৰৰ" বুলি কয়। মূলত পূৰ্ব্বে কোচ। "দলদশঙ"ৰ চাৰি পুতেক, মাৰি কোচ, চিকণ বাই, চান্দ আৰু নেক। ৰজাদেৱে চিকণ বাইক ঙঁৰালী কৰি বাইভাজ মেলত দিলে। ই তিনি বৰচেঁকেলা হই থাকিল। সেই চিকণ বাইৰ বংশকে "আহোম ঙঁৰালী" বোলে ; জাতত কোচ। পূৰ্ব্বে দিহিঙ্গীয়া ৰজাদেৱে চুটিয়া ৰাজৰপৰা ধৰি অনা মানুহ।

কছাৰীৰ গাবোচেৰ, তামজচাম্‌, লুদাই, এইবোৰ মুখ্য কছাৰী। এইজনা ৰজাদেৱে সিহঁতকে আনি ঠায়ে ঠায়ে পাতিলেহি। তাহাঁতৰে কত্যো কত্যোক "চেটীয়া" নাম দি চেটীয়াৰ খেলত দিলে।

পাছে ১৪৭৪ শ'কত এইজনা ৰজাদেও স্বৰ্গী হ'ল ; ভোগ ১৩ বছৰ। এই ৰজাদেওৰ দিনতে নাজান বুঢ়াগোহাঁই হ'ল, এওঁৰ পাছত নাপ্যেত তাওক্ৰংতাম্‌ বুঢ়াগোহাঁই হ'ল। আৰু কন্‌চেঙৰ পুত্ৰ কন্‌জাঙ বৰপাত্ৰ গোহাঁই হ'ল। আৰু সেই আইখেক্‌ বৰগোহাঁই ৰাজমন্ত্ৰী হ'ল। এওঁ মন্ত্ৰীৰ পাছে আকৌ তন্‌থাম্‌ বৰগোহাঁই ৰাজমন্ত্ৰী হ'ল।

নাজান বুঢ়াগোহাঁই
নাপ্যেত্‌ত্যাওক্ৰংতাম
বুঢ়াগোহাঁই
আইখেকবুঢ়াগোহাঁই
তন্‌থাম বৰগোহাঁই
কন্‌জাঙ্‌ বৰপাত্ৰগোহাঁই

এই ৰজাদেৱৰ দিনতে গড়গাঁৱৰ পুখুৰী, আৰু কাঁহিকুচীৰ মঠাউৰি, আৰু চাদিনীমুখৰ মঠাউৰি কৰোৱা হয়, আৰু পূৰ্ব্বে বামুণী কোঁৱৰে অনা লক্ষ্মীনাৰায়ণ শালগ্ৰামেই ভিতৰৰাল পূজাৰ দেৱতা হ'ল।

# খোৰা ৰজা

গড়গঞা ৰজাৰ মৰণান্তে তেওঁৰ ৰৰপুত্ৰ চুখাম্‌ফা ১৪৭৪ শকত ৰজা হ'ল। হাতীৰে কুৰোঁতে পূৰ্বে ভৰি এটাত দুখ পোৱা আছিলে, সেই দেখি এওঁকে "খোৰা ৰজা" বোলে।

এইজনা ৰজাদেৱৰ দিনতে প্ৰথমে চৌখাম বুঢ়াগোহাঁই হ'ল—তাৰ পাচে চাওপ্ৰেট বুঢ়াগোহাঁই হ'ল—আৰু তন্‌খামেই ৰৰগোহাঁই হৈ থাকিল।

ৰৰগোহাঁইৰ জীয়াৰী দুগৰাকী ৰজাদেওৰ আইকুঁৱৰী; সেই দুইকে ৰৰ মিচাও সৰু মিচাও বুলিছিল। সিবোৰে যমুনাকোষত আৰু আনো ঠায়ে ঠায়ে পুখুৰী খানি ধৰম কৰিছিল। দিহিঙৰ বাটত পুখুৰী খানোতে, বামুণখনে এঠা ওলোৱা আঠা পুলি আঠোটা লৈ ৰজাদেৱক ভেঁটিলে। ৰজাই তাতে ৰখীয়া দি পুলি কেইটা কই থ'লে। এতেকেহে সেই ঠাইক আঠাবাৰী বোলে। এনেতে শিলিখা তলত ৰৰমিচাও হ'বাল। শ'লগুৰিত চাবি পুৰা মাটি জুৰি মৈদাম বান্ধি পুতিলে। তাত পাচে বাহৰ ল'লে আৰু ৰৰমিচাওৰ কাম সজ কৰিলে।

চৌখাম্ বুঢ়াগোহাঁই
চাওপ্ৰেট্ বুঢ়াগোহাঁই
বলিয়া ৰৰপাত্ৰগোহাঁই
তন্‌খাম্ ৰৰগোহাঁই
( প্ৰথম বাৰ )

সেই ৰৰ মিচাওৰ লগতে সোণাৰী জীয়ৰী দুটি পাচনী হৈ আছিলে। ৰৰমিচাও মৰিলত সৰু মিচাওৰ লগতে সেইদৰে আছিলে। পাচে ৰজাদেৱে সোণাৰীৰ জীয়েক দুইক কুঁৱৰী পাতিলে, নাম দিলে, ৰৰ মেচ্‌লৌ, সৰু মেচ্‌লৌ। এতেকে ৰজাদেওৰ সোণাৰীৰ প্ৰতি প্ৰীতি বাঢ়িল। সিহঁতৰ ঘৰ সজাই আৰু পুখুৰি খনাই দি, ভাল মানুহ কৰিলে। কুঁৱৰীহঁতে ৰজাদেওক ৰশ কৰিলে; তিনিজনা গোহাঁকো ( ৰজাদেওৰ পুতেক তিনিজনাক ) অপবাদ দি, নগৰৰ পৰা খেদিলে; দিখৌ কাণত হাইঠাগুৰিৰ পোনে পুখুৰী খনালে, ৰজাৰে ৰন্ধ কৰি বেলেগ আলি বন্ধালে, আৰু ৰজাদেওক তোমাৰ বংশহ নাই বুলি হাঁহিলে। কুঁৱৰীহঁতে বোলে, আমাৰ বংশহ সৰহ, তোমাৰ বংশহহে নাই, তাকৰ। এনে বোলাত ৰজাই ভাবিলে, মোৰ বংশহ নাই হেন বুলি মোক হাঁহিছে। এনে ভাবি ৰজাদেৱে দিনাদেক ফুৰি, লাজ পাই যাকে ভাল পালে, তাকে আনি সোণোৱালী হিলৈ দি আপোনাৰ বংশহ বুলি ললেহি। সেইবোৰকে "হিলৈদাৰী কোঁৱৰ" বুলিলে।

সোণাৰী জীয়ৰী
ৰৰ্ মেচলৌ
সৰু মেচলৌ

কুঁৱৰী দুয়ে নানাৰূপে প্ৰজাক উপদ্ৰৱ কৰিবলৈ ধৰিলে। সেইবেলা কুঁৱৰীৰ খাটনিয়াৰবোৰ ৰাজখোৱা হৈছিল। চেটীয়াৰ নাহৰ, তাকে দুৱৰা পাতি দুই কুঁৱৰীয়ে

**ৰাজখোৱা**

পো বুলি ল'লে। (৺কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত নাহৰক "সোণাৰী ল'ৰা" বোলা হৈছে।) তাকে উত্তৰ পাৰ অধিকাৰকৈ দিলে। নাহৰে তাতো আলি-পুখুৰী কৰি প্ৰজাক নানাৰূপে উপদ্ৰৱ কৰি ৰাজ্য ভাঙিলে। পুখুৰী উছৰ্গোতে এক ব্ৰাহ্মণে "অগ্ৰপূজা" নাপাই খংকৈ বোলে, তোৰ পুখুৰী বৰ্জ্জিত হোক; আৰু কোনেও পান কৰোঁতা নোহোক। এইবুলি অবিহণা নলৈ গুছি গ'ল।

পাচে নাহৰে অনেক প্ৰকাৰে প্ৰজাক পীড়ন কৰোঁতে তন্‌খাম্‌ বৰগোহাঁয়ে ৰজাত ক'লে বোলে, দুৱৰাৰ নাহৰে তোমাক ভাঙিলে; আৰু স্বৰ্গদেৱৰ ঘৰ নহয়, তাৰহে ঘৰ। এইৰূপে অনেক কথা লগাই ক'লত ৰজাদেৱে বোলে, তই তাক যেই কৰ, তাকে কৰ, মোত একো ক'ব নালাগে। পাছে বৰগোহাঁয়ে গৈ শিলিখা তলত মাখিটো যাব নোৱৰাকৈ চকী দিলে। "গোজলোঙ"ৰপৰা নাহৰ উজাই আহোঁতে বৰগোহাঁয়ে তাতে তাক বান্ধিলে। দুই কুঁৱৰীয়ে শুনি কাঢ়ি আনিবলৈ পঠালে। পাচে বৰগোহাঁয়ে তাক এৰি নেদিলে; শাস্তিকৈ নাহৰক তাতে মাৰিলে। পাচে দুয়ো কুঁৱৰীয়ে নিজে খেদি গৈ বৰগোহাঁইৰ ঠাই নৌপাওঁতেই তাক মাৰিবৰ শুনি উলটি আহিল। পাচে অনেক দুখ-বেজাৰ কৰি দুয়ো কুঁৱৰী আপুনি কটাৰি হানি মৰিলে।*

আৰু পূৰ্ব্বে চৰাইখোৰোঙত ৰজাদেও থাকোঁতে, টাঁৱলুঙীয়া নগাৰ ৰজাৰ উপকাৰ পাই তাৰে সাজি বন্ধালে বোলে, তয়ো খোৱা, ময়ো খোৱা, লেকেৰাৰ ৰবৰবাও

**লেকেৰাৰ ৰবৰবা**

খোৱা, ভাল হৈছে। এইবুলি তাক শুকটি খাবলৈ বিল এখন, মানুহ ১০টা, মাটি একুৰি চেপনত দি, তাতে ঘৰো সজাই দিলে, তিকতা এজনীও দিলে বোলে, বছৰি বছৰি আহি তই এই ঘৰতে থাকিবিহি। এইবুলি বঁটা দি পঠালে। তাতে সোণাপুৰ নামে নগৰো কৰিলে।

পূৰ্ব্বে দিহিঙীয়া ৰজাৰ দিনত, বিশ্বসিংহে আশ্ৰয় লোৱাৰে পৰা, আমাৰ ৰজাদেওলৈ বছৰি বছৰি দ্ৰব্যজাত দি আছিল। পাচে তাৰে কমি আহিবৰ দেখি, ৰজাদেৱে কাৰণ সুধি পঠালে। তাতে লাজ পাই বিশ্বসিংহে পুতেক চিলাৰায়ক সুধিলে বোলে,

---

* কোনোৱে কয় বোলে, সোণাৰী জীয়ৰী দুই কুঁৱৰী আপোনঘাতী হৈ মৰা নাই। এইজনা ৰজা মুকালত ভেঙুৰ পুতেক লাঙী গোহাঁই ৰজা হৈ আহোম মতে চুচেংফা নাম লৈ পিতৃৰজাৰ লগতে দুই কুঁৱৰীকো মাৰি দিলে, কিয়নো পূৰ্ব্বতে সেই দুই কুঁৱৰীয়ে অপবাদ দি, ৰজাত লগাই পিৰিলাকৰ জিকিও ডাইকে মগৰবপৰা বাজকৈ বেৰতী গাঁথলৈ খেদোৱাইছিল। এইকথা ভেঙুৰ মনত আছিল।

মালসুকা ( চিলাৰায়কে মালসুকা বুলিও জানে ) মহাদেৱৰ পুত্ৰ, বলে কোনো জিনোতা নাই ; আৰু মাল সুকাই গো, ব্ৰাহ্মণ নেমাৰে। এই শুনি আমাৰবোৰে আহোম, বৰাহী, মৰাণ বৰাহী আদি সকলো জাতিয়ে লগুণ ল'লে। গৰুত উঠি খেদি গৈ যুদ্ধত ধৰিলে। ব্ৰাহ্মণ দেখি মালসুকাই একো কৰিব নোৱাৰিলে। দিখৌ পাৰ হই মালসুকা পলাই যাওঁতে,

**চিলাৰাইৰ যুদ্ধ**

আমাৰবোৰে সিহঁতক বিস্তৰ কাটনি কাটিলে, তিকতায়ো বেওঁৰে কোবাই মাৰিলে। যি তাৰ আহিলা পাতি পালে, তাকো আনি ৰজাত যোগালেহি। পাচে মালসুকাই যেতিয়া শুনিলে বোলে, সেইবোৰ ব্ৰাহ্মণ নহয়, ছদ্ম কৰিহে বামুণ হৈছিলে। আকে শুনি পুনৰ মালসুকা খেদি আহি ফুলাৰত ৰ'লহি। এতেকেহে সেই ঠাইক "মেছাধৰ" বোলে। পাচে বিস্তৰ সৈন্য-সেনা আহিছে জানি, যুদ্ধকৈ নোৱাৰি, আমাৰ ৰজাদেও চৰাইখোৰোজ পৰ্ব্বতলৈ গ'ল। পাচে দেওৰজা সহিতে মালসুকাৰ যুঁজ হ'ল। দুয়ো সমান যোদ্ধা, কাৰো পৰাজয় নাই। পাচে একদিনা গা-ধোৱাৰ সময়ত দেওৰজাৰ ঔষধ আৰু যন্ত্ৰৰ বিৰি, ডিঙিৰপৰা খহাই থোৱা ঠাঁইৰপৰা চিলনীয়ে থাপ মাৰি নি মালসুকাৰ ফৌজৰ মাজত পেলাই দিলেগৈ। এই যুধত চুডাঙৰ চেৰচেংকুৰাং নগৰীয়া বৰুৱা, লাইতানমুং গড়গঞা

**চুতাঙৰ নগৰীয়া বৰুৱা**

সন্ধিকাই লেফেৰাৰ লেবাং আৰু ফকিনমুং টংচু সন্ধিকাই আদি ভালেটো মানুহ পৰিল। পাচে আমাৰ লোক ভাগি গৈ, দিখৌ পাৰ হই বাতি বিস্তৰ মেছা ( অৰ্থাৎ মেছ বা মালসুকাৰ সৈন্য-সেনা-বিলাক ) কাটি, বাতিপুৱা ইপাৰ হই ৰ'ল। এইৰূপে লগালগি হব নোৱাৰি, আমাৰ-বোৰ হহকি আহিল। মালসুকা গৈ মাজালিত ৰ'লগৈ। তাৰেপৰা উজীৰক পঠাই এইবুলি কৈ পঠালে বোলে,—ভাই ৰজা হয় ৰণ দিয়ক, বা ওলমালকে দিয়ক। তাত বহি থাকি আমি কি কৰিম? দুই হাতীৰ যুঁজ, মাজত ইকৰাৰ মৰণ। আমিও প্ৰজাৰ হিত চিন্তিব লাগে, ভাই ৰজায়ো চিন্তিব লাগে। আকে জানি গো-ব্ৰাহ্মণৰ আগ্ৰসে ৰহোক, আমাকো "চিতাপী" পঠাওক। এই কথা উজীৰে কলতহি, পাচে আমাৰবোৰেও সমালোচন কৰি, এইৰূপে আমাৰ ৰজালৈ জনাই পঠালে। পাচে আমাৰ ৰজাই দোহোৰাই বুলিলে বোলে, তোৰ ৰজাই কি পালে ল'ব আৰু গুছি যাব, উজীৰ! তই সুধি আহগৈ। তোৰ লগতে আমাৰ তিখুৰ পুত্যাঙ্গুও যাব। এই

**চিলাৰাইৰে সন্ধি**

বুলি পঠাই দিলে। পাচে ইহঁতো গৈ এইৰূপে সুধিলত মালসুকুৱে বোলে, তিনি গোহাঁইৰ বেটা দিব, বৰ মেওগৰ সক বেটা দিব, চুডাঙৰ ঘৰৰ বেটা দিব, আত বাজে আৰু নানাবোৰ বেটা দিব, তেবে আমি ফিৰি যাম। পাচে এই কথা শুনি আমাৰ ৰজাদেৱে ডা-ডাঙৰীয়াৰ সহিতে সমালোচন কৰি সকলোৰে ল'বা দিলে, ৰজাৰ এক পুতেক আকুত্যাং, ভায়েক চুগৰুকৌৱৰ ( বা তাৰোল নোখোৰা গোহাঁই ), বুঢ়াগোহাঁইৰ পুতেক ত্যাওতিত,

ৰৰগোহাঁইৰ পুতেক ত্যাওপেট্‌ আৰু ভতিজাক আপচু গোহাঁই, এইখনি দিলে। চুতানৰ ল'ৰা নেৰি বেটিৰ ল'ৰা এটি দিলে। পাচে ওলবাল পাই, মাল সুকাও ভটিয়াই গ'ল।

এনেতে সকমিচাও হ'বাল। পাচে বজাদেৱে গোহাঁইবোৰক বোলে, বৰ মিচাওৰ এচৰতে সক মিচাওকো পুতিবি। মই মৰিলেও দুইবো মাজতে পুতিবি, নৈদাম দিয়ি। পাচে সেইৰূপেই সক মিচাওক পুতিলে।

আত পাচে জয়ন্তাৰ ৰৰকোচৰ গালৈ কন্যাৰ কাৰণে আমাৰ বজাদেৱে দুই মানুহ পঠালে। কন্যাৰ কথা ক'লত জয়ন্তা বজাই বাৰু বুলি, আমাৰ মানুহে সহিতে জয়ন্তাৰো দুই মানুহ পঠালে। আমাৰ বজাদেৱে তাকে নি, বা-বাতৰি সুধি, ৰবা-বুৰুকেৰে আলচি তাইজিন্, তাইক্ আৰু ক্ৰংভাউক্ এই তিনিক পঠাই জয়ন্তাৰ কন্যা অনালে। পাচে জয়ন্তাৰ কন্যাই মনত সদাই দুখ কৰি থাকে, নিতে কান্দে। একদিন মহামায়াই স্বপ্ন দেখালে বোলে, তোৰ নগতে মই আছিছো, কেঁাৰাইত ক'ৰি, মোলৈ ঘৰ সাজি দিয়ক। পাচে প্ৰাতসে উঠি জয়ন্তাৰ কুঁৱৰীয়ে বজাত স্বপ্নৰ কথা ক'লে। বজাদেৱে শুনি দিখৌৰ কূলত ঘৰ সজাই, জয়ন্তাৰ পুজাৰী অনাই অষ্টভুজাক থাপিলে।

পূৰ্ব্বে ৰেতিয়া ( দিহিঙীয়া বজাদেওৰ দিনত ) চাওক্ৰাচেংমুং ৰৰগোহাঁয়ে মহঙীয়া নগাৰ গাঁও মাৰিলে, সেয়ে গৈ পাচে তাত নগাৰ খুনবাওৰ ল'ৰা দুটি পাই আনিলে। মিৰি ৰৰগোহাঁইৰ কৈদৰ চাওকাংবানককৰ লাজী বুলি যিটো পুতেক আছিল, সেইটো অপুত্ৰক আছিল। পাছে সেই নগাৰ এক ল'ৰাকে সি তুলি ল'লে, সেই ল'ৰাৰ নাম দিলে "চাওলাপাম্" আৰু তাক নি মঠাভাজত পাতিলে। সেয়েহে "চাওলাপাম"ৰ কৈদে ৰৰগোহাঁইৰ বজহকে বুলিৰ খোজে। এতিয়াও আহোম কথাত, ইহঁতক "নগা-জুকুতক" বোলে। এইজনা স্বৰ্গদেৱে পাই, ইহঁতৰে নাম দিলে "লুথুৰি চেটিয়া"। ইটো ল'ৰাৰ নাম "চাউনাপাম্" তাকে ক্ৰাচেংমুং ৰৰগোহাঁইৰ দদায়েক মাংচুং পেহাঁয়ে পো বুলি তুলি, তাকো মঠাভাজত পাতিলে। এতিয়া চাউনাপাম্ কৈদীয়া তাৰে পো-নাতি বোলে।

পূৰ্ব্বে গড়গঞা বজাই এক মৰাণ পালে, আৰু তাৰ কাৰ্য্য-কাম ভাল পাই, তাৰ নাম দিলে, "চলি-হাৰিঙ্"। ইয়াৰ সতি-সন্ততি "চলিহা" যি বাঢ়িছিলে, তাকে এইজনা বজাদেৱে পাই মঠাভাজত

চলিহা

পাতিলে, আৰু ইহঁতকে "চলিহা" বা "চলিহাৰ ডেকা" নাম দি ডেকাবোৰৰ খেলত খেলুৱাকৈ দিলে।

ৰৰগোহাঁইৰ কৈদৰ অকণং অপুত্ৰক আছিল। সেয়ে মহঙৰপৰা আহোমৰ ঘিকিৰ পেটত থোৱা এক ল'ৰা আনি তুলিলেহি। বজাদেৱে তাৰে নাম দিলে, "পাওলা-পান্"। পাওলাপানৰ সতিসন্ততিকে "চলিহাৰি সৰিকৈ" বোলে।

চৌটাল যাক বোলে, তাৰ গুৰি পূৰ্ব্বত গাবো ল'ৰা, নেওগলি যাক বোলে, সিও তোলনীয়া আহোমৰ ল'ৰা। মঠাডলীয়া লাকু ৰবাহীৰ বাঁহৰ, লাকু অপুত্ৰক আছিল। বুঢ়াগোহাঁইৰ মাউত এক গোহাঁই আছিল। তেওঁৰে বন্দী শ্ৰীমঙ্গল কোচ। শ্ৰীমঙ্গলে মাউত গোহাঁইৰ লগত থাকোতে হাতীৰ আও-ভাও পাইছিল আৰু ৰবজনা লাঙ্গী গোহাঁইদেৱৰ লগত মাছ-পছ মাৰি খাই ফুৰিছিলে। পূৰ্ব্বত এই ঘৰ মাউত গোহাঁইৰ বন্দী। বেৰভীগঞা, এইঘৰ চুটিয়া, মহল-খোৱাৰে বন্দী ভাগ ললাই, সেয়ে আহোমৰ লগত লোৱাই থাকিল; জাতত পূৰ্ব্বে চুটিয়া। বাঘৰ ঘৰ আৰু লাই চেটীয়াৰ ঘৰ, এই দুঘৰো পূৰ্ব্বত তন্‌খাম্ ৰবগোহাঁইৰ ভাগ ললোৱা বন্দী, জাতত আদিতে চুটিয়া। খোৱা বজা বৰ্গদেৱে ইহঁতকো চমুৱাকৈ ল'লে। তন্‌খাম্ গোহাঁইৰ পুতেক লাইবান্, চমুল এক, লাচিত এক, বেকা এক, খুন্দা এক, ল্যাও এক, লাবান এক, এই সাত পুতেক। লাইবানকে চমুলকে ৰবগোহাঁয়ে বেছাবৰত পাতিলে, খুন্দাক পাতিলে বাজ-ভিৰৌত, ল্যাওক পাতিলে পৰ্ব্বতত। সৰু পুতেক লাবানক বাপেকে কেকোৰা দোলাত তুলি লৈ ফুৰাইছিলে। পাছে তন্‌খাম্ ৰবগোহাঁই এইৰূপে পুতেকইঁতক পাতি মৰিল।

**খামচিন্ ৰবগোহাঁই**

খামচিন্ ৰবগোহাঁই হ'ল। আৰু পূৰ্ব্বে চুটিয়া ৰাজ মাৰোতে, চুটিয়া ৰজাৰ ভণ্ডাৰী এটাই দা এখন, ৰাক এখন চুৰি কৰি লৈ, ৰবগোহাঁই কৈদৰ ম্ৰহাচুখুং গোহাঁইক সেই দা, ৰাক ভেঁটিলেহি। পাছে সেয়ে তাক লগত আনি আপোনাৰ খেলুৱাকৈ ল'লেহি। পাছে তাৰে পো-নাতিক পাই এই জনা ৰজাদেৱে খেলুৱীয়া চেটীয়া বুলিলে।

ৰবগোহাঁইৰ খেলৰ পুনথ; তাৰে পুতেক বেটীৰ গৰ্ভত লাই হ'ল। পুনথ অপুত্ৰক আছিল। সেয়ে খাটি-লুটি ৰজাক অহা-যোৱাকৈ থাকে, আৰু কৰ্কৰি চাউল সৰা বোৱাই, তাৰে সুৰা কৰি ৰজাক খুৱায়। এই আপাহতে ৰজাদেৱে পুনথৰ বেটীৰ ল'ৰাক 'লাই-লাই'কৈ মাতি মৰম কৰে। তাকে শুনি কোনোৱে "লাইসন্দিকৈ" বুলিলে; কিন্তু জাতুৱা ৰবগোহাঁই নহয়। এই ঘৰকে এতিয়া লাইসন্দিকৈ বোলে।

লান্-তকণ্-বান্ ৰজাঘৰৰ বন্দী আছিল। এই ঘৰ পূৰ্ব্বত খেলুৱৰপথা পলাই অহা আহোম। লাই তকণ্-বান্ আহম্ খাতৰ টেকেলা আছিল। এই ঘৰৰ সতি-সন্ততি এইজনা ৰজাদেৱে "লাটুবানৰ ঘৰৰ" বুলিলে। আৰু পূৰ্ব্বে সদিয়া মাৰি অনা চুটিয়া ক্যোওবংশা, তাৰে নাতি-পুতিক ৰজাদেৱে "চুটিয়া চিৰিং" বুলিলে। ৰবচিৰিং এইঘৰকে "গুখুনা" বোলে। ইহঁত পূৰ্ব্বত জাতত নগা; পূৰ্ব্বে আপোনাৰ ৰজাত পলাই অহা। এই ঘৰৰ পো-পোৱালিকে এইজনা ৰজাদেৱে পাই "আহোম চিৰিং" বুলিলে। চাৰিঙ্গীয়া পেলন ফুকনৰ, এইঘৰ পূৰ্ব্বে জাতত নৰা, ৰজাদেওৰ গাভৰুকুঁৱৰীৰ লগত যৌতুকীয়া অহা। চাৰিঙ্গখেলৰ টেকেলা বন্দী, এই ঘৰ পূৰ্ব্বে চুকাফা ৰজাৰ লগত আপোন ৰাজ্য (নৰাদেশ) এৰি পলাই অহা। ইহঁতকে "কংটং" বোলে; কিয়নো সিহঁতে আপোন

ৰজা এৰি, আমাৰ ৰজাৰ লগত সোমায়হি। আহোম ৰকবাৰবো চুটিয়া মানুহ, ইহঁত পূৰ্ব্বত চুটিয়া ৰজালৈ অহা-যোৱা কৰা আমাৰ ৰজাৰ কটকী আছিল, "টংচৈ" বুলিছিল।

**আহোম ৰকৰা**

সিহঁতৰ ঘৰকে এইজনা ৰজাদেৱে "আহোম ৰকৰা" বুলিলে। চাবিজীয়া নৰা কোঁৱৰ ফুকনৰ জাতত নৰা, পূৰ্ব্বত নৰাৰ-ল'ৰা, যৌতুকত অহা বন্দী, বাইলুঙৰ জাকত সোমাই থাকিল। বাইলুঙো সেয়েই; আৰু দেওধাই, এই ঘৰো জাতত নৰা, ৰজাদেৱক আখৈই খুৱাই যোৰত সোমাল। ডেকাচেটিয়া, এইঘৰ কছাৰী মাৰি অনা, জাতত পূৰ্ব্বে গাৰো।

পূৰ্ব্বে গড়গঞা ৰজাদেৱৰ ভায়েক দেওৰজাক যেতিয়া চাবিজত চাবিজ ৰজা পাতিলেনি, সেইবেলা বৰগোহাঁইৰ খেলৰ চুৰৰ· বুঢ়াগোহাঁইৰ খেলৰ চুৰৰ, এই চাৰিঘৰ মানুহ দেওৰজাৰ লগত চাবিজত পাতিলে। বৰগোহাঁইৰ খেলৰ চুৰৰৰ এঘৰক নাম দিলে 'মাছখোৱা সন্ধিকাই'—এঘৰক 'পাইপেন্ সন্ধিকাই' বুলিলে। বুঢ়াগোহাঁইৰ খেলৰ চুৰৰৰ এঘৰক 'লাপেতি সন্ধিকাই' আৰু ইঘৰক 'চাবিজীয়া সন্ধিকাই' বুলিলে। এই চাৰিঘৰক এইজনা ৰজাদেৱে সন্ধিকাই পাতি জাতুৱা আহোমৰ লগত দিলে।

লেচাম চেটীয়া, এইঘৰ বৰগোহাঁইফৈদীয়া বন্দী; ভাগ সদাই আইকুঁৱৰীৰ কালে গৈ, লেচাম টেকেলাৰ বৰা হৈছিলে। তাৰপৰা বঢ়া ফৈদকে 'লেচাম চেটীয়া' বোলে। পাচে ৰজাদেৱে লেচামক নি খোকোৰাত পাতিলে। তাৰে দুই পুতেক, লাইপুং আৰু লাঙ্গীপুং। পূৰ্ব্বে তন্‌থাম্ বৰগোহাঁইৰ জীয়েক লাংচু গাভৰুক যেতিয়া ৰজাদেৱলৈ দিলে, সেই লাঙ্গীপুঙকো গাভৰুৰ যৌতুকত দিছিলে। পাচে কতদিন থাকি, সেয়ে গাভৰুৰ ভঁৰালী হ'ল; আৰু তাৰে ককায়েক লাইপুং বৰগোহাঁইৰ খেলত 'ধোঁৱাচোৱা' হৈ থাকিল। লাঙ্গীপুং থাকিল লেচাম্ চেটীয়াৰ ফৈদত। এই দুয়োঘৰ কুলত চুটিয়া।

বৰপাত্ৰৰ খেলত লাচু বুলি এটা ডাঙৰ বৰাহী আছিল। সেয়ে 'চাওবোক' হৈছিল। পাচে ৰজাদেৱে তাক ভাল পাই, লিক্‌চনৰ ওপৰত নেওগ পাতিলে। লিক্‌চন বোৰো বৰাহীয়েই, জাতুৱা আহোম নহয়। ইহঁতে ৰজাসকলৰ লিকচৌৰান্ কাম কৰিছিল, এতেকেহে লিক্‌চন্ নাম পালে। লাহৰু বুলি সেই খেলতে আৰু এক বৰাহী আছিল, সি অপুত্ৰক। সি চাওবোকৰ ওপৰত নেওগ হ'ল। সেয়ে বানৰুৱা নগাৰ ল'ৰা এটি কিনি পো বোধকৈ তুলিলে। পাচে লাহৰু মৰিলত, সেই নগাৰ ল'ৰাকো লিক্‌চনৰ বৰা পাতিলে। পূৰ্ব্বত এইঘৰ নগা। বানৰুকীয়া বৰগোহাঁইৰ জীয়ৰী এটি টেপৰজনীয়া বুঢ়াগোহাঁই ফৈদীয়া লাপেত্ গোহাঁইলৈ পৰিছিল। সেই ছোৱালীৰ লগত কছাৰী বেটী এজনী দিছিল; লগত পুতেক এটাৰে। পাচে বৰগোহাঁইৰ পোৱালিয়ে সেই বেটীৰে খোৱা-লোৱা কৰিছিলে, তাইৰে নাম আছিলে ভাউকী, বাপেকৰ নাম টিপিৰা কছাৰী। ভাউকীৰ পুতেকক গোহাঁয়ে পো বুলি লগত লৈ ফুৰিছিলে। যেয়ে দেখে সেয়ে সোধে বোলে, গোহাঁই। এইটি কাৰ ল'ৰা? গোহাঁয়ে বোলে, মোৰ নাই পো। পাচে এদিন

খোৱা বজা ৰ্স্বৰ্গদেৱে দেখি বোলে, লাগেত গোহাঁই! এইটো তোৰ কি হয়? গোহাঁয়ে বোলে, স্বৰ্গদেও! মোৰ ই লাই পো। পাচে ৰজাদেৱে বোলে, ই তোৰ পুতেৰইতৰ

চেংবাইৰ "নাওবেছা-ফুকন"

লগত থিন্ যাব নোৱাৰে। ইয়াক মোৰ গোহাঁইতৰ কাষে দেহি, চমুৱাকৈ থাকক। এইবুলি ৰজাদেৱে আনি, সেই কছাৰিণীৰ জহবা ল'বাক চাবিঙত পাতি, নাওবেছা ফুকন পাতিলে। সেইষৰে এতিয়া নাও লৈছে 'চেংবাই', 'চিংবাই' বুলিও কয়। পূৰ্ব্বত টিপিবা কছাৰীৰ জহবা ল'বা।

আৰু পূৰ্ব্বে লান্ ভকন্‌বান্ আহোম চুহেন্‌ফা ৰজাক খুছি মাৰিলত, পাচে চুপিম্‌ফা ৰজা হৈ লান্ ভকন্‌বানক কাটিলে। সেইবেলা তাৰ এক বন্দী ভয়ত পলাই গৈ খেলুঙত আছিলে। পাচে গড়্গঞা ৰজাৰ তায়েক দেওৰজাক যেতিয়া চাবিঙত চাবিঙ ৰজা পাতিলে, সেই বন্দী তেতিয়া চাবিঙ ৰজাৰ ৰৰগিৰী বুলি থাকি নাম ল'লে 'পাম্-পলাই'। এই ঘৰ ঘৰবন্দী; তাৰে পো-নাতিক ৰজাদেৱে 'পাম্-পলাইৰ ঘৰৰ' বুলিলে। খিলামৰীয়াৰ ঘৰ,—এই ঘৰ কোচৰজাৰ বন্দী; ধৰি অনা পোৱা, জাতত পূৰ্ব্বে কোচ। লোক্-লাংহানৰ ঘৰ, এই ঘৰো পূৰ্ব্বে জাতত নৰা, নৰাৰজাৰ লগত আহোঁতে আমাৰ দেশত থাকি যোৱা।

এইজনা ৰজাদেওৰ দিনতে নৰাৰজা আমাৰ ৰজাদেৱলৈ খুজি পঠালে বোলে, আইতনীয়া গাঁও কেইখান মোক দিয়ক। পাছে সেই কথা শুনি আমাৰ স্বৰ্গদেৱে পাত্ৰমন্ত্ৰীসকলক সুধিলে বোলে, নৰাৰজা যে আইতনীয়া গাঁও খুজিছে, দিয়া যাব নাযাব? পাছে সকলোৱে বোলে, নৰাৰজা প্ৰীতিত থাকিহে খুজিছে, দিবহে লাগে। যদি নাদিয়ে নিয়ে, তেওঁ আমি ৰাখিব নোৱাৰোঁ। ইঠাইৰ পৰাও তালৈ দূৰ; যাবলৈকো দুৰ্ঘট, কোঠ, চকী দি থাকিবলৈকো আচল, ৰাখি থাকিবকো নোৱাৰি। এতেকে মৰ্য্যাদা ৰাখি প্ৰীতিত থাকি দিলেহে ভাল দেখি। এইৰূপে সকলোৱে বুলিলত স্বৰ্গদেৱে আইতনীয়া গাঁওকেইখন নৰাক দিলে। আইতনাত যাৰ ভাই-বন্ধু নাই তাকেহে লুকুমাই আহোম বোলে।

পূৰ্ব্ব কালত সপ্ত দ্বীপেশ্বৰ সগৰ ৰজাই, ম্লেচ্ছৰ ৰজাসকলক নানান বৰ্ণ চিহ্ন দি পৰ্বত-পাহাৰলৈ খেদিলে। সেই সগৰে নৰাৰজাকো দাড়ি-চুলি খুৰাই নৰামুৰা কৰি খেদি দিলে। এতেকেহে অস্তাপিও নৰাৰজা বোলে; আৰু সিদেশ খানিকো নৰাদেশ বোলে। পাচে নৰাৰজাৰে এক পুত্ৰ জন্মিল, পুত্ৰৰ লক্ষণ তিনিটা চকু; মহা তেজস্বী। বাপেক ৰজা মৃত্যু হ'লত, সেই নৰায়ে ৰজা হ'ল, আৰু আপোনাৰ বাহুবলত মানতৰা, জয়ন্তা, চুটিয়া এইসকল ৰজাক মিত্ৰভাৱে

নৰাৰজা

বশ কৰিলে। সি সকলেও প্ৰীতিত থাকি কোনো সময়ত হাতী, ঘোঁৰা দিয়ে। আমাৰ স্বৰ্গমহাৰাজেও প্ৰীতিত থাকি নৰাৰজাক দুই হাতী দিছিল; নৰাৰজাও আমাৰ ৰজাদেৱক ঘোঁৰা আৰু টুপি দিছিলে।

নবা ৰজাক মানতৰাই কৰ ভাৰ নেদিবৰ কাৰণে মানতৰাৰে-নবাৰজাৰ ৰণ হ'ল। পাচে দুই তিনিবাৰো নবা ৰজা সহিতে যুদ্ধ কৰি নোৱাৰি মানতৰাই পুনৰ্ব্বাৰ নবা ৰজাতে শৰণাপন্ন হ'ল, ডাঙৰ প্ৰীতি কৰি কৰভাৰ দি আছিল। পাচে নবাৰজা সন্তোষ হৈ মানতৰাত

**নবা-মানতৰাৰ ৰণ**

জীয়েকক বিবাহ দিলে। কতো দিন থাকি মানতৰাই ৰৰকাপোৰ এখন, বটা-চকা তহুঁ এখন স্ত্ৰীৰ শোণিতেৰে বোলাই, অনেক চিত্ৰ মলুমা কৰি জীয়েকতকৈ নবাৰজালৈ দি পঠালে, আৰু বোলে, যেনে উপায়ে পাৰ, বাপেৰে গাত লয় হেন কৰিবি। পাছে জীয়েকে সেই কাপোৰ আনি নবাৰজাক দি, বোলে কাপোৰখন তুমি লবৰ নিমিত্তে জেঁাৱায়েৰে দিছে, বটা চকাখনো তুমিয়ে লোৱা। নবাৰজা বোলে, মানতৰাই যে কাপোৰ দিছে, গাত লোৱা যাব নাযাব? পাত্ৰ-মন্ত্ৰীসকলে বোলে, বিদেশৰ বস্তু যদি উত্তমো হয়, তাক ৰজাই পৰিধান কৰিবলৈ ভাল নহয়। এইবুলি ক'লত ৰজা শুনি একো নকৈ মনে মনে থাকিল। পাছে মেল ভাঙি ভিতৰলৈ গ'লত, নবাৰজাক জীয়েকে সেৱা কৰি বোলে, তোমাৰ সেৱাত লাগিবৰ নিমিত্তে জেঁাৱায়েৰে অত্যন্ত আদৰ কৰি দিছে, তুমি কাপোৰখন পিন্ধিবৰ নুশুনিলে ডাঙৰ অসন্তোষ পাব, আৰু মোকো খং কৰিব। এইৰূপে ক'লত ৰজায়ো কাপোৰ গাত ল'লে। দুই একদিনৰ পাছত নবা-ৰজাৰ কপালৰ চকুটো গুছিল, আগতকৈ তেজশক্তিও হ্ৰাস হ'ল।

পাচে জীয়েকে গৈ সকলো কথা মানতৰাত ক'লত, মানতৰাই হৰ্ষ কৰি লোকজন আহিলা পাতি তিয়াৰ কৰি, নবাৰজাৰ সমুখে যুদ্ধক আহিল। নবাও যুদ্ধৰ কথা শুনি, প্ৰধানমন্ত্ৰী ৰৰগোহাঁইক লোকজন দি মানতৰাৰ সমুখে পঠালে। ৰৰগোহাঁয়ে বোলে, মই যুদ্ধ কৰি নাহো মানে কোনো জনে কোনো কথা ক'লে, তুমি তাক নল'বা। ডাঙৰ দ্ৰোহীয়া জগৰীয়াকো বাখি থ'বা, দণ্ড বন্ধ নকৰিবা। মই আহিলে বিচাৰ কৰি দণ্ড কৰিবা। পাছে নবাৰজাই বোলে, ভাল, তই মানতৰাক যুদ্ধ কৰি নাহ মানে মই একো কথা নকৰোঁ। পাছে ৰৰগোহাঁই যুদ্ধলৈ গ'ল। তিনি আহিন যুদ্ধ কৰিলে; মানতৰাৰ বহুত লোক পৰিল। পাছে যুদ্ধত নোৱাৰি, মানতৰা হহকি গ'ল, আৰু মন্ত্ৰণা কৰি বোলে, ই ৰৰগোহাঁই থাকে মানে, মই যুদ্ধ কৰি নোৱাৰোঁ। এইবুলি সুবৰ্ণৰ এপাত কঁাৰ গঢ়াই, তাতে লেখিলে বোলে, মই নবাৰজাৰ সকল দিনৰ বেটা পো, কিয়নো নবাৰজাৰ আপোনাৰ মজহ জীয়েকক মোত দিছে। মই যুদ্ধলৈ নাহো, যাতো ৰৰ-গোহাঁইয়ে মোলৈ ক'লে বোলে, নবাৰজাই অনেক ৰূপে ৰাজাকো আমাকো দুখকষ্ট দিছে। ইয়াৰ ভোগ উঠিল, তেওঁ যুদ্ধলৈ আহক। আমি যুদ্ধ কৰিবৰ ছলে গৈ, তেওঁক আনি নবাৰজাক খেদি, ৰজা পাতি ল'ম। এনে বুলি তেওঁৰ ৰৰগোহাঁয়ে কলতহে, মই আহিলো। এতিয়াও যদি নাযাবলৈ বোলে; নিশ্চয়কৈ ক'ব, সেইদিনা মই উলটি যাম।

পাছে সেই কাঁৰ পাত নৰা ৰজাৰ সৈন্যৰ মাজলৈ মাৰিলে। তাকে ভাল মানুহ এটাই পাই, বৰগোহাঁইৰে নজনাকৈ, নৰা ৰজালৈ দি পঠালে। পাছে কাঁৰপাতত তেনেদৰে লেখা পাই কাকো একো জিজ্ঞাসা নকৰি, নৰা ৰজা বোলে, এয়েহে মোৰ প্ৰধান শত্ৰু; এতেকে বৰগোহাঁইক তাতে মাৰ গৈ; এইবুলি মানুহ পঠালে। সেই মানুহ গৈ, বৰগোহাঁইক দাৰে কাটে, টাননেৰে টজনিয়ায়, দুই তিনি দিন। তেওঁ নমৰে। পাচে বৰগোহাঁইয়ে বোলে, নৰা ৰজাৰ ৰাজ্যক দুৰ্দ্দিনে পালে; ই ৰজা আৰু মোক নাৰাখে; মিছাই আপুনিহে দুখ পাওঁ। এই বুলি বৰগোহাঁইয়ে বোলে; তইঁতে আন ঠাইতে খুচিলে কাটিলে মই নমৰোঁ, মোৰ দক্ষিণ কাণে কোষত কাটিলেহে মৰিম। পাছে সিহঁতে তাতে খুচি মাৰিলে। গোহাঁইক মাৰিবৰ শুনি মানতৰাই খেদি আহি নৰাৰ ৰাজ্য মাৰিলে।

পাছে নৰা ৰজাই আপোনাৰ পাট এৰি, আমাৰ দেশত সোমালহি; আইতনাৰ উজনিত থাকিলহি। তাৰে পৰা আমাৰ ৰজাদেওলৈ মানুহ পঠালে বোলে, ভাইৰজা কিছু অনুকূল কৰক, যেকি পৰ্বততে একেৰি ঠাই দিয়ক। এইৰূপে নৰাৰ কটকীয়ে আহি ক'লত, ৰজাদেৰে ডা-ডাঙৰীয়া প্ৰভৃতি পাত্ৰমন্ত্ৰীসকলত সুধিলে বোলে, নৰাৰজা যে ঠাই খুজি আহিছে, দিয়া যাব নাযাব? পাছে ডাঙৰীয়াসকলে বোলে, দিয়া হেনো হ'ব নেলাগে, নিদিয়া হেনো হ'ব নেলাগে! পাছে স্বৰ্গদেৱে বোলে, তেনেহ'লে নৰাৰজালৈ ছোৱালী খোজা যাওক। এই বুলি কটকীতকৈ নৰাৰজালৈ কৈ পঠালে বোলে, আমালৈ যদি কন্যা দি মিত্ৰ কৰে, ঠাই পাব। এইৰূপে ক'লতগৈ, নৰাৰজায়ো স্বৰ্গদেৱলৈ আপোনাৰ ভনীয়েকক দিলে; আৰু তাইৰে হাতত আমাৰ ৰজাদেৱক হানিবলৈ বুলি ছুৰি এখন দিছিলে। তাৰ যি এটা ভাল মানুহ লগত দিছিলে, সিয়ে আমাৰ ৰজাত বিশ্বাসে সেই কথা কলে। প্ৰমাণ পাই ৰজাদেৱে ভালৰূপে সোধপোচ কৰি, তাক ভাল মানুহ কৰিলে আৰু "লাহন" বুলি লাহনবোৰৰ খেলত দিলে।*

পাচে ৰজাদেৱে মন্ত্ৰীসকলৰে পৰামৰ্শ কৰি বোলে, এতিয়ানো কি কৰা যাব? মন্ত্ৰীসকলে বোলে, নৰা ৰজা সামান্য ৰজা নহয়; ঠাই দিলে দু'গুণহে পোৱা যাব। একে চোঙতে দুটাকৈ বাঘ ক'ত থাকে? এতিয়া এইৰূপে বোলা যাওক নৰাৰজা ভনীয়েককহে দিছে, জীয়েকক দিয়ক, জীয়েকৰ সমান ভনীয়েকৰ হয় নে কি? এইৰূপে কটকীয়ে কলত গৈ, নৰা ৰজা বোলে, তাত জীয়ৰী দিব নলগা; আপদগ্ৰস্তত পৰিহে ভনীকে দিলো। এতিয়া যে জীকো খোজে, মাকে জীয়েকে একেলগে সতিনী খাটিব

---

তাম্ৰুলী ফুকনৰ বুৰঞ্জীমতে আমাৰ ৰজাদেৱে কি সমাদৰ পূৰ্ব্বকে সোধ-পোচ কৰাৰ (নৰা ৰজাৰ কটকী) নৰা ৰজাই আপোনাৰ বৰগোহাঁইৰ জীয়েকৰ (নৰা ৰজাৰ ভনীয়েকক নহয়) অনেক যৌতুকে সহিতে আমাৰ ৰজাদেউলৈ দিলে। যৌতুকত আছা নৰা কোঁৱৰ আৰু নৰা বাইলুং আৰু নৰামানুহ এক হাজাৰ।

নে কি? ছোৱালী খোজা নহয়, এইবোৰ মোক বিতণ্ডাহে কৰে। এই বুলি ছোৱালী নিদি, কটকীতকৈ বিস্তৰ গৰিহা বচন বুলি, আমাৰ খোৱাবোৰক বোলে; তইঁতৰ ৰজা এনে কথা ক'ব পায় নে? তাৰ ৰজালৈ ভাই বুলিহে আছিলো, সি এনে উপদ্ৰৱ কৰিব নেপায়। এইবুলি তাৰে তিনিটা মানুহ কাটিলে; এটা পলাই আহি, সেয়ে আমাৰ ৰজাদেৱত জনালেহি। আমাৰ ৰজা শুনি, চৌখাম্ বুঢ়াগোহাঁইক ৰণলৈ পঠালে; আৰু বোলে এই সময়তে পাৰি যে তাক ধৰি অনা যাওক। বুঢ়াগোহাঁই গৈ হাতীত উঠি নবা ৰজা সহিতে যুদ্ধ কৰিলে; বচনেও নবাৰজাক তম্বাতোঁকা কৰি বুলিলে। পাচে নবা ৰজাই পূৰ্ব্বে

**চৌখাম বুঢ়াগোহাঁই**

আমাৰ দিয়া হাতীত উঠি, বুঢ়াগোহাঁইক মাৰিবলৈ খেদি আহিল। পাচে আমাৰ পাচি মাউতে তাৰে পূৰ্ব্বৰ হাতী হেন চিনি পাই, প্ৰতাপ-ৰজাই বুলি মাত লগালত হাতী ৰ'ল, একো প্ৰকাৰে

**নবাৰে ৰণ**

নবাৰজাই আগ বঢ়াব নোৱাৰে। পাচে নবাইঁতে কিবা ঔষধ হাতীৰ কপালত জোকাৰি দিলে, হাতী তেতিয়া খেদি আহিল। পুনৰ্ব্বাৰ পাচি মাউতে মাত লগাই বুলিলতো নৰ'ল; বুঢ়াগোহাঁইকো খুছি মাৰিলে। বুঢ়াগোহাঁই ৰণত পৰিবৰ শুনি ৰজাদেৱে তনখাম বৰগোহাঁইক ৰণলৈ পঠালে। আৰু চাওপ্ৰেটক বুঢ়াগোহাঁই পাতি ল'লে।

**চাওপ্ৰেট্ বুঢ়াগোহাঁই**
**তন্‌খাম্ বৰগোহাঁই**
**( দ্বিতীয় বাৰ )**

বৰগোহাঁই গৈ, নবাৰজাৰ সমুখে যুদ্ধ ধৰি বোলে, আমাৰ স্বৰ্গমহাৰাজাও সামান্য ৰজা নহয়। তুমি মহাৰাজো সামান্য নোহোৱা। আমাৰ ৰজা মোক তোমাৰে যুদ্ধক পাচিছে; এতিয়া কি কৰোঁ? এনে বুলি বৰগোহাঁয়ে নবাৰজাক সেৱা কৰি কাবৌ কৰিলত, নবাৰজাও কান্দিব ধৰিলে, আৰু বোলে, তই দেখো সম্বন্ধ জানিলি। আগে যি বুঢ়াগোহাঁইক পাচিছিল, সি দেখো মাতৰ সম্বন্ধকে নেজানে। এতেকেহে তাৰ সেই অৱস্থা হ'ল। এনেবোৰকো তইঁতৰ ৰজা বুঢ়াগোহাঁই পাতে। আৰু বোলে, বৰগোহাঁয়ে যেনে লাগে, তেনে কৰক। এইবুলি নবাৰজা আপোনাৰ দেশলৈ গুছি গ'ল; মানতৰাক কৰ ভাৰ দি, মিলি থাকিলগৈ। পাছৰ পৰা কতো কতো মানুহক বৰগোহাঁয়ে পলুৱাই আনিলে। সিবোৰৰ লগতে নবাৰজাৰ বক্সহ এটাও থাকি গ'ল। তাহাঁতকে "নবাকোঁৱৰ পাতৰ" বুলিলে। পলুৱাই অনা বোৰকো তাৰে লগত লগ লগাই দিলে। পাতৰ এটাকো বৰগোহাঁয়ে ধৰি আনিছিল, পাচে তিনি পৰ মান বেলিৰ বাট আহিলত, নবাৰজা শুনি খেদি আহি পাতৰক নিলেহি।

পাচে আমাৰ ৰজাদেৱে বৰগোহাঁইক বোলে, নবাৰজাক ধৰিব পাৰিও যে নধৰিলে, আৰু পাতৰকো যে নিলে, এইবুলি দাই ধৰি বৰগোহাঁই ভাজি, হাতীশালত বন্দীকৈ থ'লে। পাচে বৰগোহাঁয়ে বোলে, পাতৰকে আদ বাটৰপৰা ধৰি নিলেহি;

নবাবজাক ধৰি আনিবো কোন ঠাইত থৈ ৰখা গ'লহেঁতেন? তেও স্বৰ্গদেৱৰ পৰাজয় হোৱা নাই। পাচে পাত্ৰমন্ত্ৰী সকলেও ভাবৰ মেলত স্বৰ্গদেওক বুজাই ক'লে বোলে, স্বৰ্গদেউ যে বৰগোহাঁইক বন্দী কৰি থৈছে ধ'ৰ পাৰ। গোহাঁয়ে যে কৈছে নবাবজাক ধৰি আনি কোন ঠাইত থৈ ৰখা গ'লহেঁতেন, ভালহে কৈছে। পহু খেদা কুকুৰে যদি খোজ পালে; সি পহু নাপাই মানে এৰে নে কি? এতেকে নবাবজাক যদি ইঠাইলৈ ধৰি অনা গ'লহেঁতেন, সেই বাটে মানভৰাই খেদি আহিলহেঁতেন। এতেকে নবাবজা কেনে, তাক স্বৰ্গদেৱে জানে। যাতো আপদগ্ৰস্তত পৰিল, এতেকেহে এনে খানিও কৰা গ'ল। এই মান যশস্যাই স্বৰ্গদেৱক নাটিছে নে কি? গোহাঁইৰ দাই ক্ষেমা কৰিবলৈ আমি বন্দীসকলে স্বৰ্গদেৱক মাতিছোঁ, গোহাঁইক ক্ষেমা দিব লাগে।

**খামচিন্ বৰগোহাঁই**
**( দ্বিতীয় বাৰ )**

পাচে মহাৰাজা গোহাঁইৰ দাই এৰি বন্দীশালৰপৰা ঘৰলৈ পঠালে আৰু খাম্‌চিন্ বৰগোহাঁইকে পুনৰ বৰগোহাঁই ল'লে।

এইজনা ৰজা স্বৰ্গদেৱৰ দিনতে চাওপ্ৰেট্ বুঢ়াগোহাঁয়ে কেকোৰাদোলাৰ নক্সা লৰাই, ওপৰে চালিমাৰি পোনাই দি, ঢেকৰ দীঘলাই "পৰ্হিচাজি" নাম দি চ'ৰাৰ ফুকন কেইজনাক দিয়ালে।

**পৰ্হিদোলা**

পূৰ্ব্বে চুটীয়া ৰাজ মাৰোঁতে, দিহিঙ্গীয়া ৰজাৰ দিনত যি তলে কেকোৰাদোলা পাই অনা হৈছিল, তাকে চাওক্লাচেন্ যুদ্ধ বৰগোহাঁয়ে লুটিয়াই ওপৰে কেকোৰা মাৰি দি, তলে কাপোৰৰ পৰ্হি, আৰু নালৰপৰ চুটিকৈ ঢেকৰ দাপন লগাই নক্সা লৰাই, কেকোৰা দোলা কৰিলে। সেই কেকোৰা দোলাৰে অলপ লৰ-চৰ কৰি "পৰ্হি দোলা" বা "পৰ্হিচাজি" কৰা হয়। এইজনা ৰজাদেৱেই "সলাল গোহাঁই" নামে বিষয় নিবন্ধ কৰি বৰগোহাঁই

**কেকোৰা দোলা**

ফৈদীয়া লেচাইজং গোহাঁইক সলাল গোহাঁই পাতি' সলাল ৰাজত শাসন কৰিবলৈ পঠালে। আৰু এক মঙ্গলচোৱা গণকক প্ৰমাণ হেন পাই, সোণৰ মুখ দিলে। গণকৰ নাম থাকিলে সূৰ্য্যৰৰ, এতেকেহে সেই ঘৰকে "সোণামুৱাৰ ঘৰ" বুলি কয়।

**বৰগোহাঁইৰ সলাল গোহাঁই**

পাচে খোৰাৰজা স্বৰ্গদেও শলগুৰিৰপৰা আহি গড়গাঁৱত নৰিয়া পৰিল আৰু গাৰ গতি ভাল হেন নাজানি, বেৰতী গাঁৱৰ লাইহামৰ বাৰীৰপৰা লাঙ্গী গোহাঁইক আনি, ভা-ভাজৰীয়াবোৰক হাদিবাই তেওঁকে ৰজা পাতিবলৈ বুলি গ'ল। পাচে ৰজাদেও মুখত ব্যাধি হৈ একো খাব নোৱাৰি ১৫৩৩ শকত স্বৰ্গী হ'ল, ভোগ ৫১ বছৰ। এইজনা ৰজাদেওৰ তিনিজনা পুতেক।

এওঁৰ ৰাজত্ব কালতে, নাৱৰি অসমত বঙ্গালে ( মুছলমানে ) অষ্টমবাৰ অসম

আক্ৰমণ কৰে, কিন্তু সেই আক্ৰমণে আহোমৰাজ্যক পোৱা নাই। এই আক্ৰমণৰ কথা এজন কৃতবিদ্যলোকে এইদৰে লিখিছে:

মুছলমানৰ অষ্টম আক্ৰমণ: যাৰ অত্যাচাৰৰ প্ৰতাপত অসম, বঙ্গ আৰু উৰিষ্যাৰ দেৱ-দেৱীৰ প্ৰতিমূৰ্তি বিলাকৰ অঙ্গ ক্ষতবিক্ষত হ'ল, আমাৰ প্ৰায় দেৱমন্দিৰবিলাকে আজিলৈকে যাৰ কুকীৰ্ত্তিৰ ঘোষণা কৰিব লাগিছে, যাৰ নাম শুনিলেই দেৱ-দেৱী ভক্ত অসমীয়াৰ আজিলৈকে গাৰ লোম শিঁয়ৰি উঠে, সেই কালাপাহাৰৰ অত্যাচাৰতে বঙ্গ, বিহাৰ আৰু উড়িষ্যাৰ যিমান দেৱ-দেৱীৰ মূৰ্ত্তি নষ্ট হ'ল, তাৰ সীমা সংখ্যা নাই। এই কালাপাহাৰেই জগন্নাথৰ দাৰুময় প্ৰতিমূৰ্ত্তিক অগ্নিকুণ্ড জ্বালি দগ্ধ কৰিছিল। এই দুৰ্ব্বৃত্ত দেৱদ্বেষী কালাপাহাৰ জাতিত ব্ৰাহ্মণ আছিল। তেওঁ দেখাত বৰ ৰূপহ আৰু শকত পুৰুষ আছিল। বঙ্গদেশৰ কোনোবা মুছলমান নবাবৰ জীয়াৰী এজনী তেওঁৰ ৰূপত মোহিত হৈ তেওঁক পতিত্বক বৰণ কৰিবৰ নিমিত্তে বহুত আয়াস কৰিলে। কালাপাহাৰ প্ৰথমতে সন্মত নহৈছিল; কিন্তু মুছলমান ৰাজকন্যা গৰাকী বৰ ফন্দিয়ক আছিল। এদিন তেওঁ খানচামাৰ হতুৱাই গো-মাংস ৰন্ধাই, কিবা ছলেৰে কালাপাহাৰক তালৈ মতাই নি সুধিলে, "আপোনালোক ব্ৰাহ্মণ পণ্ডিত বোলে ভূত-ভৱিষ্যত আৰু বৰ্ত্তমান সকলোকে গণনা কৰিব পাৰে। গণনা কৰি চাই কওকচোন বাৰু আমাৰ খাবলৈ ৰন্ধা গোমাংস ভালকৈ পাক হৈছে নে নাই?" কালাপাহাৰে বোলে, "পাক উত্তমৰূপে হৈছে।" মুছলমান ৰাজকন্যাই সুধিলে, "আপুনি কেনেকৈ জানিলে?" কালাপাহাৰে বোলে, "মই ঘ্ৰাণ পাইছোঁ, ঘ্ৰাণতে বুজিব পাৰিছোঁ, মাংসৰ পাক উত্তম হৈছে।" তেতিয়া সেই মুছলমান ৰাজকন্যাই ক'লে "আপুনিয়েই এদিন কৈছিলে বোলে, ঘ্ৰাণেন অৰ্দ্ধভোজনং, তেনেহ'লে আপোনাৰ তো গো-মাংস ভোজন কৰা হ'লেই। এই অৱস্থাত মোক পত্নী স্বৰূপে গ্ৰহণ কৰিবলৈ আপোনাৰ আপত্তি কি?" কালাপাহাৰে এইদৰে নিজৰ কথাত জব্দ খায়েই হওক বা নিজৰ সুখ আৰু নবাবৰ জোঁৱাই হ'ব পৰা লালচতে হওক শেষত তেওঁ নিজৰ জাতি এৰি "কল্‌মা"পঢ়ি মুছলমান ধৰ্ম্ম গ্ৰহণ কৰি সেই ৰাজকন্যাক বিয়া কৰায়। মুছলমান হ'বৰেপৰা কালাপাহাৰে হিন্দু আৰু হিন্দুদেৱীৰ নাম নুশুনা হয়।

অনুমান ইং ১৫৬৬ চনত কালাপাহাৰ অসম দেশলৈ আহে। তেওঁ বঙ্গদেশৰ নবাব ছুলিমান চাহৰ সেনাপতি আছিল। এই সময়ত কোচবেহাৰত বিখ্যাত নৰনাৰায়ণ ৰজা আছিল। কোচবেহাৰ তেতিয়া কামৰূপৰে অংশবিশেষ। মহাৰাজা নৰনাৰায়ণে কালাপাহাৰক উজাই আহিবৰ শুনি, ভয়ত তেওঁৰ লগত মিত্ৰতা কৰিলে। কালাপাহাৰৰ দেশ অধিকাৰ কৰাই উদ্দেশ্য নহয়, তেওঁৰ প্ৰধান অভিপ্ৰায় হিন্দুধৰ্ম্ম নষ্ট কৰা। সেই নিমিত্তে তেওঁ দেশত একো উৎপাত নকৰি কামাখ্যালৈ আহিল। কামাখ্যাৰ নাম আৰু মাহাত্ম্যৰ কথা ভাৰতবৰ্ষৰ ক'তো নজনা ঠাই নাই। আগৰ ধৰ্ম্মপ্ৰাণ সময়ৰ কথা নেলাগেই,

### কামাখ্যা

আজিকালিৰ ইংৰাজী শিক্ষাৰ বহুল প্ৰচাৰ আৰু ধৰ্ম্মবিপ্লৱৰ সময়তো পশ্চিম আৰু দক্ষিণৰ কালে এনে বহুত ধাৰ্মিক হিন্দু আছে যে তেওঁলোকে কামাখ্যাৰ নাম শুনিয়েই দেৱীৰ উদ্দেশি সাষ্টাঙ্গে মাটিত পৰি দণ্ডৱৎ কৰে। যি দেৱ-দেৱীৰ বেছি প্ৰখ্যাতি, কালাপাহাৰৰ সেই দেৱ-দেৱীৰ ওপৰতে বেছি আক্ৰোশ। জগন্নাথৰ বেছি মাহাত্ম্য আৰু খ্যাতি জানি, তাৰ মহাপ্ৰভুৰ দাৰুময় মূৰ্ত্তি অগ্নিত দগ্ধ কৰি দণ্ডবনাতি কৰিলে। কামাখ্যাৰ বিষয়ো তদ্ৰূপ লোকৰ শ্ৰদ্ধা আৰু আগ্ৰহ দেখি কালাপাহাৰে কামাখ্যা নষ্ট কৰিবৰ মনেৰে একান্তে কামাখ্যালৈ আহিল। কামাখ্যাত য'ত য'ত দেৱ-দেৱীৰ মূৰ্ত্তি আছিল, কালাপাহাৰে প্ৰায় সকলোকে কোবাই ভাঙিলে। কামাখ্যাৰ মন্দিৰৰ গাত প্ৰোথিত যি যি সুন্দৰ শিলৰ মূৰ্ত্তিবিলাক আজিলৈকে কাৰো নাক খৰা, কাৰো কাণ ভঙা হৈ আছে, সেই সকলোবিলাক কালাপাহাৰৰ কুকৰ্ম্মৰ চিন। কালাপাহাৰে ভগৱতীৰ মহাপীঠস্থান লণ্ডভণ্ড কৰি মন্দিৰ ভাঙি পেলালে। মন্দিৰৰ ভিতৰত যিবিলাক প্ৰাচীন শৈলমূৰ্ত্তি

আছিল, সকলোকে ভাঙিলে। মহাৰাজা নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক শুক্লধ্বজ বা চিলাৰায় দুয়োৰে প্ৰযত্নত এই কামাখ্যা মন্দিৰৰ জীৰ্ণ সংস্কাৰ হয়। এই জীৰ্ণ সংস্কাৰ কৰাত পূৰা বাৰ বছৰ লাগিছিল। কালাপাহাৰৰ এই আক্ৰমণৰ কথা "শুকভটিয়া" বোৰত পোৱা যায়, তাত এওঁ "কালযৱন" "কালাসুঠান" ইত্যাদি নানা নামে অভিহিত হৈছে। আজিলৈকে মানুহে কয় বোলে, কালাপাহাৰৰ ৰণদুন্দুভিৰ মাত শুনিলেই হেনো হিন্দু দেৱদেৱী বিলাকৰ আপোনা-আপুনি হাত ভৰিবিলাক খহি খহি পৰিছিল। নৰনাৰায়ণ ৰজা আৰু চিলাৰায়ে কামাখ্যা মন্দিৰৰ বহুত নতুন মূৰ্ত্তি সজাই দিয়ে। কামাখ্যাৰ বৰ্ত্তমান "চলন্তা" অৰ্থাৎ মুকলিত থকা সকলোৰে দৰ্শনীয় মূৰ্ত্তিজনাও তেওঁলোকৰ দ্বাৰাই নিৰ্ম্মিত। তাত তেওঁলোক দুয়ো ভাইৰ প্ৰতিমূৰ্ত্তিও আছে। কামাখ্যা নষ্ট কৰি, কালাপাহাৰ উজাই নাহিল। নিজৰ উদ্দেশ্য সফল হোৱাত তেওঁ ভটিয়াই গ'লগৈ।

# বুঢ়া ৰজা

খোৰাৰজা স্বৰ্গদেৱৰ মৃত্যু হ'লত তেওঁৰ ৰবজনা কোঁৱৰ লাঙী গোহাঁইক ডা-ডাঙৰীয়া প্ৰমুখ্যে সকলোৱে সমালোচন কৰি স্বৰ্গী ৰজাৰ আজ্ঞা মানি ১৫৩৩ শকত ৰজা পাতি সেৱা কৰিলে। পাচে লাঙী গোহাঁয়ে ৰজা হৈ বোলে, মোৰ গাত যে দেও আছে, এই দেও গাত থাকিলে, সময় বুজি দেও আহিলে ; মই ৰাজকাৰ্য্য কিকৈ কৰিম ? এইবুলি মহাৰাজা সেৱাইত ব্ৰাহ্মণ, নট, বিয়াহ, বাদ্যভাণ্ড মহাদেৱলৈ বুলি উছৰ্গি দি, আপোনাৰ গাৰপৰা দেও একবাই, নৈ কাষৰত দেৱঘৰ থাপিলে, ( তাকে দেৱৰ গাঁৱৰ দেৱালয় বোলে ) সেই বেলাৰ পৰাহে ব্ৰাহ্মণ সেৱাইত হ'ল। পূৰ্ব্বে খোৰাৰজা স্বৰ্গদেৱৰ দিনত আহোম মতেৰে পূজা চলিছিল। দেৱঘৰৰ ( বা দেৱালয়ৰ ) ব্ৰাহ্মণ সেৱাইতবোৰক দেৱগ্ৰামতে পাতিলে, আৰু সেই দেৱঘৰৰ নামো "মহেশ্বৰৰ ঘৰ" নাম দিলে।

**দেৱগাওঁ দেৱালয়**
**( মহেশ্বৰৰ ঘৰ )**

বুঢ়া কালত ৰজা হ'ল বুলি এওঁকে বুঢ়া ৰজা বোলে, আৰু ভালেখিনি প্ৰধান প্ৰধান কৰ্ম কৰিলে কাৰণে আৰু বুদ্ধিমন্ত প্ৰতাপী ৰজা হ'ল হেতুকে এওঁকে "বুদ্ধি-স্বৰ্গনাৰায়ণ" আৰু "প্ৰতাপসিংহ" এই দুই নামেও জানে।

পূৰ্ব্বে বেৰতী গাঁৱত থাকোতে ৰজাদেৱে যিবোৰৰপৰা অপকাৰ পাইছিলে, সেইবোৰক আনি মাৰিলে, কাটিলে। হেন্‌দান্ হাতীমুৰ পূৰ্ব্বৰেপৰা এখন বেৰতী গাঁৱতে আছিল, পাছে বেৰতীয়া আহোমবৰপৰা গুচাই ইওখন হেন্‌দান্ হাতীমুৰো বৰ-গোহাঁই ফৈদীয়াক দিলে। আৰু ৰজাদেৱে যাৰপৰা উপকাৰ পাইছিলে, তাক ভাল কৰিলে। পূৰ্ব্বে বেৰতী গাঁৱৰপৰা আহি, কোঁৱৰালি কালত, ৰজাদেৱে নাৱাই চোমদাৰৰ পুখুৰীত ৰৰশি বাইছিলে। সেইবেলা সোণাৰী জীয়ৰী কুঁৱৰীৰ ভায়েক ককায়েকে ৰজাদেৱক শপিছিলে, সেই কথাও ৰজাদেওৰ মনত আছিলে। আৰু পূৰ্ব্বত এটা অপবাদ দি, স্বৰ্গীৰজাত লগাই, ৰজা-দেৱক বেৰতী গাঁৱলৈ খেদালে, ইও কথা ৰজাৰ মনত আছিল। সেই খঙতে সোণাৰীৰ জীয়ৰী দুই কুঁৱৰীৰ বৈ-বন্দহক ধৰি আনি, কতোক কাটিলে, কতোক মাৰিলে। পাছে শিঙৰিঘৰ উঠি, আহোম নিয়মে ৰজা হই, আহোম মতেৰে "চুচেন্‌ফা" নাম ল'লে আৰু আমুৰৰ কই ৰাজ্যক বঁটা-বাহন দিলে।

**চোমদাৰ**

লেকেৰাৰ ৰবৰবা মৰিলত, খাওমুং টংচু সন্দিকাইক ৰবৰবা পাতিলে, "লতাপঙ্কতে কৰি" (?) ৰাজ্যক ভাত খুৱালে। আপুনি ৰজাদেৰে লাখুটি লৈ, তাৰ মাজে মাজে ফুৰে; কোনোক আপুনি তলিয়া ধৰি মাছ-পাছলি দিয়ে। এইৰূপে ৰাজ্যক ভাত খুৱাই, ৰূপ, কড়ি, কাপোৰ দিলে। পাছে মানুহক ভাগি ভাগিয়ে পাতিলে। চৈয়না, চোৰাতল, বাইলুঙ্ আৰু পৰ্ব্বতৰ কোষে নগৰ সীমনা কৰি, গড়বান্ধি, মুৰকটা ফাটত নগালে নি, চিনাতলীতো গড় বন্ধালে। আৰু পৰ্ব্বতৰপৰা লুইতলৈকে তিয়কৰ কটাৰীখামৰ গড় বন্ধালে। পৰ্বতত আৰু তাওকাকত নগৰ কৰিলে। মুৰলীগড়-অনুমান ১৫৩৬ শকত বন্ধায়।

**সন্দিকৈৰ "ৰবৰবা"**

আৰু পূৰ্ব্বে খোৰাৰজাৰ দিনত যি সময়ত বেহেকৰা চিলাৰাই আহি, আমাৰ ৰাজ্য মাৰিলেহি, সেইবেলা তাৰোল বোখোৰা গোহাঁই (চুগম কোঁৱৰ) প্ৰমুখ্যে ডা-ডাঙ্গৰীয়াৰ ভাই-পো যিবোৰক ওল দিলে, আৰু যুগী, তাঁতীও বিত্তৰ দিলে। পাছে আমাৰ ৰাজ্য মাৰি যাওঁতে, চিলাৰায়ে বাটত কছাৰী, ত্ৰিপুৰাক পাই তাকো মাৰি গ'ল। পাছে এই তিনিখন ৰাজ্য মাৰিবৰ দেখি ভয়ত থাকি, খৰামীৰ ৰজাই আপুনি মিলিলহি। পাছে চিলাৰায়ে সন্তোষ হৈ খৰামীক বুলিলে বোলে, ইইঁতক মাৰিবৰ দেখি যে তই আপুনি ৰৰিলিহি, তোক কি লাগে খোজ, মই দিওঁ। খৰামীৰ ৰজাই বোলে মহাৰজা! মোক আন কিছু নালাগে, মোক মোহৰ মাৰিবলৈ মোক এক লেটেকা শাল লাগে। পাছে চিলাৰায়ে বোলে, ৰূপৰ মোহৰ আমাৰ বংশৰ নামে মাৰিবি। এইবুলি খৰামীৰ ৰজাক এক শাল দিলে। তাৰপৰা গৈ চিলাৰায়ে গৌড়ৰ পাট্চাক সমুখে যুদ্ধ ধৰিলে। পাছে গৌড়ৰ পাট্চায়ো যুদ্ধত জিনি, চিলাৰাইক ধৰি বন্দীখানাত ভৰালে। সেই বন্দীখানাৰপৰা চিলাৰায়ে এক লিখা পত্ৰ দি এটা মানুহ পঠাই, ককায়েক নৰনাৰায়ণলৈ এইদৰে কৈ পঠালে বোলে, পূৰ্ব্বেও আমি স্বৰ্গমহাৰাজৰেহে থাপিত। তথাপি মই পিতৃৰ আজ্ঞাৰে স্বৰ্গমহাৰাজাৰ ৰাজ্য মাৰিলো, আন দেশসকলকো মাৰিলোঁ। এখন যে মই আহি বন্দীখানাত পৰিলোহি, এই সময়ত যদি অসমৰজা লোকজন সহিতে আহি, আমাৰ দেশ কামৰূপ মাৰেহি, পাছে কি কৰা যাব? এতেকে সেই স্বৰ্গমহাৰাজাৰ ঠাইক ভাল মানুহ পঠাই, প্ৰীতিক দৰ্শাই, এক কন্যাক যাচি পঠাওক; আৰু আমি পূৰ্ব্বে যি লোকজন ওল আনিছোঁ, ইয়াকে প্ৰীতিক দৰ্শাই, মিত্ৰভাৱে এৰি পঠাওক। পাছে এনেতে খোৰাৰজাৰ পাছত যুচাৰজাদেও স্বৰ্গী হ'ল। ত'তো নৰনাৰায়ণে ভায়েক চিলাৰাইৰ কথা শুনি বোলে, যদি মই এতিয়া কন্যা যাচি লোকজন এৰি দিম, এই কথা স্বৰ্গমহাৰাজা শুনি বুলিব, মোৰ ভয়ত থাকিহে কন্যা যাচি, লোকজন এৰি দিলে। এতেকে তেও মই এক ফন্দি কৰি চাওঁ। এই বুলি নৰনাৰায়ণে পূৰ্ব্বে নিয়া আপচু গোহাঁইক অনাই, তেৰৈ সহিতে পাশা-চাল পাতি বোলে, যদি মোক ফুৰি চাল পাশাত জিনিব পাৰ, তোৰ দেশলৈ তোৰ লোকজন সহিতে মই এৰি দিম। এই আপচু

গোহাঁই দেখনিয়াত বৰ কণহ আছিল, এতেকেহে তেওঁক বেহাবন্ত সোন্দৰ বা সুন্দৰ গোহাঁই বুলিলে, আৰু মালসুক্ৰে তেওঁক তোলনীয়া পোকৈ লৈছিলে। পাছে বেলত ১৯ চাল পাশ আপচু গোহাঁয়ে জিনিলে।

এক চাল পাশ একেযোৰ দহতে লাগি আছিল। পাচে নৰনাৰায়ণে বোলে, গোহাঁই! যদি এইযোৰ দহ মাৰিব পাৰ, সত্য কৰি বুলিলো, তোৰ দেশৰ লোকজন যি আনিছো, তাকো যে এৰি দিম, ভাত বাজেও মোৰ দেশৰ লোকজন যি যাব খোজে, তাকো মই নাৰাখি এৰি দিম। এই বুলিলত সোন্দৰ গোহাঁয়ে বিমুখে চালি একেযোৰ দহ মাৰি, পাশ জিনিলে। পাচে নৰনাৰায়ণেও আপচু গোহাঁইক বঁটা-বাহন দি, গজসিংহ কাজীক লগত দি, এক কন্যাৰ কাৰণ যাচি পঠালে, আৰু আমাৰ লোকজন যি নিছিল, তাকো এৰি দিলে, তাঁতী, যুগী যি নিছিল, তাকে মাত্ৰ বৰ নগৰত পাতি ৰাখিলে। তাৰ দেশৰ লোকজন যি আছিল, তাকো সেই লগতে এৰি দিলে। সেই দেশৰ তাঁতী, সোণাৰি, বৃত্তিয়াল অনেক মানুহ আছিল। কোচানৰ অহা মানুহখিনিক আমাৰ বজাদেৱে নামডাঙত পাতিলে, আৰু পূৰ্বে আমাৰ দেশৰো যি মানুহ তালৈ গৈ উলটিল, তাকো বাছি বাছি ভাগে ভাগে নিলে। সি দেশৰপৰা অহা বহু বৃত্তিয়াল মানুহ, তাকো খেলে খেলে নিয়মকৈ পাতিলে। এই নিমিত্তে এতিয়াও সেইবোৰক ভটীয়া সোণাৰি, ভটীয়া কমাৰ এনে বুলি কয়। ভাটীৰপৰা মানুহ আনি পাতিলে বুলি, সেই-খনিক ভটীয়াপাৰ বোলে।

পাচে মহাৰাজা আপচু (সোন্দৰ) গোহাঁইক নি, সেই দেশৰ কথাবাৰ্ত্তা সুধিলে, গোহাঁয়েও সি দেশৰ খাৰণ কথাবাৰ্ত্তা সকলো কলে। আৰু মৃন্ময় মূৰ্ত্তি দুৰ্গোৎসৱ সি দেশত প্ৰধানকৈ কৰিবৰ কথা ক'লত, মহাৰাজা বোলে, সি দেশত যে কৰিব পাৰে, আমি জানো কৰিব নোৱাৰোঁ। এই কথা মহাৰাজা মনতে থ'লে। পাচে গজসিংহ কাজীক তুলিলে। বেহেকৰা বজাৰ কুশলা-কুশলি সুধি, স্বৰ্গমহাৰাজা বোলে, নৰনাৰায়ণ বজাই মহাৰাজাৰ ঠাইলৈ এইখন কহিব দিছে বোলে, মহাৰাজাৰে আমাৰে পূৰ্ব্বপৰালৈ প্ৰীতি গোট বৃদ্ধি হবৰ অৰ্থে আমি মহাৰাজালৈ এক কন্যা দিবলৈ ইচ্ছা কৰিছোঁ, আৰু তেওঁৰ ঠাইৰ লোকজন যি আনিছিলোঁ, প্ৰীতি হ'বৰ নিমিত্তে তাকো এৰি দি পঠাইছোঁ। নৰনাৰায়ণ বজাই মোতকৈ এইখনি বুলি পঠাইছে। পাচে আমাৰ মহাৰাজা শুনি, ভাল বুলি, কতো দিন থাকি, তাক তুলি বঁটা-বাহন দি, আমাৰ আহোম কটকী লগত দি, এইখনি বুলিলে বোলে, তই নৰনাৰায়ণ বজাত এইখান কৰি বোলে, বাজা প্ৰীতিক বাঞ্ছা কৰি যদি কন্যা দিম বুলিছে, ভাল; যদি প্ৰীতিক বাঞ্ছা কৰি কন্যা দিব মৰো আনিম। এই বুলি সিহঁতক বিদায় দিলে আৰু মৃন্ময় মূৰ্ত্তি সাজিবৰ নিমিত্তে মৰজিয়াল খনিকৰ লগত দি বিদায় দি পঠালে। পাচে সিহঁত গলত, নৰনাৰায়ণ বজাই তুলি, মহাৰাজাৰ কুশলাকুশলি বাৰ্ত্তা সুধি, মৰজিয়াল খনিকৰক মৃন্ময় মূৰ্ত্তি দুৰ্গোৎসৱ সাজিবলৈ

শিকাব দিলে। পাচে কতদিন থাকি, সেই খনিকৰ মানুহ আহোম কটকীৰ লগত সিঁইতৰ পাতালসিংহ আৰু গজসিংহ কাজীক দি, পঠাই দিলে। দুই কাজী সহিতে সিঁইতো আহি গড়গাওঁ পালেহি। পাচে মহাৰাজাদেৱে আহোম কটকীক নি কথাবাৰ্ত্তা সুধিলে, বোলে, তইঁতৰ লগত বেহাৰৰ কোন কটকী আহিছে? আমাৰ কটকীয়ে নাও পাহৰি বোলে, গৰুৰ যে এটা শিং তললৈ যায়, এটা শিং ওপৰলৈ যায়, তাক কি গৰু বোলে? স্বৰ্গদেৱে বোলে, তাক পাতালশিঙীয়া গৰু বোলে। আহোম কটকীয়ে বোলে, পাতালশিঙীয়া কটকীক পঠাইছে। এই বুলি ক'লত মহাৰাজা বৰ অসন্তোষ কৰি বোলে, আন দিন পৰদেশলৈ আহোম কটকী পঠাবলৈ ভাল নহয়। ই যে মোতে ইমান কথাকে ক'ব ভালকৈ নোৱাৰিলে, লোকতনো কি কৈ ক'ব? এনে বুলি ব্ৰাহ্মণ কটকী ল'বলৈ একুৰি চাৰিঘৰ মানুহ বিচাৰি ল'লে। পাচে বেহেৰৰা পাতালসিংহকো তুলি কথাবাৰ্ত্তা হৈ বঁটা-বাহন দি আমাৰ বস্তুকন্দলীক লগত দি বিদায় দি পঠালে। তাৰেপৰাহে বেহাৰলৈ আমাৰ কটকী গতাগত কৰিছিলে। পাচে সেই সময়ত আমাৰ মৰঙ্গিয়াল খনিকৰ মৃন্ময় মূৰ্ত্তি সাজিবৰ শিকিবলৈ গৈ ঘূৰি আহি পালেহি। তাৰেপৰাহে দেৱীঘৰৰ মৃন্ময় মূৰ্ত্তিত দুৰ্গাপূজা চলিল।

**দুৰ্গামূৰ্ত্তিৰ প্ৰচলন**

আৰু সোন্দৰ গোহাঁইৰ মুখে কোচৰ দেশৰ ব্যৱহাৰ শুনি, আন দেশৰ কটকী তোলোতে ডাঙৰীয়াবোৰক তিনিখনীয়াকৈ চান্দোৱাৰ তৰি বহিবলৈ আজ্ঞা কৰিলে। আৰু কোচানৰ ৰজাই নিজ নামেৰে হিন্দু আখৰৰ মোহৰ মৰা শুনি, ৰজাদেৱে হিন্দু পণ্ডিত সকলেৰে মীমাংসা কৰি "যোগিনীতন্ত্ৰ"ৰ

**হিন্দু আখৰৰ মোহৰ**

"অষ্টকোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰ-বাসিনী।
তস্মিন্বিশন্তি যে লোকা জ্ঞানাদজ্ঞানতো পিবা ॥
তেপি দেব্যাঃ প্ৰসাদেন সিদ্ধিং গচ্ছন্তি নান্যথা ॥"

এই শ্লোক অনুসৰি "স্বৰ্গনাৰায়ণ" নামেৰে আঠচুকীয়া মোহৰ মাৰিলে।

পাচে সোন্দৰ গোহাঁয়ে আহি খাঁৰৰ জীয়েকক বিয়া কৰালেহি; তিনিটি সন্তান হ'ল; আৰেক আৰু কৈঁৰা গোহাঁই এই দুই ল'ৰা; কাঁচনমলা, এইটি ছোৱালী। ৰজাদেৱে সোন্দৰ গোহাঁইক নাওবৈছা ফুকন পাতিলে; সেই দিন ধৰি এই বিষয় চলিল।

**বৰগোহাঁইৰ নাওবৈছা ফুকন**

পাচে একদিনা খাওম্যং সন্ধিকাই ৰৰবৰাৰ ঘৈণীয়েকক ৰজা মাতি পঠালে। পাচে তাই ৰজাক বৰ কথা ক'লে বোলে—পূৰ্ব্বে যে বুলিলে বোলে, মই ৰজা হ'লে তোৰ ভাল কৰিম, পাচে ক'তা? এতিয়াহে মনত পৰিল? এইবুলি টান কথা ক'লে; ৰজা মতালতো তাই নাহিল। পাচে গধূলি বেল কৰি উঠিলত, শুকটি তাম্বুলীয়ে

বিশ্বাসকৈ ৰজাৰ আগত ক'লে বোলে ; মন্ত্ৰিকাই বৰবৰুৱাক সিবিয়েকেহে কেনেকৈ বুলিবলৈ শিকালে। তাতেহে তাই এনেকৈ বুলিলে। পাচে সেই দাইতে খাওমুং মন্ত্ৰিকাই বৰবৰুৱাক বৰবৰুৱা ভাঙ্গি, লাহদৈ গড় বন্ধাই, সেই ঠাইতে ঘৈণীয়েকে সহিতে দুইকো উজনিয়াই মাৰিব দিলে। বৰবৰুৱাৰ ঘৈণীয়েকৰ নাম আছিল লাহদৈ। পাচে তেওঁৰে সলনি শুকটি তামুলীক মোমাই তামুলী নাম দি বৰবৰুৱা পাতিলে। তেওঁ বৰবৰুৱা হই, দিহিঙ্গত মঠাউৰি বন্ধালে, মেছাঘৰত, তেলিয়াডোঙ্গাত, গজপুৰত, এই-বোৰত পুখুৰী খানিলে আৰু গড়গাঁও মেৰাই বাঁহগড়া বান্ধি দুখন দুৱাৰ দিলে, তিনি

মোমাই তামুলী বৰবৰুৱা

ঠাইত সিংহদুৱাৰ দিলে। এই আপাহতে বৰবৰুৱা নাম গুছাই, মোমাই তামুলীক বৰবৰুৱা নাম দিলে। এয়েই বৰবৰুৱাৰ প্ৰথম, এওঁৰপৰাহে বৰবৰুৱাৰ বিষয় চলিল। জেওৰা তেটিৰৰ বৰ ভাল দেখি, বৌমৰীয়া গণকক ভণ্ডাৰী বৰুৱা পাতিলে ; আৰু খাতোৱাল চেটীয়াৰ জী, ৰজাদেওৰ

গণকৰ “ভণ্ডাৰী বৰুৱা”

ৰৰকুঁৱৰীক মেছাঘৰ দিলে। পাচে ৰজাদেৱে পৰ্বতীয়া ৰৰগোহাঁইৰ জীয়েকক বিবাহ কৰিলে। এই ঘৰকে “ভণ্ডাৰী গোহাঁই”ৰ ঘৰ বোলে, কিন্তু আচলতে গোহাঁই নহয়, জাতত পূৰ্বে চুটীয়া।

আৰু পূৰ্ব্বে ষেতিয়া গৌৰৰ পাৎসাৰে চিলাৰাইক বন্দী কৰি থৈছিল, সেই সময়ত একদিনা পাৎসাৰ বেগমক সৰ্পে খালে। তাঁৰ দেশৰ বেজে চাব নোৱাৰিলে ; পাচে চিলাৰায়ে “সাদকুথা” ( সন্দেহৰা ? ) মন্ত্ৰেৰে জাৰি ভাল কৰিলে। পাচে পাৎসাৰে এই আপাহ পাই, চিলাৰাইক বঁটাবাহন দি, পুত্ৰবোধে আপোন দেশলৈ পঠাই দিলে। পাচে চিলাৰায়ো আহি, কতোদিন থাকি, তাৰ দেশতে মৃত্যু হ'ল। তাৰ পুত্ৰ ৰঘুদেৱে ঘিলা বিজয়পুৰত ৰজা হ'লহি। কতোদিন থাকি, তাতো নৰনাৰায়ণ ৰজাৰো মৃত্যু হ'ল। এনেতে তাৰ পুত্ৰ লক্ষ্মীনাৰায়ণো ৰজা হ'ল। ৰঘুদেৱে বোলে, লক্ষ্মীনাৰায়ণ ৰজা এফালেহে হ'ল। লক্ষ্মীনাৰায়ণে বোলে, এফালে নহয়, মই সমস্ত ৰাজ্যৰে ৰজা হ'লোঁ। এইবুলি লক্ষ্মীনাৰায়ণে আমাৰ ৰজাদেৱলৈ এক কন্যা দি মিত্ৰ কৰিলে। পাচে ৰঘুদেৱে বোলে, এফালে ৰজা হ'ল লক্ষ্মীনাৰায়ণ, মধ্যত হ'লোঁ মই। তাতে যদি অসম ৰজালৈ কন্যা দি লক্ষ্মীনাৰায়ণ মহাৰাজা স্বৰ্গদেৱৰ মিত্ৰ হ'ল, মধ্যত মই কি কৈ ৰ'ম ? এই বুলি আপোনাৰ কাজীসকলেৰে কথা হৈ, এক লিখা পত্ৰ দি, পাতালসিংহ কাজীক আমাৰ ৰজাৰ পালৈ পঠাই দিলে বোলে, মহাৰাজলৈ মই এক কন্যা দিম ; এই বুলি কৈ পঠালে। পাচে আমাৰ ৰজাদেৱেও শুনি লক্ষ্মীনাৰায়ণৰ ঠাইলৈকো কটকী পঠালে ; আৰু ৰঘুদেৱৰ ঠাইকো কটকী গতাগত কৰাই, ৰঘুদেৱৰ জীয়েক মঙ্গলদৈক কুঁৱৰী আনিলে। পাচে কতদিন থাকি ৰঘুদেৱো মৰিল ; পুতেক পৰীক্ষিতনাৰায়ণ ৰজা হ'ল। পাচে কতদিন থাকি পৰীক্ষিত নাৰায়ণে ভায়েক ইন্দ্ৰবলনাৰায়ণক

মাৰিলত, তাৰে তাৰেক মানসিংহে সেই ভয়তে থাকি, কিছুমান মানুহেৰে পলাই আহি, বুঢ়াৰজাদেৱত শৰণাপন্ন হ'লহি। ৰজাৰ গোষ্ঠী হেন জানি, আমাৰ ৰজাদেৱে পাতিৰজনীয়া ৰজাসোৱৰ নিয়মে, তাৰ মানুহ হুনুহ সৰে, মানসিংহক "সিংহ" নাম গুচাই মানৰজা নাম দি, নামৰূপত ৰজা পাতি থ'লে নি। তাৰ পাচে বেৰতীগাঁৱত থাত পাতি "জয়থাম্‌জাদ" নাম দিলে।

**কোচৰ নামৰূপীয়া ৰজা**

সেই বেলা ৰজা আৰু তিনিজনা গোহাঁইৰ বৈ-বন্দহক চপাই আনি লুখুৰাখনৰ থেল পাতিলে; আৰু আটাইতকৈ ৰৰজনা গোহাঁইক লুখুৰাখনৰ বৰুৱা পাতি হোলোঙ ৰখীয়া দিলে। সেই বেলা ৰজাৰ হোলোঙত ৰখীয়া মানুহ এটা উঠিব শুনি আৰু ৰৰচাকতো কোৰ মাৰিবৰ শুনি, আৰু হোলোঙত লোকৰ থেৰ-কঠিয়াৰে চবায়ে বাঁহ বান্ধিবৰ শুনি ৰজাদেৱে দায় ধৰিলে; আৰু খং কৰি তিনিজনা গোহাঁইৰ ভাইপোক "জয়থাম্‌জাদ" থাতত হাকলু তাদিৰ দিলে, আৰু লগতো কুকুৰাচোৱা কাম-বন্‌ চাবলৈ দিলে। পাচে সিবোৰে বন নিশিকোঁতে, কুকুৰাচোৱাই গালি পাৰিলে। গালি সহিব নোৱাৰি, বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ ল'ৰাবোৰে কুকুৰাচোৱাক কিলালে। সেইকথা কুকুৰাচোৱাই ৰজাত ক'লেগৈ। ৰজায়ো দাই ধৰি বোলে, মোৰ যে কুকুৰাচোৱাক কিলালে, মই এনেবোৰ গোহাঁইৰ পো-ভাইৰ মুখ নেচাওঁ। এইবুলি খংকৈ, বৰগোহাঁইৰে, বৰপাত্ৰৰে বন্দহৰ কেটাক কাজলীচকীত থাকিব দিলেগৈ। আৰু বুঢ়াগোহাঁইৰ বন্দহক জাগীৰ চকীত থাকিব দিলেগৈ। সিবোৰেও মহাৰাজাৰ আজ্ঞাৰে সেইৰূপে আছিলগৈ।

**লুখুৰাখনৰ বৰুৱা**

পাচে জয়ন্তাৰ বাৰ্ত্তা বুজি জনাই থাকিবলৈ বুঢ়াগোহাঁইৰ বন্দহৰ এটাক জাগীয়াল গোহাঁই পাতিলে আৰু বৰপাত্ৰৰ ফৈদৰ এক গোহাঁইকে, বৰগোহাঁইৰ বন্দহৰ এটাকে, এই দুইক দুই কাজলমুখীয়া গোহাঁই পাতি জয়ন্তাৰো কিছু আৰু ভিতৰুৱা আৰু গাৰোৰ ফালৰ বাৰ্ত্তা জনাই থাকিব দিলে।

**বুঢ়াগোহাঁইৰ "জাগীয়াল গোহাঁই"। বৰগোহাঁইৰ আৰু বৰপাত্ৰৰ "কাজলীমুখীয়া গোহাঁই"**

আৰু বহাত থাকি, কোচৰ ফালৰ বা-বাতৰি জনাই থাকিবলৈ, নগৰত যেতিয়া যাব খবৰ ৰবৰুৱা হৈ থাকে, সেই বন্দহৰে এটাক বহীয়াল বৰুৱা পাতিবলৈ নিয়ম কৰিলে।

**বহীয়াল বৰুৱা**

পূৰ্ব্বে যে মানৰজা মহাৰাজাৰ ঠাইত লাগি আহি লোৱালেহি, সেই বেলা পৰীক্ষিত নাৰায়ণে তাকে মহাৰাজালৈ খুজি পঠালে; পাচে আমাৰ মহাৰাজা শৰণাগত বুলি মহাৰাজাক এৰি নেদিলে। তাৰ পাচে চুটিয়া, কছাৰী চপাই আনি জাতি অনুৰূপে লোকজন ভাগে ভাগে ঠায়ে ঠায়ে পাতিলে, আৰু সেইবেলা দিচাদৰ কাষত মহাৰাজা হাতী ধৰিলে!

১৫৩৫ শকৰ ফাগুন মাহত, মহাৰাজাৰ আজ্ঞাৰে, লাকু ৰবপাত্ৰকে, ভণ্ডাৰী গোহাঁইকে দিহাদকৰাত শলাৰ পোনে পচিমান ডফলাক খুজিবলৈ পঠালে। সিবোৰো গৈ লোকজন লৈ, দিহাদকৰাত ৰহিলগৈ। পাছে তাৰ পৰা ডফলাক ধৰিবলৈ যাওঁতে বাটত ডফলাই দগা দি বিস্তৰ মানুহ কাটিলে। পাচে ৰজাদেৱে শুনি ৰবপাত্ৰকে ভণ্ডাৰী গোহাঁইকে হহকি আহিব দিলে। এই যুঁজতে আমাৰ ফালৰ সদীয়াদলৰ বাৰে চিৰিং পৰিল। লাকুক ভাঙ্গি ওলেযোৰাক ৰবপাত্ৰ পাতিলে।

**লাকু ৰবপাত্ৰ**
**(১ম বাৰ)**

সেইবেলা জয়ন্তাৰ ধনমাণিক ৰজাই ডিমকৰাৰ প্ৰভাকৰক বন্দী কৰি থ'লেনি। পাচে কছাৰী জয়নাৰায়ণ (কোনোৱে যশনাৰায়ণ বুলিও কয়) ৰজাই জয়ন্তাৰ ধন মাণিকলৈ ডিমকৰাৰ প্ৰভাকৰক খুজি পঠালে বোলে, ডিমকৰা মোৰ হাৰামখোৰ, তাক মোলৈ দি পঠাওক। জয়ন্তাৰ ধনমাণিক ৰজাই বোলে, সি বিস্তৰ দিন মোৰ 'গাতি-মাটি' (জাতি-মাটি?) খাই আছে, এখন মোৰ কৰ-কাটল পাব লাগে। মই তাক এৰি দিব নোৱাৰোঁ। এই কথা কছাৰী ৰজাই শুনি খং কৰি, জয়ন্তাৰ ৰজাৰে যুদ্ধ কৰি জয়ন্তীপুৰ মাৰিলে। জয়ন্তাৰ ৰজা ৰহিব নোৱাৰি পৰ্ব্বতত উঠিল গৈ; আৰু কছাৰী ৰজালৈ এই বুলি পঠালে বোলে, যি হয় পেচ্‌কোচকে লওক, মই দিওঁ, কছাৰী ৰজা ফিৰি যাওক। কছাৰী ৰজাই বোলে, যদি পেচ্‌কোচকে দিব, যশমাণিক তাৰ ভায়েক, অমৰ সেনা ভাগিনীয়েক, আৰু বায়েক মুক্তাৱাণী, এই তিনিকো দিয়ক, তেবেসে আমি ফিৰি যাম। ধনমাণিক ৰজাই বোলে, যি কাৰণে ৰাজ্য ৰক্ষা পৰে, তাকেহে কৰিব লাগে। এইবুলি মুক্তাৱাণী, অমৰসেনা, যশমাণিক এই তিনিকো দিলে। ৰজাও পাই আপোনাৰ নগৰক আহিল। কছাৰী ৰজাই জয়ন্তীপুৰ মাৰি "অৰিমৰ্দ্দন" নাম ল'লে; আৰু নগৰৰ নামো "খাছপুৰ" নাম থ'লে; "খাছ ৰাজ্য" মাৰিলে; এই হেতুকেহে "খাছপুৰ" হ'ল।

পাচে জয়ন্তাৰ ৰজা ধনমাণিকেও পাত্ৰমন্ত্ৰী সহিতে সমালোচনা কৰি বোলে, কছাৰী ৰজাই মোৰ ৰাজ্য মাৰিলে। মহাৰাজা স্বৰ্গদেৱক সহায় পাইহে মাৰিব পাৰিলে; এতেকে আমিও মহাৰাজা সহিতে প্ৰীতি কৰোঁ, তেহে কছাৰীক উপায়ে জিনিব পাৰিম। এইখান নিশ্চয় কৰি ভালবস্ত্ৰ, চন্দন, জ'ইফল, পোৱাল, মুক্তা, চিকণ তাও, এইখনি বস্তু দি, ৰূপৰাই, চুৰাই এই দুই ভাল মানুহক মহাৰাজাৰ ঠাইলৈ প্ৰীতিক বাঞ্ছা কৰি পঠাই দিলে। পাচে মহাৰাজাও শুনি হাবুঙ্গ পিকৃচাইক পঠাই, জয়ন্তাৰ মানুহ দুইক তুলিলেনি। তুলিলত, সিহঁতে বোলে, প্ৰীতিক বাঞ্ছা কৰি আমাৰ ৰজা মহাৰাজালৈ বুলি এক কন্যা দিবৰ ইচ্ছা কৰিছে। পাচে মহাৰাজা বোলে, জয়ন্তাৰ ৰাজকন্যা দিব, আমিও আনিম। তাত পাচে জয়ন্তাৰ দুই মানুহে বোলে, আমাৰ ৰজাই স্বৰ্গমহাৰাজাৰ ঠাইলৈ প্ৰীতিক বাঞ্ছা কৰি ভালবস্ত্ৰ যেনে কটাৰি ২০ খান; সোণৰ ডাবেৰে কটাৰি ৪ খন, গাঁথিয়ন ৭ (সাত) যোগ, আগৰ কাঠ ৪ সেৰ, নৰা কাপোৰ ৪ খন, চলা

কাপোৰ ২ খন, চন্দন, জঁইফল, পোৱাল, মুক্তা, চিকণ তাও এইখনি সন্দেশ দি পঠাইছে। এই বুলি সেইবোৰ দিলে। মহাৰাজাও জয়ন্তাৰ দুই মানুহৰ লগত সোণবৰক দি, কন্যা জোৰণৰ অলঙ্কাৰ দিলে; সোণৰ খাৰু ১ যোৰ, সোণৰ বাখৰাযুগতা আঙঠি ১০টা, ডিঙিৰ চেও এধাৰ, হাতৰ চেও দুধাৰ, সোণৰ হাৰ এগছ, মেখেলাৰে কাপোৰ তিনি সাজ; সোণৰ বৰৈৰে বিহা-মেখেলা এযোৰ; এইখনি দি পঠালে। সোণবৰে নি জয়ন্তাৰ ৰজা ধনমাণিকৰ ঠাইত এই বস্তু দিলেগৈ। জয়ন্তা ৰজাও পাই পৰম সন্তোষ হ'ল।

পাচে এনেতে হঠাৎ ধনমাণিক ৰজা মৰিল। কছাৰী ৰজাই যশমাণিকক (পূৰ্ব্বে কছাৰী ৰজাই "পেচ্‌কোচ" স্বৰূপে অনা ধনমাণিকৰ ভায়েক) ৰজা পাতি জয়ন্তীপুৰলৈ পঠাই দিলে। যশমাণিক ৰজা হুই, ৰবাবুৰুক সহিতে সমালোচন কৰি, স্বৰ্গমহাৰাজা সহিতে কছাৰী ৰজাৰ ভেদ লগাবৰ মনে, আমাৰ ৰজা দেওলৈ এই বুলি কৈ পঠালে বোলে, পূৰ্ব্বে যে মোৰ ককায়ে মহাৰাজালৈ এক কন্যা দিব খুজিলে, সেই কন্যা যদি কছাৰীৰ সাতগাঁৱে দি নিয়ে, তেহে দিব পাৰোঁ, এইবুলি সোণবৰক বিদায় দি পঠালে। পাচে সোণবৰ আহি মহাৰাজাত ক'লেহি বোলে, ধনমাণিক ৰজা মৰিল; কছাৰীয়ে যশমাণিকক ৰজা পাতি পঠালে। যশমাণিকে ডিমৰুৱাৰ প্ৰভাকৰকো বঁটা বাহন দি এৰি দিলে আৰু মোৰ আগতো এইখান বুলি পঠালে বোলে, কছাৰীৰ সাতগাঁৱৰ মাজেৰে নিলেহে কন্যা দিম। আৰু বোলে, মহাৰাজাৰো আমাৰো প্ৰধান শত্ৰু ৰজাল আছে; লোভত থাকি নাজানি কোনোখান কৰে; যদি কছাৰীৰ সাতগাঁৱেদি কন্যা নিব পাৰে, তেহে মই কন্যা দিব পাৰোঁ। আমাৰ মহাৰাজা এই কথা শুনি শীতলীয়াল শ্ৰীকান্ত—এই দুই কটকীক পঠাই পূৰ্ব্ব-প্ৰীতিক দৰ্শাই, জয়ন্তাৰ কন্যা আনিবৰ নিমিত্তে কছাৰী ৰজালৈ বাট খুজি পঠালে। পাচে কছাৰী ৰজাই বোলে, জয়ন্তীয়াল মোৰ শত্ৰু; মোৰ মাজ বাজে জয়ন্তাৰ কন্যা নিবলৈ মই বাট দিব নোৱাৰোঁ। মহাৰাজা এই কথা শুনি, ডাঙৰীয়াসকলে সহিতে আলচি শীতলীয়াল, শ্ৰীকান্ত এই দুই কটকী পঠাই পুনৰ্ব্বাৰ কছাৰী ৰজাত এই ক'ব দিলে বোলে, কছাৰীৰজা সৰ্ব্বকালে আমাৰ 'থাপিত সাক্ষিত' এখন আমাক বাট দিয়ক। পাচে কছাৰী ৰজা "থাপিত সাক্ষিত" বুলিবৰ শুনি, ডাঙৰীয়া সহিতে আলচি খং কৰি, কছাৰীৰ ৰাজ মাৰিবলৈ মন কৰি, ধনশিৰীৰ বাটে চাওপ্ৰেট্‌ বুঢ়াগোহাঁই, চাৰিঙ ৰজা, তিপাম ৰজা, মৰঙিখোৱা গোহাঁই, বৰচেটীয়া সন্ধিকাই আৰু সাদৰি গোহাঁই প্ৰমুখ্যে ভালেখিনি মানুহ পঠাই দিলে।

**কছাৰীৰে ৰণ**

এই সকলো গৈ সিং দুৱাৰত কোঠ দি ৰহিলগৈ। পাচে কপিলীৰ বাঁটে খামচিন্ বৰগোহাঁই, সোন্দৰ গোহাঁই আৰু অভয়ৰাম সলাল গোহাঁই এওঁলোক তিনি গ'ল। এই খামচিন বৰগোহাঁইকে "গুইমেলা বৰগোহাঁই" বুলিও জানে। পূৰ্ব্বে দিচিয়ালৰ বেঁকা গোহাঁইৰ জীয়ৰী এজনী বেৰতীয়া আহোমত দিছিলে। তাইৰে জীয়েকক খামচিন্ বৰগোহাঁয়ে তুলিলে। সেই ছোৱালীকে পূৰ্ব্বে খোৱাৰজাত

দিছিলে,—আৰু সেয়ে এওঁ লাঙ্গিগোহাঁইক (চুচেন্-ফা বা বুঢ়াবৰুৱাক) জন্মালে। পাচে এওঁ বৰুৱা হৈ বোলে, মই বৰগোহাঁইৰ জীয়ৰীৰ ল'ৰা। এইবুলি খামচিনক

**খাম্চিন্ বৰগোহাঁইক ওঁইমেলা বৰগোহাঁই বোলে**

যেতিয়া কছাৰী বধলৈ পাচিলে, বৰগোঁহাই হাতীত উঠিলত হাতীৰ ওপৰৰপৰা হাগি পঠালে। তাতে ৰজাদেৱে বোলে, "মোমাই! ওঁই মেলা! ওঁই মেলা!!" এতেকেহে এওঁৰ নাম "ওঁইমেলা বৰগোহাঁই" হ'ল। এওঁৰে বঙ্গহ লিকি (কন্তী?) ১ ঘৰ, পুথিপঢ়া ১ ঘৰ। পাচে খাম্চিন বৰগোহাঁই প্ৰমুখ্যে দিবোৰ গৈ কছাৰীৰ তিয়াৰিদেওৰ গাওঁ, ধৰ্ম্মপুৰ, লাহোৰ নামৰ চকী, সাতগাওঁ, এই গাওঁসকল মাৰি সাতগাঁৱতে কোঠ দি ৰহি, মহাৰাজালৈ জনাই পঠালে বোলে, সাত গাওঁ মাৰি আমি ইয়াতে কোঠ দি ৰহিছোঁ, স্বৰ্গদেৱৰ বা কি আজ্ঞা হয়? স্বৰ্গদেৱে শুনি বোলে, জয়ন্তাৰ কন্যা নমাই আনক। এই বুলি স্বৰ্গদেৱে পূৰ্ব্বমতে অলঙ্কাৰ দি, কেকোৰাদোলা দি, সোন্দৰ গোহাঁইক কন্যা নমাই আনিব দিলেগৈ। পাচে সোন্দৰ গোহাঁয়েও বাট কাটি, কন্যা নমাই আনিলে আৰু লগতে লোকজন সহিতে মহাৰাজা-দেৱৰ ঠাইলৈ কন্যা দি পঠালে। পাচে সোন্দৰ গোহাঁই তাতে থানা দি ৰহিল।

কন্যা যোগাবলৈ জয়ন্তীয়ালৰ যি মানুহ আহিছিলে, তাৰ হাতে মহাৰাজাদেৱে জয়ন্তীয়া ৰজালৈ যি যি বস্তু দ্ৰব্য দিলে তাৰ লেখা :—ৰজালৈ হাতী ৪টা, ঘোঁৰা ২টা, কুষ্ঠিৰে কাপোৰ ২ যোৰ, সোণৰ কেকৰে ১ সাজ; কোঁতাৰে ৭ যোৰ; ৰচোৱালেৰে ২৩ যোৰ; চাউল ১০০ টোপোলা, লোণ ১০ মোণ, তেল ২০ মঠিয়া, এইসকল দি জয়ন্তীয়ালৰ মানুহক বিদায় দিলে।

আত অনন্তৰে সোন্দৰ গোঁহাই আৰু বৰগোহাঁয়ে মহাৰাজালৈ সুধি পঠালে বোলে, স্বৰ্গদেৱৰ আজ্ঞায়ে আমি এখেত আছোঁ, লোকজনবো বেছি নাপৰিয়া হৈছে; বৰ্ষাকালো হ'ল, জেঠমাহ, আকে চাই স্বৰ্গদেৱৰ কি আজ্ঞা হয়? পাচে মহাৰাজাদেৱে শুনি বোলে, পুনৰ্ব্বাৰ কছাৰীৰ নগৰ মাৰিবহে লাগে। ডাঙৰীয়াসকলে বোলে, স্বৰ্গদেৱৰ পুথাও পুলিনে কছাৰী ৰজাক থাপি সাক্ষি গৈছে; নাভাবিহে নগৰ মাৰিবলৈ মন কৰিলে। যদি বিষৰ গছ ৰোপণ কৰে, তথাপিও উভাবিবাক যোগ্য নহয়। পাচে মহাৰাজা বোলে, গৃহস্থৰ কুকুৰ যদি বলিয়া হই মানুহ খায়, তাক নে কি গৃহস্থে নেমাৰে? এইবুলি ডাঙৰীয়াসৱৰ বচন নেৰাখি, সোন্দৰ গোহাঁইকে, খামচিন্ বৰ-গোহাঁইকে কছাৰীৰ নগৰ মাৰিবলৈ বুলিলে। পাচে মহাৰাজাৰ আজ্ঞাৰে দিবোৰো গৈ কপিলীৰ কাষৰত কোঠ দি ৰহিলগৈ, আৰু বালিগাঁৱৰ চকীলৈ বাট কাটিলে। সেইবেলা কছাৰী ৰজাও আগবাঢ়ি যাত্ৰা কৰি, বালিগাঁৱৰ কোষতে ৰহিল গৈ। পাচে ধনশিৰীয়েদি, সিংহুৰাৰতো ৰহিছে হেন শুনি, কছাৰী ৰজা তায়েক ভীমবল সহিতে সমালোচন কৰি বোলে, আমি ই ঠাইত ৰণ কৰোঁতে অমনে পাছ ভেটা দি ধৰিলে,

আমি কি কৰিম? এতেকে আমি ওলমাল দিওঁ বুলি আগে মিলোগৈ। পাচে দগা-পাতি অসময়ক মাৰিবাক পাৰোঁহঁতে, তেহে, আন উপায়ে জিনিবাক নোৱাৰি। এই নিশ্চয় কৰি, কছাৰী ৰজাই ছল কৰি খুন্‌ডান্ আৰু হাৰিয়া খুন্‌ডান্ এই দুয়ো মানুহক দুয়োজনা ডাঙৰীয়াৰ ঠাইত এইবুলি জনাব দিলেগৈ বোলে, ডাঙৰীয়াসকলে খং কৰি আছিছে: আৰু গাওঁ মাৰি আমাকো মাৰিবৰ মন কৰে। আমি পূৰ্ব্বৰ নিয়মমতে আছোঁ; এখন যি হয় ওলমাল দিওঁ, সিবোৰ উলটি যাওক।

এইকথা শুনি, স্বৰ্গদেৱলৈ জনাই পঠালত, পাচে মহাৰাজা বোলে, ভাল কথা, আমি ওলমাল ল'ম, ভীমবল কোঁৱৰক, পমনা হাতীক যদি কছাৰী ৰজা দিব, তেহে আমি উলটি যাম, নগৰো নামাৰোঁ। পাছে এইকথা দুই কটকীযে কছাৰী ৰজাত ক'লত, ৰজা বোলে, ভাল, মই নগৰক গৈ, ভাল বস্তুজাতখন লগত দি ভীমবল কোঁৱৰক পঠাব পাৰোঁ। এইবুলি পমনা হাতী, শত্ৰুমৰ্দ্দন হাতী, এই দুইক লগত লৈ, লোকজন সহিতে দগাপাতি, ৰাটক সমুখে ৰহিল। কছাৰী ৰজাও লোকজন সহিতে সাষ্টম হই, সিং দুৱাৰৰ সমুখে ৰহিল।

সেইবেলা ভণ্ডাৰী গোহাঁয়ে বিশ্বাসকৈ মানুহ পঠাই সোন্দৰ গোহাঁইলৈ কৈ পঠালে বোলে, তেওঁহে আছে ৰণক সমুখে, এখেত ৰজাই খাৰৰ জীয়েক সহিতে লেনা-দেনা বাঢ়িছে, চাঙলৈ আনিবলৈ হৈছে, নিশ্চয় কথা। সোন্দৰ গোহাঁযে সি কথা শুনি, মনত দুখ অসন্তোষকৈ থাকিল। সেইবেলা বৰগোহাঁয়ে সোন্দৰ গোহাঁইলৈ কৈ পঠালে বোলে, কছাৰী ৰজাই চৈধ্য দিনলৈ দিন ল'লে, তাতকৈ দেখোঁ দিন বাঢ়িল। কথা দেখোঁ বিড়ম্বনা হেন দেখোঁ; আকে চাই সাষ্টম হব লাগে। পাচে সোন্দৰ গোহাঁয়ে বৰগোহাঁইলৈ বুলি পঠালে বোলে, আপুনি গোহাঁয়ে সাষ্টম হওক; মই যি সাষ্টম হ'লোঁৱেইহে। তিৰী ভাৰ্য্যাক ৰাখিবৰ নিমিত্তেহে দেহপ্ৰাণ উচৰ্গি মহাৰাজাৰ কাৰ্য্যকাম কৰা যায়; তিৰী ভাৰ্য্যাকে ৰাখিব নোৱাৰিলে, ইয়াত কি কাম? মই চাৰি কড়া কড়ি দি মাটি ইয়াতেহে কিনিলোঁ, গোহাঁয়ে মাত্ৰ সাষ্টম হ'ক গড়গাঁৱলৈ মই আৰু ফিৰি মুখ নকৰোঁ।

পাচে সোন্দৰ গোহাঁই অসাৱধান হ'বৰ জানি কছাৰীবোৰে গোপনে আহি আমাৰ হিলৈৰ মুখত পানী বাকিলে। এনেতে একদিনা ৰাতি ভীমবল কোঁৱৰে দুইহাতীৰে লোকজন সমে আহি, দুয়োজনা গোহাঁইৰ কোঠ বেৰি ধৰিলেহি। শত্ৰু মৰ্দন হাতীয়ে বৰগোহাঁইৰ কোঠৰ গড় ভাঙিলে; সেই পোনে কছাৰী সোমাইৰ ধৰিলে। পমনা হাতীয়ে সোন্দৰ গোহাঁইৰ কোঠ ভাঙিলে, সেই পোনে কছাৰী সোমাইৰ ধৰিলে। পাচে আমাৰ লোকে হিলৈত জুই দিয়েহে দিয়ে, পাচে জুই নালাগে। আমাৰ লোক বেষুৰা লাগিল। পাচে কছাৰীয়ে যাকে য'তে পালে, কাটিৰ ধৰিলে। আমাৰো লোকজন যেয়ে য'তে পালে, কাটিৰ ধৰিলে। আমাৰো লোকজন

যেয়ে যেই পোনে পায়, ভাগিব ধৰিলে। ববগোহাঁয়ে উলটি ধৰিলে। পাচে কছাৰীয়ে তেওঁকো ববছাবে খোঁচ মাবি মাবিলে। সোন্দব গোহাঁয়ো তেওঁৰ তামুলীপৰীয়া পঁজাত সোমাই আছিল; পাচে তেওঁকো কছাবীয়ে ধৰাই শেলেবে খুঁচি মাবিলে। এই কথা ১৫৩৭ শকত। ওলেযোৱা ববপাত্রকো কাটিলে। খামচিন্ ববগোহাঁইবে সোন্দব গোহাঁইবে মুৰ কাটি নি, কছাবী বজাক দেখালে নি। কছাবী বজা দেখি বোলে, মহাবাজাৰ ঠাইব ডাঙ্গৰীয়া জীয়া ধৰি আনিব লাগে; কিয় মাবিলি? মোব সভাত থাকিব লাগে, দেশ-দেশান্তবৰ মানুহে দেখিব লাগে। এই বুলি দাই ধৰি, কছাবী বজা সেই দুই মানুহক কাটিলে। আমাবো আহিলা-পাতি বিস্তব পৰিল, লোকজনো বিস্তব মৰিলে; যি কিছু হয় পলায়ে ব'ল। পলাই অহা মানুহে দুব কবি আমাব চকী পালেহি। পাচে স্বৰ্গদেৱে শুনি, বুঢ়াগোহাঁই প্ৰমুখ্যে ডাঙ্গৰীয়াবোৰক সিংহুৰাববপৰা হুহকি আহিব দিলে; আৰু পলাই অহা লোককো চপাই আনিবলৈ আজ্ঞা কৰিলে। পাচে ডাঙ্গৰীয়াসকলেও লোকজন চপাই আনি মহাবাজাক সেৱা কৰিলেহি। পাচে মহাবাজা সোন্দব গোহাঁইব সলনি লেচাম চেটীয়াক নাওবৈছা ফুকন পাতিলে। সেই বেলাব পৰাহে কছাৰীৰ খাটনিয়াৰ গুছিল, স্বতন্ত্ৰ হ'ল। পাচে জয়নাবায়ণ বজাই "প্ৰতাপনাবায়ণ" নাম ল'লে, মায়বঙ্গ নগৰখো "কীৰ্ত্তিপুৰ" নাম থ'লে। তাত পাচে আমাব বাট খুজিবলৈ যোৱা শীতলীয়াল, শ্ৰীকান্ত, এই দুই কটকীক আনি দাই ধৰি বোলে, তইঁতে যে প্ৰীতিব কাৰণে আহিলি হয়, দেখোঁ সোন্দব গোহাঁইব সবে, ববগোহাঁইব সবে, গাওঁ গাওঁ মাৰি, মোব নগৰকো মাবিবলৈ মন কবিলে; তইঁতে মিছা কথা কিয় কহিলি? আমাব দুই কটকীয়ে বোলে, মহাবাজা আমাক যেখন পঠায়, প্ৰীতিব কাবণেহে কহি পঠালে; পাছত কোনখান হৈছে, আমি তাক কেমনে জানিম? পিঠি দিলে হস্তীও পৰ্ব্বতক নেদেখে। পাচে কছাবী বজা বোলে, "তইঁতক কাটিলোহঁতে, নাকাটোঁ, এখন বিদায় দিলো, যাগৈ। তোব বজাত ক'বিগৈ বোলে, তইঁতব বাজ্যত মুৰ নহ'লে, ভাল মানুহৰ কৰ্ম্মক্রিয়া নকৰে হেন শুনিছোঁ। যদি দুইজন ডাঙ্গৰীয়াৰ মুৰ লাগে, তোব বজাই মাগিবলৈ আহিব; মই মুৰ দিম। এই বুলি দুই কটকীক কলাপতুৱাব ভুব সাজি, বান্ধি ধনশিৰীয়ে দি উটাই পঠালে। কথমপি সিহঁতে কচু-চেকিয়া খাই দৈগোৰোজৰ চকী পালেহি। চকীয়ালে পাই দিনচাবেক বাখি, স্বৰ্গদেৱৰ ঠাইলৈ পঠাই দিলে। পাচে সিহঁতব মুখব কথা সুধি, মহাবাজা বোলে, কছাবীবজা তইঁতব আগত কোনখান বুলিলে? দুই কটকীয়ে বোলে, মহাবাজা, যদি দায় নধৰে, তেহে ক'ব পাবোঁ। মহাবাজাদেৱে বোলে, কথাহে ক'বি, তইঁতক কিয় দাই ধৰিম? পাচে দুয়ো

ওলেযোৱা ববপাত্র

চেটীয়াব "নাওবৈছা ফুকন" প্ৰতাপ নাবায়ণ কীৰ্ত্তিপুব

ববচেটীয়া

কটকীয়ে আপোনাৰ দুখ দিকাৰ কৈ, চুয়োজনা গোহাঁইৰ মূৰ মাগিবৰ কথা ক'লত, মহাৰাজাই বিস্তৰ অসন্তোষ কৰিলে।

তাৰ পাচে কতদিন থাকি, কছাৰীৰ জয়নাৰায়ণ ৰজা মৰিল। তাৰ বেটা নৰনাৰায়ণ ৰজা হ'ল। সিও কতোদিন থাকি মৰিল; তাৰে দদায়েক ভীমবল কোঁৱৰ ৰজা হ'ল। পাচে ভীমবলে একদিনা চুবকৈ আহি আমাৰ শীতলনেঘেৰিৰ গাওঁ মাৰিলেহি। পাচে, একে বাঙ্গিয়ে ধনশিৰী পাৰ হই গ'ল। তিনিটা কছাৰী ৰজাৰ দিনত আমাৰ অপ্ৰীতি হই গ'ল।

তাৰ পাচে ১৫৩৮ শকৰ আঘোণ মাহত, বণকপ্, কজপিং, আৰু মদনখোৱা, এই তিনি পাৰীসিয়া সহিতে মহাৰাজাৰ লোকজন দক্ষিণ কূলে, কাজলীৰ উত্তৰে, ভৰলুৰ চীমনাকৈ আছিল। আৰে দূৰকৈ হাবুদ্ পিকুচাইক হাতীমূৰাত থৈছিলে। পাচে লাকুকে পুনৰ বৰপাত্ৰ পাতি ল'লে। সোন্দৰ গোহাঁই কছাৰী ৰণত পৰিলত,

**লাকু বৰপাত্ৰ (দ্বিতীয় বাৰ)**

তেওঁৰে দুই পুতেক আথেক" আৰু কৈৰা গোহাঁই ভাগি পৰীক্ষিতনাৰায়ণৰ ঠাইত সোমালগৈ। পৰীক্ষিতনাৰায়ণ ৰঘুদেৱৰ বেটা, থিলা বিজয়পুৰত ৰজা হৈ আছিল। সেইবেলা নৰনাৰায়ণৰ (কোচৰ) বেটা লক্ষ্মীনাৰায়ণ বেহাৰত ৰজা হৈ আছিল। কতো কাল থাকি লক্ষ্মীনাৰায়ণৰে পৰীক্ষিতৰে দুইৰো বিৰোধ হ'ল। পৰীক্ষিতে আমাৰ মহাৰাজাৰে প্ৰীতি কৰি আছিল। সেইবেলা দিল্লীত আকবৰ পাৎসাৰ পুতেক জেহাঙ্গীৰ পাৎসা ৰজা হৈ আছিল। পাচে লক্ষ্মীনাৰায়ণে পৰীক্ষিতক বলে নোৱাৰি জেহাঙ্গীৰ পাৎসাত শৰণাপন্ন হ'লগৈ আৰু আপোনাৰ জীয়েকক দি গোচৰ কৰিলে বোলে, পৰীক্ষিতৰ পৰা আপোনাৰ ৰাজ্য ৰক্ষা কৰিব নোৱাৰোঁ। পাৎসাৰ যদি কৃপা হয়, তেবেসে আমাৰ ৰাজ্য ৰক্ষা পৰে। পাৎসাও থোচাল হই বোলে, পৰীক্ষিতৰ সম্মুখে মকৰৎখাঁ নবাব যাওক। পাচে পাৎসাৰ হুকুম মতে মকৰৎখাঁ নবাব আহি সেৰপুৰ, শিলিকোণৰ চকীলৈকে খেদি, পাচে পৰীক্ষিতৰ হাতী চলাৰ ফৈদকো খেদিলেহি। পাচে ধুবুৰীত ৰৰমাইৰ যুঁজ হ'ল। সেই বেলা পৰীক্ষিতনাৰায়ণে মহাৰাজদেৱলৈ কৈ পঠালে, বোলে, মিত্ৰৰজাই লোকজন দি আমাৰ লগত ভৰ দিয়ক। যদি নিদিয়ে টকাকে কিছু দিয়ক। পাচে মহাৰাজাই বোলে: যদি তেওঁ যুজক নোৱাৰে, মোৰ ঠাইক আহক, মই ৰাখিম; দুয়ো মিলি বঙালক ধৰিম। পাচে এইকথা পৰীক্ষিতনাৰায়ণ ৰাজা নেমানিলে, বোলে মই কেচা কাম নকৰোঁ, পকা কাম কৰিম। মই পাৎসাৰ ঠাইলৈ যাম; মোৰ বৈৰীক তেহে উচ্ছেদ কৰিব পাৰিম। আৰু বোলে, আমি বঙালৰ জেবোৰা হৈ আছোঁ, এতেকে তুমি বা নাপাইছা; আমি যদি বঙালৰ জেবোৰা ভাগিলোঁ, তোমাৰ গড়গাঁও মোৰাৰ পাটৰ তুল্য হ'ব। আমাৰ ধৰাধৰ কটকীৰ মুখে এই কথা শুনি মহাৰাজা অসন্তোষ কৰিলে; আৰু এই কথা মহাৰাজাৰ মনত লাগি থাকিল।

**মুছলমানৰ নৱম আক্ৰমণ***

পাচে পৰীক্ষিতে এই বুলি মকৰংখাঁত মিলিবলৈ মন কৰিলে। মকৰংখাৰো অনেক শপত—কিৰা কৰি পৰীক্ষিতনাৰায়ণক বুজালে বোলে, পাৎসাত হুজুৰ কৰি, পুনৰ্ব্বাৰ ফিৰাই এই দেশক পঠায়। এইবুলি পৰীক্ষিত নাৰায়ণক দিল্লীলৈ পাৎসাৰ ঠাইক ধৰি নিলে। পাচে মকৰংখাঁই পাঁচ হেজাৰ ঘোঁৰা দি জাহিৰ্বেগক কামৰূপত থৈ গ'ল। সেইবেলা ঢাকাত ইচলাম খাঁ নবাব আছিলে।

---

* এই আক্ৰমণৰ কথা কোনোৱে কয় বোলে, মহাৰাজা নৰনাৰায়ণে তেওঁৰ পুতেক লক্ষ্মীনাৰায়ণ আৰু ভায়েক শুক্লধ্বজৰ পুতেক ৰঘুদেৱ, এই দুইৰ মাজত তেওঁৰ ৰাজ্য ভাগ কৰি দিয়ে। সোণকোষ নৈৰ পূবৰপৰা দিকৰাইলৈকে ৰঘুদেৱক দিলে, আৰু সোণকোষৰ পশ্চিমৰপৰা কোচবেহাৰৰ সীমালৈকে লক্ষ্মীনাৰায়ণে বাপেকৰ ৰাজ্যত ৰাজত্ব কৰে। এওঁৰ ৰাজত্বৰ কিছুমান দিনৰ পাছতে, দুয়োকে লক্ষ্মীনাৰায়ণৰে কিবা কথাত বিৰোধ হয়। পৰীক্ষিতনাৰায়ণে তাতে ভয় পাই, ঢাকাৰ নবাবত শৰণ মাগে গৈ। নবাবে ৰজাৰ দুৰ্ব্বল অৱস্থা দেখি, বেছিকৈ কৰ খোজাত ৰজাই দিব নোৱাৰি, পাৎসাৰ ওচৰলৈ গ'ল। সেই সময়ত আকবৰৰ পুতেক জেহাঙ্গীৰ পাৎছা আছিল। পৰীক্ষিতনাৰায়ণে তেওঁৰ আগত সকলো কথা ভাঙি ছিঙি কোৱাত, তেওঁ ৰজাক ৰৰকৈ পুতৌ কৰি, ঢাকাৰ নবাবলৈ এই আদেশ দিলে যে পৰীক্ষিতনাৰায়ণে নিজৰ সমৰ্থমতে যিমানকে কৰ দিব পাৰে, তাকে দিব। আৰু তেওঁ তাকে গ্ৰহণ কৰিব। পাচে নবাবে ৰজাক কিমান কৰ দিব পাৰে বুলি সোধাতে অকলা ৰজাই সংখ্যাৰ একো বুজ নাপাই কুৰি কোটি টকা দিব পাৰিম বুলি গাত ল'লে। নবাবো তাতে মান্তি হৈ, তেওঁৰ নিৰ্ভয়ৰ নিমিত্তে তেওঁক মুছলমান সৈন্য কিছুমান দি পঠায়। পৰীক্ষিতনাৰায়ণ যেতিয়া নিজৰ নগৰ পালেহি, মন্ত্ৰীবিলাকে কুৰি কোটি টকাৰ সংখ্যা বুজাই কোৱাত, তেওঁৰ মূৰত চৰগ ভাগি পৰাৰদৰে হ'ল। ইমান টকা দিব নোৱাৰিব বুলি ভাবি চাই, তেওঁ আকৌ পাৎসাৰ ওচৰলৈ যাত্ৰা কৰিলে। এইবাৰ যাওঁতে, বাটতে পাটনাত এওঁৰ মৃত্যু হয়। ৰজা মৰা শুনি ঢাকাৰ নবাবে পৰীক্ষিতৰ দেশ আক্ৰমণ কৰিবলৈ গা-চালি দি উঠিল। মন্ত্ৰীয়ে বুজ পাই নিজেই পাৎসাক সকলো কথা জনাবলৈ গ'ল। ইকালে নবাবে পৰীক্ষিতৰ দেশ অধিকাৰ কৰিবলৈ সৈন্য পঠাই দিলে। দেশত ৰজা নাই, মন্ত্ৰী নাই। ৰজাৰ পুত্ৰ বিজিতনাৰায়ণ নাবালক, ভায়েক বলিতনাৰায়ণ দৰঙলৈ আহিছে। মুছলমানৰ সেনাই দেশ আক্ৰমণ কৰিবলৈ একেবিও টান নাপালে। ভাবি দি নোৱাৰদৰে মুছলমান সৈন্য কামৰূপ অধিকাৰ কৰি ল'লে। ইয়াৰ কিছুদিনৰ পাছতে পাৎসাৰ ওচৰলৈ যোৱা পৰীক্ষিত ৰজাৰ মন্ত্ৰীজনক পাৎসাহে 'চনদ' দি, তেওঁৰ পক্ষীয় কানন্‌গো কৰি, পৰীক্ষিতৰ লগত কৰা কৰ দিব লগা নিয়ম ৰহিত কৰি, পৰীক্ষিতৰ ৰাজ্য বিভাগ কৰি দিবলৈ পঠালে। আগেই পৰীক্ষিতৰ ৰাজ্য চাৰি চৰকাৰত বিভক্ত আছিল; এই মন্ত্ৰীগৰাকীয়ে পাৎসাৰ অনুমতি মতে, দুভাগ কৰিলেহি। মানাহৰপৰা সোণকোষলৈকে এই খণ্ড পৰীক্ষিতৰ পুতেক বিজিতনাৰায়ণক দি, মানাহৰপৰা উজাই দিকৰাইলৈকে এই ডোখৰ পৰীক্ষিতৰ ভায়েক বলিতনাৰায়ণক দিলে। (দৰঙৰ বৰ্ত্তমান ৰাজবংশ এই বলিতনাৰায়ণৰে সন্তান-সন্ততি; আৰু বৰ্ত্তমান বিজনি ৰাজবংশ বিজিতনাৰায়ণৰপৰা হয়।) মন্ত্ৰীয়ে নবাবৰ লগত মিত্ৰতা কৰি, বিজিতনাৰায়ণক তেওঁকে (মুছলমান নবাবকে) গঁপি দিলে। সেই সময়ৰেপৰা, বিজিতনাৰায়ণৰ ৰাজ্যৰ মূল গৰাকী মুছলমানবিলাকেই হ'ল; আৰু সেই সময়ৰেপৰাই হজামাটিত চিৰকলীয়াকৈ এজন মুছলমান নবাব থাকিবলৈ ধৰিলে। দৰঙৰকালে অহা বলিতনাৰায়ণ দৰঙত ৰাজত্ব কৰিয়েই থাকিল; তেওঁক মুছলমানবিলাকে চুকি নাপালে। কিন্তু বিজিতনাৰায়ণ মুছলমানৰ গোটেই কৰতলীয়া হৈ ৰ'ল। তেওঁ নিয়মিতৰূপে পাৎসাক কৰ শোধাই আছিল।

পাচে জেহাঙ্গীৰ পাৎসাৱে পৰীক্ষিতনাৰায়ণক লক্ষ্মীনাৰায়ণৰ পাও পাকুৰিব দিলে। পৰীক্ষিতনাৰায়ণে বোলে, পাৎসাৰ আজ্ঞামত সিজনো ছত্ৰধাৰী ৰজা, মইো ছত্ৰধাৰী ৰজা, কেমনে পাও পাকুৰিম ? পাৎসা যে সমুদ্ৰ, সমুদ্ৰত শাৰ্দ্দুল (?) মৎস্য, কচ্ছপ অনেক থাকে, তাৰ আজ্ঞায় বৃষ্টিক মলতে। যি সিংহ হৰ, শৃগালৰ আজ্ঞায় হস্তীক নামাবে। এই কথা শুনি পাৎসা বৰ খোছাল হৈ, একো সিদ্ধান্ত নকৰিলে। লক্ষ্মীনাৰায়ণকো পাৎসা বিদায় দি, আপোনাৰ ৰাজ্যক পঠালে। পৰীক্ষিতনাৰায়ণে চাৰি লাখ টকা আপোনাৰ চাৰি বেটা, ধীৰনাৰায়ণ, দৰ্পনাৰায়ণ, ভীমনাৰায়ণ আৰু শূৰনাৰায়ণ, এই চাৰি বেটাক পাৎসাৰ চাকৰ কৰি দি, দেশলৈ বিদায় হ'ল। পাচে আপোনাৰ ৰাজ্যক আহোঁতে, বাটত নৰিয়া পৰি, প্ৰয়াগত মৃত্যু হ'ল। এই কথা পাৎসা শুনি, পুনৰ্ব্বাৰ মকৰংখাঁক মিলা বিজয়পুৰলৈ পঠালে। পাচে মকৰংখাঁ আহোঁতে, বাটত পছ চিকাৰলৈ গ'ল। পাছে লুইতত পাৰ হৈ, উলটি আহোঁতে, লুইতত নাও বুৰি, মকৰংখাঁৰ মৃত্যু হ'ল। এই কথা পাৎসা শুনি, মকৰংখাঁৰ "বাইচ ওমৰাও" সহিতে কামৰূপৰ অধিকাৰী চৈয়দ বাবাকৰক পঠালে। বাবাকৰে আহি হাজোত থানা দি ৰ'লহি। সেইবেলা পৰীক্ষিতৰ ভাই বলিতনাৰায়ণে বঙ্গালক ভয়ে পলাই আহি, আমাৰ মহাৰাজাদেৱত শৰণাপন্ন হ'লহি। মহাৰাজাও তাক নিৰ্ভয় দি থ'লে। সিটে বোলে, আমাৰ সবংশে গৰিয়া সাগৰত মজিলোঁ, স্বৰ্গদেৱ ; তুমি আমাক ৰক্ষা কৰা। (মাস ১০; শক ১৫৩৬) মহাৰাজাই এই কথা শুনি কিছু গৰিহা কৰিলে বোলে, মই মানুহ পঠাই পূৰ্ব্বে ক'ব দিলো বোলো, ককাই ৰজা মোৰ ঠাইত ভাগি আহক। মই দক্ষিণে থাকিম, তেওঁ বুলিলে বোলে, মই কেচা কাম নকৰোঁ, পকা কামহে কৰোঁ, ভেবেসে মোৰ বৈৰীক উচ্ছেদ কৰিব পাৰিম। এতিয়া সকলো কাৰ্য্য কাম সিদ্ধি হ'ল। তথাপি মই তোমাক ৰক্ষা কৰিম আৰু বঙ্গালকো মাৰিম। এই বুলি নিৰ্ভয় দি, কন্যা, গ্ৰাম, দাস, দাসী, হাতী, ঘোঁৰা ৰাজযোগ্য অলঙ্কাৰ আৰু আনো বস্ত্ৰজাত বিস্তৰ দি, মহাৰাজাদেৱে মোৰ বুলি ধৰ্ম্মনাৰায়ণ নাম দি, দৰঙৰ ৰজা পাতিলে আৰু মোৰ বুলি ৰক্ষা কৰিলে।

দৰঙীৰজা বলিতনাৰায়ণ তেওঁৰে নাম "ধৰ্ম্মনাৰায়ণ"

ইয়াৰে অনেক পূৰ্বে কছাৰীৰ মেঘনাৰায়ণ ৰজাৰ দিনত চৈধ্য হাজাৰ লোকেৰে সহিতে ডিমৰুৱাৰ বাস্তাভাই শাত্তিশূৰ কছাৰীৰ উপদ্ৰৱত থ'ব নোৱাৰি, কোচৰ নৰনাৰায়ণৰ ঠাইত ভাগি সোমাইছিলেগৈ। নৰনাৰায়ণ ৰজাও জয়ন্তাৰ সীমাত, দাঁতিৰ আঠাৰ (১৮) ৰাজ্যৰ অধিকাৰী ৰজা পাতি, নিৰ্ভয় দি থৈছিলেনি। শাত্তিশূৰেও নৰনাৰায়ণৰ ঠাইত থাকে বছৰ কৰ—কাঁটল নেদিবৰ দেখি, নৰনাৰায়ণে ধৰি আনি, চক্ৰধ্বজক বন্দী কৰি থৈছিলেগৈ। আৰু তাৰে লগৰে লোকসকল কাঢ়ি আনি, দাঁতিকোণে "কছাৰী মহলীয়া" পাতি থ'লে। চক্ৰধ্বজেও মুকলি হ'বৰ কাৰণে কোচৰ ৰজুৰেৰত

শৰণাপন্ন হৈছিলেগৈ ; পাচে ৰযুদেৱে নৰনাৰায়ণৰ ঠাইত চক্ৰধ্বজক খুজি ল'লে। সেই বেলাৰ পৰা চক্ৰধ্বজ ৰঘুদেৱৰ লগতে আছিলে। পাচে ৰঘুদেৱে কুকহি খাওঁ বুলি

**তিমকৰা**

বেহাৰৰ পৰা, যেখন খিলা বিজয়পুৰত ৰজা হ'লগৈ, সেই বেলা চক্ৰধ্বজক পূৰ্ব্ব মতে দাঁতিকোণত ৰজা পাতি গৈছিলে। চক্ৰধ্বজৰ পুতেক গোৱালি সিংহ, তাৰে পুতেক প্ৰভাকৰ। সেইসকলে পৰীক্ষিতক পূৰ্ব্বে কৰ ভাৰ দি আছিলে। যেখন বঙ্গালে পৰীক্ষিতক ধৰিলে, সেইবেলা জয়ন্তাৰ ধনমাণিকেও প্ৰভাকৰক বন্দী কৰি থৈছিলেনি। ধনমাণিক মৰিলত, যশমাণিক ৰজা হ'ল, প্ৰভাকৰকো যশমাণিকে বঁটা-বাহন দি, হাতী ১টা, ৰূপ ১০০ এইখনি দি পঠাই দিলে। পাচে কতো কাল থাকি, প্ৰভাকৰো মৰিল ; তাৰ পুতেক মঙ্গল ৰজা হ'ল। মঙ্গল ৰজা হই, হাবুঙ্ শিকৃচাইৰ ঠাইত, মহাৰাজাৰ শৰণাপন্ন হ'লহি। মহাৰাজায়ো বঁটা-বাহন দি, হাতী ১টা, ৰূপ ১০০ এইখনি দি মঙ্গলৰজাক বিদায় দিলে। শক ১৫৩৮।

সেইবেলা বঙ্গালৰ চৈয়দ বাবাকৰে এক ৰতনছাহ নামে এক মুদৈক শিলঘিত কিনা-বিকা কৰিবৰ ছলে আগৰ কাঠ কিনিবলৈ বুলি পঠাই দিলে। সিও কিনা-বিকাৰ ছলে ছল-চ্ছন্দ কৰে। এইকথা শুনি মহাৰাজাদেৱে বোলে, কোচৰ ৰাজ্যখান মাৰি

**ৰতনছাহ মুদৈ**

বঙ্গালে আস পালে, সেইমতে বঙ্গালে আমাকো মাৰিবলৈ ছল-চ্ছন্দ কৰে। এইবুলি মহাৰাজা চেংধৰা নেওগক পঠাই মুদৈক ধৰিব দিলে আৰু বোলে, বঙ্গালৰ বাৰ্ত্তাও জানি আহিবি, আৰু আমাৰ চাৰি পানীসিয়া, চকীয়াল মানুহ-জুনুহটো কেনেকৰূপে আছে তাকো চাবি, আৰু বোলে, যাওঁতে লোহিতৰ দক্ষিণে গৈ, কাজলী মানে ফুৰিবি গৈ, আৰু বঙ্গালক পালে নেৰিবি। চেংধৰা নেওগে মহাৰাজাৰ আজ্ঞায় গৈ, কাজলীমুখত ভাত খালেহি। বঙ্গালৰ চা-চকীখন চাই, একো নেদেখি, লোহিতৰ উত্তৰ পাৰে উজাই আহিল ; আহোঁতে শিলঘিত বঙ্গালৰ বেহনীয়া নাও দুখন পালে, সিইঁতে মাহ, সৰিয়হ, ধুৱাপাত কিনিছে। তাকে পাই চেংধৰা নেওগে নাও দুখন মাৰিলে ; দুটা বঙ্গাল পাই তাকো কাটিলে ; নাৱত আগৰ কাঠ আছিলে, তাকো আমাৰ লুৰি আনিলে। তাকে দেখি ৰতন ছাহ মুদৈ পলাই গ'ল। নাৱৰ যি বস্তু আছিল, তৰাহি, দীঘল ধুৱাপাত, সকলো লৈ আহি নেওগে ৰজাত দেখালেহি। মহাৰাজা বোলে, বন্দী বঙ্গালে যে মোৰ মাজ গাঁৱতে বেহাকিনা কৰেহি, আৰু কি কৰিবৰ বাকী থাকিল। এইবুলি তিনিজনা

**মুছলমানৰ লগত যুদ্ধ হোৱাৰ কাৰণ**

ভাজৰীয়াৰে আলচি, বঙ্গালক ধৰিবলৈ মন কৰিলে। পাচে গোঁহাইবোৰে বোলে, দি যে আমাৰ মানুহ জুনুহটো ৰোকোৱা নাই, আৰি আগবাঢ়িলে ভাল নেকি ? এইবুলি থাকিল। ইফালে ৰতনছাহ মুদৈ পলাই গৈ হাজোত চৈয়দ বাবাকৰত গোচৰ দিলেগৈ বোলে ; অসমৰ এক নেওগ আহি আমাৰ দুই আদমিক কাটিলে, আৰু

সব লুটি নিলে। পাৎসাক লাগি যত আগৰ কাঠ কিনিলোঁ, তাকো নিলে। এইৰূপে ক'লত, চৈয়দ বাবাকৰে পাণ্ডুৰ খানাদাৰ সত্ৰাজিতত সুধিলে বোলে অসমৰ পৰীক্ষিত মাবাৰণৰে সীমনা কোন খানত? সত্ৰাজিতে ক'লে বোলে, ভৰলীয়ে সীমা। বাবাকৰে বোলে, আমাৰ বায়তত বেচা-কিনা কৰোঁতে যে অসমে আমাৰ দুই আদমিকো কাটিলে, নাৱকো লুটি নিলে, ই কেনে কথা। পাচে চেংধৰাকে, হাবুঙ-পিকচাইকে ধৰি আনগৈ বুলি সত্ৰাজিতক পাচিলে। পাচে সত্ৰাজিতে তিনিকুৰি বাচক নাও লৈ, কলঙে উজাই গৈ, শলা মাৰিলেগৈ। হাতীমুৰাৰপৰা, তিনিকুৰি বাকৰা পঠাই, হাবুঙ

**সত্ৰাজিত পাণ্ডুৰ খানাদাৰ মুছলমানৰ দশম আক্ৰমণ***

---

* এই আক্ৰমণৰ কথা আন লেখকে এনেকৈ লিখিছে:— ৰঙামাটিত থকা মুছলমান নবাবজনে ৰঙামাটি ভোগ কৰিয়েই তৃপ্ত নহৈ, আহোম ৰজালৈকো হাত বঢ়াবৰ অভিপ্ৰায়ে আয়োজন কৰে। বৰ্ত্তমান কামৰূপৰ হাজো নামেৰে ঠাই ভোগৰত নবাবৰ তলতীয়া কিছুমান সৈন্য আছিল। ৰঙামাটিৰ নবাবে এই সৈন্যবোৰৰাই আহোম ৰজাৰ দেশৰ আভ্যন্তৰীণ অৱস্থাৰ বুজ ল'বৰ সুচল ভাবি, সিহঁতৰ ভিতৰৰে জনদিয়েক মানুহক বেপাৰ কৰিবৰ ছলেৰে উজাই পঠালে। আহোম ৰজাৰ দিনত, কলিয়াবৰত সদায় গোহাঁইৰ অধীনত এটা মিলিটাৰী বিভাগ আছিল। এওঁ ভোট, ডফলা আদি পৰ্ব্বতীয়া জাতিৰপৰা আমাৰ দেশ ৰক্ষা কৰিবৰ নিমিত্তে নিজৰ তলত সদাই একোজাক বগুৱা সেনা ৰাখিছিল। এই সেনাবিলাকৰ কিছুমান ব-দুৱাৰত আৰু কিছুমান কলিয়াবৰত ৰাখিছিল। মুছলমান সেনাই বেপাৰ বেহাৰৰ ছলেৰে আমাৰ দেশৰ অৱস্থা বুজিবলৈ অহা গম পাই, এই কলিয়াবৰৰ সেনাবিলাকে, সদায় গোহাঁইৰ আদেশক্ৰমে, এই মুছলমানবিলাকক কাটি মাৰি, সিহঁতৰ বেপাৰৰ নাও লুটি ল'লে। এই কথা নবাবে বুজ পাই, সত্ৰাজিত আৰু বাবাকৰ নামেৰে দুজন সেনাপতিৰ তলত কিছুমান সৈন্য দি, আমাৰ ৰজাৰ লগত যুঁজিবলৈ পঠাই দিলে। কলিয়াবৰত আমাৰ বগুৱা সেনা নিচেই তাকৰ আছিল দেখি, সত্ৰাজিতে কলিয়াবৰৰপৰা আমাৰ ৰাজভাণ্ডাৰ লুটি-পুটি, বিশ্বনাথত থকা নটিনী কিছুমানকো ধৰি লৈ গ'ল। স্বৰ্গদেৱে ইয়াৰ বুজ পাই কছাৰীৰজা ভীমবল কোঁৱৰৰে মিত্ৰতা পাতি, নতুনকৈ সেনা গোটাই, মুছলমানৰ লগত যুদ্ধ কৰিবলৈ ওলাল। ১৬২৭ ইং চনত এই যুদ্ধ হয়। যুদ্ধ বৰ ঘোৰতৰৰূপে লাগে।...আমাৰ সেনাই মূৰ পুতি ধৰি মুছলমানক খেকেছি খেকেছি কাটিলে। মুছলমানবিলাক যুদ্ধত পৰাজিত হ'ল। সত্ৰাজিত আৰু চৈয়দ বাবাকৰ দুয়ো যুদ্ধত পৰিল। পাচে আমাৰ ডাকৰীয়াবিলাকে মুছলমানৰ কানৰ মিৰ সেনচাহাকে আদি কৰি বহুতক বন্দী কৰি আনিলে। এই যুদ্ধতে চৈয়দ বাবাকৰ সপুত্ৰে মৰে। এওঁৰ পুত্ৰেকৰ নাম গয়াছউদ্দিন। গিয়াছউদ্দিন বৰ জ্ঞানী আৰু দয়ালু আছিল দেখি, ৰঙামাটিৰ সকলোবিলাক মুছলমানে বৰ মান্য কৰিছিল। ৰণত এওঁ পৰোঁতে, এওঁৰ শ-টো নি হাজোৱলীয়া মুছলমান-সেনাবিলাকে কৃতজ্ঞতাৰ চিহ্নস্বৰূপ হাজোৰ গৰুড়াচল পৰ্ব্বতত "কবৰ" দিলেগৈ। এই কবৰক আজিকালিও হাজোৰ কাষৰ মুছলমানবিলাকে বৰ ভক্তি কৰে। এনেকি "পোৱা-মক্কা" বুলি এই মুছলমানবিলাকে পূজা আৰু উপাসনাও কৰি থাকে।

**"পোৱামক্কা"**

---

এই যুদ্ধতে আহোম ৰজাৰ সৈন্যই মুছলমানক গুৱাহাটীলৈকে খেদি নিয়ে, আৰু তালৈকে আহোম ৰাজ্য বিস্তাৰ কৰে। সেই সময়ৰপৰাই গুৱাহাটীত মিলগৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে এটা মিলিটাৰী বিভাগ কৰি "বৰফুকন" নামে শাসনকৰ্ত্তা একন পাতিবলৈ ধৰা হয়।

**"বৰফুকন" বিষয়ৰ সৃজন**

পিকচাইকো খেদিলেহি; চেংখৰা, হাবুদপিকচাই, মদনখোৱা আৰু ৰণকণ, এই চাৰিও পানীসিয়া গৈ, পলাই বিশ্বনাথৰ ওপৰে আটালৰৰিত উঠি ৰ'লগৈ। সত্ৰাজিত শলাত তিনদিন আছিল; আৰু তাত ৰজাৰ ভণ্ডাৰত যি আহিলাপাতি আছিলে, তাকো লুটি নিলে। বিশ্বনাথত থাকি গোসাঁইৰ যি অলঙ্কাৰ পালে, তাক লুটি নিলে, আৰু দেৱঘৰৰ তিনিজনী নটিনী ধৰি নিলে; ১৫৩১ শকৰ বৈশাগ মাহত। পাচে ৰজাল লুইতে ভটিয়াই হাজোলৈ গ'ল।

মহাৰাজা এই কথা শুনি ডাঙৰীয়াসকলে সহিতে আলচি পুনৰ্ব্বাৰ ৰজালক ধৰিবলৈ মন কৰিলে। পাচে ডাঙৰীয়াসকলে গৈ, ভৰলীকোষত কোঠ দিলেগৈ। দিখৌমুখতো মহাৰাজা থানা দি ৰখালে। পাচে মহাৰাজা দুখকৈ ৰাতি শুলে, নাকুৰি নাথাৰে (?) ৰাত্ৰি সপোন দেখালে বোলে, তোৰ সহায় হই মই যায়, ৰজালকো অপ্ৰয়াসে জিনিব পাৰিবি। সমাজিক দেখি মহাৰাজা উঠি বহিল; পুঁৱা হ'লত, পূজা-পাল দেৱঘৰলৈ দিলে। তাত পাচে ৰজালেও এই কথা শুনি গুৱাহাটীক আগকৈ ৰহিল। পাচে মহাৰাজাও গড়গাঁৱৰপৰা চিনাতলিত ৰহিলগৈ; আষোণৰ এক পক্ষ আছোঁতে। পাচে ৰজা পোৱালিগণসমে তিনিজনা গোহাঁই প্ৰমুখ্যে ৰ'ত লোকজন চামধৰাত ৰহিলগৈ; পাচে মহাৰাজাও আগিয়াৰত্তাত ৰহিলগৈ। তাত পাচে একদিনা ৰজালে ৰাতিপুৱা কুঁৱলী আঁৰত ভৰলী পাৰ হৈ আমাৰ বিস্তৰ মানুহ কাটিলে। ৰজালে যুদ্ধ ধৰিলত আমাৰবোৰে নোৱাৰি পলাই চামধৰা পালেগৈ। এই কথা মহাৰাজালৈ জনাই পঠালে।

পাচে মহাৰাজা হুকি মাৰিলে বোলে, কি কয়? এইবুলি তাত পাচে, মহাৰাজা দেৱে অনেক সম্ভাৰ লৈ, মহেশ্বৰৰ ঘৰত স্তুতি স্তোত্ৰ কৰিব দিলে বোলে, প্ৰভু মহেশ্বৰ! মোক ৰজাল শত্ৰু মাৰি দিয়া। পাচে ৰাত্ৰিত নিদ্ৰাত মহেশ্বৰে বুলিলে বোলে, মই আপুনি গৈ ৰজাল মাৰি দিম, তই সংশয় নকৰিবি। এইবুলি মহেশ্বৰে বিস্তৰ সৈন্যক দা, যাঠি দি লগত লৈ গ'ল। পাচে ৰজাদেৱে চেতন পাই উঠি, চকীত সুধিব দিলে বোলে, ৰাতি মানুহ যাবৰ সাৰ পালি নেকি? চকীয়ালে বোলে, একোকে নাপালোঁ, একো নেদেখিলোঁ, ৰাতি এপৰ মানৰপৰা মানুহ যাবৰ সাৰ পালোঁ, পুঁৱা সময়তহে নিসাৰ হ'ল; আমি ৰ'ব নোৱাৰি আঁতৰিহে আছিলোঁ। এই কথা ৰজাদেৱে শুনি বোলে; পুৱাও ৰজা আগ হ'ল—আমি আজি যাব লেলাগে। এইবুলি ৰজাদেৱে নীতি-নিৰ্ব্বন্ধ কৰি সোণ এচক, ৰূপ এচক লৈ, দলাইৰহিয়া গাঁৱৰ পোনে, দাইপেন হাতীত উঠি, লোহিতত নামি বোলে, হে ব্ৰহ্মপুত্ৰ! যদি মই ৰজালত হাৰিম, মোক তল নিয়াবা; যদি জিনিমহে, তুমি মোক থাউনি দিবা। এইবুলি লোহিতত থাউনি পাই, হাতী এৰি নামি গ'লত, হাতীৰ পেট-যাতলি মাথোন পানীত তল গৈছিলে। তাত দুয়ো চক সোণ-ৰূপ দিলে, ৰজাও গা ধুই আহিল, বোলে, মাজলীৰপৰা নটিনী

ধৰি নিলে ; আজকৈ আৰু মোৰ কি ভাৰৰ লাজ আছে ? এইবুলি মহাৰাজা ভটিয়াই গৈ ৰবালিমুখত ৰ'লগৈ, আৰু ৰণ-জয় জানিলে। ভৰলীতো পূজা দিয়ালে বোলে, ভৰলী আই ! তুমি মোৰ বঙাল শঙ্খধনি খাই দিয়া। পাচে মাথৰ সাতদিন যাওঁতে, চপ্‌কৰে গৈ ভৰলীত বঙালেৰে যুদ্ধ লাগিলগৈ। উত্তৰে ভৰলী, দক্ষিণে ৰৰপেটা, তাতে বঙালেৰে মোৰ যুদ্ধ লাগিল। ভৰলীত যি বঙাল পৰে,

**ভৰলীৰ যুদ্ধ**

উটুৱাই নিয়ে, বাৰত পালে আহোমে কাটে। লুইততো পানীৰ বেগে আহোমক নেপায়। বঙাল প'লে, উটাই নিয়ে। পাচে দক্ষিণে বঙাল পলাই গ'ল ; ভাগি ৰৰপেটাৰ দলনিত পৰিলগৈ। তিৰী-তিকতায়ো পাই বঙালক বেতৰে, কুৰ্মবাৰে কোবাই মাৰিলে, কতোক খেৰেৰে জুই দি পুৰিলে। কতো পলাই সাৰিল ; এইমতে একমাহ গ'ল। আমাৰ আওৰান সেনামানে ভৰলীৰ কাষৰে গৈ বঙালেৰে মতামতি কৰি থাকে। পাচে এদিন বঙালে নাৱত তুলি, কাপোৰেৰে ঢাকি থোঁৱা পাৰ কৰি আহোমক ধৰিলে, ৰৰচেটীয়াৰ পুতেক বাতিয়া ডেকাক কাটিলে। পিঙ্গলীয়া গোহাঁই পলাই এৰাল ; বিংতা পাত্ৰক ধৰি নিলে, লোকো বিস্তৰ পৰিল। পাচে মাথৰ সংক্ৰান্তিৰ দিনা আমাৰ সমস্তলোক ভাগি আহি, ভৰলীৰ গড় এৰি, চামধৰাত ৰহিলহি।

এইকথা মহাৰাজালৈ জনাই পঠালে। মহাৰাজা শুনি তিনিজনা ডাঙৰীয়াক দাই ধৰিলে। আপোনাৰ দদায়েক চাওলাই কোঁৱৰক ( চাজী গোহাঁই বুলিও জানে, এওঁ নাৰকণীয়া ৰজাৰ বিষয় খাইছিল ) পূৰ্ব্বে সুবাবো উপৰি-মুখকৈ দিছিল, খংকৈ মহাৰাজা তেওঁকো ধৰি আনিলে। বৰগোহাঁইৰ নেওগ কংকং চেটীয়া, বুঢ়াগোহাঁইৰ নেওগ লেচাই কিচি, বৰপাত্ৰৰ নেওগ পোৰালি লাথুম, এই সমস্তকে ধৰি আনি মহাৰাজা খংকৈ কাটিব দিলে ; আই কুঁৱৰীয়ে মাতিহে ৰাখিলে। পাচে যত লুখুৰাখন ভিতৰুৱাল কাঁৰী আছিল, সমস্তে মহাৰাজাৰ চৰণত জনালে বোলে, স্বৰ্গদেৱে মহাৰাজা হৈ কি কাৰণে তুমি বালিত দুখ পাইছা ? আমাক যুদ্ধলৈ পঠাই দিয়া, যদি নেদিয়া, আমাক বা কাঁৰধেনু শিকাবৰ কাৰ্য্য কি ? পাচে লেচাম চিৰিং প্ৰমুখ্যে যত গড়ৰ ভিতৰুৱাল কাঁৰী আছিল, সকলকে মহাৰাজা পঠাই দিলে বোলে, ভৰলীৰ গড় পুনৰ্ব্বাৰ লবি গৈ। যদি বঙালক ধৰি দিব পাৰিলি একো নাই, যদি নোৱাৰিলি, তইতেহে বঙাল।

এইকথা গোহাঁইবোৰে শুনি বোলে, তিনি নেওগসমে চাওলাই কোঁৱৰক যে ধৰি নিলে, আমাত খজেহে। পাচে সমস্তৰে আলচ কৰি পুনৰ্ব্বাৰ ভৰলীৰ গড় ললেগৈ। একদিনা গোহাঁইবোৰে যুক্তি কৰি আখেক গোহাঁইলৈ মুখি পঠালে—( এই আখেক গোহাঁই সোন্দৰ গোহাঁইৰ পুতেক, কছাৰী ৰণত সোন্দৰ গোহাঁই পৰিলত, এওঁ ভায়েক সৈতে পৰীক্ষিতৰ ৰাজ্যত আশ্ৰয় লয়গৈ। পৰীক্ষিত মুছলমানৰ ফলীয়া বুলি, আখেক গোহাঁয়ো পৰীক্ষিতৰ সেনাৰ লগত মুছলমানৰ ফলীয়া কৈ যুদ্ধলৈ আহিছিল। ) বোলে,

মহাৰাজাৰ ৰাজ্যত তিনিখৰ ডাঙৰীয়া ভাল কৰিব লাগিলেও আমাকে ভাল কৰে, কাটিব লাগিলেও আমাকে কাটে; গোহাঁয়ে লোকৰ ৰাজ্যত, পৰৰ সমাজত পূৰ্ব্বমতে মানে-মৰ্য্যাদায়ে আছে কি নাই? আখেক গোহাঁয়ে শুনি কৈ পঠালে বোলে, ভয় সংশয়তেহে শত্ৰুৰ ৰাজ্যত এনেকৈ পলাই আছোঁহি; যদি মোৰ দেহাটো ৰক্ষা কৰিব পাৰে, আজি যেন যায়। গোহাঁইবোৰে বোলে, তেওঁৰ গড় কি তল, আমাৰ গড় কি ওপৰ, এনেকৈও গোহাঁইক ৰাখিম। এইকথা শুনি আখেক গোহাঁইৰ ৰং হ'ল; বৰ্জালক ধৰিবলৈ কথাবাৰ্ত্তা ক'লে বোলে, আগনিশা জাগি থাকে, শেহ নিশা বেছি ধৰিব লাগে। এইকথা শুনি, তিনিজনা গোহাঁই যুক্তি হৈ তৰুণীৰ উজনিত মানুহ পাৰ হবলৈ তিনিখন দলং বান্ধিলে। পাচে, থাম্‌প্ৰেট্ বৰগোহাঁই, থক্‌বক্ বুঢ়াগোহাঁই, লাকু বৰপাত্ৰ, তিপাম ৰজা, নামৰূপীয়া ৰজা, চাৰিং ৰজা, কাণসন্দিকৈ, ৰকং বৰ চেটীয়া, লেচামপেজৰ পুত্ৰ, মৰাণ কোঁৱৰ, ফুকিত কোঁৱৰ, শ্ৰীকল হাতী বৰুৱা, বেতুৱা বৰা, এই সমস্তে

**থাম্‌প্ৰেট্ বৰগোহাঁই**
**থক্‌বক্ বুঢ়াগোহাঁই**
**লাকু বৰপাত্ৰ**
**(দ্বিতীয় বাৰ)**

তৰুৱা হই গ'ল। এইবোৰৰ ওপৰত চেংধৰাক নেওগ পাতিলে। লাচাম সন্দিকৈ, পিফুচাই চেটীয়া, লেচামপেজ ভঁৰালী, চিবিংভাং; চাউনাপাম, ফুলকোঁৱৰৰ পুত্ৰ লালুক গোহাঁই, চাওডাঙৰ বৰুৱা, এইসকলৰ ওপৰত লাঙ্গি পানীসিয়া নেওগ হৈ এইসকল নাৱে গ'ল। আৰু বিস্তৰ লোক গ'ল, কাজবিকিয়া, পইকীয়া, বৰা অনেক লোক গ'ল, চকুৰি দঁতাল মত্তহস্তী আগুৱান হই গ'ল। প্ৰভাত সময়ত অৰুণোদয় বেলাত নাৱে তৰে চাপি আমাৰ যুদ্ধ ধৰিলে। হাতীয়ে গড় ভাঙ্গি উঠিল। সেনা-সকলে বৰ্জালৰ যাক যৈতে পায়, তাক তৈতে কাটিব ধৰিলে। বৰ্জাল সষ্টম হব নাপালে। ক'তো বিস্তৰে কটা গ'ল; কতো অস্ত্ৰ-শস্ত্ৰ ধৰি যুঁজিলে। বৰ্জালে কিছু কৰিব নোৱাৰি বামৰপৰা হহকি লোহিতৰ নিকট বালি চাপি ৰহিলগৈ। সেই সময়তে বাৰটা চিপাহী, কৈঁবাগোহাঁই সমে, তাৰ কিছু সৈন্য লগত লৈ, ঘোঁৰাত উঠি আহোমৰ ব্যূহ ভাঙ্গি, বাজ হুই পলাই গ'ল। (এই কৈঁবা গোহাঁই, আখেক গোহাঁইৰ ভায়েক) সত্ৰাজিতো তুখান নাৱেৰে কোঁদাৰ এৰাই গ'ল। আহোমেও এইৰূপে বৰ্জালক জনাই খেদি নি বালিত বাগৰিবে তিনি তৰুণীয়া বেৰা দি তাতে ৰাখিলে। এইকাল আখেক গোহাঁয়ে বেৰাৰ ভিতৰতে থাকি, ডাঙৰীয়া সকলত কৈ, মহাৰাজালৈ জনাই পঠালে। পাচে মহাৰাজা শুনি ততালিকে খেদা পঠালে বোলে, বৰ্জালক মাকাটিবি, কেনুৱা উমিৰবোৰে মোক যুঁজিবলৈ আহিছে চাওঁগৈ। এইবুলি খেদি মহাৰাজা চাযৰবালৈ আহিল। তাৰপৰা আহি দেখি বোলে; আমাক এনে বৰ্জালেহে যুঁজে? এইবুলি বেৰাৰ ভিতৰতে বৰ্জালক জুই দি পুৰিলে। ইবোৰ বৰ্জালক নি ঠায়ে ঠায়ে পাতিলে,

**হাতীবৰুৱা**
**চাওডাঙৰ বৰুৱা**

কতো ডা-ডাঙৰীয়াবোৰক বাঁটি দিলে। সেইবেলা বঙালৰ তিকতা একজনীয়ে সামান্য বচন বুলিলে। তিনিজনা ডাঙৰীয়া বোলে, তিকতাজনীয়ে যে এনেই বচন বুলিলে, আস্তে বা কত ৰণ-বন লাগে, এতেকে বঙালক কাটিবহে লাগে। এইবুলি বঙালক কাটিবৰ মন কৰিলে। তাৰ মাজতে, যিবোৰ বঙালে দাস্তে খেৰ লৈ আছে, তাক নাকাটি ৰাখে।

সেইবেলা বৰগোহাঁয়ে আখেক পেঁহাইক ৰক্ষা কৰিব বুলি আপোনাৰ ভিতৰ কৰি আনিলে; একৰাত্ৰি বঙাল সবে বেৰাৰ ভিতৰতে আছিল। আন এদিনা এক প্ৰহৰৰ ভপৰে, সবে বেৰি বঙালক কাটিলে। বঙালৰ সবাৰে উপৰি মুৰ, চৈয়দ বাবাকৰো পৰিল। গফুল চান্দ পৰিল, জাহিৰ্বেগ পৰিল, মিৰ্জা জাখি, জামল খাঁ, দক্ষিণে দাউদ্ খাঁ এইসব কটা গ'ল। ৰাজা জগদেৱ, গৰ্ব্বৰাই, কালাৰজা, হৰি, প্ৰতাপসিংহ, ইন্দ্ৰমণি, নৰসিংহৰাই, ভগৱান ৰয়া, এই আঠ ৰজা দাস্তে খেৰ ধৰি বোলে, আমি স্বৰ্গদেৱৰ শৰণীয়া বন্দী হ'লো, আমাক নেকাটিবা। পাচে তাসম্বাক নাকাটিলে। মহাৰাজা মানুহ পঠাই সিবোৰক গলত হিঙুলীয়া ডাকু দি গড়গাঁৱলৈ আনিলে; আনো বঙাল সমস্তে কটা গ'ল। আমাৰো হাতীৰকৰা পৰিল, বলিয়া হাতীয়ে খুচি মাৰিলে, আৰু লোমল ৰৰা পৰিল, মাৰন্ত পৰিল, লেচাম সন্দিকৈ, চিৰিংভাং। পাচে মহাৰাজাই শুনিলে বোলে, বঙালে আমাৰ সমস্তকে কাটিলে আৰু গোহাঁই বোৰেও ৰণ এৰি পাৰ হই আছিল। সেই কথাতে খংকৈ, মহাৰাজা দলাস্নেক চাওলাই কোঁৱৰকো মাৰিলে; দুই নেওগকো কাটিলে, কংকং চেটীয়া পলাইহে এৰাল। আখেক গোহাঁইকো ধৰি আনি ওভোতাই মোট কাঢ়িলে, তিনিজনা গোহাঁইকো খদিলে।

তিনিজনা গোহাঁয়ে বোলে, আমি ৰণ ৰচাই থ'লে কি হব? হাতী পালে বাৰটা, ঘোঁৰা নব শত, আৰু যত ঘোঁৰা আছিল যানে কাৰ লাগি মৰিল আৰু ৰাজবন্ধা ঘোঁৰা কাটিলে। ৰাচক নাও দুই শত পালে, আৰু বঙালৰ যতেক হিলৈ আছিল, তাকো পালে, তৰোৱাল, ঢাক, বৰদাৰ খণ্ডা এনে বস্তু বিস্তৰ পালে, সনাহ পাঁচ অধিক চাৰি কুৰি পালে, যি কিছু আছিলা পাতি লোহিতত পৰিল, তাক মাত্ৰ নাপালে। শক ১৫৩৯, মাস ৯, দিন ১৬, বাৰ ৩।

তাৰ পাচে ডাঙৰীয়াসকলে সমালোচন কৰি, মহাৰাজা দেৱলৈ জনাই পঠালে বোলে, স্বৰ্গদেৱে ভাবিব চিন্তিব, আমাৰ লোকজন অলপ, বঙালৰ লোকজন অধিক, নাজানি পুনৰ আহি দগাদি, কি দুৰ্ঘট ঘটায়। ইকালে কোমতো কছাৰী বিৰাজী হৈ আছে, তালৈকো মানুহ এখৈব দিলেহে পাৰি। আকে চাই স্বৰ্গদেৱৰ মনে বা কি ধৰে? পাচে মহাৰাজা বোলে, কছাৰীৰ দুৱাৰে মানুহ এখৈব নিদিয়াকৈ ব'বৰ উপায় আছে নে নাই? গোহাঁইবোৰে বোলে, আৰু আন একো উপায় দেখা নাই। কছাৰীৰ

সহিতে উকীল গতাগত কৰি মানুহ দুনুহটো পঠাই থাকিলে মানুহ একৈন্দ বিৰ নলগা হেন দেখোঁ; পাচে মহাৰাজাদেৱে বোলে, মোৰ কথা নকৈ, তিনিজনা গোঁসাইৰ তিনিটা, চাৰিং ৰজাৰ এটা, এই চাৰিটা ভাল মানুহ পূৰ্ব্ব প্ৰীতিক দৰ্শাই কছাৰী ৰজাৰ পাজে পঠাই দিয়ক। গোঁসাইবোৰেও আলচি ৪টা মানুহ পঠালে। কমলা, ৰূপাই, নিতাই, বিহৰা। এই চাৰি মানুহ গৈ কছাৰী চকীত ক'লেগৈ বোলে, মহাৰাজাৰে কছাৰী ৰজাৰে অভেদ প্ৰীতিগোট আছিলে। এখন দেখোঁ, সেই প্ৰীতিগোট নচলিছে? কি কাৰণে নচলিছে, ইয়াৰ ভাল-মন্দ জানিবৰ কাৰণে তিনিজনা ডাঙ্গৰীয়া আৰু চাৰিং ৰজাই আমাক পঠাইছে; পাছে কছাৰীৰ চকীয়ালে কছাৰী ৰজাত এইৰূপে কলতগৈ, কছাৰীৰ ৰজায়ো আমাৰ চাৰিমানুহক নিয়াই সুধিলে বোলে, তিনিজনা ডাঙ্গৰীয়া

**কছাৰী ৰজাৰ লগত প্ৰীতি**

আৰু চাৰিং ৰজা যে তইঁতক পঠাইছে, কি নিমিত্তে পঠাইছে? আমাৰ চাৰি মানুহে বোলে, হৰ্দ্দেশ্বৰে (হিড়িম্বেশ্বৰেৰে) আমাৰে যে প্ৰীতিগোট আছিলে, সেই প্ৰীতিগোট যে নচলিছে, যেমনে চলিব সেই নিমিত্তে আমাক ডা-ডাঙ্গৰীয়া সকলে পঠাইছে। পাছে কছাৰী ৰজাই আমাৰ চাৰিমানুহক দাই ধৰি বোলে, তইঁতে যে এখন প্ৰীতিৰ কথা কৈছহি, পূৰ্ব্বে তইঁতৰ ৰজাৰে আমাৰে অভেদ প্ৰীতিগোট আছিল; সেই প্ৰীতিগোট আমাত হন্তে মলিন হোৱা নাই। তইঁতৰ ৰজাৰ হন্তেহে পূৰ্ব্ব প্ৰীতিগোট ছেদ হ'ল। তইঁতৰ মহাৰাজাই সোন্দৰ গোঁসাইকে ৰবগোঁসাইকে দি মোৰ গাঁওভূঁই মাৰিলেহি। নগৰ মাৰিবলৈকো মন কৰিলে; সিং দুৱাৰে লোকজন সহিতে আছিলহি; এতিয়া ডাঙ্গৰীয়াসকলে প্ৰীতিৰ কথা কয় কিয়? আমাৰ চাৰিমানুহে বোলে, মহাৰাজা! যি বাত কহিছা কহিবাক লগা কথা হয়। পাচে আমাৰ মহাৰাজাই দুজনা ডাঙ্গৰীয়াক জয়ন্তাৰ কন্যাক নমাই আনিবৰ কাৰণেহে পঠাইছিলে। এই কথা মহাৰাজা শুনিলেহঁতে, দণ্ড কৰিলেহেঁতেন। পাচে কছাৰী ৰজাই পুনৰ্ব্বাৰ দাই ধৰি বোলে, ভাল, সোন্দৰ গোঁসায়ে ৰবগোঁসায়ে আহিল কন্যা নমাই নিবৰ কাৰণে ধনশিৰীয়েদি। সিংদুৱাৰলৈয়ে লোকজন সহিতে আমবোৰ ডা-ডাঙ্গৰীয়া সঙ্গুলি সহিতে আহিছিল, সিবোৰ নো আহিছিল কি কাৰণে? পাচে আমাৰ চাৰি মানুহে বোলে, জয়ন্তাৰ কন্যাৰ লগত অহা মানুহক পুহিবৰ নিমিত্তে মাছ, পহ মাৰিবৰ নিমিত্তে পঠাইছিলে। ডাঙ্গৰীয়াসকলে মাছ-পহ মাৰি জয়ন্তীয়ালৰ মানুহক খুৱাই, মহাৰাজাক সেৱা কৰিলেগৈ, আমি ইয়াকেহে জানো।

পাচে কছাৰী ৰজা কথা ভাল শুনি, আমাৰ চাৰি মানুহ সহিতে পুনৰ্ব্বাৰ পত্ৰ-সন্দেশ দি, ৰমানন্দ কটকীক আমাৰ ডাঙ্গৰীয়াসকলৰ ঠাইত পঠাই দিলে। ৰমানন্দে আহি তিনিজনা ডাঙ্গৰীয়াৰ ঠাইত পত্ৰ-সন্দেশ দি প্ৰীতিৰ কাৰণ ক'লে। আৰু মহাৰাজাৰো ঠাইত সেৱা কৰি প্ৰীতিৰ কাৰণ ক'লে। পাচে মহাৰাজাই পুনৰ্ব্বাৰ পত্ৰ-

সন্দেশ দি প্ৰীতিৰ কাৰণে আমাৰ শীতলীয়াল আৰু মাধৱ কন্দলীক লগত দি যমানন্দক বিদায় দিলে। এইৰূপে প্ৰীতি দৰ্শাই কছাৰীৰ সন্মুখে লোকজন নেদিৰ লগা কৰি থৈ, ৰজালৈক মাৰিবৰ নিমিত্তে আহিলাপাতি ভূম কৰি লোকজনক মহলা কৰিলে।

সেইবেলা যমানন্দ আৰু চাৰধৰা এই দুইৰ হাতত কছাৰীৰ ভীমবল ৰজা পত্ৰ-সন্দেশ দি, প্ৰীতিক দৰ্শাই, ডিমৰুৱাৰ মঙ্গল ৰজাৰ কাৰণ কহি পঠালে বোলে, সিইত মোৰ হাবামখোৰ হৈছে। আমাৰ হাবামখোৰে মিত্ৰ ৰজাৰো হাবামখোৰ, আকে চাই মিত্ৰ ৰজা তাক মাৰাখনহে যুগুত। স্বৰ্গদেৱে বোলে, ডিমৰুৱা মোৰ শৰণাগত, তাক মই কিয় দিম? পূৰ্ব্বে আমি যি কালত হৰ্মেশ্বৰক থাপিছোঁ, সেই কালতে ডিমৰুৱাকো থাপিছোঁ, সাকিছোঁ। তথাপি সিও হাবামখোৰ হৈ যে পুনৰ্ব্বাৰ শৰণাগত হৈছেহি তাক আমি কিয় এৰিম? এইমতে পত্ৰত লিখি সন্দেশ সহিতে আমাৰ দুই কটকীক লগত দি, কছাৰী কটকী যমানন্দ আৰু চাৰধৰাক বিদায় দিলে। মহাৰাজাৰ আজ্ঞায় সিহঁতে গৈ কছাৰী ৰজাক ক'লেগৈ। কছাৰী ৰজাও "থাপিত-সাকিত" বুলিবৰ শুনি খংকৈ বোলে, আমাক তহঁতৰ মহাৰাজা ক্যাহানি থাপিছে-সাকিছে? ভাল যদি, থাপিত-সাকিত বুলিব পায়, এখনো সেইৰূপে কন্যা দি থাপক। এইবুলি পত্ৰত লিখি, সন্দেশ সহিতে আমাৰ দুই কটকীৰ লগত কছাৰীৰ কটকীক পঠাই, ভীমবল ৰজাই প্ৰীতিত থাকি, এক কন্যা মাগি পঠালে। পাচে মহাৰাজাই বোলে, ভাল, কন্যা যদি আগবাঢ়ি নিয়ে, তেবে এখন কন্যা পাব। কছাৰী ৰজাই বোলে, মহাৰাজাই যদি কন্যা দিয়ে,ময়ো সিং দুৱাৰৰপৰা আগবাঢ়ি কন্যা আনিবলৈ। পাচে মহাৰাজাই চাৰিঙীয়া সন্দিকাইৰ কন্যা এটা আনি অলঙ্কাৰপাতি

**কছাৰীৰজা ভীমবললৈ আমাৰ কন্যা**

দি, আন বস্তুজাত দি, থকুৱক্ বুঢ়াগোহাঁইৰ হাতত কছাৰী ৰজালৈ বুলি দি পঠালে। বুঢ়াগোহাঁই গৈ সিং দুৱাৰত থাকি কছাৰী ৰজালৈ জনাই পঠালে। কছাৰী ৰজাই বোলে, মোৰ এতিয়া সিং দুৱাৰলৈ যাব নোৱাৰোঁ। নগৰ এৰি মই মহাৰাজাই বা আমাক কোনখান কৰিব দিয়ে? এইকথা মহাৰাজা শুনি বোলে, মইযে দিবলৈ পালো, কন্যা ওলোটাই আনিবলৈ ভাল নহয়; এতেকে কটকী পঠাই কছাৰীৰ নগৰতে কন্যা সোধাই দিয়কনি। পাচে এই কথা শুনি বুঢ়াগোহাঁয়ে বান্টাকৰৰ হাতত কন্যা দি, কছাৰীৰ নগৰত সোধাই দিলেৰি। কটকীও গৈ কছাৰী ৰজাৰ ঠাইত প্ৰীতিৰ কাৰণ কৈ কন্যা বোসালেনি। কছাৰী ৰজায়ো মহাৰজালৈকো, বুঢ়াগোহাঁইলৈকো, আৰু আনো যি ভাল মানুহ গৈছিলে, সেই সকললৈকো বঁটা-বাহন দি, বিদায় দিলে আৰু দুই কটকীক এই বুলি ক'লে বোলে—তহঁত অখন থাক। মহাৰাজালৈ পাচে আৰু ভালবস্তু-জাত দি বিদায় দিম। পাচে বুঢ়াগোহাঁই আহি মহাৰাজাক সেৱা কৰিলেহি।

পাচে এনেতে ৰজালৈক ধৰিবলৈ মহাৰাজাদেৱে থকুৱক্ বুঢ়াগোহাঁইক পাতিলে; বাৰভূঞাই, বৰগোহাঁইকো লাহু বৰপাত্ৰ প্ৰমুখ্যে আনো বৰাবুকক সমবিতে লোকজন দি

বঙালেৰে যুদ্ধ কৰিবলৈ পঠালে। সিবোৰে গৈ, লোকজন সহিতে দিখৌমুখত ৰহিলগৈ। তাৰপৰা চামধৰাত কোঠ দি থাকিলগৈ। ১৫৩৮ শকৰ মাঘমাহত। সেইবেলা দক্ষিণ-কূলীয়া-উত্তৰকূলীয়া চেঁকেৰি মহাৰাজাক উত্তৰ কৰালেহি বোলে, স্বৰ্গদেৱ মহাৰাজাক, আমি যতেক চেঁকেৰি আছো, সমস্তকে ৰাজা পৰীক্ষিতে তোমাৰ দুই পাৱৰ তলে দি গৈছে; আৰু যত লোক আছে সবাৰে ইষ্টকুটুম্বো স্বৰ্গদেৱৰ ঠাইতহে তাত, আন ঠাইত বন্ধা নাই। এতিয়া স্বৰ্গদেৱে যদি আজ্ঞা কৰে, হাজোত যি বঙালখনি আছে, সেইবোৰক খেদিবৰ কাৰণে আমাকো আৰু স্বৰ্গদেৱৰ লোকজনকো পঠাই দিয়ক, মহাৰাজাৰ লোক-জনক পাছ কৰি আমি আগ হৈ ধৰিমগৈ; এতেকে দক্ষিণকূল উত্তৰকূল সমস্তে স্বৰ্গদেৱৰে হ'ল। এই কথা শুনি মহাৰাজাৰ মনে আনন্দিত হ'ল আৰু তাকে ভাল বুলি শলাগিলে।

## হাজোৰ যুদ্ধ

পাচে আঘোণত বঙালৰ চেক কামাল হাজোত নবাব হৈ ৰহিলহি। ছয় মাহৰ পাছত, তিনিজনা ডাঙৰীয়াক মহাৰাজা হাজোৰ যুদ্ধলৈ পাচিলে। সিবোৰেও চেচামুখত লোকজন সহিতে গড়বান্ধি ৰ'লগৈ। মহাৰাজাও চামধৰালৈ ভটিয়াই আহিল। চেক্ কামাল প্ৰমুখ্যে বঙাল হাজোৰ পৰ্ব্বত ভুৰি আছিল। পাচে আহোমে পৰ্ব্বত বেৰি গড় দিলেগৈ; আৰু দক্ষিণে ভণ্ডাৰী গোহাঁই প্ৰমুখ্যে লোকজন লোহিতে গৈ বঙালক ভেটিলেগৈ। বায়ব্যে ধৰ্ম্মনাৰায়ণ ৰজা, পূৰ্ব্বে উত্তৰে তিনিজনা গোহাঁই প্ৰমুখ্যে অনেক লোকজন ৰ'ল। বঙালো যুদ্ধক সাজ হৈ ৰ'ল। পাচে সেই বেলা লেচাম চিৰিঙ্গে তিনিজনা গোহাঁইক খালি বচন বুলিলে, আৰু বঙালক কাটিবাক প্ৰতি লোকজনকো কোবাই পৰ্ব্বতত তুলিলে। বঙালো সন্তম হৈ আছিল। আহোম পৰ্ব্বতত উঠি যাওঁতে, বঙালে যোঁৱা মেলি কাটিব ধৰিলে। হাতীত উঠি বুঢ়াগোহাঁয়ে ৰণ কৰিছিল; বঙালৰ গুলি লাগি বুঢ়াগোহাঁই পৰিল; সেই পোনে ৰাজ্য ভাগিল। হাতীয়ে শুঁৰেৰে তুলি পিঠিতকৈ বুঢ়াগোহাঁইক আনিলে। বঙালো সেই পিনে গিৰিসাই ভাগিল; নাৱত আহিলাপাতি যি আছিল, সি সকলো পৰিল। যত লোক পৰিল, তাৰ সীমা নাই, আৰু চাৰি কুৰি হাতী পৰিল, মত্ত হাতী। কেৱা গোহাঁয়ে ঠানুৱা কনাই হাতীক ধৰিলে, পাচে তাৰ আচাৰ মাৰি পেলাই, হাতী সগৰক আহিল।

পাচে মহাৰাজা থাম্‌প্ৰেট্ ৰৰগোহাঁইকে, তিপামৰ ৰজাকে থকৈ লোহাৰ জিঞ্জিৰাত ভৰাই আনিলে; আৰু আবোৱান গুচাই ওপৰে পিন্ধান ধৰিলে। ৰণ জয়ীয়া মানুহ হাজোৰপৰা তবে (বাৰে বাৰে) চামধৰালৈ আহিবলৈ ধৰিলে। ৰাজ্যৰ আগ হ'ল হাতী, মানুহ হ'ল পাছ, ৰাত্ৰি হ'লে হাতী পাছ হয়, দিন হ'লে আগ হয়। হাতীলগিয়ে মানুহ আহি চামধৰাত ভোলালহি।

পাচে হাতীমুৰীয়াইতে মহাৰাজাত গোচৰ দিলে বোলে, ৰৰগোহাঁয়ে ছেলাকৈ যুদ্ধলৈ যাবলৈ মন নকৰিলে। তেওঁ দিহিঙৰ পাৰ এৰি মাহ-পাহ থাকি থাকিতে থাকিল। আমাক মহাৰাজাদেৱে কাটিব মাৰিবলৈ পাৰে, আমিনো কি কৰিম? পাচে

এই কথা শুনি মহাৰাজা গং কৰি থাম্‌পেটক ৰৰগোহাঁই ভাঙি, পৰ্ব্বতীয়া পিলিঙ্গাক ৰৰগোহাঁই পাতি বঙ্গাল মাৰিবলৈ পাচিলে। আৰু থকৃৰক্‌ বুঢ়াগোহাঁই পৰিবৰ শুনি, মহাৰাজা বোলে, গোহাঁইবোৰে গা লগাই যুঁজিলেহেতে, মোৰ বুঢ়াগোহাঁই কিয় পৰিব? যিহেতু গা লগাই যুযুঁজিলে, এতেকেহে বুঢ়াগোহাঁই ৰণত পৰিল। ইবোৰে বোলে, আমি

**পৰ্ব্বতীয়া পিলিঙ্গা ৰৰগোহাঁই**

বঙ্গালক বেৰি আছিলো, থাব বব নেপাই বল ক্ষীণহ'ক তেহে আমি চাপি ধৰিম। লেচাম চিৰিং নেওগে ৰৰকথা মাতি গালি পাৰিলে; গালি শুনিহে চাপি ধৰিলো। গোহাঁয়ো পৰিল, বঙ্গালো সাৰি গ'ল। এই কথা শুনি মহাৰাজা লাঙ্গি নেওগক মুৰত কোৰালে, লেচাম চিৰিঙ্গক, লালু ফুকনক, লাহনক তিনিকো কাঠেৰে চেপি ধৰি মাৰিলে; উত্তৰ কুলৰ ভুঞা, মৰঙ্গীৰ হাজৰিকিয়া, শইকীয়াকো বিচাৰ কৰি কাটিলে। পাচে ভাঙৰীয়াসকলেৰে যুগুতি হই মহাৰাজা বোলে, মোৰ বুঢ়া-গোহাঁই পৰিলত, অনেক দেশলৈ দুৰ্যশ গ'ল। এই বুলি শুকুলাহুদুক বুঢ়াগোহাঁই

**শুকুলা হুদু বুঢ়াগোহাঁই**

পাতিলে। পাচে লাঙ্গি পানীসিয়া আহি স্বৰ্গদেৱক সেৱা কৰিলেহি, আৰু বোলে, ৰণপলৰীয়া মানুহ বন্দীয়েহে চপাই লৈ আহিছো। মহাৰাজা বোলে, মোৰ লগত সেনাপতি নাই, সকলো গা-গোটা। এই নিমিত্তেহে মোৰ সকলো লোকজন এৰি আহিলে। লাঙ্গি পানীসিয়া যাতো মোৰ লোকজনক চপাই আনিলে, তেহে আহিব পাৰিলোঁ। এই আপাহতে, লাঙ্গি পানীসিয়াক

**লাঙ্গি পানীসিয়া ৰৰফুকন**

সোণৰ খাৰু, সোণৰ টেমি দি, ৰৰফুকন পাতিলে, সেই দিনৰ পৰাহে ৰৰফুকনৰ বিষয় চলিল। আৰু ৰৰবৰুৱাৰে ৰৰফুকনৰে সোণৰ খাৰু টেমি হ'ল, আগেয়ে ৰৰবৰুৱাৰ টেমি ৰূপৰহে আছিল, সিদিনাৰপৰাহে সোণৰ হ'ল।

তাত পাচে চেক্‌কাৰালক বেহাৰৰ বীক কাজীয়ে বোলে, নবাবৰ আজ্ঞা হ'লে, আহোমক মিলাপ্ৰীতি কৰাই হাতীদাঁত- আগৰ কাঠ অনাই দিব পাৰোঁ। নবাবেও (চেক্‌কাৰালে) ভাল বুলি পলাগিলে। পাচে বীক কাজী আগ চকী অশ্বক্ৰান্তলৈ আহি লাঙ্গি ফুকনলৈ প্ৰীতিৰ কাৰণ কৈ পঠালে। আমাৰ চকীয়ালে ৰৰফুকনত ক'লেহি। পাচে ৰৰফুকনেও এই কথা মহাৰাজালৈ ধৰাধৰ কটকীত কৈ জনালত, মহাৰাজা বোলে, তাক কোনো উপায়কৈ কাজলীলৈকে অনাওক। পাচে ৰৰফুকনৰ আজ্ঞায়ে ধৰাধৰ কটকীয়ে সত্য শপত কৰি কাজীক কাজলীলৈ আনিলে। পাচে সি উলটি যাবলৈ নাপালে। মহাৰাজা উপায়কৈ তাক গড়গাঁৱলৈ নিলে, বোলে যোকে বঙ্গালকে মিলাৰ নোৱাৰে মানে বীক কাজী এখেতে থাকোক। শক ১৫৪০।

এনেতে পাৎসাৰ ভাই মিৰ্জা নাথুনুলা দক্ষিণ কুলৰপৰা উত্তৰে পাৰ হ'ল। সেই বেলা ধৰ্ম্মনাৰায়ণ ৰজাৰ হাতী, তিনিজনা কুঁৱৰীক বঙ্গালে নিলে। পাচে আহোমে

গৈ যুদ্ধ ধৰিলে ; তেবে মির্জা নাথুল্লা ভাগি পলাল ; হাজি মহিমে অকলে খেদি গৈ পৰিল। তেবে সেইবেলা মামু গোবিন্দ বেলতলাৰ বৰুৱা আছিল, আহোমৰ লগ হৈ, কৰৈবাৰী সীমা কৰি দক্ষিণ কূলৰ ৰজা হ'ল। মামুৰ লগতে মহাৰাজা দুই হাজাৰ কাঁৰী দি ৰাখিছিল ;

বেলতলাৰ বৰুৱা

সেইবুলি বঙ্গাল দক্ষিণকূলে পাৰ হব নোৱাৰে। পাচে সত্ৰাজিতে লোকজন লৈ মামুক মাৰোঁগৈ বুলি আছিল ; আহোমৰ কাৰণে একো কৰিব নোৱাৰিলে। সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰনাৰায়ণ পৰিল আৰু ভৱানী ৰাই পৰিল। এই মতে উত্তৰে দক্ষিণে মনে মনে লুকাই কাঁৰ মাৰে, দেখাই দ্বন্দ নকৰে। পাচে সত্ৰাজিতে ডুবাৰলৈ আহি, একো কৰিব নোৱাৰি, মহাৰাজাক বাপ ডাকি পঠালে। উমৰ, কানাই এই দুই মুদৈত কৰি মহাৰাজালৈ লাহৰি, পামৰি, তাও, মুক্তা, পোৱাল, বাখৰ আৰু আনো বস্তুজাত দি পঠালে, আৰু পত্ৰত লিখিলে বোলে, মই মহাৰাজাৰ বেটা হ'লো, স্বৰ্গদেৱে যদি বেটা বোলে বেটা, নফৰ বোলে নফৰ, মই যেনেকৈ ডুবাৰত ৰহো, তেমত কৰিব। পাচে মহাৰাজা বোলে, ভাল, ময়ো বেটা বুলিলো। পুত্ৰ হ'লে পিতৃৰ বচন পালিব লাগে। এইবুলি কমললোচন কটকীত কৰি ৰূপৰ জৰা, (সোণৰ নলীৰে) তাৰ ভিতৰত উত্তম জল দি পঠালে। মহাৰাজা বোলে, পুত্ৰ হ'লে মাতৃৰ স্তন খাব লাগে, এই জানিবা পানীয়ে স্তন। আৰু উত্তম লোণ, চাউল দি পঠালে। যিহেতু তাৰ দেশত লোণ চাউল খালে, হাৰাম নকৰে হেন শুনিছো। এইবুলি সত্ৰাজিতলৈ বুলি মহাৰাজা পাট কাপোৰ, চিকণ কাপোৰ, জালুক, আগৰ কাঠ, এই সব দিলে, আৰু তাৰ ঘৰিণী সকললৈকো আইকুঁৱৰীৰ নামে আহোম মেখেলাৰে এযোৰ কাপোৰ দিলে। পাচে সত্ৰাজিতে মহাৰাজাক নামে সাত সেৱা কৰি লোণ চাউল খালে। পাচে মহাৰাজাই ভেলাইক ডুবাৰ দি পঠালে, লাঙ্গিফুকনৰে সত্ৰাজিতেৰে প্ৰীতি হ'ল, সাউদৰ তোলত হাট হ'ল ; কটকীৰো আয়াযাত হ'ল। এইৰূপে প্ৰীতি হুই আছে। আমাৰ মুদৈ গৈ ঢাকাত বেহায়গৈ।

এনেতে মহাৰাজাৰ ঠাইলৈ সত্ৰাজিতৰ পাঁচ বছৰীয়া ল'ৰাটিকে তাৰ মাককে সজাতিৰ লগত মহাৰাজাক সেৱা কৰিবলৈ পঠালে। মহাৰাজাই পৰ্ব্বতীয়া পিলিজা বৰগোহাঁইক তুলিব দিলে। পাচে বৰগোহাঁয়ে বোলে, সত্ৰাজিতৰ ল'ৰা, শিশু ল'ৰা, একো কথাবাৰ্ত্তা নাজানে। তাৰ লগত জীয়া পোৱাতীৰে মই কি কথা হ'ম ? জীয়া পোৱাতী তিকতা, শিও আহিবৰ যোগ্য নোহে। এইবুলি বৰগোহাঁয়ে নুতুলিলে। পাচে স্বৰ্গদেৱে বৰগোহাঁইক খং কৰি শুকুলাহজু বুঢ়াগোহাঁই, লাকু ৰৰপাত্ৰ, এই দুজনাক তুলিব দিলে। মহাৰাজাৰ আজ্ঞায় দুয়োজনা ডাঙৰীয়াই সত্ৰাজিতৰ ল'ৰাক আনি তুলিলে। তাত পাচে মহাৰাজাই নি, হাতী ১টা, তাৰ হাৰ আৰু কৰ্ণভূষণ, ঘোঁৰা ২টা, চিকণ কাপোৰ, পাট কাপোৰ, ৰূপ ২০০০ এইসকল দি বিদায় দিলে।

তাত পাচে বেলতলাৰ ৰকৰা মামুৰ বেটা মধুনায়কক মহাৰাজা বোলে, তোক ৰাজ্য পাতিব দিলো, তই স্বতন্ত্ৰ কিয় কৰিলি ? এই দাই ধৰি তাক গলমুচৰি মাৰিলে। পাচে পুত্ৰৰ মৃত্যু শুনি, মহাৰাজা তাকো কোনোখান কৰে বুলি, লুকাবপৰা নাহে। মামু গোবিন্দ মহাৰাজাৰ আজ্ঞায়ে কবৈৰাৰী পৰ্য্যন্ত ৰাজ্য খাই আছিল, আমাৰ সভেদ কথা বঙালত কৈছিল, বঙালৰো কথা বৰফুকনত কৈছিল। মহাৰাজাই মামু গোবিন্দক মাতি পঠাই, তথাপি নাহে। পাচে মামু গোবিন্দ মহাৰাজাত হাৰামখুৰী হ'ল; তাক সত্ৰাজিতে জানিলে। তেৰে সত্ৰাজিতে কটকীত কৰি মহাৰাজালৈ পত্ৰ দি পঠালে বোলে, মহাৰাজাই যদি মোক আজ্ঞা কৰে, মামু গোবিন্দক ধৰি নাওৰ গুৰা পিৰিত বান্ধি দি পঠাম। যিহেতু সত্ৰাজিতৰ ভতিজাক ইন্দ্ৰনাৰায়ণক পূৰ্ব্বে মামু গোবিন্দে মাৰিছে। পাচে মহাৰাজা বৰকন্দলীকে, জাৰৰকে, একাদহকে তৎকালে পঠালে বোলে, মামুক পালেহে আহিবি। পাচে সত্ৰাজিতে মামুক পশ্চিমে বেৰিলে, পূৰে

**বেলতলাৰ মামুগোবিন্দ**

আহোমে বেৰিলে; পাচে মামু ভাগি বঙাললৈ গ'ল। সত্ৰাজিতে পাই ধৰি মামুক ঢাকালৈ দি পঠালে, আব্দুল ইচলামক ভয়ে আহোমক নেদিলে। আমাৰ কটকী আহি মহাৰাজাক ক'লত, এইকথা শুনি মহাৰাজাৰ মনত লাগি থাকিল।

তাত পাচে কতোদিন অন্তৰে উমানন্দৰ বালিলৈ সত্ৰাজিতক উপায় কৰি আনিবলৈ মহাৰাজাই লাঙিবৰফুকনলৈ গঁজাতিতকৈ বুলি পঠালে বোলে, যেনে উপায়ে পাৰে, ছলকৈ সত্ৰাজিতক ধৰি দিয়ক। বৰফুকনেও তেলাই ছুৰবীয়াৰে গোপনে কথা হই বোলে, তই যেনেকৈ পাৰ, তেনেকৈ সত্ৰাজিতক আন; আমাৰে কথা হৰলৈ বুলি মাতিবি, যদি আহে আমালৈ বাৰ্ত্তা জনাবি। আমিও উমানন্দৰ বালিলৈকে সাজু হই যাম। পাচে তেলায়ে গঁজাতিতকৈ সত্ৰাজিতলৈ বৰফুকনৰ আজ্ঞা বুলি পঠালে বোলে, তাই নবাবে সহিতে বৰফুকনে এক দিনা উমানন্দৰ বালিত দেখাদেখি হবৰ মন কৰে। সত্ৰাজিতে বোলে, ভাল, তাই নবাবেও ইচ্ছা কৰে। যদি ফুকন আহে,

**সত্ৰাজিতক ধৰাৰ চক্ৰান্ত**

আমিও একদিন যাম। এইকথা তেলায়ে বৰফুকনলৈ জনাই পঠালে। পাচে বৰফুকনে কাকতীবুঢ়ীয়া বড় ফুকন, ৰাজখোৱা, হাজৰিকীয়া, সবাকে লগত লৈ, ছদ্মৰূপে ভিয়াৰ হৈ, উমানন্দৰ বালিত ৰহি গঁজাতিক পঠাই, সত্ৰাজিতক মাতিবলৈ পঠালে। সত্ৰাজিতেও তৱাল-হুঁচিৰপৰা তিনি ছুৰি বাচক নাৱেৰে সাজু হই আহি, উমানন্দৰ ঘাটত ৰ'লহি। দলিছা ২০ খন, লাহৰি ২০ খন, পাগৰি ৪০ খন, তাও ছুৰুৰি, গোৱাল ২০ খাৰ, চামৰ ৩ খান, ছিত ৩ তাও, মুগা ৪ ধাৰ, এইখনি সহিতে সত্ৰাজিত বৰফুকনৰে হুজুৰ হ'ল। বৰফুকনেও সত্ৰাজিতলৈ লোণ ১ সেৰ, কৌটা ১০০ খন, বঙা ভেৰুৰি, কাৰলি ৪০ খন, ভাল পাট কাপোৰ ২০ খন, গজক লাতোটা, এইখনি সত্ৰাজিতক দি

বোলে, ভাই নবাব সহিতে মিলপে হজুৰ হৈছো, এখন ভাই নবাবে সহিতে চোকাৰি মিলাইতে মন কৰো। সত্ৰাজিতে বোলে, আমি পাৎসাৰ চাকৰি, সাজাৰি পাৎসাহে শুনিলে কোনখাৰি দোষা কৰে, কেমনে চোকাৰি মিলায়? ৰবফুকনে বোলে, তুমি ভি পাৎসাৰ নবাব, আমিও মহাৰাজাদেৱৰ নবাব, দুইভাই চোকাৰি মিলাইতে কিছু দোষ নাহি। এইবুলি দুয়ে একে ঠাই হই, একে দলিছাতে বহি, দুইকো দুয়ে চোকাৰি দিয়া দিকৈ, কথাবাৰ্ত্তা হই "ভাই নবাব! সুখে বহ" বুলি সত্ৰাজিত নাৱত উঠিলগৈ। ফুকন ৰাজখোৱাই সত্ৰাজিতক ধৰিবলৈ ৰবফুকনক ক'লত বোলে যাজি যাওক, আন দিনলৈ ধৰিম। এইবুলি শুহি আছিল, সত্ৰাজিতো ভটিয়াই গ'লগৈ।

আত পাচে ঢাকাৰ নবাব আব্দুল ইছলাম খাঁৰ অনুমতি লৈ আমাৰ হৰিবোল বাই, সোণাৰী মুদৈ জয়হৰি আৰু নৰহৰি এই তিনি মুদৈয়ে শ্ৰীসূৰ্য্যত বেহাকিনা কৰিছিলে। পাচে ঢাকাৰ নবাৱে স্বৰ্গদেৱৰ সহিতে প্ৰীতি কৰিবৰ মনে তিনি মুদৈৰ লগত কথা হ'ল। তিনি মুদৈয়ে বোলে, ভাল, আমি মহাৰাজা সহিতে প্ৰীতি কৰি দিম, মহাৰাজাৰ ঠাইকো লিম। পাচে নবাৱেও মহাৰাজাৰ ঠাইলৈ এক লিখা পত্ৰ দি, সোণৰ মলুৱা কৰা হাতীদাঁতৰ এক পিৰা, মুকুতা ১০ খাৰ, পোৱাল ৩০ খাৰ, ফুল্‌চুগী ১ খাৰ, হীৰাপান্না, সোণোৱালী কাপোৰ ২১ খান, চিকন ৪০ ভাও, এইখনি সন্দেশ দি, বাজিত খাঁকে, গোপালকে তিনি মুদৈৰ লগত পঠাই দিলে। আমাৰ তিনি মুদৈয়ে বঙ্গালৰ কটকী আনি ফুকনত থৈ, নাজি-ৰবফুকনত জনালেহি। পাচে সত্ৰাজিতে ঢাকাৰ নবাবৰ কটকী আহিবৰ শুনি, সঁজাতিত কৰি, ৰবফুকনলৈ কৈ পঠালে বোলে, তিনি মুদৈয়ে যদি ঢাকাৰ নবাবৰ কটকী মহাৰাজাৰ ঠাইক নিবাক পায়, তেবে ভাই নবাবে আমাৰে প্ৰীতি গোট। কেমনে ৰহিব? ঢাকাৰ নবাবৰ উকীল মহাৰাজাৰ ঠাইত যেমনে যাইবাক নাপায়, সেই খান কৰিব। পাচে ৰবফুকনে শুনি ভায়েক লেচাম ডেকাক পঠাই মহাৰাজালৈ সঁজাতিতকৈ পঠালে বোলে, সোণাৰী মুদৈহঁতে ঢাকাত বঙ্গালৰ আগত মহাৰাজাৰ সকলো বিশ্বাসৰ কথা কৈ মিলাপ্ৰীতি হৈ, বঙ্গালৰ পত্ৰসন্দেশ সহিতে কটকী আনি ফুকনত থৈছেহি। মহাৰাজা স্বৰ্গদেৱৰ যচন হ'লেহে উকীল পত্ৰ আনিব পায়, বিনা আজ্ঞায় সিহঁতে এই কাম কৰিব নাপায়। এইকথা মহাৰাজাই শুনি বোলে, সিহঁত বেপাৰী, বেপাৰৰ কাম কৰিব পায়। যই লোকোখাকে বঙ্গালৰ কটকী সিহঁতে কিয় আনিব? এই দাই ধৰি হৰিবোল বাই, সোণাৰী মুদৈ, জয়হৰি আৰু নৰহৰি, এই তিনিকো কাটিলে; সিহঁতৰ লগত যি মানুহ গৈছিলে, সিহঁতকো কাটিলে। ফুকনবাৰণৰা বঙ্গালৰ কটকীক কলাপচুৰাৰ চুৰ বাহি উটাই পঠাব দিলে। ৰবফুকনেও মহাৰাজাৰ আজ্ঞায় তাকে কৰিলে। বঙ্গাল কটকীয়ে কোনো মতেহে প্ৰাণ ৰক্ষা কৰি ঢাকা পালেগৈ। পাচে ঢাকাৰ নবাবে শুনি আমাৰ দেশ মাৰিবলৈ মন কৰিলে।

পাচে মুদৈৰ ভাই-পোৱে মহাৰাজাত ক'লে বোলে, ৰবফুকনক দেখি, স্বৰ্গদেৱলৈ বুলি মুক্তা পোৱাল আনিলো বুলিছে; ৰবফুকনে স্বৰ্গদেৱত গোচৰ দি মুদৈহঁতক মৰালে,

এই বুলি মুকো পোৱালে৷ দেখালে। আৰু বোলে মধুনায়কত ভগৰ লাগিবৰ কাৰণেহে বৰফুকনে মামু গোবিন্দক লুকোৱৈ পঠাই দিলে ; সত্ৰাজিতকো ধৰি আনিব পাৰিলেইতে মিত্ৰৰ কাৰণেহে নধৰিলে, আৰু ঢাকাৰ নবাবেও সোণকোহৰ মুখত হাটবাট কৰো বুলি বিস্তৰ বস্তুজাত দি উকীল পঠালে। বৰফুকনে এনে কথা নকৈ আন কথা কেনেকৈ কয়, আমি তাক নাজানো। যি কথাৰে স্বৰ্গদেৱৰ ঠাইলৈ বঙ্গালৰ কটকী আহিল, তাকেহে ক'ব পায়। মুদৈৰ ভাই-পোৱে এই বুলি ক'লে। মহাৰাজা শুনি, তাকে দাই ধৰি লাঙ্গি ফুকনকে, পোৱালি লাঙ্গিডেকাকে আৰু লাঙ্গি ফুংজাঙকে খাব নেদি মাৰিলে। তাত পাচে

**নেওগ বৰফুকন**
**( অভয়পুৰীয়া নেওগ )**

লান্মাখ্ৰুৰ অভয়পুৰীয়া নেওগক বৰফুকন পাতিলে। তাত পাচে মামু গোবিন্দৰ ল'ৰা তিৰুতাক তুলি আখেলিলৈ নিলে আৰু বঙ্গালৰ দুই চাৰি মানুহ কাটে।

এই কথা সত্ৰাজিতে মহাৰাজালৈ জনাই পঠালে বোলে, মহাৰাজাৰ লোকে ঢেকেৰিৰ লগ লৈ আমাৰ দুই-চাৰি মানুহ কাটে। এই কথা শুনি মহাৰাজা বোলে, ঢেকেৰীয়ে কেনেকৈ মানুহ কাটে মই কি-জানো ? এই এক। আৰু হৃষীকেশ চৌধাৰীয়ে বঙ্গালত খাজানা শোধালে, পাঁচ শ ৰূপ শেহ থাকিল। তাৰে হুই অনেক লঘু-লাঞ্ছনা কৰিলে। সহিব নোৱাৰি হৃষিকেশ আমাৰ পানীলৈ পলাই আহিল। পাচে পাচে বঙ্গালেও খেদি আহিল। হৃষিকেশ আমাৰ চকীত পৰিলহি। আমাৰবোৰে তাক চকীৰ ভিতৰকৈ ৰাখিলে। পাচে আব্দুল ইচলামে বৰফুকনলৈ হৃষিকেশক খুজি পঠালে বোলে, আমাৰ হৃষিকেশক দি পঠাওক, তাত আমি পাঁচ শ ৰূপ পাব লাগে। আমাৰে মহাৰাজাৰে এজিসে কাৰণে প্ৰীতি হব লাগে। পাচে মহাৰাজা বোলে, আমাৰ মামু গোবিন্দক ধৰি নিলে। এতিয়া তাক কিয় এৰি দিম ? শৰণাগতক এৰি দিব পায় নে কি ? এই কথা শুনি বঙ্গাল গুছি গ'ল। আৰু একদিনা কুকুৰ মেলি বঙ্গালে পহু খেদিছিলে। পাছে ৰাতি এজাৰ হ'লত হেন্দাল কুকুৰ আহি আমাৰ পানীত সোমালহি। বঙ্গালে অনেক ৰূপে কুকুৰ খুজিলে, আমাৰ চকীয়ালে নেদিলে। এই এক কথা। ইবোৰ কাৰণে বঙ্গালেৰে আমাৰ প্ৰীতিগোট ভাগিল ; পুনৰ্ব্বাৰ যুদ্ধ লাগিল। পাচে বঙ্গালে পাই আমাৰ খৰিভাৰী মানুহ দুটাক ধৰি, এটাক কুকুৰেৰে কামৰাই মাৰিলে, এটাক আধামৰা কৰি ধৰি লৈ গ'ল। চকীয়ালৰ মুখে এই কথা শুনি আমাৰ বৰুৱা ফুকনবোৰে কাজলীমুখলৈ গৈ, বঙ্গালক খেদি গৈ, পাণ্ডু শৰাইঘাটত কোঠ দি ৰ'লগৈ। ১৫৫৫ শক। বঙ্গালো লোকজনে সমে অসমক সন্মুখে আছিল। বিৰাম খাঁ আহি শৰাইঘাটত আছিল, সত্ৰাজিত আছিল মাজালী বালিত, আলেক ছাহ আগ চকী দি অশ্বক্ৰান্তত আছিল।

চুকুৰি নাও সাজি লৈ চেক্ ফৰিদ্ নবাব, ভতাই মামুদ এই দুই ৰৰলিয়াৰে উজাই হৃষিকেশক ধৰোগৈ বুলি উজাই গ'ল। পাচে আমাৰ কলঙ্গু সন্দিকৈয়ে সিহঁতক কঁৰিয়ালে, ৰ'ব নোৱাৰি হুহকি গ'ল। পাচে আমাৰ মানুহ তিনিটা দক্ষিণ কুলে অসুৰৰ আলিৰপৰা

বঙ্গালে ধৰি নিলে, তাৰে দুটাক হাজোত শূলত দিলে, এটাক কুহুৰেৰে খুৰাই মাৰিলে। তেবে আমাৰ খাংলাই চেটীয়াই দিৰ্ম্মিহালত বঙ্গালৰ গড় মাৰিলে, ঘোঁৰা পালে ৯টা, হিলৈ ১৭টা, তৰোৱাল ডুকুৰি। আৰু হৰি ডেকাই চামুৰীয়াত গড় মাৰিলে, কামাল খাঁ মোগল

**দিৰ্ম্মিহাল আৰু চামুৰীয়া গড়**

পৰিল, ঘোঁৰা পালে ৩টা, তৰোৱাল পালে চৈধ্যখন আৰু যি বঙ্গাল আছিল, সিবোৰ উত্তৰলৈ পাৰ হৈ গ'ল। সেইবেলা পৰীক্ষিতৰ সৰু পুতেক চন্দ্ৰনাৰায়ণে গাভৰুৰ (বৰফুকননীৰ) কাষক পঠাই নেওক বৰফুকনলৈ কৈ পঠালে বোলে, পাণ্ডুৰ থানাদাৰ

**চন্দ্ৰনাৰায়ণ**

সত্ৰাজিতে আমাক বঙ্গাললৈ ধৰি দিব খোজে, লোকজন দি মহাৰাজালৈ জনাই আমাক ৰক্ষা কৰক। বৰফুকনে মহাৰাজালৈ এই কথা জনাই পঠালে। মহাৰাজাই শুনি, চন্দ্ৰনাৰায়ণক নিৰ্ভয় দি, তালৈ সোণৰ হাৰ এগছ, কঁৰিয়া এযোৰ, ৰূপ দুহেজাৰ, ৰূপৰ বটা ১টা, পিতলৰ জবা ১টা, বেৰাৰে সহিতে কাঁহী ১ যোৰ, বেলা ১ খন, গাৰু তলিছা ১ যোৰ, কাপোৰ ৫৫ খন, এইখনি বস্তু আৰু লগত দু'হেজাৰ মানুহ দি, কমললোচন কটকীক বৰফুকনৰ কাষত পঠালে। বৰফুকনেও হৰিডেকা, বলাই হাজৰিকিয়া সহিতে মানুহ দু'হেজাৰ আৰু স্বৰ্গদেৱৰ বঁটা-বাহন সমে কমললোচনক চন্দ্ৰনাৰায়ণে স্বৰ্গদেৱৰ বঁটা-বাহন প্ৰসাদ সেৱাকৈ লৈ, আমাৰ দুই হাজৰিকিয়া সহিতে সত্ৰাজিতে থানাদাৰক খেদি গৈ, কৰৈবাৰী সীমাকৈ মহাৰাজাৰ আজ্ঞায়ে ৰাজ্য ললে। আমাৰ মহাৰাজাও দোপগড় বান্ধি, হাট পাতি, এই নিৰ্ব্বন্ধ কৰিলে বোলে, এই গড়ৰপৰা চৌটাঙ্গ নোহোৱাকৈ ইয়াৰ ভিতৰত নগা সোমাব নাপায়।

**মুছলমানৰ ১১শ আক্ৰমণ***

পাচে বঙ্গালে শৰাইঘাটত যুদ্ধ ধৰিলে। আমাৰ বৰুৱা ফুকনবোৰেও কাজলীৰ পৰা গৈ, বঙ্গালক খেদি গৈ, পাণ্ডু-শৰাইঘাটত কোঠ দি ৰ'লগৈ। সত্ৰাজিতেও হহকি গৈ আগিয়াঠুটিৰ মাজালিবালিত ৰ'লগৈ। পাচে এদিন নাৰে যাওঁতে, গুৱাহাটীৰ চকীয়ালে বঙ্গালৰ

---

* মাৰ্চমেন্ চাহাবৰ "History of Bengal" বোলা কিতাপত এটা আক্ৰমণৰ কথা উল্লেখ আছে। সেইটোও ঠিক এই সময়তে। ইং ১৬৩২ চনত বঙ্গদেশৰ চুবাদাৰ কাছিম খাঁৰ মৃত্যু হয়। তাৰ পাছত আজিম খাঁ সেই পদত অধিষ্ঠিত হয়। এওঁৰ দিনত আহোম ৰজাই হেনো বঙ্গদেশত কিৰাকিৰি অত্যাচাৰ কৰেগৈ। দিল্লীৰ সম্ৰাটে এইবিলাক অত্যাচাৰৰপৰা আত্মৰক্ষা কৰিবৰ অসমৰ্থ দেখি আজিম খাঁক ভাজি, ইচলাম খাঁ মুছমদি নামেৰে এজনক তেওঁৰ বিষয়ত পাতে। বঙ্গামাটিৰ নবাবক যুদ্ধত হৰুৱাই আমাৰ স্বৰ্গদেৱে এই মুছমদি বঙ্গদেশত শাসনকৰ্ত্তা হৈ থাকোতেই ৫০০ নাৱ মাৰত আমাৰ সেনা-সামন্ত কিছুমান দি, চুবাদাৰক জোকাবলৈ পঠালে। মুছমদিয়ে সেই সময়ত আৰাকান আদি জয় কৰি, বঙ্গদেশৰ সীমা বৃদ্ধি কৰি আছিল। আমাৰ সেনাবিলাক এই সময়ত জাকে জাকে বঙ্গদেশত সোমাবলৈ ধৰিলেগৈ। ঢাকালৈকে নৈৰ দুয়ো পাৰে এই সেনাবিলাকে গাঁওভুঁই লুটি নিবলৈ ধৰিলে। বাঙ্গালৰ চুবাদাৰে ইয়াৰ বুজ পাই, আমাৰ সেনাৰ লগত সম্মুখ যুদ্ধ কৰিবলৈ সাজু হৈ আছিল। আমাৰ সেনাবিলাকে শিক্ষিত মোগল সৈন্যৰ লগত যুদ্ধত তিষ্ঠিব নোৱাৰিলে। মুছলমানবিলাকে আমাৰ নাওবিলাকত জুই লগাই দিলে। নাৱৰীয়া কিছুমান বাম উঠি পলাল, প্ৰায় ১০টা মান দুৰ্গ জয় কৰি, বহুত বস্তুবাহানি লুটি নিলে।

এই আক্ৰমণৰ আৰু পৰাজয়ৰ কথা আমাৰ দেশৰ কোনো বুৰঞ্জীত কিন্তু পাবলৈ নাই।

খোচাংবেগক কাটিলে। নবাবে উপৰি আব্‌দুল ইচলাম নবাব আৰু মুচুদ্দি নবাব, সি দুয়ো তাপি হাজোত আছিল। ধৰ্ম্মনাৰায়ণ ৰজা সনে খাংলাই চেটীয়াই পাণ্ডুক গড় দিলে, তাতে ৰজালৰ পিতলৰ ছিলৈ এটা পালে। পাচে ৰজালে নাৱে উঠি যুদ্ধ দিলে, পাচে আহোমে চাপি নধৰে, মাত্র কাষৰপৰা কাঁড়-গুলি মাৰে। ৰজাল মাজেদি উজাই আহি মুৰীয়া পৰ্ব্বত পালেহি। সেই বেলা হাবুদ চেটীয়া, কং কং চেটীয়া নাৱতে থাকি নাও মেলিব নোৱাৰিলে। দিহিঙীয়া নওগ পলাল, মণি হাজৰিকীয়া লুকাল। আনো মানুহ নাও কাষৰক চপাই উঠিল। ৰজালে আমাৰ তিনিখন নাও পাই নিলে, আনো নাও-পাতি ধৰোঁতা নহ'ল। কাষৰপৰা আমাৰ মানুহে কাঁড়-গুলি মাৰোতে ৰজাল উলটি গ'ল। সেইবেলা নেওগ বৰফুকনে অমাবুৰিৰ বৰ ওখ শিলত উঠি ৰজালৰ লোকজন চাইছিলে, পাচে ৰজালে দেখি গুলি মাৰিলে, মুখত গুলি লাগি বৰফুকন পৰিল, আহিন মাহ, অষ্টম বাৰ, শক ১৫০৭। সেইবেলা বৰুৱা-ফুকন সকলোৱে আলচি, মুঁজাক লোকবোৰে বোলে, আমাৰ সেনাপতিয়ে পৰিল, এতেকে আমাক এখন লান্‌মাখ্ৰু চেটীয়া হালধি ঠেলাই পালি পাচি থাকোক্‌। পাচে মহাৰাজাই যাক দিয়ে দিব। স্বৰ্গদেৱে শুনি,

**হালধিঠেলা বৰফুকন**

ফুকন ৰাজখোৱাক খংকৈ, হালধিঠেলাক বৰফুকন পাতিলে। আৰু মোমাই তামুলী বৰবৰুৱাক সকলোৱে ওপৰত নেওগ পাতি, গণাই বৰুৱাক লগত দি, মাজালী বালিলৈ ৰজাল মাৰিবলৈ পঠালে। মহাৰাজা বচনেও সকলোকে দাই ধৰি এইবুলি পঠালে বোলে, ৰজালক নধৰি সিহঁতে উমলিছে আছে। বৰুৱা ফুকনবোৰে পাচে মহাৰাজাৰ খং হেন জানি সমস্তে আলচি মাৰে তবে ৰজালক খেদি ধৰিলেগৈ। মাজালী বালিত নাও-নাৱৰা আহিলা-পাতি ৰজালৰ বিস্তৰ পালে; সত্ৰাজিত ইয়াৰকুলিয়ে পলাই গ'ল। অসমেও মাৰে-তবে বগৰীবাৰী মান খেদি নিলে। পাচে চাকাৰপৰা চেৰখাঁয়ে, মিঞা চান্দে চাৰিকুৰিমান বাচকৰেৰে আহি বগৰীবাৰী পালতহি, তাৰ লগ পাইহে সত্ৰাজিতে ইয়াৰকুলি ৰৰাই নাৱে তজাই, তেৰ হেজাৰ কৈন্দক সন্মুখে গড় দি ৰ'লগৈ।

পাচে ৰজালে আগিয়াঠুটিত তিনিদিন থাকি, তাৰপৰা ওলাই যুদ্ধ দিলে। দুই-ভিতিৰ লোক সমান। যুদ্ধ হ'ল, ৰজালে তথাপি আহোমৰ গড় তুলিব নোৱাৰিলে। কলম্বু মল্লিকৈ পৰিল। চাৰিঙীয়া ফুকনৰ তামেক গলত কাঁড় লাগি মৰিল, লেচাম ভাং

**চাৰিঙীয়া ফুকন**

তামুলী গুলী লাগি পলাল। ৰজালে গড় বান্ধি সত্ৰাজিতে ৰিবে তাতে থাকিল। তাত পাচে ৰজালে বাৰবাৰ গোৰাপ আগ কৰি মাৰে যুদ্ধ দিলে; আহোমৰো সমস্তলোকে নাৱেৰে দিনে-ৰাতিয়ে যুদ্ধ কৰিলে। পাচে কাঁড়-গুলী ঢুকাল। কতো বেলি অন্তৰে ৰহিব নোৱাৰি বৰফুকনৰ মানুহ যুদ্ধ এৰি পলাল, তাকে দেখি আনো নাও এৰি পলাল। তবে ৰজালে নাও বহুখন পাই ধৰি নিলে আৰু আমাৰ পেটকটা ছিলৈ এটাও নিলে।

এইমতে এক মাহ যুদ্ধ কৰে ; তথাপি কাৰো ভঙ্গ জয় নাই। কতো কতো আহোমে বঙ্গালৰ খৰিতাৰীক ভুমি ভুমি কাটে, মূৰ আনিলো বুলি বটা নমায়। এই যুদ্ধৰ ব্যৱস্থা মহাৰাজা সমস্ত জানিলে। তেৰেসে লিকচৌৱানৰ বৰুৱাক পঠালে, বোলে প্ৰথমে

**লিকচনৰ বৰুৱা চোৰাংচোৱা**

ঘিৰোৰ পলাল, তাৰ শইকীয়াবোৰৰ মূৰ কাটি আনি দেখাব লাগে। উপৰি চৈকেলা হাৰি চাওভাঙ্গ দিলে আৰু নাৱে বৰফুকনক বঙ্গাল ধৰিব দিলে। পাচে বৰফুকনে ইয়াৰপৰা চোৰাংচোৱা পঠালে বোলে, কেনে সজাগৰে বঙ্গাল থাকে, তাক ভংকৈ আহগৈ। চোৰাংচোৱাই চাই আহি বোলে, পুঁৰতি নিশা বিনা যতনে থাকে। বৰফুকনে বোলে, তোৰ কথাত কেনেকৈ ভাৰসা কৰিম ? পাচে চোৰাংচোৱা গৈ ধোঁৱাৰ ঠাইত গৰু বান্ধি থৈ, ধোঁৱা লৈ আহিল। তাৰ ধোঁৱাধাঁহীয়ে বোলে, ধোঁৱাৰ শিং গজিল। নৰাৰে উঠি দেখে, ধোঁৱাৰ ঠাইত গৰু এটা বন্ধা আছে। মৰ্ত্তা লগাই চালে ধোঁৱা নেদেখিলে। এখেত চোৰাংচোৱাই বঙ্গালৰ ধোঁৱাৰ মূৰ এটা কাটি আনি দেখালেহি। পাচে বৰফুকনে বোলে, ই কথাত সঞ্জাত নাযাওঁ। যদি ইচলামখাঁৰ ধোঁৱা-খোৱা আনি দিব পাৰ, তেহে সঁজাত যাওঁ। পাচে চোৰাংচোৱা আকৌ গ'ল। নবাবৰ চাকৰৰ লগত ভিতৰ সোমাল, ৰাতি শেহনিশা সকলো শুলে, চোৰাংচোৱাই ধোঁৱাপাত লগাই ধোঁৱাখোৱা চুৰকৈ লৈ আহি বৰফুকনত দেখালেহি। বৰফুকনে তাতো সঞ্জাত নগ'ল। তেওঁৰে পুতেক অভয়পুৰীয়া ৰাজখোৱা চোৰাংচোৱাৰ

**অভয়পুৰীয়া ৰাজখোৱা শলগুৰীয়া ৰাজখোৱা**

লগত আছিল। তেওঁ আহিল। তেওঁৰে চোৰাং-চোৰাৰে কথা একে আহিল ; তেহে বৰফুকন সঞ্জাত গ'ল। তাত পাছে নাৱে সন্দিকৈৰ বৰৱা, অভয়পুৰীয়া ৰাজখোৱা, শলগুৰীয়া ৰাজখোৱাসকলে যুগুতি হৈ প্ৰভাতে নাৱে-ভৰে বঙ্গালক চাপি ধৰিলে। বঙ্গালো সচকিত হৈ ভাগি পলাল। আহোমে নাৱে-ভৰে খেদি নি ৰাক পালে কাটিলে। কতো আহোমে নাৱে ভৰে খেদি গৈ ওচৰ পায়গৈ, বঙ্গালেও এবাৰ নোৱাৰি হেন জানি, তাও, লাহৰি, পামৰি, দলিছা এইসকল পানীত পেলাই এৰাই যায়। তাকো আহোমে নধৰে ; কোনোটে যদি ল'ব খোজে, কাটিবৰ ভয়ে সিও নলয়। পাচে বঙ্গাল পলাই যাই মাজুলী বালিত পৰিল। আৰু সাতদিন আগে সত্ৰাজিতৰে যুদ্ধ কৰি মিৰ হাজোক গ'ল ; গোৰাপ নাও সাতখন পৰিল ; ৰাচক ভেৰকুৰি, বৰহিলৈ একশত ; তবকি পাঁচশত, তৰোৱাল তিনিশত, বৰ্দ্ধা একশত, জমাদাৰ ৪৪, খণ্ডৰা ৪০, নাৱৰ কোকৰা ৪টা। এইমতে বঙ্গালৰ সমস্তে পলাই গ'ল।

আমাৰ হালধিঠেজা বৰফুকন থাকিল পাণ্ডুত ; সমস্তে বৰুৱাবোৰে গৈ হাজোক বেৰি গড় দিলে। সেই বেলা থাওমূন্দৰ পুতেক থাওক্যাও টংচু সন্ধিকাই গড় মহ'ল-মানে হাতী আগকৈ আছিল। পাচে কোঠ সাজ নৌহওঁতেই বঙ্গালে আহি হাতীৰে

কোঠৰ গড়ত ধৰিলেহি। টংচু সন্ধিকাইৰ লগৰ লোকজনে গুলীয়ালে, হাতীৰ কপালত গুলী লাগিলত, হাতী উলটি ভাগিল। হাতীৰ ভঙ্গে বঙ্গালো ভাগি হুহকি গ'ল। পাচে অসমে বঙ্গালক ভেটি গড় দিবৰ দেখি, বঙ্গালে বোলে, আমি যুদ্ধ এৰিলো, আমাক ধৰ্ম্মপথ দিওক, আমি দেশক যাওঁ। এইবুলি কাকুতি কৰি বাট মাগিলে, তথাপিতো মহাৰাজাত ভয়ে বৰফুকনে নেৰিলে। এইমতে একমাস গ'ল। পাচে বঙ্গালে খাইবাক নাপাই গড়ৰ ভিতৰত শুকাই বিবুদ্ধি হ'ল। আমাৰ মানুহে কাঁৰৰ আগত চাউলৰ টুপলি মাৰি পঠায়? এই কথা মহাৰাজাই শুনি দাই ধৰি পঠালে। বঙ্গালে উট, বলধি মাৰি খালে। পাচে একো মতে নোৱাৰি, বঙ্গালৰ মুছদ্দি নবাবে গড ওলাই বৰফুকনত ৰৰিলহি। আব্দুল ইচলাম নবাব প্ৰমুখো মিৰ্জা খাঁ, ফুজুল বেগ, মিৰ্জা কুচন, সেৰাই ৰজা, মহম্মদ ৰামছাহ, আৰু কৰ্ম্মচান্দ, এইসকল আহি মোমাই তামুলী বৰবৰুৱাত ৰৰিলহি। পাচে বৰবৰুৱাই সেইসকলক ধৰি, মহাৰাজাৰ ঠাইলৈ বন্দী কৰি দি পঠালে। এইসকলক ধৰি দি পঠাবৰ দেখি, মিৰে বোলে, মই পাৎসাৰ চাকৰ, পাৎসাৰ লোণ কেমনে হাৰাম কৰিম? এইবুলি কোঠৰ ভিতৰতে যুঁজি, অসমৰ দুই-চাৰি মানুহ মাৰিহে মৰিল, তাৰ লগৰ লোক সমস্তে যুদ্ধ কৰি মৰিল। তাত পাচে সেই বেলা আমাৰ মানুহে বঙ্গালক কচু কটা দি, হাজো উচ্ছন্ন কৰিলে, ১৫৫৮ শকৰ মাঘ মাহত। আৰু কতোখিনি বঙ্গালক ধৰি মহাৰাজাৰ ঠাই পঠালে। তাত হাতী পালে ৯টা, ঘোঁৰা চাৰি কুৰি, হিলৈ ছয় শত, তৰোৱাল দুই শত, পিতলৰ বৰ কামান ১০টা।

তাত পাচে সেই ধৰি অনা বঙ্গালখিনিয়ে ফুকনক খঙ্গে মহাৰাজাক গোচৰ দিলে বোলে, চন্দন কাঠৰ চালপীৰা (ৰূপৰ খুৰা, সোণৰ চিৰি মৰা) আৰু কচি গুটীয়া পোৱাল, মুক্তা আৰু আমাক নিদানত পৰিবৰ শুনি মহাৰাজালৈ বুলি আমাৰ পাৎসাৰে পেৰা ১টা দিছিল, তাত কি আছিল, আমি তাক নেজানো। আৰু গুৱালকুচিৰ আঠ কুৰি তাঁতীয়ে পাৎসাৰ পাট কাপোৰ বইছিল, তাক বৰফুকনে ৰাখি, তাঁতীবোৰক দি দক্ষিণকুলত পাতিলে নি, জানো মহাৰাজাৰ ৰাজ্যত ঠাই নাই? আৰু এই সকল বস্তু মহাৰাজা পাইছে নে নাই? বঙ্গালবোৰে এইদৰে ক'লত বৰফুকনক নিয়াই মহাৰাজা সুধিলে বোলে, এই বস্তুসকল পোৱা আছে কি নাই? বৰফুকনে বোলে, এই বস্তু ময়ো পোৱা নাই, আনেও পাবৰ শুনা নাই। পাচে মহাৰাজা এই কথাতে দায় ধৰি, লানমাখৰুৰ নেওগৰ বৰফুকনক কাটিলে। তাত পাচে পিকচাই চেটীয়াক বৰফুকন পাতিলে; কতো দিন অন্তৰে সেয়ে মধুপুৰত গড় দি ৰ'লহি। তাক সমুখে গৈ ডেকা দুৱৰা আৰু টংচু সন্ধিকাই, ই দুয়ে সোন্দাত গড় দিলেগৈ। বঙ্গালেও খেদি আহি সোন্দাত তিনি প্ৰহৰ

**পিকচাই চেটিয়া বৰফুকন**

বেলি যুঁজিলে—পাচে বঙ্গালে আহোমৰ গড় ভাঙ্গিব নোৱাৰি আপুনি ভাগি বাৰে

পইত্তাক গ'ল। শক ১৫৫৯। সেইবেলা মহাবাজা মোমাই তামুলী বববকবাকো, গণাই বৰুৱাকো, দুইকো নেওগ ববফুকনৰ সমে মিল হেন দেখি বন্দী কবি থ'লে।*

তাত পাচে ধৰ্ম্মনাবায়ণে খুনলাই চেটীয়াই উত্তমক ভজালে। উত্তম বুধ নগবৰ জমিদাবৰ বেটা, বঙ্গামাটিৰ নবাবৰ কিছুমান লোকজন সহিতে আহি, আমাৰ মহাবাজাৰ আশ্রিত ধৰ্ম্মনাবায়ণৰ বাজ্য আক্রমণ কৰিছিলে। পাচে উত্তমো থিহিব নোৱাৰি, পলাই বৰনগৰত সোমালগৈ। আহোমেও খেদি গৈ, উত্তমৰ ছোৱাকুৰ্ম্মা ( ছোৱা=ছাৱাল, কুৰ্ম্মা=মিতিৰ কুটুম্ব ) সহিতে বস্তুজাত লুৰি আনিলে, তাৰ ঘৰো পুৰিলে। উত্তমেও

* পিকচাই চেটীয়া ববফুকনৰ সম্বন্ধে এনে প্রবাদ আছে যে তেওঁ গুৱাহাটীত ববফুকন হৈ থাকোঁতে, বঙ্গালৰ লগত আমাৰ বণ হয়। কিন্তু তেওঁৰ নিজৰ ঘৰতে নিতৌ বাম-বাৱণৰ যুদ্ধ। তেওঁৰ দুগৰাকী ভাৰ্য্যা। এই দুগৰাকী সতিনীয়ে দিনৌ চুলিয়া-চুলি কবি হাই-কাজিয়া কবি থাকে। ববফুকনে সেই কাজিয়াৰ আউল ভাঙিব নোৱাৰি ফুল-চন্দন পিন্ধি থমথম্ কবে চাই থাকে। যৈণীয়েক দুজনীৰ এজনীকো ধমকি নিদিয়ে, জানো সিবিলাকে ৰণচণ্ডী হৈ ববফুকনকে অপমান কৰে। ববফুকনে এইদৰে ঘৰৰ কন্দলত লাগি থাকোতে বঙ্গালে দেশ ছাবখাৰ কবিবলৈ ধবিলে। তথাপি তেওঁ বণ কবিবলৈ যাবলৈ অলপো সময় নাপায়। বত্ন কন্দলি, মাধৱ কন্দলি আৰু বিৰিণা (?) এই তিনি কটকীয়ে গৈ পিকচাই ববফুকনৰ খেলন-ভুলনৰ কথা স্বৰ্গদেৱৰ আগত গোচৰ দিলেগৈ। স্বৰ্গদেৱে পিকচাইক লোৱা দি বন্দী কবি থ'লে। যৈণীয়েকহঁতৰ অবিয়াঅবি ভাঙিব নোৱাৰি বাজকাৰ্য্যত আওহেলা কবি পিকচাই চেটীয়া ববফুকন বজাৰ বন্দীশালত বন্দী হৈ আছে। এই হেন মহাপুৰুষক চাবলৈ আইকুঁৱৰীৰ বৰ হেপাহ হ'ল। ( হেপাহ হোৱাবেই কথা। ) আৰু সেই অৰ্থে স্বৰ্গদেৱত ক'লেগৈ বোলে, পিকচাইক কেনেকৈ থৈছে, মোৰ চাবলৈ বৰ মন গৈছে, মই চাওঁগৈ। স্বৰ্গদেৱে জানিছিল, যৈণীয়েকহঁতৰ লগত চুপতি কবি, পিকচাইৰ মাতবোল বৰ বেয়া হৈছে। কেতিয়া কাক অংচন বোলে, ঠিক নাই। বজাই আইকুঁৱৰীক ক'লে বোলে, পিকচাই বৰ বেয়া মানুহ, তাক তুমি একো নুসুধিবা। আইকুঁৱৰীয়ে বন্দীশাললৈ আহি দেখিলে, ববফুকন পিকচায়ে ঘৰত যেনে থম্-থমকৈ বহি থাকে, বন্দীশালতো সেইদৰে বহি আছে। কুঁৱৰীয়ে পিকচাইক সুধিলে, "কি কবিছা পিকচাই!" পিকচাই বোধহয় কবি আছিলে। পিকচায়ে ক'লে—"পৈয়েৰে থৈছে ঠিক চাই।" কুঁৱৰীয়ে আহি মহাবাজাক পিকচাইৰ এই উত্তৰৰ কথা ক'লেহি। বজাই পূৰ্ব্বৰ হাক-বচন মনত পেলাই ক'লে বোলে, মই তোমাক তেতিয়াই নকৈছিলো বোলো তাক একো নুসুধিবা। সতিনীৰ প্রতাপত বাজকাৰ্য্য অবহেলা কৰা পিকচাই ববফুকনলৈ আইকুঁৱৰীৰ বৰ বেথা লাগিল। তেওঁ বজাক খাটি-লুটি পিকচাইৰ লোৱা কাটি মুকলি কবি নিজঘৰলৈ আকৌ সতিনী বণলৈ পঠালে। পিকচাইৰ মৃত্যুৰ ১৫৫৯ শকত সৰুচকুৱা গোহাঁই ববফুকন হ'ল। পিছত এই কথা বাজ হৈ পৰিল যে পূৰ্ব্বৰ তিনি কটকীয়ে পিকচাই ববফুকনক কিছু বস্তু খুজিছিলে, তাক নাপাইহে সেইদৰে তেওঁৰ বিৰুদ্ধে স্বৰ্গদেৱত গোচৰ দিলেগৈ। পিকচাই কিন্তু এলা-পেচা মানুহ নাছিল। ববফুকনৰ বিষয় হেৰুৱাই বজাৰ বিৰুদ্ধে তেওঁ আনৰ দৰে দ্রোহ আচৰা নাছিল। পাছলৈ পিকচাই যুদ্ধৰ সেনাপতি হৈছিল; আৰু বীৰবৰ মোমাই তামুলী বববৰুৱাৰ সৌঁ হাত হৈ নানা ঠাইত বঙ্গালক পৰাস্ত কবি অসমৰ বলবীৰ্য্যৰ মান অটুট ৰাখিছিল। কলিয়াবৰৰ দক্ষিণে মোমাই তামুলী আৰু উত্তৰে পিকচাই চেটীয়া অসমৰ সেনাপতি আছিল আৰু মুছলমান সেনাপতি আলিয়াৰ খাঁৰ লগত আমাৰ সন্ধিৰ প্রস্তাৱ হয়, তাত পিকচাই চেটীয়া আৰু মোমাই তামুলীৰ পূৰ্ণ হাত আছিল। তেতিয়াবেপৰা উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি অসমৰ সীমা নিৰ্দ্ধাবিত হয়। পিকচাই ববফুকনে অসমৰ এই সীমা নিৰ্দ্ধাবিত কবি দিয়ে।

অসমৰ দগা দি বিস্তৰ লোকজন কাটিলে। তাত পাচে আলিয়াৰ খাঁই, আলা মহম্মদ খাঁই, এই দুই আহি চুনবিত কোঠ দি বহিলহি। অসমৰো লাইফুলজাৰ ফুল বৰুৱাই, ডেকা চুৰবাই, ধৰ্ম্মনাৰায়ণ ৰাজা সমে চুনবিৰ গড় ভাঙি বঙালক ভগাই, বৈকি, গো-মৰা, ভাখলি, পুঠিয়া এই চাৰি ঠাইত কোঠ দিলে, আৰু বঙালক তাৰো পৰা মাৰি কাটি খেদিলে। বঙালো গৈ ভাটৌকুঁচিত বহিলগৈ। খুন্‌লাই চেটিয়া, ধৰ্ম্মনাৰায়ণ ৰজা, ডেকা ছুৰবা, ফুল বৰুৱা লাইফুলজাৰ, এই সকল প্ৰমুখ্যে আমাৰ লোকজন কলাপানীত কোঠ দি বহিল, কাঁৰে ভলীয়েও পায়, মতামতিও কৰি থাকে; বঙালে সহিতে এহিমতে দুইমাস গ'ল। তাত পাচে চাহজাহান্‌ পাৎসাৰ খাইৰ পুত্তেক ইচলাম্‌ খাঁ; সেই খায়ে পাৎসাত গোচৰ কৰিলে বোলে; আবদুল ইচলামে খাইছিল এক তন, পাৎসা চাহাৰে খাইছিল এক তন। যুদ্ধত অসমে ইচলামক ধৰি নিলে; তাৰ প্ৰতিকাৰ পাৎসাৰে এখন কৰে কি নকৰে? পাৎসা বোলে, ভাল, মই তাৰ হাবাসা বুটলিম। এই বুলি মিৰ্জা জাহিনা, আলিয়াৰ খাঁ, এই দুইক যুদ্ধলৈ পঠালে।

**ফুল বৰুৱা**

সেইবেলা বুঢ়াগোহাঁই যৈদৰ সকচকুৱা গোহাঁয়ে বস্তুকন্দলী, মাধৱকন্দলী, বিৰিণা এই তিনি কটকী সৰে ৰবফুকন পিকচাই চেটীয়াক দায় ধৰি বোলে, তুমি যে গুৱাহাটীতে মাছ-পহ মাৰি আছা, যৱনগৰতে আমাৰ লোকজন বঙালে কাটে, তেওঁ তুমি বাৰ্ত্তা নোপোৱা। এইবুলি মহাৰাজাৰ আজ্ঞায়ে দায় ধৰি উজাই গ'ল। তাত পাচে মহাৰাজাত গোচৰ দিলে বোলে, পিকচাই ৰবফুকনে মহাৰাজা দেৱৰ কাৰ্য্য কাম কি কৰিব? দুই তিকতাৰ কন্দলকে তেওঁ ভাঙিব নোৱাৰে। আকৌ ফুকনক নিতৌ চন্দন পিন্ধি মহি থকাহে দেখো, দুই তিকতাকো ফুল পিন্ধাই চাইহে থাকে। এতেকে এওঁ ৰবফুকনে স্বৰ্গদেৱৰ কি কাৰ্য্য-কাম কৰিব? এইকথা শুনি মহাৰাজা পিকচাই চেটীয়া ৰবফুকনক লোৱা দি আনি গড়ৰ কাষৰ হাতীশালত বন্দী কৰি থৈ, সকচকুৱা বুঢ়াগোহাঁইক পূৰ্ব্বকথা স্মৰি ৰবফুকন পাতিলে আৰু পাতুত থাকিব দিলেগৈ।

সেইবেলা ফুল বৰুৱাই ৰাতি দগা দি বঙালৰ দুখন গড় মাৰিলে, আপোনাৰ গড়লৈ দুপৰৰ ৰাট উঠি আহিল। তাতে লাইফুংত্যাও সন্দিকৈয়ে বিস্তৰ গালি পাৰিলে। ফুল বৰুৱাক বোলে, গড় যে মাৰিলি, কিয় এৰি আহিলি? পাচে ফুকন বৰুৱাবোৰে উলটি ভজোৱা গড়তে অসন্তোষকৈ থাকিলগৈ। পাছদিনা প্ৰথমে ফুল বৰুৱাক বঙালে ধৰি নিলে; আনো লোক যি আছিল, পাচে তাকো ধৰি নিলে।

**সকচকুৱা (বুঢ়াগোহাঁই) ৰবফুকন**

আমাৰ লোকজন গৈ বঙালকো মাৰি তিনি বেলি হোহকালে; হাতে হাতে কটাকটি কৰিলে; তথাপিতো কেৰে ঘূঁচ নেখিলে। এইৰূপে তিনি প্ৰহৰ বেলা গ'ল; তথাপিতো গড় ভাঙিব নোৱাৰিলে। পাচে বঙালৰ যি উৰিয়াবোৰে যুদ্ধ কৰাইছিল,

সেইসকলে উঠি ধৰিলে। আহোমৰ লোক সকলো ভাগৰি আছিল; সেপকো সিদিন নোবাৰিলে; কাঁৰগুলিও চুকাল; কাৰো-কেৰে যথাৎ নহ'ল। তেৱে সকলো গড় এৰি পলাল। আৰু চুৰম গড় ৰজাৰ মাজতে সাতাগি ৰহিল; তাকো আহোমে ৰাত্ৰি ভাঙিলেগৈ। শক ১৪৫৫, মাহ ৮, দিন ২৪। পাচে দুইদিন অন্তৰে দুল বকৰাৰ তাৰেক পলাই আহিল। পাচে মিৰ্জা জাহিৰা, আদিৰাম খাঁ, মকুৰ খাঁ, মহম্মদ দুৱা, ৰামচন্দ্ৰ কাজী, উজৰ, মিৰচান্দ, এইসকল একত্ৰ হৈ ৰাতে পইতাৰ কোঠ ভাঙিলে। তথাপি এক প্ৰহৰ বেলা যুঁজিহে এৰিলে। আহোমৰ বিস্তৰ লোক পৰিবৰ দেখি ৰণে নোবাৰি ভাগিল, পেংলোঙা কোঁৱৰ পৰিল, টংচু সন্দিকাই, লাচায় হাবি এই দুই পলাই এবাৰ আহিল, শক ১৪৫৭। যিবা ভগনীয়ালোক পলাই আহিল, সিও পাছু পালেহি, যিবা সকচমুৱা গোহাঁই বৰফুকন সেনাপতি হৈ আছিল, তেওঁকো ৰাতে ধৰিলে। এতেকে মহাৰাজা জানি, পুনৰ পিকচাই চেতিয়াকে বৰফুকন পাতিলে। আৰু ৰৰজিপাত্ৰ, খঁৰাধৰা কোঁৱৰ এই দুইক পঠালে। সেইবেলা মসুৰহাসনো ভাগি আহি পাছু পালেহি। সেইবেলা মিৰ্জা জাহিৰাসমে ৰজালে আহি তৎকালে ধৰিলেহি। সাতত দিন ৰাত্ৰি গোটমাত্ৰ হ'ল, সজুকিৰ (সজুকা=মূৰ্চ্ছিত বা অজ্ঞান হোৱাৰপৰা পুনৰ জ্ঞান পোৱা) নাপালে। এতেকে ভগনীয়াৰ সঙতে ৰৰজিপাত্ৰ, খঁৰাধৰা কোঁৱৰ, এই দুয়ো কাজলীৰ কোঠ এৰি কলিয়াবৰ পালেহি।

**পিকচাই চেতিয়া বৰফুকন (২য় বাৰ)**

পাছু গৰাইখাটত একাঠি কাঁৰ মাৰোঁতা নহ'ল। আৰু যত নাও পাতুত আছিল, সবে ৰজালে দিলে। পাচে এই সকলো কথা মহাৰাজালৈ জনালে বোলে, মহাৰাজা সৰ্বথেৰে এটা পঁতিয়াল মানুহ দিলেহে যুঁজিব পাৰোঁ। পাচে সেইকথা শুনি মহাৰাজা খোমাই তামুলী বৰ-বৰুৱাক দূৰলৈ পঠালে, পিকচাই বৰফুকনকো পাচিলে। উজৰে বৰফুকন সেনাপতি, দক্ষিণে খোমাই তামুলী বৰবৰুৱা সেনাপতি। সেইবেলা পৰ্বতীয়া পিলিঙা বৰগোহাঁই, দিহিঙিয়ালৰ তকুলাহচু বুঢ়াগোহাঁই, লাহু বৰপাত্ৰ পলাবৰপৰা গ'ল, কলিয়াবৰত গড় বান্ধি ৰহিলগৈ। ৰজালেও খোলৰৰ মাজেৰে গোতিটাক আছিল। উৰলীত পাণী চাই উলটি কাজলীলৈ গ'ল।

**মুছলমানৰ ১২শ আক্ৰমণ**

**তকুলাহচু বুঢ়াগোহাঁই**

পাচে তিনিজনা গোহাঁয়ে মহাৰাজালৈ এইকথা জনাই পঠালে বোলে, মহাৰাজা আজ্ঞা দিওক, আমি কাজলীতে ৰজাদক ধৰোঁগৈ। সৰ্বথেৰে বা কি বোলে? এইকথা শুনি মহাৰাজা বোলে, গোহাঁইবোৰ অধন মানাৰ, আৰু ফুকন-বৰুৱাবোৰক পঠাই দিওক। তথাপি সিবোৰে গোহাঁই চেতিয়া প্ৰমুখ্যে গোহাঁইবোৰে কলজেদি খেদি গৈ, পিকচাই চেতিয়া বৰফুকন লৌ পাতজেই, ৰজাদক ধৰিলেগৈ। এইকথা শুনি মহাৰাজা গোহাঁই-বোৰক ভাল বুবুলিলে। বৰুৱা ফুকনবোৰে গৈ আঠাৰিৰ ৰজালেৰে যুঁজিলে, দিলে

দ-পকাশ পৰিল। ইন্নাবকুলি পৰিল। পাচে গোহাঁইবোৰে বোলে, একেদিনে ঢপ্ কৰি বঙ্গালক মাৰিব লাগিল। এইবুলি বৰবৰুৱাৰ নাও আগে গ'ল ; বঙ্গাল ঘুপিতে থাকিল, তাক নাজানি আমাৰবোৰে খেদি গ'ল। তাৰেও হতাহতি যুঁজ লাগিল। পাচে বঙ্গালো ঘুপিবপৰা ওলাই পাছৰপৰা বৰবৰুৱাক ভেটিলেগৈ। বৰবৰুৱা এৰাৰ নোৱাৰা হেন দেখি, নাৱৰপৰা উঠি দেওদি পলস বোকাত পৰিল ; বঙ্গালে খেদি পাছে পাছে গ'ল। মোমাই তামুলী বৰবৰুৱাত বঙালে সুধিলে বোলে, তোমাৰ বৰুৱা ফুকনবোৰ কেনি গ'ল ? বৰবৰুৱাই বোলে, সেই বাটে গ'ল। পাচে মোমাই তামুলী বৰবৰুৱা পলস বোকাৰপৰা ওলাই, উজাই গৈ নাৱত উঠিল। পাচে সকলো ভঙ্গ হ'ল ; লোকজন উঠি পলাল। গোহাঁইবোৰো নাৱৰ ভঙ্গ দেখি গা ৰাখি আছিল। তকৰাও যুদ্ধ এৰি আছিল, টংচু সন্দিকৈ তৰোৱালৰ ঘা পাই এৰাই আছিল। শুকুলা-হুডু বুঢ়াগোহাঁই মাত্ৰ পাছত থাকি নাৱৰ লগ নেৰিলে। আমাৰ বিস্তৰ লোক পানীত পৰি মৰিল ; নাৱৰ আহিলা-পাতিও বিস্তৰ পৰিল ; যেনে তেনে আহি কলিয়াবৰ পালেহি। পাচে মহাৰাজা শুনি যুদ্ধ এৰি পলাই অহা দুই-একক বিচাৰ কৰি কাটিব দিলে। কংকং চেটিয়াক, বিহুৱা বৰাক আৰু গলমণি প্ৰমুখ্যে আনো শইকীয়া, হাজৰিকীয়া বহু কাটিলে ; তিনিজনা গোহাঁইকো খঙ্গিলে। পাচে মহাৰাজা ঢুখকৈ, চিৰিংডাং প্ৰমুখ্যে আনো লোকজন সহিতে, গোহাঁইবোৰৰ নাও-নাৱৰা কাঢ়ি, বৰবৰুৱাৰে বৰফুকনৰে হাতত দিলে। মোমাই তামুলী বৰবৰুৱাক দক্ষিণ কুলত দিলে। পিকচাই চেটিয়া বৰফুকনক উত্তৰ কুলত থাকিব দিলে। আৰু গোহাঁইবোৰক আপোনাৰ বিলতীয়াল লোকেৰে চামধৰাত থাকিব দিলে। সেইবেলা ১৫৬০ শকৰ ভাদ্ৰ মাহত মিৰ্জা আহিয়া আহি বৰকৈয়ণীত পানী জুখি চাই ৰহিলহি।

পাচে আমাৰ তিনিজনা ডাঙৰীয়া, বৰুৱা ফুকনবোৰ লোকজন সহিতে চামধৰাত ৰহিল। পাচে বঙ্গাল উজাই গৈ মৰি-ভৰলীৰ মুখত ৰ'ল। বলিতনাৰায়ণে বঙ্গালক কিছু দি থৈ তাতে থাকিল। পাচে আমাৰ চামধৰাৰ গড় বান্ধিবৰ নিমিত্তে, সেইবেলা মোমাই তামুলী বৰবৰুৱাই ডাঙৰীয়াসকলেৰে আৰু ফুকনবোৰেৰে আলচি বোলে আমাৰ যে গড় প্ৰাকিত-থাম তিয়াৰ হোৱা নাই, এতেকে যেমনে তিয়াৰ কৰি ল'ব পাৰো মানে, বঙ্গালৰ গালৈ মানুহ পঠাই ভাৰসা ৰাখিবলৈ তোমালোক সকলোৰে কি বোলাইক ? পাচে সকলোৰে বোলে, উত্তম যুকুতি। এইবুলি বঙ্গাললৈ মানুহ পঠাই, ভাৰসা ৰাখিবলৈ স্থিৰ কৰি, বৰফুকনৰ লগুৱা মনাই বৰা, অভয়পুৰীয়াৰ সনাতন, ডিপমীয়াৰ চন্দ্ৰা, এই তিনিক বঙ্গালৰ গালৈ পঠালে, সিহঁতো বঙ্গালৰ গালৈ গ'ল। পাচে বঙ্গালে আমাৰ তিনি কটকীক নি বোলে, তহঁতৰ বৰবৰুৱাই তহঁতক কি কাৰণে পঠাইছে ? তিনি কটকীয়ে বোলে, নবাবসকল যে আহিছে, কি কাৰণে আহিছে ? লেচাইকে মনে আহিছে নে, কি মনে আহিছে; তাক আমাক কৈ পঠাওক। পাৎসাৰে পাৎসাৰেহে লেচাই,

আমাৰ সঙ্গে পাৎসাৰ কি লেচ়াই আছে? আমাৰ বৰবৰুৱা কহি পঠাইছে বোলে, যি খোজে আমি তাকে দিতে ৰাজী আছোঁ, হাতী লাগে ধৰি দিম, আৰু মৰিচ, আগৰ কাঠ, আনো যি বস্তু লাগে দিম। বঙ্গালে বোলে, বনৰ হস্তী, আগৰ কাঠ, আলুক, সোণা, এইসকলে যদি দিয়ে তেবে আমি লেচ়াই নকৰোঁ। কটকী তিনিয়ে আহি এই কথা জনালত, বৰবৰুৱাই বোলে, ভাল, দিয়া হ'ব, মহাৰাজা স্বৰ্গদেৱলৈ জনাই, আমি এই সকল দিম; আৰ অৰ্থে কি কন্দল কৰিম? পাচে স্বৰ্গমহাৰাজাৰ পাটলৈ ছয়মাসৰ বাট; আমাক দিন দিওক। নবাবে শুনি তিনি পখলৈ দিন দিলে। আমাৰ মাৰবপৰা বৈছা এটা পলাই ৰ'ল; কটকীয়ে বিচাৰি নেপাই গুচি আহিল। সেই কথা বৰবৰুৱাত ক'লেহি, বৈছাটো থাকিবৰ কথা ক'লত বৰবৰুৱাই অসন্তোষ কৰিলে।

পাচে সেই বৈছাক বঙ্গালে পাই, নবাবৰ আগ কৰিলে। নবাবে তাক বোলে, কটকীয়ে যি কৈছে, হয় নে নহয়? তই কি জান? সি বোলে, সকলো মিছা। তোমাক আশা দি চামধৰাত বাতিয়ে-দিনে গড় বান্ধিব ধৰিছে। পাচে তাক বোজবাজ দি বাখি থ'ব দিলে। পাচে আমাৰ লোকে বাত্রিয়ে দিনে "গড়প্ৰাঙ্কিত খাম" তিয়াৰ কৰি বঙ্গালৰ গালৈ পুনৰ্ব্বাৰ দুই মানুহ পঠাই এই বুলি ক'লে বোলে, বনৰ যি হস্তী খুজিছে হাতী ছাবি তাৰ লাদকো নেদিওঁ, আগৰ কাঠ ছাবি জগা কাঠকো নেদিওঁ, সোণা ছাবি লুইতৰ বালি তাকো নেদিওঁ, ভাল সিবোৰে যুদ্ধ কৰিবলৈ আহিছে, যুদ্ধকে কৰোক। এই কথা গৈ আমাৰ কটকী সনাতনে ক'লত, বঙ্গালে দাই ধৰি বোলে, জান যে লেচ়াইকে মনে আওৱে, তবে হাৰামজাদা! আগে তই কেনে জুঠ্ বাত্ কহিলি? এইবুলি আমাৰ কটকীক বান্ধি পানীত পেলাব দিলে। কটকীৰ লগত সোণা দুই তোলা আছিল, তাকে বঙ্গালক দি বোলে, বাবা! আমাৰ চকীৰ পোনে দি পানীত পেলাবি। বঙ্গালেও সোণা পাই, আমাৰ চকীৰ। পোনে পানীত পেলাবলৈ নিওঁতে, আমাৰ কটকীয়ে আমাৰ চকীয়ালত আটাহ পাৰি বোলে, মহাৰাজা স্বৰ্গদেৱৰ শৰণ! বঙ্গালে আমাক পানীত বান্ধি পেলায়। তইঁতে আমাক খেদি ধৰহি। আমাৰ চকীয়ালে শুনি খেদি গ'ল; বঙ্গালেও দুই কটকীক পানীত পেলালে। আমাৰ চকীয়ালে পাই দুই কটকীক (সনাতন আৰু চলা) তুলি আনিলে। বৰবৰুৱাই শুনি বোলে, তই যেভিয়া আহিলি সকলো হ'ল; গড় বন্ধাও হ'ল।

পাচে এই যুদ্ধৰ ব্যবস্থা মহাৰাজালৈ জনাই পঠালে, আৰু বোলে, আহিলা-পাতি ঢুকাইছে। মহাৰাজা বোলে, এখেৰপৰা আহিলা-পাতি যত্নকৈ দি পঠাম, যুদ্ধ নেৰিব। এইকথা শুনি, দক্ষিণে বৰবৰুৱা সৰ্দ্দাৰ হ'ল, তিনিগোহাঁই থাকিল চামধৰাৰ পূৰে, পানীত হ'ল পিকচাই বৰফুকন সৰ্দ্দাৰ। আত পাচে একদিনা বঙ্গালে আগবাঢ়ি আহি চামধৰাত বৰগোহাঁইৰ গড়ত ধৰিলেহি। তাৰ লগে বেহাৰৰ প্ৰাণনাৰায়ণো আহিছিলে চাৰিদণ্ড বেলি থাকিবৰেপৰা গধূলিলৈকে বৰমাইৰ যুদ্ধ হ'ল। বঙ্গালৰ ঘোঁৰা, মানুহৰ

শৰে গড়খাৰৈ উপচি গ’ল। দক্ষিণকুলে যুদ্ধ নহ’ল। এনেতে পানীত এটা যুদ্ধ কৰিলে। বঙাল চাৰধৰাৰপৰা আহি দুই মুনিশিলা পালেহি। গদাই ডেকা, পানীফুকন, মোৰাই তামুলী বৰবৰুৱাৰে লগৰে। পাচে পিকচাই বৰফুকনে বৰবৰুৱাক বোলে, আমি ৰণ হাৰিলো। বৰবৰুৱা বোলে, পানীফুকন নাইকিছে, আমি কিয় ৰণ হাৰিম? বৰফুকনে বোলে, হাৰিবলৈ কি আছে? বঙাল উঠিলগৈ। পাচে বৰবৰুৱাই ৰণ ধৰিলেগৈ, বঙালক কাটি-মাৰি উজাই দিলে। দুইতো তেজে বহি গ’ল। বঙালে নাৱে লোৱাবিলে। গধূলি ভৰলীৰ পাৰ হৈ ৰ’ল।

**পানীফুকন**

**দুই মুনিশিলাৰ যুদ্ধ**

শক ১৫৬০। পাচে মহাৰাজা শুনি পানীফুকনক কৰতে চিৰিব দিলে। পুনৰ্বাৰ উত্তৰকুলে বঙালে চাৰিবেলাৰ খাট দুৰি গড়ত ধৰিলে। আমাৰো তিনিজনা গোহাঁই, বৰবৰুৱা, বৰফুকন আৰু আনো ফুকন, বৰুৱা সহিতে সমস্তে প্ৰাণক তাৰি যুদ্ধ কৰিলে। বঙাল যদি ই কৈন্দ পৰে, আৰু এক কৈন্দে উঠি ধৰে। এইমতে বাৰংবাৰ যুঁজি বঙাল পৰিল। চৈয়দ কাণ্ডি আৰু বঙালৰ এই চিপাই মৃত্যুক লগপি গড় উঠিলহি; তাক তৎকালে মাৰিলে। পাচে দিক্ৰাই নদী, গড়খাৰৈ বঙালৰ শৰে উপচি গ’ল। সেই সময়ত আমাৰ আহিলা-পাতিও কিছু চুকাল, গোৰৰ সহিতে পানী ভপতাই লাহনিৰে বঙাললৈ মাৰে, আৰু দীঘল জোৰ লগাই দাঁৰিত জুই দি, হিলৈৰে কোবাই বঙালক খেদিলে। পাচে তিনি দিন অন্তৰে মিৰ্জা° জাহিয়া, আলিয়াৰ খাঁ, মহম্মদ জুম্মা, মাচিম খাঁ, ইচ্ছ পিজৰ, মিয়াচান্দ, প্ৰাণনাৰায়ণ, ৰামচন্দ্ৰ কাজী, উত্তম এই সমস্তে ভাগি গ’ল। গুৱাহাটীত আলিয়াৰ খাঁক কৈ বোলে, আমাক একো প্ৰকাৰে বে লোৱাবো, আহিলা-পাতিও চুকাল, এতেকে আমি পাৎসাৰ ঠাইক যাওঁ, যি ৰূপে গুৱাহাটীত লোকজনে সহিতে ৰহিবি, সেইৰূপে কৰিবি। এই বুলি মিৰ্জা জাহিয়া উটিয়াই গ’ল। আমাৰো চকী কাজলীত দিলেহি। মোৰাই তামুলী বৰবৰুৱা কলিয়াবৰত ৰহিলগৈ।

বৰবৰুৱাই আগৰকাঠ, হাতীদাঁত, জালুক, এনে আনো বস্তু চকীয়াল দফিকীয়াল হাজৰিকীয়ালৈ দি, বৰফুকনে নজনাকৈ বেহা কৰাই তাৰ যি বস্তু পায়, হাজৰিকীয়াই তেওঁত দিয়েগৈ, বঙালেও বৰবৰুৱাৰ অনুমতিয়ে আলিয়াৰ খাঁত দিয়েগৈ। পাচে একদিনা হাজৰিকীয়া বঙালৰ চকীয়ালক বোলে, তোৰ মানুহ বেহা-কিনা কৰিবৰ শুনিলে, বৰফুকনে আমাক কাটিব; আলিয়াৰ খাঁ শুনিলে তইঁতক মেৰিব। এতেকে তইঁতে নবাবক জনাবি, ময়ো বৰফুকনৰ ঠাইত জনাওঁ। বঙাল চকীয়ালে সেইকথা আলিয়াৰ খাঁত কলত, সেক মেদা কটকীত কৰি দুই ঘোৰা দি বৰফুকনেৰে প্ৰীতি হ’ল। আমাৰ কটকী সনাতন, চন্দাৰ কাণু সতকে গতাগত হ’ল। তেলাইক চুবৰীয়া পাতি দিলে; বঙালেৰে সাউদৰ চৌদত হাট হ’ল; অসুৰৰ আলি বৰনদীকে অসম আৰু

**মুছলমানেৰে সন্ধি স্থাপন অসম ৰাজ্যৰ সীমা নিৰূপণ**

বজালৰ লীলা কৰিলে। আমাৰ দুই কটকী শ্ৰীকান্ত ভ্ৰমৰা, আৰু সনাতন, এই দুইৰ হাতে মোমাই তামুলী বৰবৰুৱা এক লিখা পত্ৰ দি আলিয়াৰ খাঁলৈ, এইবুলি পঠালে যোলে সেই থানৰ কাৰ্য্য-কাম তোমাৰ ওপৰ, ই ঠাই আমাৰ ওপৰ। অতএৱ তোমাৰ মনে যেমত ভাল, প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎকালে লিখিবা। এমন হৈলে তোমাৰ আমাৰ মৈত্ৰিক সফল ৰহিব ; আৰু বাকী সমাচাৰ সনাতন ও শ্ৰীকান্ত ভ্ৰমৰাৰ মুখে জ্ঞাত হৈবা ; কিমধিকং বিজ্ঞবৰেষু। ইতি।

সেই দিন ধৰি বঙ্গালেৰে আমাৰে প্ৰীতি হ'ল ; কটকীও গতাগত হবলৈ ধৰিলে। পাচে বঙ্গালৰ কটকী সেক মেদা ৰ্ষৰ্গ মহাৰাজাৰ পাত্ৰমন্ত্ৰীৰ বলাবল বুজিবৰ অৰ্থে গড়ঁ-গাঁৱলৈ আহিল। সি উলটি গৈ আলিয়াৰ খাঁত কলেগৈ যোলে, বুঢ়া ৰাজা নহয়, সাক্ষাত মহাদেৱ, মোমাই তামুলী বৰুৱা নহয়, সাক্ষাত নন্দি ; যি থানত থাকে সেই থান কৈলাস। এই দুই থাকে মানে সি ৰাজ্যলৈ মুখ কৰিব নোৱাৰি। পাচে আলিয়াৰ খাঁই ভেলাইৰ হাতত কচিওটীয়া মুকুতা এধাৰ দিলে। ভেলায়ে যোলে, ইয়াক কিয় দিলা? নবাবে যোলে, মহাৰাজাক দি, পাৰহে হাতি আনিবি। আৰু সেক মেদা কটকীৰ হাতে বৰবৰুৱালৈ বুলি, সন্দেশ সহিতে এক লিখা পত্ৰ দিলে। পত্ৰ এই :—"স্বস্তি সকল মঙ্গলাগাৰ বিবিধ গুণালঙ্কৃত ৰত্নাদি সলিল নিৰ্ম্মল যশোৰাশি পৰিপূৰিত কলেবৰ শ্ৰীযুত বৰবৰুৱা সুচাৰু চৰিত্ৰ বিচিত্ৰ মন্ত্ৰীবৰেষু। সৌহাৰ্দপূৰ্ব্বক লেখনং কাৰ্য্যঞ্চ ইথানেৰ কুশল। তোমাৰ কুশল মঙ্গল হামেচা বাঞ্ছি। পৰং তোমাৰ ফৰ্‌মান্ নজৰেত জানিলাম। দিন দিন দোস্তি হামৰাহ হৈবেক। অতএৱ তোমাৰ আমাৰ মধ্যে কিঞ্চিত দিলগিৰ নেস্ত আৰু তুমি বুলিছ, উত্তৰে বৰনদী, দক্ষিণে অসুৰ আলি, ইতিমধ্যে তোমাৰ আমাৰ নাকবুল ফিৰিবেক। এই মৰ্মে তোমাৰ যশ প্ৰতিষ্ঠা বাঢ়িতেছে ; আৰ দুই দলেৰ গো ব্ৰাহ্মণ সুখে ৰহিল, যমাসন দুহানাৰ স্থপা দি হৈলে ওগয়ৰহ মলুকেৰ লোৱাসি হৈবেক ; আওৰ বদ্‌নাম কিছু না ৰহিবেক।

আৰ তোমাৰ উকিল সনাতন ও শ্ৰীকান্ত ভ্ৰমৰা ইহানাৰ সঙ্গেও আমাৰ আদমি সৈক্ মেদা ও আকাদহ তোমাৰ সেখানে ভেজিতেছি। শ্ৰীযুত ৺থানে হজুৰ কৰায়া দশপাঞ্চ বোজত ফিৰি পঠাইবা। এমত হৈলে তোমাৰ আমাৰ কিছু সন্দিগ্ধতা না ৰহিবেক। আৰ ভ্ৰমৰাৰ মুখে সমস্তে জানিবা। অধিক কি লেখিম? আপুনি সমস্তে জান্ন। তোমাৰ নিমিত্তে সন্দেশ-বাণ্ডা ১, লঙ্গ ২ মোনা, চিনি ২ মোন, ৰূপৰালী পটুকা ৩ গছ৴ সোণোৱালী ৩ গছ, সুগন্ধাৱালা ২ সেৰ, জঁাইফল ১ মোনা, ঘোঁৰা ২। ইতি শক ১৫৬১ ; মাস মাঘ।'

সেক মেদা আৰু আকাদহে আহি সন্দেশ সহিতে বৰবৰুৱাক লিখাপত্ৰ দিলত, বৰবৰুৱাই পুনৰ্ব্বাৰ শ্ৰীকান্তৰ হাতে আঁলিয়াৰ খাঁ নবাবলৈ, সন্দেশ সমে এক পত্ৰ দি পঠালে। সেই পত্ৰ এই :—"স্বস্তি নিখিল গুণৈকধাম সৰ্ব্বোপমাযোগ্য শ্ৰীযুত নবাৱ আলয়াৰ খাঁ শুভাশয়েসু। সস্নেহ পূৰ্ব্বক লেখন কাৰ্য্যঞ্চ এথা কুশল ; তোমাৰ কুশল-

সৰ্ব্বত্ৰে চাহি। পৰং সমাচাৰ এহি, তোমাৰ উকীল সেকমেলা ও আকাদহ এই দুইজন মনুষ্য পঠাইছিলা, সে আসি পহুছিল। ইহানাৰ মুখে তোমাৰ কুশল শুনিয়া পৰম সন্তোষ হৈলো। আৰ তুমি বুলিয়াছ, উত্তৰে বৰনদী, দক্ষিণে অসুৰ আলি এমত বন্ধনিবন্ধানুক্ৰমে দৃঢ় কৰা হ'লে উভয়ানুপক্ষে ৰক্ষা যায়। সে ধৰ্ম্মে তোমাৰ আমাৰ যশ প্ৰতিষ্ঠা দিন দিন অত্যন্তানুৰূপ বাঢ়িতে যাইব। খালী না হৈবেক। এমত যে সুপাৰিচ লেখিছ, এগোট উত্তম কৰিছ। কিন্তু বৰ মনুষ্যৰ প্ৰীতকাৰাৰ কদাচিৎ নাকিবে। সেই যেমন উত্তৰোত্তৰে ৰক্ষা পায়, তাক কৰিবা: আৰ তুমি যে বুলিছ, দশ-পাক্ষ বোজত উকীল পহু চাইবা, সেই বচনত থাকি আমৰা চান্দত ✓চৰণত সমুজাই কৰাইলো। ✓ ও যেমন কথা হৈল, তাক তোমাৰ উকীল সমস্ত কহিবেক। পৰং পূৰ্ব্বাপৰেও নবাবসকলেৰে গুৱাহাটিত থাকি কথাবাৰ্ত্তা, অনেক হোৱা কয়। আৰও লিখি যে অদ্যাৱধি সেখানৰ কাৰ্য্যকাম ভাৰ তোমাৰ ওপৰ, ইঠাই আমাৰ ওপৰ। অতএৱ তোমাৰ মনে যেমত ভাল, প্ৰতিভাসে তবে প্ৰত্যুত্তৰ তৎকালে লিখিবা। এমত হৈলে তোমাৰ আমাৰ মৈত্ৰিক সফল ৰহিবেক। আৰ বাকী সমাচাৰ শ্ৰীকান্ত ভ্ৰমৰাৰ মুখে শ্ৰুত হৈবা। কিমধিকং। আৰ তোমাৰ অৰ্থে সন্দেশ, হাতী দাঁত ১৪, গান্ধ ২৭, কলিয়া চামৰ ২০, মৰিচ ৬০ সেৰ, খড়্গ ২, সোণেৰে মলমা কৰা কটাৰি ২ খন। ইতি। সন ১৫৬১ মাহ জ্যৈষ্ঠ, তেৰিখ ১৪।"

বঙ্গালৰ দুইকটকীক ৰূপোৱালী জামা সোণালী পাট সহিতে বঁটা দিলে; দুইকে ৪০০ পকা ৰূপ আৰু আনো অনেক বস্তু দিলে। সমস্ত গুনি নবাব খোছাল হ'ল। সেই বেলা ভেলায়ে আলিয়াৰ খাঁই দিয়া মুকুতা মহাৰাজাক দেখালে। মহাৰাজা বোলে, দবাবে মুকুতা কিয় দিছে? ভেলায়ে বোলে, ইয়াকে দি হাতী মাগিছে। মহাৰাজা বোলে, বৰবৰুৱাক দেখুৱা আছে কি নাই? সি বোলে, দেখুৱা নাই। ৰজা বোলে, বৰফুকনৰ হাতত দিবি নি, ফুকনে যি বোলে, তাকে কৰিবি। এইকথা ফুকনে আগে শুনিলে, পাচে ভেলায়ে গৈ মণি দেখালে আৰু সকলো কথা বাৰ্ত্তাকো ক'লে। বৰফুকনে খংকৈ ভেলাইক বাৰে কুৰি কিল মাৰিলে। লগতে বেজো চাৰবৈ দিলে। পাঁচ দিনৰ মূৰত ভেলাই ভাল হ'ল। বৰফুকনে বোলে, মণি ওলোটাই দিবি নি, সি সোধেইতে কবি বোলে, ডাঙ্গৰীয়াৰ ল'ৰাৰ ভৰিত যি মুকুতা পিন্ধাইছে, তাতকৈ ভাল, মুকুতাও সৰু, এতেকে নেদেখালো। আৰু স্বৰ্গমহাৰাজাৰ দেশত হাতী ধৰে; কোনো দেশত ভাল হাতী পালে কিনিও আনে। নাৱত হাতী তোলে, নাও যিমান বহে, তাতে চিনদি, সেই প্ৰমাণে ধন দমাই, পালে এনে মূল্যে কিনে। আলিয়াৰ খাঁত এইৰূপে কবি, এই বুলি পঠালে। ভেলায়ে এইৰূপে ক'লত, নবাবে বোলে, সকল কথা বুজিলো। সেই দিনৰ পৰা বঙ্গালৰ লগত প্ৰীতিতে আছিল।

সেইবেলা যোমাই তামুলী বৰবৰুৱাই হাকনি দাকনী পৰ্ব্বতত লগাই ডাঙ্গৰকৈ গড় বান্ধিলে। আৰু কছাৰীৰ চন্দ্ৰমলনাৰায়ণ (ইন্দ্ৰনাৰায়ণ নামেও জানে) বৰবৰুৱাৰ

পাছে উজান দলেকে কাশ্মীৰেজকে সন্দেশ-পত্ৰ সহিতে প্ৰীতিৰ কাৰণে পঠালে। বৰ-বৰুৱাই সিইঁতক পঠাই বোলে, ধৰ্মেশ্বৰ বজাই তইঁতক কোনখান বুলি পঠাইছে। পত্ৰতো এই মৰ্মে লিখিছিলে বোলে, স্বৰ্গদেৱ যি মতে বৰবৰুৱাক (মোমাই তামুলী বৰবৰুৱা তেতিয়া স্বৰ্গদেৱৰ আজ্ঞায় কলিয়াবৰত আছিল গৈ)। গো-ব্ৰাহ্মণ বক্ষাৰ হেতু বৰ নবাৰ পাতি থৈছে, ময়ো সেই সীমাত সেইৰূপে নবাৰ পাতি থৈছোঁ। এতেকে স্বৰ্গদেৱে সহিতে আমাৰ প্ৰীতিগোট চলিবৰ নিমিত্তে তুমি যতনে থাকিবা। পাচে বৰ-বৰুৱাই পত্ৰত এনে বিধাৰণ শুনি, দুয়ো কটকীত দায় ধৰি বোলে, মই স্বৰ্গদেৱৰহে বন্দী; স্বৰ্গদেৱৰহে শক্ৰক কাটি-মাৰি খেদাবৰ নিমিত্তে আমাক নবাৰ পাতি থৈছে কাৰণেহে আতে আছোঁ, তোমাৰ বজাই যে বোলে, ময়ো নবাৰ পাতি থৈছোঁ, মই কছাৰী বজাৰ নবাৰ নে কি? কছাৰী বজা কাহানি মোক বৰবৰুৱা পাতি থৈছে? যাতো স্বৰ্গদেৱে বঙ্গালক কাটিব মাৰিবলৈ থৈছিল; এখন বঙ্গাল কাটি-মাৰি খেদালো। এনেই যে এখনো এই সীমাতে বৈ আছো, কছাৰীৰ থলেপৰ্বতে তাৰ ৰাজ্য মাৰি আনিবৰ নিমিত্তেহে সন্মুখে ৰহিছোঁ। ভালে যাতো তইঁতে প্ৰীতি মাগিলিহি, এতেকেহে একো নকৰি আছোঁ। যদি প্ৰীতিক বাঞ্চা আছে, পূৰ্বাপৰক ধাৰণে পত্ৰ-সন্দেশ লৈ আহগৈ। আহিলে প্ৰীতিগোট চলিব। ময়ো সকলোজনৰ হিত চিন্তি দুই তিন মাস আতে অপেক্ষা কৰি থাকিম। তাত পাচে, বিধান নহব, আপুনি দেখিবিহঁক। এইখান বুলি, কাকত ফালি, বৰবৰুৱা, দুই কটকীক খেদাই পঠালে।

সেইবেলা উত্তৰ কুলত হাতী ধৰিলে আৰু উত্তৰ কুলবপৰা বাৰভূঞাক ভাজি পাৰকৈ আনি দক্ষিণকুলত পাতিলে আৰু বুঢ়াগোঁহাই, বৰগোঁহাই, বৰপাত্ৰ এই তিনি

**বাৰে বিলাইত, দেৱৰ গাঁৱৰ দ'ল**

জনাক বিলাইত পাতি বাঁটি দিলে। ইয়াৰে এখৰ-ছুখৰকৈ ফালি বাৰে বিলাইত পাতি, বাইজকো হাজাৰীবৰীয়া কৰি সকলোৰে ওপৰত, ফুকন, বৰুৱা, ৰাজখোৱা, হাজৰিকা, বৰা এনে নিয়ম কৰিলে। পাচে স্বৰ্গদেৱে মোমাই তামুলী বৰবৰুৱাৰ হতুৱাই দেৱৰ গাঁৱৰ দৌল পকাকৈ বন্ধালে, ১৫৩১ শকত।

পূৰ্বে যি কালত এইজনা বজাদেৱে উত্তৰ কুলত হাতী ধৰিবলৈ গ'ল, সেইসময়ত বাৰভূঞাই সোণ এচক, ৰূপ এচক ভেঁটি স্বৰ্গদেৱক সেৱা কৰিলে। পাচে স্বৰ্গদেৱে বোলে, মই আহিলতহে সেৱা কৰিছইঁক; আনকাল দেখোঁ তইঁতৰ সেৱা পোৱা নাই? ভূঞাবোৰে বোলে, স্বৰ্গদেৱৰ আমি শৰণীয়া বন্দী; এইৰূপে বছৰি দিয়ে আছোঁ।

**ভণ্ডাৰী গোঁহাই**

আগৰেপৰা যাতো স্বৰ্গদেৱে ভণ্ডাৰী গোঁহাইকে অধিকাৰী কৰি দিছে, এতেকেহে তেওঁৰ হাতত আমি বছৰি এইৰূপে দি, স্বৰ্গদেৱলৈ সেৱা জনাই আছোঁ; স্বৰ্গদেৱে পাইছে নাপাইছে তাক আমি নাজানো। এইকথা স্বৰ্গদেৱৰ মনত থাকিল। তাত পাছে ভণ্ডাৰী গোঁহাইৰ

তামুলী, ভণ্ডাৰ কলীয়া এইবোৰেও স্বৰ্গদেৱত গোচৰ দিলে বোলে, পূৰ্বে সোন্দৰ গোঁহায়ে কছাৰীক মাৰিব পাৰিলহেঁতেন ; যাতো স্বৰ্গদেৱৰ বিশ্বাস ভাঙি ভণ্ডাৰী গোঁহায়ে সোন্দৰ গোঁহাইলৈ কৈ পঠালে বোলে, খাঁৰৰ জীয়েকক চাদৰলৈ আনিবলৈ হৈছে। সোন্দৰ গোঁহায়ে সেইকথা শুনি, মনত দুখে-অপমানে ৰাজকামলৈ হেলা কৰিলে ; এই কাৰণেহে ৰাজকামত বৈগুণ্য ঘটিল। আঁখেক গোঁহায়ে কেঁৰা গোঁহায়ে স্বৰ্গদেৱক সেৱা কৰিবলৈ আহিব খুজিছিল। পাচে সেইসময়ত ভণ্ডাৰী গোঁহায়ে মানুহ পঠাই বোলে, সিহঁত দুয়ো ইঠাইৰপৰা পলাতক, পালে মহাৰাজা সিহঁতক সুদাই নেৰে। এইবাৰ্ত্তা পাইহে সিহঁতো গৈ ভাগি পৰীক্ষিতৰ তাত সোমালগৈ। এয়ো এক কথা। মহাৰাজাৰ এইকথাও মনত থাকিল। আৰু পাচে তাঁতী, সোণাৰী, নগৰীয়া এইসকলো লোকেও গোচৰ দিলে বোলে, ভণ্ডাৰী গোঁহাইৰ পুতেকহঁতে সকলোৰে জাতিকুল ল'লে, আমি ৰ'ব নোৱাৰোঁ। পাচে স্বৰ্গদেৱে শুনি বোলে, ইহঁতৰ কথা আগেও মই বিস্তৰ শুনিছোঁ। ৰাজকামত কষ্ট পাইহে একো নুবুলিলোঁ এতিয়া তাৰ পুতেকহঁতে এনে কাম কৰিব পায় নে কি ? এই দায় ধৰি, ভণ্ডাৰী গোহাঁইৰ পুতেকহঁতক মাৰিলে ; পৰে বাপেককো মাৰিব দিলে। পাচে ভণ্ডাৰী গোহাঁয়ে বোলে, ল'ৰাহঁতে বঢ়া কাম কৰিলে ; স্বৰ্গদেৱে সিহঁতক মাৰিলে, ভাল কৰিলে, স্বৰ্গদেৱে বুঢ়া বন্দীৰ দেহাটো ৰক্ষা কৰক। স্বৰ্গদেৱে শুনি বোলে, পূৰ্বে আখেকৰ জীয়েকক ৰাখিবলৈ সুধিলত, সিয়ে যে বোলে ; যি গছৰ আগ তিতা, তাৰ গুৰিও তিতা। এতিয়ানো তাক কেনেকৈ ৰাখিম ? এইবুলি ভণ্ডাৰী গোহাঁইকো মাৰিব দিলে।

**বৰবৰুৱা "নামজানী ৰজা"**

পূৰ্বে মোমাই তামুলী বৰবৰুৱা কলিয়াবৰত থাকোতে কছাৰীৰ ইন্দ্ৰমলনাৰায়ণ ৰজাই উমাদলৈকে ( উজান দলৈক ) কাশী নাথকে ( কাশীনাথ ) পঠাই, পত্ৰ-সন্দেশ দি বৰবৰুৱা নাম গুচাই "নামজানী ৰজা" বুলি নাম লিখি, দুই কটকীক পঠালে। পাচে দুই কটকী আহিলত, বৰবৰুৱা ভুলি, পত্ৰ শুনি স্বৰ্গদেৱলৈ জনাই পঠালে বোলে, মই স্বৰ্গদেৱৰ বন্দী, বন্দীক যে ৰজা হেন বুলি আহিছে, এমন বিধাৰণ পত্ৰত কিয় লিখিব ? এইৰূপে দায় ধৰিবলৈ মনকৈ স্বৰ্গদেৱলৈ জনাই পঠালে। স্বৰ্গদেৱে শুনি বোলে, মোৰ বৰবৰুৱাক যে ৰজা হেন বুলিয়ে মানিছে, মোৰ যশস্যাক ডাঙৰকৈ বঢ়াইহে আহিছে। ইয়াত একো দোষ নাই। এইবুলি দুই কটকীক বোজ বাজ দিবলৈ দিলে। সিদিনাৰপৰাহে বৰবৰুৱাক "নামজানী ৰজা" বোলে, ৰজা এৰৰ, বৰবৰুৱা এৰৰ বুলি কয়। তাত পাচে কছাৰীৰ দুই কটকীয়েও পূৰ্বৰ ধাৰণে সন্দেশ সহিতে আহি, অনুক্ৰমে ডাঙৰীয়াসকলৰ ঠাইত, স্বৰ্গদেৱৰ ঠাইতো সেৱা কৰি প্ৰীতিৰ কাৰণ কহিলে। স্বৰ্গদেৱে বোলে· প্ৰীতিৰ কাৰণ হৰ্মেশ্বৰে কহি পঠাব পায়, যাতো আমাৰ পূৰ্বাপৰৰ ধাপিত সাক্ষিত। আমিও সেই কাৰণে সৌহাৰ্দ্দ প্ৰীতিতে আছোঁ। তুমিহে সৌহাৰ্দ-

প্ৰীতিগোট ছেদ কৰিয়া, এখন পুনৰ্বাৰ ধৰ্মপথক স্মৰি তুমি যে আগমনকৈ পঠাইছা, এমনে বহিলে কিসক তোমাৰ প্ৰীতিগোট চলিব? এইৰূপে পত্ৰ লিখি, আমাৰ শীতলীয়াল, মাধৱ কন্দলিক লগত দি উজান দলৈ উমাকে, কাশীনাথ বেজকে বিদায় দিলে। কছাৰী বজাত কটকীইঁতে গৈ সেইৰূপে ক'লত, কছাৰী বজাই থাপিত-সাক্ষিত বুলিবৰ শুনি বোলে, ভাল, মহাৰাজা যিসকলক থাপিছে-সাক্ষিছে, সেই সকলহে থাপিত-সাক্ষিত বুলিব পায়। আমাকো যে থাপিত-সাক্ষিত বুলিছে, স্বৰ্গদেৱে পূৰ্বাপৰৰ কথাক সুমৰি, কন্যা দি থাপিবাক মনেহে বুলিছে। স্বৰ্গদেৱৰ বচন কেনে অন্যথা হব? ভাল, আমাকো কন্যা দি থাপক। এমনে পত্ৰত লিখি, পূৰ্ব ধাৰণে সন্দেশ সহিতে কাশী বেজকে উজান দলৈ উমাকে লগত দি আমাৰ মাধৱ কন্দলিকে শীতলীয়ালকে বিদায় দি পঠালে। সিইঁতো আহি স্বৰ্গদেৱৰ ঠাইত, তিনিজনা ডাঙৰীয়াৰ ঠাইতো, পত্ৰ-সন্দেশ সহিতে কন্যাৰ কাৰণ কহিলে। স্বৰ্গদেৱে বোলে, ভাল, বজাৰ ভাইবেটা পঠাই নিয়াৰ পাৰেইঁতে, মই কন্যা দিম। এই বুলি পত্ৰ-সন্দেশ সহিতে আমাৰ দুই কটকীক লগত দি, কছাৰী কটকীক বিদায় দিলে।

পাচে কছাৰী কটকী কাশীনাথ আৰু উজান দলৈ সহিতে আমাৰ দুই কটকী পত্ৰ সন্দেশ সহিতে কছাৰী বজাৰ ঠাই পালেগৈ, ইফালে আমাৰ বুঢ়াবজা স্বৰ্গদেৱৰ নৰিয়া হ'ল, দেশতো নানা প্ৰকাৰ উৎপাত হবলৈ ধৰিলে। মনুষ্যত গাহৰিৰ আকাৰ জন্মিল। উসুৰা ধান গজিল, উত্তৰে ফুলবাৰীত তিনি চকুৰে মানুহ জন্মিল, দেশ চানি কপৌতীয়া শেন ওলাল। ক্ৰমে স্বৰ্গদেৱে শৰীৰ বিষম পাই দেৱৰ গাঁৱৰ দেৱালয়লৈ মানুহ পঠাই সোধালে বোলে, বুপাত সুধিবি মোৰ আৰু কিমান দিন আছে? পাচে মানুহে গৈ সেইৰূপে দেৱালয়ত জনালত, দেৱতাই বাতি সপোনত ক'লে বোলে,—দেৱালয়ৰ ভিতৰতে ফুলনিত চাই নাহৰ ফুল এটা পাব, তাকে নি বজাক দিলেই বুজিব। পাচে পৰদিনা ফুলনিত চাই আৱতৰতে নাহৰ ফুল এপাহ পাই স্বৰ্গদেৱত দিলত, বজাদেৱে বোলে, বুপাৰ আজ্ঞা হ'ল, আৰু মোৰ তিনি পষহে আছে; এতেকে সকলো বাজ্য আহোক; ময়ো চাওঁ, মোকো চাওক। এই কথা শুনি সকলো বাজ্য আহিল। স্বৰ্গদেৱেও নাৱেৰে গৈ, দিখৌৰ দুয়ো পাৰে আহি থকা প্ৰজাক গা দেখাই বোলে, মোৰ কাল হ'ল, সকলো লোকে মোক চাইক, ময়ো সকলোকে চাওঁ। এই বুলি বুৰা, ল'ৰা, তিৰোতা আৰু ব্ৰাহ্মণ এই সকলক দান-দক্ষিণা কৰিলে। পাচে বজাদেৱলৈ প্ৰজাৰ মোহ লগাত, সকলো প্ৰজাই বোলে, স্বৰ্গদেৱৰ সলনি আমাৰে, এশ নৰবলি সদিয়াৰ কেচাইখাতীলৈ দিমইঁক, তেওঁ স্বৰ্গদেৱ কুশলে থাকক। এই বুলি কৈ সকলো বাইজে হৰিধ্বনিকৈ কোলাহল কৰিবলৈ ধৰিলে। পাচে স্বৰ্গদেৱে বোলে, মোৰ কাল হ'ল, তইঁতে মোক আৰু কেনেকৈ ৰাখিবিইঁক? এইবুলি বাইজক প্ৰবোধ দি নগৰলৈ

আছিল। এনেতে পিকৃচাই ৰৰফুকন চুকাল। তেওঁৰে ললনি পুনৰ লাঙ্গী পানিসিঁয়াকে ৰৰফুকন পাতিলে।

পাচে ক্ৰমাগত স্বৰ্গদেৱৰ নৰিয়া টান হ'বলৈ ধৰিলে। তেনে দেখি স্বৰ্গদেৱৰ সৰুজনা কোঁৱৰ ছাই গোঁহায়ে (অৰ্থাৎ চুংমুংে) কিছুমান মানুহ গোটাই লৈ, বাপেকৰ সিংহাসন অধিকাৰ কৰিবলৈ সাজু হ'ল। তাকে দেখি ৰৰজনা কোঁৱৰ চুৰম্ফাই মাজু ভায়েক চুজিলফাক ক'লে, বোলে, মই নিঃসন্তান। এতেকে মোৰ পাছত ভাই, তয়ে যে ৰজা হবি সেইটো ঠাৱৰ। এইৰূপে বুজাই প্ৰবোধ দি চুৰম্ফাই চুজিলফাক নিজৰ ফলীয়া কৰি ল'লে। তাৰ পিছত ছুয়ো মিলি চুংমঙ্গক লগৰ ষড়যন্ত্ৰকাৰী মানুহ বোৰে সৈতে নগৰৰ বাজ কৰি খেদাই দিলে। এনেতে ১৫৭১ শকত বুঢ়া ৰজা স্বৰ্গদেৱ চুকাল। পাচে ডা-ডাঙ্গৰীয়াসকলে চুৰাম্ফাক ৰজা পাতি সেৱা কৰিলে। ইয়াৰ পাছত, সৰু কোঁৱৰে চুংমুঙ্গে আকৌ ষড়যন্ত্ৰ কৰিছিল, পাছে ধৰা পৰাত, চুৰম্ফাই হত্যা কৰালে।

**লাঙ্গী ৰৰফুকন (২য় বাৰ)**

এইজনা স্বৰ্গদেৱৰ দিনতে (অৰ্থাৎ বুঢ়া ৰজাৰ দিনত) পূৰ্বে ১৫৩৮ শকৰ আহিন মাহত হাবুঙ্গৰপৰা কেইঘৰ লোক আনি তিপামতে বামুণ পাতি থৈছিলে। তাৰে এঘৰ হাতীধাঁহী, সেই ঘৰক হাবুঙ্গীয়াল বামুণ বুলিলে। আৰু এঘৰ কুমাৰ, সেই ঘৰৰ নাম থ'লে শিহৰাল। সেই বেলা এক ৰৰাহীয়ে কৈবৰ্ত্তনীত পতিত হ'ল। পাচে স্বৰ্গদেৱে খণ্ডকৈ দাজি সেই ৰৰাহীৰ কপালত "গাহৰি-আঁক" (ৰৰা গাহৰিৰ ছাপ) দি চুৰা খাৱলৈ দিলে। সিদিনাৰ পৰাহে ৰদীয়া মানুহৰ কপালত গাহৰি আঁক দি, ৰৰাহিৰ লগত দিবলৈ ধৰিলে। আৰু পূৰ্বে খোৱা ৰজা স্বৰ্গদেৱৰ দিনত বণলৈ পতা বামুণবোৰৰ লগুণ তেনেই আছিলে। পাচে এইজনা স্বৰ্গদেৱে (বুঢ়া ৰজাই) সিবোৰৰ লগুণ গুচাব দিলে। লগুণ পাছে কেঁৰে মুগুচায়। তাকে দেখি মহাৰাজাদেৱে বোলে, লেকাই চেটিয়া ৰৰৰৰাই বিচাৰ কৰক। যাৰ গুচাব লাগে গুচক, ৰাখিব লাগে ৰাখক। পাচে মহাৰাজাৰ আজ্ঞায় লেকাই ৰৰৰৰাই সেইৰূপে বিচাৰ কৰি, কতো বামুণৰে লগুণ গুচালে, কতো অন্য জাতিৰে থাকিল। সেই কাৰণেহে লগুণৰ গুৰি লেকাই চেটিয়া বুলিলে। কতোৰে লেকাইক শপে, কতোৰে ৰৰ দিয়ে। পাছে অন্য জাতিৰ পৰা হোৱা বামুণৰ আঠ ঘৰৰ লগুণ ৰাখিলে; কিন্তু আগলৈ চিন ৰাখিবলৈ "আল্" অন্তত লগাই, আঠঘৰৰ আঠোটা নাম দিলে। সেই আঠঘৰ এই:—চাপৰীয়াল, ঘৰিয়াল, পঠিয়াল, দিচিয়াল, দিহিয়াল, ঠিহিয়াল, কাৱৰীয়াল আৰু মেঘেৰীয়াল।

**হাবুঙ্গীয়াল আৰু শিহৰাল বামুণ। ৰৰাহী বামুণ ৮ ঘৰ**

**চেটিয়াৰ "ৰৰৰৰা"**

এইজনা স্বৰ্গদেৱেই (বুঢ়া ৰজাই) পূৰ্বে মোমাই তামুলী আদি ডাঙৰীয়াবোৰকো

মোমাই তামুলী বৰবৰুৱাই পতা গাঁও বিলাক।

সন্দিকৈৰ থাওকাওৰে পতা গাঁও।

ফুল বৰুৱা আৰু পিকচাই বৰফুকনে পতা গাঁও।

ৰাজ পাতিব দিলে। উত্তৰে মৰঙ্গী, খৰঙ্গী, দৈয়াং, ধনুখৰা, ঔৰা, তেতৈয়া, দোলামাৰি, ৰৰচৈৰীয়া আৰু আনো গাওঁমানে মোমাই তামুলী বৰবৰুৱাই পাতিলে। অভয়পুৰ পাতিলে ফুল বৰুৱা আৰু পিকচাই বৰফুকনে, শলগুৰি, নামডাঙ্গ পাতিলে, সন্দিকৈৰ থাওকাওৰে আৰু পুখুৰী খনাই ফুটুকাতলিত আলি বন্ধালে। এই ক্ৰমে ডাঙ্গৰীয়া সকলেও গাঁও পাতিলে, দোপগড়তে শিলপানীতে নগাচুৰাৰ কৰিলে। পাচে মোমাই তামুলী বৰবৰুৱাই একদিনা মহাৰাজাত বুলিলে বোলে, পাইকৰ ঘৰমুৰি এপোৰা চুপোৰাকৈ যদি স্বৰ্গদেৱত থাটে, বা চাৰি ভাগৰ এভাগ যদি মহাৰাজাদেৱলৈ দিয়ে, তাত ৰাইজেনো কি দুখ পায়? এই বুলি মহাৰাজাত ক'লত, স্বৰ্গদেৱে বোলে, ভাল কৈছ, তয়ে এটা নিয়ম কৰি দে। পাচে সেই বছৰতে মোমাই তামুলী বৰবৰুৱাই নিয়ম কৰিলে, হাটৰ, ঘাটৰ, ফাঁটৰ, মুগা চোঙ্গৰ, বিলৰ, দুখ নোপোৱা কৰি কাটল লগালে, তাৰে পৰাহে কাটল হ'ল, সেইবেলা মহাৰাজাই লুইতৰ পুঠিখাতীৰ শুকান সুতিৰ মুখত পাইকৰ মানুহ চুনুহটো তাতে এঠাই হৈ থাকিবলৈ আজ্ঞা কৰিলে। পাচে স্বৰ্গদেৱে গৈ, সেই ঠাইতে আগতে থাকি মানুহ আপুনি লেখিব ধৰিলে। এক দুইকে লেখি একুৰি হলে তাৰে মাজৰ এটা আনি বৰা পাতে, এক শ হ'লে তাৰ ঘৰতে চাৰি পোৱা থকা এটাক বাছি আনি শইকীয়া পাতে, হাজাৰ হ'লে তাৰ ভাল চহকী চাই এটাক আনি শইকীয়া পাতে; এক শ হ'লে তাৰ ঘৰৰে চাৰিপোৱা থকা এটাক বাছি আনি শইকীয়া পাতে, হাজাৰ হ'লে, তাৰ ভাল চহকী চাই, এটাক আনি হাজৰিকীয়া পাতে। এইৰূপে পূৰ্বে এই জনা স্বৰ্গদেৱে (বুঢ়া ৰজাই) চাৰিপোৱাই গোট পাইক কৰিলে। তাৰেপৰাহে আমাৰ দেশত মানুহৰ পিয়ল হ'ল। পাঁচ কুৰিয়ে এ শ, দহ শই এহেজাৰ কৈ মানুহ লেখি হাজাৰী বৰুৱা কৰি ডা-ডাঙ্গৰীয়া সকলকো নিয়মকৈ দিলে, আৰু গজপুৰত নগৰ কৰিলে; ৰূপহী পুখুৰী খনালে, আৰু গজপুৰৰপৰা গড়গাঁৱলৈ আলি বন্ধালে।

কাটল আৰু মানুহ পিয়ল

এইজনা স্বৰ্গদেৱৰ (বুঢ়াৰজাৰ) দিনতে কছাৰীৰ কলিয়াবৰেদি শান্তি হ'ল, পূৰ্বে মৰঙ্গী দুৱাৰেহে কছাৰী অহাযোৱা কৰিছিল। সেইবেলা মহাৰাজা গৰাই লস্কৰকে গুচাই গড়গঁয়া সন্দিকাইৰ চকীয়াল বৰুৱা পাতি থ'লে। এইজনা স্বৰ্গদেৱৰ বাৰখন নগৰ, পৰ্ব্বতত ১খন, তাওকাকত ১খন, অভয়পুৰত ১খন, মেকুৰিখোৱাত ১খন, শাকবাৰীত ১খন, চিনাতলীত ১খন, নামডাঙ্গত ১খন, মেছাগড়ত ১খন, গজপুৰত ১খন, ডবকাত ১খন, আৰু গড়গাঁৱত ১খন, দৰিকাত ১খন, মুঠে

গড়গঁয়া সন্দিকৈৰ "চকীয়াল বৰুৱা", বুঢ়াৰজাৰ ১২ খন নগৰ

এই ১২খন, গড়গাঁৱৰখনেই বাই নগৰ আছিল। এই আদি কৰি আৰু অনেক সৰু সৰু নগৰ কৰিলে। এইজনা ৰজাৰ দিনতে পূৰ্ব্বে নামনী ৰাজ্যৰপৰা ৯ঘৰ, জিমূৰুৰাৰপৰা ৫ঘৰ আৰু কামৰূপ ঢেকেৰিৰপৰা ৩ঘৰ মানুহ আহি আমাৰ ইয়াত বসতি কৰেহি। ইয়াৰ বাহিৰেও আৰু দুই-চাৰিঘৰ মানুহ আহি উজনিত বসতি কৰিলেহি। এইজনা ৰজাৰ (বুঢ়াৰজাৰ) দিনতে, মুকুন্দ নামে এক গোঁসায়ে আৰু গোপাল নামে এক গোঁসায়ে, এই দুই গোঁসায়ে বিধি এৰি নাম গাই, লগ্ন দিয়াই, বিয়া কৰাই ফুৰিছিল। এইকথা শুনি স্বৰ্গদেৱে বোলে, বিধি এৰি যে প্ৰবৰ্ত্তে, মোক মহিমা দেখাওক। এই বুলি মুকুন্দ আৰু গোপাল এই দুয়োকে ধৰি আনিবলৈ বুলিলে। পাচে মুকুন্দ গোঁসাইক আনি বন্দীকৈ থ'লে, গোপাল পলাই থাকিল; পাচে একো মহিমা নেপালত দায় ধৰি মুকুন্দ গোঁসাইক মাৰিলে। সেই সময়ত সাতদিন ভূমি কম্পালে, মাটি ফাঁটি মাওৰ মাছ ওলাল। ৰজায়ো বিস্তৰ ভয় পালে। কতদিন ধৰি এইৰূপে বংশী গোপালেও নাম হৰি সেৱাকৈ হাৰিয়ে হাৰিয়ে পলাই ফুৰিছিল। স্বৰ্গদেৱে পাচে স্বপ্ন দেখি বিচাৰি আনি, বংশী গোপালক কুৰুৱাবাহীত মঠ মণ্ডল কৰি সত্ৰ পাতি নি নিৰ্ভয় দি থ'লে। বংশীগোপালেও নাম হৰি সেৱাকৈ স্বৰ্গদেৱক আশীৰ্বাদ দি থাকিল। কতদিন থাকি বংশীগোপালে দেহা এৰিলত মিশ্ৰ গোঁসাই সত্ৰৰ অধিকাৰ হ'ল। গোপালদেৱৰ (গোপাল দেৱ, দেৱ গোপাল, বংশী গোপাল একেজনাৰে নাম) অন্তিমকালৰ আগতে, তেওঁ ব্ৰহ্মপুত্ৰত স্নান কৰি আহি; লৰা কালৰেপৰা অৰ্জাসকলো পুণ্য সমূহভকতক বাঁটি দি, ভকতবোৰৰ ওপৰতে সত্ৰৰ ভাৰ দি ব্ৰহ্মপুত্ৰৰ বালিত যোগাসনত বহি দেহত্যাগ কৰিলে।

### কুৰুৱাবাহী সত্ৰ

সতাই নামে মিশ্ৰ গোঁসাইৰ এক ভকত আছিলে। পাচে তাক অভকতীয়া পাই সত্ৰৰপৰা খেদিলে। পাচে কতদিন থাকি সি ৰজাত গোচৰ দিলে বোলে, পিতলৰ গছা, সোণৰ পিক্‌দান, ইয়াক ৰজা ল'লেহে ল'ব পায়। আৰু লৈ মিশ্ৰ বাপু ৰজা হ'ল। এই বুলি ক'লত স্বৰ্গদেৱে সতাইৰ কথাক লৈ মিশ্ৰ বাপুক মাৰিলে। পূৰ্ব্বে ভণ্ডাৰী গোহাঁয়ে লগাই আথেক গোহাঁইৰ জীয়েককো বৰঘাটত পানীত পেলাই মৰালে। এতিয়া বাপেকৰ (সোন্দৰ গোহাঁইৰ) পূৰ্ব্ব কথাক লৈ সুমৰি আথেক গোহাঁইকো বিকৰ্থনা কৰি মাৰিলে। তাত পাচে ঠাকুৰীয়া, বেথিবোৰকো নামৰূপত মাৰিলেনি।

চুটিয়াৰ চান্দ ভঁৰালীৰ ঘৰে ৰজাদেৱক কচু, লৰা দিব লাগে; মৰাণৰ ঘৰে খৰি দিব লাগে; লুখুৰাখনে মৰা নিব লাগে, মৰাৰ লগত যাব লাগে।

ৰজাদেৱে (বুঢ়া ৰজাই) এক কলাই পাতৰক নি ফুংখুন্দীয়া হাতীমূৰাত আহোমক দিলে, তাকে হাতীমূৰী পাতৰ বোলে। আৰু চাওপাংৰগুৰু মিৰি ৰৰগোহাঁয়ে পূৰ্ব্বে চুটিয়া গাঁও মাৰি এক মানুহ পালে, সেই ঘৰবে বুঢ়া ৰজা স্বৰ্গদেৱে নাম দিলে হলাহল পাতৰ, হল্‌হল্‌ পাতৰ বুলিও কয়; বুঢ়াৰজাদেও থামুজাৰলৈ যাওঁতে, আগেদি পিয়াল

এটা লৰ মাৰিলে ; হলাহল পাত্ৰে শিয়ালৰ মাত মাতি সেই শিয়ালক খেদি ধৰিলে। ৰজাদেৱে বং পাই বোলে, "শৃকালী, শৃকাল" ( শৃগালী, শৃগাল )। এতেকে সেই ঘৰকে শিয়ালী পাত্ৰ নাম দিলে। তাৰে পুতেকইতক কলিয়াবৰত পানীশিয়া পাতিলে। পাচে তাৰে এটাৰ হাজোৰ ঘূৰত আপাহ পাই নাম দিলে লাচিতৰ ভেকা, ফুলত এই ঘৰ পূৰ্ব্বত চুটিয়া। ৰবাকোঁৱৰৰ পৰিনাতিৰ পুতেকে দিহিঙীয়া আহোমৰ ল'ৰা এটা তুলি ল'বলৈ ল'লে, তাৰো সতি-সন্ততি বিস্তৰ হ'ল। সিবোৰক বৰগোহাঁইৰ বংশ বুলি মাতিছিলে। পাচে বুঢ়াগোহাঁইয়ে শুনি, গোহাঁইৰ বংশৰ ভাল-মন্দ বিচাৰিলে। দিহিঙীয়া আহোমৰ পৰা বঢ়া, যিবোৰৰ বাঁধা বেয়া পালে, সেইবোৰক বিলগাই, গোহাঁই নাম গুচাই "বিলৈগুটি" কৰিলে, আকৌ দিহিঙীয়া আহোমৰ খেলত দিলে। সিইঁতেও দিহিঙীয়া আহোমৰ লগতে খাটিছিলে! গোহাঁই নামো গুচিল, সেইবোৰক "চংগৈ" বুলিব দিলে।

চংগৈ ( চংগৈ শব্দৰ অৰ্থ আহোম মতে ৰজাৰ ল'ৰা, "গ-গৈ" শব্দ তাৰে ৰূপান্তৰ মাত্ৰ। ) আৰু পূৰ্ব্বে তন্‌খাম্ বৰগোহাঁইৰ এজেহাৰ বন্দী আছিলে। সিইঁতকে বুঢ়াৰজা স্বৰ্গদেৱে গোহাঁইৰৰ বন্দী গুচাই নি এৰালিতলিত কাঁৰীকৈ "খন্দীয়া হাজাৰ" নাম দি পাতিলে নি। তাৰে তিনি-কুৰি মানুহ নি, খোকোৰা ফুলবাৰীত বাৰীচোৱাকৈ দিলে। তাৰে ভিতৰত গুটিমালিক মুখ্য কৰি অধিকাৰ পাতি দিলে। পাচে ৰজাদেৱে কাৰ্য্যকামত ভাল পাই গুটিমালিক ফুলবৰুৱা নাম দিলে। ফুলত এইঘৰ মৰাণ, এইঘৰকে গুটিমালীৰ ঘৰো বোলে। আৰু এইজনা স্বৰ্গদেৱৰ দিনে বাককৰ বৰগোহাঁই কৈন্দীয়া ভেকোলা গোহাঁইক কাদি আনি দিহিঙত পাতিলে। তেওঁ অপুত্ৰক আছিলে। পাচে মিৰিৰ ল'ৰা এটা নি পো বোধে তুলিলে। তাকে গোহাঁই নামো দিব খুজিলে। পাচে ৰজাদেৱে নি তাৰ গোষ্ঠীকে দিহিঙীয়া মিৰি সন্ধিকাই বুলিলে, আৰু এই লগতে দিলিহিয়াল বুঢ়াগোহাঁই কৈন্দীয়া এঘৰ নি লৈ গকধৰা নৈৰ কোৰত পাতিলে. সেই নিমিত্তেহে এই ঘৰৰ সতি-সন্ততিক গকধৰীয়া বুঢ়াগোহাঁই কৈন্দীয়া বুলিলে। লাংলাওৰ বাহৰ বৰগোহাঁই কৈন্দীয়া ঠানুৱা গোহাঁই বাৰী-বামুণীৰ বেটী কান্তিকীক তিৰুতাকৈ ল'লে। পাচে তাইৰে পুতেক এটা হ'ল ; তাৰে নাম থ'লে লাংচুঙ্। কান্তিকী পূৰ্ব্বত গাৰো কোঁৱৰৰ জীয়ৰী। তাই মৰিলত, সেই ল'ৰাক লৰি বাঁকে তুলিলে, এতেকেহে লাংচুঙা নাম থ'লে। সেই ঘৰৰ সতি-সন্ততিকে লাংচুঙ্ বোলে, লাংচুঙৰ ঘৰৰ বুলিও কয়। ভাউকি-ভাউচি ইহঁতৰ দুই জীয়ৰীক ৰজাদেৱে নি খলা ( খৰলা ) কুঁৱৰী, কনীয়া কুঁৱৰী বুলিছিল। দুয়ো অপুত্ৰক আছিলে। দুটা নগাৰ ল'ৰাক তোলনীয়াকৈ ল'লে। পাচে দুই কুঁৱৰী মৃত্যু হ'লত, সেই দুই কুঁৱৰীৰ ভাত বঢ়াবলৈ সেই নগাৰ এক ল'ৰাক দিলে ; নাম দিলে থাওপাম্। তাকে কপৰজন্ চেটীয়া বুলিলে। ৰজাদেৱে থাওপামক পো বোধে তুলিলে আৰু উজনীয়া

খেল দিলে। ইটো ল'ৰাৰ নাম দিলে লাচিত, তাক সি দিবৈত মাটিবাৰী দি পাতিলে, ঘেঁৰাকোঁৱৰ নাম দিলে। জাতত পূৰ্বত এই ঘৰ নগা, তাকে উজনীয়া খেলত দি, খাৰ, চুৰলৈ হাতী মাউত, ঘোঁৰা চোৰাৰ খেলত দিলে, ঘোৰা বৰুৱা পাতিলে, কোঁৱৰ নাম দিলে। পূৰ্বে তন্‌খাম্ ৰবগোহাঁইৰ জীয়েক নাজচং গাভৰুক ঘোৰা ৰজা স্বৰ্গদেওলৈ দিওঁতে, ৰবগোহাঁয়ে লাঙ্গিমুন নামে এক চুটীয়াক দিছিলে। সেয়ে ৰবগোহাঁইৰ জীয়ৰীৰ খাটনিত ঘোৰাচোৰা হৈ আছিল। পাচে কত দিন থাকি সি মৰিল। বুঢ়া ৰজাদেৱে তাৰে পো-নাতিৰ এঘৰক আপাহ পাই, ৰবগোহাঁইৰ ঘৰৰ যৌতুকীয়া গুছাই ভণ্ডাৰী চেটিয়া নাম দিলে।

**ঘোৰা বৰুৱা**

জেটিং চুটিয়া পূৰ্বে চুটিয়া মাৰি অনা লুখুত্তৰ বংশৰ, বুঢ়াৰজাদেৱে তাকো লুখুৰীচেটিয়া নাম দিলে, চেটিয়াৰ খেলত দিলে, জাতত পূৰ্বত চুটিয়া। গড়গঁয়া টুকুৰীয়াৰ ঘৰ ভণ্ডাৰী গোহাঁইৰ ভায়েকৰপৰা বঢ়া জাতত আগৰ চুটিয়া। পূৰ্ব্বে সদিয়া মাৰি অনা থাও-ৰতুৰ চুটিয়া। তাঁহাতৰ পৰিনাতিক বোলে পিকচাই চেটিয়া। থাও ৰতুৰৰ ভায়েকৰ পুতেকহঁতৰ পাঁচনীত খাটনি হ'ল, এই হেতুকে ৰজাদেৱে সিহঁতক বিহপৰুৱা চেটিয়া বুলিলে।

পূৰ্ব্বে চুটিয়া মাৰি অনা ল'ৰা এটি বুঢ়া ৰজাদেৱে লগত ল'লে; কাৰ্য্যকামত ভাল পাই তাকে বাইভজীয়া খেলত দিলে। কতদিন থাকি, সিয়ে মৰিলত, স্বৰ্গদেৱে তাৰে পুতেকক দিচাঙৰ চাপৰিত বাজখোৱা পাতিলে, তাকে দিচাঙমুখীয়া বাজখোৱা বোলে। জয়থামুজাঙৰ যি বাজখোৱাক স্বৰ্গদেৱে মাৰিলে, সেই ঘৰো জাতত পূৰ্ব্বত গৰীয়া। নেওগ-গোহাঁই যাক বোলে, সেইঘৰো পাতৰ। চাৰিঙ্গীয়াৰ গুকটি ফুকন, এইঘৰো জাতত কোচ, বুঢ়াগোহাঁয়ে তুলি আনি দুবৈত পাতিলে। পূৰ্ব্বৰ দিহিঙ্গীয়া ৰজাদেৱৰ দিনৰ লুকু-তুৰ-ছুক। গড়গঁয়া ৰজাদেৱে তাৰে পো-নাতিক চেং ধৰা বুলিছিলে। পাচে বুঢ়া ৰজাদেৱে সিহঁতৰ বংশকে চোলাধৰা-চেঙধৰা বুলিলে। ইহঁতৰ ঘৰেহে "চোম্‌চেঙ্" ধৰে, জাতত ভাল আহোম, ৰজাদেৱে জাতুৱা আহোম কয়। ইহঁতৰ ঘৰকেহে দেৱ বন কৰিবলৈ দিয়ে, আওহা কাঁৰী পায়, অন্যে নাপায়।

**দিচাঙমুখীয়া বাজখোৱা, জয়থামুজঙীয়া বাজখোৱা, নেওগ গোহাঁই, গুকটি ফুকন**

পূৰ্ব্বে বুঢ়াৰজা স্বৰ্গদেৱে ধৰ্ম্মৰাজাক ( ধৰ্ম্মনাৰায়ণক ) হাবিপৰাৰ ওপৰে বাসাঘৰ দি থৈছিলে। একদিন ধৰাধৰ, চণ্ডী, মহেন্দ্ৰকন্দলী, অৰ্জ্জুন, চোটকন্দলী, ঠাকুৰী আৰু দহাই এই সাতকটকী গৈ, ধৰ্ম্মনাৰায়ণৰ ঠাইত খুজিলে বোলে, আমাক ভাজি খাবলৈ যি পাৰে দিওক। ধৰ্ম্মনাৰায়ণে কপ, ৰৰপৰীয়া দহাতী, বাৰে হাতী পচ্‌বদি দিলে। পাচে সাতো কটকী গৈ চকীহাটত ভগাই লওঁতে কলিয়া ফুকুৰাচোৰাই খুজিলে বোলে, গুৰুবোৰ, মোকো কিছু দিয়া, পাচে তাক কিছু নেদিলে। এতেকে খংকৈ

সি বজাত গোচব দিলে বোলে, স্বৰ্গদেৱবো কি নাই? কি বস্তু খাব পিন্ধিব বেদিছে? স্বৰ্গদেৱব কটকী হৈযে সিইঁতে বিদেশীক মাগেনে? এই দাইতে সাতোকো হাতীশালত বন্দীকৈ থ'লে। আৰু কলিয়া কটকীব কথাকো নাওবৈছাই গোচব দিলে বোলে, ববকটকী হৈ বজালত কলহ, কাপব, কণ মাগিব পাই নে কি? পাচে মহাবাজা কলিয়া কটকীত সুধিলে। সি বোলে, মই মাগিব নাপায়, মগাও নাই; মোব বস্তুজাত চুবিকৈ নিবব শুনি সত্রাজিতে কলহ এযোব, কণ এসেব, কাপোব এযোব আৰু খাবব বস্তুজাত দি পঠালে। মই খোজা নাই। বজা বোলে, এই কথা কোনে জানে? কটকীয়ে বোলে, এই কথা আগে ভেলাই চকীয়ালে জানে। পাচে বজাদেৱে লাঙ্গী-ববফুকনত সুধিব দিলে; কটকীকো ভণ্ডাবীগোহাঁইক বন্দীকৈ থ'ব দিলে। পাচে তাৰ ভণ্ডাবীগোহাঁয়ে নি সাত কটকীব লগতে বন্দীকৈ থ'লে। পাচে একদিনা মহাবাজা পৰ্ব্বতবপৰা আহোঁতে, সাতোকটকীক হাতী-শালত দেখি কাটিব দিলে (শক ১৫৩৮)। পাচে চাওডাঙ্গে আঠকো কাটিবলৈ দবিকাব কাষবলৈ নিলে। পাচে কলিয়া কটকীয়ে বোলে, সাতোটাহে কাটিব দিছে, মই ইইঁতব লগব নহওঁ, মোক আন দাইতহে বন্দী কবিছে। তথাপি চাওডাঙ্গে নেবিলে, পাচে সি টকা বাঁচিলে। পাচে থবাথব কটকী কলিয়া টকা দি এবাল পাছে লাঙ্গী ববফুকনত সুধি আহি, স্বৰ্গদেৱত জনালেহি বোলে, কথা সঁচা, সত্রাজিতে শুনি আপুনিহে দিলে, খোজা নাই। মহাবাজাও শুনি কটকীক আনিব দিলে। পাচে ভণ্ডাবীগোহাঁয়ে কাটিবব কথা ক'লত, বজাই দায় থবি গোহাঁইকো খন্দিলে আৰু চাওডাঙ্গকো কাটিলে।

তাত পাচে ১৫৩৯ শকত এইজনা বজা স্বৰ্গদেৱে (বুঢ়াবজাই) ববকন্দলি, সাগবকন্দলি, এই দুইক জগন্নাথত পুথুবী খানিবলৈ পঠালে। সিবোৱে পুথুবীখানি আহিলত বজালনী বেটী কিনি আনিলে। তাইইঁতে স্বৰ্গদেৱত গোচব দিলে বোলে, স্বৰ্গদেৱে ইবোবক যি কাৰ্য্যকামব কাবণে পাঠিলে, উকীলে কি কাৰ্য্য সাধিলে তাক আমি নাজানো; আমাক ভাৰ্য্যা বুলি আনি এখন বেটী কবে। এই শুনি মহাবাজা দাই ধবি বোলে, মোব কাৰ্য্য সিইঁতে কি কবিব? মোব কণ ভাঙ্গি বজালনী আনিবলৈহে গৈছে। এই দাইতে ববকন্দলিকে সাগব কন্দলিকে কাটিলে।

বুঢ়াবজাব জগন্নাথত পুখুবী।

এইজনা মহাবাজাব (বুঢ়াবজাব) দিনে পূৰ্ব্বে একদিনা লেকাই চেটীয়া ববৰুৱাই স্বৰ্গদেৱত বোলে, পূৰ্ব্বে যি দহবব ইতব জাতিব বামুণ হ'ল, তাব আঠ ঘবে থোবাবজা স্বৰ্গদেৱবহে যশস্যা বঢ়াইছে। স্বৰ্গদেৱবো আৰু যশস্যা বাঢ়িব লাগে, স্বৰ্গদেৱে বন্দীক আজ্ঞাকবেইঁতে আৰু কেইঘব বামুণ পাতিব পাবি। পাচে বজা শুনি বোলে, তই যি ভাল দেখ কব। পাচে লেকাই ববৰুৱাই ভিগাববপৰা চাবিঘব আহোম আনি বামুণ

পাতিছিলেহি, মহাৰাজাৰ আজ্ঞায় তাৰে নাম দিলে শিহৰাল, পেটাল, নেজাল, ঠেহাল আৰু চাৰিঘৰীয়া। চাৰিঘৰীয়া বুলিলে, কিয়নো সেইঘৰ শিহৰাল, পেটাল, নেজাল আৰু ঠেহাল, এই চাৰিঘৰৰ যাজক হ'ল।

**আৰু চাৰিঘৰ আন জাতৰ পৰা হোৱা বামুণ**

এইজনা ৰজাদেৱে পূৰ্ব্বে যি গজপুৰত নগৰ কৰিলে, তাৰ নাম হস্তিনাপুৰ দিবৰহে মন কৰিছিলে। পূৰ্ব্বে হাতীগড় বান্ধি হাজাৰ হাতী ধৰিছিলে, কিন্তু হাজাৰ পূৰ হৈ হাতী জীয়াই নেথাকিল হেতুকে, নগৰৰ হস্তিনাপুৰ নাম দিয়া মনস্থ ভঙ্গ হ'লত গজপুৰ নাম দিলে।

**বেলতলাৰ ৰজা**

**ৰাণী ৰজা**

**৯জনা ৰজাপোৱালি**

দৰঙ্গৰ ৰজা ধৰ্ম্মনাৰায়ণৰ ভায়েক গজনাৰায়ণক বেলতলাৰ ৰজা পাতিলে, আৰু ৰাণী ৰজা পাতিলে।· লুকি, বকো, বনগঁয়া, ছয়গঁয়া, বগাই, পানতনীয়া, বৰছুৰৰীয়া, ভোলাগঁয়া, মকৰাপুৰীয়া, এই কেজনাক ৰজাপোৱালি নাম দিলে। আৰু বিশ্বনাথত দৌল বন্ধালে।

**চেঙ্‌মুন্ সুনীয়াদতা বৰগোহাঁই**

**সোলা বৰগোহাঁই**

**বেঁকা বৰগোহাঁই**

**সক বুঢ়া বৰগোহাঁই**

এইজনা স্বৰ্গদেৱৰ দিনতে, পৰ্ব্বতীয়া পিলিঙ্গা বৰ-গোহাঁইৰ পাছত, ক্রমে চেঙমুন্ সুনীয়া দতা, সোলা, বেঁকা আৰু সক বুঢ়া বৰগোহাঁই হয়। এইজনাৰ দিনতে উত্তৰে-দক্ষিণে জুবি ৰাজ্যখনকে মেৰাই যি ৰাজগড় বন্ধোৱা হ'ল, তাকে দক্ষিণপাৰে লাহদৈ গড় আৰু কোটোহাগড় বোলে, মাজালি পাৰে মেৰাগড় বোলে আৰু উত্তৰপাৰে চোৰাতলৰ গড় বোলে।

# ভগাৰজা

বুঢ়াৰজা স্বৰ্গী হ'লত, তস্য বৰ পুত্ৰ চুৰম্ফা ১৫৭১ শকত সেই পাত্ৰমন্ত্ৰীৰে ৰজা হ'ল। এইজনা ৰজাদেও বৰ তিকতাসেকৰা আছিল। কুঁৱৰীবোৰৰ কথাৰে ৰাজ্যত অনেক উপদ্ৰৱ কৰাত, ৰজা হোৱাৰ প্ৰায় তিনি বছৰৰ পাছতেই, পাত্ৰমন্ত্ৰীসকলে এওঁক ৰজা ভাঙি, তেওঁৰ ভায়েক চুত্যিন্‌ফা কোঁৱৰক ৰজা পাতি লৈছিলে, সেইকাৰণে এওঁক সাধাৰণতে ভগাৰজা বুলিহে জানে।

ভগাৰজা স্বৰ্গদেৱে ৰজা হৈ শলগুৰিলৈ আহি ৰক্ষালে। সেই বেলা গোঁসাইবোৰৰ আগত দোলাত উঠিবৰ হৈ ৰজাফুকনক কাটিলে, আৰু সেইবেলা লাখটকীয়া মুদৈয়ে ফুকাম ফুলচতি লগাই সৰহ কৰি ঘৰ সাজিলে। এই-কথা কুকুৰাচোৱাই ৰজাত ক'লেহি। পাছে স্বৰ্গদেৱে তাক ধৰি আনি ফুকাম ফুলচতিৰে ঘৰ সাজিবৰ কাৰণে নাক-কাণ কাটিলে, ঘৰো ভাঙিলে। তাৰেপৰা এই নিৰ্ব্বন্ধ কৰিলে বোলে হিন্দুৰে এনেকৈ ঘৰ নাসাজিব; সোণৰমণি, আঙঠি এনে অলঙ্কাৰ নিপিন্ধিব। আহোমৰো যি বিষয়ানৰ মানুহ, সেয়েহে পিন্ধিব, বঢ়াকৈ হ'লে কাটিম; আৰু গুণাদিয়া কাপোৰ, নৰাছোলা যি পিন্ধিব, তাকো কাটিম। এই নিৰ্ব্বন্ধ কৰি ৰাইজক শুনাই দিলে।

**সৰ্ব্বসাধাৰণে ঘৰসজা আৰু অলঙ্কাৰাদি পিন্ধাৰ নিৰ্ব্বন্ধ**

এনেতে কছাৰী ৰজাই বুঢ়াৰজাদেও স্বৰ্গী হৱৰ শুনি, পূৰ্ব্ব ধাৰণে পত্ৰসন্দেশ দি, ফুলছবি গুছাই, সিংহ ছাব দি, আমাৰ পূৰ্ব্বে যোৱা দুই কটকীৰ (শীতলীয়াল আৰু মাধৱকন্দলি) লগত মজিন্দাৰকে চেটীয়াদলৈকে পঠাই দিলে। সিহঁতো আহি ভগাৰজা স্বৰ্গদেৱৰ ঠাই পালেহি। পাচে স্বৰ্গদেৱে পত্ৰত সিংহ-ছাব দিবৰ দেখি খঙকৈ লাহু বৰপাত্ৰক ক'লে বোলে, কছাৰী কটকীক দায় ধৰি খেদি পঠাওক। স্বৰ্গদেৱৰ আজ্ঞাৰে লাহু বৰপাত্ৰে বোলে, ঐ মজিন্দাৰ! ঐ চেটীয়াদলৈ! পূৰ্ব্বাপৰ তইঁতৰ পত্ৰত ফুল-ছাবহে, এতিয়া কেনে সিংহ-ছাব দিয়? ফুল-ছাবহে দিব পায়, এখন সিংহ-ছাব দিয়া বিধাৰণে, পত্ৰক কিসক আনিছ? এইবুলি দায় ধৰি, স্বৰ্গদেৱৰ আগতে কাকত ফালি, কছাৰী কটকীক গঁতিয়াই খেদিলে। তাৰেপৰা কতো কাল কছাৰীৰে অপ্ৰীতিয়ে থাকিল।

**লাহু বৰপাত্ৰ**

সেইবেলা ভগাৰজাদেৱে একেবি অধৰ্ম-অকৰ্ম আচৰিলে, বৰ গৰিহিত কৰ্ম কৰিলে। পাচে লোকজনৰ মনত অসন্তোষ হেন দেখি, মহাৰাজা সি কৰ্ম এৰি, ভতাৰী চেটীয়াৰ কৈদৰ পেটকামুৰীয়াৰ জীয়েক, তাই লোকৰ ঘৰত পৰিছিল, সেয়ে ককাৰেকৰ ল'ৰা এটা তুলিছিল। সেয়ে সৈতে পেটকামুৰীয়াৰ জীয়েকক ৰজাদেৱে আনি বিবাহবাৰীত থৈ, বিয়া কৰি, ৰজকুঁৱৰী পাতিলে, পুতেকটিকো মোৰাই ল'লে। পাচে কতদিন থাকি, ১৫৭৩ শকত শাওণৰ ১৩ দিন যাওতে শনিবাৰে সেই তোলনীয়া পুতেকটি মৰিল। পাচে ৰজকুঁৱৰীয়ে মহাৰাজাৰ ভায়েক চুতিয়াফাৰ ৰৰমাজু পুতেক লাপ্‌লুপ্‌ গোঁহাইক যাদ দিলে বোলে, মোৰ ল'ৰাক বিষ খুৱাই সিয়েহে মাৰিলে। এইবুলি ৰজাত ক'লে। পাচে ৰজায়ো ভায়েকক ক'লে বোলে, তোৰ পোৱেৰেহে মোৰ লাই পোক মাৰিলে, তাকো মই মাৰোঁ; উলিয়াই দে। এইবুলি দায় ধৰি ভায়েক চুতিয়াফাৰ মাহুহ-তুহুহ কাঢ়ি ল'লে। পাচে আইকুঁৱৰীয়ে বোলে, মোৰ ল'ৰাই ভাত কাৰে উমলিব? অকলে কেনেকৈ থাকিব? এইবুলি ৰজাত ক'লত, লিগিৰা, চাংমাই, পানীতোলা, কুকুৰাচোৰা, যাক লাগে তাকে ল'ৰাৰ লগত মাৰি দিবৰ নিমিত্তে হাতীশালৰ গড়ালত থ'লেনি। ৰজায়ো সেই কুঁৱৰীৰ কথাক লৈ ডা-ডাঙৰীয়া বৰা-বুকুকৰ সকলোৰে ল'ৰা একোটাকৈ, সেই ল'ৰাৰ লগত দিবলৈ খুজিলে; ডাঙৰীয়া সকলে অনোৱাতো এৰিবলৈ সুবুলিলে। পাচে সকলোৰে গা নসলে। পাচে সকলোৰে আলচি, চুতিয়াফাৰে কথা হৈ, ভগাৰজাক অখলা ওভোটাই ধৰিলেগৈ। ১৫৭৪ শকৰ ভাদ্ৰৰ ২৩ দিন যাওঁতে, শনিবাৰে প্ৰভাতত্তে, ভগাৰজা স্বৰ্গদেৱক ভাঙি, তেওঁৰ ভায়েক চুতিয়াফাক ৰজা পাতি সেৱা কৰিলে। ভগাৰজাদেৱৰ ভোগ ৩ বছৰ। পাচে ভগাৰজাদেৱক চুতিয়াফাই বোজবাজ দি পৰ্ব্বতত চকোৰাৰীত ৰখীয়া দি থ'লেনি। ছমাহৰ পাছে, ফাল্গুনৰ ১৮ দিন যাওঁতে দেওবাৰে ভগাৰজা মৰিল। ৺কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীমতে, চুতিয়াফা ৰজাদেৱে ষড়যন্ত্ৰ কৰি, চাংমাইৰ হতুৱাই বিষক্ৰিয়া কৰাই ভগাৰজাক মৰালে।

পূৰ্ব্বে ভগাৰজাদেও ৰজা হই থাকোতে পূৰ্ব্ব-ফাল্গুনী নক্ষত্ৰত সিংহত গ্ৰহণ হ'ল, পাছদিনা ভাগিল। সেই সময়ৰ পৰাহে আবোৰানত ৰজাৰ তকুলা গিলিপ হ'ল; আৰু তকুলা পইজাবো হ'ল। পাচে ডাঙৰীয়াসকলেও সেইৰূপে লব খুজিলে। স্বৰ্গদেৱে বোলে, তেন হ'লেহে ভাল, তেও যদি লয়, ডাঙৰীয়াবোৰে মাজতে গামোচা একোখনি লওক, এই আজ্ঞা কৰিলে। তাৰেপৰা ডাঙৰীয়াসকলে আবোৰানত মাজ পোনে মালতে একোখনি তকুলা গামোচা বান্ধি ল'লে আৰু পইজাৰ ভিতৰতো তকুলা কাপোৰ ল'লে। কোনোৱে (যেনে ৺কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীত) কয় বোলে, ভগাৰজাদেৱে আবোৰানত গিলিপ্ দিয়া নাই, তেওঁৰ ভায়েক চুতিয়াফা (বা নবীয়া

ৰজাদেৱেহে ) ৰ'দৰ তাপ সহিব নোৱাৰি আবোৰাবত পিলিপ দিলে, এই বুলিও কয়।

ভগাৰজা স্বৰ্গদেৱৰ দিনতেই, ৰজাদেৱে একদিনা ফুটুকাতলীত পহু মাৰিবলৈ যাওঁতে ছুৰবাৰ ঘৰৰ এটা বগা কুকুৰে পহুৰ ঠেংত কামোৰ মাৰি ধৰি পহু মাৰিলে। পাচে ৰজাদেৱে ৰং পাই, সেই কুকুৰৰ নাম থ'লে "আয়া-চুকি বগা-চিলা" আৰু সেই নামেৰেই সেই ঘৰৰো নাম থাকিল "বগাচিলাৰ ঘৰ।"

এইজনা স্বৰ্গদেৱৰ ( ভগা ৰজাৰ ) দিনতে বোমাই তামুলীৰ পাছত লাহো বৰবৰুৱা

লাহো বৰবৰুৱা হ'ল, বাকী পাত্ৰমন্ত্ৰী আগৰ বোৰেই থাকিল।

# নৰিয়া ৰজা

চুতিযাম্‌ফা ১৫৭৪ শকত ৰজা হ'ল। সততে নৰিয়া পৰি থাকে বুলি এওঁকে নৰিয়া ৰজা বুলিও কয়। নৰিয়া ৰজাদেৱে লাকু বৰপাত্ৰৰ জীয়েকক ৰৰকুঁৱৰী পাতিলে, আৰু পৰ্ব্বতৰ পৰা মৈদাম নেদেখাকৈ পিৰলাগড়ত লগাই আজৰা খাতৰপৰা গড় বন্ধালে, বাঁহ ৰোৱালে। তেওঁৰে বৰ মাজিউজনা গোহাঁই লাপ্‌লুপে বাপেক ৰজা দেখি, আপুনি ৰয়দালিকৈ ফুৰে, মানুহ জুনুহো লগত লয় আৰু লাকু বৰপাত্ৰৰে ভিতৰি কথা হয়। এইকথা বুঢ়াগোহাঁইপৰীয়া সবিয়হ গোহাঁইৰে কথা হৈ, তেওঁৰ ভনীয়েক কুকুৰেখোৱা গোহাঁইৰ মাকে ৰজাত লগাই বোলে, তোমাৰ বৰ মাজিউ পুতেৰে লাকু বৰপাত্ৰেৰে কথা হৈ ৰাজ্যক মোৰাই ল'লে আৰু তোমাকো এদিন ধৰেহে। ৰজাই এইকথা শুনি, প্ৰমাণ পাই, পাচে এই কথা মনত লৈ লাপ্‌লুপ্‌ গোহাঁইক সাজ খাবলৈ বুলি মাতি, ভিতৰ সোমাই ধৰি ভোগবাৰীত মাৰিলেনি। এই কথা ১৫৭৫ শকৰ আঘোণৰ ১৭ দিন যাওঁতে, দেওবাৰে।

পাচে ৰজাদেৱে খংকৈ সেই কথাকে লৈ লাকুবৰপাত্ৰকে নগৰীয়া বৰুৱা সন্দিকৈৰ কলাযুং ৰকৰাকো মাৰিলেনি। লাকু বৰপাত্ৰৰ সলনি কেন্দুগুৰীয়া টেমাক বৰপাত্ৰ গোহাঁই পাতিলে, ডিলিহিয়াল সকবুঢ়াক গুচাই, ডিহিঙীয়া চপৰাখোৱাক বৰগোহাঁই পাতিলে। লাকু বৰপাত্ৰৰ জীয়েককো ৰৰকুঁৱৰী ভাঙিলে, পাচে টেপৰতলীয়া সবিয়হক বুঢ়াগোহাঁই পাতি, তেওঁৰে ভনীয়েক কুকুৰেখোৱা গোহাঁইৰ মাকক ৰৰকুঁৱৰী পাতিলে আৰু মৰাণৰ লাহোক ভাঙি, তাৰে সলনি বুঢ়াগোহাঁইপৰীয়া হাতী পোৱালিক বৰ-বৰুৱা পাতিলে। তাত পাচে কুকুৰেখোৱা গোহাঁইৰ মাকে ৰজাত লগাই, খহৰা গোহাঁইক (পাছলৈ এওঁৰ নাম আহোম মতে "চুতাম্‌লা" আৰু হিন্দু মতে জয়ধ্বজসিংহ) হেমনবাৰীত থৈছিল। একদিনা কুকুৰেখোৱা গোহাঁইৰ মাকে খহৰা গোহাঁইক ভাত খাবলৈ মাতিলে। ভাত খুৱাওঁতে, সবিয়হ বুঢ়া-গোহাঁইৰে ভিতৰি কথা হই, ফুকানৰ খাঁৰৰপৰা শেল-মাৰি পঠালে; খহৰা গোহাঁইৰ গাত নপৰিল। পাচে ৰজাদেৱে দেখি মনত অসন্তোষকৈ খহৰা গোহাঁইক হেমনবাৰীৰপৰা উলিয়াই

নগৰীয়া বৰুৱা
সন্দিকৈৰ
টেমা বৰপাত্ৰ (কেন্দুগুৰীয়া)
চপৰাখোৱা বৰগোহাঁই
সবিয়হ বুঢ়াগোহাঁই

ভোগবাৰীত থ'লেনি আৰু নবিয়াহ বুঢ়াগোহাঁইক বুঢ়াগোহাঁই ভাজি, তেওঁৰে মুৰে পুনৰ শুকুলাহুকে বুঢ়াগোহাঁই পাতিলে আৰু হাতী পোৱালিকো বৰবৰুৱা ভাজি টংচু সন্দিকৈৰ থাওতিয়াত্‌ মিকক বৰবৰুৱা পাতিলে আৰু পূৰ্ব্ব পৰ্ব্বতীয়া সৰুবুঢ়া বৰগোহাঁইৰ গাত থকা ৰাজমন্ত্ৰীৰ বাবো জাপি দিলেহি।

**হাতী পোৱালি বৰবৰুৱা**

আত অনন্তৰে নবিয়া বৰুৱাদেৱে চুজি মাৰিবলৈ দিলিহিয়ালৰ শুকুলাহুং বুঢ়াগোহাঁই, দিহিঙীয়া বৰগোহাঁই চপৰাখোৱা, কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই টেমাকে, এই তিনিকো পঠাই দিলে। সিবোৰে দিক্‌ৰজেদি গৈ মাথ নোৱাত ৰহিলগৈ; আৰু বুঢ়া ঘোঁৰাকোঁৰৰে পিক্‌চাই চেটীয়াই বৰুজেদি গৈ, চুজিৰ ঘৰ-দুৱাৰ পুৰি ধান, আলু, কচলু কাটি ওলাই আহিল। ডাফৰীয়াবোৰেও আগুৱাই চকীয়াল কপৰাই হাজৰিকাক গড় বান্ধিবলৈ, বাঁহ কাটি আনিবলৈ যাব দিলে। বাঁহ আনোতে, সেই লগতে চুজিয়েও বাঁহৰ কথা পেলাই কপৰাই হাজৰিকা প্ৰমুখ্যে একুৰিমান মানুহ মাৰিলে। আৰু চুজি গোটাদিয়েক যাই কুঁৱৰীয়ে পঠাইছে বুলি, গোহাঁইবোৰৰ গালৈ আহিল। গোহাঁইবোৰেও সিঁইতক কাপোৰ একোযোৰ দিলে। পাচে চুজিয়ে গড়ৰ বাজ হই বোলে, গোহাঁইবোৰৰ যি কাপোৰ একোযোৰ আনিলো, তাকে যেতকি ক'ব নোৱাৰিলে, সিবোৰে আমাক কেনেকৈ ধৰিব? এতেকে সিবোৰ উলটি যাওক। এই বুলি চুজী পলাই গ'ল।

**শুকুলাহুং বুঢ়াগোহাঁই**
**( ২য় বাৰ )**
**থাওতিয়াত্‌ মিক বৰবৰুৱা**
**( টংচু বৰবৰুৱা )**

**চুজিৰ লগত যুদ্ধ**

তাত পাচে মাথনোৱাৰপৰা গোহাঁইবোৰ বান্দৰদোৱাত ৰহিলগৈ। তাৰপৰা চুজিক যাই জিজ্ঞাসা কৰিবলৈ যাওঁতে চুজিয়ে অসমৰ বতাহগিলা প্ৰমুখ্যে একুৰিমান মানুহ কাটিলে; হাঁহচৰাতো পাঁচ শমান লোক কাটিলে। পাচে দিহিঙীয়া চপৰাখোৱা বৰগোহাঁয়ে শুকুলাহুং বুঢ়াগোহাঁইৰ আগত বোলে, চুজি যে ডালৰ বান্দৰ, তাক আমি ধৰিবলৈ পাওঁ নেকি? এইবুলি হুহকি আহিল। তাকে দেখি, টেমা বৰপাত্ৰো হুহকিল। বুঢ়াগোহাঁই শুকুলাহুংৰেও বোলে, আমিনো থাকি কি কৰিম? আমিও ওলাই যাওঁ; যদি জগৰ ডাঙৰ লাগে, মই গা কৰিলো। মোৰ ভনী ( চুতিয়াজ্‌কা নবিয়া বৰুৱাদেৱৰ বৰৰাহী কুঁৱৰী, জয়ধ্বজ সিংহ বা খৰুৱা গোহাঁইৰ মাক ) বৰুৱাৰ কুঁৱৰী, ইমান কথাকে ৰাখিব নোৱাৰিব নেকি? এইবুলি নগৰ লোকজন লহিতে হুহকি আহিল। পাচে মহাৰাজাই গোহাঁইবোৰক দায় ধৰিলত, বুঢ়াগোহাঁয়ে বোলে, দিহিঙিয়াল বৰগোহাঁইৰে বৰপাত্ৰৰে

**টেমা বৰপাত্ৰ**

**হাতী পোৱালি বুঢ়াগোহাঁই, সৰুবুঢ়া বৰগোহাঁই**
**( ২য় বাৰ )**

এই ছুইবো ভগালে। পাচে ৰজাদেৱে শুকুলা হুচুক ভাঙি হাতীপোৰালিক বুঢ়াগোহাঁই পাতিলে আৰু চপৰাখোৱাৰ সলনি পুনৰ সৰুবুঢ়াকে বৰগোহাঁই পাতিলে।

তাৰ পাছত ঢেকেৰিৰ চাঙত পূৰ্ণ চলিহা ৰয়ন্তু ৰজা হৈছিলে। পাচে ডফলাৰ হাতে কথা হৈ মহাৰজাই তাক কটালে। সেইবেলা বৰগোহাঁইকে, হাতীমুৰীয়া ফুকনকে মহাৰাজা পুনৰ্বাৰ চুজি মাৰিবলৈ পাচিলে। বৰগোহাঁই উজাই গৈ আঠিয়াবাৰী ভিতৰত

স্বয়ন্তু ৰজা পূৰ্ণ চলিহা
হাতীমুৰীয়া ফুকন

ৰহিলগৈ; চুজিৰ ঘৰ চুৰাৰ কাটি, ধান কাটি, যি পালে মানুহ গৰু ধৰি লৈ ওলাই আহিল। বৰগোহাঁয়ে পৰ্ব্বতৰ দাঁতিয়েদি চুজিৰ ঘৰ কাটি, পুৰি মানুহ-গৰু'ধৰি পশ্চিম মুখে যাওঁতে, তৰাৰ সাঙ্কিত লুপি থাকি, চুজিয়ে বৰগোহাঁইক কাঁৰ একাঠি লগালে। পাচে তাতে দিনাদহেক থাকি, বজতি, বিবৈধীয়া, সোলেঙ্গী, চুজিৰ এই তিনি গাঁও মাৰি লুটি, ঘৰ পুৰি যি পালে, মানুহ, গৰু ধৰি লৈ খাবৈয়েদি লুইতলৈ ওলাই আহিল। পাছৰ বছৰ পুনৰ্ব্বাৰ আমাৰবোৰে ধান কাটিলেগৈ। চুজি যি আছিল খাবলৈ নেপাই সবে আহি ৰবিলহি।

কতোদিন অন্তৰে কছাৰীৰ বীৰ দৰ্পনাৰায়ণে (এওঁক ৰবিদৰ্পনাৰায়ণ বুলিও জানে) কলিয়াবৰেদি পঠালে মজিন্দাৰক, তাৰ পাত্ৰমন্ত্ৰীবোৰেও সমালোচনা কৰি মৰঙ্গীয়েদি পঠালে ফুৰা দলৈক। দুয়ো আহি ছুঠাইৰ চকী পালেহি। আমাৰ চকিয়ালহঁতে বোলে, তহঁত কি কাৰণে আহিছ? মৰঙ্গীয়েদি অহাটে বোলে, প্ৰীতিৰ কাৰণে মন্ত্ৰীবোৰে পঠাইছে, কলিয়াবৰেদি অহাটে বোলে, প্ৰীতিৰ কাৰণে ৰজা পঠাইছে। এই কথা দুই ঠাইৰ চকীয়ালে আহি দৈগোৰোঙত বৰচেটিয়াৰ ঠাইত জনালেহি। বৰচেটিয়াই টংচু ৰৰৰুৱালৈ জনালত ৰৰৰুৱাই মহাৰাজাত ক'লে। মন্ত্ৰীবোৰৰ কথাত কৰি ৰজাৰ কথাহে ডাঙৰ, আকে চাই মহাৰাজাদেৱে বোলে, বৰচেটিয়াই আনি ফুৰাদলৈক বোজৰাজ দি ৰাখি থওকহি। এইবুলি ৰৰৰুৱাক মজিন্দাৰক আনি পত্ৰসন্দেশ সহিতে, ভালমানুহ এটা লগত লৈ পূৰ্ব্ববিধাৰণে আনি তুলিব দিলে। মহাৰাজাৰ আজ্ঞায় টংচু ৰৰৰুৱাই মজিন্দাৰক আনি তুলি, সন্দেশ-পত্ৰ সহিতে শুকটিগুলা বলোক লগত দি মজিন্দাৰক বিদায় দি পঠালে; বৰচেটিয়াই ফুৰা দলৈক আনি বোজৰাজ দি ৰাখি থ'লে।

তাত পাচে মহাৰাজাদেৱে কছাৰী ৰজালৈ পত্ৰত এইখান লিখিলে বোলে, "তোমাৰ আমাৰ প্ৰীতিগোট পূৰ্ব্বাৱধি চলি গৈছে। এইৰূপে আমি সেই প্ৰীতিতে ৰহিছোঁ। তুমি যে উকীল অনাদৰ কৰি পঠাইলা হেন যে লিখিছা, থাপিত সাক্ষিতৰ ব্যৱহাৰ আগত কৰি বিপৰীত কৰি দিছা যেখন তুমিহে প্ৰীতিগোট ছেদ কৰিছা। এখন ধৰ্মপথক স্মৰি পূৰ্ব্ব নিৰ্ব্বন্ধে ব্যৱহাৰ কৰিলে, কিসক প্ৰীতিগোট নচলিব?" এমনে পত্ৰত লিখি, সন্দেশ সহিতে শীতলীয়াল আৰু নাৰায়ণক লগত দি মজিন্দাৰকে ফুৰা দলৈকে বিদায় দিলে।

আমাব দুই কটকীক মহাবাজা এই বুলিলে বোলে, মবজীত যি আছে, সিইতকো লগত লৈ, কছাবী বজাত যোগাই দিবি নি। আমাব দুই কটকী গৈ বীবদৰ্পনাবায়ণ বজাব ঠাইত পত্ৰসন্দেশ দি, প্ৰীতিব কাবণ কহিলে। পাচে পত্ৰত থাপিত সাব্যস্ত বুলিবৰ শুনি, আমাব দুই কটকীক দায় ধবি কছাবী বজা বোলে, আমাক তোব মহাবাজাই কন্যা দি কাহানি থাপিছে সাব্যস্ত, থাপিত সাব্যস্ত যে বোলে? পাচে আমাব দুই কটকীয়ে বোলে, বজাসকলব অভিপ্ৰায় বজাসকলেহে বুজে; বজাব বিশ্বাস আমি কেমনে বুজিম? আমাব মুখব বচন নহয়, পত্ৰব বচন, অন্যথা কেমনে লিখিব? মহাবাজা পাত্ৰ-মন্ত্ৰী সহিতে বিচাব কবি চাওক। পাচে কছাবী বজা পাত্ৰমন্ত্ৰী সহিতে সমালোচন কবি বোলে, পূৰ্ব্বে যেই সকলক কন্যা দি থাপিছে, সেই সকলকহে তোব মহাবাজা থাপিত সাব্যস্ত বুলিব পায়। যেমনে অজাত পুত্ৰব নামকবণ নঘটে, তেমনে কন্যা দি নৌ থাপোতেই থাপিত সাব্যস্ত কেমনে ঘটিব? এখন প্ৰীতিক স্মবি কন্যা দি থাপিবাক মনেহে জানো তোব মহাবাজা থাপিত সাব্যস্ত বুলি লিখিছে, ভাল, তোব মহাবাজা এখন আপোনাব বচন বক্ষা কবি এখন আমাকো কন্যা দি থাপক। এইখান পত্ৰত লিখি, পত্ৰসন্দেশ সহিতে ভেবেবা দলৈক লগত দি আমাব দুই কটকীক বিদায় দিলে। দুই কটকী আহি ভাজবীয়া সকলব ঠাইত, মহাবাজাব ঠাইত সেবা কবি, পত্ৰসন্দেশ দি, পূৰ্ব্বাপব ধাবণে প্ৰীতিব কাবণ কহি কছাবী বজাই কোৱা কন্যাব কাবণ কহিলে।

কন্যাব কাবণ শুনি মহাবাজা ভাজবীয়াসকলত সুধিলে বোলে, কন্যা দিয়া নিদিয়া বচনখান বুলিব লৈ কোনখান বোলাইক? ভাজবীয়াসকলে বোলে, পূৰ্ব্বে কন্যা দি অসন্তোষ পোৱা গৈছে। নিওঁতেও সিইঁতে অনাদব কবিহে নিলে; আক চাই আশা দি থবলৈহে ভাল; নিশ্চয় কবি কথা দিবলৈ ভাল নহয়। এই হেন জানি স্বৰ্গদেবব মনে বা কোনখান বোলে? পূৰ্ব্বে কন্যা দি, সি অসন্তোষ নেপালে ভাল। এতেকে স্বৰ্গদেৱে ভাবি চাওক। মহাবাজা বোলে, কন্যা দি কছাবীবে আমাবে কিমতে হয় ছল-ছন্দকৈ হাট পাতিম। তাতে আমাব মানুহে বেচাকিনা কবি থাকিব, ছল-বিছলো চাব। ছল চাই একেবাতিয়ে গাঁবো মাবি আনিম; তেহে মোব কোবব শাল শুচে। এইখান নিশ্চয় কবি, কন্যা দিম হেন বুলি, পত্ৰ লিখি, পুনৰ্ব্বাব শীতলীয়াল কটকীকে, কাম কটকীকে পত্ৰসন্দেশ সহিতে লগত দি, কছাবীব দুই কটকীক বিদায় দিলে। পাচে মহাবাজা এখান হাটো পাতিলে। পাচে আমাব দুয়ো কটকী গৈ বীবদৰ্পনাবায়ণ বজাব ঠাইত লিখা পত্ৰ দি, প্ৰীতিব কাবণ কহি, কন্যা দিবব কথা কহিলে। পাচে বীবদৰ্প নাবায়ণ বজায়ো পুনৰ্ব্বাব দুই কটকীক তুলি প্ৰীতিপূৰ্ব্বক কন্যাব কাবণ কহি, মজিন্দাববে মধুব হাতত্তে পত্ৰ-সন্দেশ দি আমাব দুই কটকীক বিদায় দিলে। আমাব দুই কটকীয়ে লৈতে মজিন্দাব আক মধু কটকী আহি টংচু সন্দিকাই ববৰুৱাব ওচবত উঠি, পত্ৰ-সন্দেশ দি, কন্যাব কাবণ কহিলে।

সেইবেলা আইকুঁৱৰীত পোৱালি পাচনীৰ খাটনি আছিল। সেইকাৰণে সিলোকক পৰাভৱ কৰা যেন দেখি, আইকুঁৱৰীয়ে পোৱালীক বন্দী কৰি থৈছিলে। পাচে বন্দীৰ পৰা এৰালত, সেয়ে ৰজাত গোচৰ দিলে বোলে, আইকুঁৱৰীয়ে কপাই গৰিয়াত (আহোম মাতেৰে "প-ভী-য়" বা "চেং-চাই" অৰ্থাৎ ৰকতিয়াল) কৈ বুঢ়াগোহাঁইলৈ কৈ গ'ল বোলে, যেনে-তেনে উপায়কৈ ভাগিনীয়েকক (কুকুৰেখোৱা গোহাঁইক) ৰজা পাতোক। এই কথা শুনি ৰজাদেৱে কপাই গৰিয়াক আনি কাটিলে। পাচে আইকুঁৱৰীয়ে বোলে, তোমাৰে মোৰে ভেদ লগাই কোনোবাই এইবোৰ মিছায়ে কয়। এইবুলি কলত, আইকুঁৱৰীত থাকি, পোৱালি পাঁচনীক থিয়েয়ে কাটিব দিলে। আৰু হাতীপোৱালীক বুঢ়াগোহাঁই ভাজি শুকুলাহুড়ুকে পুনৰ বুঢ়াগোহাঁই পাতিলে। অপৰকে সেইবেলা কুকুৰেখোৱা গোহাঁয়ে লোকক পৰাভৱ কৰি ফুৰিছিলে। গৰ্ভাৱতী

**শুকুলাহুড়ু বুঢ়াগোহাঁই**
(৩য় বাৰ)

স্ত্ৰীক দেখিলে ধৰি আনি কুকুৰৰ হতুৱাই গৰ্ভ ফালি ল'বা চাইছিল; আনো স্ত্ৰীলোকক ধৰি আনি জাতি ভ্ৰষ্ট কৰাইছিল; দঁতুৱা মানুহ দেখিলে তাৰ দন্ত শুছায়; আৰু লোকৰ তিকতা ধৰি আনি, কাঢ়ি আনি আক-তাক দিয়ায়। ডা-ডাঙৰীয়া, ৰকৰাফুকনহঁতৰ দোলাত কুকুৰ তুলি পঁহ মাৰিবলৈ যায়। ফুকন ৰকৰাবোৰে সাজ-খাবলৈ গলে চৰাইলৈ বুলি ফুকন-ৰকৰাৰ গালৈ বাতলু গুটি মাৰে। এইবোৰকে সহিব নোৱাৰি সকলোৰে সমালোচন কৰি, খহৰা গোহাঁইকে ৰজা পাতিবলৈ মনে যুকুতি কৰিলে। পাচে সেইবেলা নৰিয়া ৰজা স্বৰ্গদেৱে মাকৰ হই ভাত খুৱাবলৈ লগা-ভগা গোহাঁইবোৰকো, ৰকৰা, ফুকন, ৰাজখোৱা, হাজৰিকা সবাকো নিলে। পাচে শুকুলা হুড়ু বুঢ়াগোহাঁই দুৱাৰতে ৰৈ আছিলে। তামোল দিবৰ ছলে তাতে ৰৈ বুঢ়াগোহাঁয়ে সবাকে মাতিলে, সকলোকে তাতে ৰাখিলে বোলে, কি কথা তইঁতে জানিছ নে? সিবোৰে বোলে, নেজানো, আমি একো জনা নাই। পাচে বুঢ়াগোহাঁয়ে বোলে, মই ৰজাৰে বিশ্বাসে কথা হওঁতে বৰগোহাঁয়ে দেখিছে, মহাৰাজা খহৰা গোহাঁইকে ৰজা ল'ব লাগে বুলিছে, মোক সেইকথা তইঁতক ক'ব দিছে। সবেও বোলে, ভাল, ৰজা স্নি বুলিছে কৰিব লাগে।

পাচে এইৰূপে সবে সমালোচন কৰি দিহিঙীয়া সকবুঢ়া বৰগোহাঁই, শুকুলাহুড়ু বুঢ়াগোহাঁই, ভগা বুঢ়াগোহাঁই হাতীপোৱালি সেয়ে এভিয়া ঘৰকলীয়া ৰকৰা, নাকুজই ডুলীয়া ৰকৰা, দীঘলা ৰোৰাচোৰা, সোণাযুৱা বেজ, এই সকলে গৈ, খহৰা গোহাঁইক

**ঘৰকলীয়া ৰকৰা**
**ডুলীয়া ৰকৰা**

আনি চ'ৰাত বহৱাই থৈ, নৰিয়া ৰজাদেৱক জখলা ওভোতাই থ'লে। ৰজাদেৱে বোলে কোন? বুঢ়াগোহাঁয়ে বোলে, স্বৰ্গদেৱক এখোন অনা নাই, খহৰা গোহাঁইকহে আনিছোঁ। নৰিয়া ৰজাদেৱে বুঢ়াগোহাঁইৰ কথাৰ মাত বুজি বোলে, মোকো আনইক

বুলিহে ভয় কৰিলো ; মোকোইঁতে নিবি, পাচে কিন্তু মোক যি শূলেৰে বিন্ধিছ, তোকো সেই শূলে বিন্ধিব, পৰে দি কাটিব। এই বুলি মনে মনে ৰ'ল। পাচে পাত্ৰমন্ত্ৰীসবে সমালোচন কৰি খহুৰা গোসাঁইকে ৰজা পাতি সেৱা কৰিলে ; আৰু নৰিয়া ৰজাক নি ৰণ্‌চেখামত ৰমণীবাৰীত বোজবাজ দি থ'লেনি। খহুৰা গোসাঁইৰ মাকো ৰজাদেৱৰ লগতে ৰণ্‌চেখামলৈ গ'ল।

পাচে ৰণ্‌চেখামত গৈ খহুৰা গোসাঁইৰ মাকে পুতেকৰ ঠাইত অহা-যোৱা কৰি থাকোতে একদিনা নৰিয়া ৰজাদেৱে বোলে, পুতেৰে যদি দিনাচাৰেক বাজ খাব, পুৰণি খুটা গুচাই ন-খুটা লগাব, তেহে খাব পাৰিব, এইবুলি কৰি। এইখান বুলি পঠালে।

পূৰ্ব্বে যি চুঙ্গিৰ লগত যুধ হৈছিল, নৰিয়া ৰজাদেৱৰ দিনতে ১৫৭৫ শকত চুঙ্গিৰ ধঁৰিয়ালপৰা ৰজাই ভয় পাই শেহত আমাত ৰৰিলহি। পাচে ৰজাদেৱে সিবোৰক ভাঙ্গি আনি অভয়পুৰত পাতিলেহি ; আৰু খামজঙ্গীয়া নৰাই আহি নামৰূপৰ ভঁৰাল

**চুঙ্গিৰ ধঁৰিয়ালপৰা ৰজা**

পুৰি আহিলা-পাতিখনি লুৰি নিলে। পাচে ৰণলৈ তিপাম ৰজাক দিলে, ৰণত নৰা ভাগি গ'ল। পুনৰ আমাৰ নকৈ ভঁৰাল কৰিলে। আৰু সকলো "দেওঘৰ"ত ১৫৭৬ শকত মানুহ দি নিৰ্ব্বন্ধ কৰিলে, আৰু মিচিমি গড় বন্ধালে। পাচে ১৫৭৬ শকৰ আষোঢ়ৰ ১৫ দিন যাওঁতে ভাতৰ লগত বিষ খুৱাই, নৰিয়া ৰজাদেৱক মাৰিলে, ভোগ ২ বছৰ। এইজনা স্বৰ্গদেৱৰ দিনতে, পূৰ্ব্বে ১৫৭৪ শকত শিঙ্গৰিঘৰত কুন্‌বিন্‌কুন্ খাঁ, পাটঘৰত পাগজেমা, ৰজাপতাত ৰচোৱাল টঙ্গালি, এইৰূপে বঁটাৰ নিৰ্ব্বন্ধ কৰিলে।

# জয়ধ্বজ সিংহ

পাচে ১৫৭৬ শকত খহৰা গোহাঁইদেও চুতাম্‌লা নাম লৈ পিতৃ-সিংহাসনত উঠিল। হিন্দুমতে জয়ধ্বজ সিংহ নাম ল'লে। ৰজাদেৱে ৰজা হয়ে কুকুৰেখোৱা গোহাঁইৰ মাক ৰৰকুঁৱৰীক ফিচাৰি ৰাজলৈ আনিব দিলে। পাচে উলিয়াই আনি মাক-পুতেক দুইকো বৰহাটত মাৰি, মাকৰ বুকুত পুতেকক দি পুতি থ'লে। কুকুৰেখোৱা গোহাঁইৰ মোমায়েক সবিয়হ বুঢ়াগোহাঁইকো, চেলেদ বেজকো, দুইকো বৰহাটত মাৰিলে।

এনে প্ৰবাদ আছে বোলে ইতিপূৰ্ব্বে যে বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত মিশ্ৰ বাপুক বধ কৰা হৈছিল, তাৰ কাৰণে ৰাজ্যত বহুত উৎপাত অমঙ্গল হ'ল। ভাটিকালৰ কোনো পণ্ডিতে গণনাৰ দ্বাৰা থিৰাং কৰিলে যে পূৰ্ব্বদেশত কোনো এজন মহাসন্তক বিঘাত কৰিছে। এই পণ্ডিতৰ বাক্য-পত্ৰ কিবা সূত্ৰে স্বৰ্গদেৱৰ হাতত পৰেহি। পাচে পত্ৰ পাই স্বৰ্গদেৱে ভয় খাই মিশ্ৰ বাপুৰ পুত্ৰাদি কোন আছে বিচাৰ কৰিলে।

এইসময়ত ৰজাদেৱে দিলিহীয়ালৰ শুকুলাহছুক বুঢ়াগোহাঁই সহিতে ৰজাদেৱে কথা হৈ মিশ্ৰ বাপুৰ ল'ৰাক বিচাৰ কৰি আনিবলৈ বুলিলে। মিশ্ৰ বাপুৰ দুটি ল'ৰা আছিল, কিন্তু তেওঁৰ বিধবা পত্নীয়ে মাৰে বুলি ভয় কৰি, ল'ৰা দুটিক আঁৰ কৰি থৈ, সত্ৰৰ পাঠক চন্দ্ৰ নিৰঞ্জনদেৱক মিশ্ৰ বাপুৰ পুতেক, বুলি ৰজাৰ আগত উপস্থিত কৰালে। স্বৰ্গদেৱেও ভয়যুক্ত হৈ তেওঁতে শৰণ ল'লে আৰু আউনীআটী নামে সত্ৰ কৰাই দিলে। আৰু ব্ৰহ্মবধৰ পাপৰ মোচন হেতুকে গালপুৰাঘাটত (বৰ্ত্তমান শিৱসাগৰৰ পকা ঘাট) গোবিন্দ ঠাকুৰক দি, যজ্ঞ কৰি, বহুত মাটি-মানুহ উছৰ্গি, তামৰ ফলি কৰি দিলে। সেইদিনৰে পৰা তামৰ ফলি চলিল।

তুৰৈগঁয়া লেচাম বুঢ়াগোহাঁই

আউনীআটী সত্ৰ

এইজনা স্বৰ্গদেৱৰ দিনতে বৰহটীয়া সন্নয় কৈৱৰ্ত্তই ঘৰৰ ভেটিলৈ মাটি তোলোতে ধন পালে। পাচে দশখান ৰভা দি সবাহ কৰিলে, আহোমৰ, হিন্দুৰ, কৈৱৰ্ত্তৰ, হাবীৰ গায়ন-বায়ন পৃথকে পৃথকে, প্ৰজা একাকাৰ হৈছিল। পাচে মহাৰাজা সেই কথা শুনি মন্ত্ৰক দি, কুঠাৰেৰে বুকু ছিৰি মাৰিলে; কৈৱৰ্ত্তৰ সবাহ খাৱৰ শুনি বহুতক দায় ধৰিলে। তাতে চিৰিংভাদৰ আৰু বৰগোহাঁইপৰীয়াও কতো পৰিলে, বেৰতীয়া আহোমো পৰিলে। সেইদিনৰ পৰাহে কৈৱৰ্ত্তৰ সবাহ খাবলৈ কোনো নেযায়, কেৰাহি

কৰিও নেচায়। একদিনা ৰজাদেও ৰৰজিলৈ যাওঁতে, চাৰিৰছৰীয়া, ছোৱালী এটিয়ে ৰজাৰ ককালত সাৱটি ধৰিলে। ৰজাদেৱে বোলে ক'ৰ ছোৱালীটি? পাচে ৰৰকুঁৱৰীয়ে বোলে, দিলিহীয়াল বুঢ়াগোহাঁইৰ জীয়েকৰ ভায়েকৰ জীয়েক, মাক বাপেক মৰিলত সক মাহী কুঁৱৰীয়ে আনি থৈছে। ৰজাদেৱে বোলে, পুতৈ ঐ! মোক বাপেক বুলিহে ধৰিলেহি, মোৰ জী হ'ল জানিবা। এতেকে এইক মই তুলিম। এই বুলি তুলি, অবোংততে কেকোৰা দোলা দি চেংধৰাৰ লুখুৰিৰ পুতেকত বিয়া দিলে, আৰু বাপেক চেংধৰাক (লুখুৰিক) বৰফুকন পাতি কলিয়াবৰলৈ পঠালে। মহাৰাজা স্বৰ্গদেৱৰ ৰৰকুঁৱৰীৰ চাৰিজনী জীয়েক; ৰৰমাহী কুঁৱৰীৰ দুই জীয়েক হ'ল। পাচে মহাৰাজা আউনীআটীৰ নিৰঞ্জন পাঠক বাপুত আশ্ৰয় কৰি, হৰি মন্দিৰ কৰি, আপুনি আৰ্জ্জন কৰি, পদ্মপুৰাণৰ জলধৰা আখ্যানৰ পদ কৰিলে; আনো বহু পদ পয়াৰ কৰিলে। ৰৰকুঁৱৰীৰ বায়েকক আনি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে, সক বুঢ়াৰ সলনি লেচাইক বৰফুকন পাতিলে। কতো দিন থাকি, কিবা দায় ধৰি, লেচাইকো বৰগোহাঁই ভাজি তেওঁৰ ঠাইত, লাজিচাঙক বৰগোহাঁই পাতিলে। তাত পাচে চেংধৰাৰ লুখুৰিকো বৰফুকন ভাজি মহাৰজা স্বৰ্গদেৱে এক শহৰ (এওঁৰ নাম বাছুলি, মোমাই তামুলী বৰবৰুৱাৰ পুতেক, বিখ্যাত লাচিত বৰফুকনৰ ককায়েক) বাছুলিক "ৰজা শহৰ" নাম দি বৰফুকন পাতিলে। আৰু ৰজাদেওৱে ভাই লাপ্‌লুপ্‌ গোহাঁইৰ শহৰ বাছুলি নাওবৈছা ফুকনক ডেকাফুকন পাতি ৰাজমন্ত্ৰী পাতিলে; আৰু ৰজা শহৰ বৰফুকনৰ ভায়েকক নাওবৈছা ফুকন পাতিলে; পূৰ্ব্বত এইবৰ লুখুৰাখন। তাত পাচে ৰজাশহৰ বৰফুকনে বাছুলি ডেকা ফুকনেৰে কথা হৈ বাঁৰী বামুণীৰ এক ল'ৰা লাজি চুৰুক চাওবোকৰ চকীয়াল পাতিলে।*

চেংধৰা বৰফুকন

লেচাই বৰগোহাঁই
লাজিচাঙ বৰগোহাঁই

ৰজাশহৰ বৰফুকন
ডেকা ফুকন
নাওবৈছা ফুকন
"লুখুৰাখনৰ"

ৰজাদেৱে লাই সন্দিকৈৰ এক জীয়াৰী নিছিলে, তেওঁৰে ভনীয়েক বেৰতীয়া আহোমত পৰিছিলে। পাচে ভনীয়েকে গাত গৰ্ভেৰে বাৰেকক চাৰলৈ গ'ল। পাচে গড়গাঁৱৰ ভিতৰতে ল'ৰা হ'ল। স্বৰ্গদেৱে শুনি বোলে, মই নাও থ'লো, এই ৰৰ গড়গঁয়া পাতৰ, আৰু পূৰ্ব্বে যি একৈদ গড়গঁয়া পাতৰ হ'ল, তাৰে বিলগাই, এই ৰৰক গড়গঁয়া ৰৰ—পাতৰ বুলিব। এইবুলি ক'লে। পাচে স্বৰ্গদেৱে লুখুৰি চেটিয়াৰ পানীফুকন পাতিলে, ৰৰ অন্তঃপুৰীয়া

আন আন বা বিষয়াসকল

---

* মহাৰজাৰ শহুৰেকৰ নামো বাছুলি, ডেকা ফুকনজনৰ নামো বাছুলি। ডেকা ফুকন বাছুলি জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ ভায়েক লাপ্‌লুপৰ শহুৰেক হয়। মহাৰজাৰ শহুৰেকক ৰজা শহৰ বৰফুকন আৰু লাপ্‌লুপ গোহাঁইৰ শহুৰেকক "বাছুলি ফুকন" বা "বাছুলি ডেকা ফুকন" বুলি এই পুথিত উল্লেখ কৰা হ'ব।

ৰাজখোৱা ; এওঁ বুঢ়াগোহাঁই ফৈদৰ ; মাজু অভয়পুৰীয়া ৰাজখোৱা ; এওঁ টংচু সন্দিকৈৰ ৰাহৰ ; আৰু সৰু অভয়পুৰীয়া ৰাজখোৱা বৰগোহাঁই পৰীয়া ; তকৰাদিহিঙীয়া ৰাজখোৱা দুৱৰাৰ, পানীদিহিঙীয়া ৰাজখোৱা দিহিঙীয়া ফৈদৰ. শলগুৰীয়া ৰাজখোৱা টংচু সন্দিকৈৰ ; পানী শলগুৰীয়া ৰাজাখোৱা ৰকতিয়ালৰ, নামডাঙীয়া ৰাজখোৱা চেতিয়া, ওপৰ দৈয়াঙীয়া ৰাজখোৱাও চেতিয়াৰে ; নাম দৈয়াঙীয়া ৰাজখোৱা বুঢ়াগোহাঁই ফৈদীয়া, আৰু ৰূপসন্দিকৈৰ ডালৰ দিহিঙীয়া ফুকন হ'ল। ভোৰোলৰ ফৈদ জাতত পূৰ্ব্বত চুটীয়া, লাঙিৰ লকৃলকীয়া চেকেৰী হাৰকিনা ; তাক আনি পাতিলে টংচুত। ৰজাদেওৰ এক জীয়াৰী দিলে লুথুৰী চেতিয়াত, এক জীয়াৰী দিলে ফুল বৰুৱাৰ পুতেকত।

পূৰ্ব্বে মৰিয়া ৰজাদেৱে কছাৰীৰ গোনে যি হাট পাতিলে, তাৰ বেচাকিনা ভাল হেন চলিবৰ দেখি, এইজনা ৰজাদেৱে সিংহ পংক্তিৰে আঠচুকীয়াকৈ বহু সোণৰ ৰূপৰ মোহৰ মাৰিলে। আমাৰ দেশত সেই সময়ৰ পৰাহে সামাইন লোকৰ ভিতৰতো মোহৰ চলিল। তাত পাচে সেইবেলা টংচু বৰবৰুৱাই মহাৰাজাদেৱত জনালে বোলে, কছাৰীৰ কটকীও আহি আছে ; তাকে বা কোনখান বোলা যাব ? পাচে ভাৰবীয়াবোৰেৰে সমালোচন কৰি মহাৰাজা বোলে ; কছাৰীৰ কটকীক তুলি, তাৰ যোঁৰাকে সন্দেশকে আৰু এটা কটকীক হাতীশালত তুলি, পত্ৰ সহিতে মধু কটকীক ৰাখি শীতলীয়ালকে ৰাঘকে লগত দি, মজিন্দাৰক বিদায় দিলে।

**মুদ্ৰাৰ প্ৰচলন**

পাচে দুয়ো কটকী গৈ বীৰ দৰ্পনাৰায়ণ ৰজাৰ ঠাইত পত্ৰসন্দেশ সহিতে উঠিলগৈ। বীৰ দৰ্পনাৰায়ণ ৰজাই পুনৰ্ব্বাৰ কটকীৰ আগত এইখান বুলি বিদায় দিলে বোলে, মহাৰাজাৰ পিতৃয়ে যিখান বুলিলে, পুতে তাক পালিবাক লাগে। আমি এইখানহে কহিছোঁ, আন কিছু কোৱা নাই। পাচে আমাৰ দুই কটকীও মজিন্দাৰ সহিতে আহি, পত্ৰ হৈ মহাৰাজৰ ঠাই পালেহি। মহাৰাজায়ো কছাৰী কটকীক পূৰ্ব্ব ধাৰণে তুলি, কুশলাকুশলি সুধি বোলে, তোৰ হৰ্শ্বেশ্বৰে পত্ৰত যি লিখিছিলে শুনিলো, মুখে কি কৈছে বোল। পাচে মজিন্দাৰে বোলে, মহাৰজাৰ পিতৃয়ে কন্যা দিম বুলিছিল ; মহাৰাজায়ো পিতৃবচন ৰাখি এখন কন্যাক দিবাক লাগে। মহাৰাজাই বোলে, পিতৃবচন ৰাখিম, কিন্তু মই যিখান বোলো সেইখান তোৰ কছাৰীৰজা কৰিব পাৰিব নে নোৱাৰে ? মজিন্দাৰে বোলে, হৰ্শ্বেশ্বৰে যদি কৰিব নোৱাৰিব তবে মহাৰাজালৈ কিয় কৈ পঠাব ? পাচে মহাৰাজাই বোলে, সুদা মানুহৰ কন্যাও দৰা আহিলেহে দিয়ে, এতেকে মই দৰা আহিলেহে কন্যা দিব পাৰোঁ। যদি হৰ্শ্বেশ্বৰে নিজে আহিব নোৱাৰে, তেওঁৰ ভাই বেটাকে পঠাব, তেহে কন্যা দিব পাৰোঁ। মজিন্দাৰে বোলে, ভাইৰ যি কথা ক'লে, ৰজাৰ ভাই নাই, বেটা সৰু, কেমনে পঠাব ? ৰবাবুৰুকে আহি কন্যা নিবহি পাৰে। পাচে আমাৰ দুই কটকীয়ে বোলে, মজিন্দাৰে যি বুলিছে বোলক, স্বৰ্গমহাৰজাই যিখান

বুলিব, হর্শ্বেশ্বৰে কিয় নাবাখিব ? নিশ্চয় ৰাখিব। এতেকে স্বৰ্গদেৱে কছাৰীৰ হর্শ্বেশ্বৰলৈ সেইৰূপে বুলি পঠাওক।

এই কথা শুনি মহাৰাজাই ভাইবেটাৰ কাৰণে কহি, বীৰ দৰ্পনাৰায়ণ ৰজাৰ ঠাইলৈ সন্দেশ সহিতে এক পত্ৰ দি, মজিন্দাৰ চেতিয়া দলৈ সহিতে আমাৰ দুই কটকীক পুনৰ পঠাই দিলে। সিহঁতো গৈ হর্শ্বেশ্বৰৰ ঠাইৰ পুনৰ পত্ৰসন্দেশ লৈ, মজিন্দাৰ চেতিয়া দলৈ সহিতে আমাৰ দুই কটকীক পুনৰ পঠাই দিলে। সিহঁতো গৈ হর্শ্বেশ্বৰৰ ঠাইৰ পুনৰ পত্ৰসন্দেশ লৈ, মজিন্দাৰ চেতিয়া দলৈ সহিতে আহি টংচু বৰবৰুৱাৰ ঠাইক পাই, সেৱা কৰি পত্ৰসন্দেশ দি, কছাৰী ৰজাৰ ভাইবেটা নাহিবৰ কাৰণ কহিলেহি। টংচু বৰবৰুৱায়ো সেই কথা স্বৰ্গমহাৰাজাৰ ঠাইলৈ জনাই পঠালে। পাচে মহাৰাজায়ো কছাৰী কটকীক তুলিবলৈ সমালোচন কৰি বোলে, মেলত সুদা মানুহে মাতিবলৈ ভাল নহয়; টংচু ৰবৰুৱাই মাতিলেহে গহীনত পৰে। এইবুলি মহাৰাজাই সন্দিকৈ বৰবৰুৱাক মাতিবলৈ বুলিলে। পাচে কছাৰী কটকীক তুলিলত টংচু বৰবৰুৱাই বোলে, অ' মজিন্দাৰ চেতিয়া দলৈ। তহঁত যেখন আহ, তোৰ হর্শ্বেশ্বৰ কুশলে আছে ? কটকীয়ে বোলে, আমি যেখন আহোঁ, হর্শ্বেশ্বৰ কুশলে আছে। পাচে বৰবৰুৱাই পত্ৰ চাই, হর্শ্বেশ্বৰে ভাই-বেটা নপঠাৱৰ কাৰণ পঢ়িলে। পত্ৰত লিখিছে বোলে, ভাই নাই, কি পঠাম ? বেটা সক কিকৈ যাব ? বৰা-বুকুকেহে গৈ কন্যা আনিব পাৰে। পাচে টংচু বৰবৰুৱাই বোলে, হর্শ্বেশ্বৰে যদি ভাইবেটা দুইবো এটি পঠালেহঁতে, তেবে কামনা সিদ্ধি হ'লহঁতে। কাকো নপঠালে যে, কামনা সিদ্ধি এখন কেমনে হব ? আৰু তই যে বৰাবুকুক আহি কন্যা নিবহি পাৰে বুলি কৈ গৈছ, এতিয়া যে বৰা-বুকুক নাহিল ? এতেকে তহঁত যেই বাটে আহিছ, সেই বাটে ওচি যাগৈ। এই বুলি টংচু বৰবৰুৱাই কছাৰী কটকীক মুখ মাৰি, নিধি কটকীক লগত দি বিদায় দিলে; বচনেও এইখান বুলিলে বোলে, সাতগাঁৱৰ পাৰে তহঁতক বিদায় দিলো, পূৰ্ব্বধাৰণে অহা-যোৱাকৈ, লিখাপত্ৰ আনি, থাকিবি। আহিলে গোহাঁইবোৰকো, স্বৰ্গমহাৰাজাকো সেৱা কৰি থাকিব পাৰিবি, আৰু প্ৰীতি ও চলি থাকিব। পাচে কটকীবোৰে গৈ, বীৰ দৰ্পনাৰায়ণ ৰজাৰ ঠাইত, এই কথা কৈ পত্ৰসন্দেশ দিলেগৈ। বীৰ দৰ্পনাৰায়ণেও পুনৰ্ব্বাৰ প্ৰীতিৰ কথা কহি, কটকীৰ হাতে পত্ৰ সন্দেশ দি, আমাৰ নিধি কটকীক বিদায় দিলে। কছাৰী কটকীও আহি টংচু বৰবৰুৱাৰ ঠাইত উঠি, পত্ৰসন্দেশ দি প্ৰীতিৰ কাৰণ কহিলে। মহাৰাজায়ো ডাঙ্গৰীয়াবোৰেৰে সমালোচন কৰি, পুনৰ্ব্বাৰ নিধিক গুচাই, ৰাম লস্কৰৰ হাতত প্ৰীতিৰ কাৰণ লিখি, পত্ৰ-সন্দেশ দি কছাৰী কটকীক বিদায় দিলে।

পাচে ১৫৮০ শকৰ শ্ৰাৱণ মাহত ৰজাসহৰ বৰফুকন সমদ্বিতে কলিয়াগোহাঁইৰ পুতেক, টংচু বৰবৰুৱা, লানুবাৰুৰ পুতেক আৰু গোলোলা কোঁৱৰ প্ৰমুখ্যে লোকজন

নগাত দি, জয়কাৰ পোনে লাকুমা নগাক মাৰিবলৈ পাকিলে। বৰবৰুৱা গা বিষম বুলি পাছ হুহকিলে। সেই ঠাইতে টংচুক ভাঙি চেংধৰাৰ বেংখোৱাক বৰবৰুৱা পাতি নগাক মাৰিবলৈ বুলিলে। বৰবৰুৱাও সিবোৰে লৈতে গৈ, জয়কাত থানা দি ৰহিলগৈ। পাচে নগাক ধৰিবলৈ যাওঁতে, নগাই বাট ভেটি বিস্তৰ মানুহ কাটিলে।

**চেংধৰাৰ বেংখোৱা বৰবৰুৱা**

ৰহিব নোৱাৰি চেংধৰা বৰবৰুৱা আৰু আনো বৰুৱাবোৰ হুহকি আহিল। এইকথা মহাৰাজা শুনি, বৰবৰুৱা আৰু আনো বৰুৱাবোৰক খং কৰি, চেংধৰাৰ বেংখোৱাক বৰবৰুৱা ভাঙি, পুনৰ টংচু সন্দিকৈকে বৰবৰুৱা পাতি, তিকৰ পোনে টংচু বৰবৰুৱাকে যোৰাকোঁৱৰৰ বৰুৱাকে পঠালে, নামচাংৰ ফালে পঠালে গড়গঁয়া ৰজাৰ শহৰ ৰজাশহৰ বৰফুকনক। মহাৰাজাও গৈ নামচাংত ৰৈ আছিল; পাচে ৰজাদেৱৰ শহৰ ৰাজুলি ডেকা ফুকনো পাণবাৰীত ৰহিলগৈ; আৰু-স্তাত পাচে টংচু বৰবৰুৱাৰে হুয়ো একখান হই আলচি, নগাৰ ঘৰ পুৰি, ধান, আলু, কচু কাটি, উলটি আহি থানে থানে ৰহিলগৈ। নগায়ো খাবলৈ নেপাই, টংচু বৰবৰুৱাক নাগিনী কুঁৱৰী এটি দি ৰখিলহি। পাচে বৰুৱাবোৰো ওলাই আহিল।

**লাকুমা নগাৰ ৰণ**

**টংচু বৰবৰুৱা (২য় বাৰ)**

এনেতে ৰজাদেৱে কৈকুৰি আলি পোনালে আৰু ভটীয়াপাৰৰ পুখুৰী (অঠাই সাগৰ) খনালে। শক ১৫৮০। পাচে পুখুৰীত পানী নোলায়। আউনীআটীৰ নিৰঞ্জন বাপুৰ মুখে বেহাৰৰ বনমালী গোঁসাইৰ অসীম মহিমা জানি, মহুচৰণৰ আগত কৈ গোঁসাই আহিবলৈ ৰজা শহৰ বৰফুকনলৈ অনেক প্ৰকাৰ বচন বুলিলে আৰু পত্ৰ সন্দেশ সহিতে মিত্ৰৰজা বেহাৰৰ প্ৰাণনাৰায়ণৰ কাষত লোক পঠালে। গোঁসাইকো নিমন্ত্ৰণ পত্ৰ দিলে। গোঁসায়েও মহাৰাজাৰ বচন শুনি, প্ৰাণনাৰায়ণ ৰজাত বুলিলে। প্ৰাণনাৰায়ণ ৰজায়ো বিদায় দিলে। পাচে গোঁসায়ে বোলে, মই এখোন যাব নোৱাৰোঁ। মহাপ্ৰভু জগন্নাথ জগদীশক দৰ্শন হবৰ নিমিত্তেহে পূৰ্ব্বে আসিলোঁ, এখন জগন্নাথ দৰ্শন হবৰ নিমিত্তে অখন বিদায় কৰোঁ। প্ৰাণনাৰায়ণ ৰজাই বোলে, বাৰু যোৱা, গোঁসাই মহাপ্ৰভু দৰ্শন হই শীঘ্ৰে ঘূৰি আহাঁগৈ। গোঁসায়ে বোলে আমি স্বতন্ত্ৰ নোহোঁ, আমি ঈশ্বৰৰ অধীন; ঈশ্বৰে কোন ঠাইক নিয়ে, একো নাজানি। এইবুলি দেৱ বনমালী জগন্নাথক গ'ল। পাচে গোঁসায়ে জগন্নাথ দৰ্শন হই পৰম গোপ্য কৰি পুনৰ্ব্বাৰ ফিৰি আহি বিজয়পুৰত ৰহিলহি। এই কথা মহাৰজাই শুনি বৰফুকনলৈ বুলি পঠালে বোলে, গোঁসাইক শীঘ্ৰ কৰি মানুহ দি আনোক। মহাৰাজাৰ আজ্ঞা শুনি ৰজাশহৰ বৰফুকনে বৈছা লৈতে এক চৰা নাও দি গোঁসাইক শীঘ্ৰ কৰি অনাই মহাৰাজাৰ ঠাইক পঠালে। পাচে বনমালীদেৱে আহি, ৰাগ-ৰজাৰি

**বনমালীদেৱ**

কৰি ভটীয়াপাৰৰ পুখুৰীৰ পানী উলিয়ালে। মহাৰাজা গোঁসাইৰ এনে সিদ্ধালি গুণ দেখি, বেহাৰলৈ যাবলৈ এৰি নেদি, গোঁসাইক কলিয়াবৰত জখলাবন্ধাত সত্ৰ কৰি থ'লে। পাচে কত দিন থাকি জত্‌কৰাত শাকবাৰীত সত্ৰ কৰি দিলে। পাচে বনমালী

**দক্ষিণপাট সত্ৰ**

গোসাঁইক আনি ভটীয়াপাৰৰ পুখুৰী উছৰ্গিলে। তাৰ পাচে মাজালি লুইতৰ দক্ষিণে ৰজাদেৱৰ বাৰুলী বাহৰৰ পাট নগৰৰ ওচৰতে গোসাঁইক "দক্ষিণপাট" নামে ভাজৰকৈ সত্ৰ কৰি দি মাটি বৃত্তি দি ৰাখিলে ; আৰু ৰজাদেৱেও দেখাদেখি ৰুক্ষণে তন্ত্ৰোক্ত-মতে বনমালী গোসাঁইৰ মন্ত্ৰ গ্ৰহণ কৰিলে।

পূৰ্ব্বে মোমাই তামুলী বৰবৰুৱাই আলিয়াৰ খাঁ সহিতে যি প্ৰীতিগোট কৰিলে, সেই প্ৰীতিগোট নবাব মিৰ্জা হচেন, তাৰ পাচে নবাব চৈয়দ হচেন, তাৰ পাচে চৈয়দ কুতুব্‌ (আকে নাককটা হচেনো বোলে) এইসকলৰ দিনত সেই প্ৰীতিয়ে থাকিল। এনেতে দিল্লীৰ ছাহজাহান পাৎসা মৰাত, তাৰে চাৰি বেটাৰে, শেহত আৱৰঙ্গজিৱ পাৎসা হই ৰহিল আৰু মিৰ্জা নাথুল্লাক নবাব পাতি পঠালে। পাচে মিৰ্জা নাথুল্লাৰ দিনত আমাৰে অপ্ৰীতি হ'ল। নাথুল্লাই কৰ তুলিবৰ কাৰণ বেহাৰলৈ পিয়দাক পাচিছিল। পাচে বেহাৰৰ প্ৰাণনাৰায়ণ ৰজাই পিয়দাক খেদি পঠালে। সি আহি নবাবত ক'লত, শুনি থাকিল। পাচে সেই বেলা ৰজালৰ ভিতৰত আউল দেখি উত্তৰৰ বেটাই দুৰ্লভনাৰায়ণ নাম লৈ ৰজা হ'ব খুজিলে। তাক শুনি প্ৰাণনাৰায়ণ ৰজাৰ নসহিল বোলে, মোৰ সি জীয়ৰীৰ ল'ৰা, নফৰে কিয় ৰব নাম লয় ? আৰু সি নবাবৰ নফৰ হই কেমনে গ'ল ? এইবুলি গুৱাহাটী লৈবাক মনে ভৱনাথ কাজীক পঠালে। ভৱনাথ কাজীকে বৰদেৱলীয়াও বোলে। ভৱনাথ কাজীও আহি হাজো পালেহি। দুৰ্লভনাৰায়ণে পাৎসাৰ হই বৰদেৱলীয়া সহিতে যুদ্ধ কৰিলে ; পাচে যুদ্ধক নোৱাৰি দৰঙ্গলৈ পলাই মোমাই মহাৰাজাত শৰণাপন্ন হ'লহি। এই কথা গুৱাহাটীত নবাব নাথুল্লাই শুনি, তাৰে বেটা হাবোণক ভৱনাথ কাজীৰে যুদ্ধ কৰিবাক প্ৰতি পঠালে। পাচে হাবোণে বাগৰ দাতিতে ৰহি, ভৱনাথ কাজীৰে যুদ্ধ কৰি, জয় হই পুনৰ্ব্বাৰ গুৱাহাটীকে আহিল। সেইবেলা আমাৰ ফুকন ৰাজখোৱাবোৰে কাকুযাত্ৰা কৰিবলৈ কলঙত নাৱৰ যাব বান্ধিলে। দুৰ্লভনাৰায়ণেও ফুকনবোৰৰ ওচৰলৈ আহি ভৱনাথ কাজীক ধৰিবলৈ মন কৰিলে। ফুকনবোৰেও শুনি নাও-নাৱৰা কিছু তিয়াৰ কৰিলে।

এই কথা নবাব নাথুল্লাই শুনি বোলে, ইদিকিও বেহাৰৰ পৰা ভৱনাথ কাজী খেদি আহিছে, অসমেও নাও নাৱৰা তিয়াৰ কৰি দলজ বান্ধিছে ; এতেকে কি কৰা যায় ? আমাক ধৰিবলৈহে মন কৰিছে যেন লাগে। এই ভয়তে গুৱাহাটী এৰি নাথুল্লা পলাল। সেই সময়ত আমাৰ একাদশ, চতুৰ্ভুজ, এই দুই কটকীক নাথুল্লাৰ ঠাইক পঠাইছিল। দুই কটকীৰ দুখান নাও, আৰু তাত নবাবৰো যি নাও আছিল, সেই

সহিতে দক্ষিণ কূললৈ ভাগি গ'ল। আমাৰ কটকীয়ে কিন্তু নবাব নাথুল্লা ভাগি যাবৰ কথা মহাৰাজাত নকলেহি। বৰা শহৰ বৰফুকনে চকীয়ালৰ মুখে শুনিছে, সেই কথা মহাৰাজালৈ জনাই পঠালে। বৰফুকনে মহাৰাজালৈ আৰু কৈ পঠালে বোলে, নবাব নাথুল্লা পলাল; আমি গুৱাহাটী ললোহি। এই কথা শুনি মহাৰাজা বোলে, বঙ্গালক যিমান পাৰে খেদি নিওক আৰু দুই কটকীকো এখেলৈ দি পঠাওক। এই কথা শুনি টংচু সন্দিকৈ বৰবৰুৱাই দুৰ্লভনাৰায়ণক ৰক্ষা কৰোঁ বুলি নাৱত ছিলৈ বান্ধি, অস্ত্ৰ-শস্ত্ৰ সাৱধানে লৈ খেদি গ'ল, আনো ফুকন ৰাজখোৱাও খেদি গ'ল। গুৱাহাটীত বঙ্গালৰ বস্তু পালে, ধোঁৱা পালে ১৪০, বৰকামায়ণ ছিলৈ ৪০, ক্ষুদ্ৰ ছিলৈ ২০০ দুইশত আৰু টুবুকী ছিলৈ পালে ৩০০। পাৎসাৰ ভঁৰালতো যি বস্তু আছিল, তাকো আমাৰ মানুহে লুৰি আনিলে।

সেইবেলা মহাৰাজাই আমাৰ মানুহক দায় ধৰিলে বোলে, বঙ্গাল যে ভাগিল, তাক খেদি নধৰিলে কিয়? আৰু বঙ্গালৰ বস্তু মইহে পাব লাগিছিল, কিয় সিহঁতে ল'লে? এইবুলি দুৱৰাৰ পুতেক সদাই ডেকা, কোঁপতীয়া, এইবোৰক টেকেলা লগাই আনি ৰাজহাটত লোৱা লগাই থ'লে আৰু চতুৰ্ভূজ কটকীকে, আকাদহকে (একাদশকে?) দায় ধৰি বোলে, বঙ্গালৰ লগতে যে আছিছিলি, আগে জানি ফুকনবোৰলৈ নকলি কিয়? আৰু বঙ্গালক দক্ষিণকূলক পাৰ কৰালি কিয়? এই বুলি দুই কটকীৰ চক্ষু কাঢ়িলে। পাচে লাপেতি ফুকন আৰু আন আন বৰুৱা-ফুকন সহিতে টংচু সন্দিকৈ বৰবৰুৱা গৈ বিজয়পুৰ কোঠ ল'লেগৈ। তামুলীদলৈৰ পুতেকো নাৱে গৈ, সোণকোষ চৰাই, বগলিমৰীয়াৰপৰা, পুনৰ্ব্বাৰ বিজয়পুৰকে আহিল।

তাত পাচে বৰা শহৰ বৰফুকনে, পিকৃচাই চেতিয়াই গ'ল পাণ্ডু শৰাইঘাটলৈ, চৈহাত গড় বান্ধি বহিলগৈ টংচু সন্দিকৈ বৰবৰুৱা আৰু লাপেতি ফুকন। তাত পাচে ভৱনাথ কাজীও দুৰ্লভনাৰায়ণক নাপাই, হাজোত কোঠ দি বহিলহি; আৰু বোলে, প্ৰাণনাৰায়ণৰ পদকীয়া দুৰ্লভনাৰায়ণক এৰি দিওক। এই বুলি টংচু বৰবৰুৱালৈ মানুহ পঠাই খুজিলে। পাচে বৰবৰুৱাই ফুকনবোৰে সহিতে সমালোচন কৰি বোলে, শৰণাগতক কিয় এৰি দিম? এই বুলি এৰি নেদিলে। পাচে খুজি নাপাই, ভৱনাথ কাজী আমালৈ ছিদ্ৰ চায়, তাক জানি, আমাৰো আগিয়াঠুঁটিৰ নাৱে ভলভিয়াৰ সোঁতে গৈ ভৱনাথক হাজোত ধৰিলেগৈ। বৰদেৱলীয়ায়ো চাপি ধৰিলে। আমাৰ হাজৰিকীয়া, কচি হাজৰিকীয়া পৰিল; আৰু বৰুৱা দুটাও পৰিল, লোকজনো কিছু পৰিল। সেইবেলা প্ৰাণনাৰায়ণে ছলকৈ চক্ৰপাণি ধঁৰাধঁৰাকে পাৎসাওৱাকে আমাৰ মহাৰাজাৰ ঠাইলৈ পঠাই এই বুলি কোৱালে বোলে, উত্তৰ কূলে মহাৰাজা লৈয়োক; দক্ষিণকূলে মই লওঁ। মহাৰজাৰ যে মোৰ শত্ৰু বঙ্গাল আছে। এতেকে উত্তৰকূলে তোমাৰ লোকে আমাৰ লোকে হাতীচলাত একে ঠাই হই থাকিলে বঙ্গালে কি কৰিব পাৰে? এই কথা মহাৰাজা

শুনি বোলে, পূৰ্ব্বেই কথা নকৰিলে; এতিয়া চেকেৰীয়ে সিজা শাকত কিয় লোণ দিব খোজে? এইবুলি মহাৰাজাই বেহেকৰা লোকক আহিব নেদি, বৰবৰুৱাক ফিৰাই পঠাব দিলে। পাচে ভৱনাথ কাজীৰ লোকে আমাৰ লোকে কিছু যুদ্ধ যত্ন কৰিলে; অসমৰ জোবোলা বৰুৱা পৰিল; তাত পাচে সাতদিন অন্তৰে যুঁজ নোৱাৰি, ভৱনাথ কাজী ভাগি গ'ল; শঁক ১৫৮১। পাচে চম্পাগুৰিত গড় মাৰি, চন্দ্ৰনাৰায়ণকে শ্ৰীৰাম কোঁৱৰকে তাতে থৈ ভৱনাথ বেহাৰলৈ গ'ল। আমাৰ লাপেতি ফুকন, বাহুলি ডেকা ফুকন, ফুল বৰুৱা, তাম দলৈৰ পুতেক, এইবোৰে লোকজন সহিতে ভৱনাথক খেদি গৈ তাত নাপালে; মানাহৰ পাৰ হই গ'ল, শঁক ১৫৮১, শ্ৰাৱণ মাস।

সেইবেলা চাৰিঙীয়া ৰজাৰ মৃত্যু হ'ল; আৰু কচু গোহাঁইৰ (দেওৰজাৰ) নাতি, কাৰবাৰ কোঁৱৰ বুলি হাতীশালত থওঁতে, টংচু বৰবৰুৱাৰ সৰুজনী ঘৈণী ভাকুলী গাভৰুৱে তাইৰ পো বুলিলত, এজনাক ৰজাদেৱে হেঙ্‌দান ধৰাকৈ ল'লে; দুজনাক আপোনাৰ লগতে থাকিব দিলে। আৰে বৰজনাক চাৰিঙৰজা পাতি বৰ্ণলৈ যাবলৈ পাঙিলে। পাচে ভৱনাথ কাজী পুনৰ্ব্বাৰ আহিন মাহত আহি মানাহা সীমাকৈ ৰহিলহি। আমাৰ সবেও গৈ, তাতে সীমা কৰি, থানা দি ৰহিলগৈ। কছাৰীৰ বীৰ দৰ্পনাৰায়ণৰ ভায়েক জয়নাৰায়ণে বোলে, তোমালোকৰ লোকজন মানাহা পাৰ হৈবাক নালাগে, বৰদেৱলীয়াক মই আপুনি মিলাই দিম। এইবুলি জয়নাৰায়ণ আগ হই গ'ল। পাচে বৰদেৱলীয়াক ধৰাব নোৱাৰিলে। সি নৰৰে দেখি, আমাৰো ইপাৰৰ পৰা গুলি মাৰিব ধৰিলে; সিবোৰেও মানাহৰ সিপাৰৰ পৰা তিনিদিন গুলি মৰামৰি কৰি, পুনৰ্ব্বাৰ বৰদেৱলীয়া চৈত্ৰমাসে বেহাৰক গ'ল। তাক পাচে খেদি নগ'ল কিয় এই বুলি মহাৰাজা চাংকঙৰ বৰুৱাকে চিৰৈ বৰাকে, লেচাম নেওগকে এই তিনিক খজি, গাহৰি সজাত ভৰাই আনিব দিলে। জয়নাৰায়ণকো কিছু দায় ধৰিলে বোলে, সি যে বৰদেৱলীয়াক ধৰাই দিওঁ বুলিলে; কেমনে ধৰাই দিব নোৱাৰিলে। এই দায় ধৰি তাৰ তামুলী এটাক ৰজাদেৱে বৰ-ফুকনক কাটিব দিলে। পাচে বৰফুকনেও ৰজাৰ এই খঙনি শুনি তাৰ তামুলী সনাতনক কাটিলে। এই কথাতে পঞ্চৰত্নৰ পৰা হাৰামখোৰ হৈ, জয়নাৰায়ণ বঙ্গাললৈ পলাই গ'ল। এই কথা বৈশাগ মাসত, শঁক ১৫৮১।

**চাংকঙৰ বৰুৱা**

পাচে ৰজা শহৰ বৰফুকন, বাহুলি ডেকা ফুকন, লাপেতি ফুকন আৰু আনো বৰুৱা-ফুকন প্ৰমুখ্যে গৈ, বিজয়পুৰত গড় মাৰিলেগৈ। তাত পাচে লৌহিত্যৰ উত্তৰে যুগিঘিঘোপা, তাৰ নামে বঙ্গামাটি, তাৰ নামে সৰু সোণকোষ, তাৰ নামে বৰ সোণকোষ; তাৰ নামে খিলা বিজয়পুৰ; তাৰ নামে ধুবুৰী; তাৰ নামে ৰবিতলা। লুইতৰ দক্ষিণে শ্ৰীসূৰ্য্য; তাৰ নামে জিঞ্জা পৰ্ব্বত; তাৰ নামে সেৰপুৰ পৰ্ব্বত। হাতীচলাত চকী দি লাপেতি ফুকন আহি শ্ৰীসূৰ্য্যাত কোঠ দি থাকিল। লৌহিত্যৰ উত্তৰে পঞ্চৰত্নত

কোঠ দি বাহ্নি ফুকন থাকিল। বৰফুকন গুৱাহাটীত থাকিল। আত পাচে মহাৰাজা স্বৰ্গদেৱে বোলে, চেকেৰিৰ পৰাহে বিবাদ সুৰুচে। এই বুলি কামৰূপত যত চেকেৰি আছিল, সবাকে সক সোণকোৰ পৰ্য্যন্তে আমাৰ ভকাই আনিলে ; যেধি, দেৱলীয়াবোৰ মাত্ৰ এৰিলে ; ৰৰপেটাৰ বাসুদেৱ গোসাঁইকো নিলে। চায়েস্তা খাঁই হৰিপতি কটকীক পঠাইছিল ঢাকা যাবে বুলি, খাবণ-কাৰণবোৰো বুজি আছিল। আত পাচে আউৰংসা পাৎসা বোলে, মজুমখাঁ, চুজাক খেদি যা। এই বুলি লগত চাৰিকুৰি হাজাৰ চিপাহী দি আৰু অনেক ৰাজা মৰাৰক লোক লস্কৰ সহিতে লগত দি পঠাই দিলে। পাচে মজুমখাঁই চুজাক নাপাই পাৎসালৈ জনাই পঠালে বোলে, চুজা সাগৰৰ দ্বীপ ৰখাজত সোমালগৈ। আৰু অসমে মিৰ্জা নাথুল্লাক খেদি গুৱাহাটী ল'লে। এখন তাকে খেদি যাওঁ।

এই বুলি মজুম খাঁ ঢাকাৰ নজিকতে ৰহিল। সেইবেলা স্বৰ্গ মহাৰাজাৰ হাৰাম-খোৰ হৈ, কছাৰীৰ জয়নাৰায়ণ মজুমখাঁত মিলিলেগৈ, আৰু বোলে, আহোমে কামৰূপ উজাৰ কৰিলে হেন দেখোঁ, এনে বাৰ্ত্তা ক'লেগৈ। মজুম খাঁয়ো পাৎসাক লাগি অসমে কামৰূপ উজাৰ কৰিলে হেন জনাই বোলে, অসমে আমাকো মাৰিবাক লাগি যি যত্ন কৰিছে, হঠাতে সিদ্ধি নাই মানে অসম মুলুকমে ফিৰি আহিৱ খোজেঁ। পাৎসা চালামৎ কাঁহা হুকুম হয়? এই বাৰ্ত্তা পাৎসা শুনি বোলে, ভালাতো মতি! আপনাৰ সীমা ছাৰি কামৰূপ উজাৰ কৰ্ত্তাহে? ভালাতো! কোচবিহাৰভি অসম মুলুককি মহিম কৰি চিন্তাপি আহিৱ। আৰু ঢাকাৰ চায়েস্তা খাঁৰ ঠাই চুকি যে হয় সমাচাৰ লৈ যাৰ। এইবুলি পাৎসাই মিৰ্ জুম্লা সেনাপতিক বহু ফৌজ সহিতে অসমক ধৰিবাক পঠাই দিলে। মিৰ্ জুম্লা আহি মজুম্ খাঁৰ ঠাই পালেহি। তাত পাচে পাৎসাৰ হুকুমেৰে চায়েস্তা খাঁৰ ঠাই চুকি, কথাবাৰ্ত্তা হই চায়েস্তা খাঁক বিদায় কৰি, তিনিকুৰি হেজাৰ ঘোঁৰাৰে বেহাৰৰ ৰলক্ষমৰে সন্মুখে আগবাঢ়ি ৰহি, লালু, হৰিৰাম এই দুই উকীল পঠাই আমাৰ বৰবা ফুকনবোৰৰ গালৈ কৈ পঠালে বোলে, এইবোৰ পাৎসাৰহে ৰায়ত, আমাৰ হাতীচলা, ৰৰিতলা, গুৱাহাটী কেমনে অসমে উজাৰ

**মিৰ্ জুম্লাৰ অসম আক্ৰমণ***
**( মুছলমানৰ ১৩শ আক্ৰমণ )**

* অসমত এইটোকে "মিৰ্ জুম্লাৰ আক্ৰমণ" বোলে ; ই মুছলমানৰ অসমত ১৩শ আক্ৰমণ। এই আক্ৰমণৰ বিষয়ে অন্য কতবিদ লিখকে এইদৰে লিখিছে :— "আৰঙ্গজেব দিল্লীৰ সিংহাসনত উঠোতেই বৃদ্ধ সম্ৰাট চাহজাহানৰ পুত্ৰ কেইজনৰ ভিতৰত ঘোৰতৰ অন্তৰ্বিবাদ হয়। আৰঙ্গজেবৰ ভায়েক এজন চাহচুজা বঙ্গদেশৰ চুবাদাৰ আছিল। ইং ১৬৫৯ চনত ( ১৫৭৮ শক ) আৰঙ্গজেবে মিৰ্ জুম্লাৰ সহায়ত এই বঙ্গদেশৰ চুবাদাৰ চাহচুজাক সবংশে মাৰি, সেই সেনাপতিৰে ( মিৰ্ জুম্লাক ) বঙ্গদেশৰ অধিকাৰ পাতে। চুজা বৰ লোকপ্ৰিয় চুবাদাৰ আছিল। এতেক দিল্লীৰ সম্ৰাটৰ সেনাই আক্ৰমণ কৰোঁতে, ওচৰৰ কোচবেহাৰৰ ৰজাই চুজাক সহায় কৰিছিল ; এই আক্ৰোশতে ইং ১৬৬১ চনত মিৰজুমলাই সসৈন্যে কোচবিহাৰ আক্ৰমণ কৰি, তাৰ ৰজা বিক্ৰমনাৰায়ণক মুছলমানৰ ধৰ্ম্মগ্ৰহণ কৰিবলৈ কৈ, সেই ৰাজ্যত মহলাৰ টকা নিৰ্দ্ধাৰিত কৰি, আৰু সেনা কিছুমান সেখৰকাৰ মিমিতে ৰাখি, মিৰজুমলা আসাম

কৰি নেয়? এখন গো-ব্ৰাহ্মণৰ কুশলার্থে ইহাকো চাৰি দি, আপোন সুখে ৰহোক। এইবুলি আমাৰ বৰুৱা ফুকনৰ ঠাইলৈ বঙালে কটকী পঠালে।

চেকেৰী ভাঙি অনা সময়ত হাতীচলা বৰিতলা যাবি, বাহুলি ফুকনে, লাপেতি ফুকনে পঞ্চৰত্নৰ পাশে কোঠ দি আছিলে। ইবোৰে তৈতে বঙাল কটকীক আঠ দিন ৰোজবাজ দি ৰাখিলে। বঙাল কটকীক ৰোজবাজ দিওঁতে দিছিল: মোটা চাউল

**বঙাল কটকীক ৰোজবাজ**

৭ পূৰা, চিকণ চাউল ৭ কলহ, কলামাহ ৩ পূৰা, মগুমাহ ২ পূৰা, গুৰ ৪ টা, চিনি ২ সেৰ, ঘিউ ৭ সেৰ, জালুক ৪ সেৰ, লোণ ৮ সেৰ, তেল ৪ কলহ, খাঁহী ২টা, মাছ ৭টা, কুকুৰা ৫টা, তামোল ২ পাছি, পাণ ১০ মুঠা, হাঁহ ডিমা ৯ পোণ, লগত দি পঠালে। পাচে বঙালৰ উকীলে আন দ্ৰব্য ৰাখি, হৰিণা পহুৰ গলৰ ডোল মেলি, যনলৈ মেলি

---

আক্ৰমণ কৰিবৰ মনেৰে সেনাপতি মজুমখাঁক লগত লৈ ব্ৰহ্মপুত্ৰেদি উজাই আহে। আগেই কামৰূপৰ বঙামাটিতে মুছলমানৰ অলপ আধিপত্য আছিল; কিন্তু সেই বঙামাটিৰ নবাব চৈয়দ বাবাকৰক সপুত্ৰে ধৰি আহোম ৰাজ্যৰ সীমা কেনেকৈ বৃদ্ধি স্বৰ্গনাৰায়ণ মহাৰাজে কৰতোৱালৈকে বিস্তাৰ কৰে সেইটো পূৰ্ব্বে কোৱা হৈছে। মিৰজুমলাই ইয়াৰ গম পাই, বিশেষকৈ, ১১শ আক্ৰমণৰ "ফুটনোট"ত উল্লেখ কৰা, বঙ্গদেশৰ চুবাদাৰ আজিমখাঁৰ দিনত, আহোম ৰজাই বঙ্গদেশ আক্ৰমণ কৰিবলৈ সেনা পঠোৱাৰ যুক্ত পাই আহোম ৰজাক আক্ৰমণ কৰিবৰ নিমিত্তে, মিৰজুমলাই ককালত টঙালি বাঁধি উজাবলৈ ধৰিলে। বঙামাটিতে মিৰজুমলাই ব্ৰহ্মপুত্ৰ পাৰ হয়। সেই সময়ত অসমলৈ আহিবলৈ বিশেষ কোনো বাট-পথ নাছিল। মিৰজুমলাই নিজৰ সেনাবিলাকৰ হতুৱাই হাবি কটাই, বাট মোকোলাই উজাই আহিবলৈ ধৰিলে। দিনটোত দুমাইল-তিনিমাইলতকৈ এই বাট বেচিকৈ কাটিব নোৱাৰিছিল। এইদৰে অতি কষ্টে মোগল সেনা অসম সোমালহি। সেইসময়ত খৰ কালি। ব্ৰহ্মপুত্ৰ শুকাই তৰতৰীয়া যাবিছে; নাও উজাই অনা টান হোৱাত, মোগল সেনাবিলাকে টানি-টানি নাও আনিবলৈ ধৰিলে। বাটত আমাৰ দেশীয় লোকবিলাকেও বিদেশীয়ে অসম আক্ৰমণ কৰিবলৈ আহিছে বুলি জানি, অলপীয়াৰ অলপভাৱে ইহঁতক অলপ-অচৰপ কষ্ট দিবলৈ ধৰিলে। কিন্তু মিৰজুমলা বৰ কষ্টসহিষ্ণু আছিল। তেওঁ নিজেই এইবিলাক দুখক দুখ নুবুলি, বাৰে বাৰে খোজ কাঢ়ি যাবলৈ ধৰা দেখি, তেওঁৰ তলতীয়া সেনাবিলাকেও ৰবকৈ অসুখ অশান্তি বা আমনি কৰিব নোৱাৰিলে। এইদৰে মোগল সেনাবিলাক আহি শিমলুগড় পালেহি। সেইকালত পশ্চিমকালৰপৰাই দেশ আক্ৰমণৰ শঙ্কা বেচি আছিল। এইবাৰ উজনিতকৈ নামনিৰফালে কেইবা ঠাইতো ভাল ভাল কোঠ আছিল। এই শিমলুগড়ৰ কোঠ মিৰজুমলাই বহুতদিন বেৰদিহে ( Bersiege ) অধিকাৰ কৰিব পাৰিছিল। এই কোঠ লোৱাৰ পাছত, কোঠত সোমাই, আহোমবিলাকৰ কোঠ সজা কৌশল দেখি, মিৰজুমলা স্তম্ভিত হৈছিল। প্ৰায় ২০০০ অসমীয়া সেনাই এই কোঠ বা দুৰ্গ ৰক্ষা কৰিছিল। মোগল সেনাক চমু চপা দেখি, এইবিলাকে বাতিয়েই দুৰ্গ এৰি পলাই ফাট মাৰিলে। ইয়াৰ পাছত মিৰজুমলা ৰজাৰ নগৰ গড়গাঁৱলৈ গ'ল। মিৰজুমলাক সকৈত দেখি, জয়ধ্বজ সিংহ স্বৰ্গদেৱে ৰাজ্য এৰি কামৰূপৰ চৰাইখোৰোং সোমালগৈ। এই কাৰণেই এওঁক ভগনীয়া ৰজা বুলিছিল। অভাত বহুত তাজৰীয়াবিলাকে মিৰজুমলাৰ বশ্যতা স্বীকাৰ কৰিলে। এইসময়তে মিৰজুমলাই গড়গাঁৱৰপৰা সম্ৰাটলৈ এনেকৈ চিঠি এখন লেখে যে কিম বছৰত তেওঁৰ পিকিন্ নগৰত ( চীনদেশৰ ৰাজধানী ) মোগলৰ জয়পতাকা উৰাবলৈ পাৰিব। কিন্তু কালত কুটিনা গতি।

পঠালে। আমাৰ কটকীয়ে দেখি বোলে, পহুটি তোমাক ভোজন কৰিবৰ কাৰণে দিলে, বনলৈ কিয় খেদিলা? বঙালৰ উকীলে বোলে, ভাই, দিন-চাৰেক কষ্টপুষ্ট হৈ থাকোক; অনেক সৈন্য, হস্তী, ঘোঁৰা, বন্দুকধাৰী এইসকলৰ আগত পহু যূথে যূথে পৰিব, আৰু পাম। আৰু বোলে, এক উপকথা কহোঁ; শুনিবিহঁক! দুটা বাঁহমৰা পক্ষীৰ যুদ্ধ লাগিল। ইডালৰপৰা সিডালত পৰে, তাতো ৰ'ব নোৱাৰি পৰ্ব্বতত পৰিল। পৃথিবীত পৰিলে জল নিকলে, পৰ্ব্বতত পৰিল, পৰ্ব্বত চূৰ্ণাকৃত্য হ'ল; দুই পক্ষীও মূৰ্চ্ছিত হৈ আছিল। পাছে দূৰৰপৰা হস্তীযূথে দেখি, তাৰে এক বুদ্ধিমন্ত হস্তীয়ে বোলে, ই ঠাইত থাকিবলৈ আমাৰ ভাল নহয়, আৰ পৰা অন্তৰিব লাগে। তাৰে এক মন্তিদাৰ হস্তীয়ে বোলে, এই ঠাই এৰি আমি কৈক যাম? পক্ষী যদি আমাৰ গালৈ চাপি আহে, এতেক হস্তীয়ে যাবিব নোৱাৰিম নে কি? এইবুলি থাকোতে, এনেতে দুয়োপক্ষী জোট্‌পোট্‌কৈ আহি হস্তীযূথৰ মাজত পৰিলহি। পক্ষী দুইৰ নখ লাগি কতো হস্তীৰ চক্ষুকৰ্ণ ঘাঁ

---

পিছিল্‌ বগৰলৈ যাব পাৰোক বুলি, গড়গাঁৱতে গোঁসায়ে তেওঁৰ চাউলকঠাৰ ওৰ পেলালে। ইং ১৬৬২ চনত বাৰিষাই ঘোৰ মূৰ্ত্তি ধৰি দেখা দিলেহি। ব্ৰহ্মপুত্ৰ নিজেও ওফন্দি উঠিল। মোগল সেনাৰ লগত যিবিলাক অশ্বাৰোহী সেনা আহিছিল, সেইবিলাকৰ ঘোঁৰাক খুৱাবলৈ এই সময়ত ঘাঁহৰ অভাৱ হোৱাত, খাবলৈ নেপাই, ঘোঁৰাবিলাক মৰিবলৈ ধৰিলে। জাকে জাকে এইদৰে ঘোঁৰাবিলাক মৰাত, অশ্বাৰোহী সেনাৰ কোনো কামেই নোহোৱা হ'ল। জয়ধ্বজসিংহ স্বৰ্গদেৱে এইবিলাকৰ গম পাই, লাহেকৈ চৰাই খোৱাখোজৰপৰা ওলাই, মোগল সেনাক উৎপীড়ন কৰিবলৈ ধৰিলে। যাতে সিহঁতে খাবলৈ লবলৈ নেপাই, তাৰ চেষ্টা কৰিবলৈ ধৰিলে। মুছলমানবিলাকৰ এই সময়ত দৈৱও প্ৰতিকূল হ'ল; শিবিৰত জহনিয়ে ভুমুকি মাৰি জাকে জাকে মুছলমান সেনা বগৰাবলৈ ধৰিলে। স্বৰ্গদেৱৰ লগত যিবিলাকে যুঁজ কৰিছিল, সেইবিলাকো খাবলৈ নেপাই হাটন্দা হোৱা; যুদ্ধত ঠাৱৰে কেনেকৈ? পতিকে যুদ্ধলৈ আগবঢ়া বিলাকতো মৰিলেই; যুঁজৰপৰা আঁতৰি থকা বিলাকৰো জহনিয়ে সামৰিলে। মিৰজুম্‌লাই পাছে আহোমৰ আক্ৰমণ সহিব নোৱাৰি, দখল কৰা কামৰূপ ৰাজ্য পুনঃ আহোমক প্ৰত্যৰ্পণ কৰি ভাটিমুৱা হ'ল। হণ্টাৰ (Sir W. W. Hunter) চাহাবৰ মতে মিৰজুমলাৰ সেনাবিলাকৰ কিছুমান শিৱসাগৰত বৈয়ে যায়, আৰু সেই ঠাইৰ মুছলমান বহুত এই মিৰজুমলাৰ সেনাৰে সন্তান-সন্ততি।

কাৰো-কাৰো মতে জয়ধ্বজসিংহ স্বৰ্গদেও যেতিয়া চৰাই খোৱাখোজৰপৰা ওলাই আহি, মোগল সেনাৰ প্ৰতিকূল অৱস্থাত আক্ৰমণ কৰিলেহি, মিৰজুম্‌লাই তেতিয়া সন্ধিৰ প্ৰস্তাৱ কৰিলে। জয়ধ্বজসিংহ স্বৰ্গদেৱে মোগলৰ লগত যুঁজিব নোৱাৰি এনেই "ভগনীয়া (ৰজা)" নাম পাইছেই, এতিয়া তেওঁলোকৰ অৱস্থা দেখিহে, তেওঁলোকক আক্ৰমণ কৰিছে। আকৌ ভাল অৱস্থা হ'লে কিবা পূৰ্ব্বতে হ'বই লাগে, এই ভাবি সন্ধিত সন্মত হ'ল। এই সন্ধিৰ মৰ্ম্মমতে মিৰজুম্‌লাই ভাটিৰ পৰা গড়গাঁৱলৈকে আহোমৰ অধিকাৰৰ যিখিনি দেশ দখল কৰিছিল, তাক এৰি দিয়ে; আৰু আমাৰ স্বৰ্গদেৱেও মিত্ৰতা ৰ'বৰ নিমিত্তে বন্দী ১০০, বেটী ১০০, হাতী তেৰ কুৰি, সোণ দুহেজাৰ, ৰূপ বাৰ হেজাৰ, এইখিনি যৌতুকত দি, ৰমণী নামেৰে গাভৰু এজনীক সালঙ্কাৰে বাদছাহলৈ দি পঠায়। মুছলমানবিলাকৰ মতে হ'লে আমাৰ ৰজাই পাছৰ বাৰ যুদ্ধতো হাৰিহে সন্ধি কৰিবলৈ সন্মত হ'ল বুলি কয়, কিন্তু ই মিছা। প্ৰকৃতপক্ষে মুছলমানবিলাকে এই যুদ্ধত শেষ ৰক্ষা কৰিব নোৱাৰি হাৰিহে দেশ এৰি দি, আমাৰ ৰজাৰ লগত মিত্ৰতা কৰি যায়, আৰু সেই মিত্ৰতা ৰাখিবৰ মনেৰে আমাৰ ৰজাই বাদছাহলৈ ৰমণী গাভৰুক দিয়ে।

লাগিল, হুল-থুল লাগিল। খালে, পহে জোপে পৰি অনেক হস্তী মৰিল; তাৰে ছুই-চাৰি এৰাল। যুদ্ধৰ কথাক বলৈ বিথিলিক পালে।

হস্তী ঘোঁৰাৰ আন্দোল
জলদঘটিত জলসৌলিত জলদবালা
যূথে যূথে আইস পহৰ পালা;
খাটা-খুটা মজুম খাঁ, মুখে চাপ দাড়ি
আনো বেহাৰ ভঙ্গ যাইব
গুৱাহাটীৰ বাড়ি।"

বঙ্গালৰ উকীলে আমাৰ বোজ নিয়া মানুহৰ আগত এই বচন বুলিলে। তাকে আহি সিহঁতেও বাঢ়ুলি ফুকনতে লাপেন্তি ফুকনতে গোচৰ দিলেহি। বঙ্গালৰো এক কটকী আছিলে। পাচে এনে বিধাৰণ শুনি, আমাৰ বৰুৱা-ফুকনবোৰে মহাৰাজালৈ জনালে। মহাৰাজাও বঙ্গালৰ মাত বিধাৰণ শুনি, ফুকনবোৰক বঙ্গালৈ বুলিব দিলে, বোলে, আমি কামৰূপ উজাৰ কৰা নাই, বৰদেৱলীয়াইহে উজাৰ কৰিছে। হাতীচলা, ৰবিচলা, গুৱাহাটী আমি বৰদেৱলীয়াক খেদিহে গৈছোঁ, ইবোৰ কথা নাজানিহে সি-বোৰে আমাক গোচৰ কৰে। এই কথা শুনি, বাঢ়ুলি ফুকন, লাহন ফুকন, ফুল বৰুৱা, এইবোৰে আমাৰ সনাতন কটকীক লগত দি, সেই ৰূপে কৈ, বঙ্গালৰ কটকীক বিদায় দিলে। শ্ৰীসূৰ্য্যৰ পৰা বঙ্গাল কটকী সমে সনাতন কটকী গৈ, মিৰ্‌জুম্‌লাত মজুম খাঁতে সেইৰূপে ক'লত, মজুম খাঁ বোলে, তোমালোকে কামৰূপ উজাৰ কৰা নাই, বৰদেৱলীয়াইহে কৰিছে, আচ্ছা, বৰদেৱলীয়াৰ যে হয়, পাচে তোমালোকে দেখিবা। এখন তোমালোক আমাৰ হাতীচলা, ৰবিচলা, গুৱাহাটী চাৰি দেও। এইবুলি কটকীক বিদায় দি, বঙ্গাল বেহাৰ মাৰিবাক গৈল। মাঘৰ ১৯ দিন যাওঁতে বঙ্গালে গয়মৰিয়ে দি প্ৰবেশি বেহাৰ মাৰিলে, শঁক ১৫৮০।

পূৰ্ব্বে যেতিয়া মিৰ্জা নাথুল্লা গুৱাহাটী এৰি যায়, সেই সময়ত টংচু বৰবৰুৱাই শুনি, কাজলীৰ আগচকীত আছিল; নাথুল্লা ভাগি যাবৰ শুনি, গুৱাহাটী ল'লেগৈ; বস্তুদ্ৰব্য বহুখিনি পালে; বজাক নেদি; বৰবৰুৱা ভিতৰতে ৰাখিলে। পাচে এইকথা ৰজা শুনি

**টংচু বৰবৰুৱাৰ গুৱাহাটী অধিকাৰ**

বোলে, বঙ্গালৰ বস্তুজাত মইহে পাব লাগিল, মোলৈ নেদি বৰবৰুৱাই ভিতৰতে কিয় ৰাখিব? এই বুলি খংকৈ লোৰা লগাই আনিবৰ মন কৰিলে। পাচে বেজদলৈৰ পুতেক মন্ত্ৰিৰ উঁৱালী বৰুৱা বোলে; স্বৰ্গদেৱে যদি বন্দীক বিচাৰিবলৈ বোলে, এই বস্তুজাত কোনে ক'লৈ নিলে, আকে বিচাৰ কৰোঁগৈ, যদি স্বৰ্গদেৱে বন্দীক কিবা মান-মৰ্য্যাদা দি পঠায়। স্বৰ্গদেৱে শুনি বোলে, বা তই বিচাৰ কৰগৈ। এইবুলি টুপি-জাপি, জাপ কণ্ঠ, খড়ুপা দি গুৱাহাটীলৈ পঠিয়াই দিলে। সি গৈ লোপগড়ত

সেইমতে বহি বিস্তৰ লোকক নাক-কাণ কাটি শাস্তিসদা কৰিলে। এইকথা ফুকনবোৰে শুনি বিস্তৰ অসন্তোষ কৰিলে। ৰজাশহৰ বৰফুকনে বোলে, এই বস্তুজাত দ্ৰব্য বিচাৰকৈ আমিহে দিব লাগিল ; পাচে আমাৰ উপৰি যে বেজদলৈৰ পুতেকক পঠালে, আমি সকলো ফুকন অসন্তাতি হ'লো, বেজদলৈৰ পুতেকহে সন্তাতি হ'ল। এতেকে ভাল, আনো কথা সেয়ে কৰক। এইবুলি সকলোৱে বৰ্ণলৈ মন এৰিলে।

মিৰ্ জুম্লা আৰু মজুম খাঁ বেহাৰ মাৰিবলৈ গ'লত, আমাৰ সনাতন কটকী আহি ফুকনবোৰত বঙ্গালৰ বাৰ্ত্তা ক'লেহি।*

ফুকনবোৰেও বঙ্গালৰ বাৰ্ত্তা শুনি, হাতীচলা ৰখিচলা, এৰি মানাহমুখত কোঠ দি ৰহিলহি। তাত পাচে বঙ্গালে বেহাৰ মাৰি, দশ হাজাৰ ঘোঁৰাৰে ইস্পিজীয়াৰ (?) খেদি গৈ, আমাৰ দেশক সন্মুখে আহিল। পাচে পুনৰ ফুকনবোৰে বোলে, আমাৰ উপৰি যে বেজদলৈয়ে, তাৰ পুতেক মন্ত্ৰিৰ ওঁৰালো বৰুৱাই চৰদাৰ হৈ আহিছে, সেয়ে এতিয়া যুঁজ কৰোকহি। এইবুলি ৰণ এৰি, সমস্তলোক পাণ্ডু-শৰাইঘাটত ৰহিলহি। পাচে আনো ফুকন, লোকজনক বেজদলৈৰ পুতেকে গৈ বোলে, গড়প্ৰাক্ষিত কৰিব লাগিল। ইবোৰেও বোলে, আওভাও দেখালেহে আমি পাৰোঁ। এনেতে বঙ্গালো শৰাইঘাটৰ কাষ চাপিলহি। ইবোৰো ছহকি আহি কাজলীত ৰহিলহি। তৈতো এনে হেন্দা দেজাতে গ'ল। ফুকন-ৰাজখোৱাবোৰে বোলে, তোতে সুধি ৰজা আমাক কাৰ্য্যকাম কৰিব দিলে। আমি যদি স্বতন্ত্ৰে কৰিম, ৰজাদেৱে আমাক মাৰিব কাটিবলৈ পাব। এইবুলি ফুকন-ৰাজখোৱাবোৰেও নকৰে, বেজদলৈৰ পুতেকেও নেজানে। এনেতে বঙ্গালৰ একৈদ কলঙৰ কোষৰ পালেহি ; তাতে দণ্ডচেৰেক যুঁজি মোৰাৰি চামধৰাত ব'লগৈ। সেইবেলা ৰজাদেৱে খংকৈ ৰজাশহৰ বৰফুকনৰ হেঙ্দান্ লৈ, দুয়োখন হেঙ্দান্ ৰবগোহাঁইৰ হাতত দিলে। উত্তৰে ৰবগোহাঁই, দক্ষিণে বেজদলৈৰ পুতেক। পাচে বঙ্গাল পাই, গড়ৰ সমীপতেৰে আনদিনা যুঁজ ধৰিলেহি। সেই পোনে হাতী ধাঁহীহে আছিলে। সেই পোনে চিপাহী উঠিলত, ৰাজ ভাগিবলৈ ধৰিলে। পাচে বঙ্গালেও আমাৰ গড়ৰ সন্মুখতে ৰহিলহি ; তাৰে একৈদ ছাহবুৰুজত থাকিল। তাকে দেখি অসমে আহিলাপাতি এৰি, ফাল্গুন মাসত চামধৰালৈ ভাগি আহিল।

মহাৰাজা এই কথা শুনি, খং কৰি ৰজা শহৰ বৰফুকনক সেনাপতি ভাজি দক্ষিণ কূলে ঘোৰাকোঁৱৰক সেনাপতি পাতি দি, লোকজনক পালিৰ পাঁচিৰ দিলে, আৰু

লাই বৰপাত্ৰ — বাককিয়াল ৰবগোহাঁই, কেন্দুগুৰীয়া লাই বৰপাত্ৰ, ৰজা শহৰ, বাহুলি ডেকাফুকন এইসকলক উত্তৰ কূলে

থাকিব দিলে আৰু চাৰিঙ ৰজাৰ ভিতৰুৱাল গোহাঁই (হেঙ্দান্ ধৰা) নামনিয়াল

* মুছলমান ঐতিহাসিকৰ মতে মজুম খাঁ আৰু মিৰজুম্লা একেজনেই।

বৰচেটীয়া, মহাৰাজাৰ শহুৰেক লেচাম গোহাঁই এই সকলক দক্ষিণ কূলত থাকিব দিলে। পাচে হুঁৰেগৰা লেচাম গোহাঁই মৰিল। সেইবেলা বাঁহগৰীয়া গিদামুকলি গোহাঁইক বুঢ়াগোহাঁই পাতি দক্ষিণ কূলত থাকিবলৈ পঠাই দিলে। সিবোৰেও উত্তৰে-দক্ষিণে সাৱধানে থাকি, নাও-নাৱৰা, মানুহ-দুনুহ জয়-যন্ত্ৰ কৰেঁাতে বঙ্গালে নাৱে-

গিদামুকলি বুঢ়াগোহাঁই ওৰফে আতন

তৰে আহি গুটিমুকৰাত ৰহিলহি। সেইবেলা ফুকনবোৰেৰে আলচি, লাগেতি ফুকন তৰ-ঘাটে, তামুলী দলৈৰ পুতেক হ'ল পানী ঘাটে। এইৰূপে নাৱে-তৰে মুকৰাত বঙ্গালক বেৰি ধৰি, একপৰ বেলা যুদ্ধ কৰি বলে নোৱাৰি চামধৰাত ৰহিলহি। সেইমতে আনো লোকজন সহিতে আমাৰবোৰ তিনিদিন চামধৰাত আছিল। পাচে বঙ্গালে একদিন উজাই আহি পোতাকলঙৰ পোন ল'লেহি। আমাৰো লেচাম হৰি বৰুৱাই গড়ৰ বাজ হই, বঙ্গাল এটা কাটিলে, বঙ্গালেও তাক ধৰি আগ-মাংস চালে। সি পৰিবৰ দেখি আমাৰবোৰো দুই-চাৰি কৰি ভঙ্গ হই পলাব ধৰিলে। এনেতে দিজুৰ পোনে আমাৰ মানুহৰ হতুৱাই বাট দেখাই বাহুলি ডেকা ফুকনে বঙ্গালক তুলিলেনি।

বাহুলি ফুকনে বাট দেখুৱায়

বঙ্গালৰ ভৱানন্দ, ভৱনাথ, ভোলানাথ প্ৰমুখ্যে বাৰটা চিপাহী আহি কলঙৰ দক্ষিণে দিজৌ নৈৰ মুখে গড় উঠিলহি। তাকে দেখি পুনাই বৰাই সহিতে সকলো লোকজন আহিলাপাতি এৰি, গড় পাৰ হই শলাত ৰহিলহি। বঙ্গালেও খান্‌খানা মিৰজুম্‌লা প্ৰমুখ্যে চামধৰা চাৰি আহি কলিয়াবৰত থানা দি ৰহিলহি। তাতে আমাৰ-বোৰে তিনি দিন থাকি নাৱেতৰে খেদি গৈ কুকুৰাকটা আগকৈ যুদ্ধ ধৰিলেহি। তাতে চাৰিদণ্ড বেলা যুদ্ধ কৰি বঙ্গালৰ ভালেটো চিপাহী মাৰিলে; আমাৰ মানুহো ষোলটা পৰিল। পাচে কিন্তু ভঙ্গ খাই আহি শলাত থকা গোহাঁইবোৰে সহিতে আমাৰ লোকজন আপোনাৰ কুৰ্মাকুৰ্মী ( কুৰ্মা-কুৰ্মানী-কুটুম্ব-কুটুম্বানী ) সহিতে যেয়ে যেই পোনে পায় ভাগি আহিল। এই কথা ১৫৮৩ শকত; চৈত্ৰমাসৰ ৬ দিন যাওঁতে মঙ্গলবাৰে। পাচে তিনি-জনা গোহাঁই প্ৰমুখ্যে বৰুৱা-ফুকন লোকজন সহিতে আহি গড়গাঁও পালেহি। মনত দুখে সকলো ডাঙৰীয়াবোৰে মহাৰাজাক সেৱা কৰিলেহি। মহাৰাজাও মনৰ দুখে কাকো একো নুবুলিলে; চাঙত উঠি গৈ বৰকুঁৱৰীৰ হাতত ধৰি কান্দিব ধৰিলে। পাচে বৰকুঁৱৰীয়ে মহাৰাজাৰ দুখ দেখি অনেকৰূপে শিকাই বুজাই সুস্থ কৰিলে।

এনেতে বঙ্গালো আহি গড়গাঁৱৰ কাষ পালেহি। মহাৰাজা সেইৰূপে তাতে দুদিন থাকি, বস্তুজাত, আহিলাপাতি থিথিনি পাৰিলে আগকৈ পঠাই দি ডাঙৰীয়াবোৰক গড়-গ্ৰামতে থাকিব দি, চৈত্ৰৰ ৯ দিন যাওঁতে শুক্ৰবাৰে গড়গ্ৰাম এৰি ভাগি মহাৰাজা পৰ্ব্বতত ( চৰাই খোৱোঙত ) ব'লগে; দুপৰ চাৰি দাঁড় যোৱাত। ৰজাৰ লগত যাওঁ বুলি আহি অহিবৰ নাপিত, ৰাজগুৰু, সোণামুৱা বেজ, এই তিনিও শপত খাই, কপকাপোৰ লৈ,

ৰজাৰ লগত গৈ হহকি আছিল। পাচ দিনা শনিবাৰে পৰ্ব্বতৰপৰা বাইচাই প্ৰমুখো সকলো বুককলৈ মহাৰাজা আজ্ঞা কৰি পঠালে বোলে, বঙালক য'তে পায় ত'তে দগা দি কাটক। মহাৰাজাৰ আজ্ঞা শুনি ডাঙৰীয়াসকলে ফুকনবোৰে আৰু আনো লোকজন প্ৰভৃতিকৈ সমস্তে মূৰ কটা সীমা লৈ, দিহিঙ্গ আগকৈ ৰহি, মানুহ পঠায় য'তে যেনেকৈ ছল পায় তাতে বঙালক কাটে। ৰজাৰ তোলনীয়া ভিতৰুৱাল গোহাঁই, লাপেটি ফুকন, তামুলীদলৈৰ পুতেক ইবোৰো গৈ, চিনাতলীৰ ফৈদক বেৰি আনিলে। বঙালেও পানীৰ কাৰণে একোদিকি যাব নোৱাৰি, খাবলৈ নেপাই ঘোঁৰা-গৰু কাটি খাইছিল। পাচে ৰবৰাফুকনবোৰে বোলে, ইয়াক ভেটি কত দিন থাকিম? এইবুলি বঙালক বাম উঠি ধৰিলে; বঙালক ভালকৈ একটা কচু-কটা দিলে। পাচে কিন্তু বঙালেও ঘোঁৰা মেলি আমাৰ দুই চাৰি লোক কাটিলে; তাকে দেখি আমাৰ লোকজনৰ মনে ভয় হ'ল আৰু দুই-চাৰি কৰি ভাগিল। বঙালেও গড়গ্ৰামৰ দিকি আছিল।

**ৰজা চৰাইখোৱাবোঙলৈ ভাগি যায়**

তদন্তৰে অসমৰ লোকে বলক্তমৰ ফৈদক খেদি, পূৰ্ব্বে তাওকাক, উত্তৰে দিহিং আগ কৰি সোৱাগুৰিত সীমা কৰি বুঢ়াগোহাঁই ৰহিল। কেন্দুগুৰিত গড়গাঁয়া ৰজাৰ শহৰ ৰহিল, ৰজাশহৰ ৰৰফুকনে ল'লেগৈ ফুটুকাতলীৰ দুৱাৰ, তামুলী দলৈৰ পুতেকে ল'লেগৈ মেছাগড়ৰ দুৱাৰ। বঙালৰ দুই-চাৰি লোক যাকে য'তে পায়, তাকে কাটে; তত্ৰাপি বঙালৰ ক্ষয় নহ'ল। পাচে বাহুলি ডেকাফুকন ভাগি চাৰিঙলৈ গ'ল; তামুলী দলৈৰ পুতেক সোৱাগুৰিত ৰহিলগৈ। বঙালত জহনি লাগিল। খাবলৈকো নোহোৱা হ'ল। পাচে বঙালে মৰোঁ-জীওঁ সোঁ-আধি কৰি নাৱে-ভৰে সোৱাগুৰিৰ ফালে ধৰিলে; তামুলীদলৈৰ পুতেক ৰহিব নোৱাৰি ভাগিল। দিহিং আগ কৰি বুঢ়াগোহাঁই ৰহিল মূৰকটাত; ৰজা শহৰ আহি ৰহিল তিপামত। পাচে ৰকোৱাৰীৰ, পৰ্ব্বতৰ, গড়গাঁৱৰ এই তিনি ঠাইৰ বঙালে একঠাই হই শিলিখাতলত ৰহিলগৈ। মিৰ্‌জুম্‌লা খানখানা নবাব নাৱে-ভৰে বুঢ়াগোহাঁইৰ পোনে মূৰ কটাত এক পৰ বেলি হ'লত গড়ত ধৰিলে। আমাৰ লোকজনে বঙালক ভালকৈ এসেকা দিলে। বঙালৰ এক আমীৰ পৰিল। আনো লোকজন বিস্তৰ পৰিল। পাচে আমাৰবোৰৰ গুলী কাঁড় ঢুকালত, ছয়দণ্ড বেলি আছোঁতে, বুঢ়াগোহাঁই হহকি গৈ, পানীকাঁটত ৰহিলগৈ।

পাচে সেইবেলা বাহুলি ডেকা ফুকনে আমাৰবোৰৰ লগ এৰি গৈ, মোহ চিন্তি, শিলিখাতলত মিৰ্‌জুম্‌লাতে মজুমখাঁতে ৰবিলগৈ। বাহুলিয়ে মিৰ্‌জুম্‌লাক বুলিলে বোলে, মোক যদি ৰাজ্যত ৰজা পাতা, তেবে লোকজনকো মই ৰবাই আনো, আৰু ৰজা ডাঙৰীয়াবোৰকো, বৰুৱা-ফুকনবোৰকো তোমাৰ ঠাই ধৰি দিম। মিৰ্‌জুম্‌লা আৰু মজুমখাঁ দুয়ো কথা হই বোলে, ভালাতো! ঠিক বহুচিবো। তোৰ ৰজাৰ পাঙ্গীত ভই

চৰ, তেহে প্ৰাণ পাওঁ। পাচে বাহুলি ফুকনে বোলে, ভালাতো! ৰজাৰ পাল্কীত চৰিবো, তোমাৰ কটি-পিঠা খাইবো, এই ৰাজ্যৰ জমি লোখাইবো। এতেকে মজুমখাঁয়ো

**দেশদ্ৰোহী বাহুলি ফুকন, 'ডেকাৰজা'**

মিৰ্ জুম্লাৰে কথা হৈ বাহুলিক কেকোৰা দোলাত তুলি "ডেকাৰজা" পাতিলে। পাচে তাক লগত লৈ মজুমখাঁ তিপামত ৰহিলগৈ। তাত পাচে বাহুলিক ৰবিষৰ দেখি, মথাৰ জগতৰায় ডেকা, উদ্ধৱ দুৱৰীয়া, তোলাই দাংধৰা—এইসকলো মজুমখাঁত ধৰি বোলে, তোমাৰ কটি-পিঠা আমিও খাইবো, এইদিশৰ জমি আমি বুজাইবো; বাহুলি ফুকনৰ সঙ্গে পালেঙ্গী দি আমাকো নবাব পাতিব লাগে। মজুমখাঁ বোলে, যদি তইঁতৰ আপাহ পাইবো, তইঁতে যি বুলিছ, তাকে আমিও কৰিবো। সেই-বেলা মন্ত্ৰিৰ ভবানী বৰুৱাই বঙ্গালৰ কটোৱাৰ (কোটোৱাল?) সঙ্গে লৈ বঙ্গালত মিলিবলৈ ভিতৰি কথা দিয়া-দি কৰিলে। নন্দ, হৰি, হৰিগতি, এই তিনি মানুহ পঠাই, সি ৰজাকো ধৰি দিম হেন বুলিছিলে। এইকথা মহাৰাজা শুনি, উৰীয়া পিক্দান্ ধৰাক পঠাই, মন্ত্ৰিৰক ধৰাই নি মূলাতলিৰ আলিত কাটিলে, আৰু তাত পাচে বুঢ়াগোহাঁইকে ৰজাশহৰ বৰফুকনকে মহাৰাজা এই বুলিলে বোলে, ঘৰ বঙ্গাল নে পৰ বঙ্গাল, মই বুজা নাই; এতেকে সিবোৰে যেনেকৈ পাৰে কথাবাৰ্ত্তা হৈ বঙ্গালক ফিৰাই পঠাই দিওক। মহাৰাজা এই আজ্ঞা কৰিলে।

সেই বেলা খানখানা আৰু মজুমখাঁ দুয়ে সমালোচন কৰি বোলে, আমাৰ এখন বিস্তৰ লোক হানি হ'ল; এখন আৰু অসমৰ সঙ্গে নাই পাৰিবো হেন লাগিছে। এতেকে যদি উপায়কৈ মিত্ৰ কৰিব পৰা হয়, তেহে আমাৰ লজ্জা ৰক্ষা হয়। এইবুলি দুই উকীল ৰজা শহৰ বৰফুকনৰ ঠাইত পঠালে। ইফালে বুঢ়াগোহাঁইয়ে ৰজা শহৰেও সোণৰ জৰা এটা, সোণৰ মুকুতা লগোৱা কাপোৰ এখন আৰু আনো দ্ৰব্য দি চুলতান্, চতুৰ্ভুজ কাকতী, চান্দৰাই আৰু নোমল এই চাৰি মানুহক দালালখাঁৰ ঠাইক পঠাই দিলে বোলে—আমি যি হয় পেচ্ কোচ দিবো; নবাব খান্খানাৰে কথা হৈ সিবোৰ উলটি যাওক। দালালখাঁই নবাব খান্খানাৰে কথা হৈ গদাইকে বহিমুলকে আমাৰ চাৰি মানুহৰ লগত দি পঠাই বোলে, এই ৰাজ্যখন এখন পাৎসাৰ বাৰত হ'ল। সি-বোৰে আকে মনে জানি এই ৰাজ্যত যত টকা উঠে, সেইমান লোণ আমাক বুজাই ৰাজ্য ৰাখক; আমি তেবেসে ফিৰি যাম। সোণৰ জৰা, সোণৰ বৰে লগা কাপোৰ ওলোটাই দি বোলে, সিবোৰ এতিয়া নিদানত পৰিছে; আমি ই বস্তুক কেমনে লৈবো? পাচে আতন বুঢ়াগোহাঁয়ে ৰজাশহৰ বৰফুকনে আলচি, নবৈ হাতী, তিনিলাখ টকা এই মান দিম বুলি দালালখাঁৰ গালৈ ফিৰাই পঠালে। দালাল খাঁৰ আগত গদাই বহিমুর্ল সহিতে আমাৰ চুলটান, চতুৰ্ভুজ, চান্দৰাই, নোমল, এইসকলো লৈ, নবৈ হাতী, তিনি লাখ টকা দিম হেন বুলিছে বুলি ক'লেগৈ। দালালখাঁয়ো সেই কথা খান্খানা

মিৰ্‌জুম্‌লাত জনালে। পাচে মিৰ্‌জুম্‌লায়ে মজুমখাঁৰে বোলে, স্বৰ্গৰাজাৰ নজিক পাই এই ৰাজ্যক চিন্তাপি নকৰি কেমনে যাইবো ? পাৎসা শুনি আমাক দোষা কৰিব। পাচে দালালখাঁই এইকথা শুনি খান্‌খানাকে মজুমখাঁকে বিস্তৰ বুজালে। পাচে খান্‌খানা বোলে—তুমি আপুনি পুনৰ্বাৰ কথাবাৰ্ত্তা হই, অলমৰ কটকীক ফিৰাই পঠাবো। ভালাতো। যে তিনিলাখ টকা, নবৈ হাতী দিম বুলি কহিছে, আমি ইহাক পাইবো, আৰু পাৎসা শুনি যিমতে খোছাল হৈব, সিখান কৰাওক। পাৎসা খোছাল নাপাইলে আমি কেমনে ফিৰি যাইবো ? আৰু মজুমখাঁয়ো পুনৰ দালালখাঁৰ আগত বিশ্বাসকৈ এইবুলি ক'লে বোলে, স্বৰ্গৰজাৰ বেটীক পাৎসাৰ বেটাক লাগি যদি আমি দেৱাইতে পাৰোঁ, তেবেসে সমস্ত কাম হাঁচিল হয়। মই নোবোলাকৈ তুমি ভিতৰি ডা-ডাঙৰীয়া-বোৰেৰে কথা হোৱাঁ। দালালখাঁই এই কথা গদাইকে বহিমূৰ্লকে আমাৰ চাৰিমানুহক ক'ৰ দিলে। গদাই, বহিমূৰ্লেও দালালখাঁৰ আজ্ঞাৰে বিশ্বাসকৈ সেই কথা আমাৰ চাৰি মানুহক কৈ পঠালে। সিহঁতেও আহি সেই কথা আতন বুঢ়াগোহাঁইকে ৰজাশহুৰ বৰফুকনৰে আগত ক'লেহি বোলে, খান্‌খানায়ে মজুমখাঁয়ে ৰবে, ৯০ হাতী, তিনি লাখ টকাৰ লগে যদি পাৎসাৰ বেটাক লাগি স্বৰ্গৰজাৰ বেটীক দেই। খানখানা বোলে, তেবেসে আমাৰ মজুৰি হ'ব, পাৎসাও খোছাল হ'ব। আৰু তোমালোকৰ কাৰ্য্যও হাঁচিল হব। আৰু বোলে, খান্‌খানায়ে মজুমখাঁয়ে ৰজাৰ বেটী আনিব বুলি পাৎসাৰ কাঁৰা তুলি লৈ আহিছে। এইকথা গদায়ে বহিমূৰ্লে বুঢ়াগোহাঁইৰ ঠাইতে, ৰজাশহুৰ বৰফুকনতে ক'লেগৈ। সিবোৰেও পানীফাঁটৰ পাৰ হই নামচাঙত মহাৰাজাত জনালেগৈ বোলে, বঙালেৰে তিনি লাখ টকা, নবৈ হাতি দিম হেন বুলি কথাবাৰ্ত্তা হৈছোঁ। দালাল খাঁই বুলিছে, খান্‌খানায়ে মজুমখাঁয়ে মামানিছে। দালালখাঁই বোলে, পাৎসাৰ বেটাক লাগি স্বৰ্গৰাজাৰ যদি এক বেটীক দেয়, তেবেসে খান্‌খানাকে মজুমখাঁকে খোছাল কৰিব পাৰোঁ। এতেকে স্বৰ্গমহাৰাজা বা কি বোলে ?

এইকথা স্বৰ্গমহাৰাজা শুনি বোলে, ৯০ হাতী, তিনি লাখ টকা দিম বুলি কবুল কৰিও যে মোৰ জী দিব লাগিল, মই কি বুলিম ? ইয়াকে চাই তোমালোকে যেনে ভাল দেখা তেনে কৰাঁ। মোৰ মনে হ'লে, এনে কৰাতকৈ বঙালক এসেকা দিবৰহে মন। পাচে ৰজাশহুৰে, বুঢ়াগোহাঁয়ে বোলে, স্বৰ্গদেও ! এখন আমাৰ ঘৰ বঙাল নে পৰ বঙাল বুজিতে নাপাৰোঁ। আমাৰ মনে এখন অসন্তোষ কৰিব নালাগে ; যেনেৰূপে

**ৰমণী পাতক**

গো-ব্ৰাহ্মণ, এই ৰাজ্যখান ৰক্ষা পৰিব, ইয়াকেহে কৰিব লাগে। এখনে তিনি লাখ টকা, নবৈ হাতী বাকী থৈ, ডাঙৰীয়াসকলৰ ভাই-পো নাঁত থৈ, পাতকক দি ঠেকাই পঠাওঁ ; পাৎসা সহিতে মিলাপ্ৰীতি হওক, সীমনাও খুজি লওঁ। মহাৰাজা বোলে, মোৰ জীক, ৰমণী আইদেউক, পাৎসাৰ বেটাই লৈ নিব ; আমি ৰাজ্যৰক্ষাৰ নিমিত্তে দিম। দেশ-দেশান্তৰৰ লোকে দেখি

যেনে আনন্দ পায়, তেনে কৰিব লাগে। বুঢ়াগোহাঁইয়ে বজাশহৰে বোলে, স্বৰ্গদেৱৰ মনেহে নিশ্চয় কৰোঁতা; এতেকে স্বৰ্গদেৱেই এটা নিশ্চয় কৰোক। পাচে মহাৰাজা বোলে, মোৰ জীক পাৎসাৰ ঠাইলৈ দিম, অলঙ্কাৰ পাতি এৰি, কুৰি হেজাৰ সোণ, ছকুৰি হেজাৰ ৰূপ, একুৰি হাতী, বন্দী ১০০, বেটী ১০০ এই মান নেদিলে কিয় ভাল হব? বুঢ়াগোহাঁইয়ে বজাশহৰে বোলে, ভাল হৈছে, এইবুলি নিশ্চয় কৰিলে। পাচে মহাৰাজাই ইবিলাক ছুইকো বঙ্গালেৰে কথাবাৰ্ত্তা হবলৈ তিপামৰ পানীফাঁটলৈ পঠালে। ইবোৰেও তিপামলৈ আহি গদাইৰে, ৰহিমৰ্দ্দনৰে আগত বোলে, ভালমন্দ ছকুৰি হাতী, কুৰি হেজাৰ আগল, চাৰিলাখ টকা, নাইবা কুৰি হেজাৰ সোণ, ৰজাৰ জী, আমি ইয়াকে দিম। এইবুলি ইয়াকে দিবলৈ কথা বান্ধিলেগৈ। এইকথা নিশ্চয় হ'লত খানখানায়ে মজুমখাঁয়ে দালাল খাঁৰে আলচি, মজুমখাঁই পাৎসালৈ দি যোৱা লিখা পত্ৰ আমাৰ মহাৰাজাৰ আগত মাতিলে। স্বৰ্গমহাৰাজা মাতিলত:

* "লিখিতং শ্ৰীযুক্ত জয়ধ্বজসিংহ মহাৰাজা আসাম। চুলতানা চুজাকে থনমকে ওক্ত বিস্কৰ্ হামিদ্ লোকে কহেসা। পাৎসাজীকি ৰাজবিলাম্বিত বৈয়তকো দৌত্‌কৰ্‌কে পাসাসে লিয়া। আই-চোৱাতে স্বৰ্গদেৱ হুকুম্সা সকলালিজিত নানা গুণালঙ্কৃত শেষ গুণৈক ধাম নিজতনু সৌন্দৰ্য্য যুধিষ্ঠিৰ গঙ্গাজল নিৰ্ম্মল পবিত্ৰ কলেৱৰ, মহামহিম মহিমাযুক্ত শ্ৰীযুত নবাব খান্‌খানাচি পহচান্‌ৰে স্বৰ্গদেৱ দৌজান্‌কৰাকে আসাম চাৰো বিলায়ত নিয়াধা হাসাকে জানাওত সকল্‌কে লাগায়ত তৱ যাইকে আপনা জীউ টান কৰ্‌কে পাহাৰকু ভিতৰ ভাগা; আয়া তৱ আপনা জীউকে ৰাখা। স্বৰ্গদেৱ বন্দেগী! আউৰ্ কৰ্মায়ৎ দৰিয়াৰ্‌চে দেখ্‌কৰ্‌কে নবাব খান্- খানাচি পহিচান্‌ৰে জীউকে সাসায়াৰ জকি থাকি মোৰ গুণাৰাখিছু। আৰ মন্‌সে সুজে দিও মম্মি এটি বেৰে মোৰ আপ্‌না বেটী, আৰ আওৰ ৰাজা তিপাম বেটী মহলকো বিসজ্জে খেজ্ সত্‌কো দেও। আওৰ সোণা কুৰি হেজাৰ তোলা, ৰূপ ছকুৰি হেজাৰ তোলা, আৰু শিস্‌দাতিৰ চৌধ দন্তাল, ছয় হাতিনী, আৰু দৰদ সমুখ উত্তৰ কূল্‌কি তৰফ দৰিয়াও বায়ত ভুৰলী, আওৰ সমুখ ৰাজা ভিৰকৰাকো আওৰ বেলাতলি। দক্ষিণকূল্‌কে তৰফ্ কৰতোয়া, আওৰ কলঙ সীমনাক লৰ্‌কে পেচ্-কচ্ বেতা দেয়াৰ, ইচওৱাস্তে সহত্ বিল্‌কিয়া যশা দি সোলিমান ১০২৩ মাঘ মাস। গোণ্ কৰকে তিনি লাখ ৰূপেয়া, চাৰ্‌চাৰ্ মহিনে এক লাখ কৰ্‌কে বাৰ মহিনামে দেও; আওৰ নব্বৈ হাতী, বৰ দন্তাল ১০, চৌৱা দন্তাল ১০, হাতিনী ১০, এই ত্ৰিশ হাতী আওৰ ভালমন্দ ৬০ হাতী, সব লেই কৰকে ৯০ হাতী ত্ৰিশ্ মহিনা পিছু দিও। আওৰ ২০।২০ (বিশ্-বিশ্) হাতী বছৰসে তি দিও। বুঢ়াগোহাঁইকে বেটা, বুঢ়াগোহাঁইকে ভতিজা, বৰগোহাঁইকে বেটা, বৰপাত্ৰকে বেটা, মোৰ মুলুকমে এহি চাৰ আদ্‌মি সৰ্‌কাৰ্‌কো পাচ শ'ক শক বজচায় কৰোঁ। কেছাম্‌সো স্বৰ্গদেৱ খোজামত্ সেহিজিমৰ ৰহে। যো কুচ্ মই কবুল কিয়াহু, তিনাকো খিলাপা কৰোঁ। আউৰ নব্বৈ হাতী স্বৰ্গদেৱ বন্দীকৰ্ মালবৰ্ দাতিবিসোৰ্ হোগা।"*

পাচে মজুমখাঁৰ এই লিখা পাৎসাৰ ঠাই পালেগৈ। পাৎসা খোছাল হৈ মজুমখাঁলৈকে খান্‌খানালৈকে "সিৰ্‌পাও" দি "চিৰচ্ছাকা শিৰোমণি" এই নাম দি পঠালে। আৰু পাৎসা এই বুলিলে বোলে, আসাম মুলুকে চাফ্ কৰিয়া, আগপাছ নিবন্ধ কৰিয়া চিত্তাপি আহিব, আৰ চকীগত লিখাত বাকী সমাচাৰ পাইব। এইবুলি পঠালে। পাচে

---

* (এই চিঠিখনি "যথা দৃষ্টং তথা লিখিতং।" আমি ইয়াৰ মানে ভালকৈ বুজা নাই।)

পাৎসাৰ এই লিখা পাৎসাৰ ঠাইৰপৰা আহি খান্‌খানা মিৰজুমলাৰে মজুমখাঁৰে ঠাই পালেহি। পাচে মজুমখাঁৰ আজ্ঞাৰে গদাৰে মহিমুঁলে গৈ এই বার্ত্তা তিপামৰ পানীকাঁটত বুঢ়াগোহাঁইতে ৰজাশহৰতে ক'লেগৈ। ইবোৰাকে গৈ, মহাৰাজাত জনালে বোলে, খান্‌খানাৰে মজুমখাঁৰে কৈছে বোলে, তিনি লাখ টকা, ১০ হাতী আৰু ৰজাৰ বেটী দিয়ক; আমি এথা হৈতে ফিৰি যাওঁ। মহাৰাজা বোলে, যদি মোৰ বেটীক দিতে হৈল, মোৰ বেটীক দিম, পাচে অলঙ্কাৰ এৰি, কুৰি হেজাৰ সোণা, ছকুৰি হেজাৰ ৰূপ, একুৰি হাতী, বন্দী ১০০, বেটী ১০০ ইমান দিব লাগিব, ইমান নেদেখিলে কিয় হ'ব? এখন ইয়াকে দিবো; সিবোৰ ফিৰি যাওক। যি তিনি লাখ টকা কবিল কৰিছোঁ, ইয়াক এখন দিব নোৱাৰো; কিয়নো আমাৰ ৰাজ্য এখন উজাৰ হৈছে। এই বাকীৰ অর্থে তিনিজনা ডাঙৰীয়াৰ বেটা, ৰাজমন্ত্রীৰ (ৰজাশহৰ বৰফুকনৰ) বেটা আমি সোঁত থওঁ। যেথন আমি এই বাকী সোধাইতে পাৰোঁ, তেখন আমাৰ ইবোৰ ফিৰাই ল'ম।

বুঢ়াগোহাঁইয়ে ৰজাশহৰে বোলে, স্বৰ্গদেৱৰ যি আজ্ঞা, সেয়ে হব। এইবুলি গদাইকে মহিমুঁলকে সেইৰূপে বুলি বিদায় দি পঠালে। ইবোৰে পুনৰ খান্‌খানাৰে মজুমখাঁৰে ঠাইৰপৰা আহি, বুঢ়াগোহাঁইতে ৰজাশহৰতে ক'লেহি বোলে, নবাব খান্‌খানা ৰাজী হৈছে। এইকথা মহাৰাজত জনালত, মহাৰাজাও আপোন জীয়েক ৰমণী গাভৰুৰ লগত, তিপাম ৰজাৰ জীয়েক মোহনী আইদেওকো দিলে। অলঙ্কাৰ পাতি

**ৰমণী গাভৰুৰ লগত দিয়া যৌতুক**

এৰি, কুৰি হেজাৰ সোণ, ছকুৰি হেজাৰ ৰূপ, একুৰি হাতী, বন্দী ১০০, বেটী ১০০, এইমান লগত দি, পাৎসাৰ ঠাইলৈ দিবলৈ ঠিকনা কৰিলে। এনেতে ৰাজমাও নামচাঙত অৰ ধৰি মৰিল। মহাৰাজাইয়ো নামচাঙৰপৰা টঙ্‌চাঙলৈ গ'ল; তাতে ৰজা শহৰক ৰাখিলে। পাচে বুঢ়াগোহাঁইক বঙ্গালৰ পাছে পাছে পঠাই, পৰ্ব্বতে-পাহাৰে যি লোকজন ভাগিছিলে তাকো কোঢ়াই কলিয়াবৰৰ সীমাই পাতিব দিলে।

পাচে গুৱাহাটীত তিনিজনা ডাঙৰীয়াৰ তিনি বেটাকে, ৰজাশহৰে এক পুতেককে লগত দি, বছিদখাঁক থৈ নবাব খান্‌খানা আৰু মজুমখাঁ ভটিয়াই গ'ল। গাভৰুক সোধাবলৈ ৰজাদেৱে বাঁহৰবীয়া ভৱানন্দ কটকীক পঠাই ৰাজমোহনৰ ল'ৰা বাঁহৰবীয়া

**ৰগৰিবাৰীত মজুমখাঁৰ মৃত্যু**

কটকীক ওলোটাই অনালে। এনেতে ৰগৰিবাৰীত গৈ মজুমখাঁ মৰিলগৈ। পাচে মহাৰাজা টঙ্চাঙৰপৰা ৰাইচালৈ আহিল; ৰাইচাৰপৰা বকতালৈ আহিল। সেইবেলা ৰাককিয়াল বৰগোহাঁইক দায় ধৰিলে বোলে, চামধৰাৰ উত্তৰ কূলে যে বঙ্গাল নাহিল, দক্ষিণ কূলে যে যুদ্ধ হ'ল, তই মানুহ-দুনুহ দি কিয় তৰ নিদিলি? বঙ্গাল গড়গাঁও

পালতহি সকলো যে মোৰ লগ ল'লেহি, তই সিংহৰ লগত নাহি, কিয় বপাচাদ উঠিলিগৈ ? এই দায় ধৰি, মহাৰাজাই ৰৰগোহাঁইক আপোন হাতে গধিয়ালে, গধিয়াই বন্দীকৈ থৈছিলে। ৰজাৰ লগ এৰিবৰ হই, সোণামুৱাক "হাবি ধাঁক" দিলে। ৰাজগুৰুও

**"হবি ধাঁক"**

ৰজাৰ আগলৈ গুলাৰ দোৰাবিলে ; আইৰৰ নাপিতো নিলগে নিলগে ফুৰিছিল। থোঁৰা কোৰৰকে তামুলী দলৈৰ পুতেককে দোৰা দি বন্দীকৈ থৈছিলে। ৰজাৰ লগ এৰিবৰ হই গজপুৰীয়া হাতীবৰুৱাকো চাবুকিয়াই দোৰা লগালে। সেইবেলা পিদামুকপি (আতন) বুঢ়াগোহাঁয়ে ৰাজ্যক চপাই আনি মহাৰাজাৰ লগ ল'লেগৈ ; আৰু মাধৱচৰণ, গৰ্ত্তীয়া, এই দুই কটকীৰ হাতে চিঠি দি, ৰজালৈ এইবুলি কৈ পঠালে বোলে, এই দুইৰ হাতত আমাৰ ধৰি নিয়া বৰুৱা-ফুকনৰ ল'ৰা ভাল মানুহক এৰি দি পঠাৱ। পাচে কিন্তু ৰজালে এৰি নেদিলে। তাত পাচে লাওডেকা, লাখটকীয়া বৰুৱা, বাঁহৰবীয়া কটকী ভৱানন্দ,

**লাখটকীয়া বৰুৱা**

শঙ্কৰ বৰা, চতুৰ্ভুজ কাকতী, মাধৱ চৰণ আৰু গৰ্ত্তীয়া, এই সকলত কৰি, একলাখ টকা দি পঠালে। সিবোৰেও গুৱাহাটীত ৰছিদ খাঁৰ হাতত সেই টকা হজুৰি কৰি দিলেগৈ। তেহে ৰজালে আমাৰ ৰৰুৱা ফুকনৰ পো ভাই ক'তো ক'তো এৰিলে।

সেইবেলা আৰঙ্‌জিও পাৎসাৰে দিল্লীৰপৰা স্বৰ্গমহাৰাজালৈ বুলি এইখনি দি পঠালে :—সোণোৱালী জামাৰে ৰাচি আৰঙ্‌জিও পাৎসাৰে সিৰপাও ১, ৰাখৰপতোৱা

**মহাৰাজালৈ দি পঠোৱা বস্তু**

মুঠিৰে তৰোৱাল ১, জামদাৰ ১, চোমদাৰ ১, সোণোৱালী মল্‌মা কৰা ৰাক ১—এইখনি দৌৰ্বেগ আৰু কন্তম্‌বেগ, এই দুইৰ হাতত দি, ৰছিদ খাঁৰ ঠাইলৈ পঠাই দিলে। দৌৰ্বেগ, কন্তম্‌বেগ এই দুই পাৎসাৰ "অহদিৰ"। পাচে ৰছিদ খাঁই এই বস্তুখনিৰ লগত সেক্ মোল্লাক আৰু তাজ খাঁ এই দুই কটকীক লগত দি, আমাৰ লাওডেকা, লাখটকীয়া ৰৰুৱা আদিক শঙ্কৰ বৰা সহিতে মহাৰাজাৰ ঠাইলৈ পঠাই দিলে।

সিবোৰে আহি লগ পালতহি, সেইবেলা জয়ধ্বজ সিংহ মহাৰজা ৰকতাত বেমাৰত পৰিল। ৰজাদেৱে গাৰ বিধাৰণ দেখি, আনো একনক ৰজা ল'বলৈ বুলিলে। পাচে ডাঙৰীয়া ফুকনবোৰে আলচি চাৰিংৰজাক ৰজা পাতিবলৈ বুলিলে। এইকথা ৰজাশহৰ ৰৰফুকনে নামানি, ৰৰজনা আইকুঁৱৰী, পৰ্ব্বতীয়াকুঁৱৰী, এই দুইৰে আলচি, তিতৰি ৰজাত ক'লে, বোলে, স্বৰ্গদেৱে যি ল'ৰাটিকে পো বুলিছে, আকে ৰজা পাতিবলৈ বোলকা ৰজাশহৰে বোলে আমিও আকে বোলোঁ। পাচে মহাৰাজা বোলে, হয়তো মই বুলিম, ডাঙৰীয়াসকলে এই কথা কিয় ৰাখিৰ ? পাচে ৰজাদেৱে সুধিলে বোলে, কনীয়া গোহাঁইৰ কোন আছে ? পাচে চেঙধৰাৰ আইকুঁৱৰীয়ে বোলে, কনীয়া গোহাঁইৰ কোনো নাই। পাচে ৰজা দুখকৈ বোলে, মই আপোনাৰ ৰংহ আপুনি খালো। কিন্তু আপদেৱৰ

মুখে শুনিছো বোলে, চাৰিজনীয়াৰ এই কৈদ কিছু ওচৰ; চাৰিজ ৰজাকে আনি ৰজা লইক। এনেতে মহাৰাজাৰ টান হ'ল। পাচে মহাৰাজা বনমালি গোঁসাইক চাঙলৈ

**জয়ধ্বজ সিংহৰ মৰিয়া টান আৰু বনমালি গোসাঁই**

তুলি নি বোলে, বাপু! মই এই সময়ত কি নাম ল'ম? বনমালিদেৱে বোলে, মই যি নাম ল'বলৈ বোলো, তাকে ল'বা। এইবুলি বনমালিদেৱে ৰজাৰ মাথাত ধৰি নাম শুনাইছিল, মহাৰাজাও সেই নামকে লৈছিলে। পাচে মহাৰাজা স্বৰ্গদেৱক কণ্ঠাগত প্ৰাণ হবৰ দেখি, গোঁসাই বিলগি আহিল। সেই

**ৰজাৰ মৃত্যু**

সময়ত ৰজা স্বৰ্গী হ'ল। জল-সাৰ ব্যাধি হই, পুছে তেজ বৈ গ'ল। শক ১৫৮৫; ভোগ ৯ বছৰ।

পাছদিনা শনিবাৰে চাৰিজৰজাই ৰমণী গাভৰুক বুঢ়াগোহাঁইৰে ৰজা শহৰৰে

**ৰমণী গাভৰুক বঙ্গালক দিয়েগৈ**

হাতত বঙ্গালালৈ দিবলৈ উলিয়াই দিলে। ই বোৱাকেও তিপামৰ পানীফাটলৈ আনি, চন্দ্ৰাই, কমল আৰু গজল চেটীয়া, আমাৰ এই তিনি মানুহ বঙ্গালৰ গদাই, বহিমুৰ্ল, মোট এই পাঁচ মানুহে গাভৰুক নি, নবাব খান্‌খানাৰ ঠাইত সোধালেনি। সেই সময়ত চৈত্ৰ মাস।

গাভৰুৰ যৌতুকৰ বাবে গদাইৰ হাতত মেকুৰিখোৱাত দিয়া যায়:—হাতী ২০, আৰে নিওঁতে বাটতে মৰিল ১৯টা; পাৎসাৰ হাৱালে গ'ল হাতী ১টা। ৯০ হাতীৰ

**হাতী দিয়াৰ লেখ**

বাবে হাতী দিয়া যায়, তিপামত ১০টা, লখৌত দালাল খাঁৰ হাতত ৪টা, বৰিতলাত দালাল খাঁৰে হাতত ২টা। পূৰ্ব্বে ফাল্গুন মাহত কলিয়াবৰত ফিৰোজ খাঁৰ হাতত দিয়া যায় ৪০টা, পাৎসাৰ হুজুৰ কৰি দিয়া যায় ৫টা; দালালখাঁৰ হাতত পুনৰ্ব্বাৰ দিয়া যায় ২টা; চৈয়দ ফিৰোজৰ হাতত দিয়া যায় ১৩টা, ৰচিদ খাঁ নবাবক দিয়া যায় ১টা, চায়েস্তা খাঁ নবাবক দিয়া যায় ২টা, সৰ্ব্বমুঠে ৭৯ হাতী। হাতী বাকী থকাৰ হুই গোভ দিয়ে বুঢ়াগোহাঁইৰ ভতিজাক ৰামৰাই, বৰগোহাঁইৰ পুতেক ধৰলা, বৰপাত্ৰৰ পুতেক লাইচেং, ৰজাশহৰ বৰফুকনৰ পুতেক মোপীয়া, এই চাৰিজনাৰ চাৰি বেটাক দিয়া যায়। মাধৱচৰণ, গম্ভীয়া, এই দুই কটকীয়ে দালাল খাঁৰ হাতত সোধালেনি।

পাচে দালাল খাঁই তিয়ৰখাঁকে, গদাইকে, বহিমুৰ্লকে, আলিয়াৰখাঁকে পঠাই মহাৰাজালৈ বুলি সোণৰ মুঠিৰে বাখৰ পতোৱা তৰোৱাল ১খন, বাখৰ পতা মুঠিৰে

**দালাল খাঁই পঠোৱা আচ্‌বাব্‌**

জামদাৰ ১, বাখৰ পতা মুঠিৰে খঞ্জৰা ১, সোণৰ মলমা কৰা ঢাক ১খন, সোণৰ মালমা কৰা হিলৈ ২টা, সোণোৱালী আঁচু ৪ মুঠি, সোণোৱালী কাপোৰ ৫খন, মলমল তাও ৩টা, সৰ্ব্বে মুলি মুঠতে ১৫ হেজাৰ টকাৰ আচ্‌বাব্‌ দিলে। আৰু

বুঢ়াগোহাঁইলৈকো, ৰজাশহৰ মন্ত্ৰী বৰফুকনলৈকো এই সকললৈকো সোণোৱালী কাপোৰ তাও যোগ্যানুৰূপে দিলে। বৰপাত্ৰলৈকো সেইৰূপে দিলে। ইও মুঠতে ৪ হেজাৰৰ বাৰ। সিহঁতে আসি ৰজাৰো, গোহাঁইবোৰৰো, বুঢ়াগোহাঁইৰে, ৰজা শহুৰৰে হাতত দি বোলে, নবাবৰ এই হুকুম আহিছে, ৰাজ্য ৰক্ষাৰ নিমিত্তে ৰজাৰ যি বেটি দিছে, ইয়াকো পালোঁ, বাকীৰ কাৰণে যি চাৰিজনা ডাঙৰীয়াৰ বেটা দিছে ইয়াকো পালোঁ। এখন পৰা পাছক লাগিয়া এই নিবন্ধে ই মাঘ মহিনাৰপৰা সি মাঘ মহিনালৈ চাৰ্, চাৰ্ মহিনাৰ পৰ, একলাখ ৰূপেয়া, বৰ দন্তাল ১৪টা, জয় দন্তাল ৬টা, হাতিনী ৩৭টা, মুঠত ৫০টা হাতী, এই নিয়মে পাইবে লাগে। আৰু বোলে, দিল্লীৰপৰা পাৎসাৱে এই হুকুম পঠাইছে, এতেকে ইয়াৰ অন্যথা হবাক নালাগে।

এনেতে লাই বৰপাত্ৰ মৰিল ; তেওঁৰে পাছত চেৰেলীয়া বৰপাত্ৰ হ'ল। পাচে তেওঁ শনিপাত্ অৰ হই দিনাদেকৰ পাছতে মৰিল ; পাছত ভগা বৰপাত্ৰ হ'ল। ভগা

**চেৰেলীয়া বৰপাত্ৰ**
**ভগা বৰপাত্ৰ**

বৰপাত্ৰ হই বুঢ়াগোহাঁইৰে, ৰজাশহৰে সৈতে সমালোচন কৰিলে। সিবোৰে বোলে, ভাল, আমি ৰাক এই নিয়মে দিম। ৰাজ্য ৰক্ষাৰ নিমিত্তে ৰজাৰ জী, কুৰি হেজাৰ সোণ, ছকুৰি হেজাৰ ৰূপ, একুৰি হাতী আমি দিছোঁ। তাৰ লগে ১০০ বেটি ১০০ বন্দী তাকো দিলোঁ ; আৰু আমি এই বুলিছোঁ ; বাহুলি ডেকা ফুকন প্ৰমুখ্যে সিবোৰত যি আমাৰ লোকজন ৰৰিছে, তাৰ আমাৰ এটিকো নেনিব। আৰু দক্ষিণ

**আহোম আৰু মুছলমানৰ ভিতৰত ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ**

কুলে অসুৰৰ আলি, উত্তৰ কুলে বৰনদী, এই সীমাত কোনেও নাবালিব। এই বুলি গদাইকে, বহিৰ্মূলকে তিয়ৰ থাঁকে, আমাৰ চাৰি মানুহক লগত দি, বিদায় দিলে। সিহঁতো গৈ দালাল খাঁত আৰু খান্‌খানা মিৰজুম্‌লাত কলত, এই বাৰ্ত্তা শুনি তুয়ে বোলে, বাহুলি, হৰি ডেকাৰ পুতেক, আৰু মনোহৰ, এই তিনিত ৰাজে আমি এটিকো নিনিওঁ ; আৰু সিবোৰৰ সীমনা উত্তৰে ভৰলী, দক্ষিণে কাজলী এই সীমা এৰি দিলোঁ। আৰু সিবোৰে যি পূৰ্ব্বৰ সীমাৰ কথা কহে, সি পৰীক্ষিতৰহে ৰাজ্য। ৰজাৰ বেটিক পাই, পাৎসা যদি খোছাল হই, সীমা যদি দিয়ে, তেখন পাইতে পাৰে। এই বুলি বঙাল ভটিয়াই গ'ল, ১৫৮৬ শকৰ মাঘ মাসত।

বাহুলি ডেকা ফুকন, তেওঁৰে ভায়েক মোপীয়া, মৰাৰ হৰিডেকাৰ পুতেক জগত ৰায়, ৰঘুনাথ মজুমদাৰৰ পুতেক মনোহৰ, উদ্ধৰ ছুৰবীয়া, ভোবোল ডাঙৰীয়া, এইবোৰ

**বঙালৰ লগত ৰবি যোৱা মানুহ**

বঙালে সহিতে, আপোনাৰ ছোৱা কুৰ্ম্মা সহিতে লগত লৈ গ'ল। ৰঘুনাথৰ বাপেক পুতেক, মৰাৰ হৰি ডেকাৰ পুতেক জগতৰায়, এই তিনিয়ে ৰয়জে কেকোৰা দোলা লৈ, বঙালৰ লগত গ'ল। আতৰাজে লুথুৰি চেটিয়াৰ ওপৰ দৈয়ঙীয়া ৰাজখোৱা, বৰ-

গোহাঁইৰ বৰুৱৰ নামৃদৈয়ৰীয়া ৰাজখোৱা, ভোলাইৰ পুত্ৰেক, এইসকল প্ৰমুখ্যে ছৌৰা কুৰ্ম্মা সহিতে, বাৰ হেজাৰ লোক লৈ গৈ ৰজালত বহিলেগৈ। আগে গুৱাহাটীৰণৰা নাথুন্নাক খেদি, আমাৰ ৰাজ্যৰ কামৰূপীয়া চেকেৰী যিখনি পাতি থৈছিলে, তাকো সি বোৰকে লগত লৈ গ'ল।

এইজনা ৰজা কৰ্ণদেৱৰ দিনতে ৰজাশহৰ বাহুলি ৰবফুকনৰ দাবা বন্ধালে—বুকুৰ পাতি কেৰিমেৰি গড়, চেউনি আলি আৰু ভোমোৰাগুৰিৰ আলি বন্ধালে। নাকৃমা

চেউনি আলি

নগাৰে আৰু সদিয়াৰ মিৰিৰে ৰণ হইছিলে, পাচে তাতো আমাৰ জিকিলে। নামৰূপত ৰজাদেৱে সোণৰ কপৰ উঁৰাল কৰালে; আৰু পূৰ্ব্বে উজনি সীমা পাটকাইৰ ওচৰত চুভাজফা ৰজাদেৱে কৰাই থোৱা গড় ও বাহৰকে পৰিষ্কাৰ কৰাই তাতৈকে বৰ হিলৈ, খাৰ প্ৰভৃতি যুদ্ধৰ সামগ্ৰী নিয়াই ৰাখিছিল।

# চক্ৰধ্বজ সিংহ

পাচে ১৫৮৫ শকত, ভগনীয়া ৰজাদেও স্বৰ্গী হোৱাৰ চৈধ্য দিনৰ দিনাখন, ডা-ডাঙৰীয়াসকলে সমালোচনা কৰি, বৰগোহাঁই চাওভাঙৰ বৰুৱা, হেদয়ান্ বৰা, এই তিনিক পঠাই, দেওৰজাৰ নাতি চুপুঙমুংক নি ৰজা পাতিলোহঁ। সেচাম নৈৰ দক্ষিণে শলধাৰৰা ঘাটৰ থাৰৱৰৰ বাৰীতে নগৰ কৰি, সিঙৰি ঘৰ উঠি, চক্ৰধ্বজ সিংহ ৰায় ল'লে। পাচে সেই ঘৰত হছু পৰিলত এৰি গৈ গড়গাঁৱত থাকিলগৈ।

ভগনীয়া ৰজাদেৱৰ দুই কুঁৱৰী ৰজাশহৰ ডেকা ফুকনৰ (বাহুলি ফুকনৰ) জীয়েক। সেই দুইকো চক্ৰধ্বজ সিংহ ৰজাদেৱে কুঁৱৰী পাতি ল'ব খুজিলে। দুই কুঁৱৰীয়ে বোলে, যি কোৱা, ধেনু দেখি ভবায়, সেই কোৱাই এতিয়া মুখ চাই বটে। পাচে সেই কথা শুনি মহাৰাজা খংকৈ ভগনীয়া ৰজাৰ তামুলী কুঁৱৰীক, মোমাই তামুলীৰ জীয়েকক বৰকুঁৱৰী পাতি ল'লে। কত দিন থাকি, সেই বৰকুঁৱৰী ভাঙি, চপৰাখোৱা বৰগোহাঁইৰ জীয়েকক বৰকুঁৱৰী পাতি ল'লে। পাচে কতদিন থাকি ৰজাশহৰ বাহুলি ডেকা ফুকনৰ কৈদক হাঁফলুহাটত মাৰিলে, কিবা দায় পাই, শুহৰীয়া সনাতন কটকী, গণকৰ বৰুৱা, ৰমা বামুণ, মোমাই তামুলীৰ পুতেক লালুক দোলাষৰীয়া বৰুৱা, এই চাৰি শুহৰীয়া। বাহুলি ফুকনৰ কৈদক মৰাই লালুক দোলাকাষৰীয়া বৰুৱা, মাওবেহা ফুকন হ'ল। লাঙিক বৰপাত্ৰ গোহাঁই পাতিলে, আৰু বেজখোৱাকে পুনৰ বৰবৰুৱাৰ বাৰ দিলে।

গণকৰ বৰুৱা
দোলাষৰীয়া বৰুৱা

লাঙি বৰপাত্ৰ
বেজখোৱা বৰবৰুৱা
(২য় বাৰ)

পূৰ্ব্বে যেখন দোৰ্ব্বেগ ও কতম্ বেগ এই দুয়ে দিল্লীৰপৰা পাৎসাৰ ঠাই বঁটা বকৃচিচ আনিলে। ভগনীয়া ৰজা (জয়ধ্বজ সিংহ) তেখন স্বৰ্গী হ'ল। তাত পাচে দোৰ্ব্বেগে কতম্‌বেগক বুলিলে বোলে, যি ৰজাক লাগি পাৎসাৰ বঁটা-বকৃচিচ আনিলো, সেই ৰজা যে স্বৰ্গী হ'ল। পাৎসাৰ বঁটা-বকৃচিচ এখন ইয়াক কি কৰিম? এই বুলি পাচে দোৰ্ব্বেগ সখোতে থাকিল। কতম্‌বেগ, তাজ খাঁ, সেকমোল্লাক, মাধৱচৰণ, গজীয়া কিৰি গৈ, বছিৰ খাঁও ক'লেগৈ বোলে, যি ৰজালৈ পাৎসাহে বঁটা-বকৃচিচ দিলে, সেই ৰজা মৃত্যু হ'ল, বকৃচিচ আমি কি কৰিম? বছিৰ খাঁই বোলে, ৰজাৰ ভাই যে ৰজা হ'ল, সেই ৰজা তাকে দিবি। সেই বুলিলত পাৎসাৰ দুই "আহ্‌দিৰ্" ফুজিৰাদিতে বৈ জনাই পঠালে বোলে, পাৎসাৰে

মহাৰাজালৈ বঁটা দিছে। বৰাবুকক আহিব লাগে। আগবাঢ়ি নিবলৈ; মহাৰাজাও হাত পাতি ল'ব লাগে। এইৰূপে ক'লত মহাৰাজা শুনি বোলে, মই স্বতন্ত্ৰ ৰজা; একো কালে পৰৰ অধীন হোৱা নাই; তাৰ বঁটা কেনেকৈ ল'ম? এইবুলি গোঁহাইবোৰেৰে কথা হ'ল; আৰু ৰকতাৰপৰা আহি ঠাই-ঠুই আওতাই বঙ্গালৰ কটকীক তুলিলে। বঙ্গালৰ কটকীও মহাৰাজাক তচ্‌লিম্ কৰিলে, সেৱা নকৰিলে; তচ্‌লিম্ কৰি বঁটা আগবঢ়াই দিলে। ৰজাশহৰ বৰফুকনে শৰাইৰে বঁটা ভৰি পিধানে নি, পিঠিৰ পাচফালে থ'লে; মহাৰাজা তাক আগত থ'বলৈ নেদিলে। পাচে পাৎসাৰ দুই কটকীয়ে বোলে, পাৎসাৰ বকৃচিচ পাই মহাৰাজা খোছাল

**ৰজাশহৰ বৰফুকন**

হৈবাক লাগিল; কিন্তু এখন দেখোঁ, পাৎসাৰ বকৃচিচ পাই মহাৰাজা অনাদৰ কৰিলে। বাবাৰে! কেমনে পাছক লাগি দিলে! তালাতো! পাৎসা শুনিলে ইয়াৰ "হকিগত" পাইব।

পাচে মহাৰাজাই ৰজাশহৰৰ আগত বোলে, আমাৰ গাভৰু, তিনি লাখ টকা, ১০ হাতী, এইসকল ৰাজ্যৰক্ষাৰ নিমিত্তেহে দিলোঁ। এখন আমাৰ সীমা লাগে। যি সীমা কবুল কৰিলো, তাকো আমি নাপালোঁ। এইবুলি এক লিখা পত্ৰ দি, চন্দ্ৰকন্দলী আৰু সনাতনৰ হাতত আমাৰ মহাৰাজাই পাৎসালৈ দিয়া বস্তুৰ লেখা: সৰ্ব্বাঙ্গ গাহ্ৰ ২টা, সক গাহ্ৰ ১০০টা, সোণৰ ভাৰেৰে ফণি ২খন, সোণৰ ভাৰেৰে কটাৰি ৪খন, উকা কটাৰি ৪০খন, পাৰ চকুৱা ভাৰেৰে পিতলৰ ঠাং লগা ১০খন, হাতী দাঁত ৬টা, আগৰ কাঠ ২০ সেৰ। পাৎসাৰ দুই "অহ্‌দিৰ্‌"ক দিলে ৰূপ ২০০০, পাৎসাৰ দুই "আখি"ক দিলে সোণ ২০০, ৰূপ ৪০০, বছিদ খাঁৰ দুই উকীলক দিয়ে সোণ ১০০, ৰূপ ৫৩০, এইবোৰ দি কটকীইতক বিদায় দিলে।

**পাৎসালৈ দিয়া বস্তুৰ লেখা**

কতোদিন থাকি বছিদ খাঁই গুৱাহাটীৰপৰা পুনৰ্ব্বাৰ বাকী ধন নিবৰ কাৰণে, সেক্ মোল্লাক, দৌৰ্ব্বেগ, কস্তম্‌বেগ সহিতে মহাৰাজাৰ ঠাই পঠাই দিলে। সেক্ মোল্লাকে গড়গাঁও পালেহি। পাচে বিদিনা বঙ্গালৰ কটকী গড়গাঁৱত তুলিবলৈ নিয়ে, বৰদুৱাৰৰ মুখ পাই, সেক্ মোল্লাকে এই বুলিলে বোলে, পূৰ্ব্বে দৌৰ্ব্বেগ আৰু কস্তম্ বেগৰ লগত মই মহাৰাজাক তচ্‌লিন্ (তচ্‌লিম্?) কৰিছোঁ; এখনেও মই তচ্‌লিন্‌হে কৰিতে পাৰোঁ, চালাম কৰিতে নাপাৰোঁ। এইকথা বুলিবৰ শুনি, আমাৰ দুই কটকীয়ে মহাৰাজাত জনালে। পাচে মহাৰাজাই শুনি খং কৰি বোলে, পাৎসাৰ বকৃচিচ আহিছিলে, সেই বুলি দৌৰ্ব্বেগে আৰু কস্তম্‌বেগে চালাম নকৰিলে। ই এখন বছিদ খাঁৰহে কটকী, ই কিয় চালাম নকৰিব? এই বুলি মহাৰাজা বঙ্গালৰ কটকীক খং কৰি বৰালৈ ওলোটাই নিব দিলে। সেক্‌ মোল্লাকেও মহাৰাজাৰ খং হেন জানি দুই-চাৰিদিনতে বোলে, তালাতো! এখন চালাম কৰিব। পাচে মহাৰাজাই এই কথা শুনি, সেক্‌ মোল্লাকক তুলি মাধৱচৰণ, গৰ্ভীয়া, এই দুইক লগত দি বিদায় দিলে।

সেইবেলা বাকী ধন দিয়ে : কাশুণ মাহত কলিয়া ফুকুৰাচোৰা, বাঁহবৰীয়া ভৱানন্দ, কৌপতীয়া কটকী আৰু কলাই কথতি এই চাৰিয়ে দিয়েগৈ ৰূপ ৪০০০, বহিদখাঁৰ হাতত। একবাৰ কাৰ্ত্তিক মাহত পাঠকচন্দ্ৰ, চতুৰ্ভুজ কাকতি, কলিয়া কটকী, চেকিয়াল হাজৰিকা এই চাৰিয়ে দিলেগৈ বহিদ খাঁৰে হাতত ৰূপ ৪০০০। ১৫৮৭ শকত ভাদ্ৰ মাহত ২০,০০০ ৰূপত মাৰি দিয়া যায় হাতী ১০টা, আৰে ৫টা মৰিল। ৰূপ দিয়ে ৮০০০, খৰিদ লৈ পাৎসাৰে দিয়ে ১০০০ টকা ; তাকো ঘুৰাই দি মুঠতে টকা ৯০০০ আৰু পাচে হাতী বিকি আদায় কৰে ১০,০০০। ১৫৮৮ শকত জেঠ মাহত ফিৰোজ খাঁৰ হাতত ৰূপীয়াত মাৰি দিয়া যায় হাতী ৫টা, ফিৰোজ খাঁৰ প্ৰতি দিয়া যায় ৰূপ ২০০০, খৰিদৰ হাতী মৰিবৰ হুই দিয়া যায় হাতী ১টা, পাৎসাৰ মজুৰিৰ হাতী দিয়া যায় ৫টা, চায়েস্তা খাঁ নবাবক প্ৰতি দিয়া যায় হাতী ২টা, বহিদ খাঁ নবাবক প্ৰতি দিয়া যায় হাতী ১টা, দালাল খাঁক প্ৰতি দিয়া যায় হাতী ২টা, মুঠতে মজুৰি হাতী দিয়া যায় এই ১০টা। গাভৰু লগত যৌতুকীয়া দিয়া যায় হাতী ২০টা। কবুলৰ তিনি লাখ ৰূপৰ, ৰূপকৈ দিয়া গ'ল এক লাখ আঠ হাজাৰ, এক লাখত মাৰি ল'লে হাতী আঠ কুৰি, হাতী ১০টা বিকি দিলে ৰূপ ২০,০০০ (কুৰি হাজাৰ)। ৰূপৰ বাকী থাকিল আমাৰ গাত ৭২,০০০ (বাসত্তৰ হাজাৰ); হাতীৰ বাকী সহিতে একলাখ চৈধ্য হাজাৰ ৰূপ আমাৰ গাত বাকী থাকিল। এই কাৰণে বঙ্গালে আমাৰ তিনিজনা ভাজৰীয়াৰ বেটাক এৰি নেদিলে।

বাকীধন দিয়াৰ লেখা

তিনি লাখ টকা, নৱৈৰ হাতীৰ বাকী

সেইবেলা বেহাৰৰ গোপাল চৰণ আৰু অৰ্জ্জুন কটকী আহি পালেহি। ইহঁতৰ লগত আমাৰ ৰামচৰণ কটকীক দি, বেহেৰুৱা কটকীক মহাৰাজা বিদায় দিলে। ইহঁতো বেহাৰ পালেগৈ। পাচে বেহেৰুৱা ৰজায়ো আমাৰ কটকীক তুলি পত্ৰ সন্দেশ দি, অৰ্জ্জুন কটকীকে, গোপালচৰণকে লগত দি, আমাৰ কটকীক বিদায় দি পঠালে। পথত ইহঁত আহোঁতে, পাণবৰীয়া ৰজাৰ গাঁৱত নৈ পাৰ হৈ, আহোঁতে, গাঁৱোৱে তিনি কটকীকো, ভাৰী চাৰিটাকো কাটিলে। সেই সময়ত পাণবৰীয়া ৰজালৰ তলপীয়া আছিল। কটকীক পাণবৰীয়াবোৱে কাটিবৰ শুনি, বেহেৰুৱা ৰজাই পুনৰ্ব্বাৰ পত্ৰ-সন্দেশ দি, নন্দকে, ভীমকে মহাৰাজাৰ ঠাইলৈ পঠাই দিলে। সিহঁতো আহি কলিয়াবৰ পালেহি। এইকথা ৰজাশহৰ বৰফুকনে মহাৰাজালৈ জনালে। মহাৰাজাও কটকীক থংকৈ কটকীক নানি, বৰফুকনক তাতে তুলিব দিলে। বৰফুকনেও এই আজ্ঞা শুনি, বেহেৰুৱা কটকীক তুলি, তাহাঁতৰ হাতৰ পত্ৰ মহাৰাজাৰ ঠাইলৈ দিলে। মহাৰাজা পত্ৰ শুনি দিখৌমুখীয়া কটকীৰ হাতে পত্ৰ-সন্দেশ দি, বৰফুকনক দায় ধৰিব দিলে। বৰফুকনেও মহাৰাজাৰ আজ্ঞা শুনি, বেহেৰুৱা কটকীক পত্ৰ-সন্দেশ দি, বিদায় দি পঠিয়ালে, আৰু এইখান

পাণবৰীয়া ৰজা

বুলিলে বোলে, তইতৰ ৰজা পূৰ্ব্বাপৰ যেনত প্ৰতি চলিয়া গৈছে, ৰজাইয়েকো আমাইয়েকো সেইমত উকীল পত্ৰ পুনৰ্ব্বাৰ দি পঠাব। যদি পঠায়, প্ৰীতি ৰহিব। এতেকে তেওঁৰ ইচ্ছা। এইবুলি বেহেকৰা কটকীক বিদায় দিলে।

পাচে খান্‌খানাই আমাৰ দেশ মাৰিবৰ শুনি, জয়ন্তীয়ালৰ ৰজা আমাৰ মহাৰাজা স্বৰ্গদেৱলৈ বাৰ্ত্তা লবৰ নিমিত্তে লিখাপত্ৰ সহিতে উকীল পঠালে। পাচে উকীল আহি ৰঙ্গালৰ হাতত পৰি বাটত কটা গ'ল। তাৰে লগৰ এক মানুহ এৰাই আহি, সেইকথা আমাৰ স্বৰ্গদেৱত জনালেহি। স্বৰ্গদেৱে শুনি মনত দুখকৈ জয়ন্তীয়ালৰ ৰজালৈ আমাৰ কোৰোৰা আৰু দৈয়জীয়া ৰৰা বলিয়া, এই দুই কটকীৰ হাতত এক পত্ৰ দি পঠালে; তাৰ লেখা :—

অত সমাচাৰ সহিতে পত্ৰ। এথাত আমাৰ কুশল। সমস্তে কুশল। ৰাজা লাক্ষী চুলতানৰ কুশল নিৰন্তৰে চাহি। তুমি যি উকীল পঠালা, সিতো আহি ৰঙ্গালত পৰিল। তাৰ এক চাকৰ আসি আমাত তোমাৰ বাৰ্ত্তা জনালে; তাক আমি শুনি পৰম সন্তোষ লভিলো। আউৰ তোমাৰ আমাৰ পূৰ্ব্ব ধৰি যিহেতু মিত্ৰৱতী, এই হেতুকে তুমি আমাৰ বাৰ্ত্তা ল'লা। ইহাত আমাৰ আনন্দ। আউৰ তোমাৰ উকীল ৰঙ্গালত পৰিল, ইহাক শুনি আমি বৰ অসন্তোষ পাইলো। কিন্তু যিহেতু আমাৰ বিপদকাল, এই নিমিত্তেসে তোমাৰ উকীলক এমত হৈল। ইহাত কিছু দুখ মনে নকৰিবা। ইদানিক তোমাৰ যেমনে বাৰ্ত্তা পাই থাকোঁ, এমত খানি কৰিবা। আৰ তোমাক লাগি সন্দেশ :—পাটকাপোৰ ১ খান, গান্ধ ৮টা, গাঁঠিয়ন এযোনা, কটাৰি ৬ খান। শক ১৫৪৮, তাৰিখ ৬, মাস চৈত্ৰ।

এই পত্ৰৰ লগে আমাৰ মহাৰাজা, জয়ন্তাৰজাৰ অনুবৰ্ত্তি নৰ্ত্তকৰ ৰজালৈ বুলিও একপত্ৰ সেই দুই কটকীৰ হাততে দিলে। তাৰ লেখা :—

পৰং লাক্ষী চুলতান ৰজাৰে আমাৰে পূৰ্ব্ব ধৰি প্ৰীতিগোট ৰহিছে। এই কাৰণে তাৰ এক উকীল আমাৰ ঠাই পঠাইছিলে। আমাৰো উকীল পত্ৰ তাৰ ঠাইক পঠাইছি। সি যেমনে কুশলে অবিঘ্নে সিঠাই পহুছে, তুমি তেমন খানি কৰিবা। আৰু সন্দেশ :— পাটকাপোৰ ১ খান, কটাৰি ৪ খান, গন্ধ ৪টা। শক ১৫৮৪; তাৰিখ ৬, মাস চৈত্ৰ।

আমাৰ কোৰোৰা আৰু বলিয়া এই দুই কটকী গৈ বাটত নৰ্ত্তক পাই, তাৰ ৰজা মানসিংহক সন্দেশ সহিতে মহাৰাজাৰ পত্ৰ দিলে। মানসিংহে স্বৰ্গদেৱৰ পত্ৰ পঢ়ি চাই, আমাৰ কটকীৰ লগত আপোনাৰ দুই মানুহ দি জয়ন্তাৰ বাটে পঠাই দিলে; আৰু স্বৰ্গদেৱলৈ বুলি এক লিখা পত্ৰ দিলে; তাৰ লেখা :—

নৰ্ত্তকৰ ৰজা মানসিংহ

পৰম সৌহাৰ্দ লিখনং কাৰ্য্যঞ্চ। এথাত আমাৰ সমস্তে কুশল। তোমাৰ ধাৰোন্নতি কুশল-মঙ্গল সৰ্ব্বদা বাঞ্ছা কৰি। পৰং তোমাৰ লিখন পত্ৰ আসি পহুছিল।

পৰম সাদৰে শুনিয়া বৰ সন্তোষ হৈলাম। কিন্তু যেমত মন দুখী আছিল, তেমতে তোমাৰ সুস্থ বাৰ্ত্তা পায়া পৰম সন্তুষ্ট হৈলাম। কিন্তু আমাৰ দুইজন মনুষ্য* বঙ্গালত পৰিল, একাৰণ তুমি লেখিয়াছিলায়। দুইজনেৰ কি কাৰ্য্য, তোমাৰ কাৰ্য্যেৰ নিমিত্তে যদি দশ, বিশ, হাজাৰ লোক পৰিল, তথাপি আমাৰ অসন্তোষ নাছিল। আমাৰ লোক যে তোমাৰ কাৰ্য্যত নাছিল, ই কাৰণেসে আমাৰ মনত অসন্তোষ হৈল, আমি এমত জানি। তোমাৰ সহিত আমাৰ অচল সুহৃদ, অভেদ প্ৰীতিত সকল দিন তোমাৰ অধিক, আত আমাৰ ভেদ নাই। আৰ তোমাৰ চিত্তে আমৰাও এমন খান লৈছি হেন জানিলাম। অক্লেশ হৃদয় শুদ্ধি থাকিলে, দূৰেও সন্নিহিত, এমন চিত্তে লয় যেন। যো যস্য মিত্ৰং দুহি তস্য দূৰমিতি। এতএৱ এমন খান জানিয়া, যে সময়ে যে কাৰ্য্য উচিত হয়, সে বাৰ্ত্তা পঠাইবাই। সেই কাৰ্য্য আমি কৰিম। আৰ গড়গাঁও জয়ন্তী দুই নাহয়। তোমাৰ দেশ নামাৰিছে, যেন আমাৰ দেশ মাৰিছে। আমাৰ মনে এমন খান দুখ লাগিছে। মনুষ্য পাঠাইলাম বাৰ্ত্তা জানিবাক, তাতে পথতে এমন পৰিপক হৈল, বাৰ্ত্তা নাপাইলাম। তোমাৰ দেশ বঙ্গালে মাৰিল, আমি বসি আছিলাম। হুকুম নাকৰিলা; দশ-বিশ হাজাৰ লোক আমাৰ গৈয়া নাপৰিল, ইখানসে আমাৰ চিত্তে অধিক দুখ লাগিছে। আৰ বঙ্গালৰ প্ৰাণশক্তি যে আছিল তাকে কৰিল। যেমতে কৰ্ম্ম কৰিছিল, তেমতে ঈশ্বৰে তাৰে পাত কৰিলা। এখন বঙ্গালে যেমত কৰিছে, তেমত তাৰ প্ৰতিফল পায়, তেবেসে ভাল। তোমাৰ আমাৰ কুশতিল এক যুক্তি হয়া এই সময়তে যেমতে দাদনি লৈবাৰ পাৰি, তাৰ চায়া কৰিয়া সমন্ন দচায়া প্ৰত্যুত্তৰ লেখিয়া, কটকী তৎকাল পঠাইবায়। এখন সময়তে তোমাৰ সাত নাদিলাম, আমি এই দুখে লজ্জিত হয়াছি। এতে জানিছিলাম যে কিছু অসন্তোষবিদ লেখিবায় হেন। তাতে আক আমাৰ দুইজন মনুষ্য বঙ্গালত পৰিল, তাৰ কাৰণ এমত সুমৰ্য্যাদা লেখিছ, এতে তোমাৰ ৰাজনীতিৰ গম্ভীৰতা নাৰহিল। দুইজনেৰ কি কাৰণ, এমত দুই লক্ষ তোমাৰ গৌৰৱেৰ তুল্য নাহয় মাত্ৰ। তোমাৰ অধিক মৰ্য্যাদায়ে বহুত আক লজ্জিত হইলাম। সুধিৰ হয়া যে দুষ্টেৰ সহিত, শত্ৰুৰ পৰাক্ৰম শুনিয়া ৰহতে থাকন, অতপৰ বিকাৰ নাই। এতেকে কোন শত্ৰু নিৰ্য্যাতন কৰিয়া যদি, এইবাৰ তোমাক ওপৰ কৰিবাক পাৰি, তেবেসে আমাৰ ই লজ্জা যায়। আক বিশেষ কি লেখিম। মাত্ৰ তোমাৰ মনে যেমত ভাল, প্ৰতিবাসে তাৰ প্ৰত্যুত্তৰ তৎকালে লিখিবায়। কিমধিকং বিজ্ঞেষু। ইতি শক ১৫৮৫, তাং ১০ জ্যেষ্ঠ মাস।

* নৰ্তক জয়ন্তা ৰাজ্যৰে এক অংশ। তাত বিলসে একন ক্ষুদ্ৰ ৰজা আছিল, তেওঁ জয়ন্তাৰজাৰ অনুবৰ্ত্তী। জয়ন্তাৰ ৰজাই এই নৰ্তকৰ ৰজাক "ভাইৰজা" বোলে। সেই কাৰণে বঙ্গালৰ হাতত জয়ন্তাৰ উকীল, কটকী পৰাত, নৰ্তকৰ ৰজাই তেওঁলোকক জয়ন্তাৰ বুলি ধৰি "আমাৰ দুইজন মনুষ্য" বুলিছে। দুই ৰাজ্যৰ মিত্ৰতা অতি ভাল।

পাচে মৰ্ত্তৰ দুই মানুহ সহিতে আমাৰ দুই কটকী গৈ জয়ন্তা ৰজাৰ ঠাই পাই, মহাৰাজাৰ লেখাপত্ৰ সন্দেশ দিলেগৈ। জয়ন্তাৰ ৰজা সাক্ষী চুলতানে মহাৰাজাৰ পত্ৰ চাই, আমাৰ কটকীৰ লগত ৰমাই কটকীক দি, এক লিখা পত্ৰ আমাৰ মহাৰাজালৈ বুলি দি পঠালে; তাৰ লেখা :—

স্বস্তি সমস্ত প্ৰশস্ত ক্ৰিয়া চৰণাসাৰ পবিত্ৰ চৰিত্ৰ শৌৰ্য্যধৈৰ্য্যোদাৰ্য্য মৰ্য্যাদা-গম্ভীৰ-পাৰাবাৰ ভুবনোত্তৰ ভাবুকজনকুলকৈৰৱ পালন পাৰ্ব্বণ শাৰদ শশধৰ গদাধৰ হিমহিণ্ডিৰ পিণ্ডপাণ্ডৰ যশ পৰিপূৰিত দিগান্তৰ:কমলামলাদি বৃন্দাৰক বৃন্দ বন্দনীয়, মুকুন্দ পদ সৰোজ মকৰন্দমধুব্ৰত ত্ৰিবিক্ৰমোদয়ে বাম পাদাঙ্গুষ্ঠ নখ শিখৰ খণ্ডিত ব্ৰহ্মাণ্ডবিবৰণী: শৰৎসৰদ মৃতকৰ সুৰ কাহিনী তোয় শৰীৰ গৌৰাৱ ধৰণী মণ্ডলাখণ্ডল শ্ৰীশ্ৰীমহাৰাজ বৰ্গদেৱ নাৰায়ণ প্ৰচণ্ডপ্ৰতাপ চৰিত্ৰ বিচিত্ৰ গুণ সমূহেষু।

পৰম সৌহাৰ্দ্দ লিখনং কাৰ্য্যঞ্চ। এথা কুশল। তোমাৰ ৰাজোমতি কুশল-মঙ্গল সদাবাঞ্চি। পৰং তোমাৰ লিখাপত্ৰ আসি পৌহছিল। সমাচাৰ পৰমপ্ৰীতে জানিলাম আৰু তোমাৰ কটকীৰ প্ৰমুখ্খ বাৰ্ত্তা শুনিয়া সন্তুষ্ট হৈলাম। অতঃপৰ মধ্যে শুনিলাম মোগলে আসিয়া তোমাৰ ৰাজ্য মাৰিল। এসকল বাৰ্ত্তা আমাৰে নাদিলা। কতোদিন পৰে আমি বাৰ্ত্তা পায়া গোভাৰ ৰামাই দলৈ ও নীবৈ তোমাৰ থানে পাঠাইলাম বাৰ্ত্তা লৈবাৰ। কিছু পত্ৰ-সন্দেশ দিছিলাম আৰু পত্ৰ লেখি দিছিলাম, তুমি প্ৰত্যুত্তৰ যি লেখ, সেই অনুসাৰে কাৰ্য্য কৰিম। তাতে তোমাৰ কৰ্ম্মাইৰ লোকে সেই মনুষ্য আমাৰ দুই-জন মোগলেৰ সাতে বান্ধিয়া দিলা কি মাৰিলা, একো নিৰ্ণয় নাপাইলাম; আৰু সন্দেশ তোমাৰ স্থানে পহছিল কি, একো নাজানিলাম। এবে বিচাৰ কৰিবা। এত দিন সেই পত্ৰেৰ প্ৰতি উত্তৰ আসিব কৰিয়া জানিয়াছিলাম। এখন নিষ্ঠা বুজিয়া তোমাৰ কটকীও বিদায় কৰিলাম। আমাৰ কটকী ৰামাইকে পাঠাইতেছি। আপনাৰ কুশল মঙ্গল বাৰ্ত্তা বিবেচিয়া সকল লিখিয়া কটকী তৎকাল পঠাইবা। জয়ন্তা আৰু গড়গাওঁ দুই নহয়। তোমাৰ দেশ মাৰাৰিছে যেন আমাৰ দেশহে মাৰিছে; আমাৰ মনে এমন দুখ লাগিছে। অতঃপৰ বহুত মন দুখে আছি। তোমাৰ প্ৰত্যুত্তৰ আসিলেহে চিত্ত নিবৃত্তি হয়। আৰ তোমাৰ আমাৰ প্ৰীতি নবীন নাহয়; পূৰ্ব্বাবধি চলিয়া আসিতেছে। বিশেষতঃ অধিক ও অধিক হৈবাৰ ক্ৰম হেন চিহ্ন। তাতে এমন পৰিণত হৈল। অতঃপৰ তুমি কুশলে আছ; ৰাজ্য কুশলে আছে। পৰং এমত সময়তে তোমাৰ প্ৰত্যুত্তৰ নাপাইলাম; হুকুম নাকৰিলা, এইটো মন দুঃখ ৰহিল। সময় পৰিলে যদি অত্যন্ত সহায় নাহৈব, তবে প্ৰীতিৰ কাৰণ কি? অতঃপৰ যা হৈবাৰ আছিল; তা হৈল; এখন যেমতে দিন দিন অধিক প্ৰীত হয়, তাক কৰিবায়। বাকী সমাচাৰ কটকীসকলো কহিবেক। আৰ বঙ্গালে খানিক ৰাজ্যক পীড়া কৰিল, এইমাত্ৰ। নাটক নিৰাক নাপাৰিল; সেই দেশ, সেই লোকসকল আছে; তুমি আপৰে কুশলে আছ।

অখন এমত কাৰ্য্য কৰ, তুমি আমি এক প্ৰীতি হয়া যেমতে বঙ্গালৰ দাদ লৈবাৰ পাৰি, তাকে কৰ। গৰিয়ায়ে যেমত কৰিছে, যদি তেমত দাদ পাই, তেবেসে আমাৰ সন্তোষ হয়, মন দুঃখ যায়। এতেকে যেমত তোমাৰ চিত্তেও ভাল ; প্ৰতিবাসে তাৰে লিখিবা। আৰ পএ সন্দেশ :—সাৰ কাপোৰ ৪ খন, খাসা ৩ খন, সূতাৰ কাপোৰ ১০ খন, গজি খাসাতেৰ ২০। বাকী সমাচাৰ তোমাৰ দুই কটকী ও বামাই প্ৰমুখে জ্ঞাত হৈবা। কিমধিকং বিজ্ঞেষু। ইতি শঁক ১৫৮৫, মাস জৈষ্ঠ্য।

জয়ন্তীয়ালৰ ৰজা লাক্ষ্মী চুলতান আৰু নৰ্ত্তকৰ মানসিংহৰ দুয়োখান লিখাপত্ৰ সন্দেশ সহিতে আনি জয়ন্তাৰ বমাই কটকীক লগত লৈ আমাৰ কোমোৰাখোৱা আৰু দৈয়ঙ্গীয়া বৰা বিলিয়া আহি বকতা পালেহি। পাচে স্বৰ্গদেৱে ৰকতাৰ সভাতে পাত্ৰমন্ত্ৰী সহিতে সমালোচন কৰি, জয়ন্তাৰ কটকী তুলি, জয়ন্তাৰে নৰ্ত্তকৰ ৰজাৰে পত্ৰ পঢ়িলে। মহাৰাজা স্বৰ্গদেৱলৈ পূৰ্ব্বে আনো দেশৰ পৰা পঙ্কপত্ৰ আহাৰ নিয়ম আছিল। পাচে স্বৰ্গদেৱে বোলে, দেখোঁ এইবাৰ এক পত্ৰহে আহিল ? মোৰ পাত্ৰ-মন্ত্ৰীবোৰলৈ পূৰ্ব্বৰ নিৰ্ব্বন্ধ মতে "কোলপত্ৰ" নাহিল। এনে বিধাৰণ জয়ন্তীয়ালে নৰ্ত্তকীয়াই ক'ত পালে ? এতেকে জানিলো, তাহাঁতে মোক অপমানহে কৰে। এই বুলি মহাৰাজা জয়ন্তাৰ পত্ৰত দূষণ পাই, খংকৈ আমাৰ কোমোৰা আৰু বলিয়া, এই দুই কটকীক পুনৰ্ব্বাৰ লগত দি, জয়ন্তাৰ কটকীক বিদায় দি পঠালে। জয়ন্তাৰ ৰজাই পুনৰ্ব্বাৰ আমাৰ দুই কটকীৰ লগত পত্ৰসন্দেশ সহিতে বমাই কটকীক মহাৰাজাৰ ঠাইলৈ পঠালে। জয়ন্তাৰ কটকী আহি পালতহি, তাক ৰকতাত তুলিলে। পত্ৰতো দূষণ নাপালে। জয়ন্তাৰ ৰজা মহাৰাজালৈ দিয়া পত্ৰৰ লেখা :—

কুশল বিহিতঃ ভৱতাং ভাবুকং সমীহামহে। পৰং তোমাৰ আমাৰ প্ৰীতি আজিৰ নাহয় ; পূৰ্ব্বাবধি চলিয়া আইতেছে। অধিকতৰ অধিক হইবাৰ তোমাৰ স্থানে যে কিছু লিখিয়াছিলাম, তাৰে শুনিছ। আমি জানিছিলাম, ইয়াৰ প্ৰীতিৰ কিছু বাকী নাৰহিব, তাতে অধিকাধিক হৈব। পূৰ্ব্বে যে আছিল, তাক ভাঙ্গিলায়। যদি কোনো ছিদ্ৰ থাকে, তথাপিও লেখিবাৰ সে উচিত ; আপোনাৰ কটকী দিয়া কহিবাৰ সে উচিত ; অকস্মাৎ এমনখান কৰণ কুটুম্বৰ সহিত ভাল নাহয়। সত্য কি মিছা, একটা অকৰুৰ কাৰণ ছিদ্ৰ ধৰিছে। সেও মোৰ কাগতে আছিল, সেও আমাৰ সহিত যেমত কৰিছেছে, তাক শুনিতেছ তাৰও ইচ্ছা যেমতে অপ্ৰীতি হয়। অতঃপৰ তোমাৰ আমাৰ যদি দৃঢ়ওৰতো অধিক প্ৰীতি থাকে, তবে কেবচুতে ছাড় হৈল নযায়। মধ্যে কেও কিছু কহিল কৰিল, এতে প্ৰীতি নযায়। আৰু আমি কদাচিতো কোন দিন কিছু ছিদ্ৰ নাধৰি, যেমতে প্ৰীতি বাঢ়ে, তাকে আমি কৰি। প্ৰীতি ভুৰিতে অনেক যত্ন লাগে, ভুৰিতে কিছু বিলম্ব নাই। অতঃপৰ চিত্তে যেমতে ভাল বাসে, প্ৰীতি বাঢ়ে তাকে কৰিবায়। আৰ জয়ন্তী গড়গাঞো দুই নাহয় ; আমি একেসে জানি। এতে যে তেম

কৰে, সত্যভ্ৰষ্ট হৈব। আৰু বিশেষ কি লিখিবো। বাকী সমাচাৰ বৰাই কটকী প্ৰমুখ্যে জ্ঞাত হৈবায়। ইতি শক ১৫৮৭, তেৰিখ ২০, মাস ফাগুন।

শ্লোকোপি :—

স্নেহচ্ছেদেপি সাধুনাং মনো নযাতি বিক্রিয়াং।
ভগ্নেপিহি মৃণালনামনু বধ্নাতি তন্তবঃ॥"

এই পত্ৰ সহিতে তিনিজনা ডাঙৰীয়া আৰু বৰফুকনকো জয়ন্তা বৰাই যি "কোলপত্ৰ" দিলে, তাৰ লেখা :—

স্বস্তি প্ৰচণ্ড ভুজদণ্ড খণ্ডিতা চণ্ড বৈৰি মনোহাৰিণী নাৰী বিলাস পৰিপাক কলা মহিমাৰতে শ্ৰীশ্ৰীযুত মহাৰাজ যশমন্ত সিংহ প্ৰবল প্ৰতাপানাং বিবিধ গুণগ্ৰামৈক ধাম পৰম সুপ্ৰতিষ্ঠিত শ্ৰীযুত বুঢ়াগোহাঁই সুচাৰু চৰিত্ৰেষু। পৰম সুতাসি কাৰ্য্যঞ্চ। এথা কুশল; তোমাৰ কুশল সদা চাহি। পৰং তোমাৰ আমাৰ প্ৰীতি অন্ত নাহয়; পূৰ্ব্বাবধি চলিয়া আইচ্ছে। অধিকন্ত অধিক হৈবাৰ যে কিছু লেখিয়াছিলায়, তাৰে শুনিয়াছো তাতে অধিক হৈব। পূৰ্ব্বে যে আছিল, তাক ভাজিলায়; আমাৰ কটকীখানি বিদায় কৰিলায়। যত্তপি কোন ছিদ্ৰ থাকে দেখিবাৰ উচিত, কটকী পঠাই কহিবাৰ উচিত; অকস্মাৎ এমত ভাল নাছিল। সত্য কি মিছা, একটা অৰুৰেৰে কাৰণে ছিদ্ৰ ধৰি আছে। ইও যাৰ লগতে আছিল, সেও আমাৰ সহিত যে কৰিতেছে শুনিতেছ। তাৰ ইচ্ছা যেমতে অপ্ৰীতি হয়। অতস্পৰ তোমাৰ আমাৰ দৃঢ়তৰ বহুত প্ৰীতি থাকিলে, মধ্যে কেও কিছু কহিল, এতে প্ৰীতি যাবায়। আৰু আমি কোনো দিন কিছু ছিদ্ৰ নধৰি যেমতে প্ৰীতি বাঢ়ে, তাকেসে কৰি। প্ৰীতি জুৰিতে অনেক যত্ন লাগে, ছুৰিতে কিছু বিলম্ব নালাগে। আৰু গড়গাঞো জয়ন্তী দুই নাহয়, আমি একেসে জানি, এতে যে ভেদ কৰে, সে সত্যভ্ৰষ্ট হৈব। আৰ বিশেষ কি লিখিম? কিমধিকং। বিশেষ বাকী সমাচাৰ বৰাই কটকীৰ প্ৰমুখ্যে জ্ঞাত হৈবায়। ইতি শক ১৫৮৭, তেৰিখ ২০, ফাগুন মাস। কাপোৰ ১ খান পাঠাইতেছি।"*১

পাচে আমাৰ মহাৰাজা পত্ৰ চাই, বচনে কি আছিছে বুলি জয়ন্তীয়ালৰ কটকীক সুধিলে। বৰাই কটকীয়ে বোলে, জয়ন্তাৰাজা লাঙ্গী চুলতানে কহিবাক দিছে বোলে, মহাৰাজাৰ ঠাইক পাত্ৰমন্ত্ৰী সহিতে মই পঞ্চপত্ৰ দিওঁ, কিন্তু মই এক পত্ৰ শুনো। কিবাই পঞ্চপত্ৰ লিখোঁ, মহাৰাজা মোক এক পত্ৰ লিখে। এখন মই মহাৰাজাক লাগিছে এক পত্ৰ লিখিব পাৰোঁ।*২

*১ এই "কোলপত্ৰ"ৰ লগতে, একেৰূপা অবিকল আৰু তিনিখান "কোলপত্ৰ" আছিছিল :— এখান বৰগোহাঁইলৈ, এখান বৰপাত্ৰলৈ, আৰু আনখন বৰফুকনলৈ। এই চিঠিকিলাক আঠ মাহৰ দূৰতহে, অৰ্থাৎ ১৫৮৮ শ"কৰ ৪ আহিনতহে আমাৰ ৰজাৰ ওচৰ পাইছিলহি।

*২ জয়ন্তাৰ ৰজা লাঙ্গী চুলতানৰ আচল নাম যশমন্ত সিংহ। পূৰ্ব্বে আমাৰ মহাৰাজালৈ আনকেশৰ ৰজাৰ চিঠি আহিলে, সদাই "পঞ্চপত্ৰ" (অৰ্থাৎ ৫ খন চিঠি) অহাৰ নিয়ম আছিল। অকল

আমাৰ মহাৰাজা শুনি বোলে, পূৰ্ব্বে যে তুইতৰ ৰজাসকলে ইঠাইলৈ উকীলপত্ৰ পঠাইছিলে, সেইসকলে ইয়াক নেজানিছিল নেকি? সিবোৰত কৰি এখন তোৰ ৰজা কোন কাম কৰি বঢ়াইছে? তাৰ কাৰণে যে পূৰ্ব্বধাৰণ ছাৰিবলৈ বুলি পঠায়? এই দায় ধৰি জয়ন্তাৰ কটকীক সভাৰপৰা তুলি খেদাৰ দিলে। পাচে ৰাজমন্ত্ৰী বাঁহগড়ীয়া আতন বুঢ়াগোহাঁয়ে মহাৰাজাত মাতিলে বোলে, পত্ৰত দূষণ নাই, উকীলেহে কহিলে। পাচে বুঢ়াগোহাঁয়ে মাতিলত পূৰ্ব্বধাৰণে লিখা পত্ৰ দি, কটকী লগত দি, জয়ন্তীয়ালৰ কটকীক বিদায় দি পঠালে। আমাৰ ৰজাই জয়ন্তীয়ালৰ ৰজালৈ দিয়া পত্ৰৰ লেখা :—

এথা কুশল। তোমাৰ কুশল সৰ্ব্বদা চাহি। পৰং তোমাৰ লিখা আসিল। সমাচাৰ প্ৰীতিপূৰ্ব্বকে জানিলো। আৰ দেখ, তুমি বুলিছা বোলে, পূৰ্ব্ব প্ৰীতিগোট ভাঙ্গিলা, ইখান আগপাছ বিমৃষা কৰি বোলন সে উচিত। পূৰ্ব্বাপৰে যেমত ধাৰাণে উকীলপত্ৰ গতাগত কৰিছে, এখনে তেমন ধাৰাণে উকীলপত্ৰ গতাগত কৰিলেসে পূৰ্ব্ব প্ৰীতিগোট ৰহে। পূৰ্ব্বধাৰণ গোট নাৰহিলে, পূৰ্ব্ব প্ৰীতিগোট কেমনে ৰহিব? অতএৰ তোমাৰ ঠাইৰপৰা যেখন পূৰ্ব্বধাৰণ এৰি পত্ৰ আসিল, তেখন মৃণালৰ প্ৰায় পূৰ্ব্বপ্ৰীতিগোট তোমাৰাসে ভাঙ্গিলা। তত্ত্বৰূপে মঞি পূৰ্ব্ব প্ৰীতিছে ৰহিছোঁ, কিন্তু পূৰ্ব্বধাৰণ এৰি পত্ৰ আসিল যি কাৰণ; এই কাৰণেসে মঞি উকীলপত্ৰ নপঠালো। আৰ সত্য-অসত্যৰ কাৰণ যি লিখিলা আমি যি দায় ধৰিলো, তাক তুমি সত্য হেন জানিহে দণ্ড কৰিলা। আৰ তুমি যেমন গড়গাঞো জয়ন্তী এক হেন জানিছা, আমিও তেমনে একসে জানিছোঁ। এনুৰাতো যি ভেদ কৰি কাকত লিখিলে, সি সত্যভ্ৰষ্ট হোৱানেসে উচিত। আৰু অধিক কি কহিম? তুমি আপুনি সমস্তে জানা। আৰু যি কিছু বাকী সমাচাৰ হয়, তাক শ্ৰীৰামে ও জয়কৃষ্ণে কহিবেক। আৰু তোমাৰ অৰ্থে পত্ৰসন্দেশ :— কত্তিপা ১, কিৰ্ম্মিজ ১, চড়া ২ খান, কস্তুৰী ৪, মৰিচ ৪ তোপা-চামৰ ৪; গাঁঠিয়ন ১ মোনা, কটাৰি ২ খান। ইতি শঁক ১৫৮৮ তেৰিখ ৮, মাস আঘ্ৰণ।"

আৰু পূৰ্ব্বে ৰঙ্গাল আহোঁতে ৰবচেটিয়া মৰঙ্গিত ৰ'ৰ নোৱাৰি কছাৰীত ভাগি সোমালেগৈ। তাত পাচে মহাৰাজা বোলে, সমস্তবোৰে ডা-ডাঙৰীয়া আহি মোক সেৱা কৰিলেহি, ৰবচেটিয়ানো ক'লৈ গ'ল? ডা-ডাঙৰীয়াসকলে আলচ কৰি বোলে, ৰঙ্গালইত আহিলত ৰ'ৰ নোৱাৰি কছাৰীলৈ ভাগি যায় শুনিছো। পাচে মহাৰাজা শুনি ডাঙৰীয়াসকলেৰে আলচি বোলে, কছাৰীলৈ যদি গৈছে; আমাৰ কটকী পঠাই খুজি পঠালে দিব। এই নিশ্চয় কৰি ৰাম কটকীকে লালুক কটকীকে পত্ৰসন্দেশ দি, প্ৰীতিৰ

ৰজাৰ নামেই এখন চিঠি আহিলে, সেইটোক অপমান বুলিহে ভাবিছিল। এই পকপত্ৰ :—এখন ৰজাৰ নামে, তিনিখন তিনিজন গোহাঁই ডাঙৰীয়াৰ নামে, আৰু অন্যখান (আৱশ্যক বুলি) বৰবৰুৱা বা বৰফুকনৰ নামে। আমাৰ স্বৰ্গদেৱে হলে আন ৰজালৈ এখানহে দিছিল, ডাঙৰীয়াসকলে আৰু বৰবৰুৱা বা বৰফুকনে পাইপতি বেলেগে চিঠি দিছিল।

কাৰণ কহি, কছাৰীৰ বীৰদৰ্পনাৰায়ণ ৰজাৰ ঠাইক পঠালে বোলে, তইঁতে বচনে এইখান বুলি পঠাইছে বুলি কহিবি। পাচে দুয়ো কটকী গৈ বীৰদৰ্পনাৰায়ণ ৰজাৰ ঠাই পাই প্ৰীতিৰ কাৰণ কহি, মহাৰাজা যেনেকৈ কৈ পঠালে, বৰচেটিয়াৰ কথা ক'লে। পাচে কছাৰী ৰজাই দায় ধৰি বোলে, পত্ৰত যে বৰচেটিয়াৰ কথা কোৱা নাই, মুখে কেনে কয়? আমাৰ দুই কটকীয়ে বোলে, বৰচেটিয়ানো হৰ্দ্দেশ্বৰৰ ঠাইত আছেনে নাই, ইয়াৰ নিশ্চয় নাপাইহে পত্ৰত নেলেখিলে। কিবা বঙ্গালে ধৰি নিলে, কিবা মৰিল, কিবা মিত্ৰ ৰজাৰ ঠাইত আসিল, ইয়াৰ নিৰ্ণয় নাপাইহে বচনে বুলিব দিলে।

পাচে কছাৰী ৰজাই বোলে, আধাত্তৰত বৰচেটিয়া আহি ভাগি মোত সোমাইছেহি, মই কেমনে এৰি দিম? আৰু শুনিছোঁ বোলে, বঙ্গালে উজাই আহি কলিয়াবৰত ৰহিছেহি। এবাৰ কটকী পঠালো, স্বৰ্গমহাৰাজা তাক অনাদৰ কৰি মৰঙ্গিয়ে দি পঠালে; পৰ্ব্বতে-পাহাৰেদি পালেহি। এখন যদি বঙ্গাল উলটি যায়, পাচে মই মহাৰাজাৰ ঠাইলৈ কটকী পঠাম, এখন তইঁত যা। এইবুলি কছাৰীৰ কটকী নেদি, আমাৰ কটকী ৰামৰে লালুকৰে হাতত পত্ৰসন্দেশ দি, কছাৰীৰ বীৰদৰ্পনাৰায়ণ ৰজাই বিদায় দিলে। পাচে ৰাম আৰু লালুক কটকী আহি চকী পালতহি; চকীতে পত্ৰসন্দেশ দি ৰাম কটকী চকীতে ৰহিল; লালুক আহি গোহাঁইবোৰৰ ঠাইত আৰু মহাৰাজাৰো ঠাইত ক'লেহি বোলে, কছাৰী ৰজাই কটকী নেদি, আমাৰ হাততে পত্ৰ-সন্দেশ দি পঠাইছে। পাচে মহাৰাজা শুনি খংকৈ কছাৰী চকীত পত্ৰসন্দেশ ওলোটাই দিব দিলেনি। পাচে কটকীইঁত গৈ কছাৰী চকীত পত্ৰসন্দেশ ওলোটাই দি আহি, মহাৰাজাত ক'লেহি। মহাৰাজাই খং কৰি বোলে, তাৰ কটকী নাহিলত যে তইঁতে তাৰ পত্ৰ আন, মই কি বুলিম? তাৰ পত্ৰ আনিবলৈনো মই তইঁতক পঠিয়ালোনে? এই বুলি দুই কটকীক দায় ধৰি বন্দী কৰিলে। পাচে মহাৰাজাত বুঢ়াগোহাঁইয়ে মাতিহে মেলালে। এনেতে মহাৰাজা ৰজাশহৰক ভাঙ্গি লাত্যাওক বৰপাত্ৰ পাতিলে।

**ধোঁৱাকোঁৱৰ বৰফুকন লাত্যাও বৰপাত্ৰ**

কলিয়াবৰত ধোঁৱাকোঁৱৰ বৰফুকন হৈ আছিল। সেইবেলা কছাৰী ৰজা পুনৰ্ব্বাৰ বিয়াহ আৰু দলে এই দুই কটকীক প্ৰীতিৰ কাৰণ কহি, বৰফুকনৰ গালৈ পঠালে। দুই কটকী আহি চকী পালেহি। চকীয়ালেও বৰফুকনত ক'লেহি। বৰফুকনেও মহাৰাজালৈ জনাই পঠালে বোলে, কছাৰী ৰজাৰ কটকী আহিছে। পাচে ডাঙৰীয়াসকলেৰে সমালোচন কৰি মহাৰাজা বৰফুকনৰ গালৈ ৰামকটকীকে লালুককে পাচিলে বোলে, কছাৰী কটকীক আনি কথা হুই বৰফুকনে বিদায় দি পঠাওক। পূৰ্ব্বধাৰণে সিবোৰে লিখা পত্ৰ লৈ আহকগৈ, প্ৰীতিও ৰহোক। দুই কটকী গৈ বৰফুকনত মহাৰাজাৰ আজ্ঞা ক'লেহি। পাচে বৰফুকনেও মহাৰাজাৰ আজ্ঞাৰে দুয়ো কটকীক আনি সুধি বোলে, বিয়াহ কটকী, অ' দলে। তইঁত দুই কটকীক তইঁতৰ বীৰদৰ্পনাৰায়ণ ৰজা কি কাৰণে

পঠাইছে? সিহঁতে বোলে, স্বৰ্গদেৱে আমাক প্ৰীতিৰ কাৰণে পঠাইছে। ৰৰফুকনে বোলে, হয় আমাৰ দুই কটকীয়ে কহিছিলে, তহঁতে পাচে আহিবি যেন বুলি। এই কাৰণে মহাৰাজাৰ ঠাইক বাৰ্ত্তা পঠাই দুই কটকীক এযেতে ৰাখিছোঁ। এখন তহঁত যা, পূৰ্ব্বধাৰণে লিখা পত্ৰ লৈ আহগৈ। আহিলে তিনিজনা গোহাঁইকো, মহাৰাজাকো সেৱা কৰিব পাৰি। প্ৰীতিও চলিব। পাচে কছাৰীৰ দুই কটকীয়ে বোলে, আমাৰ স্বৰ্গদেৱে ইঠাইৰ দুই কটকীক নিব দিছে। পাচে ৰৰফুকনে বোলে, আমি আগে দুই কটকী প্ৰীতিৰ কাৰণে পঠাইছোঁ; তোৰ ৰজাহে আমাৰ দুই কটকীৰ লগত কটকী নপঠালে। এখন তোৰ ৰজাহে উকীলপত্ৰ পঠাব। আগে এখন তহঁত যা, পূৰ্ব্বধাৰণে আহগৈ। পাচে দুই কটকী গৈ এই কথা বীৰদৰ্পনাৰায়ণ ৰজাত কহিলেগৈ। বীৰদৰ্প ৰজাও পূৰ্ব্বধাৰণে পত্ৰসন্দেশ লহিতে পুনৰ্ব্বাৰ বিয়াহ, দলৈকে মহাৰাজাৰ ঠাইক পঠালে। সিহঁতো আহি সাতগাওঁ পালেহি। এনেতে সাতগাঁৱৰ "নাম্-হাৰ্" জাতিৰ ৭০ জন মানুহ আমাৰ ঠাইলৈ ভাগি আহিল। এতেকে কছাৰী কটকীও তাৰেপৰা উলটি গ'ল। এইকাৰণে কছাৰীৰে আমাৰে অপ্ৰীতি হ'ল। তাৰ পাচে মহাৰাজাই দশশৈয়া কৈ হাজাৰি বান্ধিলে, পাঁচ শৈয়াকৈ চ'ৰাৰ ফুকনবোৰক দিলে। পাচে আমাৰ ৰজাদেৱে "নাম্-হাৰ" জাতিক ছাগলিকটাত পাতি "হাতী-মাউতৰ খেল" কৰি থ'লে।

তাৰ পাচে ৰছিদ খাঁৰ ছলাই, চৈয়দ ফিৰোজ মাফৰক বাকী ধনৰ কাৰণে পুনৰ্ব্বাৰ মহাৰাজাৰ ঠাইক পঠালে। মহাৰাজাও তাক ছুলি, বাকী ধন গোটাই মেলি দি, আমাৰ চন্দ্ৰকন্দলী আৰু সনাতনক লগত দি, চৈয়দ জাফৰক বিদায় দিলে।

চৈয়দ জাফৰ

চাকাৰ চায়েস্তা খাঁ নবাবেও চন্দ্ৰকন্দলী আৰু সনাতনৰ লগে পণ্ডিতৰাইক পত্ৰসন্দেশ দি স্বৰ্গমহাৰাজাৰ ঠাইক পঠালে। চায়েস্তা খাঁ বচনেও ইহঁতৰ লগত এইখান বুলি পঠালে বোলে, তহঁতে যি সীমাৰ কাৰণ কহিলি, পাৎসাৱে বুলিছে বোলে, সি কোচ্‌ভি মুলুক, তাক খুজিলে কেমনে পাইবি? পাচে মহাৰাজাও এই কথা শুনি, পণ্ডিতৰাইক ছুলি, তাৰ জেৱান দিলে। আমাৰো চলা, গজীয়া, এই দুই কটকীয়ে পণ্ডিতৰাইক গুৱাহাটীত ৰছিদ খাঁৰ ঠাইত থৈ আহিলগৈ।

ইয়াৰ কতো দিন পাছত দিল্লীৰ আৰঙ্গজীউ পাৎসাৱে পঞ্চাছ হাতীৰ চইৰ বাকী বাবদে ধন খুজি দুই কটকী পঠায়। পাচে আমাৰ মহাৰাজা বোলে, ই কি কথা? আমি আপোনাৰ জী, এতেকে সোণ, ৰূপ, বন্দী বেটী দিলো, তথাপি আমি যি সীমা খুজিলো, তাকো নাপালো। তাতে আকৌ ৰজালে কি ধন খোজে? এনেবিলাক ৰজাসৰ

পুনৰ আৰঙ্গজেৱৰ কটকী*

* অন্ত লিখকে এই সম্বন্ধে লিখিছে:— আৰঙ্গজেবে আকৌ এবাৰ আমাৰ দেশলৈ [illegible] জুজিবৰ মনেৰে মানুহ পঠায়। এই সময়ত আমাৰ দেশত স্বৰ্গদেৱ চক্ৰধ্বজসিংহ ৰজা। তেওঁ বাদশাহৰ

পাতি যোগাই দিব লাগে। যিও আহিলা-পাতি নাথিলে, আৰু বাৰ দিব লাগে। এইৰূপে বাৰম্বাৰ দিব লাগে; এতেকে আহিলা-পাতি ভালেখিনি হব লাগে। মানুহ চৰা নাৱত উঠিব; আগৰ বৈঠা, পাছৰ বৈঠা, মাজৰ বৈঠা তিনিও একেবাৰে চাব পৰিলে। দেখিবলৈও ভাল, বাওঁতাৰো উৎসাহ পায়; নাৱো চলে, কঢ়াৰিয়ো দি হুল পায়। আগৰ, মাজৰ, পাছৰ তিনিও তিনি চাব যদি হ'ল, কঢ়াৰিয়ো দি হুল নাপায়, নাৱো নচলে, দেখোঁতাও ভাল নেদেখে। চৰায়ে পোৱালি তোলে, ঠোঁটত ধৰি উকৰাই চায়। পাখি যদি গজিল, উৰিব যদি পাৰিলে, মাইকীৰ লগত চৰি বুলি আহি বাস লয়হি। পাখি যদি সমান হ'ল, মাইকীয়ে আধাৰ দিব নোৱাৰি উকৰাই দিয়ে। এক উৰাণ দি পৰেগৈ, ঘূৰাই বাস নাপায়হি; কোনো শিয়াল কুকুৰে খায়, নাই মানুহে ধৰি নিয়ে; দোৱাৰাৰ বাঁহ নাপায়। কুমাৰে চক বেচে, পাইকে হাতত লৈ বজাই চায়। যদি হাতত বাজিল, চাবি কৰা কড়িকো দিয়ে, চককো নিয়ে; সেয়ে যদি হাতত নাবাজে নিয়ে নেকি? বুঢ়াগোহাঁয়ে এইৰূপে ক'লত সেইবেলা মহাৰাজা তামদলৈত সুধিলে বোলে, আহিলা পাতি কি আছে ভণ্ডাৰত চাব লাগিল। সেই কথা শুনি, তামদলৈ গৈ ভঁৰালী বৰুৱাক মাতিলে। জয়ানন্দ ভঁৰালী বৰুৱা বোলে, ভণ্ডাৰত আহিলাপাতি অনেক আছে।

পাচে স্বৰ্গমহাৰাজা ভিতৰলৈ গ'লত, জয়ানন্দে বোলে, খাৰৰ নাৱে এপোৱাও নাই, গুলিৰ নাৱে চাৰিপোৱাও নাই; কাঁড়ৰ এক কাঠো নাই। যাতো মহাৰাজা যেনেহ

---

বিদায় লব। কিন্তু আগৰ দিনলৈ এবাৰ চকু পেলাওক, আশাৰ বন্তি আকৌ মুহূৰ্ত্ত ধিমিকি ধিমিকি জলি উঠিব; দেখিব অতীতৰ গৰ্ভত অসমীয়াৰো অনেক উজ্জ্বল কীৰ্ত্তি-কলাপ, আৰু মহাপুৰুষ আছে। সেইবিলাকে বৰ্ত্তমান আৰু ভৱিষ্যতৰ অসমীয়াক সদাই উৎসাহিত আৰু অনুপ্ৰাণিত কৰি থাকিব; নিৰাশ, নিৰুদ্যমী অসমীয়াৰ বুকুত আশা আৰু উদ্যম জগাই দিব। ভাবি চাওক, যি দেশক এতিয়া আমি উন্নতি আৰু বলবীৰ্য্যৰ অযোগ্য বুলি ভাবিছোঁ, সেই আমাৰ দেশতে আহোম ৰজাৰ আগত ভাৰত-বিজয়ী মোগলৰ সুতীক্ষ্ণ অস্ত্ৰ এদিন ভোটা হৈ উফৰি পৰিছিল, সেই আমাৰকে গ্ৰাস কৰিবলৈ যেন যেন হৈ আহি বিজয়দৃপ্ত মোগল পতাকা কৈতা যেন হৈ উলটি যাব লগা হৈছিল। এই অসমীয়াৰ মাজতে উপজি এজন বীৰ পুৰুষে এদিন দুৰ্জ্জয় মোগলৰ গৰাহৰপৰা জন্মভূমিক উদ্ধাৰ কৰি, বুদ্ধি, বীৰত্ব আৰু স্বাৰ্থত্যাগৰ উজ্জ্বল পটভৰ দি গৈছে। এইজন মহাপুৰুষৰে নাম লাচিত বৰফুকন। মোমাই তামুলী বৰবৰুৱাৰ নাম আৰু গুণ নজনা অসমীয়া বিচেই তাকন। লাচিত বৰফুকন সেইজন প্ৰতিভাশালী পুৰুষৰে সুযোগ্য পুত্ৰ। ১০৭২ খ্ৰীষ্টাব্দত এওঁৰ জন্ম হয়। পিতাকৰ দিনত এওঁ সোণাৰকলা আদি নক নক ৰাজকীয়া বিষয় পাইছিলে; (চকৰা ফুকনৰ দোকাফুকনৰ বিষয়ো পাইছিল; দোকাফুকনৰ বিষয়ৰ পৰাই এওঁক বৰফুকনৰ বিষয় দিয়া হৈছিল।) কিন্তু পিতৃৰূপে এওঁৰো অসাধাৰণ বুদ্ধি আৰু যোগ্যতাই আহোম ৰাজপাটৰ স্বৰ্গদেৱৰ দৃষ্টি আকৰ্ষণ কৰিলে; বৰবৰুৱাৰূপে এওঁৰো স্নেহৰ পথ আপুনি মুকলি হ'ল। *** মুছলমানৰ হাতত থকা অপমান বহি জয়ধ্বজসিংহ মহাৰাজা আৰু বেছিদিন জীয়াই নাথাকিল। সেইবছৰতে এইজনা স্বৰ্গদেও স্বৰ্গী হোৱাত মহাপৰাক্ৰমী আৰু বুদ্ধিমান চক্ৰধ্বজসিংহ আহোম ৰাজপাটত উঠে। *** ঔৰঙ্গজীৱৰ নতুন বাদশাহে বাকী বৰা চাই মাথি চিঠি লিখিলত, স্বৰ্গদেৱে উকাৰ সন্ধি বা যুদ্ধলৈকে সিদ্ধান্ত কৰি লাচিতক উপযুক্ত লোক দেখি, তেওঁক ১৬৬৭ খ্ৰীষ্টাব্দত বৰফুকন পাতি যুদ্ধলৈ সৈন্য-সামন্তৰে সেনাপতি কৰি পঠিয়াই দিলে। ৰণৰ আৰম্ভতে এওঁৰ বাহুবল জিলিকি উঠিল। বৰফুকন আহিয়েই গুৱাহাটী আৰু কামৰূপৰ মুছলমানৰ কোঠ কাঢ়ি ল'লেহি। তাত অনেক বন্দী, হিলৈ, ঘোঁৰা আৰু অজস্ৰ ধন হাতত পৰিলত সেই সকলোবিলাক তেওঁ স্বৰ্গদেৱলৈ পঠিয়াই

যুঁজিলে অনেকৰো মন কোচে, শক্ৰৰেও শুনিবলৈ আছে ; এতেকেহে আছে বুলি ক'লো। ৰজা শুনি তাক কেক কাপৰ দিলে, মাছ-গাখীৰ দিলে ; ৰাতিয়ে দিনে আহিলা-পাতি গঢ়িব দিলে। নাওশলীয়া বৰুৱাক, ওজাক বঁটা বাহন দি, উচাহ বঢ়াই নাও সজালে।

নাওশলীয়া বৰুৱা

সেইসময়ত কাঁৰ-ঘৰ, খাৰ-ঘৰ গড়ৰ ভিতৰ কৰিলে। ৰৰচুৱাৰৰ মুখতে কমাৰশাল কৰিলে বোলে মই আহি দেখিব লাগে। তাত পাচে মহাৰাজাই বঙ্গালক ধৰিবলৈ মন কৰি, লোকজনৰ বলাবল বুজিবৰ কাৰণে তেলিয়াডোঙ্গাৰপৰা জঁাজীমুখলৈ আলি বন্ধালে। সেই বেলা খোকোৰাত পুখুৰী খনালে, গলপূঘাটত ( বৰ্ত্তমান শিৱসাগৰৰ "পকা ঘাট" ) মহন্তসকলক আনি যজ্ঞ কৰি মহাৰাজা দান কৰি, দক্ষিণা দি, সন্তসকলক বিদায় দিলে। আৰু মহাৰাজা ওলাই কাঁৰীক কাঁৰ মৰায়, হিলৈদাৰীক হিলৈ মৰায়, ৰাকৰতীক ৰাক চৰায়, কপ, কাপোৰ, তিৰোতা, গাখীৰ, মাছ, লোণ, চাউল এইসকল দি লোকজনৰ উচাহ বঢ়ায়। সিকালত মহাৰাজা কাঁৰ খলাত আপুনি ফুৰি, যিটে কাঁৰ মাৰিব নোৱাৰে, তাক চপাই আনিব দিয়ে, আপুনি ধনুৰ মুঠিত ধৰি কাঁৰ মৰায়। এইৰূপে মহাৰাজা ৰাজ্যৰ উৎসাহ শক্তি বঢ়াই বঙ্গালক ধৰিবলৈ মন কৰিলে। কলিয়াবৰৰপৰা ফুকন ৰাজখোৱাই জনালে বোলে, বঙ্গালৰ আইচটিত ৰ'ব নোৱাৰোঁ। এই কথা শুনি বৰফুকনক কলিয়াবৰলৈ ফুকুৰাটেং চাই পঠালে ; আৰু বৰগোহাঁয়ে বুঢ়াগোহাঁয়ে, বৰপাত্ৰ গোহাঁইকে এই তিনিকো লগত চাৰিঙ্গীয়া ফুকন, নিমাতী ফুকন, দিহিঙ্গীয়া ফুকন এইবোৰ প্ৰমুখ্যে

---

দিলে। ইয়াকে দেখি বৰ্গদেৱ চক্ৰধ্বজ সিংহৰ সাহস আৰু আকাঙ্ক্ষা দুগুণে বাঢ়ি উঠিল। ইপিনে বৰফুকনেও কাজলী আৰু লতাশীলত আমাৰ কোঠ মৰাই গুৱাহাটীৰ কালৈ আগবাঢ়িবলৈ ধৰিলে। ঘাটত কেইবাঠাইতো মুছলমানে কেৰ পাতিছিল। বৰনৈৰ মুখত আমাৰ ডাকৰীয়া একোজ সৈন্য মুছলমানৰ হাতত ঘাটে মাথোন। তাৰ বাহিৰে সকলো ঠাইতে মুছলমান হাৰি পিঠি দি হঁহকি যায়।

গুৱাহাটী পায়েই বৰফুকনে গুৱাহাটী আৰু পাণ্ডুৰ কোঠ অৱৰোধ কৰে। মুছলমানে ছমাহ কোঠ ৰক্ষা কৰিলে * * ছমাহৰ অন্তত মুছলমানে কোঠ এৰি দিবলৈ বাধ্য হ'ল। কোঠৰ ভিতৰত অলেখ সৈন্য, হিলৈ আৰু ধনৰত্ন পোৱা গ'ল। তাৰ নগদ টকাৰ বাহিৰে আন সকলোখিনিকে গড়গাঁৱলৈ পঠাই দিলে। * * * লাচিত বৰফুকনে সেই টকাখিনি নিজে নাৰাখি, তেওঁৰ নিজেই সাধাৰণ যুঁজাৰু-বিলাকৰ মাজত বাঁটি দিলে। স্বদেশৰ মঙ্গল আৰু দুখীয়া কাঁৰী পাইকৰ লাভৰ অৰ্থে নিজে স্বাৰ্থত্যাগ কৰিবলৈ এই মহাপুৰুষ অলপো পাছ নুহঁহকিল। * * ইয়াৰপৰা সৈন্যবিলাকৰ উদ্যম আৰু যুদ্ধপিপাসা দুগুণে চৰিল। সিহঁতৰ সেনাপতিতো সিহঁতৰ বিশ্বাস আৰু প্ৰীতি দৃঢ়তৰ হ'ল। ইয়াৰ পাছতে মুছলমানৰ যুদ্ধৰ নাও কেতখিনি পালতহি, তেওঁবিলাকে আকৌ যুদ্ধ আৰম্ভ কৰিলে। এইবাৰো মুছলমান কেইবাখনো যুদ্ধত হাৰি, হুহঁকি গৈ মানাহৰ মুখ পালেগৈ। তাতে এখন তুমুল যুদ্ধ লাগে। এই যুদ্ধতে বৰফুকনৰ যুদ্ধকৌশল আৰু তেজ ; সহিব নোৱাৰি বহুত মুছলমান পৰিল ; মুছলমানৰ সেনাপতি চৈয়দ চাৰা আৰু চৈয়দ ফিৰোজ কেইবা হাজাৰো সৈন্যেৰে সৈতে ধৰা পৰিল আৰু বন্দী হ'ল। বৰফুকনে সেনাপতি দুজনক গড়গাঁৱলৈ পঠিয়াই দিলে ; আৰু বন্দী সৈন্যবিলাকক গুৱাহাটীতে অশ্বক্লান্তৰ আগত দি আহোম সৈন্যৰ হিয়াত বল হেপাহৰ জুই জ্বলাই দিলে। এইখন যুদ্ধত দিল্লী সম্ৰাটে আমাৰ অধিকাৰৰ মাজলেকে পঠিওৱা অলেখ অস্ত্ৰ-শস্ত্ৰ বিজেতা বৰফুকনৰ হাতত পৰি, আমাৰ নবীন দুগুণে ফুৰ্ত্তি কৰি পেলালে। এই যুদ্ধৰ বিজয়বাৰ্ত্তা পাই বৰ্গদেৱ চক্ৰধ্বজসিংহই পৰম আহ্লাদিত হৈ বৰফুকনক নানা বিধি-বঁটা বকৃচিয়েৰে পুৰস্কৃত কৰিলে। গুৱাহাটীকে আগনি অসমৰ ৰাজধানী পাতি, বৰফুকনে গড়প্ৰাকি লোপনৰ বহুৱালে। পাছৰ বিপদ দেখি, এতিয়াৰ অধিকৃত ৰাজ্যৰক্ষাৰ কাৰণে অনেক গড়

অনেক লোকজন সি পঠাই বঙালক ধৰিব দিলে। সেই বেলা, মহাৰাজা শুনিলে যোলে, গুৱাহাটীত চৈয়দজাফৰক ৰাখি বঙালৰ লোকজন ইটাখুলিত ৰহিছে। পাচে মহাৰাজা বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই প্ৰমুখ্যে ডাঙৰীয়াবোৰেৰে আলচি, মোমাই তামুলী বৰবৰুৱাৰ পুতেক লাচিত বৰফুকন, শুইযেলা ফুকন, ভেৰা ফুকন, চাৰিঙীয়া ফুকন, মিৰি সন্দিকৈ ফুকন, লালুক ফুকন, এইসকল প্ৰমুখ্যে সমস্তলোকক ইটাখুলি মাৰিবলৈ পঠিয়ালে।

**মুছলমানৰ ১৪শ আক্ৰমণ**

১৫৯১ শকত ভাদ্ৰমাহত দিহিঙীয়া ফুকন গৈ বাঁহবাৰীৰ কোঠ মাৰিলেগৈ, চৌৰণ্‌বেগ আৰু কামাল এই দুইক পালে (কোনোৰে কয়, লালবেগ আৰু বোচনবেগ এই দুই হাজাৰিক পালে); ঘোঁৰা পালে ১২টা, চাল-তৰোৱাল আৰু হিলৈ কিছু পালে। তাৰ পাচে নাৱে-তৰে গৈ কাজলী, পানীখাতী, সোণাপুৰ এই তিনি ঠাইৰ তিনি কোঠ ভঙালে।

**ন্যায়সোধা ফুকন**

পাচে শুইযেলা ন্যায়সোধা ফুকনে চাৰিঙীয়া ফুকনে ইটাখুলিত কাঁৰে গুলিয়ে পায়, তেনেকৈ কোঠ দি ৰহিলগৈ। নাৱে হ'ল লাচিত বৰফুকন; দিহিঙীয়া সন্দিকাইৰ ন-ফুকনে

**ন-ফুকন**

উত্তৰ কূলে চাহবুৰুজৰ সমীপ চাপি কোঠ দিলেগৈ। তাৰে এখন কোঠত বঙালে ধৰিলেহি। লানমাখু অভয়পুৰীয়া ৰাজখোৱা অলপ লোক সহিতে কোঠৰপৰা ওলাই বঙালক ধৰিলেহি। বঙালে আমাৰ মানুহ দুই-চাৰি সহিতে ৰাজখোৱাকো কাটিলে। তাৰপৰা ইটাখুলিলৈ চাপি আহিল। তাৰপৰা চোৰাংচোৰা পঠালে। সি ৰাত্তি চাই গৈ যোলে, গড় ভুৰি

---

উপায় অৱলম্বন কৰিলে। গুৱাহাটী সুৰক্ষিত কৰিবৰ কাৰণে, তেওঁ শৰাইঘাট আৰু পাণ্ডুৰ কোঁঠ মৰালে; আৰু নতুনকৈ লোৱা ঠাইৰ মানুহ আৰু মাটিৰ পিয়ল কৰাই, শান্তিৰে ৰাজ্য শাসনৰ আয়োজন লগালে।

সিপিনে দিল্লীত এই পৰাজয় আৰু বিপদৰ সম্বাদ পাই অভিমানী আওৰংজেৱ পাতচাৰ অপমানৰ সীমা নাথাকিল। খঙত প্ৰতিহিংসা মানসেৰে আসাম দখলৰ প্ৰতিজ্ঞা কৰি অম্বৰাধিপতি ৰজা ৰামসিংহক মহাসমাৰোহে সেনাপতি কৰি লগত অসংখ্য সৈন্য আৰু সেই কালৰ নামজ বিখ্যাত

**অম্বৰাধিপতি ৰামসিংহ**

যোদ্ধা সি পঠিয়াই দিলে। ইয়াৰ বাতৰি পাই, আমাৰো যথাযোগ্যৰূপে যুদ্ধৰ আয়োজনত ধৰা হ'ল। ডাঙৰীয়া, বৰুৱা, ফুকন সকলোৰে নিজ নিজ কাঁৰী পাইক লৈ যুদ্ধলৈ ওলাবলৈ আদেশ পাই, বৰ সেনাপতি লাচিত বৰফুকনৰ লগ লাগিলহি। বৰফুকনে তেওঁৰ বিচক্ষণ বুদ্ধিৰে উত্তৰপাৰ, দক্ষিণপাৰ আৰু নৈ, সকলোপিনে শত্ৰুৰ বাট ভেটিবৰ অৰ্থে বাটৰ কাষে কাষে কোঁঠ বহুৱাই সুকীয়া সুকীয়া বিষয়াক তাত থাপি, পথ ৰক্ষাৰ ভাৰ গতালে। এওঁৰ এনে পৰিপাটি হিয়া আৰু যুদ্ধ কৌশলেই আহোম গৌৰৱৰ আচল ভেটি। মুছলমান সেনাপতি সসৈন্যে আসাম দেশ পালেহি; কিন্তু বৰফুকনৰ মনৰ জোখাৰে আমাৰ যো-জা তেতিয়াও হৈ এটোৱা নাই। তাতে তেওঁৰ মনেৰে যুদ্ধ কোনোমতে ৰাখিব ৰতবলৈ চোচোৰাই দিব পাৰিলে, মুছলমানক আকৌ বাককৈ এলেকা দিব পৰা হয়। এই বিলাককে ভাবি, বুদ্ধিমন্ত বৰফুকনে কটকীৰ আগত ৰামসিংহৰ আসাম আক্ৰমণৰ কাৰণ সুধি পঠালে। উত্তৰা-উত্তৰিতে কিছুদিন পলম, বৰফুকনৰো আয়োজন আৰু কোঁঠ মেৰামত সম্পূৰ্ণ হ'ল। কিন্তু বৰফুকনে তেতিয়াও সতকাই যুদ্ধ নিদি, ছলিনবাব শত্ৰুৰ আলেখ লেখ চাই কটাৰৰ ইচ্ছাৰে তেজপুৰৰ ওচৰলৈকে ৰামসিংহৰ বাট মেলেতি এৰি দিছিল। তেজপুৰৰ ওচৰতে মুছলমান সৈন্যৰ বল আৰু যুদ্ধপ্ৰণালী বুজি ল'বৰ মনেৰে ডাঙৰীয়া

হৈছে, তাৰ গজালি আহিছে; গড়খাৰৈতো বন আছে; পাজি চাঁটৰিও আছে; গড়খাৰৈতো পানী আছে। তোৰাংচোৰাই এইৰূপে ক'লত, অপজ গোহাঁয়ে চালেগৈ, দেখে পানী নাই, পাজি চাঁটৰিও নাই, তেহে ইটাখুলি বেৰি ধৰিলেগৈ। বঙালে দোৱাৰি ভাগি গ'ল; ছটা মী চিপাহী ঘোঁৰাৰে পাৰ হই অশ্বক্রান্তৰ ঘাটত সাঁতুৰি উঠিল। আমাৰ লোকে দগা দি ধৰিলে। চৈয়দ বাবাকৰ প্ৰমুখ্যে বঙালৰ বিস্তৰ লোক কাটিলে। আমাৰ লোকজন তাতে কোঠ দি ৰহিল। চাৰি দিনৰ পাচে বঙালে মাৰে তবে অসমক ধৰিলেহি; পাচে অসমৰ মাইৰত ৰ'ব নোৱাৰি হুঁহকি গ'ল। সেই তবে গুৱাহাটীৰ বোৰো ভটিয়াই গ'ল ১৫৯০ শকৰ আহিন মাহত। পাচে অসমে গৈ মানাহামুখত ভেটি ধৰিলে; চৈয়দ ফিৰোজ নবাৰ, চৈয়দ চানা, মীৰ বক্চ এইসকল প্ৰমুখ্যে অসমে ধৰি আনিলে; বঙালৰ আনো বিস্তৰ লোকক কাটিলে। তাত পাছে আমাৰ লোক গৈ পালে চৈয়দ ফিৰোজৰ বেটা পাহাৰা খাঁক, চৈয়দ কুৰ্চন তাৰে মাজৰ পৰা পলাই গ'ল। আমাৰ লোকজন থানথানাই পূৰ্ব্বে যি ধৰি নিছিল, তাকো পাই আমাৰ ধৰি লৈ আহিল। বাহুলী প্ৰভৃতি বঙালত যি ৰবি গৈছিলে, উদ্ধৰ হুৰবীয়া,

---

কোজ ছটাৰে সৈতে দুখন যুদ্ধ দিয়ে। এই দুইখন যুদ্ধত জিকি মুছলমানে আমাৰ ৰণৰ নাও আক্ৰমণ কৰে; কিন্তু বিষমৰূপে পৰাজয় মানি পৃষ্ঠভঙ্গ দিলে। তাৰপৰা আহি আমাৰ ৰংমহলৰ কোঠ আক্ৰমণ কৰিছিলহি; তাতো হাৰি, হুঁহকি আহি আগিয়াঠুটি পৰ্ব্বতৰ কাষত তাম্বুৰা তৰি কোঁঠ দি ব'লহি। ইয়াতে ৰামসিংহই-ৰছিদ খাঁৰ লগত কাজিয়া কৰি তেওঁৰ তাম্বুৰাৰ কঁৰ কাটি গুচি যাবলৈ হুকুম দিয়াত, ৰছিদখাঁই অপমান পাই ভটিয়াই উলটি গ'লগৈ। এদিন ৰাতি ৰামসিংহৰ কোঠত আমাৰ ৰখহিলৈৰ গুলি পৰাত, ৰামসিংহৰ ভতিজাক তত্তালিকে মৰিল। তাতে ৰামসিংহে ৰছিদখাঁক ছুৰাবো ৰাতি পঠিয়ালে, কিন্তু ৰছিদ খাঁই তেতিয়া যাব নোৱাৰোঁ বুলি কৈ পঠালে। ৰছিদ খাঁই তেতিয়া তেওঁৰ কোঠত গানবাজনা শুনিছিল। ৰছিদ খাঁ নোযোৱা দেখি, ৰামসিংহে মনতে ভাবিলে যে ৰছিদ খাঁৰ লগত আগৰেপৰা অসমীয়া মানুহৰ জনাশুনা আছে; আৰু তেতিয়াও তেওঁ অসমীয়াৰ ওচৰ চাপি কোঁঠ পাতিছে; এনে বিপদৰ সময়ত ৰাতি পঠোৱাতো যেতিয়া নাহিল, তেন্তে ভলে ভলে তেওঁ শত্ৰুৰ লগত যোগ হবৰ মতলব কৰিছে। এনে ভাবি ৰামসিংহে ৰছিদ খাঁক তৎক্ষণাত যিঠাইত আছিল তাৰপৰা কোঁঠ উঠাই আনিবলৈ হুকুম দিলে। ৰছিদ খাঁই তাতে মৰণাধিক অপমান পাই, স্বদেশলৈ অকলৈ উভতি গ'ল।

কিন্তু যেতিয়া যোগল সৈন্যৰ মাজত এনে অমিল আৰু খোঁচা-খুঁচি চলিছিল, তেতিয়া আমাৰ সকলো সৈন্য আৰু বিষয়াই একান্ত মনে ভক্তি আৰু আনন্দেৰে বৰফুকনৰ আদেশ পালিছিল। সকলোৰে তেওঁত অটল বিশ্বাস আছিল। যি সৈনিক পুৰুষ তেওঁৰ অনুগামী বিষয়া আৰু যুঁজাৰু বিলাকৰ অন্তৰৰ এনে অকৃত্রিম প্ৰীতি ভক্তি আৰু বিশ্বাসৰ পাত্ৰ হব পাৰে, তেওঁৰ কৃতিত্ব অনিবাৰ্য্য; তেওঁৰ কীৰ্ত্তি ধ্ৰুৱ নিশ্চয়।...কেইও কালে ৰাতি আহি, মুছলমানে পাৰে যদি কোনোমতে মৰো কাঁঠকে গুৱাহাটীকে আক্ৰমণ কৰি কাঢ়ি লবৰ মনেৰে আগিয়াঠুটিৰ ওচৰতে খুপ খালেহি। আমাৰ বৰফুকনেও মুছলমানৰ সেনাৰ শক্তিবিধিৰ মৰ্ম্ম বেছকৈ বুজি উঠিছিল। তেওঁ বেছকৈ জানিছিল যে এই যুদ্ধৰ গুণৰতে গুৱাহাটী নগৰৰ অধিকাৰ সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিছিল। মুছলমানৰ ছুৰকৃজাৰী সৈন্যৰ প্ৰতাপ দেখি, এতিয়া যেন মুছলমান সেনাপতিয়ে সেই সুবিধাৰ ভুকি ধৰাৰ নোৱাৰে, এনে উদ্দেশ্যে...সেনাপতি সকলক ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰে কোঁঠ বন্ধা আৰু গড় নিৰ্ম্মাণৰ ভাৰ দি, মুছলমানৰ আক্ৰমণলৈ বাট চাই ৰ'ল। আগিয়াঠুটিৰপৰা গুৱাহাটীলৈ অহা বাটত বৰ্ত্তমান আমিনগাঁৱৰ ওচৰত গড় বনোৱা ভাৰ মিকল বিষয়াৰ হাত দিয়া হৈছিল, তেওঁ বৰফুকনৰ ভোমাহেক আছিল। পাছদিনা পুৱা মুছলমান সৈন্য আগিয়াঠুটিৰপৰা আহবাহি, সেই দিনেই গুৱাহাটী সোমাবলৈ আহিব, আৰু আহোম সৈন্যই সেইখিনিতে আগ ভেটি যুদ্ধ দিব লাগিব, গতিকে ৰাতিৰ ভিতৰতে গড় আৰু ধাৰি সম্পূৰ্ণ হৈ উঠিব

শিলপনীয়া বায়ুণ প্ৰভৃতিকে লোকজন যি পালে; সেই বেলাত আমাৰ তাকো আনিলে। ডাফলীয়া সকলৰ ল'ৰাবোৰ গুৱাহাটীত মৰিল। ৰজাশহৰ বৰফুকনৰ পুতেক যোগীয়া সেয়ে মাত্ৰ জীয়াই আছিল; তাকো সেই সময়ত পাই আনিলে। সেই সময়ৰ পৰাহে

**মানাহলৈ সীমা**

ৰজালৰে আমাৰে মানাহলৈ সীমা হ'ল, কামৰূপো আমাৰ বশ হ'ল। চা-চৌধাৰী, পটোৱাৰী আইসিৰি ধন নিবন্ধকৈ দিলে। পাচে বাদুলী ফুকনক ৰজাদেৱে "বঙাল-ভোলা" বুলি হুৰিয়াৰৰ ভগি, বাদুলী ফুকন পুনৰ বঙাললৈ পলাই গ'ল। পাচে সেইবেলা মহাৰাজা বিশ্বনাথলৈ গৈ যজ্ঞ কৰিলে। কলিয়াবৰৰ বাদলী গড় বান্ধি গড়গাঁৱলৈ উভাই আহিল। তাত পাচে স্বৰ্গদেৱে ডাফলীয়াবোৰেৰে আলচি বোলে, আমাৰ লোকজন গুৱাহাটীলৈ গৈ, ফুকন-বোৰেৰে আলচি, উত্তৰে দক্ষিণে চল-বিচল চাই, গড় বান্ধক। তাত পাচে চোৰাংচোৱা মেলি ফুকন বাজখোৱাই চোৰালে; আৰু এইবুলি ক'লে বোলে; বঙালৰ গতি-মতি তইতে চাই মেলি থাকিবি। এনেতে দিল্লীৰ পাৎসাৰে বহুলোকজন সহিতে সেনাপতি পাতি অম্বৰৰ ৰজা ৰামসিংহক অসম মাৰিবলৈ পঠালে। এই বাৰ্তা পাই আমাৰবোৰেও

**অম্বৰাধিপতি ৰামসিংহ**

আজ্ঞানুৰূপে যুঁজ কৰিবলৈ যুগুত কৰিলে। পাচে বৰফুকনে বোলে, যুঁজ বৰ্ষাকাললৈহে ভাল, এতেকে আমাৰ বিলম্ব কৰাহে যুগুত। এই মীমাংসা কৰি, নিমাইকে ৰামচৰণ কটকীকে বৰফুকনে ৰামসিংহৰ ঠাইক পঠালে বোলে, তেওঁ যুদ্ধক আসে কিয়? ইয়াৰ সন্তেদ আমি একো

---

লাগে, অথচ গধূলি বৰফুকনে যোৱাত গড় চাবলৈ আহি দেখে যে, কামৰ আধখিনিও হোৱা নাই। মোমায়েকক কাম নোহোৱাৰ কথা সোধাত মোমায়েকে ক'লে—"বোপাদেউতা! দিনে-ৰাতিয়ে কাম

**মোমাই কটা গড়**

কৰি মানুহ হাইৰান হৈছে, আৰু কিমান কৰিব?" উত্তৰ শুনি বৰফুকনে খাপৰপৰা সাউতকৈ তৰোৱালখন উলিয়াই মোমায়েকক কাটি দুডোখৰ কৰি ক'লে—"মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়।" (এই গড় আজিও বৰ্ত্তমান "মোমাইকটা গড়" নামে প্ৰসিদ্ধ)। ইয়াকে দেখি সকলো মানুহে প্ৰাণ টাকি কাম কৰি ৰাতিৰ ভিতৰতে গড় আৰু থাৰে তৈয়াৰ কৰি উলিয়ালে। পাছদিনা পুৱা সেই ঠাইতে দুয়ো পক্ষৰ ঘোৰ যুদ্ধ লাগিল। আহোম সৈন্যই বুকলি যুদ্ধক্ষেত্ৰত যুঁজিব নলগা হোৱাত, মুছলমানৰ তুৰুকসোৱাৰী সৈন্যই একো গুণ ধৰিব নোৱাৰাত পৰিল। পদাতিক, অশ্বাৰোহী, যেই সেই বিষয়ে সৈন্যই গড় পাৰ হ'বলৈ আগবাঢ়ি আহিলেই, গড়ৰ ভিতৰৰপৰা গুলি বৰষি জাঁকে জাঁকে শত্ৰু নিপাত কৰিব পৰা হ'ব, এনে দিহাৰে বৰফুকনে ৰামসিংহৰ সকলো বুদ্ধি ভাৰসা চূৰ্ণ কৰিলে। এইখন যুদ্ধত সম্পূৰ্ণৰূপে খাটি

**শৰাইঘাটৰ যুদ্ধ**

ৰামসিংহই শৰাইঘাটৰ কাষে দি গড় পাৰ হ'বলৈ অশেষ যত্ন কৰিছিল। এয়ে বিখ্যাত শৰাইঘাটৰ যুদ্ধ। এই যুদ্ধ একেবাৰে চাৰি মাহ চলে। এই চাৰি মাহৰ যুদ্ধ প্ৰণালী, স্থিৰ সংকল্প আৰু বীৰত্বলৈ মন কৰিলে, লাচিত বৰফুকন যে এজবাকী বিচক্ষণ সেনাপতি আছিল, এইকথা কেওঁ নুই কৰিব নোৱাৰিব।

বৰফুকনৰ দিহা আৰু কৌশলৰ গুণত ৰামসিংহৰ প্ৰত্যেক আক্ৰমণতে অশেষ সৈন্য পৰিবলৈ ধৰিলে। আৰু শেহত তেওঁৰ সৈন্যবল অতিপাতৰূপে টুটিল। মুছলমান সেনাপতিয়ে কাৰ্য্যসিদ্ধিৰ আশা বৃথা অকণো চিন নাপাই, তিনি লাখ টকা দি গুৱাহাটী কিনি ল'বৰ কথাৰে সন্ধিৰ প্ৰস্তাৱ কৰিলে। কিন্তু ইফালে বৰফুকনৰ জয়লাভৰ আশা অতি বলৱতী আছিল। তাৰ উপৰিও বৰফুকনে ঘেঁটকৈ বুজিছিল যে গুৱাহাটীত আলকৈ খোপনি ল'বলৈ পালে, মুছলমানে এদিন গোটেইখান দেশকে ল'বৰ দিহা কৰিব। এই মৰ্ম্মেৰেই চিঠি লিখি স্বৰ্গদেৱৰ আজ্ঞা খুজি পঠিওৱা হ'ল। স্বৰ্গদেৱেও বৰফুকনৰ

গোৱা নাই। ইয়াৰ সম্ভেদ আমাক কহিতে হয়। এই কথা শুনি, আমাৰ দুই কটকীৰ লগত ৰামসিংহে মীৰাকে, ৰামহৰি কাজীকে, পণ্ডিতৰাইকে দি, বৰফুকনলৈ এই বুলি কৈ পঠালে বোলে, পূর্ব্বপ্রীতিমতে গুৱাহাটী পাৎসাৰহে ৰাজ্য। এতেকে গুৱাহাটী চাৰি দিওক। নহ'লে দুই ৰবীমান যুঁজিও চাব পাৰে আৰু বোলে, তাঁলৈকো যদি অসমৰ তীৰ ধনুক নাই, তেওঁক খুজিলে, তেওঁ তাকো দিব পাৰে। কটকীৰ মুখে ৰামসিংহৰ এনে কথা শুনি, ডা-ডাঙৰীয়া সকলোৰে সহিত সমালোচন কৰি, বৰফুকনে ৰামসিংহলৈ পুনৰ এই বুলি কৈ পঠালে বোলে, শুনিছোঁ, ৰামসিংহ অম্বৰৰ অধিপতি, মান্ধাতাৰ বংশ, জয়সিংহৰ পুত্ৰ আৰু ক্ষেত্ৰীয় বংশৰ গৌৰৱস্বৰূপ, এই হেন লোকৰ মুখত এনে সৰু কথা কিয়তে ওলাল? দুই ৰবীমান যুঁজাৰ যে কথা কয়, ২।৪ বছৰ যুঁজিবলৈ সাহ নাই নেকি? আৰু যে তীৰ-ধনুকৰ কথা কয়, সেইবোৰ এখন তেওঁৰ ঠাইতে থাওক; পাচে লাগিলে, আমি অনা হব! গুৱাহাটী কিন্তু ঈশ্বৰে আমাকে দিছে; তাক বঙ্গালক কদাপি এৰি দিয়া নেযায়। ৰামসিংহে এই সম্বিধান পাই শুৱালকুচিৰ ফালে খোজ ল'লে; আৰু বাটত যাওঁতে হাজোৰ মাধৱ দেৱালয়ত নিজে পূজা কৰিলে।

**শৰাইঘাটৰ যুদ্ধ**

পাচে বহু লোকজন সহিতে ৰামসিংহে আমাৰ শৰাইঘাটৰ কোঠত ধৰিলেহি। চাৰি মাহলৈ এই যুঁজ থাকিল; আমাৰো বহুলোক ৰণত পৰিল; কিন্তু বঙ্গালৰ সৰহ পৰিল। অসমৰ বৰতোপৰ আগত হেজাৰে হেজাৰে বঙ্গালৰ লোক বাগৰি পৰিল। এনে দেখি ৰামসিংহৰ বাকী সেনা ভাগিল।

---

কথাতে হয় নিয়াত, ৰামসিংহক সন্ধি কৰা নহয় বুলি উত্তৰ দিয়া হ'ল। এই চেষ্টাটো অকৃতকাৰ্য্য হৈ, ৰামসিংহই বৰফুকনৰ কটকী মাধৱচৰণক টকাকড়ি খুৱাই, তেওঁৰ হতুৱাই তাঁৰ ভেটি দি বৰফুকনৰ মন ঘুৰাই ছল-চক্ৰান্তেৰে গুৱাহাটী ল'বৰ যুক্তি লগাইছিল; ৰামসিংহৰ আগত মাধৱচৰণে গাত লৈছিলে যদিও, তেওঁ এই কাৰ্য্য সাধন কৰি তেওঁৰ দুৰভীষ্ট সিদ্ধি কৰিব নোৱাৰিলে। তেওঁ বৰফুকনৰ স্বভাৱ চৰিত্ৰ ভালকৈ জানে। সেই কাৰণে স্বদেশসেৱক আৰু ৰাজভক্ত বৰফুকনৰ আগত ৰামসিংহে শিকোৱা কথা উন্নকিয়াবলৈকে তেওঁৰ সাহ নুপজিল। ৰামসিংহৰো সকলো কাংকাকতি ব্যর্থ হ'ল।

ছল-চক্ৰান্তেৰে বৰফুকনক ভতুৱাব নোৱাৰি, ৰামসিংহই আৰু এবাৰ প্ৰাণপণে গুৱাহাটী আক্ৰমণ কৰি চাবৰ উপায় চিন্তিলে। এইবাৰ তেওঁ চৰিপ্ খাঁ সেনাপতিক সৈন্য দি, নাৱেৰে নৈয়েদি উজাই গুৱাহাটী সোমাবলৈ পঠিওৱা স্থিৰ কৰিলে; জলেজলে ইয়াৰ সম্ভেদ পাই, বৰফুকনে ততালিকে আকাক বালিত ছুপাৰী পাত খুটী পুতি, তাত নগা চাৰিৰ বেৰ দি মাকত ৰাখি অজাই এক অপূৰ্ব গড় বন্ধালে। গড় বনাৰ এই অপূৰ্ব কৌশল দেখি, আন আন বিষয়াসকলে আচৰিত মানিছিল। মুছলমানৰ যুদ্ধৰ নাওবিলাকে আমাৰ পানীৰবীয়া সৈন্যৰ বাধা অতিক্ৰম কৰি অহা দেখি পানীফুকনে দুই পাৰৰপৰা মুছলমান সৈন্যৰ ওপৰত বৰষিহলৈৰ গুলি চলাবলৈ আদেশ দিলে। ইকালে নাও অবাধে আহি আকাক বালিৰ গোন পালেহি। সেইদিনা বৰফুকনৰ গাত অস্ফূৰ্তক জ্বৰ। তেওঁ যেতিয়া শুনিলে যে শত্ৰু সৈন্যৰ ·।৩ খাহি আকাকবালিৰ গোন পাইছেহি, অথচ আমাৰ সৈন্যই এতিয়াও......গুলি চলোৱা নাই, তেতিয়া তেওঁ......দেশৰ সৰ্বনাশৰ আগন্তুক দেখি, বিচনাৰে সৈতে নিজক বাহিৰলৈ উলিয়াই নিবলৈ ক'লে। বাহিৰত আহি যেতিয়া দেখিলে, মুছলমানৰ নাও গুৱাহাটীৰ ওচৰ চাপিলহি, তেতিয়া তেওঁ তেওঁৰ চালপিৰা একেবাৰে দি, নাৱত তুলিবলৈ আদেশ দি ক'বলৈ ধৰিলে, আৰু দুই পাৰৰ পৰ্বতবিলাকত প্ৰতিধ্বনি উঠিল:—"মোক স্বৰ্গদেৱে মুছলমানৰ হাতৰপৰা গুৱাহাটী ৰাখিবলৈ ইয়াত থৈছে। এতিয়া মই গুৱাহাটী মুছলমানক সোধাই দি পত্নীৰত ল'ৰা-তিৰোতা লৈ সুখ কৰিবলৈ যামনে? মোক আজি মুছলমানে ধৰি নিয়ক, ৰাইজে মহাসুখে উজাই গৈ মহাৰাজাক সেই বাতৰি

এনেতে বান-বাৰিষাৰ কাল পালেহি। এই কথা ৰামসিংহে দিল্লীৰ পাৎসাৰ ঠাইলৈ জনাই পঠালে। পাৎসাৰে শুনি চৰিপ্ খাঁৰ লগে অনেক ফৌজ দি অসমক মাৰিবলৈ পঠালে। সিবোৰ আহি ৰামসিংহৰ লগ ল'লেহি। এইবাৰ ৰামসিংহে পুনৰ মৰোঁ-জীওঁলোঁও-আদি কৰি যুঁজ ধৰিলে। পাচে শৰাইঘাটৰ ফালে গড় পাৰ হবৰ আশা নেদেখি, পাণ্ডুৰ ফালে, বৃক্ষৰ তলে গাত খানি, তাত খাৰ ভৰাই, আমাৰ গড় উৰুৱাই দিবলৈ আলচ কৰিলে। পাচে আমাৰ চোৰাংচোৱাই দেখি, পাণ্ডুৰ ফালে বঙালে গাঁত খানিবৰ কথা বৰফুকনত ক'লেহি। বৰফুকনে ডাঙৰীয়াসকলেৰে ফুকনবোৰেৰে আলচি, গড় ভাঙিলে পুনৰ বান্ধিবলৈ চাঙি, কোৰ, গোজ-বোন্দ সমস্ত লৈ ডিয়াৰ হৈ আছিল। পাচে এক প্ৰহৰৰ পাছে, খাৰত জুই লাগিলত গড় ভাগিল। টিকনত গড় ভাঙিবৰ দেখি, বঙালে অসাৱধান হ'ল; বঙালৰ ফিকিলৈ ধোঁৱাই ধৰিলে; গোটেই ঠাই ধুঁৱলী-কুঁৱলী হ'ল; বঙালে কাকো ক'তো নেদেখা হ'ল। সেইবেলা আমাৰ মানুহে হাতে-পতি ধৰি গড় বান্ধি পেলালে। তাৰ পাছে ৰামসিংহে পুনৰ শৰাইঘাটৰ ফালে গড় পাৰ হবলৈ যত্ন কৰিলে। শৰাইঘাটৰ উত্তৰ ফালে খাৰে পাৰ হৈ চাৰিটা বঙাল উঠিলহি। আমাৰ মানুহে দাক বগৰাই মাৰিলে; বঙাল ৰ'ব নোৱাৰি হুহকি গ'ল। পুনৰ্বাৰ বেহাৰৰ বৰ দেৱলীয়া (ভৱনাথ কাজী) আহি লটিয়াৰ ফালে, কৰৈ-গুৰিয়ে পোৱা ফালে, কোঁঠ দিলেহি। পাচে কোঁঠ সাজ নৌহওঁতে ডাঙৰীয়া ফুকনবোৰে

---

দিয়কগৈ।" ইয়াকে কৈ বৰফুকনে নিজৰ নাও ব্ৰহ্মপুত্ৰৰ মাজলৈ এৰি দিয়ালে। বৰফুকনৰ আত্মোৎসৰ্গ দেখি আন আন বিষয়াসকলেও প্ৰাণৰ মায়া পাহৰি, নিজ নিজ নাও বৰফুকনৰ নাৱৰ আগকৈ মেলি দিলে। নাৱেৰে খন্তেকতে ব্ৰহ্মপুত্ৰ ভৰি পৰিল। ইয়াকে দেখি পাৰৰ হিলৈদাৰী সৈন্যবো যোহ ধৰি পৰিল, সিহঁতে......দুই পাৰৰপৰা মুছলমানৰ নাৱৰ ওপৰত বৰতোপৰ গুলি বৰষিবলৈ ধৰিলে। হেলাৰঙে গুৱাহাটী উঠিব খোজা চৰিপ্ খাঁ কাণ্ড দেখি তবধ লাগিল, আৰু বৰহিলৈৰ গুলি খাই তেওঁৰ বহুত নাও, ঘোঁৰা আৰু চিপাহীৰে সৈতে ব্ৰহ্মপুত্ৰৰ তললৈ গ'ল। এটা গুলি লাগি যেই চৰিপ্ খাঁ সেনাপতি পৰিল, মুছলমান সৈন্যৰ মাজত হাহাকাৰ লাগি, যেয়ে যেনেকৈ পায়, পলাই সাৰিবলৈ চালে। এনেতে আমাৰ নাৱে গৈ সিহঁতক আক্ৰমণ কৰি বহুত নাও, বৰতোপ, বন্দুক আৰু খাৰ গুলি হাত কৰিলে। যিবিলাক নাও মুমুৰাকৈ আৰু ধৰা মগৰাকৈ সাৰিল, সেই বিলাককো বহুত দূৰৈত খেদি থ'লেগৈ। ইয়াৰ পাছত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে মাটিত আৰু এখন ডাঙৰ যুঁজত ৰামসিংহ বিষমৰূপে হাৰি, অলৰত উবাৰলৈ অনা মোগল পতাকা সামৰি-সুতৰি লৈ, উভতি পছিম মুখ হৈ খোজ ল'লে। বৰফুকনে ৰামসিংহক বাটত কেইবাখনো সকসুৰা যুঁজত ঘটুৱাই মানাহ লৈ পাৰকৈ খেদি থ'লে। ৰামসিংহই তেতিয়াও মোগলৰ নষ্ট ৰাজ্যৰ পুনৰুদ্ধাৰৰ আশা দেখি, মাজে মাজে বৰফুকনৰ সৈন্য জোকাই চাইছিল; কিন্তু সকলো যত্নতে বিফল মনোৰথ হৈ ১৬৭১ খৃষ্টাব্দত তেওঁ একেবাৰে বঙালমাটিলৈ হুহকি গ'ল। বৰফুকনেও মানাহকে আসামৰ পছিম সীমা নিৰ্দ্ধাৰিত কৰি হাদিৰাত চকী আৰু হাট বহুৱাই, গুৱাহাটীলৈ উলটি আহিল।

**আসামৰ পশ্চিম সীমা**

লাচিতৰ জীৱন সাৰ্থক হ'ল। তেওঁৰ জীৱনৰ কৰ্ত্তব্য সম্পূৰ্ণৰূপে সমাধা কৰা হ'ল। জন্মভূমি স্বজাতি আৰু ৰজা সকলোকে লাচিতে এক মহাসঙ্কটত ত্ৰাণ কৰিলে। আওৰংজেব পাতছাৰ দিনত মোগল ক্ষমতা সম্পূৰ্ণতাৰ মুখ পাইছিলগৈ, প্ৰবল প্ৰতাপী আওৰংজেবৰ ৰাজ্য লাভৰ আগত দাক্ষিণাত্যৰ ভাগ্নোৰ আৰু মহীশূৰত বাজে ভাৰতৰ হিন্দু-মুছলমান সম্প্ৰদায় ৰাজ্যৰ স্বাধীনতা ছাই হৈ উৰি গৈছিল। সেই আওৰংজেব পাছাই বাছি পঠিওৱা ৰামসিংহ আৰু অন্যান্য সেনাপতিসকলৰ প্ৰবল পৰাক্ৰম আৰু লেখা লেখেৰা যত্নৰ সন্মুখত থিয় দি, মোগল আৰু ৰাজপুতৰ মিলিত যুদ্ধ কৌশলৰ আগত ভৰি, লাচিতে

গড়ৰ গোড়ে ওলাই দেখা দিলেহি; বৰদেৱলীয়াক ধৰিলেহি। পাছে বৰদেৱলীয়া বন্দে নোৱাৰি ভাগিল। কটা মানুহ এৰি ভাত খীয়া মানুহ পালে ৫১টা, পূৰ্ব্বে জয়ধ্বজসিংহ মহাৰাজাৰ দিনত বঙালত ধৰি নোৱা তীয়বাই বকবাকো পালে, আহিলাপাতিও আকৌ কিছু পালে। পাছে বঙালে ৰণ নোৱাৰি হইকি গ'ল; আগিয়াঠুঁটিৰ পৰ্ব্বতত ৰহিলগৈ, ১৫৯২ শকৰ আষাঢ় মাহত। পাছে বঙালে সেই গোড়েদি গুৱাহাটী ল'বৰ আশা নেদেখি, উজাই আহি দৰঙেদি আগবাঢ়িলে। বৰফুকনে সেই কথা জানি, তাঁলৈকো বহুলোকজন পঠাই ৰামসিংহৰ সৈন্যক তেটি ধৰি ৰণত খটালে। ৰামসিংহে অপমান পাই তাৰপৰা উভটি আহি, আগিয়াঠুঁটিতে কোঠ দি ৰহিলহি।

পাছে তাঙৰীয়াবোৰেৰে, ফুকন-ৰাজখোৱাবোৰেৰে আলচি বৰফুকনে বঙালে গড় খহোৱাৰ কথা কৈ, খাইৰবীয়া কটকীক মহাৰাজাৰ ঠাইক পঠাই জনাই পঠালে বোলে, বঙালে গড়ো ২৪ ৰেও খহালে। স্বৰ্গদেৱে শুনি বৰ অসন্তোষ কৰিলে। পাছে পাছৰ আষাঢ়ত গড় বান্ধি দিয়াৰ খবৰ শুনি সন্তোষ পালে। স্বৰ্গদেৱে বোলে, আগিয়াঠুঁটিৰ পৰ্ব্বতত যি বঙালখনি আছে, তাকে ধৰি দিওক। তাঙৰীয়া ফুকনবোৰেৰে আলচি বৰফুকনে বোলে; আহুল-আৰল ঠাই, আষাঢ়ৰ পানীৰ কাৰণে ধৰিবলৈ উপায় নাপাইছোঁ। ছলে-বলেহে পাৰি, তেওঁ বহু পুৰুষাৰ্থ কৰিছোঁ। এই কথা শুনি মহাৰাজাই খঙ কৰি পুনৰ্ব্বাৰ বৰফুকনলৈ এইবুলি পঠালে বোলে, বঙালে কাটে বুলি সিহঁতে আগ নাবাঢ়ে, মই কাটিলেও কটা যায়। যিবোৰে যুঁজিব নোৱাৰে, তাৰ মূৰ কাটি দিয়াহঁক। মই যুঁজ কৰা মানুহ পাম। এইবুলি হাৰীৰ কাটা, বেটাৰ মেখেলা ফুকনবোৰলৈ

অসম ভূমিক মোগলৰ তীব্ৰ কবলৰপৰা ৰক্ষা কৰিলে। ১৬৬৭ৰপৰা ১৬৭১ খৃষ্টাব্দলৈকে চাৰি বছৰত এই একনাকী বীৰ পুৰুষে যি কাৰ্য্য সাধিলে তাৰ অভাৱত হয়তো হাজাৰ হাজাৰ অসমীয়াৰ জীৱনেও সেই মহৎ ক্ষতিপূৰণ কৰিব নোৱাৰিলেহেঁতেন। লাচিত বৰফুকনৰ গুণত সেইকালৰ অসমীয়া মুগ্ধ হৈছিল। এই মহাত্মাৰ গুণ বখানোতে তেওঁলোকে অনেক সময়ত অতিৰঞ্জন দোষত পৰিছিল, আৰু সেই কাৰণে দুই এক পুৰুষৰ পাছতে অসমীয়াৰ মাজত তেওঁৰ বিষয়ে একোটা অদ্ভুত প্ৰবাদ সৃষ্টি হোৱাও আচৰিত নহয়। সকলো দেশতে, যিসকল মহাপুৰুষে জনসাধাৰণৰ চিত্ত বিশেষৰূপে অধিকাৰ কৰে সিসকলৰ সম্বন্ধে অশিক্ষিত লোকৰ মাজত নানা প্ৰকাৰৰ অলৌকিক কথাৰ প্ৰচাৰ হয়। সেইদৰে লাচিত বৰফুকনৰ বুদ্ধি আৰু বীৰত্ব বিষয়েও অসমীয়াৰ মাজত দুটা এটা তেনেবিধৰ কথা ওলাইছিল।

তেওঁৰ বুদ্ধিৰ প্ৰখৰতা দেখুৱাবলৈ এনে এটা প্ৰবাদ আছে যে মুছলমানে এবাৰ গুৱাহাটী আক্ৰমণ কৰোঁতে বৰফুকনে নৈৰ উজনিৰপৰা আন্ধাৰ ৰাতি অসংখ্য ভুৰৰ ওপৰত কলাপটুৱাৰ মানুহ সাজি, হাতত একো তাৰ জোঁৰ দি উটাই দিলে, আৰু মুছলমানৰ ভটিলৈ অক্ষেপ নকৰি, কলাপটুৱাৰ মানুহ নিৰ্ভীক চিত্তে ভটিয়াই গৈ থকা দেখি মুছলমান সেনাপতিৰ আশঙ্কা হ'ল যে সেইবিলাক ইন্দ্ৰজাল বিদ্যা জনা কামৰূপী মানুহৰ মায়াবী সৈন্য আৰু সিহঁতে ভটিয়াই মুছলমানক আক্ৰমণ কৰিবলৈ গৈছে। ইয়াকে ভাবি ৰাতিয়েই মুছলমান সেনাপতি সসৈন্যে পলাই গুচি গ'ল।

তেওঁৰ শৰীৰৰ বিক্ৰম দেখুৱাবলৈ আন এটা প্ৰবাদে কয় যে তেওঁৰ মৰিবাত, আমাৰ মাৰবীয়া সৈন্যৰ বাধা নমানি মুছলমান বেড়িয়া নাৱেৰে আহি গুৱাহাটী পালেহি, কেতিয়া তেওঁ মৰিয়া পাটিৰপৰা উঠি হাতত তৰোৱাল লৈ ৰণ বুজিবে নাৱে নাৱে জঁপিয়াই শত্ৰু নিপাত কৰিবলৈ ধৰিলে। তেওঁকে দেখি আন আন বিষয়াসকলেও মুছলমানক আক্ৰমণ কৰিলেহি, সৰহভাগ মুছলমান সৈন্যই কটা গ'ল, বাকীবিলাকে পলাবলৈ ধৰিলে। কিন্তু যুদ্ধত মত্ত হৈ বৰফুকনে শত্ৰু-মিত্ৰ নমনি আগত যাকে পালে তাকে মৈয়াই, সেহেত কাকো নাপাই, মুঠিৰ তৰোৱাল মুঠিতে লৈ, নৌকাত উঠি গড়ুলীয়ত ওলাল গৈ।

নৌবাকোৱৰ ৰৰবৰুৱাৰ লেচাম গোহাইৰে হাতত দি, ফুকনবোৰক দায় ধৰি পঠালে। পাচে স্বৰ্গদেৱৰ আজ্ঞাৰে ৰৰবৰুৱা গৈ বৰফুকনতে আলে৷ ফুকনবোৰতে সেই কথা ক'লেগৈ। বৰফুকনে স্বৰ্গদেৱৰ খণ্ড হেন জানি মনত বহু অসন্তোষ ৰেজাৰ কৰিলে; আৰু ততালিকে গড়ৰপৰা ওলাই বঙালৰ সমীপ চাপি, গড় দি ৰহি, লুইত আগকে মাৰে গৈ বঙালক ধৰিলেগৈ। আমাৰ লোকজনক খেদি যোৱা দেখি বঙালে হহকি গৈ ভাগে হেন হ'ল। পাচে আমাৰবোৰে তাৰ বস্তুজাত লুটি আনোতে বঙালৰ ফুকক-চৰাবে যোঁৱা সেদি আমাৰ মানুহক ধৰিলেহি। আমাৰ মানুহ ৰহিব নোৱাৰি, পুনৰ্ব্বাৰ গড়ৰ ভিতৰত সোমাই ৰহিলহি। আমাৰ মানুহো বঙালে বিস্তৰ কাটিলে; মুঠতে দশ হেজাৰ মানুহ টুটিল। পাচে লাচিত বৰফুকনে দোপদৰত ৰহি, নৌবাকোৱৰ ৰুকুৱাক গোচৰ দি, কাকত লেখি বোলে, আমাৰ মানত একোটা মানুহ একোটা হাতী; তাৰে ঘাটি-পিটি হয় বুলিহে আগ-পাছ চাইছোঁ। ভাজৰ কাৰ্য্যকামত ইমান মানুহ নপৰিল; অলপ কাৰ্য্যতে আজি দহহেজাৰ লোক পৰিল। এই বুলি স্বৰ্গদেৱলৈ জনাবলৈ ৰৰবৰুৱা সহিতে যুগুতি কৰি জনাই পঠাবলৈ মন কৰিলে। পাচে বুঢ়াগোহাঁয়ে শুনি বোলে, বাৰীৰ ভিতৰৰ পুখুৰী সিঁচোতেও আঠোটা দহোটা মানুহক শিঙিয়ে খুটে; এতেকতে এই যুঁজত দুই চাৰি হেজাৰ লোক কিয় নপৰিব? এই কথা মহাৰাজালৈ জনাবলৈ ভাল নহয়। এইবুলি বুঢ়াগোহাঁয়ে ভিতৰতে ৰাখিলে।

**ৰামসিংহৰ সন্ধি প্ৰস্তাৱ**

পাচে সেই বেলা বঙালৰ সেনাপতি ৰামসিংহে যুদ্ধ কৰি কোনো উপায়ে গুৱাহাটী ল'বৰ আশা নেদেখি, মীৰাকে, ৰামহৰি কাজীকে আৰু পণ্ডিতৰাইকে মহাৰাজালৈ এক লিখা পত্ৰ দি, বৰফুকনৰ গালৈ পঠাই দিলে বোলে, আমাৰ গুৱাহাটী ছাৰি দিওক; গড় মৰা বাবদ, তিনি লাখ টকা লওক, পূৰ্ব্বধাৰণে প্ৰীতি হৈ থাকোঁ। এই কথা শুনি বৰফুকনে বোলে, ভালতো! আলিমাৰ খাঁই মোৰ পিতৃ মোমাই তামুলী বৰবৰুৱাই পূৰ্ব্বে যি প্ৰীতিগোট বান্ধিছিলে, তাৰ যশস্যা আজিও কহে। এখনে তোমাৰে আমাৰে প্ৰীতিটো চন্দ্ৰ সূৰ্য্য থাকে মানে যেমনে ৰহে, তেমন খান কৰিবা। এই প্ৰীতি যদি ইচ্ছা থাকে, তবে মীৰাকে পণ্ডিত

---

এনেবিলাক প্ৰবাদ বিশ্বাসৰ অযোগ্য হ'লেও তাৰ মূল্য আছে। তাৰপৰা সেই মহাপুৰুষৰ মাৰে অসমীয়া মানুহৰ মনত কেনেবিধ অধিকাৰ কৰিছিল, তাৰ আভাস পোৱা যায়। এনে কিম্বদন্তিবিলাক বাদ দি, সঁচা বুৰঞ্জীমূলক ঘটনাবিলাকে পঢ়িলেও যে লাচিতৰ বুদ্ধি-বীৰত্ব, স্বদেশ-প্ৰেম, আত্মত্যাগ আৰু চৰিত্ৰ বলৰ জেউতি কমিব, এনে নহয়।

ওপৰত লিখা অসম্পূৰ্ণ জীৱনীতো পাঠকে তেওঁৰ সেই সকলোবিলাক গুণৰ উজ্জ্বল পৰিচয় পাব। আজিৰ অসমীয়াই লাচিত বৰফুকনৰপৰা স্বদেশপ্ৰেম, স্বাৰ্থত্যাগ, কৰ্ত্তব্যনিষ্ঠা, দৃঢ়সংকল্প, অধ্যৱসায়, স্বদেশৰ হকে আত্মোৎসৰ্গ, ৰাজভক্তি আদি অনেক সদগুণ শিকিবলৈ আছে। অতি দুখৰ বিষয়, আমি এনেসকল জাতীয় বীৰপুৰুষৰ কথাও পাহৰিবলৈ ধৰিছোঁ। আমি এতিয়াও জনা নাই যে অতীতৰ গৌৰৱময় বৰ্ত্তমান কলীয়া অসমীয়া জাতিৰ পক্ষে সঞ্জীৱনী শক্তি আছে, যে এইসকল মহাত্মাৰ জীৱন-চৰিত আলোচনা আমাৰ নিচিনা পতিত জাতিৰ পুনৰুত্থানৰ উপায়। ( উষা )

ৰাইকে পূৰ্ব্বৰ ফিৰাই পঠাই দিবা। এই বুলি এক লিখা পত্ৰ দি ৰামহৰি কাকতীক মীৰাৰে পণ্ডিতৰাইৰে লগে আমাৰ নিমাইকে ৰামচৰণ কটকীকে পঠাই দিলে। পত্ৰৰ

**লাচিত বৰফুকনে ৰামসিংহলৈ দিয়া সন্দেশ**

লগত সন্দেশ দিলে: হাতী দাঁত ৪টা, গাহ ৬টা, কটাৰি ৪০খন, আগৰ কাঠ ১০ সেৰ, গাঁঠিয়ন ১ মোণ। পাচে নিমাইকে ৰামচৰণকে তুলি ৰামসিংহে বোলে, ভালাতো! মীৰাকে পণ্ডিত ৰাইকে তইঁতৰ মহাৰাজাৰ ঠাইত পঠাই দিম; তইঁতে বৰফুকনলৈ জনাই পঠা। এইকথা আমাৰ দুই কটকীয়ে বৰফুকনলৈ জনাই পঠালে বোলে, ৰামসিংহে মহাৰাজাৰ ঠাইলৈ কটকী পঠাব খুজিছে। পাচে এইকথা শুনি বৰফুকনে কোপতীয়াতকৈ স্বৰ্গদেৱলৈ জনাই পঠালে বোলে, মীৰাকে পণ্ডিত ৰাইকে মহাৰাজাৰ ঠাইলৈ ৰামসিংহে পঠাব খুজিছে বুলি শুনিছোঁ, আৰু এইবুলি কৈ পঠালে বোলে, পণ্ডিত ৰাইয়ে আমাৰ দুই কটকীক নি, সোণৰ খুৰিতকৈ ফুল-চন্দন, ৰূপৰ কাঁহীতকৈ তামোল-পাণ দিলে। এতিয়া যদি পণ্ডিত ৰাই আমাৰ ঠাইক আহে, তাক লগৰ কটকী সমে বা কোন ৰূপে তোলা হব? এইকথা স্বৰ্গদেৱে শুনি বোলে, বঙ্গালৰ কটকীৰ এনে আয়মনে? মোৰ নো কি নাই? এইবুলি বঙ্গালৰ কটকী তুলিবলৈ চন্দ্ৰতাপ, কেণকৰা তলছা, পিকদান, ফুলচন্দন দিবলৈ আৰু তামোল-পাণ দিবলৈ সোণৰ খুৰি কাঁহী যত্ন কৰিলে। ৰামসিংহলৈ দিবলৈ সন্দেশৰো নিয়ম কৰিলে: হাতীদাঁত, আগৰ কাঠ, গাঁঠিয়ন, গাহ, জালুক, পাটকাপোৰ, কটাৰি, এই সন্দেশ দিবলৈ আয়োজন কৰিলে।

সেইবেলা কোনো ৰবাহীয়ে স্বৰ্গদেৱত গোচৰ দিলে বোলে, আমাৰ কটকীক বঙ্গালে গঁটিয়ালে। এই কথা কটকীয়ে পানীফুকনতে ও'ইখেলা ফুকনতে ক'লে, পাচে ফুকনবোৰে একো নুবুলিলে। কটকীও চকীৰপৰা বঙ্গাললৈ গ'ল। এইবুলি কলে; আৰু বোলে, আমি যি দেখিলোঁ, তাকে স্বৰ্গদেৱত ক'লোঁ, স্বৰ্গদেৱত নকলে পাচে আমাক কাটিবলৈ পাব। এই কথা স্বৰ্গদেৱে শুনি বোলে, মোৰ কটকীক যে বঙ্গালে গঁটিয়ালে, ফুকনবোৰে শুনি কিয় একো নুবুলিলে? এইবুলি পানীফুকনকে ও'ইখেলা ফুকনকে দায় ধৰিলে। ইফালে ৰামসিংহে নিমাইকে ৰামচৰণকে নি বোলে, মই বাৰম্বাৰ উকীল পঠাওঁ, ভালাতো! একো হাঁচিল নহয়। এইবাৰ মই উকীল নপঠাওঁ। এইবুলি শপত কৰি বোলে, তইঁতে মহাৰাজাত ক'বি, মোক গুৱাহাটী চাৰি দিওক; আৰু চৈয়দ ফিৰোজৰ বেটা চৈয়দ চানাক চাৰি দিওক, আমি তিনি লাখ টকা দিম। গুৱাহাটী চাৰি দিওক, আভতকৈ যদি মই বঢ়াই খুজিম, তাৰ তৰোৱাল উলিয়াই বোলে, মোক এই পৰমেশ্বৰীয়ে খাব; আৰু ভিতিৰ বুকুভা খাব হাতত লৈ বোলে, মোক এই মোৰ মহালক্ষ্মীয়ে এৰিব, আৰু মোৰ ঊৰ্দ্ধ পুৰুষসকল নৰকত পৰিব। আৰু বোলে, তইঁতৰ মহাৰাজা যদি এই কথাত সম্মত নাথায়, তবে লুইতৰ মধীনত মাধৱ গোসাঁই আছে, তাত ৰাই শপথ

কৰিম। আৰু তইঁতৰ বৰফুকনতো এই বুলিবি বোলে : তাই নবাবে যদি এই কথা গাত ল'ব, মই তেওঁ যেই খোজে তাকে দিম। এইবুলি উকীল-পত্ৰ নেদি, নিমাইকে ৰামচ্ৰৰণকে ফিৰাই পঠালে। যাতো পাৎসাৰ আগত পূৰ্ব্বে ৰামসিংহে যুদ্ধলৈ আহোঁতে সইত-শপত কৰি কৈ আহিছে, পাৎসাও সইত-শপত কৰি বোলে, যদি তই এই কাম কৰিতে পাৰ, তোক "ওমৰাও" কৰিব আৰু বঁটা দিব ; যদি নোৱাৰিবি, গৰ্দন মাৰিবো, লৰা-লুৰি, দাস-দাসী বিদেশত মাৰিবো। এতেকেসে ৰামসিংহে ইমান কাৰবাৰ কৰি বৰফুকনলৈ "ভাবাৰ্থেতত্ত্বে" এই বুলি কৈ পঠালে। এইকথা বৰফুকনেও স্বৰ্গমহাৰাজালৈ ৰামচৰণ কটকীতকৈ জনাই পঠালে। স্বৰ্গদেৱে এই কথা শুনি, তাৰ পাচে সিইঁতক দায় ধৰি বোলে, বঙ্গালে যে তইঁতক গঁটিয়ালে, আগে সি কথা নকৈ আন কথা তইঁতে কিয় ক'ৱ ? এই দায় ধৰি ৰামচৰণকে নিমাইকে লোৰা লগালে, ভেৰা পানীফুকনকে শুইমেলা ফুকনকে দায় ধৰি আনিব দিলে। দুই কটকীক আনি হাতীশালত বন্দীকৈ থৈ, কোৰা বৰাহীকে দুই ফুকনকে নি, এই সকলোকে চপাই শোধ-পোচকৈ চালে ; পাচে কোৰা বৰাহীয়ে বঙ্গালে গঁটিয়াৰৰ কথা লগাব নোৱাৰিলে। পাচে স্বৰ্গদেৱে কোৰা বৰাহীক কাটিব দিলে। পাচে ৰাজমাওৰে মাতি কোৰা বৰাহীক ৰাখিলে, দুই কটকীৰো লোৰা মেলিলে, দুই ফুকনকো ভাঙ্গি ঘৰলৈ খেদিলে। তাত পাচে স্বৰ্গ মহাৰাজা আমাৰ দুই কটকীৰ মুখে, কটকী নপঠাই ৰামসিংহে সইত্-শপত কৰি গুৱাহাটী খুজিবৰ শুনি, বঙ্গালৰ কটকী তুলিবলৈ আমাৰ যি আয়োজন কৰিছিলে ; তাকো নেদিলে। পাচে ডাঙ্গৰীয়াফুকনবোৰেৰে আলচি, গুৱাহাটী চাৰি দিবলৈ মন কৰিলে। পাচে বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰে সমালোচন কৰি বৰফুকনে মহাৰাজা স্বৰ্গদেৱলৈ এই বুলি পঠালে বোলে, ৰামসিংহে সইত্-শপত কৰি সীমা খুজিছে হয়, পাচে আমি সীমা দিলেও ৰামসিংহে শপত ৰাখে কি নাৰাখে ? পাচে তেতিয়ানো কোন খান হব ? ৰামসিংহে এখন পাৎসাৰ নকৰ হই আহিছে ; পাচে পাৎসাৰে বা নকৰৰ কথা ৰাখে কি নাৰাখে ? আৰু গুৱা সহিতে গুৱাহাটী এৰি দিলে, আমি বা ক'ত বহিম ? পাচে এই কথা শুনি ভাবি-চিন্তি চাই স্বৰ্গদেৱে বুঢ়াগোহাঁইৰে বৰফুকনৰে এই কথাক ৰাখি, গুৱাহাটী এৰি নেদিলে। পাচে গুৱাহাটী এৰি নেদিবৰ নিশ্চয় পাই, বঙ্গাল সেনাপতি ৰামসিংহে নাৱে-তৰে পাণ্ডু-শৰাইঘাটত ধৰি, উজাই আহি, চাহবুৰুজত ৰহিলহি। বৰফুকনৰ তেতিয়া নৰিয়া টান। বঙ্গালৰ মনোহৰ খাঁৰ ভতিজাক ৰচিপ্ খাঁ, লচিদ খাঁ, মঙ্গল খাঁ, ফিৰিঙ্গি বজা উৰভুজ, কপিতাম্ মৌম, এই পাঁচোটা সৰ্দাৰ আহি নাৱেৰে হিলৈ কাঁৰেৰে যুদ্ধ কৰিলেহি। পাচে আমাৰ ৰহিব নোৱাৰি হুঁহকি আহি অমৰাজুৰী পালেহি। ইয়াৰ চাৰি দিনৰ আগে ৰামসিংহে পণ্ডিতৰাইক পঠাইছিলে ; সি গৈ ৰামসিংহক এই বুলি ক'লে বোলে, আমাক বালিত গড় নাই ; ধোঁৱা নাৱত তুলি নিলে, বালিলৈ তুলি যুদ্ধ কৰিব পাৰিব ; এতেকে তুৰকুচৰাৰ নাৱত পঠাব লাগে ; আৰু বোলে, বৰফুকনবো এতিয়া নৰিয়া,

উঠিব নোৱাৰে। এই কথা শুনি ৰাজসিংহে ঘোঁৰাক নাৱত তুলি আনিছিল। ইতিপূৰ্ব্বে কিন্তু লাচিত বৰফুকনে পণ্ডিতৰাই যোৱাৰ পাচে দিন বাতি কৰি আহ্নাক বালিত গড় বন্ধালে বোলে, ৰাজানি বন্ধালে তুৰকচৰাৰ আনে। দুই শাৰী শাল কাঠৰ খুঁটা পুতি, তাত নগা চাৰি পাতি মাজত বালি দি গড় বন্ধালে। আন আন ডাঙৰীয়া বৰবাফুকনসকলে বৰফুকনৰ এনে বুদ্ধি দেখি নথৈ প্ৰশংসা কৰিলে। বন্ধালেও বালি গড় বান্ধিলত ঘোঁৰা তুলিব নোৱাৰি, উত্তৰে দুৰীয়াৰ্লৈ পাৰ হ'ল। পাচে আমাৰ নাও হঁহকি আহি অশ্বক্ৰান্ত পালেহি। পাচে মিৰি সন্দিকাইৰ পুতেক হাজৰিকায়ে পাণ্ডুৰপৰা বৰফুকনলৈ এই বুলি কৈ পঠালে বোলে, ৰাজ্য ভাগিল, ফুকনদেও নাহিলে তল ৰাওঁহে। পাচে বৰফুকনে বোলে, ব'ৰি, চিলা পৰ্ব্বতত চাৰি কড়াৰ মাটি কিনিছোঁ, মই নাযাওঁ, নবাব কাল আছে যদি য'ক; ৰাজ্যতকৈ পাছেহে যাব। পাচে নবা হাজৰিকা নেওগে লেন্দুৰী যোপাৰপৰা আহি অশ্বক্ৰান্তত স্বৰ্গদেবৰ শৰণ দিলেহি বোলে, ৰাজ্য ঐ! শুনি বা; কাঁহীত বিহ চাল, ভেহে ভাগ। পাচে স্বৰ্গদেবে এই কথা শুনি নবা হাজৰিকাক মানুহ এহেজাৰ দিলে। লঠিয়াত বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই আছিল; থাকনিবৰ অশ্বক্ৰান্তত আছিল। হাতীবৰুৱাৰ পুতেক ভেকোলা ডেকায়ে বুঢ়াগোহাঁইৰ বস্তুজাত নাৱত ভৰা দিছিল; বৰফুকনৰো বস্তু নাৱত ভৰা দি লতাশিল পালেগৈ। বৰফুকন নৰিয়া পৰি কাঁৰঘৰৰ লোটতে আছিল। পাচে বঙাল উজাই আহি ভুৰিয়া পালেহি। বৰফুকনে শুনি বোলে; মোক পিৰাৰে বাট ঘৰলৈকে নে; বঙাল কিমান পাইছেহি চাওঁ। চাৰিটা ভুঞা পোৱালিয়ে চালপিৰাৰ চাৰিওফালে ধৰি বাটঘৰলৈ আনিলে। পাচে বৰফুকনে বঙালক খেদিবৰ মন কৰিছিল। অচ্যুতানন্দ দলৈয়ে বোলে, অথন আগ বাঢ়ি ধৰিবলৈ ভাল নহৈছে। বৰফুকনে বোলে, গণক! স্বৰ্গদেৱে নো কাটোতেই মই কাটিম। দলৈয়ে বোলে, কাটিবা। বাধা ৰুৰিলত বৰফুকনে বাটঘৰতে থাকি তিলে তিলে বাৰ্ত্তা লৈছিল। বৰফুকনে বোলে, বঙাল দেখো অমৰাজুৰি পাৰ হ'ল; গণক! তয়ো কটা গ'লি, মোৰো দুৰ্যশ আনি চাউল কানি খাবিলি। পাচে খন্তেক থাকি দলৈয়ে বোলে, ৰবোদয়ত উত্তম পাইছোঁ; এতিয়া বঙালক উঠি ধৰিব লাগে। পাচে বাটচ'ৰাৰপৰা খৰজিব নদাইৰ গাত ধৰি বৰফুকন নাৱত উঠিলহি। ৰাজ্য ভাগিবৰ দেখি চহিয়ালে নাও উজাই মেলিব খুজিলে। বৰফুকনে বোলে, মোক স্বৰ্গদেৱে বঙালক যুদ্ধ দিবৰ নিমিত্তে এই খলখানৰ সকলোলোক মোৰ হাতত দি থৈছে; মুমুঁখি ল'ৰা-তিৰুতাৰ লগলৈ যাম নেকি? বন্দী চহিয়ালে মোত মুমুৰ্ষি কিয় নাও-উজাই মেলিব? এইবুলি চাৰিটা চহিয়ালক নাকেৰেৰে গদিয়াই পানীত পেলালে; আৰু চাওতাদক টকনিয়াই পানীত পেলালে; সকলোৱে মাতিলতহে পাছত তুলিব দিলে।

পাচে চাওতাদক পানীত পেলালত এনে ধক উঠিল বোলে, বৰফুকনে বঙালক

বধৰি ৰাজ্য ভাগিবৰ দেখি, মানুহ কাটিছে, পানীত বান্ধি পেলাইছে। পাচে বৰফুকনে বোলে, মোক বঙ্গালে ধৰি নিয়ক ; ৰাজ্য সুখে যা। এইবুলি সাতখন নাও হিলৈ মাৰি একেলগে বঙ্গালৰ সমুখে মেলিলে। আমাৰ ডকৰা লোকবোৰেও দুয়ো পাৰে গুলি-কাঁৰ মাৰিব ধৰিলে। বঙ্গালৰ বছিপ খাঁ আমাৰ দিকিলৈ পিঠি কৰি হোকা টানি আছিল বোলে, অসমক বিমুখে ভঙ্গাম। পাচে আমাৰ গুলি লাগি বছিপ খাঁ পৰিল। আমাৰ নাও বঙ্গালৰ মাজ সোমাল। নাৰৰ নিমিত্তে পাছ কাণ্ডি দিব নোৱাৰে। বঙ্গাল বহুত পৰিল ; আমাৰবোৰে খেদি নি পাণ্ডুৰ নামত থ'লে। বৰফুকনে আৰু খেদি যাবৰ মন কৰিছিল। পাচে দলৈয়ে বোলে, ইয়াৰপৰা খেদি যাবলৈ ভাল নহৈছে। দলৈৰ কথা শুনি বৰফুকন আৰু খেদি নগ'ল।

পাচে বঙ্গালে পুনৰ ফেৰ পাতিলে। আমাৰবোৰেও ধৰিলে। সেইবেলা নাৱে-তৰে বৰ মাইৰ, যুদ্ধ হ'ল। সেইবেলা বঙ্গালৰ এক দাৰোগা পৰিল। সেই ভয়ে বঙ্গাল বহিব নোৱাৰি বঙ্গামাটিত বহিলগৈ। বঙ্গামাটিলৈ ভটিয়াই যাওঁতে, বঙ্গালৰ এখন নাও আমাৰ মানুহে বেৰি ধৰিলেগৈ ; তাতে এটা ফালেঙ্গী দাৰোগা ধৰা পৰিল ; তাকো ধৰি বৰফুকনে স্বৰ্গদেৱলৈ দি পঠালে। সেইবেলাৰপৰা এই মহাৰাজাৰ দিনত বঙ্গালৰে আমাৰে যুদ্ধ নহল পাচে বঙ্গালৰ সেনাপতি ৰামসিংহে বোলে, ধন্য ৰাজা ? ধন্য মন্ত্ৰী ! ধন্য সেনাপতি ! ধন্য সেনা ! একে আদমিয়ে সকলো চলাইতে পাৰে ; মই হেন ৰামসিংহে থলত থাকিও ছিদ্ৰক নাপাওঁ। পাচে গধূলি বুঢ়াগোঁহায়ে থকা ঘৰলৈ আহি বস্তু ভৰা দিয়া হাতীবৰুৱাৰ পুতেক ভেকোলা ডেকাক খেদিলে ; চাংমাই পানীতোলাক দণ্ড কৰিলে বোলে, মোৰ এনে দুৰ্যশ আনে ; লোকে বুলিব গোহাঁয়ে ভৰা দিব দিয়াতহে দিছে। পাচে সেই ৰাতি বঙ্গালৰ মাজত ধোঁৱা দেখি কুন্দাৰে বৰফুকনত জনালেহি বোলে, আজি ৰাত্ৰিৰ পৰা পুৱালৈকে বঙ্গালে ভাত খাইছে ; ৰণকে ধৰে কি, কি কৰে ক'ব নোৱাৰি। বৰফুকনে বোলে, খাপে খাপে মানুহ থ'বি ; মই যেন শীঘ্ৰে বাৰ্ত্তা পাওঁ। এই কথা বুঢ়াগোহাঁইলৈকো কোৱালে, সকলোকে সাৱধানে থাকিব দিলে। পাচে বৰফুকনে দলৈত সুধিলে বোলে, বঙ্গালে যুদ্ধকে কৰে নে ভটিয়াই যায় ? অচ্যুতানন্দ দলৈয়ে বোলে, যুদ্ধ নাই, ভটিয়াইহে যাব ; আজি বঙ্গালৰ বঙ্গহে চাব লাগে। পুনৰ্ব্বাৰ কুন্দাৰে জনালেহি বোলে, যুদ্ধ নাই, বঙ্গালে তামীৰ ভাঙ্গি নাৱত তুলি ভটিয়াই যায়। পাচে বঙ্গাল ভাগি গ'ল ; বৰফুকনে

সমুদ্ৰ খড়ি

অচ্যুতানন্দ দলৈক 'সমুদ্ৰ খড়ি' নাম দি, কামৰূপী কন্যা এটি সহিতে বিবাহ দি, বেটী-বন্দী মাটি দিলে, ১৫৯২ শক, চৈত্ৰৰ ২৩শ গতে।

এনেতে মহাৰাজাৰ জলসাৰ ব্যাধি হ'ল। পাচে তেনে বিধাৰণ দেখি মহাৰাজা দক্ষিণপাটৰ বনমালী গোঁসাইকে কুৰুৱাবাহীৰ ৰামকৃষ্ণ ( ৰামচন্দ্ৰ ? ) গোসাঁইকে এই দুইজনাক আনি, ৰঙনাওপালিত থৈ নাম হৰি সেৱা কৰাইছিলে। একদিনা প্ৰতি

ৰজাৰ নৰিয়া টান কৰিলে; দুইজনা গোঁসাইক খেদাকৈ নিৰ দিলে। পাচে বনমালী গোঁসায়ে পালে, ৰামকৃষ্ণ গোঁসায়ে নাপালে। পাচে স্বৰ্গদেৱে বোলে, বাপু! মোক ম্ৰিয়মান সময়ত কি কৰাব লাগে কৰাওক। বনমালীদেৱে মৃত্যুমঙ্গল কৰাই বোলে, মই যি নাম লওঁ, মহাৰাজাও তাকে ল'ব। পাচে ৰজাৰ মুখত ধৰি বনমালী গোঁসায়ে নাম শুনাইছিলে; মহাৰাজাও তাকে লৈছিলে। সেই সময়ত চাৰিংৰজাক (চুন্যুত্‌ফাক্‌) উদয়াদিত্য নাম দি, আনি ৰাজ্য অভিষেক কৰাই চ'ৰালৈ উলিয়াই পঠালে। মহাৰজাও কণ্ঠাগত প্ৰাণ হবৰ দেখি বনমালী গোঁসাই ওলাই আহি অখলা পালেহি। ৰজাও স্বৰ্গী হ'ল, শক ১৫৯২; ভোগ ৭ বছৰ।

**চক্ৰধ্বজসিংহৰ মৃত্যুমঙ্গল**

লাচিত বৰফুকনে ৰাম কটকীতকৈ চকীয়াললৈ এই বুলি কৈ পঠালে বোলে, আমাৰ এখন পূৰ্ব্বৰ ধাৰণে মানাহৰ মুখত পূৰ্ব্ব নিবন্ধে চকী দিলেগৈ। তাত পাচে বৰফুকনৰ মৃত্যু হ'ল। পাচে ভেওঁৰে ককায়েক লালুকী কচলু খোৱাক ভা-ভাজৰীয়া সবে সমালোচন কৰি সলাল ৰাজ্যৰপৰা মাতি পঠালে। সেইবেলা লালুকী কচলুখোৱা সলাল গোহাঁই হৈ আছিলে। পূৰ্ব্বে খোৱাৰজা স্বৰ্গদেৱৰ দিনত যে লেচাইডাঙ্‌ সলাল গোহাঁই হ'ল, তাৰেপৰা এই বিষয় লুপ্ত হৈ আছিলে; এওঁৰ দিনৰপৰাহে পুনৰ প্ৰকাশ হৈ প্ৰণালীৰূপে চলিল। এইজনা স্বৰ্গদেৱৰ দিনতে ১৫৯১ শকত লাচিত বৰফুকনে বৰালক বণ ভিকি হাদিৰাত চকী নিবন্ধ কৰিলে।

**লাচিত বৰফুকনৰ মৃত্যু**

**সলাল গোহাঁইৰ বিষয়ৰ পুনৰ সৃজন হাদিৰাত চকী**

মোমাই তামুলী বৰবৰুৱাৰ জীয়েক, লাচিত বৰফুকনৰ ভনীয়েক মহাৰাজাৰ বৰ আই কুঁৱৰীৰ চাৰিজনা গোহাঁই টংচু সন্দিকাই বৰবৰুৱাৰ ঘৰত আছিলে, নাম ইন্দ্ৰসেন, কামসেন, বীৰসেন আৰু চন্দ্ৰসেন। তাৰে মাজুজনা স্বৰ্গী হ'ল, ইন্দ্ৰসেন হ'ল চাৰিঙ ৰজা।

এইজনা স্বৰ্গদেৱৰ দিনতে মিৰি সন্দিকাইৰ দিহিঙীয়াফুকন, শুইবেলা বৰগোহাঁইৰ কৈফদৰ চাৰিঙীয়া ফুকন, লুথুৰী চেটিয়াৰ ওপৰ দৈয়ঙীয়া ৰাজখোৱা, বুঢ়াগোহাঁইপৰীয়া চন্দন নামদৈয়ঙীয়া ৰাজখোৱা, বৰগোহাঁইৰ বৰ অভয়পুৰীয়া ৰাজখোৱা, ফুল বৰুৱাৰ ভতিজাক মাজু অভয়পুৰীয়া ৰাজখোৱা, লানমাধুৰৰ সৰু অভয়পুৰীয়া ৰাজখোৱা, ডুবৰাৰ তকৰা দিহিঙীয়া ৰাজখোৱা, লাপেতিৰ পানীদিহিঙীয়া ৰাজখোৱা, বৰুভীয়ালৰ দিখৌমুখীয়া ৰাজখোৱা, বৰগোহাঁইপৰীয়া গজপুৰীয়া ৰাজখোৱা, লেচাই কাঁৰী ভাতত চুটীয়া, তাৰে তকৰা নেওগ; লাওভাই আহোমৰ

**দিখৌমুখীয়া ৰাজখোৱা**
**গজপুৰীয়া ৰাজখোৱা**
**তকৰা নেওগ**
**পানী নেওগ**
**ৰাকৰতী বৰ নেওগ**

পানী নেওগ, দোলাখৰীয়া বৰুৱা, জাভত লাথুম, চাওডাঙৰ বৰুৱা জাভত পাপন, মৰঙীখোৱা গোহাঁই বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ বাঁহৰ সদিয়াখোৱা গোহাঁই জাভত কপসন্দিকৈ, আৰু বাকৰতীৰ বৰনেওগ জাভত নংকৰু।

এইজনা স্বৰ্গদেৱৰ দিনতে বান্‌ফেৰীয়া নগাই আমাৰ কিছু গাঁও মাৰিলেহি; পাচে আমাৰবোৰে সেই নগাকো ধৰি মাৰিলে। আৰু এইজনাৰ দিনৰেপৰা আমাৰ গোলাঘৰ হ'ল; পূৰ্ব্বে বঙ্গালৰ চই দিয়াৰ কাৰণে ৰাজ্যত পচা (১৫৮৬ শকত) তুলি সাত লক্ষ টকা এই ঘৰতে থৈছিলে।

**গোলাঘৰ**

# উদয়াদিত্য সিংহ

১৫৯২ শকত উদয়াদিত্য সিংহ নাম লৈ চাবিঙ্গ বজা চুন্যত্‌ফা বজা হ'ল। এওঁৰ দিনত বুঢ়াগোহাঁই বাঁহগড়া আতনেই থাকিল, মাতুৰিয়ালৰ লাঙ্গিচন্দেই বৰগোহাঁই হৈ থাকিল, দিলিহিয়ালৰ প্ৰথমতে হৰি বৰপাত্ৰ হ'ল। বাঁহগড়ীয়া বুঢ়াগোহাঁই ফৈদৰ মৰঙ্গীখোৱা, কপ সন্দিকাইৰ সদিয়াখোৱা গোহাঁই, কলঙ্কুৰ হলাহল গোহাঁই ঘোঁৰাকোঁৱৰৰ বৰুৱা হ'ল, এই ষৰ পূৰ্ব্বত জাতত নগা। লালুকী কচলুখোৱাক সলাল গোহাঁই গুচাই লালুকী সোলা নাম দি, বৰফুকন পাতিলে। লালুকী লাচিতৰ ককায়েক, জাতত লুখুৰাখন। ঘোঁৰাকোঁৱৰৰ বৰবৰুৱা ভাঙ্গি লাইত্যাও আহোমৰ পেলনক বৰবৰুৱা পাতিলে। কলিয়াবৰীয়া চেটিয়াফুকন পূৰ্ব্বত জাতত মিৰি, দিহিঙ্গীয়া ফুকন মিৰি সন্দিকাইৰ, চাবিঙ্গীয়া ফুকন লাইমুঙৰ; বাইডঙ্গীয়া ফুকন লুখুৰাখনৰ, নামডঙ্গীয়া বাজখোৱা বেৰতী গঁয়া আহোম, পানী দিহিঙ্গীয়া বাজখোৱা লাপেতীৰ; দিখৌমুখীয়া বাজখোৱা টংচু সন্দিকাইৰ বাঁহৰ; দিখৌমুখীয়া নেওগ জাতত কলচু, বৰ অভয়পুৰীয়া বাজখোৱা জাতত লানমাগ্ৰু, ওপৰদৈয়ঙ্গীয়া বাজখোৱা লুথুৰী চেটিয়াৰ, নামদৈয়ঙ্গীয়া বাজখোৱা বুঢ়াগোহাঁই ফৈদৰ; শলগুৰীয়া বাজখোৱা বাককীয়াল বৰগোহাঁই ফৈদৰ; দোলাকাষৰীয়া বৰুৱা নৰা কোঁৱৰৰ; চাওডাঙৰ বৰুৱা জাতত পাপন, ডেকাফুকন টংচু সন্দিকাইৰ, ভিতৰুৱাল ফুকন আৰু হিলৈদাৰী বৰুৱা। চেটিয়াপাত্ৰ বৰুৱা হালধিবৰীয়া চেটিয়াৰ, চুঙ্গী বৰুৱা আৰু খিলাধৰীয়া বৰুৱা ভুৰবাৰ। পাচে মাতুৰীয়ালৰ সলাল গোহাঁয়ে চৈৰঙ্গীয়া সন্দিকৈক আ ৰ বংশ বুলি ক'লত স্বৰ্গদেৱে চাবিঙ্গ বজাক বিচাৰিব দিলে; বিচাৰি চৈৰঙ্গীয়া সন্দিকাই বিতৰ পালে। সেইবোৰক চৈয়ানত পাতি, মাটি-বাৰী দি, চেটিয়া পাতৰৰ খেল কৰিলে। তাবে অধিকাৰী বৰগোহাঁইৰ পোৱালিৰ বৰুৱা পাতিলে; তাকে চেটিয়াপাত্ৰ বৰুৱা বোলে; মৰঙ্গীখোৱা বৰুৱা, বেতকতীয়া বৰুৱা টংচু সন্দিকৈৰ বাঁহৰ; ভুৰবীয়া বৰুৱা বকতিয়ালৰ।

**দিলিহীয়ালৰ হৰি বৰপাত্ৰ**

**লালুকীসোলা বৰফুকন লাইত্যাওৰ পেলন বৰবৰুৱা**

**অন্যান্য বা বিষয়া**

১৫৯২ শকৰ আঘোণ মাহত ভকলাৰ পাচিমান গাম, সৰাগাম, বাধাগাম, তামিগাম এই চাবিগামে পাটল, খাৰ, নাৰ বুলি পাগল ভুবিব গাঁৱত বাত্ৰি চুৰ কৰি তিনিটা মানুহ

কাটিলে; ল'ৰা-তিৰুতা সহিতে ৪০ মানুহ ধৰি নিলে। এই কথা উদয়াদিত্য সিংহ স্বৰ্গদেৱে শুনি বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই প্ৰমুখ্যে তিনিজনা গোহাঁই, বৰুৱা-ফুকন-বোৰেৰে আলচি বোলে, পৰ্ব্বত আমাৰ ৰবা-বুৰুক দুই চাৰিবাৰ ঘাটিছে। এতিয়াও বহু প্ৰযত্নেৰেহে ডফলা ধৰিব পাৰিম হেন বুলি পাচিব খোজোঁ; গোহাঁইবোৰে নো কি বোলে? পাচে বুঢ়াগোহাঁইয়ে বোলে ইন্দুৰৰ গাঁতক যদি খানিব পাৰে, তেৱেঁসে তাক ধৰি আনিব পাৰি। তথাপি বুঢ়াগোহাঁইৰ কথা নলৈ, মহাৰাজা স্বৰ্গদেৱে খোঁৱাকোঁৱৰ বৰুৱাক লগত দি পেলন বৰবৰুৱাক লগত মানুহ-দুনুহ দি, ডফলা মাৰিবলৈ পাঁচিলে। পাচে বৰবৰুৱাই মহাৰাজাক সেৱা কৰি ১৫৯৩ শকৰ বৈশাখৰ এদিন আছোঁতে সোৱণশিৰী পাৰ হই, ৰঙ্গামাটিত কোঠ দি ৰহিলগৈ। পাচে আমাৰ টুৱাইকে তিতাইকে বৰবৰুৱা আগবাঢ়ি চকী দি ৰহিব দিলে। ডফলাৰ বৰুৱাগাম, চৌটাঙ্গ দুটা আহি টুৱাইৰে তিতাইৰে আগত বোলে, বন্দীহঁত ডালৰ বান্দৰ হই স্বৰ্গদেৱৰ দ্ৰোহ আচৰিলোঁ; ঘৰৰ কুকুৰ হই গিৰিহঁতৰ ঠেং কামুৰিলোঁ। এতেকেহে মাৰিবৰ কাটিবৰ নিমিত্তে আমাক খেদি বৰবৰুৱা আহিছে। টুৱাইয়ে তিতাইয়ে বোলে, তহঁতে বৰ দ্ৰোহ আচৰিছ। আকে জানি গামবোৰেৰে সহিত আহি, যি আমাৰ মানুহ মাৰি ধৰি নিছ, তাকো নমাই দি,

**ডফলাৰে যুঁজ**

দ্ৰোহ ক্ষমা কৰিবৰ নিমিত্তে বৰবৰুৱাকো সেৱা কৰহি। আমিও ৰবা-বুৰুক সহিতে বৰবৰুৱাক মাতিম; তহঁতৰ দোষ ক্ষমা কৰিব। বৰবৰুৱাও স্বৰ্গদেৱলৈ মাতি পঠাব; যদি তহঁতে মানুহ-দুনুহ নমাই নেদিয়, তহঁত নাযাব, পাচে তহঁতৰ পৰ্ব্বতকো খানিব, তহঁত নাহি, পৰ্ব্বতত কেইদিন থাকিবি; ডফলাই বোলে, আমাক মাৰিবৰ কাটিবৰ নিমিত্তে তহঁত আহিছহঁক, তপত খঙত জানো কোনোবাখন কৰে? এতেকে অধন আমি যাব নোৱাৰোঁ। এইবুলি ডফলাৰ বৰুৱাগামে বোলান্ত, কেৰাগামে ২৩টা ডফলাৰে বোলে, আমাক মাৰিবলৈহে আহিছে; শিয়াল-কুকুৰৰ বাটে হাতী কিকে যাব? এইবুলি টুৱাইকে তিতাইকে আহিবলৈ নেদি ৰাখি থ'লে।

পাচে টুৱাইয়ে ৰামধন গণক হাটখোৱাক কৈ বৰবৰুৱালৈ বুলি পঠালে বোলে, আমি বৰুৱাগামেৰে কথা কৈ থাকোতে, বৰবৰুৱা আহি বেৰি ধৰকহি। এইকথা শুনি বৰবৰুৱাই সোৱণশিৰীয়ে উজাই নাৱে গৈ গাং নৈৰ মুখ পাতলগৈ, টুৱাইয়ে তিতাইয়ে ক'লেহি বোলে, ইবোৰ আমাক ধৰিবলৈহে আহে। এইবুলি পিছলি বোলে, আমি তহঁতৰ যি মানুহ-দুনুহ গাঁও মাৰি নিছোঁ, তাকো আনোগৈ, এইবুলি আমাক এৰি পলাই গ'ল। পাচে বৰবৰুৱাই ডফলা ধৰিব নোৱাৰি টুৱাইকে তিতাইকে দায় ধৰি, পুনৰ্ব্বাৰ বৈশ্বৰৰ মুখলৈ উলটি আহিল। সেইবেলা হাবিৰৰে তপৰভাগ ডফলা ৰবাই নৈ পালেহি। পাচে বৰবৰুৱাই স্বৰ্গদেৱলৈ বাৰিষাকাল পৰ্শাই, ডফলা ধৰিবৰ আচল হেন বুলি কৈ পঠালে। এইকথা স্বৰ্গদেৱে শুনি ৰন্দি চাণ্ডালত কৰি টুৱাইকে তিতাইকে দায় ধৰি

বোলে, তাৰে যে ডফলাৰ বন্দী ধৰিব নোৱাৰিব, বৰবৰুৱাক নো সিহঁতে বিছাই কিয় আৱগচাই দিব? এইবুলি টুৱাইকে তিতাইকে লোৰা লগাই খ'খ দিলে বোলে, নাইবা ডফলাক মৰাই ধৰি নিয়া মানুহ-দুনুহকে নমাই দিব, নহয়বা বাট-পথ দেখুৱাই ডফলাৰ গাঁও-ভুঁইকে মৰাব, তেবেলে এৰিম। আৰু বোলে, বৰবৰুৱায়ো ভয় কৈছে বাটপথ আচল বুলি কৈ পঠাইছে। জেঠৰ ভিতৰতে ডফলাখিনি ধৰি নেদিলে সুদাই নেৰিম।

পাচে বৰবৰুৱাই এই আজ্ঞা শুনি দুহজ্-মুখৰপৰা গৈ বৰচতিয়াত কোঠ দি ৰহিল; ডফলাৰ গাওঁ মাৰিবলৈ বৰাবুককেৰে আলচ কৰিলে। ন-নৈৰ পাৰ হৈ, লগত লোকজন দি, লাওডেকাক পৰ্ব্বত নৈৰ পাৰ হই থাকিব দিলে। খগা হাজৰিকাকে খৰা গমকে ইবোৰৰ লগত দি, হাজাৰত ডুকুৰিকৈ মানুহ বাচি বাচি, টেকেলা একোটা দিলে। চুটিয়া কাঁৰী বৰুৱাকে চুঙীৰ বৰুৱাকে, টুৱাইকে

**চুটিয়া কাঁৰী বৰুৱা**

তিতাইকে হাবিৰৰকে তাজী ডফলাকে আগ কৰি, কাঁৰে হিলৈয়ে সাৱধান হই ডফলাৰ চাঙ মাৰিবলৈ পঠালে। এই প্ৰকাৰে লোকজন ভিয়াৰকৈ দি, বৰবৰুৱাও পাছতে বৰ বেগে গৈ, আগবাঢ়ি কোঠ গড় বান্ধি ৰহিল গৈ। বৰবৰুৱাও যাকে যেনে সাৱধান হই থাকিব দিলে, যেনি যাকে যাব দিলে, সিবোৰেও তাকে কৰিলে। পাচে সিহঁতে বাটপথ আচল-আবল দেখি, তাতে বাৰিষা কাল, সাৱধান হই ৰহিব নোৱাৰি, সকলোৰে আলচি একদিনা বুধবাৰে ৰাতি ডফলাৰ চাঙ মাৰিবলৈ গ'ল। আকে জানি ডফলা ভাগি পলাল। পাচে চাঙত ডফলা বিচাৰি লাগাই, মুঠেই দুটা ডফলা পাই ধৰি আনিলে। সিহঁতৰ হাত-মূৰকো কাটিলে। "ভাগিন" ডফলা এটি আনিলে: ৰতমগঁয়া বৰুৱা ডফলাও তাৰ পাছে পাছে খেদি আহিলে। আমাৰ বণুৱা মানুহে বোলে, আবৰ ডফলাহে পালি। এইবুলি "ভাগিন" ডফলাই সহিতে গাঁও পালেহি; হুঁহকি ভাগি আহিল। ঠেক বাটত আগভেটি ধৰি, ডফলাই আমাৰ বিস্তৰ লোকজন পেলালে। খগা হাজৰিকা, খৰাগাম প্ৰমুখ্যে আমাৰ আৰু লোকজন সহিতে বৰবৰুৱা হুঁকি বৰচতিয়া কোঠলৈ আহিল।

এই কথা স্বৰ্গদেৱে শুনি চাওডাঙবৰুৱা পাগনক পঠাই বৰবৰুৱা প্ৰমুখ্যে বৰাবুকক আনলোকক খজি আনি হাতীশালত বন্দী কৰি থৈ বোলে, মোৰ কাৰ্য্যকাম কন নকৰি, চাৰিটা ডফলাৰ হতুৱাই মোৰ আহিলাপাতি সহিতে ইমান লোকজন পেলালে। এই বুলি দায় ধৰি, বিয়লিবেলা চ'ৰালৈ ওলাই মহাৰাজা বৰবৰুৱাক মাৰিব দিলে; পাচে ৰাজমাওৰে আইকুঁৱৰীয়ে বহুত বচনে বুলি ৰাতি ৰাখিলে। তথাপি মহাৰাজা বৰবৰুৱাকো আজি মৰলৈ খেদিলে; আৰু লুখুৰাখনৰ ভেবেৰাক

**ভেবেৰা বৰবৰুৱা**

বৰবৰুৱা পাতিলে; আৰু ভগা বৰফুকন ধোঁৱাকোঁৱৰক আনি তিতকৰাত ফুকনৰ ঠাই দিলে। পাচে খৰ কালি হ'লত, ডফলাত যি আহিলা-পাতি পৰিছিলে, মানুহো যি ধৰি নিছিলে, ডফলাই সকলো দিলেহি।

সেইবেলা মহাৰাজাৰ হাতীশালত হাতী এটা ভতুলা হ'ল। তাৰ ওপৰত চন্দ্ৰতাপ তৰি নাগেৰা কোৱাই গা ধুৱালে; পাচে ক'লা হ'ল। সেই সময়ত কামৰূপীয়া চেকেৰী ভকত বৰাগী এটি বনমালী গোসাঁইৰ সত্ৰত দক্ষিণপাটত আছিল; নাম

দক্ষিণপাট সত্ৰত
পৰমানন্দ বৈৰাগী

পৰমানন্দ। গোসাঁইৰ তাৰ পৰা আহি ভঁহা বৰাৰ ঘৰত আছিল। আচাৰ-ব্যৱহাৰ ভাল দেখি ভঁহা বৰাই প্ৰতিপালন কৰিছিল। সেইবেলা ৰজাদেওৰ গা-চোৰা সিগিৰা মৰাৰ পুতেকক মহাৰাজা খজি থৈছিলে। পাচে ৰাজমাওৰে আনি তাকে ভঁহা বামুণৰ ঘৰত থৈছিলে। তাত দুই চাৰি কথাত প্ৰমাণ পাই মৰাৰ পুতেকে বৰাগীত সুধিছিলে। পাচে যেতিয়া মৰাৰ পুতেকক মহাৰাজা আকৌ ভিতৰলৈ নিলে, সি একদিনা প্ৰস্তত পাই স্বৰ্গদেৱক ক'লে বোলে, ভঁহা বামুণৰ ঘৰত এটি বৰাগী ভকত আছে, কথাবাৰ্ত্তা যি কয় সব প্ৰমাণিক। স্বৰ্গদেৱে শুনি, মৰাৰ পুতেকৰ হতুৱাই দুই-চাৰি কথাৰ প্ৰমাণ পাই, বৰাগীক ভঁহা বামুণৰ ঘৰৰ পৰা অনাই, মৰাৰ পুতেকৰ বাৰীৰ ঘৰ সজাই থ'লে। তাৰে পৰা ৰজাই বৰাগীক চাজলৈ নিয়াই কথাবাৰ্ত্তা আপুনি সুধিলে। স্বৰ্গদেৱে কথাবাৰ্ত্তা ভাল দেখি, ডাঙৰ কৰি সত্ৰ কৰাই দি, অভকতলোকক ভকত কৰাব দিলে। তাত পাচে বাঁহগড়ীয়া বুঢ়াগোহাঁই প্ৰমুখ্যে বৰবৰুৱা আৰু আনো ৰকৱা ফুকন, এইসকলক ঠাকুৰীয়া ভকত ভাজি মহাৰাজাৰ আজ্ঞায় বৰাগীয়ে ভকত কৰালে। স্বৰ্গদেৱো বৰাগীৰ ঘৰলৈ অহাযোৱা কৰিছিলে। তাত পাছে ঠাকুৰীয়া মেধিবোৰক বৰাগীত শৰণ ল'বলৈ আনিব দিলে। স্বৰ্গদেৱৰো তিনিজনা গোহাঁইকো, ডা-ডাঙৰীয়া প্ৰমুখ্যে সমস্তকে বৰাগীত শৰণ লগালে। মোৱামৰা আদি কৰি সমস্ত ঠাকুৰীয়া মেধিক শৰণ লগাবলৈ ধৰিলে।

এইকথা ডাঙৰীয়া ফুকনবোৰে সহিব নোৱাৰি সকজনা গোহাঁই চুক্ৰনফালৈ কথা দিলে বোলে, স্বৰ্গদেও। গোহাঁইদেও! ৰাজ্যকো ধৰ্মকো ৰক্ষা কৰোক, আমিও লগ ল'ম। পাচে সেই বেলা ডাঙৰীয়াবোৰে সকজনা গোহাঁইৰে গোপ্য কৰি কথা হ'ল। সকজনা গোহাঁয়েও ডাঙৰীয়া ৰকৱা ফুকনবোৰেৰে সমালোচন কৰি, দক্ষিণপটীয়া হাজৰিকা, তাৰে ভায়েক ৰতনপুৰীয়া মোহন, নামগিলা হাজৰিকা, তাইৰাই দোলা-মৰীয়া বৰুৱা, ভেৰেৰা বৰবৰুৱা আৰু আনো দুই-চাৰি বৰাবুৰুকেৰে আলচি এপৰ ৰাতি আছোঁতে, এইসকলক লগত লৈ স্বৰ্গদেৱক ধৰিবলৈ গ'ল। আহোঁতে ভঁহা বামুণৰ ঘৰৰ পৰা আনি বাপেক পুতেক হালকে কাটি বাটতে বৰাগীৰো ধৰ ভেটিলেগৈ। সক

হাইঠাগুৰিৰ নগৰ

গোহাঁই পৰ মৰাত আহি, হাইঠাগুৰিৰ নগৰৰ দুৱাৰ পালেহি। পাচে দুৱৰীয়াক দুৱাৰ মেলিব দিলে। তিমক-ভৰীয়া পচাশিমলু হাজৰিকাই দুৱাৰ মেলি নেদিলত, গজপুৰীয়া হাতী বৰুৱাই পৰীক্ষিত চেকেৰী মাউত, এই দুইয়ে হাতীৰ হতুৱাই গড় ভঙাই দিলে। পাচে সেই পোনে

সোমাই, সৰু গোহাঁয়ে পচাশিজন হাজৰিকাক দুৱাৰতে কাটিলে। পাচে সৰু গোহাঁই আহি ৰৰচ'ৰা পালেগৈ।

সেইবেলা সৰু গোহাঁইক ধৰিবলৈ, বৰবৰুৱা পেলন আৰু ধোঁৱা কোঁৱৰ, আৰু পাপন নেওগ, চাৰিজনীয়া বৰুৱা, এইবোৰ সৰু গোহাঁইৰ কাষ পালেগৈ। ডাঙৰীয়া-

**চাৰিজনীয়া বৰুৱা**

সকলে, ভিতৰুৱাল ফুকনে ডগা বৰবৰুৱা ধোঁৱা কোঁৱৰক গৈ সাৰটি ধৰি আকাশ মাৰি পেলাই ধৰিলে। সৰু গোহাঁয়ে ডগা বৰবৰুৱা ধোঁৱা কোঁৱৰকে পেলনকে, পাপন নেওগকে কাটিলে; আৰো দুই-চাৰি মানুহ কাটিলে। তাইৰাই দোলাখৰীয়া বৰুৱা প্ৰভৃতি আনো বহু বিষয়া ওলাই আহি সৰু গোহাঁইৰ লগ ল'লেহি। পাচে হৰি বৰপাত্ৰক নাহিবৰ দেখি মনতে কিছু সন্দেহ কৰি তেওঁক ভাজি চপাক বৰপাত্ৰ পাতিলে। পাচে আৰু আনো বহুলোকজন লগ ল'লেহি। পাচে ভেৰেৰা বৰবৰুৱাই ৰজাৰ জখলা টানিলে। পাচে

**চপা বৰপাত্ৰ**

উৰ্মী কৰিলে; চাঙত কান্দিব ধৰিলে। ভেৰেৰাই বোলে, ওপৰলৈ মন কৰাঁ; নাকান্দিবা। পাচে মহাৰাজা নাকান্দিলে, বোলে, তইঁত ভিনিয়ে এনে কিয় কৰিলি? মইনো তইঁতক কি কৰিছোঁ? পাচে ভেৰেৰাই বোলে, কৰিবলৈ আৰু লাগে কি? ধৰ্ম্মকো বিঘাত কৰিছা। বৰখুটা কাটি আহিছোঁ সাধোন। এই বুলি আন দিনা ৰজাক তাওকাকে দি হাতীত তুলি পৰ্ব্বতলৈ নি ভেৰেৰা বৰবৰুৱাই খুন কৰিলে; ৰজাদেও তাতে মৰিল। ১৫৯৪ শক, মাঘ মাস; ৰজাদেওৰ ভোগ ২ বছৰ।*

এইজনা স্বৰ্গদেৱেই গুৱাহাটীৰ "ৰামগড" ও "পানীগড় ইত্যাদি কৰি, অতি

**গুৱাহাটীৰ ৰামগড় পানীগড়**

পৰিপাটিৰূপে নিবন্ধ কৰে; আৰু পানীগড়ৰ ৰামৰপৰা কেই হাত, পানীত কেইহতীয়া শালকাঠৰ খুটা খায়; আৰু অধাউনী পানীত বৰ বৰ বাইডাঙৰ দুই মুৰ লোহাৰে বান্ধি, কল লগাই শিল বান্ধি, কি জোখেৰে কেনে গড় কৰিব লাগে, ইয়াৰ কাকত পাতি অতি সুকৰ নিবন্ধ কৰিলে; আৰু উজনিত বৰাগী আলি কৰালে।

* ৺কাশীনাথ তামুলীফুকনৰ বুৰঞ্জীমতে ভেৰেৰা বৰবৰুৱাই বিষপান কৰাইহে এইজনা ৰজা দেৱক মাৰে।

# ৰামধ্বজ সিংহ

১৫৯৪ শকৰ মাঘ মাহত সৰুজনা গোহাঁই চুপ্নন্ফা হিন্দুনেতে ৰামধ্বজসিংহ নাম লৈ ৰজা হ'ল। বৰচ'ৰাত বহি, পোনে-পোনেই ডেবেৰাক বৰবৰুৱা ভাঙি, ধোৰা কোঁৱৰৰ কলিয়াক বৰবৰুৱা পাতিলে; লালুকী সোলাকো ভাঙি সন্দিকৈৰ নাবাৰণ খনিকৰক বৰফুকন পাতিলে। পৰমানন্দ বৰাগীকো ধৰি শূলত দি, কলাপটুৱাৰ ভূৰ সাজি উটাই পঠালে। শলগুৰীয়া ফুকনক আনি ভিতৰুৱাল ফুকন পাতিলে; আৰু স্বৰ্গৰজা উদয়াদিত্য

**ডা-ডাঙৰীয়াসকল**

স্বৰ্গদেৱৰ বৰচ'ৰাত "জোলা-শাল" (?) পাতিলে। কতদিন থাকি ধোৰাকোঁৱৰৰ কলিয়াক বৰবৰুৱা ভাঙি, আকৌ ডেবেৰাকে বৰবৰুৱা পাতিলে; নাবাৰণ খনিকৰকো বৰফুকন গুচাই পুনৰ লালুকী সোলাকে বৰফুকন পাতিলে। বাঁহগড়ীয়াৰ আতনেই বুঢ়াগোহাঁই হৈ থাকিল; বৰপাত্ৰ গোহাঁই হৈ থাকিল চপা। বাককোঁৱৰৰ লাদিচন্দক বৰগোহাঁই পাতিলে। পাচে সেইবেলা নাকফাৰ ফুলীয়া বৰুৱাৰ পুতেক, ডেবেৰা বৰবৰুৱাৰ ভাগিনীয়েক, ৰজাৰ জোঁৱাই চেঙমুং গোহাঁই এইসকলে একদিকিয়া হৈ মোৱামৰীয়া ভকতেৰে আলচি, বৰগোহাঁইৰ কথা ডেবেৰা বৰবৰুৱাত গোচৰ দিলে বোলে, বৰগোহাঁয়ে মহাৰাজা স্বৰ্গদেৱলৈ আলচিছে হেন পাওঁ। ডেবেৰা, বৰবৰুৱাই শুনি ৰজাত ক'লে বোলে, স্বৰ্গদেৱৰ ভাই চাৰিঙ ৰজাক ৰজা পাতিবলৈ বাককিয়াল বৰগোহাঁয়ে আনো দুই চাৰি লোকে সহিতে আলচ কৰিছে। সেইকথা শুনি, স্বৰ্গদেৱে ডেবেৰা বৰবৰুৱাক শোধপোচ কৰিব দিলে।

পাচে একদিনা মহাৰাজা পৰ্বতলৈ গ'ল। টংচু সন্দিকৈ বৰবৰুৱাৰ নাতিয়েক ডেবেৰা বৰবৰুৱাই (ডেবেৰা টংচু বৰবৰুৱাৰ জীয়েকৰ পুতেক) ৰজাক বিলগাই ক'লে বোলে, চাৰিঙ ৰজা বাককিয়াল বৰগোহাঁইৰে আহি নগৰৰ ভিতৰ সোমাইছে বুলি শুনিছোঁ। এই কথা শুনি মহাৰাজা ৰথাবুৰুকেৰে সঙ্কুচিত হৈ, বাৰ্ত্তা জানিবলৈ চোৰাংচোৱা পঠালে। ৰজাও থকা-থমকা কৰিছে কঠালবাৰী পালেহি। চোৰাংচোৱা লৈ উলটি ৰজাত ক'লেহি বোলে, স্বৰ্গদেও! একো নাই, কথা মিছা। পাচে ডেবেৰা বৰবৰুৱাই বোলে, বৰগোহাঁয়ে চাৰিঙ ৰজাক আনিবলৈ ধোৰা পঠাইছিলে সঁচা, পাচে চাৰিঙ ৰজাহে নাহিলে। আগে মিছাতেৰে আলচি সেই কথা স্বৰ্গদেৱত ক'লে, সেই-দোষক সাক্ষী ধৰি ডেবেৰা বৰবৰুৱাই বোলে—এই কথা আমুকা তামুকাইহে জানে।

মহাৰজাই সুখিলত সিহঁতেও বোলে, হয় আমিও জানো। পাচে এক কথা লৈ, মহাৰজাই ৰাজকিয়াল বৰগোহাঁইক ঘৰতে মৰালে; আৰু তেওঁৰে সলনি ভেবেৰা বৰবৰুৱাৰ ভাগিনীয়েক ৰজাৰ জোঁৱাই চেঙমুনক বৰগোহাঁই পাতিলে। তাত পাচে

**চেঙমুং বৰগোহাঁই**

ভেবেৰা বৰবৰুৱাই দুই-চাৰি মানুহেৰে আলচি ৰজাক ক'লে বোলে, এই কথা ভগা বৰবৰুৱা ঘোঁৰা কোঁৱৰৰ কলিয়াও জানে। পাচে মহাৰজা সেইকথাও ভেবেৰা বৰবৰুৱাকে সুধি চাব দিলে। ভেবেৰাই সুধিলত, হাতী পোৱালী গোহাঁইৰ পুতেক ময়ফলীয়া বৰুৱা, ঘৰমন্দী বৰুৱা, খৰাগামৰ পুতেক এইবোৰ প্ৰমুখ্যে বোলে, ঘোঁৰাকোঁৱৰ বৰবৰুৱাই জানে হয়; আমাকো বুলিছিলে, পাচে আমিহে গাত নল'লো। আৰু আশয় মাতিবৰ জন্যে ভেবেৰা বৰবৰুৱাই নাওশলীয়া বৰুৱা, গণক ডেকা, মৰাৰ বগা ডেকা, নাওশলীয়া নটৰ বৰা, খুমন বৰাহী, এইবোৰক কাটিলে, আৰু মহাৰজা স্বৰ্গদেৱে নাজানো বুলিবৰ কাৰণে, কৌপতীয়াৰ পুতেককো কাটিলে। তাত পাচে ভগা বৰবৰুৱা ঘোঁৰাকোঁৱৰৰ কলিয়াকো ঘৰলৈ খেদিলে।

১৫৯৬ শকৰ আষাঢ় মাহত, পূৰ্বে উদয়াদিত্য সিংহ স্বৰ্গদেৱ আছোঁতে সদিয়লীয়া ভলদীয়া চুটিয়া ভাগি আহি, আৰৰ চুটিয়াৰ টৈমিৰে, নানাইৰে লাইচেঙৰে গাঁৱলৈ গ'ল। এই কথা স্বৰ্গদেৱে শুনি, তামুলী ডেকা ৰামধন প্ৰমুখ্যে কৰি ঘৰমন্দী হাজৰিকা, খৰাগামৰ পুতেক, আনো লোকজন সহিতে ভেবেৰা বৰবৰুৱাক তিনি মুনিৰ দুৱাৰে আৰৰ চুটিয়াক ধৰিব দিলেগৈ। ইবোৰো গৈ, তিনি মুনিৰ হাটত গৈ কোঠ দি ৰহিলগৈ। সদিয়াৰ দুৱাৰেও ৰূপ সন্দিকৈৰ তিপমীয়া ফুকনকে, পাঁকা গোহাঁইকে,

**তিপমীয়া ফুকন, দানহৰ ফুকন, কছাৰী বৰুৱা**

দানহৰ ফুকনকে, কছাৰী বৰুৱাকে দিচিঙ-দিৰিঙেদি পাছ ভেটা দিব দিলে। ইবোৰো গৈ দিচিঙ-দিৰিঙেদি ৰহিলগৈ। ত'ৰপৰা গৈ চুটিয়াৰ গাঁৱৰ ওচৰতে কোঠ দি ৰহি, চুটিয়াৰ গাঁও উঠি মাৰি, ঘৰকো জুই দি পুৰি, পুনৰ্বাৰ তিনিমুনিতে ৰহিলগৈ। টৈমিৰ ভায়েকক মিৰি গামৰ পুতেককে পলাই যাওঁতে ৰূপ সন্দিকৈৰ তিপমীয়া ফুকনে, বিহ গোহাঁয়ে পাই ধৰি লৈ আহিলে। সিহঁতক আনিবৰ দেখি,

**দেওঘৰীয়া চুটিয়া**

আমাৰ দেওঘৰীয়া চুটিয়া যি ভাগি গৈছিলে, বৰবৰুৱাৰ ঠাইত আৰৰ চুটিয়াইতে সকলোখিনি আনি দিলেহি; আৰু স্বৰ্গদেৱলৈকো ভেটিঘাটি খান দিলে। স্বৰ্গদেৱৰ আজ্ঞাৰে টৈমিৰ ভায়েককে মিৰি গামৰ পুতেককে বটা বাহন দি পঠাই দিলে। পাচে স্বৰ্গদেৱে বোলে, আমাৰ চুটিয়া যে ভাগি গ'ল সিহঁতে ইহঁতৰ পালৈ কিবা কথা দিছিলে, সেই নিমিত্তেহে গ'ল। এই নিমিত্তে ভাগি যোৱা চুটিয়াখিনিক গড়গাঁৱলৈ আনি ৰাখিব দিলে। তাত পাচে সোণাপুৰ নগৰলৈ গৈ মহাৰজা কান্ধনত নৰিয়া পৰিল। মহাৰজা গাৰ বিধাৰণ বুজি বোলে,

মই নিজীও। এনে বুলি মহাৰাজা জা-জাজৰীয়া সকলোকে চপাই ক'লে বোলে, তোমালোকে ককাইৰ পুত্তেক কলিয়া গোহাঁইকে আনি ৰজা পাতিবা। পাচে কতোৱে বোলে, ভাল! তেওঁকে ৰজা ল'ম, কতোৱে নেমাতিলে। পাচে সকলোৱে নাৰি আহি

**সোণাপুৰ নগৰ**

অন্যে অন্যে বিবাদ লাগিল। কতোৱে বোলে, কলিয়া গোহাঁয়েহে ৰজা, ডেবেৰা বৰবৰুৱা প্ৰমুখ্যে কতোৱে বোলে, নহয়, চামগুৰীয়া মৰাণ গোহাঁইহে ৰজা। এই কথা মহাৰাজা শুনি ডেবেৰা বৰবৰুৱাক ধৰিব দিলে। এই কথা ভগা বৰফুকন নাৰায়ণ খনিকৰৰ তামুলী গকুলে ডেবেৰা বৰবৰুৱাত ক'লে বোলে, মহাৰাজা তোমাক ধৰিব দিছে। বৰবৰুৱাই এই কথা শুনি সাজ খাবলৈ নুঠে।*

এনেতে মহাৰাজাৰ নৰিয়া টান হ'ল। পাচে মহাৰাজা পুনৰ লালুকীৰ সলনি নাৰায়ণ খনিকৰকে বৰফুকন পাতি ডেবেৰা বৰবৰুৱাক ধৰিবলৈ পঠালে। পাচে

**নাৰায়ণ খনিকৰ বৰফুকন**

বৰফুকনক ওচৰলৈ চাপিবৰ দেখি ডেবেৰা বৰবৰুৱাই বৰফুকনক বহা বুলি চাল-কঠ মঁচুলা মেলি দিলে। সন্দিকৈ বৰফুকন নাৰায়ণ খনিকৰৰ মনেৰে বোলে বহা-চৰাহে। এনেতে ডেবেৰা বৰবৰুৱাই চালৰ ভিতৰৰপৰা হেঙ্গদান উলিয়াই কোব মাৰিলে। দাখন টানকৈ কাঁকেৰে গোটাই বান্ধিছিলে, এতেকেহে দা নোলাল। পাচে ডেবেৰা বৰবৰুৱাই বোলে, ৰতনপুৰীয়া! দক্ষিণপটীয়া তহঁতবোৰে কি চাই আছ? আহ! ধৰাহঁক! পাচে ৰতনপুৰীয়াই দক্ষিণপটীয়াই বেৰি ধৰি সন্ধিকাইৰ নাৰায়ণ বৰফুকনক খুঁছিলে; আৰু বাইডঙ্গীয়া ফুকনকে আদি কৰি ছ-অঁৰা ভগা ডাঙ্গৰীয়া বৰুৱাফুকনক কাটিলে। পাচে ডেবেৰা বৰবৰুৱাই গৈ ৰজাকো দৰৱ বুলি বিহ খুৱাই মাৰিলে; আৰু ভগা বৰবৰুৱা ধোঁৱাকোঁৱৰৰ নাতিয়েক লাইতাইমূঙ্গক আৰু গড়গঁয়া সন্ধিকাইৰ কলিয়া, এইবোৰক ৰজাৰ লগত চেপি দিলে।

এইজনা স্বৰ্গদেৱৰ দিনত অনেক উৎপাত হ'ল; নগৰখান তল গ'ল। পাচে মহাৰাজা লোহিতত যজ্ঞ কৰিলে; আৰু চাৰিঙ্ ৰজা কলিয়া গোহাঁইকো আৰু বাৰ-কীয়াল ৰবগোহাঁইকো এই দুইকো মিছা বাদে মাৰিলে। পাচে ৰাজ্যত এইৰূপে কটা মৰা দেখি, হুল-থূল লাগি ৰাজ্য ভাগিল; দিহাদিহি যায়। এইকথা ডেবেৰা বৰবৰুৱাই

---

* কোনো গুৰুতৰ বিষয় মীমাংসা কৰিবলৈ হ'লে, ৰজাৰ চাজত ভোজ State dinner পতা হয়; তাতেকে পাত্ৰমন্ত্ৰী আদি ৰাজ্যৰ প্ৰধান বিষয়সকলক মাতি নি, সেই সম্পৰ্কে আলোচনা কৰে। ভোজ বা State dinner মাজে সময়েহে হয়; সততে কিন্তু পাত্ৰমন্ত্ৰীসকলক ৰজাৰ চাজলৈ মাতি নি "সাজহে" State Lunch খুৱায়; আৰু তেতিয়াই ৰাজ্যশাসন সংক্ৰান্ত নানা বিষয়ৰ আলোচনা কৰা হয়। ডেবেৰা বৰবৰুৱাই তেওঁক ৰজাই ধৰাই বুলি ভয় কৰি, এনে "সাজ" খোৱালৈ আহিবলৈ এৰিলে।

ভৰি, মানুহ পঠাই লোকজনক নিৰ্জ্জৰ দি ৰাখিলে। পাচে ভেবেৰাৰ আপাৰেকে আৰু টুংচু নশ্বিকৈ বৰবৰুৱাৰ বৈৰীয়েক পূৰাও পুতেকৰ, টংচু নন্দিকৈ ভিতৰুৱাল ফুকনৰ শ খুদি আনোতে জয়াদিত্য বৰাদেওৰ মাজীও নাতিয়েকক ভিকতাৰ শাজ পিন্ধাই গড়ৰ ভিতৰৰপৰা উলিয়াই পঠালে। আৰু ফুকনবোৰে সমবিতে আলচি কলিয়াগোহাঁইকে ৰজা পাতিবলৈ যুগুতি কৰিলে। পাচে ভেবেৰা বৰবৰুৱাই জানি ফুকনবোৰককো বৰাবুৰুককো বাতিয়ে শালত দিলে; কলিয়া গোহাঁইৰ মাজিও পুতেক মৰাণ গোহাঁইক ৰজা ল'বলৈ যুগুতি থিৰ কৰিলে। ৰামধ্বজ সিংহৰ ভোগ ২ বছৰ।

# চুহুং

পাচে ১৫৯৬ শকত ফাগুন মাহত চামগুৰীয়া মৰাণ গোহাঁইক আনি, আহোম মতে চুহুঙ নাম দি, ডেবেৰা বৰবৰুৱাই ৰজা ক'লেহি। ৰজা হয়েই চেঙমুনক ভাজি পৰ্ব্বতীয়া পেলনক বৰগোহাঁই আৰু মন্দিকৈৰ নাৰায়ণ ধনিকৰৰ ঠাইত, লুখুৰাখনৰ লালুকী

**পৰ্বতীয়া পেলন বৰগোহাঁই লালুকী সোলা বৰফুকন**

সোলাকে পুনৰ বৰফুকন পাতিলে ; বাকীবোৰ আগৰ পাত্ৰমন্ত্ৰীয়ে থাকিল। পাচে কুৰি দিন আছে এনেতে নাওবৈছা ফুকন চেঙধৰাক মিচিমি মাৰিবলৈ পঠালে। ফুকনে গৈ দিচিঙ-দিবিঙত ৰহিলগৈ। তাত পাচে মিচিমিৰ চুচঙগামে সদিয়াৰ লাজাই গঁৱা মানুহ গোটাচেৰেকক ধৰি নিলে। স্বৰ্গদেৱে শুনি হিলৈদাৰী কোঁৱৰৰ এশ মানুহ দি, কণ সন্দিকৈক বিহগোহাঁইকে, কছাৰী বৰুৱাকে, আৰু মন্দিকৈৰ বৰভাণ্ডাৰী

**বৰভাণ্ডাৰী বৰুৱা**

বৰুৱাকে মিচিমিকে ধৰিবলৈ পাঁচিলে। ইবোৰো গৈ থালিপুৰত থানা দি ৰহিলগৈ। চুটীয়া ২টা, মিচিমি ২টা, চুচুঙ গামৰ তালৈ পঠিয়াই দিলে বোলে, সিহঁত স্বৰ্গদেৱৰ চাকতলীয়া ৰজা, এতিয়া কি নিমিত্তে দন্দ-কন্দল কৰিছে, আহি আমাত কওকহি। পাচে সি চুচুঙগামে কহি পঠালে বোলে, আমি ঘৰৰ কুকুৰ হৈ গৃহস্থৰ ঠেঙত কামুৰিলো, তেতিয়া আমাৰ খাটি হৈছে। কিন্তু আমি এতিয়া মাৰ নোখাবোঁ। কিয়নো সিবোৰে আমাকে খং কৰি আহিছে, জানো কোনখান কৰে, তেৰে আমি কি কৰিম? সিবোৰৰো খং দূৰ হোক, আমিও ভেটি-খাটি খান দিচাবোঁ। মিচিমিৰ চুচুঙগামে আমাৰবোৰলৈ এইবুলি কৈ পঠালে।

এনেতে কণ সন্দিকৈক গড়গাঁৱলৈ আনিবলৈ স্বৰ্গদেৱৰ টেকেলা গ'ল। পাচে কণ সন্দিকৈৰো মানুহ-দুনুহ সদিয়ালৈ আহিল। বিহগোহাঁয়ে কছাৰী বৰুৱাৰে আলিমূৰৰপৰা গৈ (তিনিমুনিৰপৰা?) ওঁৱৰিত কোঠ দি ৰহিলগৈ। চিৰিঙ ফুকনক

**চিৰিঙফুকন**

চাৰি কুৰি মানুহ লগত দি আওৰাকে থাকিব দিলে। মিচিমি আহি চকীয়ালক ধৰি বিহগোহাঁয়ে যত কোঠ দিছে, তাত ধৰিলেহি। সিবোৰে বোলে, আমাক পাছ ভেটা দি কিয় ধৰ? আমি চাউল মৰণীয়া আহোম টেকেলাহে ; আমি সদিয়ালৈ লৈযাওঁ, এতেকে তহঁতে আমাক এৰ। পাচে টৈমিয়ে, টাবুৰে, চাৰদীয়াল ৰৰাহীয়ে লিপ্-লেপাই গৈ মিচিমিত লগালেগৈ বোলে, বিহগোহাঁইকে, কছাৰী বৰুৱাকে চুচুঙগামে তাতে ভেটি ৰাখিলে ;

আৰু ৰূপসন্দিকৈ আহি, গড়গাঁৱলৈ আহিবলৈ নাও চুনি ভৰা দিছে ; তইঁতে গাঁও মাৰি বয়বস্তু লুটি আনগৈ। এই কথা মিচিমিৰ বেলগাৱে শুনি আহি সদিয়ালৰ আৱনীগাঁৱক ধৰিলেহি। ৰূপ সন্দিকাইয়েও শুনি লোকজন সহিতে মিচিমিক মাৰি খেদিলে, বেলগাৱো ৰণত পৰিল ; মিচিমিহঁত পলাই পত্ৰং দিলে। সেই যুঁজত যি আহিলাপাতি পালে, তাক দি স্বৰ্গদেৱলৈ জনাই পঠালে।

**চাউল সমলীয়া**

বিহগোহাঁয়ে কছাৰী বৰুৱাই আহি দিশ্‌নদীয়ে দি:সদিয়া পালেহি। পাচে স্বৰ্গদেৱে শুনি বুঢ়াগোহাঁই প্ৰমুখ্যে ফুকনবোৰেৰে আলচি ভাগ্ৰচ, পাত্ৰসুম, মছল ব্ৰাহ্মী, মুগ্‌খামুদ, চিৰাবেলা, আৱ্‌বেজ্‌ টাকুটী, চিত্তংচিক, এইবোৰেৰে সৈতে নাওবৈছা ফুকনে চুপ মিচিমি ধৰাই আনিলে। মিচিমিহঁতে বোলে, স্বৰ্গদেৱৰ বন্দীক মাৰিৰ কাটিবৰ নিমিত্তে আমি দিয়া নাই ; যি মাৰিছে নিছে, তাক ধৰি স্বৰ্গদেৱৰ ফুকনবোৰে স্বৰ্গদেৱলৈ দি পঠাওক। এই কথা শুনি নাওবৈছা ফুকনে ক্ৰহীয়া মিচিমি গোটাদেক ধৰি আনি স্বৰ্গদেৱলৈ দি পঠালে। মহাৰাজা খংকৈ সিহঁতক মাৰিব দিলে ; আৰু ধৰাই অনা মিচিমিবোৰক বিদায় দিলে। ক্ৰহীয়া মিচিমি দুটা পলাই এৰাইছিলে, তাকো গাঁৱলৈ গৈ মিচিমিয়ে বোলে, তইঁতৰ নিমিত্তেহে আমি দুখ পাইছোঁ, এইবুলি আপুনি ধৰি মাৰিলে। ফুকনেও মিচিমিক পঠাই সদিয়াৰপৰা বৈশাগ মাহত গড়গাঁৱলৈ আহিল, স্বৰ্গদেৱকো সেৱা কৰিলেহি।

পূৰ্বে ৰাজধ্বজ সিংহ ( চুক্লুন্ফা ) ৰজাৰ দিনত জয়ন্তাৰ প্ৰতাপসিংহ ৰজা আমাৰ স্বৰ্গদেৱলৈ এক কন্যা দিম হেন বুলি, লিখা পতা দি, অলঙ্কাৰ খুজি পঠালে। বৰাই কটকীজনকৈ ভিৰকৰাৰ কাৰণেও কহি পঠালে। বৰাই কটকী আহি গড়গাঁও পালেহি। সেইবেলা জয়ন্তাৰ প্ৰতাপসিংহক মাৰি লক্ষ্মীসিংহ ৰজা হ'ল। আমাৰ চুহুং ৰজাদেৱে শ্ৰীহস্ত পত্ৰ নেচাই, বচনেও তুলি বোলে, যি কথাবাৰ্ত্তা আনিছ, কইক। কটকীয়ে বোলে, আমাৰ জয়ন্তা ৰজা কন্যাৰ অলঙ্কাৰ খুজি পঠাইছে ; আৰু ভিৰকৰাকো খুজি পঠাইছে। পাচে ৰজা খংকৈ বৰাই কটকী আমাৰ এখেতে মৰিল। সেই সময়তে কছাৰীৰো চামত্‌-কটা চক্ৰধ্বজলৈয়ে ৰাজধ্বজ সিংহ মহাৰাজাৰ নামে পত্ৰ-সন্দেশলৈ প্ৰীতিৰ কাৰণে আহিল। তিনিজনা ডাঙৰীয়াই তুলিলে, বৰবৰুৱাও তুলিলে ; পূৰ্ব্ব নিয়মে স্বৰ্গদেৱৰ নামে পত্ৰসন্দেশ আহিৰৰ শুনি, সেইকথা মজিন্দাৰ বৰুৱাই বৰবৰুৱাক জনালে, তাকে শুনি

**মজিন্দাৰ বৰুৱা**

বৰবৰুৱা মহাৰাজা স্বৰ্গদেৱক ক'লে। স্বৰ্গদেৱে শ্ৰীহস্ত পত্ৰ জানি, নেচাই, কটকীক ওলোটাই পঠালে। গোহাঁইবোৰে, বৰবৰুৱাই পুনৰ্ব্বাৰ তুলি, পত্ৰ-সন্দেশ দি, মহাৰাজা স্বৰ্গদেৱ চুহুংৰ নামে পত্ৰ-সন্দেশ আনগৈ বুলি কটকীক বিদায় দিলে। পাচে সিহঁত গৈ আহিল।

পাচে ১৫৯৬ শঁকৰ বহাগ মাহত মহাৰাজাৰ জলদাৰ ব্যাধি ধৰিয়া টান হ'ল।

মহাৰাজাৰ বিশ্বৰণ হেন দেখি ডেবেৰা বৰবৰুৱা, শিমলুগুৰীয়া নাওবৈছা, তাইবাই ফুকন, টংচু সন্দিকাই বৰফুকনৰ পুতেক, দিলিহিয়াল বুঢ়াগোহাঁই ফুকন, ম-ৰবাৰ পুতেক দেকো; এইবোৰকে মাতি আনি মহাৰাজা বোলে, মোৰ জীয়া টান ; কলিয়া গোহাঁইকে ৰজা দিলোঁ। যদি সক কৈদৰ বুলি ৰজা নলৱ, মোৰ ভাই তিপাম ৰজা নাৰায়ণ গোহাঁই ইয়াকে ৰজা ল'বি। ৰজাৰ আগত সবে শলাগি ল'লে। পাচে সকলোৰে বোলে, এওঁক ( কলিয়া গোহাঁইক ) ৰজা ল'বলৈ, পূৰ্ব্বে আমি এওঁৰ বাপেক পৰ্ব্বতীয়া ডেকা ৰজাক ৰজা ল'বলৈ নহ'ল। এতিয়া পুতেক ৰজা হ'লে, আমাকনো কি ভালে ৰাখিব ? এতেকে আমি কলিয়া গোহাঁইক ৰজা ল'ব নোৱাৰোঁ।

পাচে বুঢ়াগোহাঁই প্ৰমুখ্যে ডাঙৰীয়াবোৰে, লাই সন্দিকাইৰ পুতেক বাইভজীয়া ফুকন, লুথুৰী চেটিয়াৰ পুতেক গন্ধীয়া বৰুৱা, দোলাবৰীয়া বৰুৱা লাথুম ডেকাৰ পুতেক ; গড়গঁয়া সন্দিকাইৰ পুতেক শিলাকটীয়া বৰুৱা, ধোঁবাকোঁৱৰৰ নাতিয়েক, কন্দলী বেজবৰুৱা, চঁড়াল হাজৰিকাৰ বাপেক-পুতেক, এইসকলে বোলে, মহাৰাজা আমাৰ হাতত পৰ্ব্বতীয়া ডেকা ৰজাৰ পুতেক কলিয়া গোহাঁইক ৰজা দিছে, আমি কলিয়া গোহাঁইকেহে ৰজা ল'ম, এইবুলি দুফৈদ হ'ল। এনেতে তিপাম ৰজা নাৰায়ণ গোঁহাই মহাৰাজা স্বৰ্গদেৱৰ নৰিয়া টান শুনি: গড়গাঁৱলৈ আহিল। পৰ্ব্বতীয়া পেলন বৰগোহাঁই আহি তিপাম ৰজাৰ লগ ল'লেহি। পাচে ডেবেৰা বৰবৰুৱাই শুনি খেদি গৈ, তিপাম ৰজাক লগৰ লোকজনে স'তে ভাঙ্গি, পেলন বৰগোহাঁইক দীঘলাৰ বাৰীত মাৰিলে।

**চেঙমুং বৰগোহাঁই**
**( ২য় বাৰ )**

তাত পাচে ডেওঁৱে সলনি পুনৰ চেঙমুংক বৰগোহাঁই পাতিলে। আৰু ৰামধ্বজসিংহ স্বৰ্গদেৱৰ ১৪টা পুতেককো মাৰিলে। নামদৈয়ঙ্গীয়া ৰাজখোৱাৰ দুই বাপেক-পুতেক, মৰাণ পাতৰৰ পৰ্ব্বতীয়া ফুকন, টংচু সন্দিকাইৰ তামুলীফুকন, কাঁৰী হাজৰিকাৰ দুই ভায়েক, মৰাৰ ডেকাৰ দুই নাতিয়েক, ঘূতকীয়া বৰুৱা চাওডাঙৰ বৰুৱা, এই দহক ডেবেৰা বৰবৰুৱাই আনি নামাৰি এৰিলে। পাচে

**পৰ্ব্বতীয়া ফুকন**
**তামুলী ফুকন**
**ঘূতকীয়া বৰুৱা**

বৰকুঁৱৰীয়ে একদিনা ৰজাত ক'লে বোলে, ডেবেৰা বৰবৰুৱাই যদি এনেকৈ থাকিব লাগিল, তুমিনো কিহৰ ৰজা ? পাচে ৰজা আহি কুঁৱৰীৰ কথাক লৈ শিমলুগুৰীয়া নাওবৈছা ফুকন আৰু লাইটাই দেওধাই এই দুয়ে সহিতে আহোম কথাৰে ৰজাই ডেবেৰা বৰবৰুৱাক ধৰিবলৈ আলচিলে।

পাচে এই কথা ঠাই সৰা বেটীয়ে বুজি গোপনে ডেবেৰা বৰবৰুৱাক ক'লে বোলে, তোমাক আই কুঁৱৰীয়ে নাওবৈছা ফুকনে, লাইটাই দেওধায়ে, এইবোৰে আহোম কথাৰে আলচিছে। পাচে ডেবেৰা বৰবৰুৱাই শুনি বোলে, মোকহে মাৰিবলৈ আলচিছে, এতেকে দেখোঁ, কি কৰিব পাৰোঁ। এই বুলি ডেবেৰা বৰবৰুৱাই ছলকৈ বিষ পান

ৰজাই ৰজাকেওক মাৰিলে ; বৰহুঁৰৰীকো বোলে, তই ৰজাৰ তামুলী হুঁৰৰীয়ে আছিলি। মই তোক বৰহুঁৰৰী পাতিলোঁ। এইবুলি খদি, ৰজাৰ ঠেঙ তলত মাৰি-চেপি দিলেনি। তাত পাছে শিমলুগুৰীয়া মাওবৈহা ফুকনকো মাৰিলে। পাছে তিপামৰ ৰজাই ভেবেৰাক মাৰি ৰজা হবলৈ আছিল ; তাকো ভেবেৰাই পৰ্ব্বতৰ আলিত খেদি মাৰিলে ; নামৰূপীয়া ৰজাকো মাৰিলে। তাত পাছে ডুংখাদৰপৰা গোবৰ কোঁৱৰক আনি ৰজা পাতিবলৈ থিৰ কৰিলে।

চুহুন ৰজাৰ ভোগ ১ মাহ ১৫ দিন।

## গোবৰ ৰজা

তাত পাচে তুংখুঙীয়া ক্ষৈদৰ সাবেঙ্গ গোহাঁইৰ পুতেক, চুতেঙ্‌ নামকণীয়া ৰজাৰ নাতি, গোবৰ কোঁৱৰকে আনি ডেবেৰা বৰবৰুৱাই পানীঘৰত আনি ৰজা পাতিলেহি ; সেই পূৰ্ব্বৰ পাত্ৰমন্ত্ৰীবে। তাত পাছে কলচুৰ পুতেকক লাও ডেকাকে ডেবেৰা বৰবৰুৱাই লালুকী সোলা বৰফুকনক ধৰি আনিবলৈ শৰাইঘাটলৈ পঠালে। আৰু তেওঁৰে সলনি এখেতে সন্দিকৈৰ নৰোত্তমক বৰফুকন পাতিলে। সেই সময়ত বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই গড় বান্ধিবলৈ গৈ গুৱাহাটীত আছে। বুঢ়াগোহাঁয়ে বোলে, মই বৰফুকনক এৰি দিব নোৱাৰোঁ। এইবুলি কলচুৰ পুতেকক লাওডেকাকে তাতে ৰাখিলে। পাচে বৰগোহাঁই, পানীফুকন, দিহিঙ্গীয়া ফুকন সমস্তে আলচি বুঢ়াগোহাঁইৰ আগত বোলে, ডেবেৰা বৰবৰুৱাই ফুকনবোৰক মাৰিলে, ৰজাকো পাতি সেয়ে মাৰিলে। এইবুলি গুৱাহটীয়া ফুকনবোৰে, ৰাজখোৱা, হাজৰিকা সমস্ত লোকে আলচি, ডেবেৰা বৰবৰুৱাক ধৰিবলৈ নিশ্চয় কৰি নাৱে-তৰে উজাই আহিল। উত্তৰকূলীয়া চন্দ্ৰনাৰায়ণ ধৰ্ম্মৰাজা, দক্ষিণকূলীয়া বেলতলীয়া, ডিমৰুৱা লোকজন সহিতে সিহঁতকো আনিলে। কলিয়াবৰৰ মোল্লা, দেওৱান তৈৱালে সহিতে মাজুৰিয়াল গোহাঁইক আনিলে ; মৰঙ্গীবো ওকণিয়ৰা বৰচেটিয়াকো আনিলে। ১৫৯৬ শকৰ বৈশাগ মাহত ডেবেৰা বৰবৰুৱাও তিৰীয়ে ভায়ে সহিতে চোমদেওৰ কোষত ঘৰ কৰি আছিল। পাচে শৰাইঘটীয়াবোৰ আহিৰৰ শুনি, মানুহ-দুনুহ লৈ দুৱাৰমুখতে সোলা বৰফুকনৰ ভায়েকক লাওডেকাকে কাটি যাত্ৰা কৰি ৰণক মনে তিয়াৰ হ'ল। পানীতো সাক্ষিমকৈ ডেবেৰাৰ ভাগিনীয়েক ৰজাৰ জোঁৱাই চেঙ্গমুন বৰগোহাঁইক বড়লেখোৱা দুৱাৰত থ'লে ; তুংখুঙীয়াৰ পুতেককো থ'লেনি বোলে, মই যদি গা সাৰিব নোৱাৰোঁহঁতে, মোৰ মূৰ কাটি তহঁতে মোৰ ভাইপোৰ আগলৈ দিবি।

**নৰোত্তম বৰফুকন**

**গৃহবিবাদ**

এইবুলি বকুৱাৰীত যি বঙ্গাল পাতিছিল, সিবোৰক ঢাল, বাক, হিলৈ, বাৰুদ দি চিপাহী ল'লেনি, ডেবেৰা বৰবৰুৱাৰ ফলীয়াকৈ। শৰাইঘটীয়াবোৰ যেতিয়া জাঁজী পালেহি, চেঙ্‌মুন্‌ বৰগোহাঁই দুৱাৰ এৰি, শৰাইঘটীয়াবোৰৰ লগ ল'লেহি, ডেবেৰা বৰবৰুৱাৰ ফালৰ মানুহ ভাগিল। দেওৱাৰে জাঁজী মুখৰপৰা উজাই আহি শৰাইঘটীয়া-বোৰ আতন বুঢ়াগোহাঁই প্ৰমুখ্যে শাকবাৰী নাওশালিত খিত হই, ডেবেৰা বৰবৰুৱাক

বিচাৰি আনি, মেটেকিয়াল ফুকনৰ হতুৱাই সোধালে বোলে, বৰবৰুৱাই এনে কিয় কৰিলে ? ডেবেৰা বৰবৰুৱাই বোলে, কালেহে কৰ্ত্তা, মই কি কৰিছোঁ ? পাচে ভিতৰৰ নাওশালিলৈ নি, চাক আজি, বৈশীয়েক ৰজাৰ জীকো তাতে তুলি, ডেবেৰা বৰবৰুৱাক কাটিলে। ডেবেৰাৰ লগৰ ৰকৰাফুকনবোৰৰ কতোক কাটিলে, কতোক এৰিলে। ডেবেৰাই কটা ৰকৰাফুকনৰ ভাইপোক পূৰ্ব্বৰ নিয়মে বকৰা-ফুকন বিষয় দি পাতিলে। ৰজাক কলপটুৱাৰ মাৰত নি অযুত নামেৰে বৰপাত্ৰ হৈছিলে। পাচে তাকে ভাঙ্গি কেন্দুগুৰীয়াক বৰপাত্ৰ পাতিলে। ডেবেৰা বৰবৰুৱাই পতা ৰজাটিকো ভাঙ্গি ৰাখি থ'বলৈ মন কৰিলে। চেঙ্গমুনক বৰগোহাঁই ভাঙ্গি গুঁইমেলা ফৈদৰ লালুকক বৰগোহাঁই পাতিলে আৰু ডেবেৰাৰ সলনি সন্দিকৈৰ বুঢ়াক বৰবৰুৱা পাতিলে। কতো দিন থাকি বুঢ়াক ভাঙ্গি, সন্দিকৈৰে মৰঙ্গীক বৰবৰুৱা পাতিলে।

মেটেকিয়াল ফুকন

পাচে বৰপাত্ৰ গোহাঁই, বৰগোহাঁই, সলাল গোহাঁই, বৰচেটীয়া, এইসকলক বুঢ়া-গোহাঁয়ে বুলিলে বোলে, পূৰ্ব্বাপৰেও আমি পাত্ৰহে ; ৰাজা গোষ্ঠীয়েহে ৰজা হ'ব পায়, এতেকে ৰজা ল'বলৈ তোমালোকেনো কি বোলাইক ? সকলোবোৰে বোলে, পূৰ্ব্বতো তোমাৰ আজ্ঞা কৰিম হেন বুলিছোঁ, এতিয়া আমি তোমাৰ আজ্ঞা কিয় নকৰিম ? পাচে বুঢ়াগোহাঁয়ে বোলে, নামৰুপীয়া ৰজা টাইলাইৰ পুতেক ( জয়ধ্বজ সিংহৰ নাতিয়েক ) চুজিন্‌ফা কোঁৱৰ দিহিঙ্গত আছে ; এতিয়া মই তেওঁকে ৰজা ল'বলৈ বোলোঁ। সকলোৱে বোলে, ভাল, ল'ব লাগে। এইবুলি নামৰুপীয়া ৰজাৰ পুতেক চুজিন্‌ফাক দিহিঙ্গৰপৰা ১৫৯৬ শঁকৰ জেঠ মাহৰ ৭ দিন যাওঁতে আনি, ৰজা পাতি সেৱা কৰিলে। পাচে জেঠৰ ৯ দিন যাওঁতে বুধবাৰে ভোগবাৰীত গোবৰ ৰজাক মাৰিলে। ভোগ ২০ দিন মাত্ৰ। পাচে আকাশত অগ্নি জলিল ; ধুমকেতু পৰিল। এনেবোৰ অমঙ্গল হবলৈ ধৰিলে।

# শূৰসিংহ

১৫৯৬ শকৰ জেঠত চুজিন্‌ফা স্বৰ্গদেও ৰজা হ'ল। পূৰ্ব্বে গোবৰ ৰজা আছোঁতে লালুকী সোলাৰ সলনি সন্দিকাইৰ নৰোত্তমক বৰফুকন পাতিছিলে। কতো দিন থাকি চুজিন্‌ফা স্বৰ্গদেৱে তেওঁক ভাজি পুনৰ লালুকী সোলাকে বৰফুকন পাতিলে। পাচে গুঁইয়েলা লালুক বৰগোহাঁয়ে লুখুৰাখনৰ লালুকীসোলা বৰফুকন প্ৰমুখ্যে শৰাইঘটীয়া ফুকন ৰাজখোৱাবোৰক সকলোকে বঁটাবাহন দিয়ালে, আৰু বিদায় দিলে। এখেত বাঁহগড়ীয়া আতন বূঢ়াগোহাঁই প্ৰমুখ্যে প্ৰায় সকলো বৰুৱা-ফুকন পূৰ্ব নিয়মে থাকিল। বৰগোহাঁইৰ দদায়েক নাওবৈছা ফুকন, পুতেক ৰাইডঙ্গীয়া ফুকন, লালুকী সোলাৰ ভায়েক মৰঙ্গীৰ মৰঙ্গীখোৱা বৰুৱা। মোমাই তামুলী বৰবৰুৱাৰ সাত পুতেক: লালুকীসোলা বৰফুকন, বাহুলি (বজাশহৰ বৰফুকন), লাচিত বৰফুকন, ভাৰধৰা, অজ্ঞা, মৰঙ্গী আৰু দস্তকাৰী। পূৰ্বে মিৰজুম্‌লাত যি বাহুলি ফুকন বঙ্গাললৈ গ'ল, তেওঁ ডেকাফুকন, বাহুলি বৰফুকন, নহয়।

লালুকীসোলা বৰফুকন

চিন্তামণি গড়
মৰঙ্গীখোৱা বৰুৱা

পাচে মহাৰাজা কতো দিন থাকি সন্দিকৈৰ মৰঙ্গীকো বৰবৰুৱা গুচাই ভুৰবাৰ কিৰ্‌কিৰীয়াক বৰবৰুৱা পাতিলে। দিহিঙ্গীয়া ফুকন লেচাম জাতত চেটীয়া, ডেকাফুকন টেপৰতলীয়া বূঢ়াগোহাঁই ফৈদৰ। ওকনিমৰীয়াৰ বৰচেটীয়াক ভাজি লাওডেকাৰ বৰচেটীয়া পাতিলে। ৰাজ্যখনো অলপ সুস্থ হ'ল। তাত পাচে কতো দিন থাকি, কেন্দুগুৰীয়াক ভাজি পুনৰ্বাৰ চপাকে বৰপাত্ৰ পাতিলে।

কিৰ্‌কিৰীয়া বৰবৰুৱা
চপা বৰপাত্ৰ

মহাৰাজাৰ চেংমুং, চুত্যাং, চুম্নং, দীঘলা এই চাৰি পুত্ৰ। ল'ৰাইতৰ মাক সন্দিকৈৰ কেকোৰাৰ জীয়েক পৰ্ব্বতীয়া কুঁৱৰী। বাঁহগড়ীয়া আতন বূঢ়াগোহাঁইৰ জীয়েক বৰকুঁৱৰী। ১৫৯৭ শকত আঘোণ মাহত ৰজাদেও শিঙৰিঘৰ উঠিল, নাম ল'লে শূৰসিংহ। ৰজা বোলে, মোক যে ৰজা পাতিলে,ময়ো বূঢ়াগোহাঁইক বেথাকৈ যি হয় দিব লাগে। এইবুলি সোণৰ দীঘল কেক এযোৰ, সোণৰ খাৰু, সোণৰ বঁটা, সোণৰ টেমি, সোণৰ জাপিৰ টুপ, সোণৰ ফুলৰ টুপি এটা, সোণৰ চেওমণি, কুন্-মিন্-কুন্‌খাৰে কাপোৰ, হাতী ২,

চুজিন্‌ফাৰ চাৰি পুতেক

পূৰ্ব্বৰ বুঢ়াগোহাঁইৰ চকলাৰ মাটি, ধলাকাৰবীয়া ৰবৰুনী ডোম একুৰি, নকৈ পাইক মানুহ ৬০ টা, এইখনি দিলে। এই আপাহক লৈ পূৰ্ব্ব নিয়মে ডাঙৰীয়া আৰু ৰৰফুকন-বোৰকো বঁটা দিলে। ম'ৰামৰাত, চেঁছামুখত দোল কৰালে, উছৰ্গাও কৰালে। তাত পাচে টংচু সন্দিকৈৰ জীয়াৰী আই কুঁৱৰীয়ে পুতেকহঁতে সহিতে দুই চাৰি ৰৰাবুৰুকেবে আলচি ৰজাত ক'লে বোলে, তুমি বুঢ়াগোহাঁইৰ ৰৰৰুৱাৰহে হাতে তোলা খোৱা, আৰু বুঢ়াগোহাঁই, ৰৰৰুৱা আৰু আনো ৰুৱাফুকনবোৰ গুৱাহাটীয়া ফুকন বাজখোৱা-সৱে শপতৰ ভিতৰ। তুমি যাক কাটিব মাৰিব খোজা, তাক সিবোৰে বাধা কৰে। যদি এনেহৈ থাকিব লাগে, ঘৰত হাল বাই থাকিলেহে ভাল, আৰু চাৰিটা ল'ৰাকো ইহঁতে নসয়। তোমাৰ অভাৱ হ'লে; ইহঁতক ভালে থ'ব নেকি? সেই কথা কৈ আইকুঁৱৰীয়ে চকীয়ে চকীয়ে মানুহ-দুনুহ দি তাড়না কৰি থাকিব দিলে, আৰু ফুকনবোৰৰো পাছত চোৰাংচোৱা দিলে, আৰু বোলে, বুঢ়াগোহাঁইক আগে ধৰিলে, এইবোৰক কোনে শোধে? পাচে এই কথা জানি, সকলোৱে আলচ কৰি, বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই প্ৰমুখ্যে বোঁলে, পৰ্বতীয়া কুঁৱৰীয়ে আমাক ভেদ লগালে; আমি এখন কি কৰি ৰক্ষা পাওঁ? এতেকে গড়ৰ ভিতৰতে আমি সৱেও ৰজাক শোধোঁ, ৰজাৰ পুতেকবোৰকনো আমি কোন খান এৰিছোঁ? আৰু ৰজাকে আমাকে যি ভেদ লগাইছে, ৰজাই সুধিপুছি প্ৰমাণ কৰক। যদি আমাত দায়, আমাক শপত কৰাবা, চকু ওলাইবা, আমিও ৰজাৰ সেৱা কৰিম।

পাচে ৰৰকুঁৱৰীয়েও ভিতৰি এই টৌটক লগাই কেকোৱা সন্দিকৈৰ জীয়েক পৰ্বতীয়া কুঁৱৰীৰ হতুৱাই ৰজাত এইবুলি কোৱালে বোলে, সকলো ডাঙৰীয়া প্ৰমুখ্যে, স্বৰ্গদেৱক ধৰিব খুজিছে। স্বৰ্গদেও সিবোৰ আহিলে চ'ৰালৈ নোলাব। ভিতৰি ৰজালৈ আই কুঁৱৰীয়ে এই কথা ক'লে। ইপোনে ৰৰকুঁৱৰীয়ে ডাঙৰীয়াবোৰৰ লগতহে ভৰ দিয়ে; পূৰ্বতো টৌটকৰ বাই তেওঁৰেহে। এক ঠাই হই সোধ পোচ কৰিলে পাচে তেওঁৰ গাত দোস পৰে বুলি, ভয় দেখুৱাই ৰজাক বাহিৰলৈ ওলাব নেদিলে। সেই দিনা বাঁহগড়ীয়া বুঢ়াগোহাঁই আৰু সকলো ৰুৱাফুকনবোৰে বোলে, কথাৰ সাৰ নৌ আছে। এইবুলি দুখকৈ ঘৰা-ঘৰি হ'ল। ৰজায়ো চক্ খাই ডাঙৰীয়া, ৰুৱা ফুকন-সকলক ধৰিবলৈ সাৱধান হ'ল। পাচে কলচুৰ পুতেক কলঞ্চু ফুকনে, টেপৰতলীয়া ফুকনে এই দুয়ে এই কথা ভু পাই, বুঢ়াগোহাঁইৰ ঘৰলৈ গৈ বোলে, তুমি ঘৰত কি কৰা? আহাঁ যে আহাঁ, এতিয়াও আহাঁ, নাহাযে তোমাক আমাক কালিলৈ ধৰিব। যদি তুমি নাহা, ল'ৰা তিকতাৰ তুমি নৰকত পৰিবা। পাচে বুঢ়গোহাঁয়ে বোলে, আজি শনিবাৰ, উজাই যাবলৈ ভাল নহয়; কালিলৈ যাম, সকলোৱে মাত্ৰ সাৱধান হই থাকিবা। সিহঁতে বোলে, চপা ৰৰপাত্ৰতো কৈ আহিছোঁ। ৰৰপাত্ৰ গোহাঁয়ে বোলে, আমাৰ দেহা ৰক্ষা নপৰে, আপও বিলম্ব নকৰি খেদাকৈ আহক, আমাৰ আৰু ৰজা আছে।

পাচে বুঢ়াগোহাঁইয়ে শনিবাৰ দেখি, সেই দিনা আহিবলৈ মন নাই। তাতে কলচুৰ পুতেকে, টৈপৰুতলীয়া ফুকনে বুঢ়াগোহাঁইক আনিব নোৱাৰি ; বুঢ়াগোহাঁই কৈদীয়া দিলিহিয়াল ফুকনক পঠালে। পাচে বুঢ়াগোহাঁই ফুকনে গৈ, আতন বুঢ়াগোহাঁইক ধৰি তুলি লৈ আহিল ; মানুহে-তুনুহেও সাষ্টম হুই আহিল। বুঢ়াগোহাঁয়ে চপা বৰপাত্ৰকো মাতি পঠালে বোলে, মানুহে-তুনুহে খেদাকৈ ওলাই আহাঁ। বৰপাত্ৰে বোলে, মানুহ-তুনুহ আদখিনি লৈ আপ আগ হৈ যাওক, আদখিনি মানুহ থাকক ; মই পাটো থুই আপৰ পাছতে যাওঁ। বুঢ়াগোহাঁইয়েও আপোনাৰ মানুহ, বৰপাত্ৰৰো আদখিনি মানুহ লৈ আষাঢ়ৰ ১১ দিন যোৱাত শনিবাৰে ৰাতি পৰ মৰা সময়ত দোলাৰে সৈতে গড়ৰ ভিতৰত সোমালগৈ, যেতে বেলি বৰুৱা ফুকনবোৰৰ ভাস্ত-মেল হৈছিল।

কিৰ্‌কিৰীয়া বৰবৰুৱাই এই কথাৰ ভু পাই ৰজাত জনালে বোলে, স্বৰ্গদেৱৰ সাষ্টম হুই আহক। এইবুলি বৰবৰুৱা ওলাই আহি গুটিচাৰেক মানুহেৰে সৈতে পানী-

গৃহবিবাদ

দুৱাৰে ওলাই থৰিকটালৈ গ'ল। পাচে ৰজাও উখা-মুখা শুনি ৰচোৱাল ওভোটাই, মানুহ কিছু সৈ সাষ্টম হুই ওলালে। সেই সময়ত চটাই কুকুৰাচোৱাই হাতত বাৰুখান লৈ ৰজাৰ আগে আগে গৈছিল ; উখা-মুখা কৰা মানুহ গোটাদিয়েকক কাটিলে। সেই সময়ত কলচুৰ পুতেকে ৰজাৰ জোঁৱায়েক এটা কাটিলে। বুঢ়াগোহাঁয়েও ৰজাক ধৰিবলৈ গ'ল। ৰজা এই কথা জানি, নামি আহি, পানীঘৰৰ কোষত আছিলে। বুঢ়াগোহাঁইবো দোলা নাছিলে ; দোলাৰপৰা নামি মাটিয়ে গৈছিলে। ৰজাও আন্ধাৰে-মুন্ধাৰে বুঢ়াগোহাঁইৰ দোলা দেখি হেঙ্গদানেৰে দোলাত কোব মাৰিলেগৈ। দোলা পেলাই সবে হুঁহকি গ'ল ; বৰগোহাঁই প্ৰমুখ্যে ফুকনবোৰো ভাগি পলাল। পাচে বৰপাত্ৰ গোহাঁই গৈ বৰনাওশালিৰ দুৱাৰমুখ পালেগৈ। পাচে বুঢ়াগোহাঁইক ভাগিবৰ দেখি বৰপাত্ৰো হুঁহকি ঘৰলৈ গ'ল ১৫৯৮ শকত। সেই সময়ত উখা-মুখা লাগিবৰ শুনি, বৰচেটীয়াই সলাল গোহাঁয়ে, শুঁইমেলাৰ লালুক বৰগোহাঁয়ে ৰজাৰ লগলৈ খেদি আহিল। পাচে ইৰিলাক যাবৰ দেখি, ৰজাও হেঙ্গদান লৈ খেদি আহিল। পাচে সিৰিলাক যাবৰ দেখি, ৰজাও হেঙ্গদান্ লৈ খেদি আহিল। পাচে লালুক ৰবগোহাঁয়ে বোলে, আমি পৰ নোহোঁ ; আপোনহে ; স্বৰ্গদেৱৰ অথন্তৰ শুনিহে আহিছোঁ। পাচে লালুক বৰগোহাঁয়ে হাতত ধৰি মহাৰাজাক বোলে, স্বৰ্গদেও ! সিৰোৰ এটা কাঁৰৰ ; এটা কোবৰ বহতি ; স্বৰ্গদেও যে এনেকৈ অধিৰ হুই ফুৰিব, ৰাজ্যখান নো কি কৈ থিৰ হৰ ? এই বুলি ৰজাক বৰগোহাঁয়ে কোলাত বহুৱালে। স্বৰ্গদেওৰো হাতে দা যে লাগিছিল, পাচে তাকো লালুক বৰ-গোহাঁয়ে ধুৱাই ধুৱাই তেজ গুছালে।

পাচে কিৰ্‌কিৰীয়া বৰবৰুৱাই ৰজাত গোপনে বোলে, স্বৰ্গদেৱ বৰগোহাঁইৰ পেট পোৱা টানহে হৈছে ; বৰগোহাঁইৰ পেট স্বৰ্গদেৱৰ ফালে নাটনি হেনহে

জানো ; মাথোন মুখহে ৰাখিছে। এতেকে স্বৰ্গদেৱে সকলো কথা ভালকৈ ভাবিব চিন্তিব। মহাৰাজা সেই কথা শুনি লালুকক বৰগোহাঁই ভাঙি, সেনক বৰগোহাঁই পাতিলে। এই কথা শুনি বুঢ়াগোহাঁই প্ৰমুখ্যে গুৱাহাটীয়া-

সেন বৰগোহাঁই

বোৰে শাকৰাৰীৰ নাওশালিত বহিলহি। সকলো ফুকনবোৰে বুঢ়াগোহাঁইক বোলে, আগেও আমি তোমাকে অধিকাৰী ল'লো। এতেকে তুমি যেইখান বোলা, আমি তাকে কৰিম। পাচে এই কথা শুনি, সমস্তৰে আলচি, বুঢ়াগোহাঁয়ে বোলে, তোমালোকে সত্য শপত কৰি আগেও বুলিছা, তুমি যি এবাৰ বোলা, আমিও সেই আষাৰকে কৰিম। এতিয়াও মই যি বোলোঁ, তোমালোকে সেই খানকে কৰিবা। মই ই ভাবৰ, ৰজা হবৰ, যোগ্য নহওঁ, ৰজা গোষ্ঠীয়েহে ইয়াৰ অধিকাৰ। এতিয়াও চুক্ৰাঙৰ পুতেক পৰ্ব্বতীয়া ডেকা ৰজাৰ নাতিয়েক আছে, তেওঁকে আনি ৰজা পাতিব খোজোঁ ; তোমালোকেও তাকে হয় বোলাইক ; এইবুলি পৰ্ব্বতৰ পৰা ডেকা ৰজাৰ নাতিয়েক চুডৈফা কোঁৱৰক আনি ৰজা পাতি সেৱা কৰিলে। চুজিন্‌ফা ৰজাদেওকো ভাৰ্জি যাঠিপোতাৰ কোষত ঘৰ কৰি তাতে থ'লে, ১৫৯৯ শকৰ ভাদ্ৰ মাহত। তাকে বোকানগৰ বোলে। তাত পাচে

বোকানগৰ

নাওশালিৰপৰা চুডৈফা ৰজাই বুঢ়াগোহাঁই সহিতে আলচি, ভাৰধৰাকে কলচুকে পঠিয়াই চুজিন্‌ফা ৰজাৰ চক্ষু কাঢ়িব দিলেগৈ। পাচে ৰজাদেৱে ইহঁতক যাবৰ শুনি, গতিক বেয়া হেন জানি, ৰত্নাৱলী পুথি লৈ, আপুনি বিহ খাই মৰিল।

চুজিন্‌ফা ৰজা স্বৰ্গদেৱৰ ভোগ ২ বছৰ ৯ মাহ ২৫ দিন।

# তেজসিংহ

১৫৯৯ শঁকৰ ভাদ্ৰ মাহত চুডৈফা কোঁৱৰ ৰজা হ'ল; বোকানগৰৰপৰা চুণপোৰাত নগৰ কৰি, তাতে শিঙৰি ঘৰ উঠি হিন্দুমতে তেজসিংহ নাম ল'লে। পাত্ৰমন্ত্ৰী পূৰ্ব্বৰবোৰে থাকিল। তাত পাছে স্বৰ্গদেৱে বোলে, সকলোৱে বুঢ়াগোহাঁইক ৰজাবদৰে পাতি ল'লে। মোকো বুঢ়াগোহাঁয়ে ৰজা পাতিলে; এতেকে ময়ো বুঢ়াগোহাঁইক বেথাকৈ যি হয় দিব লাগে। এইবুলি, দোলা তলছা, সোণৰ টুপ, সোণৰ বঁটা, সোণৰ টৌমি, খাক, কেৰু, চেও, আঙঠি, দন্তাল হাতী ২টা, মাখুন্দী ২টা, ঘোঁৰা ২টা আৰু পৰ্বতৰ ভুঁই বাৰী, বন্দী ৬ কুৰি, নবাৰী ২ খন, খাত দুখন, বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইক এইমান দি বোলে, মোৰ গোষ্ঠী ৰজা হৈ থাকে মানে, বুঢ়াগোহাঁইৰ পো-নাতিৰ হাত মুণ্ডছাৰ। এইবুলি সেইবেলা ১৬০০ শঁকৰ বৈশাগ মাহত ডাঙৰীয়াসকলক বৰবৰুৱাফুকনবোৰকো, সমস্তকে পূৰ্ব্ব নিয়মে বঁটা বাহন দিলে। সেই সময়ত আতন বুঢ়াগোহাঁইৰ জীয়েকক বৰকুঁৱৰী পাতিলে, বুঢ়াগোহাঁইৰ ঘৈণীয়েককো কেকোৰা দোলা দিলে। কিৰ্‌কিৰীয়া বৰবৰুৱাক কতো দিনৰ পাচে বৰবৰুৱা ভাঙি শৰাইঘটীয়া ডেকাফুকন পাতিলে; আৰু শৰাইঘাটৰপৰা ৰজাচিলাৰ পুতেক মেছাক আনি বৰবৰুৱা পাতিলে।

**চুণপোৰা নগৰ**

**মেছা বৰবৰুৱা**
**লালুক বৰফুকন**

পাচে লালুকী সোলাকে বৰফুকন ভাঙি, ভগা বৰগোহাঁই লালুকক বৰফুকন পাতিলে। মেছাৰ ভায়েক হ'ল দিহিঙ্গীয়া ফুকন, জীয়েক হ'ল পৰ্ব্বতীয়া কুঁৱৰী; কলঙ্গুফুকন বুঢ়াগোহাঁই পৰীয়া, ককায়েক ভিতৰুৱাল ফুকন, দিহিঙ্গীয়া বাজখোৱা ট্ৰেপৰতলীয়া, দা ধৰাৰ নাওবৈছা ফুকন, লাইথেপেনা সলাল গোহাঁই, আদাবৰীয়া সন্দিকৈৰ পৰ্বতীয়া ফুকন, তামুলী ফুকন গড়গঁয়া সন্দিকাইৰ।

আতপৰে বামধ্বজ ৰজাৰ পৰ্বতীয়া কুঁৱৰী, দেওধাইৰ জীয়েক তামুলী কুঁৱৰী, মাউতৰ জীয়েক সৰু কুঁৱৰী, ইবোৰক লৈ মেছা বৰবৰুৱাই ঘৰ পাতি খাইছিলে। সেইবেলা সকলোৱে আতন বুঢ়াগোহাঁইৰ ভাত খায়, মেছা বৰবৰুৱা নেখায়। মেছা বৰবৰুৱাক নেখাবৰ দেখি, টৈপৰতলীয়া কলচুৰ পুতেকে বুঢ়াগোহাঁইত লগালে বোলে, বৰবৰুৱা যে নাহে, আমাকো আহিবৰ দেখিব নোৱাৰে। তাৰ মনে আমাকো পালে নেৰে। তাৰ যাতো জীয়েক পৰ্ব্বতীয়া কুঁৱৰী ৰজাত লাগী হৈছে, আমাৰ পুথাওকো

নিন্দা কৰে। এইকথা বুঢ়াগোহাঁয়ে শুনি বোলে, তাকনো বৰবৰুৱা কোনে পাতিছে? মোৰ জী দেখোঁ ৰজাৰ বৰকুঁৱৰী, বাক দেখোঁ কি কৰিব পাৰোঁ। এইবুলি খংকৈ মেছাক বৰবৰুৱা ভাজিবলৈ মন কৰি, চক্রপাণি ৰাজখোৱাক বৰবৰুৱা পাতিবলৈ থিৰ কৰিলে। পাচে বাঁহগড়ীয়া বুঢ়াগোহাঁয়ে, টৈপৰতলীয়া ডেকাফুকনে, দিলিহিয়ালৰ ভিতৰুৱাল ফুকনে, কলঙ্গু ফুকনে এইসকলে আলচি, মেছা বৰবৰুৱাক ভাজি, বহাতে ৰাখি থৈ,

**চক্রপাণি বৰবৰুৱা**

চক্রপাণিক বৰবৰুৱা পাতি, মহাৰাজালৈ জনালে বোলে, মেছা বৰবৰুৱাৰ মনখানি বেয়া, লোকজন নসয়। আমি সকলে আলচি মেছা বৰবৰুৱাক গুছাই চক্রপাণি শলগুৰীয়া ৰাজখোৱাকে বৰবৰুৱা পতা হ'ল। মেছা বৰবৰুৱাকো ঘৰতে ৰাখি থোৱা হৈছে, স্বৰ্গদেৱৰ বা কি আজ্ঞা হয়? এইকথা ৰজা শুনি বোলে, বৰবৰুৱাক ভাজিবৰ কথা মই আগে নাজানিলোঁ, এতিয়ানো মোত কিয় শোধে? পূৰ্ব্বে শুনিছোঁ, সত্য শপত কৰাইহে বৰবৰুৱা পাতিছে। এতিয়া যে সিবোৰৰ মনে ভাল নেদেখিলে, ভাল ঘৰলৈকে বাক খেদি পঠাওক, হাল বাই খাই থাককগৈ। মহাৰাজাৰ কথাকে শুনি, মেছা বৰবৰুৱাক ভাজি দিহিঙলৈ পঠালে;

**লাইথেপেনা বৰগোহাঁই লেচামকলা বৰপাত্ৰ**

চক্রপাণি বৰবৰুৱাকো ৰজা সেৱা কৰাই বঁটা বাহন দিয়ালে। চক্রপাণি বৰবৰুৱা দিহিঙীয়া। এনেতে কিবা দায় ধৰি, খংকৈ সেন বৰগোহাঁইক, বৰগোহাঁই ভাজি লাইথেপেনাক সলালবপৰা আনি বৰগোহাঁই পাতিলে; আক চপাক ভাজি তেওঁৰে ঠাইত লেচামকলাক বৰপাত্ৰৰ বাৰ দিলে। পাচে লাইথেপেনা বৰগোহাঁই নহ'ল সেনেই বৰগোহাঁই থাকিল।

তাত পাচে ৰজাৰ কাটলুৱাল মিৰি গাঁৱলৈ কাটল নেদিবৰ দেখি, দোলাকাষৰীয়া খামুনকে, চেঙকে, জয়ানন্দ গায়নৰ বৰুৱাকে, হৰিচৰণ শইকীয়াকে এইইতক পঠালে। ইবোৰে গৈ লাতুপৰা হাটত আবৰ মিৰিগামে সহিতে দহোটা মিৰি ধৰি লোৱা লগালে। সিহঁতে বোলে, স্বৰ্গদেৱলৈ আমি বছৰি প্রতি কাটল দিয়ে আছোঁ; স্বৰ্গদেৱে পাইছে নাপাইছে আমি তাক নেজানো। এইকথা জয়ানন্দে মহাৰাজালৈ জনাই পঠালে; বুঢ়াগোহাঁইলৈকো ক'লে। পাচে মহাৰাজা জয়ানন্দ গায়নৰ বৰুৱালৈ কৈ পঠালে বোলে, যি কাটল নিছে তাকো বিচাৰিব আক বন্দী কৰি থোৱা মিৰিকো মোকোলাই দিব। জয়ানন্দে আহি মিৰি মেলিবলৈ নোপাওঁতেই, আবৰ-মিৰি আহি, আমাৰ মানুহকো,

**আবৰ-মিৰিৰে বিবাদ**

বিহিয়া হাটখোৱাকো, খামুনকো কাটিলে, বন্দী মিৰিকো নিলে। পাচে জয়ানন্দে মহাৰাজালৈ এই কথা জনাই পঠালে। ৰজাদেৱে কাঁৰী, হিলৈদাৰী দি জয়ানন্দ বৰুৱাৰ তালৈ দি পঠালে। জয়ানন্দেও লোকজন সহিতে গৈ, লাতুপৰা তৰদত ৰ'লগৈ। পাচে আমাৰ চাওদাং, মিৰিক দহ-গামৰ গাঁৱলৈ পঠাই মাতি পঠালে বোলে, এইখান কৰি, যি আবৰ-মিৰিয়ে কাটল নিছে

তাৰ কথা কৰুহি, বন্দী কৰা মিৰিকেটাও দিয়কহি। বোলে, যদি নিদিয়হে, তইঁতক মহাৰাজা মাৰিব কাটিব দিছে। এইবুলি আমাৰ চাওডাঙ মিৰিয়ে ক'লত এই কথা দহগামে আবৰমিৰিবিলৈ ক'লে বোলে, তাঁহাতৰ হই আমাক ধৰে, সিইঁতে নাহে যদি, আমি দহগামে গৈ তাঁহাতকো মাৰিম। যদি আহে, আমি দহগামে সিইঁতৰ হই গা কৰিছোঁ। এই কথা শুনি আবৰ-মিৰিয়ে বাৰিনী মিৰিব পুতেকক ভেঁটি-ভাৰ দি এইখান বুলি পঠালে বোলে, কথানো এনে হয়নে নহয়, বুজি আহ। সি পালতগৈ তাৰ মুখে কথাবাৰ্ত্তা শুনি নিৰ্ভয় পাই, বেটী, বন্দী, মেথন, হাতীদাঁত আৰু আনো বস্তু লৈ আবৰ-মিৰি নামি আহিল। সিইঁত পালতহি জয়ানন্দ বৰুৱাই ভেঁটি-ভাৰ দি ৰজালৈ জনাই পঠালে। ৰজাদেৱেও জয়ানন্দ বৰুৱালৈ কৈ পঠালে বোলে, মিৰিক খুৱাই-বুৱাই পঠাই দিয়ক; যাক পঠাব নলগা; তাক লৈ আহক। জয়ানন্দে মহাৰাজাৰ হুকুম পাই, ইবোৰ মিৰিক খুৱাই-বুৱাই বঁটা-বাহন দি পঠালে; তাৰে দহগামক লৈ আহিল। পাচে বাঁহগড়ীয়া আতন বুঢ়াগোহাঁয়ে সিইঁতক ৰজাত ভেঁটালে। দহগামে বোলে, স্বৰ্গদেৱে আমাক কাটিব মাৰিব লাগে; যদি দেৱতাই নেকাটি নেমাৰি ক্ষমা দিয়ে; তেহে বন্দীইতে ৰক্ষা পাওঁ। পাচে মহাৰাজা বোলে, তইঁতক কাটিব মাৰিবৰ মনেহে আনিব দিলোঁ। পাচে ডা-ডাঙৰীয়া সকলেও মাতিছে; বাৰু ইবাৰৰ দায় ক্ষেমিলোঁ; পুনৰ্ব্বাৰ এনে শুনিলে সুদাই নেৰিম। এইবুলি বঁটা-বাহন দি সিইঁতক বিদায় দিলে। আৰু সেইবেলা আহোম চিৰিঙৰ কৈদৰ কেতখিনি মানুহক গাঁও-ভুঁই খাবলৈ দি হং কাৰ ভূঞা নামে খেল নিৰ্ব্বন্ধ কৰি আৱৰ-মিৰিৰ খৈৰা কৈ দিলে; আৰু এই বুলিলে বোলে; আবৰ-মিৰি নামিলে, সিবোৰক তইঁতে শুশ্ৰূষা কৰিবি, খৰি-পাত এনে বস্তুৰ যোগান দিবি। এই নিৰ্ব্বন্ধ কৰিলে।

আৰু পাচে মহাৰাজা "বিক্-খ্ৰন" কৰিলে। তাত পাচে পাটঘৰ উঠিলত, তিনিজনা গোহাঁয়ে, বৰবৰুৱায়ে ৰজাক পূৰ্ব্ব নিয়মে "লিখন" কৰিলে। আইকুঁৱৰীবোৰকো সেইৰূপে লিখন কৰিবলৈ গ'ল। পাচে বুঢ়াগোহাঁইৰ জীয়েকে বোলে; মোৰ পিতৃ-গুৰুজন, মই কেনেকৈ সেৱা ল'ম? এইবুলি ডা-ডাঙৰীয়াবোৰক যাবৰ দেখি আইকুঁৱৰী উঠি ভিতৰলৈ গ'ল; ডাঙৰীয়াসকলো উলটি ঘৰলৈ আহিল। পাচে লিখন নকৰি ডাঙৰীয়াবোৰে ঘৰলৈ যাবৰ শুনি, ৰজাই দায় ধৰি বুঢ়াগোহাঁইলৈ কৈ পঠালে বোলে, পূৰ্ব্বৰ নিয়মেৰে মোক যে লিখন কৰিলে, পূৰ্ব্বৰ নিয়ম এৰি, কুঁৱৰীবোৰক লিখন নকৰি বহালৈ কিয় গুচি গ'ল? ৰজা-গোষ্ঠী বুলি আমাক যে ৰজা পাতিলে নি, এতিয়ানো পূৰ্ব্বৰ নিৰ্ব্বন্ধ কিয় এৰে? ডাঙৰীয়াসকলে যদি পূৰ্ব্ব ধাৰণাক এৰিব লাগিল, আমিনো ৰজা নাম লৈ থাকিবৰ কি কাম? সিবোৰে যাক হয় ৰজা পাতি ল'ক, আমাকো বোলক, ঘৰলৈ যাওঁ।

বিক্-খ্ৰন লিখন

এইকথা শুনি বুঢ়াগোহাঁইয়ে দোলাকাষৰীয়া বৰুৱাৰ আগত কৈ মহাৰাজালৈ বুলি পঠালে বোলে, দেহৰ প্ৰাণৰ অধিকাৰী কৰি সেৱা কৰিছোঁ ; পূৰ্ব্ব ধাৰণে আইকুঁৱৰী-বোৰকো সেৱা কৰিবলৈ গ'লোঁ। পাচে আইকুঁৱৰীবোৰ আমাক দেখি ভিতৰলৈ উঠি গ'ল, আমি সুদা ঠাঁইকে সেৱা কৰিম নেকি ? এইখনি আমাত দায় হৈছে। আমি পূৰ্ব্বাপৰৰ ধাৰণ কিয় এৰিম ? এতিয়াও স্বৰ্গদেৱে বিদিলা বোলে, আমি আইকুঁৱৰী-বোৰক লিখন কৰিমগৈ। বুঢ়াগোহাঁইৰ এইকথা শুনি মহাৰাজা ৰজ্জা আইকুঁৱৰীক "বজা-পতা-ভজা-ছুৰীয়াৰ ( দ্ৰোহীয়াৰ ? ) জীয়েক বুলি গালি পাৰিলে, আৰু বোলে, টৈপৰভলীয়া কলচুৰে সৈতে আলচি আৰু বা কাৰ বজা পাতিব খুজিছে, তাকে বা জানিছে কোনে ? পাচে আইকুঁৱৰীয়ে বাপেকক ঘালি গালি পাৰিলত, সেইকথা বাপেকলৈ কৈ পঠালে। বুঢ়াগোহাঁইয়ে এইকথা শুনি মনত দুখ কৰি, আন দিনা লিখন কৰিলে ; আইকুঁৱৰীয়েও আগত বত্নাৱলী পুথি এখন থৈ, বাপেকৰ সেৱা ল'লে।

মহাৰাজাই বুঢ়াগোহাঁইক ঘালি গালি পাৰিবৰ শুনি, টৈপৰভলীয়া কলচুৰে বোলে, তুমি এনেকৈ দুখ কৰিব নোপোৱা, যত কথা তোমাতেহে ; দোষো তোমাতেহে। আগেয়ে বজা এটা পাতিলা, তাৰপৰা আমি সকলো মৰোঁ যেন দেখিলোঁ। এতিয়াও যিটো পাতিছা, আৰু বা সিটো ইমিকলৈ কি হয় ? আৰু বজাপতা ছুৰীয়া বুলি যে আমাক গালি পাৰিছে, আমি বজা ভাজি এওঁকেহে বজা পাতিছোঁ। নভজা নপতা হ'লে, কি নিমিত্তে হব ? নভজা নপতাকৈ এওঁলেনো আন একো উপায় নাইনে ? এইবুলি কলচুৰ পুতেকে বুঢ়াগোহাঁইৰে সৈতে দুয়ো আলচ কৰি, কলচুৰ পুতেকে চিকণ তামুলীক ফেটাই বাতি বজাক কাটিবলৈ পঠালে। চিকণ তামুলীয়েও বাতি গৈ শলা

ষড়যন্ত্ৰ

সুমাই বজাক খৈয়ালে। পাচে সকলোৱে এই কথা শুনি চা-চকীয়ালে টানকৈ পৰ-পালি দিলে। বজাকো বেজ কাৰণ লগাই দৰব-জাতি দিয়ালে আৰু বজাও কিছু সুস্থ পালে। পাচে ডাঙৰীয়া-বোৰে বজাক সেৱাকৈ বুঢ়াগোহাঁইক এৰি, সদৌৱে সুধিলে বোলে, স্বৰ্গদেৱক যে এনেখান কৰিছে, কেনুৱা মানুহটো ? চিনবান বা কেনে ? তেহে আমি চাব পাৰোঁ। এইবুলি সকলোবোৰে ক'লে। মহাৰাজা বোলে, মুখত বৰ খজৰ গুটি নাচেৰে কলীয়াকৈ মানুহটো যেন দেখিলো ; শলা সুমাই পি খৈয়াৰ ধৰিলে। কলচুৰে বোলে, স্বৰ্গদেৱক খৈয়াৰৰ দিনা যেহা বৰবৰুৱাৰ তামুলীটো বহুক যেন দেখিলো, বাটত মোক দেখি লুকাই আঁতৰি গ'ল। স্বৰ্গদেৱে কথা কৰৰ চাই সেইহে যেন লাগে। আৰু ছুৰবী বৰা যত্নে সখি সাজি, সিও নাই পলাইছে। স্বৰ্গদেৱৰ আজ্ঞা হ'ক, আমি বিচাৰকৈ আনো। মহাৰাজা বোলে, বাৰু বিচাৰি চাইক।

এইকথা যেহা বৰবৰুৱাৰ জীয়েক পৰ্বতীয়া আইকুঁৱৰীয়ে বাপেকলৈ কৈ পঠালে বোলে, দেৱতাক ধৰিবলৈ আলচিছে। এইকথা শুনি যেহা বৰবৰুৱাই গুটিদহেক মানুহ

লৈ যাও এবনিত উঠি গুৱাহাটীলৈ উটিয়াই গ'ল। গুৱাহাটী পাই লালুক বৰফুকন প্ৰমুখ্যে সকলোতে এই কথা ক'লেগৈ। সদৌ ফুকনে বোলে, তুমি আমাৰ পূৰ্ব্বৰ সত্য-শপতৰ ভিতৰ, তোমাক আমি নেদোঁ। ইফালে ৰজাৰ কথাৰে আতন বুঢ়াগোহাঁয়ে যেছা বৰবৰুৱাকে বহু তামুলীকে আনিব দিলে। পাচে টেকেলা গৈ নেপালে। নাপাই আহি, সেইকথা টেকেলাই বুঢ়াগোহাঁই প্ৰমুখ্যে সকলো বৰুৱা ফুকনত ক'লেহি। সেইবোৰে আলচি মহাৰাজাত ক'লে বোলে, যদি বৰবৰুৱা বহুকে দুৱৰী বৰাকে পঠোৱা নাই, বৰবৰুৱানো কিয় আঁতৰিব? পাচে মহাৰাজা বোলে, যেছা বৰবৰুৱা দিহিঙৰপৰা আহি এনে কৰিলেহি, দা-দুৱৰী, চা-চকীয়াল, পানিপৰীয়া ইহঁতেনো কি চাই আছিল? এতেকে অকলৰ কথাৰে এনে কাম নহয়। এনেতে বহু তামুলীকে দুৱৰীবৰাকে কীৰ্ত্তিৰ ৰৰত বিচাৰি পাই, ডাঙৰীয়া ফুকনবোৰে ৰজালৈ ক'লে। মহাৰাজাদেৱে দুইকো হাজিৰ কৰিব দিলে। পাচে সিহঁতৰ মুখে একো কথা নোলাবৰ দেখি মহাৰাজা দুইকো কাটিব দিলে, পানি-পৰীয়াকো কাটিলে।

তাত পাচে যেছা বৰবৰুৱাক গুৱাহাটীলৈ যাবৰ শুনি, কটকী পঠিয়াই বৰবৰুৱাক আনিব দিলে। পাচে কটকী গৈ লালুক বৰফুকনত মহাৰাজাৰ আজ্ঞা কোৱাত, বৰফুকন প্ৰভৃতি কৰি, মহাৰাজাৰ আজ্ঞা শুনি সকলোৱে বোলে, বৰবৰুৱাক এখন আমি এৰি দিব নোৱাৰোঁ। মহাৰাজাক যি চোৰে বৈয়াইছে, ডাঙৰীয়া বৰুৱা ফুকনে তাতে বিচাৰি চাওক ; চোৰ তাতে পাব। আমি যেখন মহাৰাজাক সেৱা কৰিবলৈ যাম তেখন বৰবৰুৱাকো লৈ যাম ; তাতে চোৰকো বিচাৰ কৰি দিমহঁক। এইবুলি বৰবৰুৱাক এৰি নেদিলে, কটকীক ঘুৰাই পঠাই দিলে। কটকীয়ে আহি সেইকথা বুঢ়াগোহাঁইত ক'লেহি।

পাচে বুঢ়াগোহাঁয়ে বাঁহবৰীয়া ৰামকৃষ্ণ কটকীক পুনৰ গুৱাহাটীলৈ পঠাই দিলে আৰু বোলে, যেছা বৰবৰুৱাক নানিলে, তোক সুদাই এৰা নাযায়। কটকীও গৈ, বৰফুকনত সেইকথা ক'লেগৈ বোলে, মহাৰাজা-স্বৰ্গদেৱৰ আজ্ঞা, যেছা বৰবৰুৱাক নিব দিছে। পাচে বৰফুকনে সকলোৰে আলচি বৰবৰুৱাক এৰি নেদিলে ; কটকীকো তাতে ৰাখি থ'লে।

সেই সময়ত জয়ন্তাৰ ৰজাই পূৰ্ব্বৰ নিৰ্ব্বন্ধে পত্ৰসন্দেশ সহিতে বিজয়ৰাম কটকীক পঠালে। সিও আহি চকীয়াল বৰুৱাৰ গা পালেহি। চকীয়াল বৰুৱাই বৰফুকনত জনালেহি। বৰফুকনে শুনি, আনি লগত মানুহ দি মহাৰাজাৰ ঠাইলৈ দি পঠালে। কটকীও আহি গড়গাঁও পালেহি। বুঢ়াগোহাঁয়ে ৰবপাত্ৰে বিজয়ৰাম কটকীক পূৰ্ব্বধাৰণে তুলিলে। সেন বৰ-

জয়ন্তাৰ পত্ৰসন্দেশ

গোহাঁইৰ ঠাইতো কটকীয়ে পূৰ্ব্বধাৰণে সেৱা কৰিলেগৈ। পাচে বৰগোহাঁয়ে কটকীক বিজয়ৰাম বুলি মাতিব নোৱাৰিলে ; মজিন্দাৰ বৰুৱাক বোলে, তুমিয়ে মাতা, কথাবাৰ্ত্তা হৈ বিদায় দি পঠোৱা। পাছে মজিন্দাৰ বৰুৱাও বিজয়ৰাম বুলি মাতিলে। সিও মজিন্দাৰৰ মাত বুলি ডাঙৰীয়া দেৱতা সুবুলি 'হাঁ' বুলি মাতিলে। মজিন্দাৰেও

কুশলা-কুশলি সুধি, বিজয়ৰামৰ ৰহালৈ বিদায় দিলে। বিজয়ৰামে বোলে, ডাঙৰীয়া দেৱতা ফুকনৰ বচন পাই পৰম সন্তোষ পালোঁ, পাচে এইখান লোণৰ কণৰ মুখৰ যে একো বচন নেপালোঁ, আমাৰ দুৰ্ভাগ্য। পাচে মজিন্দাৰ বৰুৱা বোলে, "বৰগোহাঁই দেৱতাৰ গাখনি কাহিল; তাতেহে মোক মাতিবলৈ দিছে। বৰগোহাঁইদেৱে ক'ব দিছে বোলে, 'যেখন তই বিদায় হ'ব, তেখন বচন পাবি। পাচে এইকথা মহাৰাজাদেৱে বুঢ়াগোহাঁইয়ে শুনি বিস্তৰ অসন্তোষ পালে।"

মজিন্দাৰ বৰুৱা

সেইবেলা বৰফুকন প্ৰভৃতিকে সকলো ফুকনে মেছা বৰবৰুৱাক এৰি নেদিবৰ দেখি, কটকীকো নপঠাবৰ দেখি, কলচুৰ পুতেকে, টৈপৰতলীয়া ফুকনে, কোঁপভীয়া ভণ্ডাৰী বৰুৱাই এই তিনিয়ে চক্ৰপাণি বৰবৰুৱাত বোলে, এতিয়া কি কৰা যাব? বৰফুকনে মহাৰাজাৰো আজ্ঞা নাৰাখিলে, বৰবৰুৱা মেছাকো ৰাখিলে, কটকীকো এৰি নেদিলে, আমিহে দোষৰ কাৰণ হ'লোঁ। চক্ৰপাণি বৰবৰুৱাই বোলে, বৰফুকনে মহাৰাজাৰ আজ্ঞা উবাৰি আপুনি কাম কৰে, এনে কৰিব পায় নেকি? আমাৰ মনে হ'লে তাক ধৰিবলৈ যোজোঁ। এতেকে আমি বুঢ়াগোহাঁইৰ আলচি চাওঁহক। এইবুলি সকলো বুঢ়াগোহাঁইৰ তালৈ গ'ল, গুণ-যুকুতিৰ কথা ক'লেগৈ। পাচে বুঢ়াগোহাঁইয়ে বোলে, তহঁতৰ মনে নো কোনখান কৰিলে ভাল হয়। চক্ৰপাণি বৰবৰুৱায়ে ফুকন-বোৰে বোলে, আগেও দেবেৰা বৰুৱাই ৰজাৰ কথা উবাৰি গড়গাঁৱত ফা-ফুকনবোৰক মাৰিলে, শৰাইঘটীয়া ফুকন-ৰাজখোৱাবোৰকো মাৰিলে, বৰফুকনকো মাৰিব দিলে, তুমি দেৱেহে উপায়কৈ ৰাখিলা। এতিয়াও বৰফুকনে মহাৰাজাদেৱৰো কথাক উবাৰি বৰং এনে কৰিব পায় নেকি? আমাৰ মনে তাক খেদি ধৰিবলৈ যোজোঁ, দেৱৰ মনে বা কি বোলে? বুঢ়াগোহাঁইয়ে বোলে, আমাৰ ঘৰত যেইকি নহওক ঠাইতে বঙাল শত্ৰু আছে, আমি খেদিগৈ ধৰা ভাল নহয়, শত্ৰুৰ সাহসহে বৃদ্ধি পাব। আৰু খেদি গৈ দৈৱযোগে ঘাটিবলৈকো আছে, আকে চাই, মহাৰাজাৰে আলচি বিধান ভাল হয়, কৰা যক। আমি বঙ্গকৈ এঠাইত থল ল'ব লাগে, আৰু দিহিঙ আগকৈ আমাৰ এখান গড় বান্ধি লওঁ; পাচে গুৱাহাটীয়াই আমাক কি কৰিব পাৰে? এইযুক্তি হৈ বুঢ়াগোহাঁইয়ে ৰজাত ক'লে বোলে, পূৰ্ব্বে বঙাল আহোঁতে চামধৰাখন ভাঙিলে, একে ঠাইতে গা ৰ'বলৈ ঠাই নহ'ল। কোনো সময়ত ৰাজ্য ৰক্ষাৰ নিমিত্তে দিহিঙক আগ কৰি এখান গড় বান্ধিবলৈ মন কৰোঁ, স্বৰ্গদেৱৰ মনে বা কোনখান বোলে? মহাৰাজা বোলে, সকলোৰে মনে যদি ভাল দেখে, ই পৰ্ব্বতৰপৰা সি পৰ্ব্বতলৈ ছল-বল চাই বৰ-বৰুৱাই চেউনি কাটিবলৈ, পাচে আহি মোত ক'বহি। পাচে মহাৰাজাৰ আজ্ঞায়ে, মেছা বৰবৰুৱাও ছল-বল চাই, পাৰো পৰ্ব্বতৰপৰা মূৰ কটালৈ চেউনি কাটি আহি, ৰজাত ক'লেহি। সকলোৰে দা-ভোৰলীয়া চপাই আনি, পাচে মহাৰাজা স্বৰ্গদেৱেও বাঁহলতীয়া

আতন বুঢ়াগোহাঁইকে চক্ৰপাণি বৰবৰুৱাকে গড় বান্ধিব দিলেগৈ। পাচে গড় বন্ধা হ'ল। পাচে বৰফুকনে এই কথা শুনি আনো ফা-ফুকনেৰে আলচি বোলে, ৰাজ ৰাজ্যখানত গড় বান্ধে কিহ'লৈ? জানো আমাক ধৰিবৰ মনেহে বান্ধিছে, এতেকে আমিনো এইখানত কাক বাখি থাকোঁ? তেনেহলে আমি গড়লৈকে যাব লাগে। এই আলচ কৰি সকলোৱে একযুক্তি হ'ল।

পাচে সেইবেলা ঢাকাত পাৎসাৰ বেটা আজমতৰা নবাব আছিল। গুৱাহাটীত আছিল আমাৰ গুইবেলা লালুক বৰফুকন। সেই সময়ত লালুক বৰফুকনে আজমতৰাৰ ঠাইলৈ চলাৰ মাধৱচৰণকে গজপুৰীয়া যদুকে পঠিয়াই বোলে, ভালাতো! আমি তাক ৰাজ্য দিবো, তাৰ যি দোচ্‌মন্‌ আৰু যে আমাৰ চৈয়দ ফিৰোজৰ বেটা, এইসকলক আমাৰ ঠাইত দি পঠাওক, আমিও যাই গুৱাহাটীত জায়গা ঠিক কৰিবো। এইখান বুলি বৰফুকনৰ মানুহ পঠাই দিলে। আজমতৰা নবাবে গুৱাহাটী লৈবাক প্ৰতি ৰঙামাটিৰ মঞ্চুল খাঁলৈ হুকুম কৰিলে। পাৎসাৰ বেটাৰ হুকুমে মঞ্চুল খাঁয়ো আলি আকবৰ আৰু শতমল দেৱান সহিতে গুৱাহাটী লৈবাক প্ৰতি আহি কামৰূপত ৰহিলহি। সেইবেলা লালুক বৰফুকনে ফুকনবোৰেৰে আলচি মহাৰাজালৈ বঙাল

**মুছলমানৰ ১৫শ আক্ৰমণ**

আহিবৰ কথা জনাই পঠালে বোলে, বঙাল আহি আমাৰ চকী কামৰূপত ৰহিছেহি; স্বৰ্গদেৱে আহিলা-পাতি দি খেদাকৈ লোকজন পঠিয়াই দিয়ক। পাচে মহাৰাজা এই কথা শুনি, মানুহ-দুনুহ, আহিলাপাতি দিবলৈ মন কৰিলে। পাচে বুঢ়াগোহাঁয়ে বোলে, বঙাল যদি

**খনিকৰ বৰুৱা**

আহিছে, আহিলাপাতি জুৰিব নিকিন আমিও যাম; বঙাল আহিবৰ হয় নে নহয়, বুজোহঁক। এইবুলি বৰগোহাঁইকে, খনিকৰ বৰুৱাকে, দোলাকাষৰীয়া বৰুৱাকে পাঁচিলে বোলে, বঙাল আহিবৰ হয় নে নহয়, বুজি আহিব লাগে। বৰগোহাঁয়ে খনিকৰ বৰুৱায়ে দোলা-কাষৰীয়া বৰুৱায়ে এই তিনিয়ে গৈ বৰফুকনত মহাৰাজাৰ কথা ক'লত বৰফুকনেও মানুহ লগত দি বঙালক দেখাব দিলেগৈ। মানুহে গৈ দোলাকাষৰীয়া বৰুৱাক বঙাল দেখুৱালে, বৰুৱাও আহি মহাৰাজাত জনালেহি বোলে,* স্বৰ্গদেও! বঙালক দেখিলে। বৰগোহাঁইকো যাবৰ শুনি, বৰফুকনেও গ'ল বোলে, দেৱে কেলৈ আহিলি? দেৱে

---

* এগৰাকী কৃতবিদ্যলেখকে এইটো আক্ৰমণৰ কথা এইদৰে লিখিছে:— এই আক্ৰমণ আমাৰ ৰজাই জোকাই লয়। মুছলমান সেনাক আগৰ যুদ্ধত ঘটাই লৈ, আমাৰ কালৰ সেনা কিছুমান দি ইং ১৬৭৮ চনত বঙ্গদেশৰ নবাবক আক্ৰমণ কৰিবলৈ পঠায়। ...মাৰ্চমেন্ চাহাব আৰু ৰাজপতিৰ ইতিহাসত পায় যে আৰঙ্গেৰে ইং ১৬৭৮ চনত তেওঁৰ তৃতীয় পুত্ৰেক মহম্মদ আজীমক (যাক অসম বুৰঞ্জীবিলাকত আজমতৰা নবাব বুলি উল্লেখ কৰিছে) বঙ্গদেশৰ গৱৰ্ণৰ পাতি পঠালে। (সেই সময়ত) আমাৰ দেশৰ লোকে গৈ বঙ্গদেশৰ পূৰ্ব্বভাগত উপদ্ৰৱ আৰম্ভ কৰেগৈ। আজীমে গোলন্দাজ বিষয়া-বিলাকলৈ চিঠি লেখিলে। তেওঁলোকে সেনা দিব খোজাৰি অৰ্থেৰে সহায় কৰিলে। আজীমে এই সাহায্য পাই আমাৰ দেশ আক্ৰমণ কৰিবলৈ আহিল...মুছলমান সেনা অহাত আমাৰ ৰজাই দেশ এৰি পলাল।...১৬৭৮ চনত লালুক বৰফুকন আছিল।

যেই বোলে, মই তাকে কৰিম। এইকথা শুনি বৰগোহাঁই ভটিয়াই পানীফুকনৰ ওচৈল গ'ল। পানীফুকনে বৰগোহাঁই যাবৰ শুনি বোলে, দেৱে কিয় আহিছে? বৰগোহাঁয়ে সকলো গুণ যুকুতিৰ কথা ক'লে। পানীফুকনে শুনি বোলে, ৰাতি কি কৰিবহঁক? দেৱে আজি এখেতে থাকক। পাচে বৰগোহাঁইক ৰাখি থৈ, পানীফুকনে বৰফুকনলৈ কৈ পঠালে বোলে, গড়গঁয়া সন্দিকৈৰ সেন বৰগোহাঁইক ৰাখি থৈছোঁ। পাচে বৰফুকনে গৈ ধৰি আনি, বৰগোহাঁই ভাঙি, সেনক ঘৰলৈ খেদালে। তাত পাচে পুনৰ্বাৰ সলাল গোহাঁই লাইথেপেনাকে বৰগোহাঁই পাতিবলৈ সবেও আলচ কৰি বোলে, দেৱক আনি পুনৰ বৰগোহাঁই পাতিলে। সলাল গোহাঁয়ে বোলে, পূৰ্ব্বে মই বৰগোহাঁই নহওঁ বুলি এবাৰ এৰিছোঁ, এতিয়াও মই বৰগোহাঁই হব নোৱাৰোঁ; মোৰ পোৰক যদি সলাল ৰাজ্যখন দিব, তেহে মই বৰগোহাঁই হব পাৰোঁ। পাচে সকলোৱে আলচি ৰজালৈ এই কথা জনাই পঠালে। ৰজা বোলে, ভাল, সকলোৱে যাক ভাল দেখা, মই কি বুলিম? পাচে বৰফুকনে আনো ফুকনবোৰে সহিতে সমালোচন কৰি, কলিয়াবৰতে লাইথেপেনাক বৰগোহাঁই পাতিলে, পুতেককো সলালগোহাঁই পাতিলে। পাচে বৰগোহাঁই গড়গাঁৱলৈ আহিল।

**লাইথেপেনা পুনৰ বৰগোহাঁই**

সেইবেলা বৰগোহাঁই প্ৰমুখ্যে সকলোবোৰে আলচি ৰজাক ভকত হবলৈ বুলিলে। ৰজাও বনমালী গোসাঁইক আনি ভকত হই, গোসাঁইক সেৱা পূজা দি বিদায় দিলে। পাচে লাইথেপেনা বৰগোহাঁয়ে জীয়েকক মহাৰাজালৈ নমাই দিলে, ৰজাও আনি বৰকুঁৱৰীক পাতিলেহি। সেইবেলা দিহিঙ্গীয়া* মেছা বৰবৰুৱাৰ জীয়েকক আনি

**চুতৈকা ৰজা দক্ষিণপাটৰ ভকত**

---

লালুকী সোলা বৰফুকন আৰু লালুক বৰফুকন একেজনা মানুহ নহয়, লালুকী সোলা লাচিত বৰফুকনৰ ককায়েক আৰু লুখুৰাখন, লালুক বৰফুকন বৰগোহাঁই ফৈদৰ। দুইৰো নামৰ সাদৃশ্য থকাত পূৰ্ববৰ্ত্তী লেখকসকলে লালুক বৰফুকনকো সোলা বৰফুকন (বা লালুকী সোলা বৰফুকন বুলি ভুল কৰি আহিছে। গতিকেই এই প্ৰবন্ধৰ লেখকেও মূল প্ৰবন্ধত লালুক বৰফুকন নুবুলি ইং ১৬৭৮ চনত সোলা বৰফুকন গুৱাহাটীত আছিল বুলি কৈছে; কিন্তু সেইকথা ঠিক নহয়। সেই কাৰণে আমি সোলা বৰফুকনৰ ঠাইত লালুক বৰফুকন বুলিলোঁ।

তেওঁ ৰজামাচিত থকা (আজমতৰা নহয়) মঞ্জুল খাঁ নামেৰে নবাবেৰে মিলিবৰ মনেৰে ছলেৰে ভিতৰত নিৰ্ব্বন্ধ কৰি মুছলমানক গুৱাহাটীৰ বন্ধ এৰি দি, কলিয়াবৰলৈ উজাই আহি, তাকে আমাৰ ৰাজ্যৰ সীমা কৰিলেহি। লাচিত বৰফুকনে যুদ্ধ কৰি লোৱা ৰাজ্য লালুক বৰফুকনে এনেই ৰজাৰ বিনা অনুমতিতে এৰি দিয়াত তেওঁক সকলোৱে বেয়া পোৱা হ'ল। পাচে তেওঁ এইবিলাকৰ গম পাই স্বৰ্গদেৱক চক্ৰান্ত কৰি পৰ্ব্বতলৈ নি বিষ খুৱাই মাৰিলে। চুতৈকা স্বৰ্গদেৱৰ পাছত চুলিকফা (বা ল'ৰা ৰজা) কোঁৱৰ ৰজা হয়। বৰফুকনে চুতৈকা ৰজাক মাৰি পৰ্ব্বতৰপৰা উলটি অহা গম পাই, দীঘলা ৰাজমন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াই মাধতোতাই নামেৰে মানুহ এটাৰে তেওঁক (মাধতোতাই এটা মানুহ নহয়, মানুহ দুটা, এটাৰ নাম মাধ, আৰু ইটোৰ নাই তোতাই) কটাই তাৰধৰাক বৰফুকন পাতি গুৱাহাটীলৈ পঠালে। এওঁ কামৰূপৰপৰা মুছলমানক খেদাব নোৱাৰাত লালমাধ চেটিয়াৰ বন্দৰক বৰফুকন পতা হয়। এওঁৰ বৰ প্ৰতাপেৰে মুছলমান সৈন্যক পুনৰ কামৰূপৰপৰা খেদি দিয়ে।

* মেছা বৰবৰুৱা দুয়ৰাহে; সেই সময়ত তেওঁ দিহিঙত আছিল বুলি দিহিঙ্গীয়া বুলিছে।

পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। সেইবেলা গোপ্য কৰি মেছা ৰৰবৰুৱাৰ পাচনি ৰামধন ও দুবৰাৰ যত্নেৰে তুঙ্খুঙ্গীয়া ফৈদৰ লাঙ্গী গদাপাণি কোঁৱৰক বৰফুকনত ভেটালেনি;

**লাঙ্গী গদাপাণি**

ফুকনৰ ত'ত সকলো গুণযুকুতি ক'লে। পাচে লালুক বৰফুকনে মেমেৰা তামুলীক লগত দি, কোঁৱৰক বিদায় দি, কলিয়াবৰলৈ ভটিয়াই গ'ল। পাচে তাত সকলোৰে আলচি, সকলোৱে বোলে, আমাৰ সকলো প্ৰকাৰে ভাল হ'ল, অধিকাৰীহে শকত নহ'ল। আমাৰ প্ৰধান শত্ৰু বঙ্গাল আছে, এনে ৰজাৰে কি কৈ কি কৰিম? যদি শকত ৰজা এটা হয়, তেহে হয়। বৰফুকনে বোলে, বিচাৰিলে পায়। সদৌ ফুকনে বোলে, তেনেহ'লে আনা। পাচে

**নেওগফুকন**

বৰফুকনে নেওগফুকনকে মেমেৰা তামুলীকে পঠিয়াই তুঙ্খুঙ্গীয়াৰ লাঙ্গী গদাপাণি কোঁৱৰক কলিয়াবৰলৈ লৈ গ'লহি। মেমেৰা তামুলীয়ে সিবোৰক নাৱতে থৈ, বৰফুকনত ক'লেগৈ। বৰফুকনে কোঁৱৰক বুঢ়া দুবৰাৰ ঘৰত থ'ব দিলেগৈ; নেওগফুকনেও তাতে থ'লেনি। পাচে দিহিঙ্গৰ মেছা ৰৰবৰুৱাকো বৰফুকনে কলিয়াবৰলৈ নিয়ালে। ৰৰবৰুৱা পালতগৈ সবো ফুকনে সমালোচন কৰি বোলে, কোঁৱৰটোৰে আনিছে, আমি চাব লাগে। এইবুলি নেওগফুকনক পাঁচিলে। নেওগফুকনে মানুহ পঠাই কোঁৱৰক অনালে। ফুকনবোৰেও কাঁৰধনু মৰাৰৰ ছলে দোপগড়ত বহি, কোঁৱৰক সেইৰূপে চালে। সিবোৰেও দেখি বোলে, এনে শকতটোৱেহে আমাক ৰাখিব পাৰিব। এইবুলি কোঁৱৰক বৰফুকনৰ ভাই দৈয়ঙ্গীয়া ৰাজখোৱাৰ ঘৰত থাকিব দিলে। বৰফুকনেও মেছা ৰৰবৰুৱা আৰু সকলো ফা-ফুকন সহিতে আলচি বোলে, কোঁৱৰ যে অনা হ'ল, এইপোনে কোঁৱৰকো এনেই পঠাবলৈ ভাল নহয়, মহাৰাজাকো দ্ৰোহ আচৰিবলৈ ভাল নহয়, এতেকে কি কৰা হয়।

**গদাপাণি চাৰিঙ্গ ৰজা**

সবে ফুকনে বোলে, কোঁৱৰক আমি চাৰিঙ্গ ৰজা পাতিলে, এই বুলি মহাৰাজালৈ ক'লে। মহাৰাজা বোলে, ভাল, সবে যদি ভাল দেখে কৰক, চাৰিঙ্গ ৰজা পাতক। এই কৰি লাঙ্গী গদাপাণি কোঁৱৰক চাৰিঙ্গ ৰজা পাতিলে। পাচে দিনাদেক থাকি একদিনা লাঙ্গী গদাপাণিয়ে বোলে, মোক পূৰ্ব্বে ৰজা পাতোঁ বুলিহে আনিলেইঁতে; যদি মোক ৰজা নাপাতে; চাৰিঙ্গ ৰজাহে পাতে, মই চাৰিঙ্গ ৰজা হ'ব নোৱাৰোঁ। ৰজা যদি মোক পাতিব নোৱাৰে, মোক কেনেকৈ আনিব? ভাল, মোক পঠিয়াই দিয়ক, মই ঘৰতে দুখকৈ থাকোঁগৈ। পাচে বৰফুকনে সবেও ফুকনবোৰে বোলে, হঠাতে আমি ই কথা কি কৈ বুলিম? এনেতে মহাৰাজা

**দীঘলা বুঢ়াগোহাঁই**

কিবা দায় ধৰি বাঁহগড়ীয়া আতনক বুঢ়াগোহাঁই ভাজি দীঘলাক বুঢ়াগোহাঁই পাতিলে। সেয়ে বুঢ়াগোহাঁই হই এনেতে একদিনা মহাৰাজাত বুলিলে বোলে, ঘৰ বঙ্গাল কি পৰ বঙ্গাল, ইয়াৰ একো বুজিব নোৱাৰিলে,। আমাৰ নাও-নাৱৰা, আহিলাপাতি একো তিয়াৰ নেদেখিলোঁ।

গুৱাহাটীয়া ফুকনবোৰবো নাও-দুনিখান ভৰাথোৰা দি উজনি মুখে আছে। দোলাষৰীয়া বৰুৱাৰ কথা শুনি স্বৰ্গদেৱেও গড়খান সাজ নৌ হওঁতে বন্ধা এৰিব দিলে। এতেকে এখন কি কৰা যায়? ৰজা শুনি বৰগোহাঁই প্ৰভৃতিকৈ, বুঢ়াগোহাঁইৰ ককায়েক নাওবৈছা ফুকন, টেপৰতলীয়া ফুকন, দিহিঙীয়া ফুকন, কলঙু ফুকন আৰু আনো বৰুৱাফুকনক লোকজন সহিতে বৰ্ণলৈ পাচিলে।

পাচে বৰফুকনে এই কথা শুনি সকলে একযুক্তি হৈ, বঙ্গালৰে ৰবাবৰি কৰিবলৈ একযুক্তি হ'ল আৰু সেইৰূপে বঙ্গালক কথা দিলে। পাচে বঙ্গালক আনি গুৱাহাটী এৰি দি, উজাই আহিবলৈ মন কৰি, দিলিহীয়াল ফুকনক বুঢ়াগোহাঁই পাতিবলৈ মোমাই তামুলীৰ পুতেক মৰঙীক দোলাকাষৰীয়া বৰুৱা পাতিবলৈ, এই যুক্তি কৰি কলিয়াবৰে দি উজাই আহিল। পূৰ্ব্বে বঙ্গালত বৰি লগত যোৱা বাহুলীফুকন বঙ্গালৰ লগত আহিছিল। লালুক বৰফুকনে পাছ পৰি বাহুলীক নাৱত তুলি সেৱা কৰিলে। বাহুলীয়েও সাৰটি ধৰি বোলে, হঠাতে গড়খান তুলিবৰ অকাৰ্য্য কৰিলে। এই বুলিলত বৰফুকনে বোলে:

জানাৰি সীতাং জনকঃ প্ৰসূতাং
জানামি ৰামং মধুসূদনঞ্চ অহং

বাহুলীৰ আগত এইবুলি বৰফুকনে কথাবাৰ্ত্তা হই, কালশিলালৈকে আহি, তাৰপৰা বাহুলী ভটিয়াই গ'ল। পাচে বৰফুকনে সবে ফুকন ৰাজখোৱা সহিতে আহি গড়গাঁৱত ৰজাক ধৰিবলৈ আহিল। শাকবাৰী নাওশালিত বহি ৰজাৰ ফলীয়া দুই চাৰি মানুহ কাটিলে; ৰজাকো ধৰি যোগান দি থৈ, কলীয়া গোহাঁইৰ নাতিয়েকৰ পুতেকটিক (চুহুঙ ৰজাৰ ভায়েক নাৰায়ণ ডিপামৰ্ৰজা, তেওঁৰে নাতিয়েক চুলিকফাক) চামগুৰিৰ পৰা আনি ৰজা পাতিলে ১৬০১ শকত। তাত পাচে পূৰ্ব্বৰ ভগা বুঢ়াগোহাঁই বাঁহগড়ীয়া আতন আৰু চুডৈফা ৰজা, এই দুয়োকে মাৰিলে। চুডৈফা ৰজাৰ ভোগ ২ বছৰ।

# ল'ৰাৰজা

১৬০১ শকত চুলিকফা কোঁৱৰক আনি ৰজা পাতিলে। ৰজাদেও নিচেই কটাবিনলীয়া আৰু ক্ষীণ, এতেকে এওঁক ল'ৰাৰজা বুলিও কয়। এইজনা ৰজাদেৱে, ৰজা হয়েই মোমাই তামুলী বৰবৰুৱাৰ পুতেক মৰঙী দোলাকৰীয়া বৰুৱাক বৰবৰুৱা পাতিলে।

**মৰঙী বৰবৰুৱা**

তেওঁৰে পুতেক মোলোকাক ভিতৰুৱাল ফুকন, আৰু জগৰা পুতেকক চেকিয়াল বৰুৱা পাতিলে। বিহপৰুৱা চেটিয়াৰ নেওগ ফুকন, মৌপীয়াৰ বাঘচোৰা নাওবৈছা ফুকন, জাতত পূৰ্ব্বত নগা। লানমাখ্ৰুৰ পুতাও দিহিঙ্গীয়া ফুকন, দিলিহীয়ালৰ ভেৰা চোলাধৰা ফুকন, আদাবৰীয়া সন্দিকৈৰ মুমলী চোলাধৰা বৰুৱা আৰু তাৰে চিকনক পৰ্ব্বতীয়া ফুকন পাতিলে। আৰু শুকুলাহুহু বুঢ়াগোহাঁইৰ পুতেক দীঘলা বুঢ়াগোহাঁইক ৰাজমন্ত্ৰীৰ বাব দিলে।

উত্তৰে দক্ষিণে দুৱাৰ দুইখন লালুক বৰফুকনেই চাইছিলে। ল'ৰাৰজা স্বৰ্গদেৱৰ মাক চামা কুঁৱৰীৰ মৃত্যু হ'লত, তাতে মাটি দি, মৈদাম কৰিলে। লাই থেপেনাৰ জীয়েকক আনি ৰজাদেৱে বৰকুঁৱৰী পাতিলে। মাধ আৰু ভোতাই এই দুই বৰফুকনৰ (লালুক বৰফুকনৰ) তামুলী, জাতত কলিতা। সিহঁত দুয়ে বৰফুকনক বুঢ়াগোহাঁইৰ পেট পাই মাৰিলে; তাৰ পাছত পুতেক, ভায়েক, নাতিয়েক সকলোকে মাৰিলে। মৰঙী বৰবৰুৱা পলাল, পাচে বুঢ়াগোহাঁয়ে তেওঁকো পাই মাৰিলে। পাচে মহাৰাজা ভাৰধৰাক বৰফুকন আৰু দিহিঙ্গীয়াৰ আলনক বৰবৰুৱা পাতিলেনি। বৰপাত্ৰ থাকিল

**ভাৰধৰা বৰফুকন**
**আলন বৰবৰুৱা**

লেচামকলা, নামডঙ্গীয়া ৰাজখোৱা জাত টঙ্গী, চেংবাই ফুকন, পানীফুকন জাতত লাপেতি সন্দিকাই, ভাটীৰ ডেকাফুকন জাতত শিকচাই চেটিয়া। মহাৰাজা নিচেই ক্ষীণ আৰু ম্লানবদন হই থাকে; তাকে দেখি আলন বৰবৰুৱাই দেওধাই, বাইলুঙ, গণকত সুধিলে বোলে, ৰজাদেৱৰ ভালমন্দ চাই ভইতে কইক। দেওধাই গণক বাইলুঙে বোলে, বাঁহগড়াৰ বাজে নগৰ কৰি ৰজাদেও থাকে যদি তেহে ক'ব পাৰোঁ; তেহে স্বৰ্গদেৱেও গা কৰিব পাৰিব। পাচে বৰবৰুৱাৰ এই কথা শুনি বাঁহগড়াৰ বাজে নাংচাঙত বাঁহৰ বাহৰ কৰিব দিলে।

এনেতে ৰজালৰপৰা দুই কটকী আহিল। পাচে বৰবৰুৱাই শুনি বৰনাওশালত কটকী তুলিবলৈ আওতাৰ দিলে। বৰবৰুৱাই আনি পাচে ৰজালৰ কটকী তুলিলত

সিহঁতে বোলে, আজমতৰা নবাবে গুৱাহাটী এৰি দিবাক বুলিছে। কটকী তোলোতে বৰনাওশালত মহাৰাজা ওখকৈ ভেটি বন্ধাই ৰহিছিল। পাচে কটকীৰ কথা শুনি, খংকৈ ভাৰপৰা নামি আহি সিহঁতক খেদি পঠালে। বঙাল কটকীয়ে আজমতৰা নবাবৰ আগত এই কথা কলতগৈ, নবাবে বঙালৰ লোকজনক ৰণক সমুখে পঠালে। ৰজাদেৱে শুনি, ভাৰধৰা বৰফুকনক বঙাল খেদিবলৈ পঠালে। পাচে বৰফুকনে বঙালৰ লগত যুঁজিব নোৱাৰি পাছ হুহকিবৰ শুনি মহাৰাজা খংকৈ তেওঁক বৰফুকন ভাঙি

**নৰেন্দ্ৰনাথ বৰফুকন**

আদাবৰীয়া সন্দিকৈৰ নৰেন্দ্ৰ নাথক বৰফুকন পাতিলে আৰু বঙালক মাৰিবলৈ পাঠিলে। বৰফুকনে বঙালক খেদি গৈ, বহুত যুঁজিলে, পাচে নোৱাৰিলে। তেনে হেন গতি মতি দেখি মহাৰাজা তেওঁকো মাতি আনি, ভাঙি লালুখাথ, চেটিয়াৰ বন্দৰক বৰফুকন পাতি, বঙালক মাৰিবলৈ পঠালে। মহাৰাজাৰ আজ্ঞায়, বন্দৰ বৰফুকনে গৈ, বঙালে সহিতে ৰঙামাটিত ৰণ দিলেগৈ; বঙালো ৰজাক নোৱাৰি ভাগি পলাল। পাচে ৰাজবংশৰ

**মুছলমানৰ ১৬শ আক্ৰমণ**

ওপৰত ল'ৰাৰজা স্বৰ্গদেৱৰ অতিকৈ সংশয় হ'ল; আৰু মুখ্য মুখ্য কোঁৱৰ বুজি ধৰি আনি মাৰিবলৈ ধৰিলেহি; কতোক বা নাক-কাণ কাটিলে, কতোৰ বা চকু কাঢ়ি এৰিলে, এনে উপদ্ৰৱ কৰিবলৈ ধৰিলে। চাৰিওফালে কোঁৱৰবোৰ বিচাৰিব ধৰিলে। পাচে সৰাতো কৰি ভুংখুলীয়া কৈদৰ লাঙী গদাপাণি চাৰিঙ্গ ৰজা প্ৰধান বাহুবলী কাৰণে, ল'ৰাৰজা স্বৰ্গদেৱে চাৰিঙ্গ ৰজাক মাৰিবলৈ আলচ কৰিলে। গদাপাণি এই কথা জানিব পাই, তেৱোঁ পলাবলৈ মন কৰিলে। চাৰিঙ্গ ৰজাদেৱৰ কুঁৱৰীৰ নাম জয়মতী।*

---

* জয়মতী কুঁৱৰী, আসামৰ আদৰ্শ সতী, অসমীয়াৰ গৌৰৱৰ ধন। তেওঁ ৰবগোহাঁই ঘৰৰ জীয়াৰী বুলি জনাজাত। আমি নিজেও আমাৰ "তিৰুতাৰ আত্মদান কাব্য"ৰ প্ৰস্তাৱনাতে তেখেতক ৰবগোহাঁইঘৰৰ জীয়াৰী বুলিয়েই উল্লেখ কৰি আহিছোঁ। সম্প্ৰতি কিন্তু এই পুথিখনিৰ "বংশাৱলী" খণ্ডৰ নিমিত্তে বংশাৱলীবিলাক সংগ্ৰহ কৰোঁতে, আদাবৰীয়াসন্দিকৈও এখনি প্ৰাচীন বংশাৱলী আমাৰ হাতত পৰেহি। তাৰ মতে, সন্দিকৈ ঘৰৰ পদ্মছলীয়া ৰকৰাৰ

**জয়মতী কুঁৱৰী**

জীয়েক জয়মতী বাৰী, তেওঁৰ ভায়েক পাঁচজনা—নাৰায়ণ ধনিকৰ বৰফুকন, নৰোত্তম বৰফুকন, বৃন্দাবনবৰুৱা, বলিয়া ৰাজখোৱা আৰু নোমল ডেকাফুকন। এই জয়মতী বাৰী অৱশ্যে সেই নামৰ আন কোনো ৰজাৰ কুঁৱৰীও হ'ব পাৰে। কিন্তু বুৰঞ্জীয়ে কয় যে ল'ৰাৰজাৰ বৰকুঁৱৰী জনাও লাইথেপেনা ৰবগোহাঁইৰ জীয়েক আৰু ৰুদ্ৰসিংহৰ বৰকুঁৱৰীও লাইথেপেনাৰ জীয়েক। অৱশ্যে ৰুদ্ৰসিংহৰ বৰকুঁৱৰী লাইথেপেনাৰ অন্য এগৰাকী জীয়েক হ'ব পাৰ। সেই যাহ'ক, জয়মতী কুঁৱৰী লাইথেপেনা ৰবগোহাঁইৰ জীয়েক হোৱা হ'লে, তেওঁৰ পুতেক ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বৰকুঁৱৰীজনাও লাইথেপেনাৰে জীয়েক হোৱাটো মনত কেনেবা যেন লাগে। গতিকে ইয়াত কিবা এটা ভুল আছে যেন লাগে। পাঠকসকলৰ কোনেও যেন এনে নেভাৱে, যে জয়মতী কুঁৱৰীক সন্দিকৈৰ ঘৰৰ জীয়াৰী বুলি প্ৰমাণ কৰিবলৈ আমি কিবা চেষ্টা কৰিছোঁ, আৰু তেনে কৰাত আমাৰ ব্যক্তিগত কিবা স্বাৰ্থ আছে। আমি কওঁ, জয়মতী ভাৰতৰ, অসমৰ আৰু অসমীয়াৰ, তাৰ পাছত জয়মতী কুঁৱৰী আহোমৰ। জয়মতী ৰবগোহাঁই কৈদৰেই হওক, বা সন্দিকৈ ঘৰৰ জীয়াৰীয়েই হওক, তেওঁ এগৰাকী অসমীয়া তিৰুতা আৰু আসামৰ আদৰ্শস্বৰূপা পতিব্ৰতা সতী। এই সম্বন্ধে আমাৰ দেশৰ প্ৰত্নতাত্ত্বিকসকলে ভালকৈ যেন মীমাংসা কৰে।

জয়মতীৰ লাই লেচাই নামে দুটি কোঁৱৰ। কোঁৱৰ দুটিক এনায়েকৰ ঘৰত থৈ, কুঁৱৰীক লগত লৈ গদাপাণি চাৰিঙ ৰজা পলাই গ'ল। ল'ৰাৰজাদেৱে পাছত গদাপাণিক ধৰিবলৈ চাৰিওফালে টেকেলা আৰু চোৰাংচোৱা পঠালে; পাচে গদাপাণিক ক'তো বিচাৰি নাপালে। দিনাদেক থাকি, জয়মতীক বিচাৰি পাই ধৰি আনিলে, আৰু নানা তৰহৰ শাস্তি দি চাৰিঙ ৰজাৰ কথা সুধিলে, পাচে জয়মতীয়ে একোকে নকলে। ৰজাৰ আদেশত কুকুৰাচোৱা চাওডাঙে কুঁৱৰীক নানা প্ৰকাৰৰ শাস্তি দিবলৈ ধৰিলে, নিতে নিতে নানা তৰহৰ, কিন্তু কুঁৱৰী অটল। তেওঁ চাৰিঙৰজাৰ কথা একোকে নকয়। যেতিয়া জয়মতীক এনেদৰে চাওডাঙে শাস্তি কৰে, তেতিয়া গদাপাণি আছিল নগা পৰ্ব্বতত, নগাৰ বেশ ধৰি নগাৰ লগত। ভৈয়ামত বেহা কৰিবলৈ অহা নগাবোৰৰ মুখে কুঁৱৰীক কৰা শাস্তিৰ কথা গদাপাণিয়ে শুনিলে। পাচে একদিনা গদাপাণি ছদ্মবেশ ধৰি কুঁৱৰীক চাবলৈ আহিল; চাওডাঙে শাস্তি কৰি থাকোতেই কুঁৱৰীক দেখিলেহি। গদাপাণিয়ে চকুলো টুকিলে, পাছত ক'লে বোলে, "হেৰ মানুহজনী! তই এনে যাতনা কিয়নো ভুঞ্জি মৰ? তোৰ নো গিৰিহঁতৰ কথা কৈ নিদিয় কিয়?" এইবুলি গদাপাণিয়ে কুঁৱৰীলৈ চাই মনে মনে ৰ'ল। আকাৰে প্ৰকাৰে কুঁৱৰীয়েও চাৰিঙৰজাক চিনিলে; পাচে তাৰপৰা গিৰিয়েকক আকাৰে ইঙ্গিতে আঁতৰাবলৈ মন কৰি বোলে, "পেহা ঐ? ক'ৰ মানুহ ক'লৈ গ'ল, মইনো কি কৈ ক'ম? মিছাতে মোক দোষা কিয়? চাওডাঙহঁতে মোক মাৰিছে, চমটাৰে কোবাইছে, সঁৰাহেৰে চেপিছে; পেহাঐ! তাকো পাৰিছোঁ। মোক কিন্তু আৰু কোনেও একো নকৰাহঁক। তিৰী বধ লাগে! ইয়াৰপৰা আঁতৰ হোৱা। মোৰ মনত কিবা বিষাদ লাগিছে!" কুঁৱৰীয়ে এইবুলি কান্দিব ধৰিলে। পাচে গদাপাণিয়ে কুঁৱৰীয়ে "পেহাঐ!" বুলি মাতিবৰ ভেদ বুজিলে আৰু ভালে পৰ ভাবিচিন্তি তাৰপৰা গদাপাণি পলাল। তাত পাচে চাওডাঙবোৰে কুঁৱৰীক

**জয়মতী কুঁৱৰীৰ শাস্তি**

বহুতো শাস্তি কৰিলে, চমটিয়ালে, বেতেৰে কোবালে আৰু আনো আনো অনেকো শাস্তি কৰিলে, পাচে কুঁৱৰীৰ মুখৰপৰা গদাপাণিৰ কথা অকণো নোলালে। তাত পাচে মহাৰাজাদেৱৰ আজ্ঞায় কুকুৰাচোৱা চাওডাঙে কুঁৱৰীক টঙালিৰে চেপা দি শাস্তি কৰি তাতে মাৰিলে।

এই কথা নগাবোৰৰ মুখে গদাপাণিয়ে পৰ্ব্বততে শুনিলে। পাচে দুখেৰেজাৰে ছদ্মবেশেৰে তেওঁ নগাৰ চাঙে চাঙে অনাই বনাই ফুৰিবলৈ ধৰিলে। পোনতে নগা পৰ্ব্বতে কিছুদিন থাকিল; নাম্‌চাঙ: আৰু টাৰ্‌লুঙৰ আজি ইটো কাইলৈ সিটো টিলাত থাকিবলৈ ধৰিলে। তাৰেপৰা কেতিয়াবা আকৌ পাণ, কচু, আলু, জলকীয়া আদি বেচিবলৈ অহাৰ ছলনাৰে ভৈয়ামলৈ নামি নগৰৰ গম-গতি বুজি যায়; শাহুৱেকৰ ঘৰতো সোমাই লাই,

লেচাইকো চাই যায়। পাচে নগা পৰ্ব্বতত থাকিলে তেওঁৰ মনোবাঞ্ছা পূৰিবৰ আগন্তুক নেদেখি, তেওঁ পৰ্ব্বতবপৰা তৈয়াৰলৈ নামি ভাটীকালে মুখ কৰি যাবলৈ ধৰিলে। বাটত পাচে সলাল গোহাঁয়ে তেওঁক লগ পালে আৰু বোলে, তুমি এনেকৈ নাথাকি, বন্দৰ বৰফুকনৰ তালৈ যোৱা, তুমি আকৌ ৰজা হ'বা। সলাল গোহাঁইৰ কথা সজ হেন ভাবি, গদাপাণি কামৰূপৰ ফালে গ'ল। তাতে পোনতে তেওঁ এজনী পোহাৰীৰ ঘৰত থাকিল। তাত পাচে আহি তেওঁ এক বামুণৰ ঘৰত ভালে দিন থাকিল। সেই বামুণক, তেওঁ ৰজা হ'লে বঁটা-বাহন বিষয় দিম বুলি কৈ, তাৰপৰা আহি চান্দকুচীয়া বৰুৱাৰ তাত আশ্ৰয় ললেহি। পাচে তাতো আপদ শূন্য হেন নেদেখি, তাৰপৰা আঁতৰি, বাণীগাঁৱলৈ গ'ল। তাতে এক গাৱোৰনীয়ে গদাপাণিক বৰ আদৰ কৰি প্ৰতিপালন কৰি ৰাখিলে।

**চান্দকুচীয়া বৰুৱা**

গুৱাহাটীৰ বন্দৰ বৰফুকনৰ বৈৰী গদাপাণিৰ বাইদেৱাক হয়। তেওঁ বেহাৰলৈ যোৱা গাৱোৰ মুখে গদাপাণিৰ সম্ভেদ পালে। পাচে গোপনে তেওঁ গদাপাণিক চপাই নিলে; দিনাদেক ঘৰৰ ভিতৰতে গোপনে ৰাখিলে, বৰফুকনক একো জানিবলৈকে নিদিলে। পাচে এদিন সুযোগ পাই, ফুকননী গাভৰুৱে বৰফুকনত ক'লে বোলে, সঁচা নে আপুনি গদাক পালে এতিয়া ৰজা পাতিব? শপত খাওক, মোৰ ভাইক একো নকৰে বুলি, মই গদাক আনি দিম, মই গাত ল'লোঁ। বৰফুকনে বোলে, মই সত্য কৰি কৈছোঁ, জগতত চন্দ্ৰ-সূৰ্য্য থাকে মানে মই গদাৰ হিত বিনে অহিত নিচিন্তো। ফুকননী গাভৰুৱে এই আশ্বাসবাণী শুনি, গদাক উলিয়াই আনি, বৰফুকনত দিলেহি। পাচে বৰফুকনো গদাক পাই মনতে বৰ ৰং পালে। পাচে সকলো বৰুৱা ফুকন, ৰাজখোৱাৰে আলচি, গদাপাণিক ৰজাৰ যোগ্য হেন দেখি, তেওঁক ৰজা ল'বলৈ থিৰ কৰিলে। পাচে সকলো ফুকন বৰুৱা ৰাজখোৱা সৈতে বৰফুকনে গদাপাণিক আনি সবিয়হতলীতে ৰজা পাতি সেৱা কৰিলে; আৰু সবে উজাই আহি দক্ষিণপাট সত্ৰৰ ঘাট পালেহি। ল'ৰাৰজা স্বৰ্গদেও দক্ষিণপটীয়া বাপুৰ শিষ্য। পাচে দক্ষিণপটীয়া বাপুৱে এই কথা জানি বন্দৰ বৰফুকনক মতাই নি বোলে, তুমি মোৰ প্ৰধান শিষ্য, আৰু তুমি জানা, ল'ৰাৰজাও মোৰে শিষ্য, এই হেতুকে ৰাজ্যত প্ৰায় মৰেই ৰজাবদৰে আছোঁ। এতেকে তোমাক কওঁ, তুমি ল'ৰাৰজাক ৰজা নাভাঙিবা মই তোমাক ৰাজৰ ভিক্ষা কৰিছোঁ।

**বন্দৰ বৰফুকনৰ জগত সাক্ষাৎ**

**গদাপাণিক ৰজা পাতে**

দক্ষিণপটীয়া বাপুৰ কথা শুনি বৰফুকনে বোলে, বাপু! এইটো মোৰ অকলৰ কাম নহয়, মই কেনেকৈ কৰিম? এইবুলি বৰফুকন অবাক্ হ'ল। পাচে দক্ষিণপটীয়া বাপুৱে বেজাৰ হৈ বৰফুকনক বোলে, তোমাৰ ঘৰত আগলৈ বৰফুকন সম্পত্তি নাথাকক।

এইবুলি বাপুৰে বৰফুকনক শাপিলে। পাচে বৰফুকনেও বোলে, অবিচাৰে মোক যে শাপ দিলে, ময়ো বুলিছোঁ, তোমাৰ বংশতো দক্ষিণপাটৰ অধিকাৰ সম্পত্তি নাথাকিব।

**ল'ৰাৰজাক বন্দৰ বৰফুকনে "নামৰূপীয়া ৰজা" পাতে**

এইবুলি বন্দৰ বৰফুকন সদৌ ফুকন ৰাজখোৱাসৱে, গদাপাণিক লৈ উজাই আহিল। পাচে ল'ৰাৰজাক ধৰি, ৰজা ভাঙি, নামৰূপীয়া ৰজাৰ বাৰ দি, যোগান দি থৈ, নামৰূপত থ'লেনি; আৰু গদাপাণিক ৰজা লৈ ১৬০৩ শকত গড়গাঁৱত আনি সেৱা কৰিলেহি।

# গদাধৰ সিংহ

১৬০৩ শকত গোবৰ ৰজাৰ পুতেক, নিশাবন্দ গোঁহাইৰ ভতিজাক লাঙ্গী গদাপাণি ৰজা হ'ল। গদাপাণিয়ে লৰালি কালৰেপৰা অতি অসাধাৰণ বলবীৰ্য্যৰ চিনাকি দিছিল। তেওঁ ৰজা হৈয়েই ককায়েক জাম্বৰক চাৰিঙ্গৰজা পাতিলেনি; বুঢ়াগোহাঁই দীঘলাই থাকিল; দিলিহীয়ালৰ আচুকক লেচামকলাক ভাঙ্গি ৰৰপাত্ৰ পাতিলে; লাপেত্তিৰ আৰু দিহিঙ্গীয়াৰ ক্ৰমে

**আচুক ৰৰপাত্ৰ**

ঘোঁৰাবৰুৱা আৰু দোলাকাষৰীয়া বৰুৱা হ'ল; বন্দৰ বৰফুকনেই বৰফুকন হৈ থাকিল। অভয়পুৰীয়া মিৰি সন্দিকৈৰ পানীফুকন আৰু বিহপৰুৱা চেটিয়াৰ নামডঙ্গীয়া ৰাজখোৱা হ'ল। দিহিঙ্গীয়াৰ মিৰি সন্দিকৈৰ চিংৰাই ফুকন হ'ল ডেকাফুকন, পিকৃচাই চেটিয়াৰ হ'ল চিংৰাই ফুকন। মৌপীয়াৰ হ'ল নাওবৈছা ফুকন, জাতত বাঘচোৱা নগা, চেটিয়াৰ পুথাও দিহিঙ্গীয়া ফুকন, চিৰিঙ্গৰ ৰেৱতীৰ্গয়া বৰুৱা, লালঙ্গীয়াৰ গন্ধীয়া বৰুৱা ঢুৰবাৰ দিহিঙ্গীয়া ৰাজখোৱা, টংচু সন্দিকৈৰ আদাৰৰীয়া ফৈদৰ চাৰিঙ্গীয়া ফুকন হ'ল।

গদাধৰ সিংহ স্বৰ্গদেৱ এগৰাকী অসাধাৰণ মানুহ আছিল।* আৰু ৰজাৰ নীতি-নিয়মো তেওঁ ভালৰূপে বুজিছিল। যিবোৰ বিষয়াই ল'ৰাৰজা স্বৰ্গদেৱক ৰজা ভাঙ্গি,

---

* গদাপাণিৰ সাহসিক কাৰ্য্যকলাপ দেখি তুংখুঙ্গৰ প্ৰজাবিলাকে আচৰিত মানিছিল। দহ-বাৰ বছৰ বয়সতে তেওঁ হাতীত উঠি চিকাৰ কৰিব পাৰিছিল, আৰু বাঘমৰা, আৰু আন বীৰোচিত কাৰ্য্যত যোগ দিছিল। সেই কুমলীয়া তেওঁৰ গাত ভৱিষ্যত মহত্বৰ লক্ষণ সম্পূৰ্ণৰূপে ফুটি উঠিছিল; সৰুৰেপৰা তেওঁ অত্যাচাৰী মানুহৰ প্ৰতি ঘৃণা আৰু দুখীয়া নীচলা কগীয়া মানুহক পুতৌ কৰিছিল। কথিত আছে, যোলে, সেই সময়ত ৰজাঘৰীয়া ফৈদবোৰৰ মাজত ঘোৰ অৰি-ভাৱ আছিল; কিন্তু গদাকোঁৱৰে ডেকাকালতে বিশেষ কৌশল আৰু যত্নেৰে সেই শত্ৰুতাৰ সামৰণি পেলাই তুংখুঙ্গীয়া ফৈদৰে সৈতে আন সকলো ফৈদৰ মাজত মিত্ৰতা স্থাপন কৰে; আৰু সকলোৱে পৰস্পৰে মিলি থাকি যাতে সেই কালৰ মুছলমানৰ আক্ৰমণৰপৰা দেশ ৰক্ষা কৰিব পাৰে, তাৰ হকে তেওঁ অহোপুৰুষাৰ্থ কৰিছিল।

আজিকালিৰদৰে তেতিয়া শিক্ষাৰ সিমান প্ৰচলন নাছিল। আহোম পণ্ডিতসকলে ঘৰুৱাকৈ দেওধাই, বাইলুঙ, মহান প্ৰভৃতিৰ ল'ৰাবিলাকক ধৰ্ম্ম আৰু বুৰঞ্জী বিষয়ক শিক্ষা দিছিল; কিন্তু ওখ ভৰণৰ বিষয়াৰ সন্তানক এনেকি কোঁৱৰ সকলকো প্ৰায়েই শিশিকোৱাকৈ ৰখা হৈছিল। গদাপাণিয়ে সৰুকালত একো শিক্ষা পোৱা নাছিল। শিক্ষাৰ এনে অভাৱ হোৱাৰ হলতো যে তেওঁ ভৱিষ্যতে এজন দূৰদৰ্শী ৰাজনৈতিক পুৰুষ হ'ব পাৰিছিল, ই বাস্তৱতে তেওঁৰ আচৰিত মানিব লগীয়া প্ৰতিভাৰ চিনাকি মাথোন। গদাকোঁৱৰে উপযুক্ত বয়সত জয়মতীক বিয়া কৰায়। (জয়মতীক কোনোৱে সন্দিকৈৰ ঘৰৰ জীয়াৰী বুলি কয় (এখন পুৰণি বংশাৱলীত জয়মতীৰ নাম তেনেভাৱে দেখা গৈছে "বংশাৱলী খণ্ডৰ... পিঠিত চাওক)। আমি কিন্তু তেওঁক বৰগোহাঁই ঘৰৰ জীয়াৰী বুলিহে শুনিছোঁ। সেই কাৰণে তেওঁক আমি বৰগোহাঁই ফৈদৰ জীয়াৰী বুলিয়ে ধৰি ল'লো।) জয়মতী বৰগোহাঁই ফৈদৰ জীয়াৰী; তেওঁৰ

তেখেতক ৰাজপাটত তুলি ৰজা পাতিলে সিবোৰক ৰাজদ্ৰোহী বুলি দণ্ড বিহিলে; কিছুক ভুৰ বান্ধি উটুৱাই দিলে আৰু কিছুমানক স্বৰ্গদেৱে নিজে আগত থাকি শালত দিয়ালে। সেই ঠাইকে আজিকালি শালমৰা বোলে। আৰু বিহপকৰাৰ মাৰুডলীয়া ৰাজখোৱা, পিকচাইৰ চিংৰাই ফুকন ই দুইকো ৰাজদ্ৰোহী ভাবি, সবংশে সৈতে মাৰিলে। বন্দৰ বৰফুকনক, তেওঁক ৰজা পাতিলে বুলি, প্ৰাণমাত্ৰ নেমাৰি, মহাৰাজা সৰ্ব্বস্ব আগ্ৰহি, বৰফুকন ভাজি ঘৰলৈ খেদিলে, আৰু তেওঁৰে সলনি আদাবৰীয়া সন্দিকাইৰ নিৰঞ্জনক বৰফুকন পাতিলে।

শালমৰা

---

ৰূপগুণ একোতে কোনেও চেৰ পেলাব নোৱাৰিছিল। তেওঁৰ সতীত্ব আৰু পতিপ্ৰাণতা আজি জগতৰ আদৰ্শস্বৰূপ হৈছে। গদাপাণি আৰু জয়মতী দুয়ো একেটি সাঁচতে গঢ়া; কোঁৱৰ যেনে সৎ চৰিত্ৰবান আৰু নিৰ্ভীক, কুঁৱৰীও সেই দুই বিষয়ত অতুলনীয় আছিল। গদাপাণিৰ কিন্তু মনত বৰ শান্তি নাছিল। সেই সময়ত ৰজাৰ নগৰত কেইবাটাও গাৰ নোম শিঁয়ৰি উঠা ঘটনা ঘটিছিল। ১৫৯২ শকৰ পৰা ১৬০৩ শকলৈকে ল'ৰাৰজাক এৰি আহোম ৰাজপাটত ছজনা কোঁৱৰ ৰজা হয়; তাৰ পাঁচজনা ৰজাক (উদয়াদিত্য সিংহ, ৰামধ্বজ সিংহ, চুহুং, গোবৰ ৰজা আৰু তেজসিংহ) অকালতে বধ কৰে; এজনে মন্ত্ৰীসকলৰ হাতত প্ৰাণ সঁপিব লাগিব বুলি মনৰ খিকাৰ বেজাৰতে আত্মঘাতী হয়; এইজনাৰ নাম শুৰসিংহ বা চুজিন্‌ফা। (৺কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীমতে ৰামধ্বজ সিংহ স্বাভাৱিকৰূপে নৰিয়া পৰি মৰে।) ৰাজধানীৰ এনে হুলস্থুলৰ কথা গদাপাণিয়ে আগৰেপৰা বৰ ভালকৈ জানিছিল। ৰজা নিস্তেজ হোৱা আৰু বিষয়াবিলাকৰ অবিয়াঅৰি আৰু স্বাৰ্থপৰতা দেখি তেওঁৰ মনত সদায় অশান্তি। নিজে ৰাজ্যৰ গুৰি ধৰি, টান মুখেৰে আক্ৰোহী বিষয়াসকলক দমাই, ৰাজ্যত কেনেকৈ সুশাসন থাপিব পাৰিব, এই একেটি ভাব তেওঁৰ মনত প্ৰায়েই খেলাইছিল। ল'ৰাৰজাই চৰিয়া, বিপুৰা, গুপ্তচৰ আদি পঠিয়াই যেতিয়া ৰাজপাটলৈ যোগ্য কোঁৱৰসকলক অঙ্গক্ষত কৰাই অযোগ্য কৰিছিল, সেই সময়ত গদাপাণিৰ মনতো আশঙ্কা হৈছিল; কিজানিবা ল'ৰাৰজাৰ নিষ্ঠুৰ চৰিয়াবিলাকৰ হাতত তেওঁৰো অঙ্গক্ষত হয়। সেই বাবে তেওঁ বৰ সাৱধানে ফুৰিব-চাকিবলৈ ধৰিলে। আৰু ৰজাৰ এটি-দুটি গুপ্তচৰে তেওঁৰ কাষকে চাপিব নোৱাৰিছিল। এতিয়া ল'ৰাৰজা অধিকতৰ সংশয়ী হ'ল, কিয়নো ৰজা হ'ব পৰা সকলো ফৈদতকৈ তুংখুঙীয়া ফৈদ বেছি ক্ষমতাশালী আছিল। ল'ৰাৰজাই ভাবিলে যে গদাপাণি জীয়াই থাকে মানে তেওঁৰ ৰাজপাট নিষ্কণ্টক নহয়। সেই দেখি তেওঁ চৰিয়াবিলাকক গদাপাণিৰ প্ৰাণ বধিবলৈ মনে মনে আদেশ দিছিল। গদাপাণিয়ে সেই কথা জানি নিৰুপায় হ'ল; ৰজাৰ প্ৰবল আৰু অসংখ্য চৰিয়াৰ আগত তেওঁ অকলে কেনেকৈ ঠাৱৰিব? ইয়াৰ একো উপায় নাপাই, সাক্ষাত সতীৰ নিচিনা পত্নী আৰু গণেশ-কাৰ্ত্তিকৰ নিচিনা লাই-লেচাই দুটি কোঁৱৰক ঈশ্বৰৰ কৰুণাত সমৰ্পণ কৰি, তেওঁ ছদ্মবেশ ধৰি নগা পৰ্ব্বতৰ ফালে আঁতৰি গ'ল। পাছত ল'ৰাৰজাই তেওঁৰ প্ৰিয়তমা পত্নী জয়মতীক ধৰাই নি, নানা শাস্তি দি, গদাপাণিৰ সম্ভেদ বাতৰি উলিয়াবলৈ কুকুৰাচোৱা চাণ্ডালক আজ্ঞা দিলে। নানা যন্ত্ৰণা ভুঞ্জিও জয়মতীয়ে তেওঁৰ গৃহস্থৰ কথা কৈ নিদিলে। গদাপাণিয়ে কেনেবাকৈ পত্নীৰ এনে অৱস্থাৰ কথা ভু পাই, মৰসাহ দি যন্ত্ৰণা দিয়া ঠাইলৈ আহিল; আৰু ছেগ চাই তিনিবাৰ জয়মতীৰ ওচৰলৈ গ'ল; কিন্তু নিজৰ চিনাকি নিদিলে। চাণ্ডালহঁত যাতনা দিয়া ঠাইলৈ আহিলে, তেওঁ আঁতৰি গৈ একান্তমনে আৰু বেজাৰেৰে নিজ পত্নীৰ পিনে চাই থাকে, কিন্তু একোকে নামাতে। মাত দিলেই ল'ৰাৰজাৰ সেনাই চিনি পাব, আৰু তেওঁৰ জীৱনৰ উদ্দেশ্য ছুপতিয়াতে ভঙ্গ পৰিব। তৃতীয়বাৰ ওচৰলৈ যাওঁতে, কুঁৱৰীয়ে চিনি পাই, কথাৰ ইঙ্গিতেৰে গদাক সেই ঠাইৰপৰা আঁতৰি যাবলৈ ক'লে। গদাপাণিয়ে আগ-পিছ ভাবিচিন্তি চন্দ্ৰ-সূৰ্য্যক সাক্ষী কৰি, সেই ঠাইৰপৰা অগত্যা আকৌ আঁতৰ হ'ল। গদাপাণি এজন অসাধাৰণ বীৰ পুৰুষ হৈয়ো যে তেওঁৰ নিজৰ প্ৰাণসমা তিৰুতাক এনে দুৰ্দশাৰপৰা উদ্ধাৰ নকৰিলে, ইয়াৰ গুপ্ত ৰহস্য আজিলৈকে অনেকে ভেদ কৰিব পৰা নাই। তেওঁৰ অকল বাহুবল থকা হ'লে, তেওঁ এনে কাম নকৰিলেহেঁতেন, কিন্তু এনে কৰাত তেওঁৰ অসাধাৰণ মনোবল প্ৰকাশ পাইছিল। কিয়নো তেওঁ দেখিলে যে, কুঁৱৰীয়ে একোপধ্যে তেওঁৰ কথা নকয়; আৰু তেওঁ চিনাকি দিলে, কুঁৱৰীৰ মহাব্ৰত সাধনাৰ বাটত বিধি-পথালি দিয়া হয় মাথোন, আৰু তেওঁৰ জীৱনৰ মহৎ উদ্দেশ্যও লগে লগে নাশ হয়। সেই দেখি তেওঁ কুঁৱৰীক শেষবাৰ চাই লৈ,

এইজনা ফুকনকে সন্দিকৈ বৰফুকন বুলি জানে। ইয়াৰ আগেয়ে তেওঁ গড়গঞা ডেকা ফুকনৰ বিষয় খাইছিলে। পাচে মহাৰাজা ওচৰ বঙহৰ কোঁৱৰবোৰকো বিচাৰি মাৰিলে, কতোক নাক-কাণ কাটি লাকোৱাত মেলিলে; কতোৰ আঁঠুৰ ঘিলা কঢ়ালে, এইদৰে অঙ্গক্ষত কৰাই আগলৈ ৰজা হ'বলৈ মুৰ মাৰিলে। লালুক বৰফুকনৰো যি পালে তাকো বিচাৰি আনি মাৰিলে; ডেবেৰা বৰবৰুৱাৰ যি পালে, তাকো চেউনীবছাত নি পাতিলেহি।

**সন্দিকৈৰ নিৰঞ্জন বৰফুকন**

পাচে কিছুদিন আছে, এনেতে ল'ৰাৰজাই পুনৰ ৰজা হ'বৰ আক্ৰান্ত কৰি ষোলমাত কৰা শুনি, গদাধৰ সিংহ স্বৰ্গদেৱে ল'ৰাৰজাদেৱক প্ৰকাৰান্তে মৰালে।

---

সেই ঠাইৰপৰা গভীৰভাৱে বিদায় ল'লে। তেতিয়াৰেপৰা গদাপাণি আৰু জয়মতীৰ দেখা-সাক্ষাত হোৱা নাই।

গদাধৰ সিংহ স্বৰ্গদেৱ এজনা বৰ বলী আৰু আচৰিত ধৰণৰ মানুহ আছিল। তেওঁৰ খোৱা-লোৱাও সেই অনুসাৰেই চলিছিল। তেওঁৰ আগেয়ে তেওঁৰ নিচিনা প্ৰতাপী আৰু ৰাজনীতিজ্ঞ ৰজাই আহোম সিংহাসনত উঠি ৰাজত্ব কৰা নাই। সিসকল বিষয়াই ল'ৰাৰজাক জীৱিত কালতে ৰাজপদৰ-পৰা বিচ্যুত কৰি, তেওঁক ৰজা পাতিলে, গদাধৰ সিংহে সিবিলাকক ৰাজদ্ৰোহী বিবেচনা কৰি, ৰাজধৰ্ম্মমতে দণ্ড বিহিবলৈ একোতে কোঁচ মাখালে। এনেকি, নিৰাশ্ৰয় অৱস্থাত আশ্ৰয়দাতা মৰমৰ তিমিহিলেয়াক বন্দৰ বৰফুকনকো বৰফুকন ভাঙি ৰাজ্যৰপৰা বাজ কৰি দিলে। এই কাৰ্য্যৰ বাবে অনেকে গদাধৰ সিংহ স্বৰ্গদেৱৰ গাত অকৃতজ্ঞতাৰ চেকা পেলাব খোজে; কিন্তু সেই বাবে তেওঁৰ গাত অকণো দোষ নাই। একালে ভাবিলে, ই যদিও অকৃতজ্ঞতাৰ চিন স্বৰূপ, তথাপি ই তেওঁৰ মনৰ ধৈৰ্য্য আৰু ৰাজোপযুক্ত দৃঢ়সংকল্পতাৰ পৰিচায়ক আৰু ই তেওঁৰ ৰাজনীতিজ্ঞান আৰু দূৰদৰ্শিতাৰ চিনাকি দিয়ে। অৰ্থাৎ সেই বিষয়াসকলে পূৰ্ব্বে ৰজা পতা ভঙা কৰি লতা পাইছিল, আৰু নিজৰ স্বাৰ্থসিদ্ধিৰ নিমিত্তে অমানুষিক কাৰ্য্য কৰিবলৈকো আগ বাঢ়িছিল। এতিয়া তেওঁ টানমুখীয়া হৈ ৰাজ্যৰ অশান্তিৰ অন্ত পেলাবলৈ গ'লেই, সেই স্বাৰ্থপৰ বিষয়াসকলৰ অসন্তোষ জন্মিব হ'ব—তেওঁলোকে কৰিব খোজা কামত হকা-বধা কৰিবলৈ গ'লেই, সিসকলে তেওঁক ৰজা ভাঙি, আন এজন দুৰ্ব্বল ৰজা পাতিবৰ ব্যৱস্থা কৰিব, আৰু ৰাজ্যত আকৌ মহা হুলস্থুল লাগিব, আৰু তেতিয়াহ'লে তেওঁ তেওঁৰ জীৱনৰ মাজ বয়সত যি উদ্দেশ্য মনত ৰাখি, নানা কষ্ট সহি, নগা চাঙে চাঙে ফুৰিছিল, সেই উদ্দেশ্য সমূলে নষ্ট হ'ব। এতেকে তেওঁ তেনে বিষয়াসকলৰ অহিত মৰাই উচিত ভাবিলে, আৰু তাৰ দ্বাৰা আহোম ৰাজ্যত শান্তি স্থাপন আৰু প্ৰজাৰ মঙ্গলসাধন কৰিব পাৰিলে। তেওঁ ৰাজপাটত উঠা কালত আহোম ৰাজ্যৰ অৱস্থা বৰ শোচনীয়। মন্ত্ৰীবিলাকেই ৰাজ্য' নেতা, ৰজাক পুতলাৰদৰে নচুৱাইছিল। আৰু নিজৰ কাৰ্য্যসিদ্ধিৰ নিমিত্তে নিষ্ঠুৰ কাম কৰিবলৈকো তেওঁলোক কুণ্ঠিত নহৈছিল। তাৰ উপৰিও প্ৰজাবিলাক একেবাৰে নিস্তেজ আছিল। স্বদেশানুৰাগ নামে এটি গুণ তেতিয়া প্ৰায় দেখা নগৈছিল। পূৰ্ব্ববৰ্ত্তী ৰজাসকলৰ অত্যাচাৰৰপৰা হাত সাৰিবৰ নিমিত্তে বহুতে গৈ মুছলমানৰ বন্দীয়া হৈছিল। ৰাজ্যৰ এনে শোক লগা অৱস্থা দেখি আৰু তাৰ সুযোগ লৈ পৰ্ব্বতীয়া জাতিবিলাকে প্ৰজাৰ ওপৰত বৰ উৎপাত কৰিছিল। কিন্তু গদাধৰ সিংহ স্বৰ্গদেৱে নিজ ৰণকৌশল আৰু ৰাজনৈতিক বলেৰে সকলোকে দমাই শান্তি স্থাপন কৰে। তেওঁ তেনেকুৱা নানা প্ৰকাৰ সৎকৰ্ম্মৰো বহুত অনুষ্ঠান কৰিছিল। তেওঁ ছদ্মবেশে ফুৰোঁতে বিদেশীসকলৰ ৰাজনীতি আৰু ৰাজ্যৰ ভিতৰুৱা কথাবোৰ ভালকৈ শিকিবুজি লৈছিল, আৰু শেষত ৰাজ্যৰ অধিপতি হৈ, তাৰ ভাল ভাল নীতি নিয়মবোৰ নিজৰ ৰাজ্যৰ উন্নতিৰ অৰ্থে লগাইছিল। আন দেশৰ সুকীয়া ৰাজহৰ প্ৰথা আৰু মাটি পিয়ল কৰাৰ নিয়ম দেখি, তাক তেৱেঁই পোনতে অসমত চলায়।

গদাধৰ সিংহ স্বৰ্গদেৱ এজন শাক্ত হিন্দু আছিল। তেওঁ ধৰ্ম্মৰ উন্নতিৰ অৰ্থে নানা যজ্ঞ কাম কৰি যায়, আৰু তাৰ দ্বাৰাই তেওঁ আজিলৈকে চিৰস্মৰণীয়কৈ ৰাখি গৈছে। ব্ৰাহ্মণ আৰু গোঁসাই মহন্তসকলক ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটি তেওঁৰ নাম থকা ফলিৰে দিয়া এতিয়াও আছে। কিন্তু বাসুৱ

আৰু তাৰপাছত বৰকলাত শিবিৰ বৰ কৰি উঠি চুপাতফা নাম ল'লে ; হিন্দুমতে গদাধৰ সিংহ নাম হ'ল। পাচে আদাবৰীয়া সন্দিকৈৰ নাওশলীয়া বৰুৱাৰ জীয়েকক চাকলৈ আনি বৰকুঁৱৰী পাতিলে ; আৰু ডেকাফুকনৰ দুই জীয়েক, ৰূপ সন্দিকৈৰ এক জীয়েক, সিহঁতকে ডেকাফুকনৰ জীয়েক বৰজনীক পৰ্বতীয়া কুঁৱৰী পাতিলে, সৰুজনীক ৰৰমাহী কুঁৱৰী, আৰু ৰূপ সন্দিকৈৰ জীয়েকক সৰুমাহী কুঁৱৰী পাতিলে। পাচে বিৰি সন্দিকাইৰ সদিয়া খোৱা গোহাঁই পাতিলে, সদিয়াখোৱা গোহাঁইক ন্যায়শোধা ফুকন পাতিলে আৰু আদাবৰীয়া সন্দিকাইৰ মথুৰাপুৰীয়া বৰুৱা, তাকে পৰ্বতীয়া বৰুৱা, আৰু বৰুতীয়ালৰ মূলৰ বৰুৱা পাতিলে। আত পাচে দীঘলাক মাৰি লংকাকৰপৰা কুবৈগঞা কৈফীয়া মৌক আনি বুঢ়াগোহাঁই পাতিলে, আৰু লাইথেপেনা ৰৰগোহাঁইক ৰাজমন্ত্ৰীৰ ৰাব

গোসাঁই মহন্তসকলক এইদৰে আদৰ আৰু মৰম কৰিছিল যদিও, স্বৰ্গদেৱে সিবিলাকৰ ভিতৰত কুসংস্কাৰত প্ৰৱৰ্ত্তা ভণ্ডবিলাকক সমুচিত দণ্ড দিহি সংশোধন কৰিবলৈকো পিছ পৰা নাছিল ; আৰু নিজেও ৰাজকাৰ্য্য পৰিচালনাৰ শক্তিহীন কৰা বিচাৰশূন্য আচাৰৰ তলতীয়া নহৈছিল। ৰাজনীতি আৰু সমাজনীতি দুয়োতে অসাধাৰণ জ্ঞান থকাৰ কাৰণেই গদাধৰ সিংহ স্বৰ্গদেৱ আহোম ৰজাসকলৰ ভিতৰত শিৰোমণিস্বৰূপ আছিল।

গদাধৰ সিংহ স্বৰ্গদেৱ সংসাৰ যুদ্ধতো এজন সুসিদ্ধ বীৰ আছিল। জীৱনৰ কালত তেওঁ অনেক অপায়-অমঙ্গলৰ হাতত পৰিছিল। এনেকি, তেওঁ সময়ত নিজৰ প্ৰাণৰ কাৰণে ঘৰ-দুৱাৰ এৰি দুৰণি আৰু অগম্য নগা পৰ্ব্বতত নগাৰ বেশ ধৰি ফুৰিছিল। তেওঁৰ বিষয়ে সেই কালৰ সঁচাৰিছা অনেক প্ৰবাদ শুনিবলৈ পোৱা যায়।

১। এনে এটা প্ৰবাদ আছে :—গদাপাণি ল'ৰাৰজাৰ ভয়ত পলাই ফুৰোঁতে হেনো টাৰ্‌মুক পৰ্বতত ল'ৰাৰজাৰ গুপ্তচৰবিলাকে গৈ তেওঁক তাতে বেৰি ধৰিছিল। টাৰ্‌মুকত এটা বৰ ডাঙৰ ঘৰ যেন শিল আছিল। গদাপাণিয়ে শত্ৰুৰ মাজত পৰি আতুৰ হৈ অতি কাতৰস্বৰেৰে বনদেৱীক সম্বোধন কৰি ক'বলৈ ধৰিলে—"হে মাতৃ ! আজি মোক ৰক্ষা কৰা।" গদাপাণিৰ কাতৰোক্তিত অকস্মাৎ পৰ্ব্বতৰ সেই শৈলদ্বাৰ উদ্ঘাটিত হ'ল। গদাপাণিয়ে তাৰ মাজতে সোমাই ৰক্ষা পৰিল। ল'ৰাৰজাৰ গুপ্তচৰবিলাকে তেওঁক নাপাই উলটি আহিল। এই শৈলদ্বাৰৰ প্ৰকাণ্ড শিলটোক নগাইতে আজিলৈকে পূজা-পাটলাদি দিয়ে।

২। গদাপাণিয়ে ছদ্মবেশেৰে পলাই ফুৰোঁতে আৰু এদিন নামচাঙ্‌ পৰ্ব্বতত ল'ৰাৰজাৰ সেনাই তেওঁক লগ পায়। প্ৰবাদ আছে যোলে, যেতিয়া গদাপাণিক সেনাবোৰে কেউকালৰপৰা বেৰি ধৰিলে, সেই সময়ত হেনো বৰগছ এজোপাত এজনী শ্যামাঙ্গী ভিকতাৰ আবিৰ্ভাৱ হয়। তেওঁ সেই গছৰ ডাল এটাত বাটিলৈ ভৰি ওলোমাই বহি, তেওঁৰ দীঘল লহজাৰ (মেখেলাৰ) তলত গদাপাণিক সুমাই লুকাই ৰাখি, শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিলে।

৩। ছদ্মবেশেৰে পলাই ফুৰোঁতে বাটত হেনো এদিন এজন গণকেৰে সৈতে চিনাকি হয়। এদিন গণকজনে তেওঁৰ হাত চাই ক'লে, বোপা। তুমি এদিন ৰজা হ'বা। গদাপাণিয়ে বোলে, বাৰু ! মই যদি ৰজা হওঁ, ৰাজ্যৰ ধাৰ এটি তোমাক দিম। দুখৰ বিষয়, গণকগৰাকী কিন্তু সেই বিষয় ভোগ কৰিবলৈ সৰহ দিন জীয়াই নাথাকিল ; কেইমাহমানৰ অন্তৰতে তেওঁৰ মৃত্যু হয়।

৪। নগা পৰ্ব্বতত থাকোঁতে গদাপাণিয়ে হেনো কেৰা দিবো ম'হ পোৱালি এটাক ধৰি কেৰা চাপৰো মাৰিছিল। নগা এটাই দেখা পাই গদাপাণিক আহি তাৰ কাৰণ সুধিলে। গদাপাণিয়ে বোলে, মহ পোৱালিটো খাবৰ উপযুক্ত হৈছে, আৰু খাবলৈ মোৰ বৰ মন গৈছে। তেওঁ আৰু ক'লে যে পালে তেওঁ তাক অকলৈ খাব পাৰিব। নগাবিলাকে শুনি আচৰিত হ'ল, আৰু তেওঁৰ কথাৰ প্ৰমাণ চাবলৈ, ম'হপোৱালিটো তেওঁক খাবলৈ দিলে। গদাপাণিয়ে যেনেকৈ কৈছিল, তেনেকৈ অকলৈ ম'হ পোৱালিটো খালে। নগাবিলাকে বৰ আচৰিত মানিলে, আৰু তেওঁক সিহঁতৰ চাকলৈ মাতি লৈ গ'ল। চাকত

দিলে। লাহনৰ টৈয়াক ৰৰৰুৱা পাতিলে, আৰু আহুককো বৰপাত্ৰ ভাঙি কেন্দুগুৰীয়া ৰামচন্দ্ৰক বৰপাত্ৰ গোহাঁই পাতিলে।

আৰু পূৰ্ব্বে ভেবেলা ৰৰৰুৱাই যি ৰজা পাতিছিলে, মহাৰাজা স্বৰ্গদেৱৰ পিতৃ সেই গোবৰ ৰজাৰে চাৰিজনী বেটী আছিলে, এজনী কছাৰী, এজনী চুটুনী, আহোম এজনী, ধুবুনী এজনী, এই চাৰিজনী। ইহঁতে পিতৃ ৰজাত লিগিৰীও খাটিছিলে। তাৰে কছাৰীজনীৰ এটা ল'ৰা হ'ল, তাকে গোবৰ ৰজাই লগত লৈ ফুৰি, দা ধৰাৰ খেলত দিলে; আহোমনীৰ যিটো ল'ৰা হ'ল, তাকো ৰজাৰ চ'ৰাত গোবৰ ৰজাই চেটীয়া নাম দি, চেটীয়াৰ খেলত খাটিব দিলে। ধুবুনীৰ ল'ৰা যিটো, তাকো ৰজা লগত লৈ চেটীয়া পাতিলে, আৰু চুটুনীৰ যিটো হ'ল; তাকো পেটাল নাম দি ফুকন বিষয় দিলে। পাচে সেইবোৰক গদাধৰ সিংহ ৰজাদেৱে পাই, কছাৰীয়নীৰ ল'ৰাক দা-ধৰা ৰৰুৱা আৰু

---

এজনী নাগিনী আছিল, তাইৰ নাম জিমু, যি জিমুক বিয়া কৰাব, সি হেনো মৰিব লাগে। নগাইঁতে হেনো গদাপাণিকে সেই নাগিনীজনী দিলে।

৫। গদাপাণিয়ে পলাই ফুৰোঁতে ৰহাৰ ৰহদৈ নামেৰে পোহাৰী এজনীৰ ঘৰত দিনাদিয়েক থাকি, তাৰ পাছত তেওঁ তিপামলৈ গুচি যায়। ইয়াত তাদৈ নামেৰে আন এজনী পোহাৰীৰ ঘৰত দহ-বাৰ দিনমান লুকাই থাকি, তাতো বিপদশূন্য যেন নেদেখি, তেওঁ পুনৰ শলগুৰিলৈ যায়, আৰু তাৰে আঘণী নামেৰে এজনী পোহাৰীৰ ঘৰত আশ্ৰয় লয়গৈ। কিন্তু গদাপাণিয়ে শলগুৰিতো বেছি দিন থাকিবলৈ নহ'ল। অৱশেষত তেওঁ বাৰী গাঁৱৰ এজনী গাৰোৱনী তিকতাত চাপি থাকেগৈ। এই গাৰোৱনীয়েই বৰ্ত্তমানৰ কামৰূপৰ "বাৰীৰজা" বংশৰ মূল। পাচে গদাপাণি যেতিয়া ৰজা হ'ল, ওপৰত কোৱা পোহাৰী তিনিজনীক তেওঁ এদিন মতাই আনিলে। সিহঁতে হেনো কিবা দায় ধৰি শাস্তি কৰিবলৈ ধৰাই আনিছে যেন ভাবি, ভয়ত তিনিওজনীয়ে ডিঙিত ধৰাধৰিকৈ কান্দিবলৈ ধৰিলে। সেই কাৰণেই মানুহৰ মুখত আজিও শুনা যায়—

"ৰহাৰ ৰহেদৈ তিপামৰ তাদৈ
শলগুৰীৰ আঘণী বাই।
তিনিৰো ডিঙিত ধৰি তিনিওৱে কান্দিছে
সৰকৰ একোৱেই নাই।"

পাচে গদাপাণিয়ে হেনো সেই পোহাৰী তিনিজনীক ভালেখিনি সোণধন পুৰস্কাৰ দিলে, আৰু বৰপোহাৰী বিষয় দি ঘৰলৈ বিদায় দিলে।

৬। বোকাখাটত টঙালি নামেৰে বামুণ এজন আছিল। এদিন হেনো নগা পৰ্ব্বতৰপৰা গদাপাণি আহি তেওঁৰ পদূলিৰ মুখৰ বকুল গছ এজোপাৰ তলতে বহিল। বামুণীয়ে পুখুৰীলৈ যাওঁতে কেনেবাকৈ গদাপাণিক দেখা পাই, বামুণৰ আগত সেই কথা ক'লেগৈ বোলে, বকুল গছজোপাৰ তলত ধুনীয়া পুৰুষ এজন বহি আছে। বামুণেও ওলাই চাই গদাপাণিক দেখা পালে। বামুণজনৰ এখন জ্যোতিষ আছিল। সেই জ্যোতিষৰ সহায়েৰে বামুণে গদাপাণিক চিনিব পাৰিলে, আৰু সেই বকুল গছৰ তললৈ গৈ, যথাযোগ্য সন্মান দেখুৱাই, গদাপাণিক ঘৰলৈ মাতিলে। গদাপাণিয়ে তেওঁক কেনেকৈ চিনিলে বুলি বামুণক সোধাত, বামুণে তেওঁৰ জ্যোতিষখনৰ কথা ক'লে। বামুণে গদাপাণিক ঘৰলৈ নিলে, আৰু তেওঁৰ জাকৰ ভালৰো ভাল ম'হ পোৱালিটো মৰাই গদাপাণিক ভালকৈ ভাত খুৱালে। খোৱা-বোৱা শেষ হ'লত বামুণে গদাপাণিক ক'লে যে স্বৰ্গদেৱে আজিয়েই ৰাজপাটত উঠিব লাগে, নহ'লে আৰু ৰাজপাটত উঠিব নোৱাৰে বুলি তেওঁ জ্যোতিষ গণনাত পাইছে। সেই অনুসৰি বামুণ আৰু বামুণীয়ে পীৰা এখনৰ ওপৰত কাপোৰ পাৰি, সিংহাসনস্বৰূপে তাতে গদাপাণিক বহুৱাই ৰজা পাতি আঁঠু ল'লে। পাচে গদাপাণিয়ে তেওঁ ৰজা হ'লে, বামুণক যথোচিত পুৰস্কাৰ দিয়া যাব বুলি কৈ তাৰপৰা গুচি গ'ল। পাছত তেওঁ যেতিয়া ৰজা হ'ল, স্বৰ্গদেৱে সেই টঙালি বামুণক মতাই আনি, বটাস্বৰূপে ১০০ পুৰা মাটি ব্ৰহ্মোত্তৰস্বৰূপে দান কৰিলে।

আহোমনীৰ ল'ৰাটোক দা-ধৰা ফুকন পাতিলে। আৰু পূৰ্ব্বে পলাই ফুৰা কালত, গদাধৰ সিংহ' ৰজাদেৱে এক গাৰোৰনী তিৰুতাৰ ঘৰত আছিল ; তাইকো সেই দেশৰ ৰাণী পাতি, দেশৰো ৰাণী নাম দিলে। আৰু মৌক বুঢ়াগোহাঁই ভাঙি, খামশেঙক বুঢ়াগোহাঁই পাতিলেনি। তাত পাচে সেই বেলা অনেক শূদ্ৰ মেধিয়ে হিন্দুধৰ্ম্ম প্ৰবৰ্ত্তাই শিষ্য ভজাইছিলে। কতোৱে মহন্তৰপৰা নিৰ্ম্মালি লৈ, মহন্ত নোহোৱাকৈয়ে মহন্ত নাম লৈ সত্ৰ কৰিবলৈ ধৰিলে। পাচে স্বৰ্গদেৱে আলি-পুখুৰী এনে কাৰ্য্য কৰিবাল ধৰাত পাইকৰ সংখ্যা বহুত কম পালে। অনেক মহন্তই বা মহন্তৰ ভকত বুলিও কতোৱে পাইকৰ কাম নকৰিলে। তাকে দেখি মহাৰাজা সন্দিকৈ বৰফুকনক পঠাই, মহন্তই ধৰম প্ৰবৰ্ত্তাই দেশ

---

৭। মৰঙ্গীতো হেনো ৰঙ্গাচৰণ নামে এগৰাকী বামুণ আছিল। তেওঁ জ্যোতিষশাস্ত্ৰ আৰু সংস্কৃত ভাষা ভালকৈ জানিছিল। তেওঁ এজন সিদ্ধ আৰু সাত্বিক পুৰুষ বুলি প্ৰখ্যাত হৈছিল। বৈৰাগীৰদৰে সদায় ঈশ্বৰ আৰাধনাত নিযুক্ত থকা দেখি, মানুহে তেওঁক "বৰাগীদেউ" বুলিছিল। পলাই ফুঁৰোতে হেনো গদাপাণিয়ে এদিন সাধাৰণ মানুহৰ বেশেৰে হঠাৎ সেই ৰঙ্গাচৰণৰ ঘৰত উপস্থিত হ'লগৈ। ৰঙ্গাচৰণে জ্যোতিষশাস্ত্ৰৰ দ্বাৰাই গদাপাণিক চিনি পাই, যথাযোগ্য অভ্যৰ্থনা কৰি, বৰ আগ্ৰহেৰে গদাপাণিক এদিন তেওঁৰ ঘৰত ৰাখিলে, আৰু জ্যোতিষেৰে গণনা কৰি, ৰৰফুকনৰ সাহায্যত তেখেতে ৰাজ্য পাব বুলি কলে। পাছত যেতিয়া বৰফুকনৰ সাহায্যত গদাপাণি ৰজা হ'ল, যিবিলাক মানুহে শক্তি অনুসৰি তেওঁক বিপদৰ সময়ত সহায় কৰিছিল বা আশ্ৰয় দিছিল, তেওঁ সেই সকলোবিলাককে মতাই আনি, কৃতজ্ঞতাৰ চিন স্বৰূপে কোনোক পুৰস্কাৰ, কোনোক বা বিষয় আদি দিছিল। সেই পুৰস্কাৰ আৰু বিষয় পাবলগীয়া মানুহৰ ভিতৰত জ্যোতিৰ্ব্বেত্তা ৰঙ্গাচৰণৰ নামো লেখত পৰাত, তেওঁকো মতাই আনি, তেওঁৰ গণনামতে ৰজাৰ সকলো কাৰ্য্য নিৰ্বিঘ্নে সম্পন্ন হোৱাত, গদাধৰসিংহ-স্বৰ্গদেৱে অতিশয় সন্তোষ প্ৰকাশ কৰি, ৰঙ্গাচৰণক ৰজাৰ সভাসদ পাতি ৰৰদলৈ উপাধি দিলে ; আৰু বঁটা স্বৰূপে ১০০ পূৰা মাটি তামৰ ফলিত লিখি দি, দান কৰিলে।

এইজনা স্বৰ্গদেৱৰ নাতি মহাৰাজ প্ৰতাপসিংহৰ ৰাজত্বৰ কালত ৰঙ্গাচৰণ ৰৰদলৈৰ বংশৰ কদ্ৰৰাম ৰৰদলৈ নামেৰে এজনে হেনো জ্যোতিষশাস্ত্ৰত বিশেষ পাণ্ডিত্য দেখুৱায়। প্ৰমত্তসিংহ স্বৰ্গদেৱে তেওঁক "সূৰ্য্য-সিদ্ধান্ত" বুলি বিশেষ প্ৰমাণ পাই, "শনিপাত ৰৰদলৈ" নাম দিলে। যোৰহাটৰ তৰাজানৰ সোণাৰী গাঁৱৰ ওচৰত "শনিপাতৰ টিকা" বোলা ঠাইতে সম্ভৱতঃ তেওঁলোকৰ ঘৰ আছিল।

৮। গদাধৰ সিংহ স্বৰ্গদেও পলাই ফুৰোঁতে নগত পাটৰ চেলেং আৰু তৰোৱাল এখন লৈ ফুৰাইছিল। মাতুলিত শত্ৰুৰ মুখত পৰোঁতে আউনিআটীৰ অধিকাৰ গোসাঁইৰ ছালপিৰাৰ তলত সোমাইহে হেনো তেওঁ ৰক্ষা পৰিছিল। অধিকাৰ গোসাঁইৰ পিকৰ চিতিকনি সেই চেলেংখনত পৰিছিল। সেইবাবে স্বৰ্গদেৱে হেনো আজীৱন দুখ কৰিছিল, আৰু মৰিবৰ সময়তো পুতেক কদ্ৰসিংহ মহাৰাজাক সেই কথা কৈ বৰ পৰিতাপ কৰিছিল। সেইবাবে হেনো অধিকাৰ গোসাঁইৰ কিবা লটংপটং হৈছিল।

৯। গদাধৰ সিংহ গোবৰ ৰজাৰ দ্বিতীয় পুত্ৰ। তেওঁৰ ককাইদেৱকৰ নাম জাগৰ। তেওঁ চাৰিং ৰজাৰ বিষয় বাব পাইছিল। গদাপাণিৰ ভায়েকটিৰ নাম গোবিন্দ। গদাপাণিৰদৰে গোবিন্দও সৰুৰেপৰা নিৰ্ভীক আৰু তেজস্বী আছিল, ল'ৰা কালতে যৌৱনোচিত কঠোৰ কামত এওঁ মন কৰিছিল। গোবিন্দৰ সৌৰৱণী লিখাৰ কালত দৈৱজ্ঞই কৈছিল যে গোবিন্দ ভুজধুজীয়া কৈদৰ কলঙ্কস্বৰূপ হ'ব। দৈৱজ্ঞৰ মুখৰপৰা এই ভবিষ্যবাণী শুনাৰ দিন ধৰি দেউতাক গোবৰ ৰজাৰ গোবিন্দৰ প্ৰতি অতিশয় বীতৰাগ জন্মিল। গোবিন্দ দেউতাকৰ চকুৰ শূল যেন হ'ল। অকল অপত্যস্নেহৰ পাশেৰে আবদ্ধ হৈহে গোবৰ ৰজাই গোবিন্দৰ প্ৰতি কোনো নিষ্ঠুৰ আদেশ দিয়া নাছিল ; কিন্তু সময়ত সেই অপত্যস্নেহো টুটিবলৈ ধৰিলে। এদিন গোবিন্দ দেউতাকৰ কাষতে বহি এনেই ধেমালি কৰি আছে, এনেতে কমাৰ এটাই নতুনকৈ গঢ়া দা এখন লৈ ৰজাৰ আগত উপস্থিত হ'ল। অস্ত্ৰৰ তীক্ষ্ণতা পৰীক্ষাৰ আয়োজন হ'বলৈ ধৰিছিল, এনেতে গোবিন্দ কৌতুকে কমাৰৰ হাতৰপৰা দা খন লৈ "দেউতা! ইয়াৰে গাৰ মঙহ কাটিব পাৰিবনে ?" বুলি কওঁতে কওঁতেই নিজৰ সুকোমল হাতৰ তলুৱাই দি সেই চোকা অস্ত্ৰখন সকালিত

বষ্ট ৰুধিব খুজি, সত্ৰ ভাঙি মহন্তবোৰক চেউনী বহা আনি ঠায়ে ঠায়ে পাতিলে, আৰু অনেক মহন্তৰ কানত কোৰ মুৰত পাছি দি চেউনী আলি-পুখুৰীত কাম-বনো কৰালে।

পাচে ১৭০৫ শকৰ শ্ৰাৱণ মাহৰ ৫ দিন যাওঁতে বুধবাৰে সদিয়াল মিৰিয়ে আমাৰ কিছু লোকজন যাকে য'তে পালে, ত'তে কাটিলে, ঘৰত জুই দি ল'ৰা তিৰোতা পুৰি মাৰিলে, সন্দিকৈ গোহাঁই যাৰ কালি পলালে, বিলাতৰ মানুহকো কাটি মাৰি লুৰি-পুৰি নিলে। পাচে সেই কথাকে সদিয়ালৰ আহোম টেকেলাই মহাৰাজাত জনালেহি।

**সদিয়াল মিৰিৰে যুদ্ধ**

ৰজা সেই কথা শুনি, গোহাঁইবোৰেৰে সমালোচন কৰি মিৰিক মাৰিবলৈ বাঘচোৰা নেওঁগ গোহাঁইৰ নাতি নাওবৈছা ফুকনক লোকজন হাজৰিকীয়া সগত দি পাচিলে। ফুকনেও শাওনৰ ১১ দিন যাওঁতে মহাৰাজাক সেৱা কৰি যাত্ৰা কৰিলে। মিৰিও তিনিমুনি সীমা কৰি লোকজনক

---

কৰাত থাকাসাৰে তেজ ব'বলৈ ধৰিলে। তেজৰ গতি ৰুধিবলৈ নানাবিধ উপায় অবলম্বিত হ'ল; ৰেজৰকৰাই নিজে আহিও চালেহি। গোৱৰ ৰজাই গভীৰভাবে পুতেকৰ এনে নিৰ্ভয়তা আৰু সাহসিকতা দেখি মনে মনে নানা তৰ্ক-বিতৰ্ক কৰিবলৈ ধৰিলে। অৱশেষত দৈৱজ্ঞৰ ভাবী নিৰ্দেশ তেওঁৰ স্মৃতিপটত উদিত হ'ল, আৰু তত্তালিকে তেওঁ গোবিন্দ পুতেকৰ শিৰচ্ছেদনৰ আদেশ প্ৰদান কৰিলে। অচিৰে ৰজাৰ সেই নিদাৰুণ আদেশ পালনৰ সমুচিত আয়োজন হ'বলৈ ধৰিলে।

তেৰেৱা ৰৰৰকৰাৰ সাহায্যত গোৱৰ ৰজাই সিংহাসন লাভ কৰে। সেই আপাহতে ৰৰৰকৰাক কোনো অভীষ্ট বিষয় দিবলৈ ৰজাই প্ৰতিজ্ঞা কৰিছিল; আজিলৈকে কিন্তু ৰৰৰকৰাই তাক ল'বলৈ সুবিধা পোৱা নাই। এতিয়া হেগ পাই, তেওঁ স্বৰ্গদেৱৰ আগত ক'লে, "স্বৰ্গদেও। অনুগ্ৰহ কৰি বন্দীৰ এটি নিবেদন শুনক। স্বৰ্গদেৱে এই দাসৰ প্ৰতি সন্তুষ্ট হৈ কিবা অভীষ্ট বিষয় প্ৰাৰ্থনা কৰিবলৈ অনুমতি দিছিল; কিন্তু প্ৰাৰ্থনীয় বিষয়ৰ অভাৱত আজিলৈকে স্বৰ্গদেৱৰ ওচৰত একোকে প্ৰাৰ্থনা কৰা নাই। এতিয়া প্ৰাৰ্থনাৰ এটি উপযুক্ত সুযোগ মিলিছে; প্ৰাৰ্থনা পূৰণ কৰি যেন বন্দীক স্বৰ্গদেৱে চৰিতাৰ্থ কৰে।" ৰজাই ক'লে—"বাৰু, ৰৰৰকৰাই নিজৰ অভিলাষ ব্যক্ত কৰোক, তাক পূৰ্ণ কৰা হ'ব।" ৰৰৰকৰাৰ হৃদয়ত আশাৰ সঞ্চাৰ হ'ল। তেওঁ ক'লে, স্বৰ্গদেও। গোবিন্দ কোঁৱৰৰ প্ৰাণদণ্ডৰ আজ্ঞা ৰহিত কৰোক। বন্দীৰ বিপুল সম্পত্তি আৰু সন্ত্ৰমৰ উত্তৰাধিকাৰী নাই; কোঁৱৰক পোষ্যপুত্ৰৰূপে গ্ৰহণ কৰি, সেই অভাৱ পূৰ্ণ কৰিবলৈ বাঞ্ছা কৰোঁ।" গোৱৰ ৰজাই নিজৰ সত্যপালনৰ নিমিত্তে প্ৰাণদণ্ডৰ আজ্ঞা ৰহিত কৰিলে; তেৰেৱা ৰৰৰকৰাৰ বাসনাও পূৰ্ণ হ'ল; ৰৰৰকৰাৰ গুণে গোবিন্দৰো প্ৰাণ ৰক্ষা হ'ল। ৰৰৰকৰাই গোবিন্দক পুত্ৰলাভ কৰি অসীম সুখ পালে। কিন্তু এই সংসাৰৰ ৰীতি সম্পূৰ্ণ বেলেগ। কোনোৱেই নিৰৱচ্ছিন্ন সুখৰ অধিকাৰী নহয়। বুঢ়াগোহাঁইৰ চক্ৰান্তত পৰি, তেৰেৱা ৰৰৰকৰাই অস্বাভাৱিকৰূপে প্ৰাণত্যাগ কৰে। এইদৰে ৰৰৰকৰা নিধনপ্ৰাপ্ত হয়। ইয়াৰ কিছুদিনৰ পাছত কটকী পঠিয়াই গদাপাণিয়ে গোবিন্দক আকৌ ডুংখুঙলৈ নিয়ালে। গোবিন্দেও তালেমান দিনৰ মূৰত ককাই-ভায়েকৰে সন্মিলিত হৈ, তাতে মহাসুখে কালযাপন কৰিবলৈ ধৰিলে। ঘটনাচক্ৰত এই সন্মিলন সুখৰো অৱসান হ'ল। এদিন দুয়ো মৃগয়ালৈ ওলাল। একেটি লক্ষ্যত দুয়োৱে বাণ নিক্ষিপ্ত হোৱাত কাৰ অস্ত্ৰেৰে লক্ষ্যবিদ্ধ হৈছে, এই বিষয় লৈ, দুয়োৰে মাজত ঘোৰতৰ বিতণ্ডা উপস্থিত হ'ল। নানা তৰ্ক-বিতৰ্কতো তাৰ মীমাংসা নহ'ল। তেতিয়া গদাপাণিয়ে হাতৰ শেল তুলি গভীৰ স্বৰেৰে গোবিন্দক ক'লে,—"আহ বাৰু, চাওঁ, কাৰ সন্ধান অব্যৰ্থ।" গোবিন্দেও তাত অকণকো ভীত নহৈ, বৰঞ্চ মহা-তেজেৰে উত্তৰ কাঢ়িলে, "বাৰু, তেন্তে মৰো তাৰ হাতে সাধু।" চকুৰ পলকতে গোবিন্দেও শেল গ্ৰহণ কৰিলে, আৰু ধীৰ প্ৰথানুসাৰে যুঁজ দোৱাই ককায়েকৰ পদধূলি ল'লে; গদাপাণিয়েও যথাৰীতি আশীৰ্বাদ কৰিলে। পিছত দুয়ো বণ যুদ্ধত প্ৰবৃত্ত হ'ল। সহচৰ, অনুচৰ, দাস, লগুৱ, দিগিবা দিকুচো প্ৰভৃতি অনেক সেইঠাইত আছিল। সকলোৱে সন্মুখতে ডুংখুঙীয়া কৈলৰ ধ্বংসৰ উপক্ৰম দেখি, বজ্ৰাহতৰ দৰে স্থিৰভাৱে থিয় দি ৰ'ল; নিবাৰণ কৰিবলৈ বা প্ৰতিবন্ধক দিবলৈ কাৰো সাহে নুকুলালে। ডুংখুঙীয়া কৈলীয়া দেওবাৰে নিদাৰুণপৰা এই ভীষণ কাণ্ড দেখা মাত্ৰকে "যোগাসকল। কি কৰা, কি কৰা। কাণ্ড

লুৰা-পুৰা কৰিলেহি। পাচে ফুকন গৈ পালেগৈ; মিৰিয়েও চাপৰিত থানা দি ৰহিলগৈ। সেইবেলা মহাৰাজা ৰূপ সন্দিকৈকে বিহ গোঁহাইকে সদিয়াৰপৰা আনি হাতীশালত বন্দীকৈ থ'লে। তাত পাচে চাৰিঙ্গীয়া ফুকনক ৰূপ সন্দিকৈৰে বিহ গোঁহাইৰে কথা সুধিব দিলে। পাচে সোধপোছ কৰিলত, বিহগোঁহায়ে মিৰিক ফেটাই ৰূপ সন্দিকৈক মৰাব খুজিলে হেন কথা লগালে। মহাৰাজাও সেই কথাতে বিহগোঁহাইক চেপি মাৰিব দিলে, শক ১৬০৭, কাতি মাহ। পাচে মিৰিৰ ঝিকৰ গাঁও, ৰেহৰ গাঁও, লেলাপতি গাঁও, ৰৰপাতিদিঙ্গা গাঁও, লাহঙ্গ গাঁও এই সকল গাঁও মাৰিলেগৈ। পাচে সকলো মিৰি ভাগি পলাল। আমাৰ বোৰে গৈ সিহঁতৰ ঘৰ ভণ্ডাৰ পুৰিলে, মেঠন, গৰু, গাহৰি বিস্তৰ পালে। পাচে ফুকনে হাবিৰপৰা সদিয়ালৈ ওলাই, সেই কথা মহাৰাজালৈ

---

হোৱা, ক্ষান্ত হোৱা॥" বুলি কোঁৱৰ দুজনৰ মাজত থিয় হ'লহি, নানা সান্ত্বনা বাকেৰে তেওঁলোকক সেই বিবাদৰপৰা নিবৃত্ত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু তেওঁৰ সকলো প্ৰয়াস বিফলে গ'ল। তেতিয়া আন একো উপায় নেদেখি, হাতত থকা অস্ত্ৰৰে দেওধাইজনে নিজৰ বুকু বিদীৰ্ণ কৰাত কলিজা আহত হ'ল, আৰু তেওঁ দুয়োৰে মাজত পৰি তেতিক্ষণে পঞ্চত্বপ্ৰাপ্ত হ'ল। দুয়ো কোঁৱৰে সম্মুখতে এই গুৰুহত্যা দেখি হতবুদ্ধি হৈ ৰ'ল। দেওধাইৰ পবিত্ৰ শোণিতপাতত কোঁৱৰ দুজনৰ চৰিত্ৰ কলঙ্কিত হ'ল। দুয়ো কোঁৱৰে সন্তপ্তমনে তাতে কিছুপৰ বৈ থাকিল। পাছত গদাপাণিয়ে গোবিন্দক তুংখুঙ্গ এৰি যাবলৈ আদেশ কৰিলে; তেজস্বী গোবিন্দেও ককায়েকৰ আদেশ শিৰোধাৰ্য্য কৰি, তেওঁৰ পদধূলি লৈ অচিৰে দেশ এৰি গুচি গ'ল।

কেইবা বছৰো অতিবাহিত হ'ল, গোবিন্দ আৰু কৈয়ৈলৈ উভতি নাহিল। ইয়াৰ পাছত যেতিয়া বৰফুকনৰ সহায়ত ল'ৰাৰজাক ভাঙ্গি, গদাপাণিয়ে আকৌ ৰাজ্য পাবৰ উপক্ৰম হয়, তেতিয়া নগৰ প্ৰবেশ কৰিবলৈ ধৰোঁতে বাটত গদাপাণিয়ে দেখা পালে যে তিনিজন অশ্বাৰোহীয়ে ৰূপৰ জীন থকা ঘোঁৰাত উঠি বিজুলী গতিৰে তেওঁৰ অনুসৰণ কৰিছে। গদাপাণিয়ে চমক খালে, কিন্তু তেওঁ বীৰ; সেই অশ্বাৰোহী তিনিজনৰ সন্মুখীন হ'বলৈ হাতৰ শেল ঠিক কৰি ল'লে। তেওঁ পুনৰ পিছফালে চাই দেখিলে, এজনে আন দুজন অশ্বাৰোহীক শেল মাৰি ঘোঁৰাৰপৰা নিপাতিত কৰি ভীমবেগে তেওঁৰ অনুসৰণ কৰিছে। সেই বীৰজনক গদাপাণিয়ে চিনিলে, তেওঁ গোবিন্দ। ঘৃণা আৰু ক্ৰোধত গদাপাণিৰ গোটেই শৰীৰ কঁপিবলৈ ধৰিলে, আৰু ততালিকে ঘোঁৰাৰ লেকাম সংযত কৰি, ফাঁকৰপৰা তৰোৱাল উলিয়াই গৰ্জি ক'লে—"কুলাঙ্গাৰ। তুংখুঙ্গৰ কলঙ্ক। প্ৰতিহিংসা বৃত্তিৰ বশবৰ্ত্তী হৈ ককায়েৰৰ প্ৰাণ সংহাৰিবলৈ আগ বাঢ়িছ! আহ! তুৰন্তে তোৰ যুঁজৰ বাসনা তৃপ্ত কৰি, তুংখুঙ্গীয়া কৈদৰ কলঙ্ক মোচন কৰোঁ।" গোবিন্দে ঘোঁৰাৰপৰা নামি গদাপাণিক সন্মুখত আঠুকাঢ়ি, হাতৰ শেল তেওঁৰ ভৰিৰ কাষত থৈ, কাতৰ কণ্ঠেৰে ক'লে—"ককাইদেও! ই পাতকী বিপথগামী হ'লেও পবিত্ৰ তুংখুঙ্গীয়া কৈদৰ কুলধৰ্ম্ম আৰু মান মৰ্য্যাদা বিস্মৃত হোৱা নাই। অগ্ৰজৰ প্ৰাণ ৰক্ষাৰ নিমিত্তে ল'ৰাৰজাৰ দুজন আততায়ীৰ প্ৰাণ সংহাৰ কৰি আপোনাৰ শ্ৰীচৰণৰ তলিত উপস্থিত হৈছোঁ।' গদাপাণিৰ বুজিবলৈ বাকী নাথাকিল যে গোবিন্দ ল'ৰাৰজাৰ কৰ্মীয়া হৈ তেওঁৰ বিপক্ষে ৰণ কৰিছিল, ৰণত খাটি তেওঁৰ আশ্ৰয় লাভৰ ইচ্ছুক হৈছে। গোবিন্দৰ চকুলোৰে পৰিপূৰ্ণ হ'ল। এনে অৱস্থাত কাঠচিতীয়াৰো হৃদয় বিগলিত হয়; গদাপাণিয়ে ভ্ৰাতৃস্নেহত পমি গ'ল। তেওঁ ঘোঁৰাৰপৰা নামি ভায়েকক আঁকোৱালি ধৰিলে; দুই ভাইৰ বহুদিনৰ মূৰত পুনৰ মিলন হ'ল; দুয়ো দুয়োৰে আলিঙ্গন পাশত আবদ্ধ হৈ, আনন্দৰ লো টুকিবলৈ ধৰিলে। সেই পবিত্ৰ চকুলোৰে যেন তেওঁলোকৰ অন্তৰত বদ্ধ হোৱা বিদ্বেষ মলি প্ৰক্ষালিত হ'ল। কিন্তু মিলনৰো বিচ্ছেদ আছে; গতিকে এই মিলনৰো বিচ্ছেদ নঘটি নোৱাৰিলে। যিসকল বিষয়াই ল'ৰাৰজাৰ বৰ্ত্তমানতে গদাপাণিক ধৰা পাতিলে, তেওঁ সেই বিষয়াবিলাকক ৰাজদ্ৰোহী বুলি দোষী সাব্যস্ত কৰি, ধৰি আনি, শালমৰামুখত শালত দিয়ালে। আনকি তেওঁৰ তিনিছিৰেক আৰু বিবাশ্ৰয়ত আশ্ৰয়দাতা বন্ধৰ বৰফুকনকো বিষয়া ভাঙ্গি ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰিলে। গোবিন্দে তিনিছিৰেকৰ এনে অপমান আৰু বিহিত শাস্তি ৰহিত কৰিবলৈ ককায়েকক বহুত কাবৌ-কোকালি কৰিও নোৱাৰিলো। ৰৰ্গদেও অটল হৈ থাকিল; ভায়েকৰ কৰদেওঁ-কাকুতি-মিনতিলৈ কাণ নিদি

জনাই পঠালে। মহাৰাজাও দিহিং সীমা কৰি চুৰলীয়া মানুহ লেখাজোখা কৰি, গড় এটা বান্ধিব দিলে। ফুকনেও সদিয়াল গোহাঁয়ে সৈতে মূল চুৰলীয়া মানুহেৰে সদিয়াত

**সদিয়া গড়**

গড় বান্ধি মিৰিৰ গাঁৱত অনুৰূপে কাটল নিবন্ধ কৰি, ১৬০১ শকৰ মাঘৰ ১২ দিন যাওঁতে শুক্ৰবাৰে নাওবৈছা ফুকনে হাজৰিকীয়াবোৰে সহিতে আহি, বিয়লি মেলত মহাৰাজাক সেৱা কৰিলেহি। মিৰিৰ ভেটি মেঠন, জাফ্‌ৰাং, কাঁৰ, ধেনু এইসকল ভেটিলে, আৰু ধান অনা মিৰি কিছুমান যোগালে। তাক মহাৰাজাই কেতোটিমান কাটি কেন্দুগুৰি সিংহদুৱাৰ কাটৰ দুৱাৰত মুণ্ডমালা বান্ধি থ'ব দিলে, কতোবোৰক বৰাবুকক বাটি দিলে। তাৰ পাছত মহাৰাজা স্বৰ্গদেৱে দিজৈখনাত শিলৰ সাঁকো কৰি, ৰহদৈ দ'ল, ৰহদৈ পুখুৰী, অঁকাৰ আলি, ধোদৰ আলি, ৰঙী দ'ল, উমানন্দৰ দ'ল, দিহিঙীয়া বৰবৰুৱাৰ আলি, হলৌ ফুকনৰ আলি, খঁৰা দ'ল, খঁৰা গড়, চৰাইদেওৰ গোটা দ'ল, চৰাইদেউৰ পুখুৰী,

**দ'ল, পুখুৰী, আলি**

আৰু বিশ্বনাথৰ দ'ল, এইবোৰ কৰালে। ইয়াৰ পাছত মহাৰাজাদেৱে দেশত পিয়ল কৰাই পিয়ল উলিয়ালে; আৰু এই কাৰ্য্যৰ নিমিত্তে ভাটীদেশৰপৰা কেইবাটাও কাকতী অনালে। এইজনা

---

দুৱত্তে বৰফুকনক ৰাজ্যৰপৰা বাহিৰলৈ যাবলৈ ক'লে। ৰাজাজ্ঞাৰ সন্মান ৰাখি বৰফুকনে আহোম ৰাজ্য ত্যাগ কৰি বিদেশলৈ গ'ল। তেওঁৰ লগতে গোবিন্দো গ'ল; কিন্তু এইবাৰ গোবিন্দৰ অন্তৰ প্ৰতিহিংসা অগ্নিত দহিবলৈ ধৰিলে। ইয়াৰ অলপ দিনৰ পিছতে মানুহৰ মুখত মুখুক খানাকৈ শুনা গ'ল যোলে গোবিন্দ কৌয়ৰে ৰায়েক তিনিহিয়েকক এৰি ক'লৈ গ'ল, কোনেও ক'ব নোৱাৰে।

ইয়াৰ কিছুদিনৰ পাছতেই মুছলমানৰ ১৭শ (বা "শেষ") আক্ৰমণ হয়। পূৰ্ব্বে বলৰ ফুকনে মুছলমান সেনাক কামৰূপৰপৰা যে খেদিলে, তাৰ প্ৰতিশোধ ল'বৰ নিমিত্তে মহাৰাজা গদাধৰ সিংহ স্বৰ্গদেও ৰজা হোৱাৰ দুবছৰ পাছত সৈন্যসামন্ত গোটাই ৰঙামাটিৰ নবাব মঙ্গল খাঁই অসমদেশ আক্ৰমণ কৰিবলৈ আহে। সেই সময়ত গুৱাহাটীত সন্দিকৈ বৰফুকন আছিল। তেওঁ নিজৰ পৰাক্ৰমৰ চানেকী দেখাবলৈ সুযোগ বিচাৰি ফুৰিছিল। গুৱাহাটীৰ শুক্ৰেশ্বৰলৈকে মুছলমান সেনা উজাই আহে। সন্দিকৈ বৰফুকনে মুছলমান সেনা উজাই অহা দেখি কাণ সাৰ মাৰি থাকি, মুছলমানৰ অসম অধিকাৰৰ দুৰাকাঙ্ক্ষা সমূলে উঘালিবলৈ বিপুল আয়োজন কৰিবলৈ ধৰিলে। ইটাখুলি নামে ঠাইত অসমীয়া আৰু মুছলমান সেনাৰ যুদ্ধৰ আয়োজন হ'ল। ইকালে মঙ্গল খাঁৰ অসংখ্য আৰু সুশিক্ষিত সেনা, আনকালে অসমৰ অসীম বীৰত্বপূৰ্ণ অসমীয়া সেনাসকলে শাৰী-শাৰীকৈ থিয় হ'ল; সোঁৱতে অশ্বাৰোহীসকল, তেওঁলোকৰ পাছতে শত শত যুঁজাৰু কাঁৰী। সন্দিকৈ বৰফুকনে নিজেও শত্ৰুসেনাৰ আলেখ-লেখ চাই আছিল। আৰু চোৰাংচোৱা পঠাই চোৰাংকৈ শত্ৰুবলৰ বিষয়ে সকলোবিলাক জানি আছিল। যি অসমীয়া সেনাই আগেয়ে অনেকবাৰ মুছলমান সেনাক দৰ্পচূৰ্ণ কৰিছে, সেই অসমীয়া সেনাক আজি মুছলমানক ৰণত খেদুৱাবলৈ যদিও উৎসাহ দিয়াৰ আৱশ্যক নকৰে; তথাপি সন্দিকৈ বৰফুকনে আজিৰ ৰণতো অসমীয়াৰ মান ৰক্ষাই ৰাখিবলৈ তেওঁৰ সেনাসকল উৎসাহপূৰ্ণ বক্তৃতাৰে গাত ৰণকৈউতি লগাই মতলীয়া কৰিছিল। অসমীয়া ছিলৈদাৰী সেনাসকলে শলাকী, শাৰৰকনাই, গঁঠিয়া, দূৰক; কামান আৰু খঁজাহিলৈ সৈ অশ্বাৰোহী আৰু কাঁৰী সেনা সকলক সহায় কৰিছিল। ঠায়ে ঠায়ে বৰফুকনৰ নিয়োগত ৰখিছিলে বা তোপো যোড়া হ'ল। যুদ্ধৰ শুভক্ষণলৈ প্ৰথমতে বাট চাই থকা হৈছিল। পাছত শুভক্ষণ উপস্থিত হ'ল। বাজনাৰী (বাদক) সকলে ৰণজয় ঢোল, ৰণশিঙা, কালী আৰু গগনা বজাবলৈ ধৰিলে। সেনাসকলৰ গাত ৰণ কৈউতি লাগিল। অসমীয়া সেনাৰ "জয় গদাধৰ সিংহ স্বৰ্গদেওৰ জয়" "জয় বৰফুকনৰ জয়।" আৰু মুছলমান সেনাৰ জয়ধ্বনি "আল্লাহো আকবৰ" আৰাৱত আকাশ-পাতাল খলকি লাগিল; মেদিনী কঁপিবলৈ ধৰিলে। আৰু দলে দলে অসমীয়া যুঁজাৰুসকলে

মহাৰাজাৰ দিনতে প্ৰথমে অসমত তামৰ কলিত মাৰি দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দিয়ে।

এইজনা স্বৰ্গদেৱৰ দিনতে, পূৰ্বে ১৬০৬ শকত গুৱাহাটীত সান্দিকৈ বৰফুকন থাকোঁতে, বঙ্গালৰ মঙ্গল খাঁ নবাব অসমদেশ আক্ৰমণ কৰিবলৈ লোকজন সহিতে উজাই আহি তুৰ্কেশ্বৰৰ ইটাখুলি পালেহি। সন্দিকাই বৰফুকনে কাণসাৰ মাৰি থাকি,

**মুছলমানৰ ১৭শ (বা 'শেষ') আক্ৰমণ**

তলে তলে সৈন্য যুগুত কৰি, ইটাখুলিত মঙ্গল খাঁক খেদি মাৰিবলৈ গ'ল। তাতে নবাবে সহিতে ঘোৰ এক যুদ্ধ কৰিলে। আলি আকবৰ, মিৰ্জা চিৰাজ এবাই গ'ল; পানীত সৰ্দাৰ জয়ন্ত সিংহ পৰিল, মচোল দেৱান এথাল; গছি মাও ডুবন পৰিল।

---

মুছলমানসেনাক আক্ৰমণ কৰিবলৈ ধৰিলে; দলে দলে মুছলমানসেনা অসমীয়া হিলৈৰ সন্মুখত পৰি ছাৰখাৰ হ'বলৈ ধৰিলে। অসমীয়া সেনাৰ অব্যৰ্থ শেল আৰু কাঁড়ৰ আঘাতত দলে দলে মুছলমান-সেনা ভূতলশায়ী হ'ল। অসমীয়া সেনাসকলে দেখিলে, মিলগত মুছলমান সেনাপতিৰ বেশধাৰী এজন সেনানায়কে ৰণডঙ্কা দিবলৈ উন্মত্ত মুছলমান সেনাসকলক নব উৎসাহেৰে উছটাব লাগিছে। সন্দিকৈ বৰফুকনে নিজে তেওঁ থকা ঠাইলৈ ঘোঁৰা ধাৱমান কৰিলে। এইবাৰ ভীষণ নাদেৰে অসমীয়া সেনাই মুছলমান সৈন্য বিদীৰ্ণ কৰি অগ্ৰসৰ হ'ল। সিহঁতৰ সংখ্যাও তেতিয়া তেনেই তাকৰ, কাৰণ সৰহ ভাগেই ইতিপূৰ্বে অসমীয়াৰ হাতত ৰণত পৰে। সন্দিকৈ বৰফুকনে সসৈন্যে সেই সেনাপতিজনক বেৰি ধৰিবলৈ গ'ল। সৈন্যে যি দেখিলে, তেওঁ আৰু সেনাসকলে আশ্চৰ্য্যান্বিত হৈ আকাশী চৰণপৰা মানুহৰ দৰে কন্তেকপৰ স্তম্ভিত হৈ ৰ'ল; দেখিলে গদাধৰ সিংহ স্বৰ্গদেৱৰ ভায়েক গোবিন্দ কোঁৱৰে স্বজাতিৰ বিৰুদ্ধে মুছলমান সেনাক উছটাব লাগিছে। বৰফুকনে তেওঁক বেৰি, অসমীয়া সেনাৰ তত্ত্বাৱধানত থ'লে। ইতিমধ্যে মুছলমান সেনাই ৰণত থাকি এটি এটিকৈ সংগ্ৰাম ভূমীৰপৰা পলাই ফ'টি মাৰিবলৈ ধৰিলে। মঙ্গল খাঁ মূৰ্চ্ছিত হ'ল। ৰণেশ্বৰী অসমীয়াৰ প্ৰতি সুপ্ৰসন্না হ'ল। ইটাখুলিৰ যুদ্ধত অসমীয়া সেনাই মুছলমানক যুদ্ধ ভূমিৰ মোৰাবাকৈ হৰুৱালে। বিজয়গৰ্বী অসমীয়া সেনাৰ "জয় গদাধৰ সিংহ স্বৰ্গদেৱৰ জয়!" "জয় বৰফুকনৰ জয়!!" শব্দত আকাশ-পাতাল ধ্বনিত হ'ল। তাৰে এটা প্ৰতিধ্বনিয়ে যেন মোগল পাতছাহৰ আগত ক'লে, "আলমগীৰ! তোমাৰ অসম জয়ৰ আকাঙ্ক্ষা দলিয়াই পেলোৱা; তোমাৰ অভিবাঞ্ছা কাহিতো চৰিতাৰ্থ নহয়। এশবান বছৰৰ পাছত আন এজন গোবিন্দৰ জন্ম হ'ব, তেওঁৰ সাহায্যত বিজাতীয়ে আহি এই দেশ লণ্ডভণ্ড কৰিবহি আৰু কাটি মাৰি প্ৰজা খাতাং কৰিব। আন এটি ক্ষমতাপন্ন জাতিয়ে অত্যাচাৰীসকলৰ পৰা দেশ ৰক্ষা কৰি অসমীয়া-সকলক শান্তিসুখৰ সুশীতল ছাঁত জিৰাবলৈ সুযোগ দিব। তোমাৰ ৰাজ্যৰ ধ্বংসকাল উপস্থিত হ'বলৈ ধৰিছে। তোমাৰ সন্তিসন্ততি সকলেও সেই ক্ষমতাপন্ন জাতিৰ পৰাজয় মানিব, আৰু তাৰ সাহায্যত দ-কৈ উঠি অহা বিপ্লৱৰপৰা নিস্কৃতি লভিব। সেইকে তুমি যদি তৈমুৰৰ বংশ পৃথিৱীত ৰখাব খোজা, তেন্তে ৰাজ্যৰ মঙ্গল কামনা কৰাঁ, ৰাজ্য বিস্তৃতিৰ আকাঙ্ক্ষা সমূলকে ত্যাগ কৰাঁ।"

ইটাখুলিৰ যুদ্ধই মুছলমানৰে সৈতে আমাৰ চিৰকলীয়া শত্ৰুতাৰ সামৰণি পেলালে। ইয়াৰ পিছত আৰু সিহঁতে আমাক জোকাবলৈ সাহকে কৰা নাছিল; এনেকি অসমীয়াৰ সীমাতে ভৰি দিয়া নাছিল। ইটাখুলিৰ ৰণত মুছলমানৰ অতীতৰ আকাঙ্ক্ষা বিনষ্ট হয়। অসমীয়া সেনাৰ অপৰিমেয় শৌৰ্য্য আৰু ৰণনৈপুণ্য অতৰ্কিতভাৱে প্ৰমাণিত হয়। মুছলমান সেনাক পৰাস্ত কৰি, অসমীয়া সেনা-সকলে নিজ নিজ কোঠালৈ উলটি আহিল। গোবিন্দ কোঁৱৰক কেইজনমান বিশ্বস্ত সেনাৰ তত্ত্বাৱধানত উজনিলৈ পঠোৱা হ'ল। মহাৰাজা গদাধৰ সিংহ স্বৰ্গদেৱে যুদ্ধত জয়ৰ বাতৰি শুনি ৰাজ্যত জয়োপলক্ষে আনন্দোৎসৱৰ ঘোষণা কৰিবলৈ আদেশ প্ৰচাৰ কৰিলে, আৰু "বিহুৰূপ" উৎসৱৰ নিমিত্তে আয়োজন কৰিবলৈ আদেশ দিলে; কিন্তু নিজৰ সহোদৰ গোবিন্দ কোঁৱৰৰ এনে বিশ্বাসঘাতকতাৰ কথা শুনাত, স্বৰ্গদেৱৰ যেন এটি বিষাদৰ ৰেখা পৰিল। মন্ত্ৰীসকলৰে পৰামৰ্শ কৰি বন্দীত দি গোবিন্দৰ প্ৰাণ নাশৰ আজ্ঞা দিলে। ইটাখুলিৰ ৰণত জয়ৰ নিমিত্তে ৰাজ্যত মহা উৎসৱ হ'বলৈ ধৰিলে। উৎসৱৰ দিনা স্বৰ্গদেৱে হোলোংঘৰৰ চাঙৰ ওপৰত সম্পূৰ্ণ ৰাজকীয় সাজপাৰ পিন্ধি বহিল। চাঙৰ তলত ৰাই

ধোঁৱা-খাও, আহিলাপাতি, মুক্তা, পোৱাল, লাহৰি, পাৰৰি, বৰ্শা, ছিলৈ, বাৰু, হাতী, কণ, সোণ, তাম, পিতল, সীহ, ৰাং, গন্ধ, তাও আৰু বহুত বস্তু সেই যুধত পালে। পূৰ্ব্বাপৰে কোনো যুধত এতেক বস্তু পোৱা নাই। সেই যুধতে নবাবক পৰাস্ত কৰি সন্দিকৈ বৰফুকনে বঙ্গালক বঙ্গামাটি পৰ্য্যন্তে খেদি থ'লেগৈ। এই অৱধি আহোমৰে বঙ্গালৰে ৰণ নহ'ল। এই ৰণৰণৰা উলটি আহি, সন্দিকৈ বৰফুকনে মানাহকে পুনৰ-অসম আৰু বঙ্গালৰ ধৰ কৰি ৰাখিলেহি।

পাচে কালক্ৰমে এইজনা স্বৰ্গদেৱে ১৬১৭ শকৰ ১৩ ফাগুন কৃষ্ণা চতুৰ্থীত স্বৰ্গী হ'ল; ভোগ ১৪ বছৰ।

বাইলুঙজনে খিয় দি ক'ল। দেওধাই, মোহন আৰু বাইলুঙ পণ্ডিতসকলে ৰজাৰ মূৰত মন্ত্ৰ মাতি পবিত্ৰ কৰা পানী ঢালিলে সেই পানী চাকৰ বিকা এটিয়েদি তলত থকা জ্যোতিৰী বাইলুঙৰ গাত পৰিলগৈ। স্বৰ্গদেৱে পিন্ধা সাজপাৰ আৰু অলঙ্কাৰবোৰ গৈ বাইলুঙজনক দান কৰি, নতুন সাজ পিন্ধিলে। এই উৎসৱৰ পিছদিনাই গোবিন্দ কোঁৱৰক ৰৰণীত দিয়া হয়। এই দৰে তুংখুঙীয়া ফৈদৰ কলঙ্কস্বৰূপ গোবিন্দ কোঁৱৰৰ জীৱন অন্ত হয়। চাওতাফৰ বৰুৱাই স্বৰ্গদেৱৰ আগত কোঁৱৰৰ প্ৰাণ-দণ্ড উচিত বুলি ব্যক্ত কৰাত স্বৰ্গদেৱৰ চকু চুল-চুলীয়া হ'ল। ৰাজধৰ্ম্মৰ বশীভূত হৈ স্বৰ্গদেৱে গোবিন্দৰ প্ৰাণ-নাশৰ আজ্ঞা দিলে, কিন্তু আতুৰেহৰ পৰাজয় মানি, তাৰ চাপেকী ধৰণ চৰাইদেওত এটি পকী মৈদাম বন্ধালে।

# ৰুদ্ৰসিংহ

১৬১৭ শঁকত গদাধৰ সিংহ স্বৰ্গদেৱৰ বৰপুতেক লাই গোহাঁই সেই পাত্ৰমন্ত্ৰীৰে ৰজা হ'ল; মেটেকাতে শিঙৰি ঘৰ উঠি চুখ্ৰুংফা নাম ল'লে; হিন্দুমতে ৰুদ্ৰসিংহ নাম হ'ল।

এইজনা স্বৰ্গদেৱৰ দিনত প্ৰথমতে লক্ষকীয়া খাম্‌পেঙেই বুঢ়াগোহাঁই হৈ আছিল তেওঁৰ পাছত কুৰৈগঞা লাইচেঙ আৰু দিলিহীয়ালৰ আফুৰা খাম্‌পাত এই দুই ক্ৰমে বুঢ়াগোহাঁই হ'ল। বৰপাত্ৰ আছিল কেন্দুগুৰীয়া ৰামচন্দ্ৰ, পাছত সেই ফৈদৰে চেঙ্‌কঙ্‌ ৰাজমন্ত্ৰীৰ বাবে সহিতে বৰপাত্ৰ হ'ল। লাইথেপেনা বৰগোহাঁই; পাচে তেওঁ মৰিলত, তেওঁৰে পুতেক কমলাকান্তক বৰগোহাঁই পাতিলে। লাহনৰ টেমা বৰবৰুৱা, পাছত বকতিয়ালৰ বুঢ়াদদাই, আৰু পাতৰৰ কোটা ক্ৰমে বৰবৰুৱা হয়। পাচে কিছুকাল থাকি কোটাক বৰবৰুৱা ভাঙিলে আৰু তেওঁৰে ঠাইত দিহিঙীয়াৰ ডেকাক আনি সেই বিষয় দিলে। কিবা কথাত দাই ধৰি, কতো দিনৰ পাছত, স্বৰ্গদেৱে ডেকা দিহিঙীয়াকো বৰবৰুৱা ভাঙি, সন্দিকৈৰ মনাইক বৰবৰুৱা পাতিলে। এওঁকে "বৰাগী বৰবৰুৱা" বোলে। বৰফুকনৰ বিষয়ত কত কাল সন্দিকৈ বৰফুকনেই থাকিল। এই গৰাকী বৰফুকনেই

**ডা-ডাঙৰীয়াসকল**

হিলৈ চৰাতে দুই মূৰে মগৰ লগাই, বাবলৈ নাওবৈছা শিকাই, লাচ-চাব লগাই, স্বৰ্গদেৱক ৰং দেখাই 'মগৰি চৰা' আৰু 'বহৰিসেন' দুইবো খেল উলিয়ালে। এওঁৰ পাছত ক্ৰমে দুৱৰাৰ বৰজনা, পাতৰৰ ৰমা, এই দুই ক্ৰমে বৰফুকন হ'ল। ভেৰাৰ বেঙখোৱা সদিয়াখোৱা, জপৰজল চেটীয়াৰ মৰঙ্গীখোৱা, মাহুৰীয়াল বৰগোহাঁইৰ ফৈদৰ নাওবৈছা ফুকনৰ কলীয়া সলাল গোহাঁই; ৰূপ সন্দিকৈ ফৈদৰ ফুল বৰুৱাৰ পুতেক মিনাই, দুৱৰাৰ কনেঙ্‌চেঙ আৰু অভয়পুৰীয়া মিৰি সন্দিকৈৰ ৰামজয়, এই তিনি ক্ৰমে পানীফুকন; ৰূপ সন্দিকৈৰ, বুঢ়াগোহাঁইৰ, ফুলবৰুৱাৰ আৰু দুৱৰাৰ এই চাৰি বঙহৰ ক্ৰমে নাওবৈছা ফুকন হ'ল। গুৱাহটীয়া ডেকাফুকন ৰূপ সন্দিকৈৰ, লাহনৰ নগা কলীয়াবৰীয়া ফুকন, চেটীয়াৰ বুঢ়াচেটীয়া ফুকন; বাককিয়াল বৰগোহাঁইৰ, ফুলবৰুৱাৰ আৰু দুৱৰাৰ কন্‌চেঙ ক্ৰমে গড়গঞা ডেকাফুকন; চেটীয়াৰ ভগা বৰফুকন বন্দৰ; লাহনৰ ঘৰৰ আৰু মিৰি সন্দিকৈৰ তাম্ৰশূল ক্ৰমে দিহিঙীয়া ফুকন হ'ল। গড়গঞা সন্দিকৈৰ মোমাই, খিমৃতৰ পাতৰৰ আৰু যোঁৱা কোঁৱৰৰ ক্ৰমে দোলাকৰীয়া বৰুৱা হ'ল। লাকুলেদীয়া চেটীয়াৰ মেনাক প্ৰথমতে চোলাধৰা পাতিলে। পূৰ্ব্বে ৰজাদেৱৰ কোঁৱৰালি কালত

ৰকতিয়ালৰ ৰূপচন্দ্ৰ লিগিৰা হৈ আছিলে, পাচে তাকে আনি মেনাক ভাঙি চোলাধৰা বৰুৱা পাতিলে। লান্মাগ্ৰুৰ পুতাও স্বায়ম্বোধা ফুকন ; চেটীয়াৰ আৰু গড়গঞা সন্দিকৈৰ কলীয়া মেওগফুকন ; থিমৃতৰ পাতৰৰ পৰ্ব্বতীয়া ফুকন, বুঢ়াগোহাঁইৰ, গড়গঞা সন্দিকৈৰ, লাহনৰ, আৰু পূৰ্ব্বে জয়ন্তা যাবি অনা মনাই ক্ৰমে নেকফুকন ; গড়গঞা সন্দিকৈৰ মোমাই আৰু লাপেতিৰ চিকণ ক্ৰমে ভিতৰুৱাল ফুকন হ'ল। লাই সন্দিকৈ আৰু ভণ্ডাৰী চেটীয়া এই দুই কৈদৰ ক্ৰমে বাইজলীয়া ফুকন হ'ল, আৰু সেই লাই সন্দিকৈৰে মলথু মঠাডলীয়া ফুকন হ'ল। লাহনৰ আৰু ৰূপ সন্দিকৈৰ মানসিংহ বহা ৰাজখোৱা, গড়গঞা সন্দিকৈৰ ছন্দাৰো ছুলীয়া বৰুৱা, টাইু পাঁচনি জাতত কোঁচ, সেয়ে হ'ল, চাবিজীয়া বৰুৱা, বাইলুং ফুকন জাতত নৰা, চিবিংফুকন জাতত আহোম চিবিঙ ; থিলাধৰীয়া ৰাজখোৱা থিমৃতৰ পাতৰৰ ; আৰু গড়গঞা সন্দিকৈৰ টিলা চাবিজীয়া ফুকন হ'ল ; স্বৰ্গদেৱে থাৱৰ ঘৰৰ মানুহ ফালি আনি নিবুকিয়াল নামে এটা খেল পাতিলে, এই খেলৰ মানুহ স্বৰ্গদেৱৰ অতি বিশ্বাসী হ'ল। সিবোৰৰ ওপৰতে গড়গঞা সন্দিকৈৰ নিবুকিয়াল ৰাজখোৱা পাতিলে ; আৰু পূৰ্ব্বভগনত চক্ৰধ্বজ সিংহ মহাৰাজাৰ দিনত বৰচেটীয়া গৈ কছাৰীত সোমালগৈ। তাৰে পুতেক নাতিয়েকক পাই আনি মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱে কছাৰী চেটীয়া বুলিলে। সেই ঘৰৰ পকামুৰা স্বৰ্গদেৱত লিগিৰা থাকিছিলে ; নাচনীয়াল ছোৱালীৰ লগত দিছিলে, সেই আপাহতে তাক বেতকটীয়া বৰুৱা পাতিলে। 'ৰৰপাত্ৰৰ খেলত লিকচৌৱাল চাওবোকৰ লেহেতি-ৰজাত লিগিৰা থাকিছিলে ; ৰনৰাৰীৰ আপাহ পাই তাক ৰকতিয়াল বৰুৱা পাতিলে ; সি গুৰিত সামান্য ৰবাহী। লাহনৰ ঘৰৰ ঘৰফলীয়াৰ টৈলামুৰায়ো ৰজাত লিগিৰা থাকি আছিলে ; তাকো ৰনৰাৰীত ভাল পাই, হাৰিয়াল বৰুৱা পাতিলে। পাৰ্পনৰ হাতীমুৰীয়া পাচনি জাতত হাৰ কিনা ; তাকে পাখীমৰীয়া বৰুৱা পাতিলে।

**লিবুকিয়াল ৰাজখোৱা**

**ৰকতিয়াল বৰুৱা**

পাচে মঠাডলীয়া ফুকন (লাই সন্দিকৈৰ মলথু) বুঢ়াগোহাঁই হ'বলৈ খৰাত, আনোগোহাঁইবোৰে বোলে, অথন স্বৰ্গদেৱক সুধি চাওঁ ভেনে। পাচে স্বৰ্গদেৱে শুনি বোলে, সি এনে কথা ক'ব নেপায়। সি জাতত লাই সন্দিকৈ, সি কিয় বুঢ়াগোহাঁই হ'ব খুজিব ? এইবুলি পাচে মহাৰাজা বহুতৰ আঁতিগুৰিৰ বিচাৰ লগালে। পাচে গুকনিমৰীয়া চেটীয়া সামান্য ৰবাহী, লুখুৰাখনৰ খেলত দিলে। লুখুৰী চেটীয়া, খাতোৱাল চেটীয়া, হাটোৱাল চেটীয়া, বাঁহৰৰীয়া চেটীয়া, দিহিঙীয়া চেটীয়া, গড়গঞা চেটীয়া, লেকাই চেটীয়া, লাবু চেটীয়া, লান্মাগ্ৰু চেটীয়া, লিকচাই চেটীয়া, হালধিৰৰীয়া চেটীয়া, চাবিজীয়া চেটীয়া, বাঁহগড়ীয়া চেটীয়া, টুকৰীয়া চেটীয়া, ভণ্ডাৰী চেটীয়া, মেৰেকাই চেটীয়া, আৰু অনেক চেটীয়া পাই, মহাৰাজা কতোক লুখুৰাখনৰ খেলত দিলে ; কতোক গোহাঁইবোৰৰে

**চেটীয়াৰ ভিন্ ভিন্ কৈদ**

খেলত খাটিব দিলে। পাচে পাত্ৰৰ বিচাৰ লাগিল। নগাপাত্ৰ, চেটীয়া পাত্ৰ, লাহু পাত্ৰ, চপা পাত্ৰ, ভৰা পাত্ৰ, খাম্‌হাও পাত্ৰ, খিং-খিং, পাত্ৰ খিম্-ভৰ পাত্ৰ, পিতামুহে পাত্ৰ, ঘৰ পাত্ৰ, জন পাত্ৰ, খামুচি পাত্ৰ, খিচি পাত্ৰ, আৰু অনেক পাত্ৰ পালে। পূৰ্ব্বত মৰাণৰ লাহু যি বৰপাত্ৰ হৈছিলে, তাৰে পো-নাতিক পাই আনি, ৰুদ্ৰসিংহ মহাৰাজা মৰাণ-পাত্ৰ নাম দি, পাত্ৰবোৰৰ লগত দিলে। পাত্ৰবো কতোক কাঁৰী কৰিলে, কতোক গোঁহাইবোৰৰ খেলত খাতিব দিলে। আৰু লুখুৰাখনবো বিচাৰ লাগিল; তাকো বিচাৰি বিস্তৰ পালে; তাৰো ব্যৱস্থা কৰি থ'লে। আৰু স্বৰ্গদেৱে এই নিৰ্ব্বন্ধ কৰিলে বোলে, আমাৰ আগলৈ মানুহৰ চিন থাকিব লাগে। এতেকে তিনিজনা গোঁহাইৰ আপোন বংশৰ মানুহেহে গোঁহাই বুলিব, আনবোৰে গোঁহাই নাম নল'ব। ই তিনি বংশৰ বাহিৰে আন সাতঘৰীয়া আহোমৰ ল'ৰাই গঁগৈ বুলিব; তাৰ বাহিৰে আন আহোমে আহোমহে বুলিব, গঁগৈ বুলিব নোৱাৰিব। এনে নিয়ম কৰিলে। তেতিয়াৰ পৰাহে গোঁহাই-গঁগৈ হ'ল। ইয়াৰ আগে চেটীয়া, দুৱৰা আদি সাতঘৰীয়া আহোম বহুতে গোঁহাই নামহে লৈছিল। আৰু পূৰ্ব্বে জয়ন্তাৰ অহা বন্দাল; সিহঁতকে মহাৰাজা আমাৰ দেশৰ তিকতা দি ঠায়ে ঠায়ে পাতিলে। পাচে সিহঁতক হাতী মাউতৰ খেলত দিলে। আৰু পূৰ্ব্বে খোৱা ৰজা স্বৰ্গদেৱে হিলৈদাৰী বুলি যি কোঁৱৰৰ খেল পাতিলে; আৰু বামুণী কোঁৱৰ স্বৰ্গদেৱৰ দিনত যিবোৰ উজনীয়াল আৰু নামনীয়াল কোঁৱৰ হৈছিলে, সিবোৰেও গোঁহাই হ'ব খুজিলে, পাচে স্বৰ্গদেৱে হ'বলৈ নিদিলে।

**পাত্ৰৰ ভিন্ ভিন্ কৈল**

**গোঁহাই আৰু-গঁগৈ**

পাচে তেজিত গড় বান্ধিলে, আৰু মেটেকাত ৰংপুৰ নগৰ কৰিলে; আৰু ৰজাদেৱৰ মাতৃ জয়মতী কুঁৱৰীৰ নাম যুগমীয়া কৰিবলৈ বুলি, মাকক শান্তি কৰি মৰা ঠাইকে মাজ কৰি, তাতে নাগ বহুৱাই জয়সাগৰ পুখুৰী খানিলে আৰু তাৰ পাৰতে দৌল কৰালে। তাত বাজেও শিলৰ তলাতল ঘৰ, ৰংপুৰৰ কাৰেংঘৰ, ৰজনাথৰ কাকুৰা দৌল আৰু-পুখুৰী, নামডাঙৰ দুই শিলৰ সাঁকো, ডিমৌৰ দুই শিলৰ সাঁকো, খৰিকটীয়া আলি, দুৰবিয়নী আলি মেটেকাৰ আলি, এইসকল কৰিলে। গদাধৰসিংহ স্বৰ্গদেৱে পূৰ্ব্বে যিবোৰ মহন্তক চেউনী, বছা আদিত পাতিছিলে, সেইবোৰক এই মহাৰাজা আনি মাজালিত পাতিলেহি, আৰু সকলোকে বৰ-সৰু ক্ৰমে মৰ্য্যাদা দিলে। তেতিয়াৰ পৰাহে এনে বিবেচনা হ'ল, যে যিবোৰ মহন্তৰ মাজালিত ভেটি নাই; সেইবোৰ মহন্ত নহয়। তাত পাচে তলাতল ঘৰ কৰা বেহাৰবৰুৱা অনোৱা ঘনশ্যাম বঙাল খনিকৰক বটা-বাহন দি বিদায় দিলে। পাচে সি দেশলৈ যাবলৈ ধৰোতে, তাৰ হাতত থকা ৰঙবিলাক চোৱাংচোৱাই পৰীক্ষা কৰি চালে। পাচে তাত দেখা পালে যে তাৰ

**দ'ল, পুখুৰী, আদি**

লোটা এটাৰ দুখন তলি, দুইখন তলিৰ ভিতৰতে এখনি কাকত পোৱা গ'ল আৰু সেই কাকতত ৰংপুৰ নগৰৰ গড়, খাবৈ, আদি আদিৰ আঁকি লোৱা চিত্ৰ। সেই কথা মহাৰাজা শুনি, ঘনশ্যামৰ দুৰভিসন্ধি বুজিব পাৰি, তাক তত্তালিকে কাটিবলৈ আজ্ঞা কৰিলে। তাৰ পাচে মহাৰাজা জৰীদোল আৰু জয়সাগৰ পুখুৰী উচৰ্গা কৰিবৰ মনে বঙ্গ, বেহাৰ, কাশী, কনৌজ, আদি ঠাইৰপৰা অনেক শুদ্ধ ব্ৰাহ্মণ নিমন্ত্ৰণ কৰি আনিলে, আৰু স্বৰ্গদেৱৰ পুৰুহিতালি কাৰ্য্য কৰিবৰ নিমিত্তে কান্যকুব্জ প্ৰদেশৰ দামোজা নামক ধৰ্মসত্ৰৰপৰা তাৰ অধিকাৰ কৃষ্ণানন্দ গোস্বামীৰ দ্বিতীয় পুত্ৰ ৰমানন্দক সস্ত্ৰীক আনি, ৰাজ-পুৰোহিত পাতি ফুকন উপাধিৰে ভূষিত কৰিলে। পূৰ্ব্বে বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত যি ৰাজগুৰু এই দেশলৈ আহে, ৰমানন্দও সেই বংশৰে মানুহ বুলি, এওঁক ৰাজগুৰু ফুকন বুলিলে। পাচে যিদিনা দ'ল আৰু পুখুৰী উচৰ্গাৰ নিমিত্তে আয়োজন হ'ল, সেইদিনা জেৰেঙ্গা পথাৰত অলেখ মানুহৰ সমাগম হ'ল, কেউফালে গুৰিপকৰাৰ মুৰৰ দৰে প্ৰজাৰ মুৰ জিলিকিছিলে। ব্ৰাহ্মণসকলৰ লেখজোখ নাইকিয়া হৈছিল, অহা আহিছিলে, যোৱা গৈছিলে। স্বৰ্গদেৱ নিজে আৰু তিনি গৰাকী ডাঙৰীয়া প্ৰমুখ্যে বৰবৰুৱা আদি অনেক ডাঙৰ বিষয়া তাত স্বয়ং উপস্থিত আছিলে। ঢোল, খোল, পেঁপা, কালি, ৰৰকাঁহ

**জয়সাগৰৰ দ'ল পুখুৰী উচৰ্গা**

আদিৰ মাতত তাত কাৰো মাত ক'তো শুনিবলৈ পোৱা নহৈছিল। অসংখ্য প্ৰজাৰ বেহৰূপ, প্ৰকাণ্ড জয়সাগৰ পুখুৰী, আৰু আকাশলঙ্ঘা জয়দ'লৰ গুৱনী দৃশ্যই সকলোকে বিমোহিত কৰিছিল। সকলোৰে মনত সেইদিনা এনে ভাব হৈছিল যেন সতী পতিব্ৰতা জয়মতী কুঁৱৰী সেইদিনা তাত বিৰাজমানা। সেইদিনা জয়সাগৰৰ চাৰিও পাৰত ইটোৰ গাত সিটো লগালগিকৈ লানি পাতি থোৱা কপ খটোৱা আৰু সোণৰ পানী চৰোৱা তামৰ কলহ। প্ৰতি কলহত অনুমান পাঁচসেৰকৈ পানী, আৰু আম পাত, এৰীসূতা, আদি পূজাৰ লাগতিয়াল বস্তু বিলাকেৰে কলহবিলাক বিভূষিত; আৰু প্ৰত্যেকটো কলহৰে ওচৰত একোজন ব্ৰাহ্মণে বহি পূজা কৰিছিল।

পাচে যেতিয়া উচৰ্গাকাৰ্য্য সম্পূৰ্ণৰূপে সম্পন্ন হ'ল, তেতিয়া সেই সমবেত ব্ৰাহ্মণ-মণ্ডলীৰ ভিতৰৰে ব্ৰাহ্মণ এজনে সেই আটাইবিলাক তামৰ কলহ পাবলৈ স্বৰ্গদেৱৰ ওচৰত প্ৰাৰ্থনা জনালে। এনেকুৱা মহোৎসৱৰ দিনা, ব্ৰাহ্মণক বিমুখ কৰাটো বৰ টান, অথচ সেই ব্ৰাহ্মণজনৰ অভিলাষপূৰ্ণ কৰাটোও সিমান সম্ভৱপৰ নেদেখি, স্বৰ্গদেও বিমোৰ হ'ল। কিছুপৰ তলকা মাৰি থাকি স্বৰ্গদেৱে ব্ৰাহ্মণজনক ক'লে বোলে, দেউ! এই বিলাকলৈ বহুতে আশা কৰিছে; এজনৰ অতি আশাত বাকী সকলোটিকে নিৰাশ কৰাটো উচিত কৰ্ম্ম নহ'ব। ইফালে মোৰ স্বৰ্গগতা মাতৃৰ স্মৃতিৰ উদ্দেশ্যে কৰা এই সদনুষ্ঠানৰ দিনা অৱশ্যে এজন ব্ৰাহ্মণক সন্তোষ দিয়াটোও মোৰ কৰ্ত্তব্য। এতেকে এতিয়া মই দুয়োফালে চাব লগা হ'ল, গতিকে তোমাক মই এটা পাৰৰ চাৰি ভাগৰ এভাগ মাথোন

সামগ্ৰী দিব পাৰিম। স্বৰ্গদেৱৰ কথা শুনি ব্ৰাহ্মণজনে মান্তি হ'ল, আৰু তুৰন্তে সেই কথা কেউফালে প্ৰকাশ হৈ পৰিল। তেতিয়া নানা জনে নানা মত প্ৰকাশ কৰিবলৈ ধৰিলে; কোনো কোনো ব্ৰাহ্মণে বোলে, মৰে যদি এই কথা স্বৰ্গদেৱক আগ ধৰি জনালোহেঁতেন এইবুলি অনেকে অসন্তোষ প্ৰকাশ কৰিবলৈ ধৰিলে, সেই যাহ'ক, সেই ব্ৰাহ্মণজনে চাৰিটা পাবৰ এটাৰ চাৰিভাগৰ এভাগ সামগ্ৰী ঘৰলৈ নিলে। সেইবোৰ নিবলৈ ভুগ হজুৰাৰ আৱশ্যক হৈছিল; আৰু সেই হজুৰাবোৰো ৰজাঘৰৰ আদেশ মতেই দিয়া হৈছিল।

**আক্ৰোহী ভট্টাচাৰ্য্য**

সেই ব্ৰাহ্মণজনৰ আশা, আকল, সাহ আৰু আক্ৰোহ দেখি স্বৰ্গদেৱে "আক্ৰোহী ভট্টাচাৰ্য্য" নাম দিলে।

স্বৰ্গদেৱৰ হিন্দুধৰ্ম্মৰ প্ৰতি অচলা ভক্তি, আৰু হিন্দুধৰ্ম্ম মতেই প্ৰবৰ্ত্তনো কৰি আহিছে। পাচে ডা-ডাঙৰীয়া আদি প্ৰধান বিষয়াসকলে স্বৰ্গদেৱক শৰণ ল'বলৈ বুলিলে। স্বৰ্গদেৱো তাত মান্তি হ'ল, পাচে এই দেশৰ সকলো লোকেই স্বৰ্গদেৱৰ বন্দী, গতিকে মহন্তৰ ঠাইত শৰণ ল'লে, সেই মহন্তক মূৰ দোঁৱাই সেৱা কৰিব লাগিব, এতেকে স্বৰ্গদেৱে কেনেকৈ বন্দীক সেৱা কৰিব, এইবুলি শৰণ ল'বলৈ ইকাণ-সিকাণ কৰিলে। পাচে ডা-ডাঙৰীয়াসকলেৰে আলচি নদিয়া শান্তিপুৰৰ সমীপৱৰ্ত্তী সিমলাগ্ৰামৰ গঙ্গাতীৰ-বাসী শোভাকৰ ভট্টাচাৰ্য্যৰ ঘৰৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যক অনাই শিষ্য হ'বৰ অভিপ্ৰায় কৰি, বৰফুকনলৈ কৈ আনিবলৈ খাওন্দ পঠালে।

ইয়াৰ পাছত মহাৰাজাই নগাঁৱৰ মিছামুখৰ বাহৰলৈ গৈ, জয়ন্তাৰ দেশ আক্ৰমণ কৰিবলৈ বৰাগী বৰবৰুৱাকে পানীফুকনকে ফৌজ দি পঠালে। আমাৰ ফৌজ যাবৰ শুনি, জয়ন্তাৰ ৰজা ৰামসিংহ ভয় পাই আপোন মনে ধৰিবলৈ আহিল, আৰু তেঁৱে কছাৰী ৰজা তাম্ৰধ্বজৰ ওচৰলৈকো কটকী পঠাই মতাই অনালে। ইয়াৰ পাচত, আমাৰ মহাৰাজা উজাই আহি এই দুই ৰজা সহিতে বিশ্বনাথতে সম্ভাষা হ'ল, আৰু দুই ৰজাক লৈ, মহাৰাজা ৰংপুৰলৈ আহিল। পাচে তিনিও ৰজাই আপোন দেশৰ বিষয়ে কথাবাৰ্ত্তা হৈ কলং, কপিলী আৰু কলীং নদীকে সীমা স্থিৰ কৰিলে। কিছুদিন থাকি জয়ন্তাৰ ৰামসিংহ ৰজা ৰংপুৰতে মৃত্যু হ'ল। তাৰ পাছত আমাৰ মহাৰাজা কছাৰীৰ তাম্ৰধ্বজ ৰজাক বঁটা-বাহন দি দেশলৈ বিদায় দিলে। এই উপলক্ষে ৰংপুৰ নগৰত মহাৰাজা এক উৎসৱ পাতিছিলে। পূৰ্ব্বে কুমন্ত্ৰীৰ কথা শুনি স্বৰ্গদেৱে আপোনাৰ সহোদৰ ভাই লেচাই গোহাঁইদেৱক দণ্ডী কৰিছিলে, পাচে সেইটো একেবাৰে মিছা হেন জানিব পাৰি, এই উৎসৱতে তাৰেকক মতাই আনি পুনৰ নামৰূপীয়া ৰজা পাতিলে। সেইদিন ধৰি ৰজাৰ বংশৰ নামৰূপীয়া ফৈদটো প্ৰধান হ'ল।

স্বৰ্গদেৱে দূৰণী দেশৰ ৰজাসকলে সৈতে পত্ৰেৰে মিত্ৰতা কৰি, সেই সেই দেশৰ পৰা হীৰা, পান্না, মুকুতা প্ৰভৃতি ভাল বস্তু আনিবলৈ বহুলোক পঠাইছিল। সেইবোৰৰ

গলাই বৰাগীবেলৰ সৃষ্টি হ'ল, আৰু সেই বেলতে থাওন্দ পাতিলে। বৰাগী আৰু থাওন্দ পূৰ্ব্বৰ জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনৰেপৰা আছিলে, কিন্তু তেতিয়া বেল বহুতীয়া হোৱা নাছিল। তেতিয়া বৰাগীবিলাক বজাৰ গুৰুচৰৰ নিচিনা আছিল। সন্ন্যাসীৰ বেশেৰে সিহঁতে গোপনে গোপনে অন্য দেশৰ আচাৰ-ব্যৱহাৰ আৰু আলেখ-লেখ চাই ফুৰিব লাগিছিল। সেই থাওন্দবোৰে বৰ্গী ৰজাসকলৰ অস্থিও গঙ্গাত লগাবলৈ নিব লাগে, আৰু বিদেশৰপৰা কোনো দ্ৰব্যাদি আনিবলৈ সিহঁতক পঠোৱা হৈছিল। নাচিব পৰা, ভালকৈ গীত গাব পৰা, বাদ্য বজাব জনা, এনে লোক বহুতো আৰু কঁহাৰ, কমাৰ, সোণাৰি, দৰ্জী এনে অনেক শিল্পকাৰ মানুহো স্বৰ্গদেৱে বিদেশৰপৰা অনাই ঠায়ে ঠায়ে পাতিলে। আমাৰ দেশৰ সোণাৰিক ভালকৈ বাখৰ পতাব আৰু খাঁজিবলৈ শিকাবৰ নিমিত্তে সুদূৰ মাৰোৱাৰ প্ৰদেশৰপৰা তেনে কাম জনা মানুহো অনোৱা হৈছিল আৰু সিহঁতৰ ধৰ্মকাৰ্য্যাদি সুবিধাৰূপে যাতে সম্পন্ন হয়; সেই বুলি সেই প্ৰদেশৰপৰা ব্ৰাহ্মণো অনাই ইয়াত পতা হৈছিল। স্বৰ্গদেৱৰ বিদ্যাশিক্ষাৰ প্ৰতিও বৰ আগ্ৰহ আছিল। সেই কাৰণে তেওঁ ঠায়ে ঠায়ে পঢ়াশালি পতালে, ভাটীৰপৰাও ভালেমান পণ্ডিত ব্ৰাহ্মণ অনালে, কোনো কোনো ব্ৰাহ্মণৰ ল'ৰাক ভাটীলৈও পঢ়িবলৈ পঠালে আৰু ক্ৰমে ব্ৰাহ্মণসকলৰ শক্তিবিধি ৰজাৰ চাৰদলৈ দৃঢ় হ'বলৈ ধৰিলে।

ইকালে বৰফুকনৰ দূত গৈ শান্তিপুৰৰ কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ ওচৰ পাই তেওঁক স্বৰ্গদেৱৰ আৰু বৰফুকনৰ পত্ৰ দিলেগৈ। ভট্টাচাৰ্য্যে প্ৰথমে এই দেশলৈ আহিবলৈ মন নকৰিছিলে, পাছে ইয়াতে কামাখ্যা তীৰ্থ আছে জানি আহিবলৈ মন কৰিলে। আমাৰ স্বৰ্গদেৱেও ভাবিছিলে, ভাটীৰপৰা অহা ভট্টাচাৰ্য্য জনা সামান্য মানুহ নহয়, দেৱযোনীৰ লোক হ'ব। ভট্টাচাৰ্য্যৰ ঘৰ পবিত্ৰ গঙ্গাতীৰত হোৱাৰ নিমিত্তে মহাৰাজাৰ সেই বিশ্বাস আৰু দৃঢ়তৰ হ'ল। পাছে গঙ্গাদেৱীক নিজৰ দেশৰ ভিতৰ কৰি ল'বৰ মনেৰে কোচ গোটাই লৈ, পুতেক শিৱসিংহক যুৱৰাজ পাতি, স্বৰ্গদেৱে নিজে ভাটীলৈ ওলাই গুৱাহাটী পালেগৈ। পাছে ভাটীৰ ভট্টাচাৰ্য্যে সহিতে ইয়াৰ মাজতে সাক্ষাৎ হোৱাত স্বৰ্গদেৱৰ সেই বিশ্বাস গুচিল। স্বৰ্গদেৱে প্ৰথমতে ভট্টাচাৰ্য্যত শৰণ ল'বলৈ অনিচ্ছা প্ৰকাশ কৰিলে, পাছে ব্ৰাহ্মণ আদি ভাল ভাল লোকে তেওঁত শৰণ লোৱাত, স্বৰ্গদেৱে নিজেও নীলাচলত তেওঁৰ মন্ত্ৰ গ্ৰহণ কৰিলে। আৰু সততে তাতে থাকিবলৈ দি, বন্দীবেটী আৰু ব্ৰহ্মোত্তৰ মাটি বৃত্তি দিলে। পৰ্ব্বতত থকাৰ নিমিত্তে 'পৰ্ব্বতীয়া গোসাঁই' নাম হ'ল। পাছে গুৱাহাটীতে স্বৰ্গদেৱ নৰিয়া পৰি ১৬৩৬ শকৰ ১৩ ভাদ্ৰ কৃষ্ণা দ্বিতীয়াত স্বৰ্গী হ'ল; আৰু মণিকৰ্ণেশ্বৰ পৰ্ব্বতত স্বৰ্গদেৱক নি কাঠ-সংস্কাৰ কৰিলে। মৃত্যুৰ পূৰ্ব্বেই স্বৰ্গদেৱে এইদৰে কৈ গ'ল বোলে, মোৰ কোঁৱৰবোৰে, ৰজাগোহাঁইক এৰি, জ্যেষ্ঠানুক্ৰমে ৰাজ্য ভোগ কৰিব; আৰু কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ শিষ্য হ'ব। ৰজাগোহাঁইক

মোহনমালা দেৱ নামেও জানে; সৰুকালতে বসন্ত ওলোৱাত তেওঁৰ মুখত গুটিৰ চিন থাকি গ'ল; সেই কাৰণে তেওঁ ভৱিষ্যতে ৰাজপাটত উঠিবলৈ অযোগ্য হ'ল।

স্বৰ্গদেৱৰ সাতজনা কুঁৱৰী; সন্দিকৈ বৰফুকনৰ দুই জীয়াৰীৰ এজনী বৰকুঁৱৰী, ভনীয়েক সৰু কুঁৱৰী; মাজুবিয়াল বৰগোহাঁইৰ দুই জীয়েকৰ, বৰ গৰাকীৰ নাম কেঁচী; এওঁ পৰ্ব্বতীয়া কুঁৱৰী, ভনীয়েক বৰমাহী কুঁৱৰী। এই চাৰি গৰাকী মুখ্য কুঁৱৰীৰ বাহিৰেও পানীফুকনৰ জীয়েক লাই সন্দিকৈৰ মঠাডলীয়া ফুকনৰ জীয়েক, আৰু নাগেন্তিৰ জীয়াৰী, এই তিনি গৰাকী চমুৱা কুঁৱৰী আছিল। বৰ কুঁৱৰীৰে নাগেন্তিৰ জীয়াৰীৰে সতিসন্তান নাই; পৰ্ব্বতীয়া কুঁৱৰীৰ এটি ছোৱালী, আৰু শিৱসিংহ, বৰমাহী কুঁৱৰীৰ প্ৰমত্তসিংহ, মঠাডলীয়া ফুকনৰ জীয়েকৰ মোন্দা গোহাঁই (পাছলৈ ৰাজেশ্বৰ সিংহ) আৰু সৰু কুঁৱৰীৰ কালশিলীয়া গোহাঁই (পাছলৈ, লক্ষ্মীসিংহ), আৰু পানী ফুকনৰ জীয়েকৰ মৰণগোহাঁই বা মোহনমালা দেৱ। বয়সত মোহনমালা দেৱ কেউগৰাকী কোঁৱৰতকৈ বৰ।*

স্বৰ্গদেও ভাটীলৈ ওলাই গুৱাহাটীলৈ যাওঁতে বাটত কালশিলা বাহৰত সৰু কুঁৱৰীৰ কোঁৱৰটিৰ জন্ম হয়, আৰু সেই বাহৰৰ নামেৰেই তেওঁক কালশিলীয়া গোহাঁই বুলিলে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ভোগ ১৮ বছৰ ৬ মাহ। আহোম ৰজাসকলৰ ভিতৰত্ এওঁ সৰ্ব্বপ্ৰধান আছিল; আৰু এওঁৰ দিনত প্ৰজাবিলাকে ৰাম ৰাজ্যত বাস কৰাৰ ৰূপে শান্তি উপভোগ কৰিছিল। ১১৫১ শকত চুকাফা ৰজাই এই দেশত যি আহোম ৰাজ্যৰ গুটি সিঁচে, এইজনা স্বৰ্গদেৱৰ দিনত সেই গুটি গজি গছ হয়, আৰু এওঁৰ মৃত্যুৰ লগে লগে সেই গছ ক্ৰমশঃ লেৰেলিবলৈ আৰম্ভ কৰে। এওঁক আহোম ৰজাবিলাকৰ ভিতৰত আকবৰ বুলিব পাৰি। এওঁৰ পূৰ্ব্ববৰ্ত্তী ৰজাসকলে আহোমৰ বাহিৰে অন্য ইতৰ জাতীয় মানুহক কোনো দায়িত্বপূৰ্ণ ৰজাঘৰীয়া বিষয় নিদিছিল। মুছলমান বাদচাহবিলাকৰ ভিতৰত আকবৰে যেনেকৈ হিন্দুবিলাকক তেওঁৰ প্ৰধান প্ৰধান কৰ্ম্মচাৰী পাতি লৈ হিন্দুমুছলমান উভয়ৰে প্ৰীতিভাজন হৈছিল, এইজনা মহাৰাজায়ো বৰবৰুৱা, বৰফুকন আৰু চ'ৰাৰ চকৰা ফুকন কেইজনাৰ বিষয় কেৱলৰ বাহিৰে, আন আন প্ৰধান বিষয়বিলাক আন জাতীয় মানুহকো দিবলৈ ধৰে। এওঁৰ দিনৰ পৰাহে বৰুৱা, ফুকন, ৰাজখোৱা ইত্যাদি বিষয়বিলাক আন জাতিৰ ভিতৰতো চলিল।

বুৰঞ্জী পঢ়ি এওঁৰ লৰা কালৰ বিষয়ে একো বুজিব নোৱাৰি, আৰু তেওঁ কিয়া শিক্ষা পাইছিল সে নাই পোৱা, তাকো সঠিক ক'ব পৰা নাযায়, কিন্তু তেওঁৰ কাৰ্য্য-বিলাকলৈ চাই, দেশত শিক্ষা বিস্তাৰ কৰিবলৈ যত্ন কৰালৈ চাই, তেওঁক এজন শিক্ষিত

* ৺কাশীনাথ তামুলীফুকনে শিৱসিংহ আৰু প্ৰমত্ত সিংহ এই দুইজনকে একেগৰাকী কুঁৱৰীৰ সন্তান বুলিছে, আৰু ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱাই কয় যে স্বৰ্গদেৱৰ তিনিগৰাকী কুঁৱৰীৰপৰা শিৱ সিংহ, প্ৰমত্ত সিংহ, মোহনমালা দেৱ, ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মী সিংহ নামে পাচজনা কোঁৱৰ আছিল। ৺ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰেও ৺তামুলী ফুকনকে অনুসৰণ কৰি শিৱ সিংহক, প্ৰমত্ত সিংহক একেগৰাকী কুঁৱৰীৰে সন্তান বুলিছে, কিন্তু প্ৰকৃততে তেওঁলোক সহোদৰ নহয়।

আৰু বিচক্ষণ পুৰুষ বুলি ধৰিব লাগে। তেওঁ এজন বৰ বুদ্ধিমান, বিবেচক, মৰমিয়াল, বডিয়াল, ধাৰ্ম্মিক আৰু প্ৰজাৰঞ্জক ৰজা আছিল। তেওঁ অলপ আত্মাভিমানী আছিল হয়, কিন্তু তেওঁৰ গুণবিলাকৰ লগত তুলনা কৰিলে, সেই দোষক দোষ বুলিবই নোৱাৰি। "একোহি দোষো গুণ সন্নিপাতে নিমজ্জতীন্দুকিৰণেষ্বিবাঙ্ক।" তেওঁ গুণত যেনে উজলা আছিল, ৰূপতো তেনেই ধুনীয়া আৰু শুৱনী আছিল। ইংলণ্ডৰ ৰাণী কুইন এলিজাবেথৰ দৰে তেওঁ কুৰূপ মানুহক দেখিবলৈ বেয়া পাইছিল। আনকি, তেওঁৰ নিজৰ পুতেক, কোঁৱৰ লক্ষ্মীসিংহ অলপ ক'লা হোৱা বাবে, তেওঁক মৰম নকৰিছিল। তেওঁ সজোৱা জয়সাগৰৰ দ'লৰ গাত যুদ্ধৰ সাজেৰে ঘোঁৰাৰ ওপৰত উঠি থকা যি এটা মূৰ্ত্তি কটা আছে, সেইটো তেওঁৰে প্ৰতিমূৰ্ত্তি বুলি কয়। সেইটো যদি আচলতে তেওঁৰে মূৰ্ত্তি হয়, তেনেহলে বাস্তৱিকেই তেওঁ যে এজন বৰ ধুনীয়া আৰু ৰাজযোগ্য পুৰুষ আছিল, তাত কোনো সন্দেহ নাই।

হিন্দুধৰ্ম্মত তেওঁৰ বৰ মতি আছিল। তেওঁৰ দিনৰপৰাই হিন্দুধৰ্ম্মত আহোমৰ আসক্তি বাঢ়িল। পূৰ্ব্বে গদাধৰ সিংহ স্বৰ্গদেৱে অনেক মহন্তক চেউনী বছা আদি ঠাইত পাতি, বলেৰে অনেক মহন্তৰ হাতত কোৰ, আৰু মূৰত পাচি দি, হজলৈ পাঠিয়াইছিল, দুষ্টৰ চক্ৰান্তত পৰি অনেক সন্তসাধুৱেও এই অৱস্থা ভুগিবলৈ লৈছিল। সেই সময়ত অনেকে দেশ এৰি যাবলৈ ধৰিলে, আৰু সমাজত নানা ৰকম বিশৃঙ্খলা উপস্থিত হৈছিলে। পাচে ৰুদ্ৰসিংহ স্বৰ্গদেৱে বহু পৰিশ্ৰম কৰি মহন্তবিলাকক মতাই আনি, বেলেগ বেলেগ শ্ৰেণীত ভাগ কৰি, ডাঙৰ-সৰু অনুসাৰে শিষ্য বাঁটি দি মাজুলিত পাতিলে। যিবোৰক মহন্তৰ শাৰীৰপৰা গুচালে, সেইবোৰক বৰা, শইকীয়া, বাৰিক আদি সৰু সৰু বিষয় দিলে। এইদৰে তেওঁ বহুত পৰিশ্ৰম কৰি সকলোৰে দিহা লগাই, তাৰ পাছত ৰজাঘৰীয়া বিষয়াসকলৰ সংস্কাৰত হাত দিয়ে। গদাধৰ সিংহ স্বৰ্গদেৱে আগৰ বিষয়াসকলৰ কোনোক ভাঙি, কোনোক মাৰি, তেওঁবিলাকৰ ঠাইত ন ন বিষয়া সুমাই লোৱাত ৰাজ্যৰ সুশাসনত কিছু বিঘিনি জন্মিছিল, আৰু দেশত বৰ হুলস্থুল লাগিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে উপযুক্ত লোকসকলক শাসনকাৰ্য্যত সুমাই, দেশত আকৌ শান্তি স্থাপন কৰে। মহাৰাজা স্বৰ্গনাৰায়ণৰ দিনতেই হিন্দুধৰ্ম্ম ৰাজধৰ্ম্ম বুলি পৰিগৃহীত হয় ; তাৰেপৰা এওঁৰ দিনলৈকে প্ৰায় দুশ বছৰ, কিন্তু এই দুশ বছৰৰ ভিতৰত, এওঁৰ দিনতেই হিন্দুধৰ্ম্মে বহুত উন্নতি কৰে। এওঁ শান্তিপুৰৰপৰা শোভাকৰ ভট্টাচাৰ্য্যৰ ঘৰৰ কৃষ্ণৰাম ভট্টাচাৰ্য্য ন্যায়-বাগীশ নামে এগৰাকী শুদ্ধ ভট্টাচাৰ্য্য গোসাঁই অনাই, তেওঁৰ ওচৰত দীক্ষিত হয় ; আৰু তেওঁৰ অনেক ডাঙৰ ডাঙৰ বিষয়াকো মন্ত্ৰ গ্ৰহণ কৰায়। শিক্ষাবিস্তাৰ কৰিবলৈকো এইজনা মহাৰাজাৰ বৰ ইচ্ছা আছিল। এওঁ গাঁৱে গাঁৱে একোখানি পঢ়াশালি আৰু কোনো কোনো ঠাইত বঙ্গদেশৰ টোলৰ দৰে ছাত্ৰশালি পাতি দিছিল ; আৰু ভাটী দেশত পঢ়ি আহিবলৈকো কেইজনমান বামুণৰ লৰা পঠিয়াইছিল।

যি যি বিষয়ত দেশৰ উন্নতি হ'ব পাৰে, মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱে তাৰ সকলোবিলাকতে হাত দিছিল। এই দেশৰে সৈতে আন আন দেশৰ মাজত বেহা বেপাৰ চলাবলৈ তেওঁ বৰ পুৰুষাৰ্থ কৰিছিল। তেওঁ এইটো ভালকৈ বুজিছিল যে দেশজাত বস্তু বিদেশলৈ পঠিয়াই, তাৰ সলনি বিদেশজাত বস্তু আনি আপোন দেশ চহকী কৰাই বেহাৰ আচল অভিপ্ৰায়; আৰু তাক কাৰ্য্যত পৰিণত কৰিবলৈ তেওঁ এফেৰিও ত্ৰুটি নকৰিছিল। তেওঁ সেই অভিপ্ৰায়েৰেই বঙ্গদেশৰ নবাব, পঞ্জাবৰ ৰজা আৰু মধ্যভাৰতৰ ৰজাসকলৰ লগত মিত্ৰতা কৰি, সেইবোৰ দেশলৈ হাতী দাঁত, মেজাঙ্কৰী, মজাঠি, মুগাসূতা, মুগা কাপোৰ ইত্যাদি বস্তু পঠিয়াই, তাৰ সলনি হীৰা, মাণিক মুক্তা, আদি বস্তু দেশলৈ আনিছিল। তেওঁৰ দিনত তিব্বত দেশৰে সৈতেও এই দেশৰ বৰ ডাঙৰ ভাবেৰে বেহা চলিছিল। দেশত শিল্পৰ উন্নতি কৰিবলৈও তেওঁ বৰ চেষ্টা আৰু পৰিশ্ৰম কৰিছিল। সেই ভাবেৰে তেওঁ বঙ্গদেশ আদিৰপৰা বহুত সোণাৰি, কঁহাৰ, তাঁতী আৰু দৰ্জ্জী অনাই দেশত পাতিলেহি। উদয়াদিত্য সিংহৰ দিনৰেপৰা গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনলৈকে দেশত বৰ বিগ্ৰহ আৰু হুলস্থূল উপস্থিত হৈছিল। গদাধৰ সিংহই সিংহাসনত উঠিয়েই সেইবিলাক সংস্কাৰ কৰিবলৈ ধৰিছিল, আৰু কিছু পৰিমাণে কৃতকাৰ্য্যও হৈছিল; তথাপি এওঁৰ দিনতহে সেইবোৰ বিপ্লৱে একেবাৰেই শান্ত ৰূপ ধৰে। গদাধৰ সিংহই যি মুছলমানী পিয়ল চলাবলৈ আৰম্ভ কৰিছিল, তেওঁ তাক সম্পূৰ্ণ কৰিব নোৱাৰিলে; এওঁহে তাক সম্পূৰ্ণ কৰিলে। দেশৰ উৎপন্ন, ভগন, সকলো বিষয় আৰু সৰ্ব্বসাধাৰণ মানুহৰ অৱস্থা এওঁ ভালকৈ বুজিব পাৰিছিল, আৰু সেই বুলি এওঁ দেশৰ প্ৰকৃত উপকাৰো কৰিছিল। এওঁ বৰ মৰমিয়াল ৰজা আছিল। আহোম ৰজাবিলাকে ৰাজপাট গ্ৰহণ কৰিবৰ সময়ত "শিঙৰী ঘৰ"ত উঠোঁতে এটি নৰবলি দিয়াৰ দস্তুৰ অতি পুৰণি কালৰেপৰা চলি আহিছিল। ইজনা মহাৰাজাৰ কিন্তু এনে নিষ্ঠুৰতা সহ্য নহ'ল। এওঁ নৰবলিৰ বদলি এটা ম'হৰ বলিৰ নিয়ম চলালে। এই কাৰ্য্যলৈ মনত পৰিলে, এওঁলৈ ভক্তি আৰু প্ৰেমেৰে হৃদয় পৰিপূৰ্ণ হয়। আৰু দেৱতা বুলি পূজা কৰিবলৈ মন হয়।

এওঁ বৰ ৰজিয়াল আছিল। হাতী-যুঁজ, কুকুৰা-যুঁজ, শেন-মেলা আদি খেল এই দেশত এইজনা মহাৰাজাই প্ৰথম চলায়। এইবোৰ খেল চাবৰ আৰু আনকো দেখুৱাবৰ অভিপ্ৰায়েৰেই যুকলি পথাৰৰ মাজত "ৰঙ্ঘৰ" সজাইছিল। এওঁৰ দিনত

**ৰঙ্ঘৰ**

বাহিৰত তেনে কোনো ৰণ-বিগ্ৰহ নাছিল। প্ৰত্যেক জাতিৰে বুৰঞ্জী পঢ়িলে আমি দেখিবলৈ পাওঁ যে বিজিত জাতিতকৈ বিজেতা জাতিৰ সংখ্যা কম বা তাকৰ হ'লেও, বিজেতা জাতিয়ে চিৰকালেই বিজিত বিলাকৰপৰা বিজেতাসকলৰ এটা পাৰ্থক্য ৰাখিছিল বা ৰাখিবলৈ চেষ্টা কৰিছিল। এইজনা স্বৰ্গদেও কিন্তু তেনে ভাবৰ পৰা বহুত আঁতৰত আছিল।

# শিৱসিংহ

পাচে ১৬৩৬ শকত যুৱৰাজ শিৱসিংহ ৰজা হ'ল, আৰু শিদবি ঘৰত উঠি আহোম মতে চুতন্‌ফা নাম ল'লে, আৰু পিতৃৰজাৰ পূৰ্ব্বানুমতি মতে সেই সিমলা গ্ৰামনিবাসী কৃষ্ণৰাম ভট্টাচাৰ্য্যতে শিষ্য হ'ল, আৰু উজনি আৰু ভাটী কামৰূপতো মাটি মানুহ এনে বৃত্তি ব্ৰহ্মোত্তৰ কৰি দিলে। পাচে ভট্টাচাৰ্য্যৰ মনস্কৰূপে গুৱাহাটীৰ নীলাচল পৰ্ব্বতত সততে থাকিবলৈ তালৈকে ঘৰ কৰাই দিলে ; এই হেতুকে পৰ্ব্বতীয়া গোসাঁইৰ থাবা শাস্ত্ৰানুসাৰে সকলো দেৱতাৰ পূজাৰ ব্যৱস্থাবিধি উলিয়াই দেৱালয় সকল নিবন্ধ কৰিলে। পাচে মহাৰাজা অশ্বক্ৰান্ততে আৰু দীৰ্ঘেশ্বৰীতে দৌল কৰালে।

অশ্বক্ৰান্তৰ দ'ল।
দীৰ্ঘেশ্বৰীৰ দ'ল।

সাধাৰণতে আহোম ৰজাসকলৰ বৰজনা কোঁৱৰহে ৰাজপাটৰ উত্তৰাধিকাৰী হয়। সেই নিয়ম অনুযায়ী মনগোহাঁই দেওহে ৰজা হ'ব লাগিছিল। মনগোহাঁই দেও ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ প্ৰথম পুত্ৰ, তেওঁ দেখনিয়াৰতো অতি সুশ্ৰী আৰু আচাৰ-ব্যৱহাৰতো দেৱতুল্য আছিল, সেইকাৰণে তেখেতক মানুহে আগ্ৰহ কৰি মোহনমালাদেৱৰ নাম দিছিল। মুখিয়াল মুখিয়াল বিষয়াবিলাকৰ প্ৰায় সকলো খিনিয়েই তেওঁক বৰ ভাল পাইছিল ; সৰ্ব্বসাধাৰণৰতো কথাই নাই ; প্ৰায় সকলো প্ৰজাকেই তেওঁ আসাৰ লাড়ুৰ নিচিনা আছিল। তেওঁক ৰজা নাপাতি, শিৱসিংহ বুঢ়াৰজাক ৰজা পতাত, বহুতৰ মনতেই বৰ অসন্তোষ হ'ল। শিৱসিংহক যে কোনোৱে ভাল নাপাইছিল, এনে নহয় ; কিন্তু তেওঁতকৈও মোহনমালাদেৱক সৰ্ব্বসাধাৰণ আৰু অনেক মুখ্য বিষয়াই,বেছি ভাল পাইছিল। সেই কাৰণে অনেক বিষয়াই মোহনমালাদেৱৰ কথালৈ গোপনে অনেক প্ৰকাৰৰ গুণাগঁথা কৰিবলৈ ধৰিলে। শিৱসিংহ স্বৰ্গদেৱেও ৰজা হৈয়েই, যদিও বা মোহনমালাদেৱৰ পুথাদেৱেক পানীফুকনক নফুকন পাতিলেহি, কিন্তু তেওঁ মোহনমালাদেৱলৈ সহানুভূতি থকা অনেক বিষয়াক বিষয়া ভাঙি, সিবিলাকৰ ঠাইত নতুনকৈ বিষয়া ল'লে। শিৱসিংহ স্বৰ্গদেৱৰ এই কাৰ্য্যত বহুতৰ মনত অসন্তোষ হ'ল।

এইজনা ৰজাদেৱৰ দিনত বাইলুঙীয়া বায়ন, ডোমাই আৰু পুখুৰীগৰীয়া চেংমুন্ এই তিনি ক্ৰমে বুঢ়াগোহাঁই হ'ল। কেন্দুগুৰীয়া বৰপাত্ৰ চেংকদৰ পুতেক পৰমানন্দ, আৰু কাদুগঞা নটৰ হৰিনাথ ৰাজমন্ত্ৰীৰ বাবে সহিতে ক্ৰমে বৰপাত্ৰ হ'ল। ৰাজমন্ত্ৰী কমলাকান্ত বৰগোহাঁইৰ পাছত কাদুগঞা নটৰ হৰিনাথ ( বৰপাত্ৰ হোৱাৰ আগতে ) আৰু বৰগোহাঁইগৰীয়া

তা-তাওবীয়াসকল

দিহিঙ্গীয়া কৈফৰ ঠাকুৰনাথ বৰগোহাঁই হ'ল। বৰবৰুৱা কণ্ডিৰ মলাই বৰাগীয়ে আছিল; পাছে তেওঁৰ পাছত, প্ৰথমতে বকতিয়ালৰ বুঢ়া দদাই, তাৰ পাছত সেই বকতিয়ালৰে ৰূপচন্দ্ৰ, তাৰ পাছত আকৌ সেই বুঢ়া দদায়েই বৰবৰুৱা হয়। বৰফুকন পাতৰৰ বৰাই কিছুকাল আছিলে, পাছে তৰুণ দুৱৰাৰ কৈদৰ বিজয়, দিহিঙ্গীয়াৰ জেৰেৰা, তেওঁৰ পাছত বিজয় তৰুণ দুৱৰাৰ পুতেক গদাধৰ তৰুণ দুৱৰা এই তিনি ক্ৰমে বৰফুকন হয়। সদিয়াখোৱা গোহাঁই চিৰিঙ্গৰ, মৰঙ্গিখোৱা গোহাঁই জপৰজন চেটীয়াৰ, পানীফুকন লাপেতিৰ, গড়গঞা ডেকাফুকন বাককীয়াল বৰগোহাঁইৰ কৈদৰ, দিহিঙ্গীয়া ফুকন মিৰি সন্দিকৈৰ তাম্ৰশৃঙ্গ, দোলাবৰীয়া বৰুৱা বৰগোহাঁই পৰীয়া, জপৰজন চেটীয়াৰ পুতেক গজপুৰীয়া ৰাজখোৱা, বকতিয়ালৰ নেওগ গোহাঁই, ওপৰদেয়াঙ্গীয়া ৰাজখোৱা গড়গঁয়া সন্দিকৈৰ, কুকুৰাচোৱা বৰুৱা হিন্দুচুটিয়াৰ; অভয়পুৰীয়া বৰুৱা ফুল বৰুৱাৰ ঘৰৰ, ধোঁৱা বৰুৱা নগামুৰা জাতত বৰগোহাঁই; দানহৰ ফুকন ফুল বৰুৱাৰ বংশৰ, চাংকলৰ ফুকন দিহিঙ্গীয়াৰ, চাৰিঙ্গীয়া ফুকন আদাবৰী সন্দিকৈৰ, তিপমীয়া ফুকন ঘোৰা কোঁৱৰৰ, পৰ্ব্বতীয়া ফুকনৰ বিষয় মৰাণ পাতৰৰ বজহত, নামডাঙ্গীয়া ফুকন লাই সন্দিকৈৰ বৰ ভাণ্ডাৰৰ বৰুৱা, আৰু নিৰুকিয়াল ৰাজখোৱা গড়গঞা সন্দিকৈৰ। লাহনৰ আৰু বকতিয়ালৰ এই দুই ঘৰৰ ক্ৰমে নেওগ ফুকন, ঘোৰা কোঁৱৰৰ আৰু লাহনৰ কাল তাপ ক্ৰমে বছা ৰাজখোৱা, দুৱৰাৰ বিজয় (বৰফুকন বিষয় গুচুৱাত), চৰগুৱালৰ আৰু কছাৰীচেটীয়াৰ, আৰু লানমাগ্ৰুৰ পুথাওৰ পুতেক ক্ৰমে ভিতৰুৱাল ফুকন, চাৰিঙ্গীয়া সন্দিকৈৰ আৰু টিঙ্গিৰিগঞা পাখিমৰীয়াৰ পুতেক ক্ৰমে ৰাইডাঙ্গীয়া ফুকন, লুখুৰাখনৰ আৰু দিহিঙ্গীয়াৰ ক্ৰমে ঘিলাধৰীয়া ৰাজখোৱা, গড়গঞা সন্দিকৈৰ কলীয়া আৰু আহোম চিৰিঙ্গৰ ক্ৰমে নাওবৈছা ফুকন, বকতিয়ালৰ আৰু দিহিঙ্গীয়াৰ ক্ৰমে চোলাধৰা বৰুৱা, লাই সন্দিকৈ আৰু চৰগুৱালৰ ক্ৰমে দুলীয়া বৰুৱা হ'ল। চৰগুৱালৰোৰ জাতত হিন্দুচুটীয়া। বৰগোহাঁইপৰীয়া আৰু ৰূপ সন্দিকৈৰ কলীয়া ক্ৰমে বৰ আৰু সৰু অভয়-পুৰীয়া ৰাজখোৱা, আৰু নগা চেটীয়াৰ দিহিঙ্গীয়া ৰাজখোৱা হ'ল।

শিৱসিংহ স্বৰ্গদেৱৰ সৰুতে মাতৃবিয়োগ ঘটে। মাক মৰাৰ পাছত পৰ্ব্বতীয়া কুঁৱৰীৰ এক তুচুনী লিগিৰীয়ে তেওঁক লালন-পালন কৰি ডাঙৰ-দীঘল কৰিছিল। পাছে ৰজা হৈ স্বৰ্গদেৱে সেই তুচুনী ধাইবুঢ়ীক মাতৃস্নেহে ভাৰ কৰি লগতে ৰাখিছিল। ধাইবুঢ়ীৰ তিনি ভাই আছিল। ৰজাক কৈ ধাইবুঢ়ীয়ে এক ভায়েকক চেকীয়াল বৰুৱা, এক

**বিলতীয়া বৰুৱা**

ভায়েকক বিলতীয়া বৰুৱা আৰু এক ভায়েকক গড়ীয়া বৰুৱাৰ বিষয় দিয়ালে, তীয়েকক এক কছাৰী চেটীয়াৰ ল'ৰালৈ বিয়া দি, জোঁৱায়েকক ন-ফুকন পাতিলে। এই ধাইবুঢ়ীৰ লগতে ফুল মালেনে কালুগঞা নটৰ ছোৱালী এটি তামুলীলিগিৰী হৈ আছিলে। ছোৱালীটি দেখিবলৈ চকুত লগা, স্বভাৱ-চৰিত্ৰও বৰ ভাল আছিল। স্বৰ্গদেৱে সেই ছোৱালীটিত চকু দিলে।

ধাইবুঢ়ীয়ে সেই কথাৰ গম পাই, ছোৱালীটিক নিজৰ লগৰপৰা আঁতৰ কৰি শগুণপৰাত খোৱালে। ধাইবুঢ়ীক মুখ ফুটাই একো ক'ব নোৱাৰি স্বৰ্গদেৱো মনে মনে থাকিল। পাচে কতদিন থাকি, ধাই বুঢ়ী মৰিল। ধাই বুঢ়ী মৰাৰ পাছত, ভণ্ডাৰী বৰুৱাক পঠাই শগুণপৰাৰপৰা সেই ছোৱালিটি অনাই স্বৰ্গদেৱে কুঁৱৰী পাতিলেহি। তেতিয়া স্বৰ্গদেৱৰ কুঁৱৰী চাৰিজনা আছিল। আদাৰবৰীয়া সন্দিকৈৰ ৰবাগী বৰবৰুৱাৰ ভতিজা-জীয়েক বৰকুঁৱৰী, ভিতৰুৱাল ফুকনৰ জীয়েক ( চেটীয়াৰ পুথাওৰ নাতিনীয়েক ) বৰমাহীকুঁৱৰী, দিহিঙ্গীয়াৰ ডগা বৰবৰুৱা ডেকাৰ জীয়েক পৰ্ব্বতীয়া কুঁৱৰী আৰু ভতিজা জীয়েক সৰুমাহী কুঁৱৰী। পাচে দিহিঙ্গীয়া বৰবৰুৱাৰ জীয়েকৰ পৰ্ব্বতীয়া মেলখন গুচাই তামুলী কুঁৱৰী কৰি,

**ফুলেশ্বৰী বৰকুঁৱৰী**

কালুগঞাৰ নটৰ জীয়াৰী ফুলক প্ৰথমতে পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। পাচে কতদিন থাকি, দিহিঙ্গীয়া বৰবৰুৱাৰ জীয়েকক বাইডঙ্গীয়া কুঁৱৰী পাতিলে, আৰু পাছত মহাৰাজাৰ প্ৰীতি বঢ়াত সেই নটৰ জীয়াৰী ফুলক ফুলেশ্বৰী নাম দি বৰকুঁৱৰী পাতিলে।

স্বৰ্গদেৱে ছমাহমান-আক্ৰান্ত কৰিছে, এনেতে গণক আৰু জ্যোতিষীয়া পণ্ডিতসকলে ছত্ৰভঙ্গ যোগ পৰিছে বুলি কোৱাত বজাই পৰ্ব্বতীয়া গোসাঁইলৈ জনাই পঠালে। গোসাঁই আৰু পণ্ডিতসকলেৰে মীমাংসা কৰি দিন স্থিৰ কৰি, অনেক শান্তি স্বস্ত্যয়ন কৰাই ফুলেশ্বৰী বৰকুঁৱৰীক "বৰ-ৰজা" বা ( মহাৰাণী ) নাম দি, আৰু ৰাজছত্ৰদণ্ড দি, স্বৰ্গদেৱে ৰাজকাৰ্য্যৰ পৰা অৱসৰ ল'লে। এইজনা কুঁৱৰীকে কোনোৱে প্ৰমথেশ্বৰী, আৰু কোনোৱে প্ৰমথেশ্বৰীও বোলে। এওঁ ফুলেশ্বৰী আৰু প্ৰমথেশ্বৰী এই দুয়ো নামেৰে মোহৰ মৰালে।

**বৰৰজা**

স্বৰ্গদেৱৰ ইচ্ছানুসৰি ধাইবুঢ়ীৰ নাম যুগমীয়া কৰিবৰ নিমিত্তে এওঁ ধাই আলি বন্ধালে, গৌৰীসাগৰৰ দ'ল আৰু পুখুৰী কৰালে। বৰৰজাই প্ৰথমতে মাকক 'পুৰণি মেল দি কেঁকোৰা দোলা আৰু সোণৰ টুপেৰে জাপি দিলে ; ভায়েক হৰিনাথক প্ৰথমতে বৰচেটীয়া পাতিলে ; তাৰ পাছত বৰ-গোহাঁইৰ পো-ভাইক ভোজ খুৱাই গোহাঁই নাম দি বৰগোহাঁই পাতিলে, আৰু শেহত বৰপাত্ৰ গোহাঁই পাতি, ৰাজমন্ত্ৰীৰ ৰাবো জাপি দি, কালুগাঁৱতে বাৰীঘৰ কৰাই দিলে। এই ঘৰকে কালুগঞা বৰপাত্ৰৰ ঘৰ বোলে। পাচে স্বৰ্গদেৱত জনাই,

**দ'ল-পুখুৰী**

বৰৰজাই কালুগাঁৱত দৌল আৰু পুখুৰী কৰাই দেৱালয় পাতিলে। এই সময়ত বৰতিয়ালৰ ৰূপচন্দ ( বা ৰূপচন্দ্ৰ ) বৰবৰুৱা হৈ আছিল। কছাৰী চেটীয়াৰ ল'ৰা, ধাইবুঢ়ীৰ জোঁৱায়েক ন-ফুকন হৈ এদিন ৰজাৰ বৰচ'ৰাত বহিল। কছাৰী চেটীয়াৰ ল'ৰাই বৰুৱাফুকনৰ বিষয় লৈ, বৰচ'ৰাত আসন লৈ বহিল, এই কথাতে ৰূপচন্দ বৰবৰুৱা বৰ বিৰক্ত হৈ সত্ৰ ফুৰিবলৈ যাওঁ বুলি, স্বৰ্গদেৱত জনাই, বৰবৰুৱাৰ বিষয় পুনৰ পূৰ্ব্বৰ ডগা বৰবৰুৱা বুঢ়াদদাইতে জাপি, ৰাজকীয় কাৰ্য্যৰপৰা নিজে অৱসৰ ল'লে।

ৰৰজা ফুলেশ্বৰীৰ দুই দাদায়েক জয়ানন্দ আৰু হৰি। জয়ানন্দক চেকীয়াল বৰুৱা আৰু হৰিক তিপমীয়া ফুকন পাতিলে। তিনি মোমায়েকৰ এটাক খনিকৰ বৰুৱা, এটাক চাওডাঙৰ বৰুৱা আৰু ইটোক দেৱীঘৰৰ বৰুৱা পাতিলে। ইহঁত জাতত নট, খেলত গায়ন। ফুলেশ্বৰীৰ মোমায়েকৰ দ্ৰৌপদী বুলি এক জীয়েক আছিল; আচল নাম দময়ন্তী, উপকৰা নাম মাহী। মাহীক কালুগাঁৱৰ লান্‌ধাৰ্‌ৰ পুথাওৰ সৰুপুতেকলৈ দিলে, আৰু ভনীয়েঁৰাই বুলি পুথাওৰ পুতেকক প্ৰথমতে ন্যায়সোধা ফুকন পাতিলে, তাৰ পাছত বৰচেটীয়া পাতিলে। আৰু ৰজাৰ খুলশালী বুলি কালুগঞা হৰিনাথক আৰু তাৰ ৰজাহকো গড়গঞা পাত্ৰ বুলিব দিলে। ৰৰজাৰ বিদ্যাশিক্ষাৰ ফালে বৰ আগ্ৰহ আছিল; ৰংপুৰত 'ৰৰজাৰ পঢ়াশালি' বুলি এটা পঢ়াশালি পতালে; আৰু যিবিলাক ব্ৰাহ্মণে পূজাৰ যাৱতীয় অনুষ্ঠান ভালকৈ নাজানে, সেইবিলাকক "পূজাঘৰলৈ" সোমাবলৈ বাধা কৰিলে।

**ৰৰজাৰ পঢ়াশালি**

স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ প্ৰধান মহিষী ৰৰজা দুয়ো পৰ্ব্বতীয়া গোসাঁইৰ উপাস্য গোসাঁনীৰ মন্ত্ৰ-গ্ৰহণ কৰিলে; এই নিমিত্তে গোসাঁনীলৈ দুয়োৰে বৰ ভক্তি আছিল। তেতিয়াৰ কালৰ মানুহে এনেহে বিশ্বাস কৰিছিল বোলে, স্বৰ্গদেও আৰু ৰৰজা দুয়ো গৰাকীয়ে গোসাঁনীৰ সাক্ষাৎ পায়। স্বৰ্গদেৱতকৈয়ো ৰৰজা বৰ অন্ধবিশ্বাসিনী আছিল। সেই সময়ত দেশত শঙ্কৰদেৱ প্ৰচাৰিত সনাতন বৈষ্ণৱ ধৰ্ম্ম বৰ প্ৰবল হৈ উঠিল। সেই ধৰ্ম্ম ক্ৰমাগত আৰু বেছিকৈ প্ৰবল হৈ দেশত যাগযজ্ঞ ক্ৰিয়াকাণ্ড ৰহিত কৰে বুলি ব্ৰাহ্মণসকল নিতান্ত আশঙ্কিত হৈ শঙ্কৰদেৱৰ ধৰ্ম্মৰ বিৰুদ্ধে নানা কথা ৰৰজাৰ আগত লগাবলৈ ধৰিলে, আৰু ৰৰজাৰ হতুৱাই দুৰ্গোৎসৱ পূজা পতাই গোসাঁনী নমনা মহাপুৰুষীয়া আৰু ঠাকুৰীয়া মহন্তসকলক পূজালৈ মতাই আনি, সেন্দূৰ, ৰক্তচন্দন আৰু বলিকটা ছাগলীৰ তেজেৰে কোঁট দিয়ালে; আৰু সকলোকে গোসাঁনী সেৱা কৰাই; গোসাঁনীৰ প্ৰসাদ কটিয়াই নওৰ-শান্তি কৰিলে। এই কাৰ্য্যত সকলো মহন্তই বৰ দুখ পালে, বিশেষকৈ মোৱামৰীয়া মহন্তৰ এইটো বৰ অসহনীয় হ'ল আৰু তাৰ প্ৰতিশোধ ল'বলৈ মহন্ত মনে মনে কৃতসঙ্কল্প হ'ল। মোৱামৰীয়া বিদ্ৰোহৰ এয়ে প্ৰথম সূত্ৰপাত বুলি অনেকে ভাবে। প্ৰকৃতপক্ষে কিন্তু ই এই বিদ্ৰোহৰ প্ৰথম সূত্ৰপাত নহয়। আৰু ইয়াক মোৱামৰীয়া বিদ্ৰোহ বোলাও বৰ ঠিক হোৱা নাই, ই এটা কেৱল অন্তৰ্বিপ্লৱ বা আত্মবিৰোধহে। মোহনমালাদেৱক ৰজা নাপাতি শিৱসিংহক ৰজা পতা, আৰু মোহনমালাদেৱৰ প্ৰতি সহানুভূতি থকা বিষয়াক পদচ্যুত কৰাহে এই বিদ্ৰোহৰ প্ৰধান কাৰণ, আৰু তাকে তাৰ প্ৰথম সূত্ৰপাত বুলি ধৰিব লাগিব। মোৱামৰীয়া মহন্তক কৰা অপমানো অৱশ্যে বিদ্ৰোহৰ কেবাটাও কাৰণৰ এটা হ'ব পায়, কিন্তু সেয়ে প্ৰধান কাৰণ নহয়। সেইসময়ত

**ৰৰজাৰ দুৰ্গোৎসৱ**

ভালেখিনি আহোম মোৱামৰীয়া মহন্তৰ শিষ্য আছিল ; সেইবিলাকৰ ভিতৰতে ভালেমান বজাঘৰীয়া মুখ্য বিষয়াও আছিল। মোহনমালাদেৱৰ পুতাৱেক (যাকৰ দেউতাক) ন-ফুকনো মোৱামৰীয়া মহন্তৰেই শিষ্য আছিল, তেওঁ ছুৰবাৰ কৈদৰ। মোৱামৰীয়া মহন্তৰ অপমানত ছুৰবা কৈদৰ অনেক মানুহে মনত বৰ বেজাৰ পালে ; আৰু গোপনে গোপনে কিবাকিবি আলচিবলৈ ধৰিলে।

এনেতে ১৬৪২ শকত বৰৰজা স্বৰ্গী হ'ল। যাহী আছিল বৰচেটীয়াৰ ঘৰত। বৰচেটীয়াৰ কালৰ তেওঁৰ ছুটি ল'ৰা হৈছিল। সেই ল'ৰা ছুটিক বাপেকৰ লগত দি, স্বৰ্গদেৱে বৰচেটীয়াৰ ঘৰৰপৰা মাহীক আনি বৰকুঁৱৰী পাতিলে ; আৰু ফুলেশ্বৰীৰ দৰে মাহীকো ৰাজছত্ৰদণ্ড দি "বৰৰজা" নাম দিলে। এইজনা কুঁৱৰীক কোনোৱে অম্বিকা, কোনোৱে মদাম্বিকা বুলিছিল। এওঁ ছুয়ো নামেৰেই মোহৰ মৰালে ; আৰু শিৱসাগৰৰ দৌল আৰু পুখুৰী কৰালে। স্বৰ্গদেৱৰ বীৰ্য্যৰ এওঁৰ এটি কোঁৱৰ হৈছিল ; তেওঁক তিপমীয়া ৰজা পাতিলে। বৰচেটীয়াৰ ঘৰত থাকি অহা ল'ৰা ছুটিৰ বৰটিক সদিয়াখোৱা গোহাঁই, সৰুটিক বৰগোহাঁই, আৰু গিৰিয়েকক (বৰচেটীয়াক) সলাল গোহাঁই পাতিলে। পাচে ১৬৬৩ শকত এইজনা বৰ ৰজাও (অম্বিকা কুঁৱৰীও) স্বৰ্গী হ'ল।

**অম্বিকা, মদাম্বিকা শিৱসাগৰৰ দৌলপুখুৰী**

**সৰ্ব্বেশ্বৰী বৰকুঁৱৰী কেঁৰী ৰাজমাওৰ দ'ল**

ফুলেশ্বৰী বৰকুঁৱৰীৰ মৈদামৰ কাষতে এওঁকো মৈদাম দিলে ; দ্ৰৌপদী (ওঃ মাহী, ওঃ দময়ন্তী, ওঃ অম্বিকা, ওঃ মদাম্বিকা) মৰিলত, সলাল গোহাঁইৰ জীয়েক অনাদৰীক স্বৰ্গদেৱে বিয়া কৰালে, আৰু তেওঁকো "বৰৰজা" পাতি সৰ্ব্বেশ্বৰী নাম দিলে। এইজনা বৰৰজায়ো নিজৰ নামেৰে মোহৰ মৰালে আৰু শাহুৱেকৰ নামেৰে কেঁৰী ৰাজমাওৰ দ'ল কৰালে। পাচে কালক্ৰমে শিৱসিংহ স্বৰ্গদেৱে ৩০ বছৰ ৩ মাহ ১১ দিন ৰাজ্য ভোগ কৰি, ১৬৬৬ শকৰ ২৪ অগ্ৰহায়ণৰ দিনা কৃষ্ণা প্ৰতিপদ তিথিত স্বৰ্গী হ'ল। এইজনা স্বৰ্গদেৱেই কামৰূপ আৰু বকভাত পিয়ল কৰাইছিল, আৰু কটকীৰ ভগীৰথ টেকেলা বৰুৱাক কাকতীয়া বৰুৱা নাম দি, সেই পিয়লৰ কাৰ্য্য তেওঁৰ তত্বাৱধানত দিছিল।

# প্ৰমত্ত সিংহ

শিৱসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাছত তেওঁৰ দুটি কোঁৱৰৰ এটিও ৰজা হ'ব নোৱাৰিলে। তেওঁৰ ভায়েক (বৰমাহী কুঁৱৰীৰ পুতেক) ১৬৬৬ শকৰ ২৫ আঘোণত ৰজা হৈ, শিঙৰি ঘৰ উঠি, আহোম মতে চুনেন্‌ফা নাম ল'লে আৰু হিন্দুমতে প্ৰমত্ত সিংহ নাম হ'ল। এইজনা স্বৰ্গদেৱৰ দিনতে চেঙ্‌মুন্ কতোদিন বুঢ়াগোহাঁই হৈ থাকিল; পাছত বাইলুঙীয়া সোণাই বুঢ়াগোহাঁই হ'ল আৰু কেন্দুগুৰীয়া মৃত্যুঞ্জয় বৰপাত্ৰ গোহাঁই হ'ল।

**ডা-ডাঙৰীয়াসকল**

ৰাজমন্ত্ৰীৰ বাবে সহিতে বৰগোহাঁই হ'ল থাম্‌পেঙ্‌ দ'লবন্ধা। বৰুভিয়ালৰ গেন্ধেলা (পাছলৈ কীৰ্ত্তিচন্দ্ৰ) বৰবৰুৱা হ'ল; বৰফুকন পূৰ্ব্বৰ গদাধৰ ডেকাহুৰবাই থাকিল। পাছে স্বৰ্গদেৱে গড়গাঁও নগৰৰ দুৱাৰঘৰ কেইটা আৰু ৰংপুৰৰ ৰঙঘৰটো কাঠৰ বাঁহৰ ঘৰৰ দৰে ছুটুপীয়াকৈ ইটাৰে পকী কৰালে। তাৰ পাছত, স্বৰ্গদেৱ ৰুদ্ৰসিংহক কাঠ-সংস্কাৰ কৰা ঠাইত দ'ল কৰি ৰুদ্ৰেশ্বৰ নামে শিৱ স্থাপনা কৰি দেৱালয় পাতিলে; আৰু গুৱাহাটীত শুক্ৰেশ্বৰৰ দেৱালয়ৰ মন্দিৰ কৰিলে। এইজনা স্বৰ্গদেৱৰ দিনতে কামৰূপৰ পিয়লৰ কাকত-পত্ৰ সকলোৰে নিৰ্ব্বন্ধ হ'ল।

স্বৰ্গদেৱৰ দুটি কোঁৱৰ আছিল, মলৌ গোহাঁই আৰু মাধৱ গোহাঁই। কোঁৱৰ দুটিক পঢ়াবৰ নিমিত্তে বঙ্গালৰপৰা (বিশেষ সম্ভৱ, পাঞ্জাব প্ৰদেশৰ ফালৰপৰা) এক ব্ৰাহ্মণ পণ্ডিত অনালে। পণ্ডিতজন ল'ৰা-তিৰুতাই সৈতে আহিছিল। পাচে কতদিন এই দেশত থকাৰ পাছত ব্ৰাহ্মণৰ ছোৱালী বিয়া দিবৰ হ'ল। বিদেশী অজ্ঞাতকুলশীল ব্ৰাহ্মণৰ ছোৱালী এইদেশৰ ব্ৰাহ্মণে বিয়া কৰিবলৈ সম্মত নোহোৱাত, ব্ৰাহ্মণে দেশলৈ যাবলৈ স্থিৰ কৰিলে। পাছে ব্ৰাহ্মণে এদিন বৰকুঁৱৰী প্ৰমুখ্যে কুঁৱৰীসকলৰ ওচৰত বিদায় ল'বলৈ বুলি যোৱাত, বৰকুঁৱৰীয়ে তেওঁবিলাকনো দেশলৈ কিয় যাবলৈ ওলাইছে, তাৰ কাৰণ সুধিলে। ব্ৰাহ্মণীয়েও সকলোবিলাক কথা ভাঙ্গি ক'লে। বৰকুঁৱৰীয়ে ব্ৰাহ্মণীৰ কথা শুনি বোলে, তোমালোক এতিয়া বাৰু দেশলৈ যাব নালাগে, মই ৰজাক সকলো কথা কওঁ, তাৰ পাছত তোমালোকে যি হয় কৰিবা। পাচে বৰকুঁৱৰীয়ে ৰাতি স্বৰ্গদেৱত জনালে বোলে, বামুণে ইমান দিন আমাৰ ল'ৰা পঢ়ালে, এতিয়া তেওঁৰ ছোৱালী বিয়া দিবৰ সময় হ'ল; আৰু আমাৰ ইয়াৰ বামুণে বিদেশী মানুহ বুলি তেওঁৰ ছোৱালী কোনেও বিয়া কৰাব নোখোজে, সেই কাৰণে সিবিলাক দেশলৈ যাবলৈ ওলাইছে, এই

কথাত মই বৰ দুখ পাইছোঁ ; আৰু এনে হ'লে তোমাৰ লাজ নহয়নে ? তুমি এই দেশৰ ৰজা, সকলোৰে মাকৰ চুলিৰ অধিকাৰী। তুমি বামুণৰ ছোৱালীজনীৰ বিয়াৰ এটা সুবিধা কৰি দিব নোৱাৰানে ? কুঁৱৰীৰ এই কথা শুনি স্বৰ্গদেৱে বোলে, বাৰু মই বামুণৰ ছোৱালী বিয়া দিবলৈ এটা সুবিধা কৰি দিম, এতিয়া সিহঁত দেশলৈ যাব নালাগে। এইবুলি-বামুণৰ ছোৱালীক অনেক যতনকৈ নিজে বিয়া দিয়ালে, আৰু বৰকুঁৱৰীৰ

**বাপুৰকৰা**

খাটনিত বামুণক বৰকৈ অনুগ্ৰহ কৰিবলৈ ধৰিলে, পাছত ৰকৰা পাতিদিলেগৈ ; কিন্তু কি ৰকৰা নাম দিব, তাৰ একো নিৰ্ণয় কৰিব নোৱাৰি মূঠতে "বাপুৰকৰা" বুলিব দিলে।

আৰু স্বৰ্গদেৱৰ বৰকৈ মূৰৰ বিষ আছিল, অনেক ঔষধৰ ক্ৰিয়া কৰিলে, কিন্তু একোতে ভাল নহ'ল। পাচে একদিনা স্বৰ্গদেৱে সপোনত পালে বোলে, মুছলমানৰ তীৰ্থত পূজা দিব লাগে, তেহে স্বৰ্গদেৱৰ মূৰৰ বিষ গুচিব। সেইমতে স্বৰ্গদেৱে বহু সোণ ধন দি মুছলমানৰ এক মোলেনাক সিহঁতৰ মক্কা তীৰ্থলৈ পঠালে, বোলে, মোৰ ভালৰ হকে তই তাত পূজা দিবিগৈ। স্বৰ্গদেৱৰ আদেশত মোলোনাও গৈ, তাত সেইদৰে পূজা দিলেগৈ ; পাচে আঠৈ বছৰৰ মূৰত সি মক্কাৰপৰা ঘূৰি আহি ৰজাৰ নগৰ পোৱাৰ কিছু আগতে, ১৬৭৩ শকৰ ২৯ আহিন কৃষ্ণা নৱমী তিথিত স্বৰ্গদেৱ স্বৰ্গী হ'ল। ভোগ ৬ বছৰ ১০ মাহ ৫ দিন।

# ৰাজেশ্বৰ সিংহ

প্ৰমত্তসিংহ স্বৰ্গদেৱৰ মৰণান্তে তেওঁৰ কোঁৱৰ দুটিৰ কোনোৱেই ৰজা হ'বলৈ নাপালে ; ভায়েক বোন্দাগোহাঁই ১৬৭৩ শকৰ ৩০ আহিনত ৰজা হ'ল। পূৰ্ব্বে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আদিতে যি অভিপ্ৰায় আছিল, সেই অনুসাৰে মোহনমালাদেৱ, শিৱসিংহ আৰু প্ৰমত্তসিংহ এই দুয়ো গৰাকী স্বৰ্গদেৱৰ পূৰ্ব্বেই ৰজা হ'ব লাগিছিল ; কিন্তু তেওঁৰ মুখত বসন্ত ওলোৱাৰ বাবে তেওঁ ৰজা হ'ব নোৱাৰিলে। সেই কাৰণে তেওঁ মাকৰ ফালৰ কুটুম্ব বিলাকে সৈতে গোপনে পৰামৰ্শ কৰি, ভিতৰি দ্ৰোহ চিন্তি ফুৰিছে। পূৰ্ব্বৰে পৰা মোহনমালাদেৱ সকলোৰে প্ৰিয়পাত্ৰ আছিল। দেশৰ অনেক মানুহ আৰু ভালেমান প্ৰধান বিষয়াই তেওঁৰ ফলীয়া হ'ল। সেই সময়ৰ ৰাজমন্ত্ৰী সুমলী বৰগোহাঁই আৰু ভগী বুঢ়াগোহাঁই এই দুগৰাকী দেশৰ খাই ধৰণীও পেটে পেটে মোহনমালাদেৱৰ পক্ষ ল'লে। পাচে ৰকতিয়ালৰ গেন্ধেলা বৰবৰুৱাই সেই কথাৰ ভু পাই, মহাৰাজাত বিষয়ে বুজাই মোহনমালাদেৱক নগৰৰ বাজকৈ উলিয়াই খেদালে। এই কাৰ্য্যত মোহনমালাৰ পক্ষীয় সকলো মানুহ খঙত ঘৃতাহুতি হ'ল। আৰু ৰাজকীয় ক্ষমতাৰ বিপক্ষে থিয় দিবলৈ তেওঁলোক মনে মনে সাজু হ'ল। তাত পাচে বোন্দাগোহাঁয়ে শিঙৰিঘৰ উঠি, আহোম মতে, চুৰেমফা নাম ল'লে, হিন্দুমতে ৰাজেশ্বৰ সিংহ হ'ল।

এইজনা স্বৰ্গদেৱৰ দিনতে লাংমাইকলীয়া ভোলোক আৰু কুৰেগঁয়া ভগী ; এই দুই ক্ৰমে বৰপাত্ৰ হ'ল। খাম্‌পেঙ (এওঁকে খাম্‌চেঙ বুলিও কয়, কোনোৱে আকৌ চেংখাম নামেও মাতে) দ'লকাৱৰ ভায়েক সুমলী, মাছুৱিয়ালৰ বৰ জনা, এই দুজনা ক্ৰমে বৰগোহাঁই হ'ল। বৰফুকন কতদিন পদাধৰেই আছিল, পাছত তেওঁৰ পুতেক দশৰথ (এওঁক বহিখোৱা বৰফুকন বুলিও জানে) আৰু তেওঁৰ দদায়েক তামুলী এই দুই ক্ৰমে বৰফুকন হ'ল। বৰবৰুৱা পূৰ্ব্বৰ ৰকতিয়ালৰ গেন্ধেলাই থাকিল। প্ৰথমতে সুমলী বৰগোহাঁয়েই ৰাজমন্ত্ৰী হ'ল। পাচে তেওঁ মৰিলত লেচেদিয়াল পাতৰৰ মণি বৰপাত্ৰ ৰাজমন্ত্ৰীৰ বাব পালে।

**ভা-ভাজৰীয়াসকল**

স্বৰ্গদেৱে গড়গাঁও আৰু ৰংপুৰ দুয়ো নগৰ একে কৰিবৰ মনে, গড়গাঁৱতো পকী তলাতল ঘৰ কৰালে, আৰু দুইপীয়াকৈ ৰৰটো ৰংঘৰৰ ওচৰতে দ'ল ঘৰৰ দৰে সৰুকৈ এটা পকী ৰঙঘৰ কৰিলে, আৰু এইজনা স্বৰ্গদেৱৰ দিনতে গদাধৰ ভেকা দুৱৰা বৰফুকনে, তেওঁৰে পুতেক বহিখোৱা বৰফুকনে (দশৰথ বৰফুকন) আৰু লুখুৰীৰ কাঠকটীয়া ৰকবাই, এই

**ৰঙঘৰ—তলাতল ঘৰ**

তিনিয়ে তিনিটা আলি কৰালে; আৰু কৰোৱা তিনিৰ নামেই আলি তিনিটাৰো নাম হ'ল।

১৬৮০ শঁকত ডফলাবোৰে আমাৰ থিলাধাৰীৰ প্ৰজাবোৰৰ ওপৰত বহুত উপদ্ৰৱ কৰেহি। পাচে স্বৰ্গদেৱে ডফলাবোৰক তাৰপৰা একেবাৰে নিলগ কৰিবৰ অভিপ্ৰায়েৰে, ডফলাৰ দুৱাৰত কেৰাটাও কোঠ মৰালে; আৰু ডফলাইতক ভৈয়ামলৈ নামিব নোৱাৰা কৰিলে। পাচে ডফলাইঁত বৰ অসুবিধাত পৰিল; আৰু সেইবুলি সিইঁত মহাশঙ্কটত পৰি, বহু উপহাৰেৰে সৈতে আহি স্বৰ্গদেৱত শৰণাপন্ন হ'লহি। মিকিৰবোৰেও ভালেমান দিনৰেপৰা মাজে মাজে ভৈয়ামৰ প্ৰজাবোৰৰ ওপৰত উপদ্ৰৱ কৰি আছিল।

**ডফলা আৰু মিকিৰৰ উপদ্ৰৱ**

সেই কাৰণে এইজনা স্বৰ্গদেৱে ১৬৮৭ শঁকত ত্ৰুফালৰপৰা আমাৰ দুজাক সেনা পঠিয়াই মিকিৰৰ পৰ্ব্বত আক্ৰমণ কৰিলে। মিকিৰবোৰো বিষমৰূপে খাটি স্বৰ্গদেৱত শৰণাগত হৈ বছৰি কৰ শোধাবলৈ গাত ল'লে।

এনেতে মানতৰাই আহি মণিপুৰ দেশ আক্ৰমণ কাৰলেহি। মণিপুৰীয়া ৰজা তিষ্ঠিব নোৱাৰি, সপৰিবাৰে ভাগি আহি, কছাৰী ৰজাৰ দেশত থাকি, আমাৰ স্বৰ্গদেৱলৈ এই বুলি কৈ পঠালে বোলে, আমাক শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰোক। আমাৰ স্বৰ্গদেৱেও খ্যাতি আৰু ধৰম দুয়োটা হয় দেখি সকলোৰে সহিতে সমালোচন কৰি দুৱৰাৰ হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি ফুকন নাম দি, তেওঁৰ লগত বহুত ফৌজ দি, মানতৰাক মণিপুৰৰপৰা খেদাবলৈ পঠাই দিলে। সেই ফৌজ মৰঙ্গিৰ বাটেদি সোমাই বিস্তৰ হাবি-লতা কাটি পোনাই যাওঁতে বাটতে অনেক দিন হ'ল; খোৱা দ্ৰব্যবস্তুও অন্ত হ'ল। সেই কথা স্বৰ্গদেৱলৈ জনাই পঠালে। পাচে এখেৰপৰা খোৱা দ্ৰব্যবস্তু পাৱঁগে মানে বহুত ফৌজ মৰিল। এনেতে মানতৰাই অসমৰ অনেক ফৌজ আহিছে বুলি শুনি মণিপুৰ এৰি গুচি গ'ল। পাচে খাবলৈ নেপাই মৰাৰ শেষ ফৌজ যি আছিল, তাকে লৈ সেনাপতি ফুকন উলটি আহিল। যদিওবা প্ৰকৃততে ৰণ নহ'ল, তথাপি আমাৰ দেশত এইখনকে "লতাকটা ৰণ" বুলিলে আৰু বিষমকৈ নি ফৌজ মৰোৱাৰ বাবে সেনাপতি ফুকনক বিহিত দণ্ড কৰি; বৰুভিয়ালৰ গেৰেলা বৰবৰুৱাক সেনাপতি পাতি পুনৰ পঠিয়াই দিলে। পাচে ফৌজে সৈতে বৰবৰুৱা বহা পাওঁতেই মানতৰা ভাগি গ'ল বুলি মণিপুৰীয়া ৰজাই শুনিবলৈ পালে। তাৰ পাছত মণিপুৰীয়া ৰজাই বোলে, আমি স্বৰ্গদেৱৰ অনুগ্ৰহতেহে দেশ পাওঁ, আৰু মোৰেপৰা স্বৰ্গদেৱৰ অনেক হানি হৈছে। এতেকে মোৰ কুৱজনয়নী জীক স্বৰ্গদেৱলৈ দি মিত্ৰতা কৰোঁ। এইবুলি মণিপুৰীয়া ৰজাই বৰবৰুৱালৈ কৈ পঠালে। বৰবৰুৱায়ো আমাৰ স্বৰ্গদেৱক সোধাৰি নৈৰ বাহৰলৈ নিয়াই, মণিপুৰীয়া

**লতাকটা ৰণ**

ৰজাক মাতি আনি, তাতে সাক্ষাৎ কৰালে। তাতে অনেক যৌতুকেৰে মণিপুৰীয়া ৰজাই জীয়েকক স্বৰ্গদেৱত বিবাহ দি দেশলৈ গুচি গ'ল। এই আপাহতে ৰুকতিয়ালৰ

কুৰঙ্গনয়নীৰ বিয়া

গেজেলাক কীৰ্ত্তিচন্দ্ৰ নাম দি জাপিত সোণৰ চুলা সোণৰ বেৰি দিয়া লাখুটি আৰু ৰবচ'ৰাত বহিবলৈ কেপকৰা তলছা দিলে। সেইদিন ধৰি ৰবফুকনকো ৰবৰুৱাৰ দৰেই সোণৰ চুলা আৰু বহিবলৈ তলছা দিবৰ নিয়ম হ'ল। পাচে যৌতুকীয়া মণিপুৰীয়া মানুহখিনিক

মগলুখাত মগলুজীয়েকৰ পুখুৰী

দিচৈ নৈৰ কাষতে খাত পতাই থ'লে। মণিপুৰীয়া মানুহক এই দেশৰ মানুহে মগলু বোলে, আৰু সেই কাৰণে মণিপুৰীয়াক পতা সেই খাতক মগলুখাত বুলিলে। আৰু সেইজনা মণিপুৰীয়া কুঁৱৰীয়ে তাতে এটা পুখুৰী খনালে; তাকে মানুহে মগলু জীয়েকৰ পুখুৰী বোলে। তাত পাচে স্বৰ্গদেৱে হৰগৌৰী দেৱালয় পাতিলে।

স্বৰ্গদেৱৰ অনুগ্ৰহ পাই, কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱাই বৰ অহঙ্কাৰ কৰিবলৈ ধৰিলে; অধিক কি, তিনিজনা ডাঙৰীয়ালৈকো তেওঁ কটাক্ষকে নকৰিছিল। ৰবৰুৱাৰ প্ৰতাপ দিনে দিনে বেছি হ'বলৈ ধৰাত সকলোৰে অসহনীয় হ'ল আৰু সুমলী বৰগোহাঁয়ে "চকৰী ফেঁটী" নামে বুৰঞ্জী এখন উলিয়াই ৰুকতিয়ালৰ ঘৰক "অলমৰটা গৰীয়া" বুলি ক'লে। এই কথা শুনি ৰবৰুৱাই নৰা দেশৰপৰা আপোন বঙহৰ মানুহ অনাই, আচল আহোম হয় হেন বুজাই, স্বৰ্গদেৱত জনালে বোলে, বন্দীয়ে প্ৰধান হৈ থকাতহে এই ব্যৱস্থা। আগলৈ বা কোনে কাৰ ঘৰৰ গুৰি কিদৰে লিখি থয়, আৰু ৰজাঘৰৰে বা কোন কথা কেনেদৰে লিখে, এতেকে আহোম ডাঙৰীয়া, কাকতী, কটকী যাৰ যাৰ ঘৰত, যত বুৰঞ্জী আছে সকলোখিনি আনিবলৈ স্বৰ্গদেৱে আজ্ঞা কৰক, ইয়াত সেইবিলাক ভালকৈ পঢ়ি চাব লাগে। এইৰূপে জনালত, স্বৰ্গদেৱে বুৰঞ্জীখিনি আনিবলৈ আজ্ঞা কৰিলে। সেই অনুসাৰে দেশত যাৰ যাৰ ঘৰত বুৰঞ্জী আছিলে, সকলোখিনি স্বৰ্গদেৱে চাবলৈ বিচাৰিছে বুলি আনিবলৈ কৈ, যত যিকেইখন পালে, চপাই আনি একেঠাই কৰিলে। পাচে তাৰে যিকেইখনত বিষম পালে, সেইবোৰ পুৰি পেলালে, আৰু সেইবোৰ যাৰ যাৰ ঘৰত আছিলে, সেই মানুহকো নানা প্ৰকাৰ দণ্ড বিহিলে; আৰু যিকেখন বুৰঞ্জী ভাল পালে, তাকে ৰাখি ওভোতাই দিলে। ৰবৰুৱাৰ এই কাৰ্য্যত প্ৰায়বিলাক বিষয়াৰ মন ৰজাঘৰৰ ফালে আৰু ৰবৰুৱালৈও বিসদৃশ হ'ল। সেইদৰে দেশত বুৰঞ্জী বিচাৰি বিচাৰি পোৰোতে কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱাৰ বোলে প্ৰায় তুৰছৰ লাগিছিল হেনো; সেই বুলিও কিন্তু তেওঁ যে দেশৰ সকলো "চকৰী ফেঁটী" বুৰঞ্জী পুৰি অন্ত কৰিব পাৰিছিল এনে নহয়।

কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱা এগৰাকী বৰ বুদ্ধিমান আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিল।

নিজৰ বিচক্ষণ বুদ্ধি আৰু কৌশলৰ বলতে, তালেখান মহৎ কাৰ্য্যতো প্ৰকৃতপক্ষে নিজে হাত নিদিয়াকৈও, তেখেতে অতি সুন্দৰ ৰূপে সাধন কৰাইছিল। তেওঁৰ ৰাজনীতিৰ অভিজ্ঞতাৰ বলতে, সেই কালত দেশৰ প্ৰজাবিলাকে নিৰুপদ্ৰৱে আৰু মিলাপ্ৰীতিৰে বাস কৰিছিল। স্বৰ্গদেৱ প্ৰতাপসিংহৰ দিনৰে পৰা যিসকল মহৎলোকে বৰবৰুৱা বিষয়-খন ভোগ কৰি আহিছে, সেই সকলৰ ভিতৰত এখেত এগৰাকী ৰাজনীতিজ্ঞ আৰু ক'বলৈ গ'লে প্ৰধান ৰাজপুৰুষ আছিল; কিন্তু বৰ দুখৰ বিষয়, সেই বুলিও তেখেতৰ এই বুৰঞ্জী পোৱা অখ্যাতিৰ চিন তেখেতৰ জীৱন চৰিত্ৰৰপৰা নিলগ কৰিব নোৱাৰি। তেওঁৰ এই আত্মম্ভৰী কাৰ্য্যৰপৰা তেওঁৰ অনেক শত্ৰু হ'ল, আৰু সেই লগে লগে সিবোৰ দেশৰো আৰু ৰাজকীয় ক্ষমতাৰো বৈৰী হৈ উঠিল। বুঢ়াগোহাঁই, বৰগোহাঁই প্ৰভৃতি প্ৰধান প্ৰধান বিষয়াসকলে ক্ৰমে এনেহে ভাবিবলৈ ধৰিলে যে কেনেকৈ বৰবৰুৱাৰ হাতৰপৰা ৰক্ষা পোৱা হয়। পাচে ১৬৮৫ শকত এদিন বৰবৰুৱা নগৰলৈ যাওঁতে এটা অচিনাকি মানুহে তেওঁক অস্ত্ৰাঘাত কৰিলে, ভাগ্যে তেওঁৰ প্ৰাণ বিয়োগ নহ'ল। এই অচিনাকি মানুহটো যে বৰবৰুৱাৰ বিপক্ষদলৰ এটা গুপ্তচৰ, তাক নকলেও হয়। তাত পাচে অনেক প্ৰকাৰ অনুসন্ধান কৰাই, সঁচাই মিছাই কিছুমানক দ্ৰোহী বুলি ধৰি আনি দণ্ড-বদ্ধ কৰিলে, আৰু সেই দিন ধৰি, বৰবৰুৱাৰ পাৰিষদৰ সংখ্যা বৃদ্ধি কৰি লগত টাদোন-ধৰা ল'লে। পাছলৈ সেইবোৰক টাদোন-ধৰা সন্দিকৈ বুলিলে; কিন্তু সেইবোৰৰ আদাৰবীয়া সন্দিকৈৰ লগত কোনো সংশ্ৰৱ নাই আৰু সেইদিন ধৰি বৰবৰুৱাই স্বৰ্গদেৱৰ আজ্ঞাৰে গড়ৰ ভিতৰতে ওপৰত ধৰিবলৈ ঘৰ স্থাপি ল'লে আৰু পানীচোৱাত টুপৰ দৰে চৈৰে ঢেকেৰী চাপি ল'লে। পাচে ১৬৮৬ শকত স্বৰ্গদেৱে কামৰূপ চাবৰ নিমিত্তে গুৱাহাটীলৈ গ'ল আৰু ৺শ্ৰী কামাখ্যা সেৱা কৰিবলৈ গৈ, বঠাখনাত বাহৰ কৰালে;

**দ'ল-দেৱালয়**

আৰু তাৰ পাছত বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ, চিত্ৰাচল এইসকলত দ'ল কৰালে। সি সময়তে এটা সৰ্বগ্ৰাহ চন্দ্ৰগ্ৰহণ হোৱাত, স্বৰ্গদেৱে অশ্বক্ৰান্তত “কনকাঞ্জলি” দান কৰিলে, আৰু অনেক ব্ৰাহ্মণ আৰু সাধুলোকক ভূমি বৃত্তি দিলে।

এইজনা স্বৰ্গদেৱে পৰ্বতীয়া গোসাঁইৰে বংশৰ পাণ্ডুনাথত থকা নাতিগোসাঁইৰ বংশৰ এঘৰৰ শিষ্য আছিল। স্বৰ্গদেউ আৰু তেওঁৰ প্ৰধানমন্ত্ৰী কীৰ্তিচন্দ্ৰ বৰবৰুৱা বিদ্যাৰ বৰ উৎসাহী আছিল। কামৰূপৰ শিলাৰ এজন পণ্ডিত ব্ৰাহ্মণক সোণৰ লগুণ বটা আৰু অনেক বৃত্তি বিধান দিছিল। স্বৰ্গদেৱে নিজে দেশীয় ভাষাত “কীচক বধ” নামে এখন নাট ৰচিছিল, আৰু সেই কাৰণে তেওঁক “কবি চূড়ামণি” উপাধি দিয়া হৈছিল। পাচে স্বৰ্গদেউ গুৱাহাটীৰপৰা ঘূৰি আহি, দেৰগাঁৱৰ পূৱণি দ'ল ব্ৰহ্মপুত্ৰে কিছু খহোৱাত, মেথেবিটিঙত নতুনকৈ দৌল কৰালে। সেই সময়ত মোহনমালাদেৱ নগৰৰ-পৰা খেদা খাই গৈ মনত বৰ খং হৈ, তেওঁৰ লগত সহানুভূতি থকা বিষয়াসকলেৰে

একত্ৰ হৈ ৰাজকীয় ক্ষমতাৰ বিপক্ষে মানুহক উচটাই ফুৰিছিল ; আৰু পূৰ্ব্বে বৰবৰুৱাৰ দুৰ্গোৎসৱ পূজাত অপমান পাই থকা হেতুকে, মোৱামৰীয়া মহন্তৰপৰাও তেওঁ কিছু সহায় পোৱাৰ আশা যেন দেখি, তেওঁ মহন্তবো ওচৰ চাপিলে, আৰু তেওঁ মহন্তক এই বুলিলে বোলে যোক

**লেখেৰিঙিজৰ দ'ল**

সহায় কৰি যদি ৰজা পাতিব পাৰা, তেনেহ'লে মই তোমাক সকলো মহন্তৰ ওপৰত পাতি, দেশৰ সৰহখিনি মানুহ তোমাৰ শিষ্য কৰি দিম ; আৰু তাত বাজেও খাত-পাম ইত্যাদি প্ৰধান চাবি সত্ৰ কেইখনতকৈও সৰহ কৰি দিয়া হ'ব। মহন্তে এইকথা শুনি বৰ ভাল পালে ; কিয়নো মহন্তই দেখিলে মোহনমালাদেৱক সহায় কৰি ৰজা পাতিব পাৰিলে, পূৰ্ব্বৰ অপমানৰ তেওঁ প্ৰতিশোধ ল'বও পাৰিব, আৰু ৰজাঘৰবো অতি প্ৰিয়পাত্ৰ হৈ সকলো মহন্তৰ শীৰ্ষস্থানীয় হ'ব। আৰু যি হৃদত দেশৰ মুখিয়াল আৰু প্ৰধান বিষয়াসকলৰ সৰহখিনিয়েই পেটে পেটে মোহনমালাদেৱৰ ফলীয়া, তেওঁক নিশ্চয় ৰজা পাতিব পৰা হ'ব। এই ভাবি মহন্তে মোহনমালাদেৱক তেওঁৰ মূৰ্ত্তি ভাগৱতত ধৰাই শপত খুৱাই লৈ, সহায় কৰিবলৈ প্ৰতিশ্ৰুত হ'ল। তাৰ পাছত মহন্তে তেওঁৰ শিষ্যবিলাকক গোটাই একে ঠাই কৰিবলৈ এটা বুদ্ধি সাজিলে। তেওঁ মালো পথাৰৰ বৰ দ-ঠাই ভোখৰকে বান্ধি লওঁ বুলি সকলো ভকতক আজ্ঞা কৰিলে বোলে, মানুহটোৱে প্ৰতি এচপৰাকৈ মাটি দি ভেঁটি এটা বান্ধক ; আমি তাতে সত্ৰ কৰিম। পাছে মহন্তৰ শিষ্যবিলাকে সেইদৰে এটা বৰভেঁটি বান্ধিলে ; তাকে আজিকালিও "বৰভেঁটি" বোলে ;

**বৰভেঁটি**

আৰু সেই ভেঁটিতে পাছলৈ মহন্তই সত্ৰ পাতিলে। সেই ভেঁটি বান্ধিবলৈ মহন্তৰ সকলো শিষ্য ভকত গোট খাইছিল। মহন্তে ভাজবকৈ এটা সবাহ পাতি মোহনমালাদেৱ আৰু তেওঁৰ পক্ষীয় প্ৰধান প্ৰধান বিষয়া আৰু তেওঁৰ মিত্ৰ-কুটুম্ববিলাককো নিমন্ত্ৰণ কৰিলে। নিমন্ত্ৰিত সকলো মানুহেই (বিশেষকৈ মুৰলী বৰগোহাঁই আৰু ভগী বুঢ়াগোহাঁই এই দুগৰাকী মুখ্য বিষয়াও) সেই সবাহলৈ গৈছিল। মোহনমালাদেৱৰ পক্ষীয় লোক আৰু মহন্তৰ শিষ্যখিনি একে ঠাই হোৱাত অসংখ্য লোকৰ সমাগম হ'ল, আৰু তাতে মোৱামৰীয়া মহন্তই এইবুলি আলচিলে বোলে, আমাৰ মুঠতে ইমান প্ৰজা হৈছে ; এতেকে মোহনমালাদেৱক পুনৰ ৰজা পাতিব পৰা হ'ব আৰু আমাক অপমান কৰা পূৰ্ব্ব প্ৰতিকাৰো কৰিব পৰা হ'ব। এইবুলি সকলো শিষ্য-ভকতক মহন্তই যো-জা হৈ থাকিবলৈ বুলিলে আৰু মোহনমালাদেৱকো বোলে, গোহাঁইদেৱে আজ্ঞা কৰিলেই আমি সময়ত উপস্থিত হ'মহঁক ; এতেকে এতিয়াবেপৰা সকলোৱে যো-জা থাকিব লাগে।

পাছে ইকাণ-সিকাণ কৰি ৰৰ্গদেৱে এইকথা শুনিবলৈ পাই ভাজবীয়াসকলেৰে সমালোচন কৰি বোলে, মোহনমালা ককাইদেৱেও দ্ৰোহ আচৰি ফুৰি তেওঁৰ লগলৈ মানুহ-দুনুহ গোটাইছে বুলি শুনিবলৈ পাইছোঁ ; আৰু পূৰ্ব্বে আমাৰ শিৱসিংহ

কৰাইদেৱেও যোৰামৰীয়া মহন্তক অপমান দি থৈছে ; আৰু শুনিছোঁ বোলে মোহন-মালা কৰাইদেৱে এভিয়া যোৰামৰীয়া মহন্তেৰে একে গোট হৈছে। সেই মহন্তৰ শিষ্য বোলে অনেক, আৰু সেইবোৰৰ প্ৰভাৱো অনেক শুনিবলৈ পাইছোঁ। অৱশ্যে মোহন-মালাৰ ফলীয়া মানুহবে একে গোট হৈ মহন্তৰ শিষ্যবিলাকে বেষ কৰাৰ বিশেষ আগন্তুক আছে। এতেকে তাৰ নিমিত্তে আমিও সাজু হৈ থকাহে ভাল। যোৰামৰীয়া মহন্তৰ যিমান শিষ্য আৰু বিভূতি ; কোৱা শুনিছোঁ, দিহিঙৰ শিলিখাতলীয়া মহন্তৰ শিষ্য-বিভূতিও তাতকৈ কম নহয়। এতেকে দিহিঙৰ মহন্তক ভিতৰুৱাল বাব এটা দি আমাৰ ফলীয়া কৰি থোৱাইহে ভাল। এই বুলি দিহিঙৰ অধিকাৰী মহন্তক মতাই আনি,

**দিহিঙৰ অধিকাৰ**

সভতে চাজলৈ অহাযোৱাকৈ স্বৰ্গদেৱক দেখা হৈ থাকিব পৰাকৈ, মাজু লিগিৰাৰ বাব দি, ভিতৰুৱাল কৰি ৰাখিলে, আৰু পঁহি চাজি, আৰু বৰচ'ৰাত বহিবলৈ কেপকৰা তলছা দিলে। এই কথা চাৰিসত্ৰীয়া অধিকাৰ সকলে শুনিবলৈ পাই, দিহিঙৰ অধিকাৰৰ দৰে পঁহি চাজি আৰু বজাৰ বৰচ'ৰাত কেপকৰা তলছা পাবলৈ মহাৰাজাত জনালে। পাচে মহাৰাজাই বৰবৰুৱাক তাৰ উত্তৰ দিবলৈ কোৱাত, বৰবৰুৱাই বোলে, বাপুসকল ! আপোনাসকল চাৰিসত্ৰীয়া অধিকাৰৰ মালা স্বৰ্গদেৱসকলে শিৰত তুলি লয়, কিন্তু দিহিঙৰ অধিকাৰৰ মালা সেই সকলৰ ওচৰকে নাপায়হি। এতেকে দিহিঙৰ মহন্তৰ দৰে মান পাবলৈ বিচৰাটো আপোনাসকলৰ ভুলহে। এনে বোলাত চাৰিসত্ৰীয়া অধিকাৰ সকলে আৰু মাত্তিৰ নোৱাৰিলে।

এনেতে দেৱৰগাঁৱৰ বাহৰতে স্বৰ্গদেও নৰিয়া পৰিল। তেওঁৰ পাছত সিংহাসন কোনে পাব, এই বিষয় লৈ মানুহৰ, বিশেষকৈ তিনিজনা ডাঙৰীয়াৰ আৰু বৰবৰুৱাৰ ভিতৰত দুই মত হ'ল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আদি কেইজনমান বিষয়াৰ মনেৰে, বিশেষকৈ তিনিজনা ডাঙৰীয়াৰ আৰু বৰবৰুৱাৰ ভিতৰত, দুই মত হ'ল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আদি কেইজনমান বিষয়াৰ মনেৰে লক্ষ্মীসিংহ কোঁৱৰকে ৰজা ল'ব লাগে ; ৰাজ-মন্ত্ৰী সুমলী বৰগোহাঁই আৰু ভগী বুঢ়াগোহাঁই ডাঙৰীয়াৰ মনেৰে মোহনমালাদেৱ কোঁৱৰকহে ৰজা পাতে। পাচে ১৬৯১ শকৰ ২০ জেঠ কৃষ্ণা দশমী তিথিত ৰাজেশ্বৰ সিংহ স্বৰ্গদেও স্বৰ্গী হ'ল ; ভোগ ১৭ বছৰ ৭ মাহ ২১ দিন।

# লক্ষ্মীসিংহ

তিনিজনা ডাঙৰীয়াতকৈও সেই কালত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ক্ষমতাহে বেছি আছিল ; গতিকে তেখেতৰ মতেহে বলৱৎ হ'ল। ১৬৯১ শকত কালশিলীয়া গোহাঁই-দেওক আনি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰজা পাতিলেহি। পাচে শিঙৰিঘৰ উঠি স্বৰ্গদেৱে লক্ষ্মীসিংহ নাম ল'লে ; আহোম মতে চুন্যেউফা বুলিলে।

স্বৰ্গদেৱে ৰজা হৈয়ে হুৰবাৰ তামুলীক বৰফুকন ভাঙি দিহিঙীয়াৰ কাশীক বৰ-ফুকন পাতিলে, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই, বৰবৰুৱা আৰু আন আন মুখ্য বিষয়খিনি পূৰ্ব্বৰ দৰেই থাকিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ শেষ কালত এইজনা

**কাশী বৰফুকন**

কোঁৱৰৰ (কালশিলীয়া গোহাঁই ওঃ লক্ষ্মীসিংহৰ) জন্ম হয় ; আৰু তেওঁৰ বৰণ আৰু আকাৰ স্বৰ্গদেৱৰ (ৰুদ্ৰসিংহৰ) বিসদৃশ থকাত, ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁক বৰকৈ আদৰ নকৰিছিল। এইনিমিত্তে ৰজাঘৰীয়া আন আন ডাঙৰ বিষয়াসকলৰো তেওঁ বৰ আদৰণীয় নাছিল, অধিক কি পৰ্ব্বতীয়া গোসাঁয়েও কোঁৱৰালি কালত তেওঁক কিছু অশ্ৰদ্ধা কৰিছিল। সেইকাৰণে লক্ষ্মীসিংহ স্বৰ্গদেৱে ৰজা হৈ, পৰ্ব্বতীয়া গোসাঁইত শিষ্য হ'বলৈ অস্বীকাৰ কৰি, তেওঁক ল'ৰাকালত পঢ়োৱা কনৌজপুৰীয়া ৰমানন্দ পুষ্পাচাৰ্য্য নামে পণ্ডিত ব্ৰাহ্মণত শিষ্য হৈ, শিৱমন্ত্ৰত দীক্ষিত হ'ল আৰু সেই ব্ৰাহ্মণক অনেক বৃত্তি-বিধান দি

**ন-গোসাঁই (পহমৰীয়া গোসাঁই)**

"ন-গোসাঁই" নাম দিলে। পাছে ন-গোসাঁই নামটো কিছু লঘুতৰ যেন বুজালত, পুষ্পাচাৰ্য্যে স্বৰ্গদেৱত জনোৱাত "পহমৰীয়া গোসাঁই" বুলিব দিলে ; কিন্তু সেই নামতকৈ প্ৰথমৰ ন-গোসাঁই নামটোহে বেছিকৈ প্ৰখ্যাত পালে।

লক্ষ্মীসিংহ স্বৰ্গদেৱে যেতিয়া ৰাজ্য পায়, তেতিয়া তেওঁৰ বয়স ৫৫ বছৰ। বিশেষকৈ বৰবৰুৱাৰপৰাই সিংহাসন পোৱাত, স্বৰ্গদেৱে প্ৰায় সকলো ৰাজকাৰ্য্যকে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ওপৰতে এৰি দিলে, আৰু ৰমানন্দ পুষ্পাচাৰ্য্য ৰজাৰ গুৰু হোৱাত, তেওঁক যি মৰ্য্যাদা দিয়া হ'ল তাত আন আন মহন্তসকলে বৰ ভাল নাপালে। বৰবৰুৱাৰ সৈতে মীমাংসা কৰি সেই মৰ্য্যাদা দিয়া হৈছিল গতিকে মোৱামৰীয়া মহন্তই অনেক গৰ্ৱালি বচন বুলি বৰবৰুৱাক জলমৰটাৰ ল'ৰা বুলি আৰু মানুহৰ আগত গালি পাৰিলে। সেই কাৰণে ৰজা ঘৰৰ পৰা, বিশেষকৈ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ, এক প্ৰকাৰ

অসন্তোষৰ পাত্ৰ হ'ল। পাচে সেই শকৰে ( ১৬৯১ শক ) আহিন মাহত স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই সৈতে চৰা নাৱেৰে ফুৰিবলৈ আহিছিল। বৰবৰুৱাৰ নাওখন আগৰ পিছত আছিল। মোৱামৰীয়া মহন্তে বৰা অহা বুজ পাই, অনেক সাজি আৱেৰে স্বৰ্গদেৱক বাসিতে সাক্ষাৎ কৰি ক্ষমা মাগিলে; বৰবৰুৱাৰ কালে কিন্তু কেৰাহি কৰিও নাচালে। তাতে অপমান বোধ কৰি, বৰবৰুৱাই মহন্তক বহুত গালি শপনি পাৰি অপমানিত কৰিলে। মহন্তই এই অপমানো পেটত ভাৰকৈ সুমাই ল'লে। সেই দিনত মোৱামৰীয়া মহন্তই বছৰি তিনিটাকৈ হাতী সোধাবৰ দস্তুৰ আছিল, ১টা স্বৰ্গদেৱলৈ, ১টা বুঢ়াগোহাঁইৰ ভাৰৰীয়ালৈ, আৰু ১টা বৰবৰুৱালৈ। পাচে কিছুদিন থাকি, সেই শকৰে ( ১৬৯১ শক ) কাতি মাহত মোৱামৰীয়া মহন্তে নাহৰখোৰা নামে এক মানুহৰ হাতত তিনিটা হাতী দি পঠালে। নাহৰে পোনে পোনে গৈ স্বৰ্গ-দেৱকে বুঢ়াগোহাঁইৰ ভাৰৰীয়াকে সেৱা কৰি, সিসকলক ভাল ভাল হাতী দুটা সোধাই দি, পাছত লেৰেলা-চেপেটা হাতী এটা আনি বৰবৰুৱাক দিলেহি। বৰবৰুৱাই এই কথা জানিবলৈ পাই, বিশেষকৈ তেওঁক চাটু নকৰাকৈ নাহৰে তেওঁৰ কাষ চপাত, তেওঁ অপমান হেন ভাবি নাহৰক নানা প্ৰকাৰে শাস্তি কৰাৰ পাছত কাণ দুখন কাটি পঠাই দিলে। নাহৰে গৈ সেই সকলো দুখ-দুৰ্গতিৰ কথা মহন্তৰ আগত ক'লেগৈ। মহন্তই তাত মৰ্ম্মান্তিক বেজাৰ পালে, আৰু পূৰ্ব্বে স্বৰ্গদেৱ শিৱসিংহৰ দিনৰ সুমাই থকা জুই দিগুণে জ্বলি উঠিল। এয়ে উপযুক্ত সময় ভাবি, লগত বহুত লোকজন লৈ মোহনমালাদেৱৰ মহন্তৰ ওচৰত উপস্থিত হৈ, সৰ্বপ্ৰকাৰে সাজু হ'বলৈ বুলিলে। মহন্তও তলে তলে তেওঁৰ শিষ্যবোৰলৈ বুজ দি মতাই অনালে; আৰু শিষ্যবিলাকেও গুৰুৰ আৰু মোহনমালাদেৱৰ হকে প্ৰাণ দিবলৈ কৃতসংকল্প হ'ল। আৰু মোহনমালা কোঁৱৰৰ কলীয়া মানুহে মোৱামৰীয়া মহন্তৰ শিষ্যবোৰে একেলগে দলবদ্ধ হৈ মোহনমালাদেৱকে বিদ্ৰোহৰ প্ৰধান সেনাপতি পাতি, তেওঁৰ তলে নাহৰ খোৰা আৰু ৰাঘৱ মৰাণক সেনাপতি পাতি দিলে। পাচে সেই তিনিয়ে প্ৰায় ন হেজাৰ মান মানুহ লগত

**"মোৱামৰীয়া বিদ্ৰোহ"**
**( ১ম বাৰ )**

লৈ হাতে হাতে দা, টাঙোন, ধেনু, কাঁৰ, যাঠি আদি অস্ত্ৰ দি, ৰংপুৰৰ কালে আযোগ মাহৰ আদিতে যাত্ৰা কৰিলে আৰু বাহিৰত এনে চৌ তুলি দিলে বোলে, মোহনমালা-দেৱ বৰগৰাকী কোঁৱৰ থকাতো অন্যায়কৈ ক্ৰমে শিৱসিংহ, প্ৰমত্তসিংহ, ৰাজেশ্বৰ সিংহ আৰু লক্ষ্মীসিংহক ৰজা পতাৰ হেতুকে এই বিদ্ৰোহ উপস্থিত হৈছে। প্ৰকৃত পক্ষেও এই বিদ্ৰোহৰ মূল কাৰণ সেয়েই, আৰু বিদ্ৰোহৰ পাছত জয়ী হ'লে মোহনমালাদেৱক আহোম সিংহাসনত ৰজা পাতিব বুলিও মহন্তই কোৱা হয়।

পাচে মোৱামৰীয়া বিলাকৰে যোগ হৈ, মোহনমালাদেৱৰ এনে উত্তোগৰ ভু পাই স্বৰ্গদেৱ উৎকণ্ঠিত হৈ পৰিল। ভগী বুঢ়াগোহাঁইৰ পেটে মোহনমালালৈ সহানুভূতি থকা

জানি, তেওঁক বুঢ়াগোহাঁই ভাঙি, কুবেৰ্গঁয়া ঘনশ্যামক বুঢ়াগোহাঁই পাতিলে ; আৰু বিষয়াসকলেৰে মীমাংসা কৰি, মোৱামৰীয়াৰ সেনাক প্ৰতিবন্ধক দিবলৈ কিছুমান সৈন্য

**ঘনশ্যাম বুঢ়াগোহাঁই**

আগবঢ়াই পঠালে, কিন্তু সিহঁতে বিদ্ৰোহীবোৰক একো কৰিব নোৱাৰিলে। বিদ্ৰোহীবোৰে নগৰ সোমাই স্বৰ্গদেৱকো ধৰি জয়সাগৰৰ দ'লত বন্দী কৰিলে ; মণিপুৰীয়া কুঁৱৰী এগৰাকীকে ঘনশ্যাম বুঢ়াগোহাঁইৰ বৈণী এগৰাকীকে বাঘৰ মৰাণে ধৰি লৈ গ'ল ; ভগাবুঢ়াগোহাঁই ভগী আৰু মাহুৰিয়ালৰ বৰজনা বৰগোহাঁই, এই দুয়োজনা ভাজৰীয়াকে মোহনমালাদেৱে কাটিলে, মোৱামৰীয়াৰ নাহৰে কীৰ্তিচন্দ্ৰ বৰবৰুৱাক নচঁচাশালত দিলে আৰু তেওঁৰ পুতেক কেইজনমানকো কাটিলে। এই উদ্যোগত জয়ী হৈ, নাহৰে "নৱ-হৰি" ( নতুন হৰি, অৰ্থাৎ বৰ্তমান যুগৰ হৰি বা কৃষ্ণ ) নাম লৈ, তাৰ দুই তিৰোতাৰ ডাঙৰীক ৰাধা আৰু ভাবুলীক ৰুক্মিণী নাম দিলে। ৰাধা আৰু ৰুক্মিণী দুয়োজনী তিৰোতা মোৱা-

**নৱ-হৰি ; ৰাধা আৰু ৰুক্মিণী**

মৰীয়াহঁতৰ লগতে আহিছিল, আৰু সিহঁতে এনে এটা চৌ তুলি দিলে বোলে, ৰাধা আৰু ৰুক্মিণীয়ে বন্দুকৰ গুলি আচল পাতি লয়, আৰু সিহঁতৰ গাত শত্ৰুৰ অস্ত্ৰ নোসোমায়।* পাছে নাহৰ খোৱাৰ পুতেক ৰমাকান্ত ৰজা হ'ল ; কাণ কটা গতিকে নাহৰ নিজে ৰজা হ'ব নোৱাৰিলে ; আৰু বিশ্বাসঘাতকতা কৰি মোহনমালাদেৱক ৰজা নাপাতিলে। মুঠতে ক'বলৈ গ'লে মোৱামৰীয়াহঁতে যুদ্ধত জয় লাভ কৰি কোঁৱৰ

**ৰমাকান্ত আৰু বাঘৰ মৰাণ**

মোহনমালাদেৱৰ ফালে উলটিকে নোচোৱা হ'ল, আৰু ৰমাকান্তক ৰজা হ'বৰ দেখি, মনৰ খিকাৰত কোঁৱৰ কামৰূপৰ ফালে গুচি গ'ল। বাঘৰ মৰাণ বৰবৰুৱা হ'ল, আৰু পূৰ্বে ধৰি নিয়া ঘনশ্যাম বুঢ়াগোহাঁইৰ বৈণী গৰাকীক নিজৰ তিৰোতা ৰূপে ৰাখিলে আৰু আমাৰ স্বৰ্গদেৱৰ আঠচুকীয়া মোহৰ দেখি, ৰমাকান্তই বেলেগ কৰি ন-

**ন-চুকীয়া মোহৰ**

চুকীয়াকৈ মোহৰ মাৰিলে। আঘোণৰণৰা সেই বছৰৰ চ'তৰ বিহুলৈকে প্ৰায় পাঁচ মাহ মোৱামৰীয়াৰ হাতত শিৱসিংহ স্বৰ্গদেৱৰ দিনত বৰৰজাৰ দুৰ্গোৎসৱ পূজাত মোৱামৰীয়া মহন্তৰ যি অপমান হৈছিল, তাৰ নিমিত্তে আন আন মহন্তে তেওঁক কিছু হেয় জ্ঞান কৰিছিল। তাৰ পাছত লক্ষ্মীসিংহ স্বৰ্গদেৱক নিৰ্মালি দিবৰ সময়তো সমনীয়া অনেক মহন্তই তেওঁক শাৰীত বহিবলৈ নিদি অপমানিত কৰিছিল। সেই অপমানৰ প্ৰতিশোধ দিবলৈ, মোৱামৰীয়া মহন্তই নগৰ লোৱাৰ পাছতে আন আন মহন্তসকলক মতাই আনি ভকত কৰিবলৈ ইচ্ছা কৰিলে। সেইবাবে এদিন এখন মেল হোৱাত মহন্তসকলক মোৱা-

* অনেকৰ ধাৰণা এনে যে ৰাধা-ৰুক্মিণী একজনী মানুহৰ নাম। প্ৰকৃতপক্ষে কিন্তু সেইটো সঁচা নহয় ; ৰাধা আৰু ৰুক্মিণী মানুহ দুজনী ; দুয়ো নাহৰ খোৱাৰ বৈণীয়েক।

মৰীয়া মহন্তই এইবুলি একবাৰ দিলে বোলে, "সবাৰো নাম জয়হৰি" ইয়াকে বোলাৰ পাছত মহন্ত বিমূৰ্চ্ছিত হ'ল। পাচে তেওঁ ভাল হৈ, তেওঁ আৰু তেওঁৰ শিষ্যবোৰে এনে অভিমান কৰিবলৈ ধৰিলে বোলে, এইসকল মহন্ত তেওঁৰ শিষ্য। সেইকাৰণে মোৱামৰীয়া মহন্তৰ শিষ্যবিলাকে নিজক পুৰণি ভকত বুলি কয়, কিয়নো ইবিলাক মহন্ত মোৱামৰীয়া মহন্তৰ ন-কৈ ভকত হ'ল।

এনেতে ডাঙৰীয়া আৰু মুখ্য বিষয়াসকলে গোট খাই বৰগোহাঁইফৈদীয়া বাইলুং গোহাঁইক বৰগোহাঁই পাতিলে। ইফালে ৰমাকান্তয়ো ৰজাৰূপে থাকি, কিছুমান ঘূণীয়াল বিষয়া আৰু ৰাজ্যৰ প্ৰধান মানুহক ধৰি ধৰি বধ কৰিবলৈ ধৰিলে। তাকে

**বাইলুং বৰগোহাঁই**

দেখি ঘনশ্যাম বুঢ়াগোহাঁই আৰু বাইলুং বৰগোহাঁই দুয়ো ছদ্মবেশ কৰি নগা পৰ্ব্বতৰফালে পলাই গ'ল। চাৰি মাহমান পলাই ফুৰাৰ পাছত হঠাৎ এদিন দুয়োজন ডাঙৰীয়াৰ দেখাদেখি হ'ল, আৰু মোৱামৰীয়াহঁতৰপৰা ৰাজ্য কেনেকৈ উদ্ধাৰ কৰিব, এই বিষয়ে দুয়ো বহুত আলোচনা কৰিবলৈ ধৰিলে। বাইলুং বৰগোহাঁই আহোম বিধি মতে কুকুৰা কাটি, "বানচেঙ" মেলি মঙ্গলচোৱা বিদ্যাত আৰু আহোমৰ "ফেলং" অৰ্থাৎ জ্যোতিষ শাস্ত্ৰত পণ্ডিত আছিল। সেই দেখি কথাৰ প্ৰসঙ্গত বুঢ়াগোহাঁইয়ে তেওঁক সুধিলে, "আপ! তোমাৰ পুথি-পাঁজিবোৰ মেলি ভালকৈ মঙ্গল এখন চোৱাচোন, বাৰু কেতিয়ানো আমি মোৱামৰীয়াহঁতৰ হাতৰপৰা পুনৰ সিংহাসন পাবলৈ যত্ন কৰিলে সফল হোৱাৰ সম্ভৱ। বুঢ়াগোহাঁইৰ কথামতে বাইলুং বৰগোহাঁইয়ে কুকুৰাঠেংৰে মঙ্গল চাই আৰু জ্যোতিষ গণনা কৰি ক'লে যে অহা বহাগৰ বিহুতে এক শুভক্ষণ মিলিছে। সেই সময়তে ৰজাৰ ফলীয়া সকলোৱে গোট খাই মোৱামৰীয়াহঁতক ৰাজনগৰৰপৰা খেদাই সিংহাসন পুনৰুদ্ধাৰ কৰিব পৰা হ'ব। মঙ্গলৰ ভবিষ্যত বাণীত বিশ্বাস কৰি দুয়োজন ডাঙৰীয়া উৎসাহিত হ'ল, আৰু সৈন্যসামন্ত গোটাই বহাগৰ বিহুৰ দিনাই মোৱামৰীয়াক আক্ৰমণ কৰিবৰ দুয়ো স্থিৰ কৰিলে। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ফলীয়া বহুত লোক আছিল। সেইবিলাকক গোটাই একে ঠাই কৰাৰ অভিপ্ৰায়ে আৰু গোপনে গোপনে কিছু অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰি ল'বৰ নিমিত্তে, ঘনশ্যাম বুঢ়াগোহাঁই আৰু বাইলুং বৰগোহাঁই, দুয়ো ছদ্মবেশেৰে নগৰৰ কাষ চাপি আছিল, আৰু নগৰ এৰি, ওচৰৰ গাঁৱে-ভূঁয়ে প্ৰাণৰ ভয়ত পলাই ফুৰা ডাঙৰীয়া-বিষয়াসকলৰ সন্তানবিলাকক আৰু পেটে ৰজাৰ ফলীয়া অন্য মানুহবিলাকক এটি এটিকৈ বিচাৰি আনি গোটাবলৈ ধৰিলে। এইদৰে চ'ত মাহৰ শেষ পৰলৈকে দুয়ো বহুত যত্নেৰে নিচেই কম সংখ্যাৰ মানুহ মাত্ৰ গোটাব পাৰিছিল। বহু সংখ্যক মোৱামৰীয়াৰ তুলনাত ডাঙৰীয়াসকলৰ সৈন্য সংখ্যা নিতান্ত তাকৰ হোৱাত, তেওঁলোকে দেখাদেখিকৈ মোৱামৰীয়াহঁতক আক্ৰমণ কৰিবলৈ আশঙ্কা কৰিছিল। গতিকে দুয়ো মন্ত্ৰণা কৰি ইয়াকে পুনৰ সিদ্ধান্ত কৰিলে যে বিহুৰ দিনা

মাজ ৰাতি আন্ধাৰত সকলোৱে মোৱামৰীয়াৰ বেশ ধৰি হচৰি গোৱা চলেৰে গৈ গোন প্ৰথমেই ৰাঘৱ মৰাণকে আক্ৰমণ কৰিব। তাৰ পাছত মোৱামৰীয়াবিলাকক যাকে য'তে পায় কাটি মাৰি একে ৰাতিৰ ভিতৰতে ৰজাৰ নগৰখনৰ যাজ কৰি পেলাব। এই কাৰ্য্যত অলপ সহায় পোৱাৰ আশাৰে আৰু ৰাঘৱৰ ভিতৰুৱা কথা জানিবৰ অভিপ্ৰায়ে দুয়ো ডাঙৰীয়াই আলোচনা কৰি ৰাঘৱে ঘলেৰে তিৰোতা কৰিবলৈ ধৰি নিয়া লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মণিপুৰীয়া কুঁৱৰী পৰাকীলৈ গুপুতে বাতৰি পঠালে। আমাৰ চোৰাংচোৱাই গৈ ৰাঘৱ আৰু আন কোনোৱে সম্ভেদ নোপোৱাকৈ, মণিপুৰীয়া কুঁৱৰীক ডাঙৰীয়াসকলে আলচ কৰা সকলো কথা জনালেগৈ। কুঁৱৰীয়েও দুই ডাঙৰীয়াৰ মন্ত্ৰণাৰ বাতৰি পাই নথৈ বং পালে, আৰু ডাঙৰীয়াসকললৈ তেওঁৰ সহানুভূতি জনাই পুনৰ গুপ্তচৰৰ মুখে এইবুলি উপদেশ দি পঠালে যোলে, বহাগৰ বিহুতে মোৱামৰীয়াবোৰ বিহু খাবলৈ ঘৰাঘৰি যাব; নগৰৰ ভিতৰত তাকৰীয়াকৈ যি মানুহ থাকিব, সিহঁতো বিহুত বলিয়া হ'ব। সেই দেখি এইটোৱেই ঘৰ সুযোগ মিলিছে। এই সুযোগতে আমাৰ মানুহে মোৱামৰীয়াৰ বেশেৰে আৰু মোৱামৰীয়াৰ সুৰ ভঙ্গিৰে মাজ নিশা ৰাঘৱৰ চোতালত হচৰি গাবহি। মই তেতিয়া সাৰে থাকি চক্ৰান্ত কৰি ৰাঘৱৰ হাতৰপৰা তৰোৱালখন কাঢ়ি লৈ, তাক যেনে তেনে উপায়েৰে আমাৰ হাতত বন্দী কৰাম। ৰাঘৱক ধৰাৰ শব্দ প্ৰচাৰ হলেই, বাকীবোৰ মোৱামৰীয়া পলাই ফাট মাৰিব আৰু আমাৰ ৰাজসিংহাসন উদ্ধাৰ হ'ব। কুঁৱৰীৰ এনে চতুৰ পৰামৰ্শ আৰু আশ্বাস বাণী শুনি, ডাঙৰীয়া দুজনৰ বুকুত সাহ জন্মিল আৰু যথা সময়ত সাজপাৰ পিন্ধি শত্ৰুৰ বিৰুদ্ধে যাত্ৰা কৰিবৰ কাৰণে সকলোটি সাজু হ'ল।

পাচে চ'তৰ মাহ গ'ল; বহাগৰ বিহু পালেহি। নগৰৰখীয়া মোৱামৰীয়া-বিলাকে ডাঁৰ-ডেটিলৈ নিজৰ ল'ৰা-তিৰোতা, ককাই-ভাই আদিৰে দেখাদেখি হৈ বিহু খাবৰ কাৰণে এটি এটিকৈ ঘৰলৈ গ'ল। ৰমাকান্ত আৰু ৰাঘৱ মৰাণ দুয়োৰে মনত কোনো বিপদৰ শঙ্কা নকৰি সিহঁতক নগৰ এৰি যাবলৈ অনুমতি দিলে। নগৰৰ ভিতৰত ল'ৰা-তিৰোতা লৈ যি দুই চাৰিজন মোৱামৰীয়া থিয়য়া আছিল, তেওঁলোকেও বিহুৰ দিনা গা-পা ধুই, ন-সাজ-কাপোৰ পিন্ধি সকলোৱে দেখা-শুনাকৈ জা-জলপান খাই আৰু ৰং-ধেমালি কৰি গধূলি ঘৰা-ঘৰি সোমাল। পাচে

ডাঙৰীয়াসকলৰ হচৰি

ৰাতি গহীন হ'লত ডাঙৰীয়াসকলে সময় বুজি নিজৰ সৈন্যবিলাকক ধুৰাই শত্ৰুক আক্ৰমণ কৰিবৰ অৰ্থে সাজ-পাৰ কৰি ওলাল। প্ৰতিজনে নিজৰ কঁকালত একোখন চোকা তৰোৱাল বান্ধি লৈ, তাৰ ওপৰত মোৱামৰীয়াৰ দৰে চোলা-কাপোৰ পিন্ধিলে, আৰু গাইপতি ঢোল, তাল, পেঁপা, টকা, আদি লৈ হচৰি গাবলৈ আহিছে বুলি ভাবি নগৰৰ দুৱাৰৰখীয়া প্ৰহৰীবোৰেও নিঃসন্দেহে বাট এৰি দিলে। ছদ্মবেশী ডাঙৰীয়াসকলৰ সেনাদলে অজ্ঞাতসাৰে শত্ৰুৰ হাউলীৰ মাজত সোমাই, গোন

প্ৰথমতে মোৱামৰীয়াৰ ধাই মন্ত্ৰী ৰাঘৱৰ চোতালত থিয় হৈ জয়ধ্বনি কৰি ঢোলত কোব মাৰি হুচৰি গাবলৈ আৰম্ভ কৰিলে। ঢোলৰ মাত শুনা মাত্ৰেই কপট মূৰ্চ্ছিত পৰি থকা মণিপুৰীয়া কুঁৱৰী চক্ খাই উঠিল। আপোন মানুহৰ মাত বুজিব পাৰি কুঁৱৰীৰ হৃদয়ত আশাৰ সঞ্চাৰ হ'ল; আৰু শৰীৰৰ প্ৰতি শিৰে প্ৰতিহিংসাৰ জুইত উত্তপ্ত হোৱা তেজ চলিবলৈ ধৰিলে। ৰাঘৱে কিন্তু কুঁৱৰীৰ আচৰণ দেখি সপোনতো ভবা নাই যে তেওঁ ঘৰৰ ভিতৰত এক বিষাক্ত কালসৰ্পিনীক ইমান দিন প্ৰতিপালন কৰি ৰাখিছিল। নানা প্ৰকাৰ কথা-বাৰ্ত্তা আৰু আমোদ-প্ৰমোদেৰে কুঁৱৰীয়ে ৰাঘৱক মুগ্ধ কৰি থৈছিল; আজি চেগ চাই, পতি আৰু জাতি বৈৰী মোৱামৰীয়াৰ প্ৰতিশোধ ল'বলৈ স্থিৰ কৰি তেওঁ গম্ভীৰভাৱে ৰাঘৱক এই বুলি ক'লে বোলে, ৰজহৰ দেও! উঠক, বহুবেকৰ বিহুৰ দিনা জাতিয়ে আপোনাৰ চোতালত উপস্থিত হৈ হুচৰি গাই, আপোনাক আশীৰ্ব্বাদ কৰিছেহি, আপুনি এই সময়ত শুই থকা উচিত নহয়; জাতিক দেখা কৰি সন্মান জনাব লাগে। কুঁৱৰীৰ কথা পেলাব নোৱাৰি ৰাঘৱে গিৰিস্ কৰে উঠি বহিল আৰু হাতত তৰোৱাল পাট লৈ বাহিৰলৈ আহিবলৈ ওলাল। ৰাঘৱে শোওঁতে, খাওঁতে, উঠোঁতে, বহোঁতে সদায় তৰোৱাল পাট হাতৰপৰা নেৰে। আৰু তৰোৱাল হাতত থাকিলে কোনো শত্ৰুৱে তেওঁৰ সন্মুখত থিয় হ'ব নোৱাৰে। সেই দেখি কুঁৱৰীয়ে তৰোৱালখন ৰাঘৱৰ হাতৰপৰা আঁতৰাবৰ অভিপ্ৰায়ে আকৌ হাঁহি হাঁহি ক'লে বোলে, শত্ৰুৰ আগলৈ যাবৰ সময়তহে তৰোৱাল পাট হাতত লৈ যাব লাগে, আজি বিহুৰ দিনা জাতিৰ সমাজলৈ যাওঁতে এইদৰে হাতত তৰোৱাল লৈ যোৱাটো বৰ অশোভন আৰু অপমানজনক। কুঁৱৰীৰ কথাত সঁচাকৈয়ে ভোল গৈ হাতৰ তৰোৱাল শয্যাত থৈ ৰাঘৱ ধীৰে ধীৰে বাহিৰলৈ ওলাল; কুঁৱৰীয়েও পাকতে তৰোৱালখন নিজৰ কাপোৰৰ তলত লুকুৱাই লৈ ৰাঘৱৰ পিছফালে থিয় হৈ মাত লগালে বোলে, ৰজহৰ দেও! জাতিয়ে আশীৰ্ব্বাদ কৰিছে, আপুনি আঠু লৈ সেৱা কৰক। কুঁৱৰীয়ে কোৱা মতেই ৰাঘৱে ৰাইজক সেৱা কৰিবলৈ আঠু কাঢ়োঁতে পাছফালৰপৰা কুঁৱৰীয়ে কাপোৰৰ তলৰপৰা তৰোৱালখন উলিয়াই ৰাঘৱক কাটি দুডোখৰ কৰিলে। ইয়াকে পাছলৈ মানুহে "ৰাঘ-বলি" বুলিবলৈ ধৰিলে। পাচে চাৰিওফালে হুলস্থুল লাগি পৰিল। আমাৰ মানুহবোৰে মোৱামৰীয়াৰ সাজ দলিয়াই পেলাই ঢোল-দগৰ এৰি মোৱামৰীয়া মাৰিবলৈ আৰম্ভ কৰিলে; মোৱামৰীয়াবোৰো আকস্মিক আক্ৰমণত অস্থিৰ হৈ সিহঁতৰ বহুতে আমাৰ মানুহৰ হাতত প্ৰাণ এৰিলে, আৰু বাকী যি থাকিল, সিহঁতেও নগৰ এৰি ছিটিকি পলাল। ৰাঘৱৰ মাক আৰু মাইয়েক, ৰাধা আৰু ৰুক্মিণী এই দুয়োকে

**ৰাধা আৰু ৰুক্মিণী বধ**

আনি বহু শাস্তি কৰি বধ কৰিলে। ৰাতিৰ ভিতৰতে ৰজাৰ নগৰৰপৰা মোৱামৰীয়াৰ সঁচ উচন কৰি, পাছ দিনা পুৱা লক্ষ্মীসিংহ বৰ্মদেৱক বন্দীশালৰপৰা মোকলাই আনিলে। লক্ষ্মীসিংহ বৰ্মদেৱে

আকৌ ৰাজ্য পালে। মণিপুৰীয়া কুঁৱৰী গৰাকীকে ঘনশ্যাম বুঢ়াগোহাঁইৰ ঘৈণীজনাকে পুনৰ অনা হ'ল। পাচে বুঢ়াগোহাঁইৰ ঘৈণীৰ ৰাঘৱ মৰাণৰ কালৰ গৰ্ভ হোৱা শুনি, বুঢ়াগোহাঁইয়ে নিলগাই ঘৰ দি ৰাখিলে।

লক্ষ্মীসিংহ স্বৰ্গদেৱে ঘনশ্যাম বুঢ়াগোহাঁই আৰু বাইলুং বৰগোহাঁইৰ এই আপাহ পাই ক্ৰমান্বয়ে দুয়োজনক ৰাজমন্ত্ৰীৰ বাব দিলে। আৰু লেচেঙিয়ালৰ মণিক ভাজি দিলিহিয়ালৰ ফৈদৰ মৰাণক বৰপাত্ৰ পাতিলে; আৰু কীৰ্ত্তিচন্দ্ৰৰ ঠাইত তেওঁৰে বংশৰ

**মৰাণ বৰপাত্ৰগোহাঁই**
**ভদ্ৰসেন বৰবৰুৱা**

ৰাজনেওগৰ পুতেক ভদ্ৰসেনক বৰবৰুৱা পাতিলে। এওঁকে ৰকতিয়ালৰ ভদ্ৰচন্দ্ৰ বা কোনোৱে ভদ্ৰ বৰবৰুৱা বুলিও কয়। পাচে ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াই মোৱামৰীয়া মহন্তক সপৰিবাৰে ধৰি আনি মাৰিলে। এনে কথা লোকে এতিয়াও কোৱাকুই কৰে বোলে, বুঢ়াগোহাঁই ডাঙৰীয়াই মোৱামৰীয়াবিলাকক সপৰিবাৰে ধৰাই আনি ভোজ খুৱাইছিল, আৰু শেষত সিঁহতৰ হতুৱাই খাল খনাই আপোনা-আপুনি সিঁহতক তাতে পোত যোৱাইছিল।

মোৱামৰীয়াবিলাকৰ হাতৰপৰা ৰাজ্য লোৱাৰ পাছত দেশত আৰু বিশেষ কোনো দুৰ্গতি হোৱা নাছিল। ১৬৯৬ শকত নাৰায়ণপুৰৰ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰা অপৰাধত সেই ঠাইৰ স্বৰ্গদেৱৰ নিয়োজিত শাসনকৰ্ত্তা কলিতাফুকনক বিষয়া ভঙা

**কলিতাফুকন "মিৰ-হং"**
**স্বয়ং ৰজা "নপতা-ফুকন"**

হয়। সেই খঙতে তেওঁ লোহিতৰ উত্তৰ পাৰে তামোলবাৰী নামে ঠাইত "মিৰ-হং" নামে "স্বয়ং ৰজা" বুলি ঘোষণা কৰি, ইফাল-সিফালৰপৰা সৈন্য গোটাই কেচামাটি নামে ঠাইত কোঠ মাৰিলেগৈ। স্বৰ্গদেৱে ভু পাই, কেচা মাটিৰ কোঠ আক্ৰমণ কৰাই, অৱশেষত মিৰ-হং স্বয়ং ৰজাক ধৰাই আনি শালত দি মাৰিলে। পাছলৈ মিৰ-হং স্বয়ং ৰজাৰ কথা ওলালে মানুহে "নপতা-ফুকন" বুলি ইতিকিং কৰিছিল।

পাচে দিলিহিয়ালৰ মৰাণ বৰপাত্ৰ মৰিল; তেওঁৰে বৰপুতেক লৰি গোহাঁই

**লৰি বৰপাত্ৰ;**
**ৰুদ্ৰেশ্বৰ বৰপাত্ৰ;**

বৰপাত্ৰ হ'ল। তেঁৱে কতদিন থাকিল; তেওঁৰ পাছত কেন্দুগুৰীয়া ফৈদৰ ৰুদ্ৰেশ্বৰ বৰপাত্ৰ হ'ল। ভদ্ৰসেনৰ পাছত আদাবাৰীয়া সন্দিকৈৰ শিৱৰাম বৰবৰুৱা হ'ল; আৰু লাহনৰ ভোলানাথ আৰু আদাবাৰীয়া সন্দিকৈৰ কৃষ্ণ এই দুই ক্ৰমে বৰফুকন

**শিৱৰাম হেকেৰা বৰবৰুৱা**
**ভোলানাথ বৰফুকন**
**কৃষ্ণ বৰফুকন**

হ'ল। পাচে দেৱবৰ্গাৰৰ নেঘেৰিটিঙত কৰা নতুন দ'ল উচৰ্গ কৰি, গড়ৰ ভিতৰতে নিজ দেৱতাৰ পূজা কৰিবলৈ স্বৰ্গদেৱে এটা তামৰ ঘৰ কৰিলে; আৰু ৰাজমাওদেৱে এটা দ'ল কৰালে, তেওঁৰ নামেৰেই বৰী দ'ল নাম হ'ল। ৰংপুৰ নগৰৰ ভিতৰতে ঈশান কোণত জুলনি বাৰী পাতি দ'ল পুখুৰী কৰি

দেবালয় পাতিলে; আৰু পহমৰীয়া বা ন-গোসাঁইৰ পুত্র ডেকা গোসাঁই বৰ জনাই গৌৰীবল্লভ দেবালয় কৰিলে। পাচে স্বৰ্গদেৱে উজনি কমলসাগৰ দেবালয়ৰ দ'ল আৰু পুখুৰী কৰি নবিয়া পৰিল। স্বৰ্গদেৱৰ কেইবাজনাও ভতিজা পুতেক আছিল। পাচে তেওঁৰ পাছত সিসকলৰ

দ'ল পুখুৰী

কোনোবাজনে কিবা উপদ্রৱ কৰে বুলি, তেওঁৰ সিংহাসন পুৰুষানুক্রম কৰিবলৈ স্বৰ্গদেৱ জীয়াই থাকোতেই, তেওঁৰ পুত্র লোকনাথ গোঁহাইদেওক (পাছলৈ গৌৰীনাথ সিংহ) আনি যুৱৰাজ পাতিলে। পাচে ১৭০২ শকৰ ৩০ আষাঢ় কৃষ্ণা প্রতিপদ তিথিত স্বৰ্গী হ'ল। ভোগ ১১ বছৰ ৬ মাহ ১০ দিন।

সকবেপৰা দুখেৰে পঢ়াশালিত পঢ়ি উঠাত এইজনা স্বৰ্গদেৱৰ স্বভাৱ বৰ মৃদু আছিল। এওঁৰ লোকৰ প্রতি অত্যাচাৰ অলপো নাছিল। মোৱামৰীয়াবিলাকক যে অত্যাচাৰ কৰা হৈছিল, তাত স্বৰ্গদেৱৰ অলপো হাত নাছিল। এওঁৰ দেৱতাৰ প্রতিও বৰ ভক্তি আছিল; সেই নিমিত্তে কেবা ঠাইতো তেওঁ দেৱমন্দিৰ নিৰ্ম্মাণ কৰাইছিল।

# গৌৰীনাথ সিংহ

১৭০২ শকত ১ পুহত লোকনাথ গোহাঁইদেও পিতৃসিংহাসনত বহা হ'ল; শিৱবিষৰ উঠি আহোম মতে চুহিৎপংফা নাম ল'লে আৰু হিন্দুমতে গৌৰীনাথ সিংহ বজা বুলিলে। এওঁ বজা হৈয়েই সন্দিকৈৰ কৃষ্ণ বৰফুকনক বিষয়া ভাজি হুৰবাৰ হৰনাথক বৰফুকন পাতিলে; বাকী পাত্ৰমন্ত্ৰী কিছু কাল পূৰ্ব্ববদৰেই থাকিল। স্বৰ্গদেও পহমৰীয়া গোসাঁইৰ পুত্ৰ মধ্যমজনাত শিষ্য হ'ল। পাচে কদ্ৰসাগৰৰ দ'ল আৰু পুখুৰী উচৰ্গ

**হৰনাথ সেনাপতি বৰফুকন**

কৰিলে; আৰু তেওঁৰ বৈমাতৃ বাজমাওদেৱে নাকুকত বাজমাও দ'ল আৰু গড়মূৰৰ বাহৰ কৰালে। সন্দিকৈৰ হেঁকেৰা বৰবৰুৱাই (শিৱৰাম বৰবৰুৱাই) কিবা কন্দল লাগি বাইলুং বৰগোহাঁইক মাৰিলত মাজুৰিয়ালৰ সৰুজনা ভীষ্মনাৰায়ণক বৰগোহাঁই পাতিলে, আৰু কদ্ৰেশ্বৰ বৰপাত্ৰক বাজমন্ত্ৰীৰ বাব দিলে।

স্বৰ্গদেও বজা হৈয়েই মোৱামৰীয়াবোৰক প্ৰতিশোধ দিবলৈ কৃতসংকল্প হ'ল। পূৰ্ব্বে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত মোৱামৰীয়াবিলাকে খেদা খাই ভাগি গ'লেও, সিহঁতৰ মনৰপৰা দ্ৰোহ ভাব খেদা খাই আতৰ হোৱা নাছিল। সিহঁতে গুপ্তভাবে সদায়

**মোৱামৰীয়া বিদ্ৰোহ**
**(২য় বাৰ)**

দ্ৰোহকেই চিন্তি কৰিছিল। পাচে ১৭০৪ শকৰ ২ বৈশাগত স্বৰ্গদেৱে মাছমৰা বং চাবলৈ গৈছিল; লগতে গুপ্তভাবে কিছুমান মোৱামৰীয়াও গৈছিলে। পাচে স্বৰ্গদেও বাতিলৈ নগৰলৈ ঘূৰি আহোঁতে লগতে সেই মোৱামৰীয়াবোৰো আহি নগৰ সোমালহি। এই সুবিধা পাই মোৱামৰীয়াহঁতে নগৰ আক্ৰমণ কৰিবলৈ মন্ত্ৰ কৰিলে; শিৱবিষৰত জুই লগাই দিলে আৰু কেইটামান বজাঘৰীয়া মানুহকো মাৰিলে। স্বৰ্গদেৱে ভয় পাই চাঙলৈ গ'ল; আৰু কদ্ৰেশ্বৰ বৰপাত্ৰ ডাঙৰীয়াই সেই কাৰ্য্য নিবাৰিব নোৱাৰি, ভয় পাই পলাই গুৱাহাটীলৈ গ'ল। পাচে স্বৰ্গদেৱে জানি, তেওঁৰপৰা বাজমন্ত্ৰীৰ বাব গুচাই, ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াক বাজমন্ত্ৰী পাতিলে। বুঢ়াগোহাঁই ডাঙৰীয়াই বিচাৰ কৰি, সেই শিৱবি ঘৰ পোৰা কাৰ্য্যত লিপ্ত থকা দ্ৰোহী মোৱামৰীয়াবিলাকক ধৰাই আনি সবংশে প্ৰাণ মাৰিলে। দোষী-নিৰ্দোষীৰ ঘৰ বিচাৰ কৰা নহৈছিল। মোৱামৰীয়া বুলিলেই ধৰি আনি শাস্তি কৰি অনেক উপদ্ৰৱ কৰিছিল।

মোৱামৰীয়াবিলাকৰ মনত এনেই দ্ৰোহ ভাব আছিলে; তাতে দোষী-নিৰ্দোষীৰ

একো বিচাৰ নকৰি, মোৱামৰীয়া বুলিলেই শাস্তিৰ যোগ্য বুলি ভাবি, শাস্তি কৰিবলৈ ধৰাত সিহঁতৰ অসহ্য হৈ উঠিল। মোৱামৰীয়াবোৰে নিজৰ গুৰুৰ বাক্য আৰু কাৰ্য্যকে সাক্ষাৎ ঈশ্বৰৰ কাৰ্য্য বুলি মানে। সিহঁতে অনেক গুৰুতৰ দণ্ড পায়ো, তাতে বৰ ভয় নকৰিছিল ; বৰঞ্চ গুৰুৰ প্ৰিয় কাৰ্য্য সাধন বুলিহে মানিছিল। তলে তলে মোৱামৰীয়া মহন্তৰ সকলো শিষ্যলৈ সিহঁতে সেই দ্ৰোহৰ বাৰ্তা পঠালে, আৰু সকলোৱে একবাক্য হ'ল। কোনেও পাছ হুহকিবলৈ ইচ্ছা নকৰিলে। একে ধৰ্ম্ম আৰু একে মতৰ দ্ৰোহী, ইয়াকে বুজাবলৈ সিহঁতৰ ভিতৰৰ প্ৰধান প্ৰধান মানুহে কেতবোৰ ঠাব চলাইছিলে, সেই ঠাববিলাক সিহঁতৰ ধৰ্ম্মতেই আছিল। মোৱামৰীয়াবিলাকৰ উদ্যম পূৰ্ব্বে দুবাৰ ভঙ্গ হোৱাত, এইবাৰ যাতে তেনে নহয়, তাৰ নিমিত্তে একেবাৰে কৃতসংকল্প হ'ল। কিন্তু কি ছলত সেই সংকল্প কাৰ্য্যলৈ আনে, তালৈ বাট চাই আছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনতে ভয় পাই, নানা ঠাইত পলাই থকা মোৱামৰীয়া মহন্তৰ শিষ্যবিলাক আহি লাহে লাহে জাতিৰ সৈতে ল'লেহি। এনেতে ঘনশ্যাম বুঢ়াগোহাঁইৰ মৃত্যু হ'ল।

### মোৱামৰীয়া বিদ্ৰোহ
( ৩য় বাৰ )

### পূৰ্ণানন্দ বুঢ়াগোহাঁই

স্বৰ্গদেৱে তেওঁৰ পাছত তেওঁৰ সুযোগ্য পুত্ৰ পূৰ্ণানন্দক ৰাজমন্ত্ৰীৰ বাবে সৈতে বুঢ়াগোহাঁই ডাঙৰীয়া পাতিলে আৰু ৰুদ্ৰেশ্বৰ বৰপাত্ৰকো বিচাৰি আনি চপাই ললেহি। পূৰ্ণানন্দ বুঢ়াগোহাঁই বৰ বুদ্ধিমন্ত আৰু কীৰ্ত্তিপ্ৰিয় লোক আছিল : আগৰজনা ৰাজমন্ত্ৰী ঘনশ্যাম বুঢ়াগোহাঁই মৰাত নতুনকৈ পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজমন্ত্ৰী হোৱাত, এই সুযোগতে, ১৭০৯ শকৰ পুহ মাহত সকলোবিলাক মোৱামৰীয়া দ্ৰোহভাবে একত্ৰ হ'ল। মাঘত চাৰিওফালৰপৰা মোৱামৰীয়াবিলাকে দা, কুঠাৰ, বৰ্ছা, কাঠৰ ঢাল, ধেনু, কাঁড়, চূণ লগোৱা কাঠৰ বা বাঁহৰ তৰোৱাল, টাঙোন, যেয়ে যি পালে, তাকে লৈ, ৰংপুৰলৈ বৰডেঁটিৰ সত্ৰৰ ওচৰলৈ গৈ, তাতে লগ লাগিল। তাৰ পাছত প্ৰায় দহহেজাৰমান মোৱামৰীয়া নগৰৰ ফালে গ'ল, আৰু বাকীবোৰ দেশৰ চাৰিওফালে ভূমে ভূমে ফুৰিবলৈ ধৰিলে। মোৱামৰীয়াবোৰৰ বিপক্ষে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কিছুমান সৈন্য পঠাই দিলে ; কিন্তু সিহঁতেও বিদ্ৰোহীবিলাকক একো কৰিব নোৱাৰি পলাই গ'ল। পাচে পূৰ্ণানন্দ বুঢ়াগোহাঁই, ৰুদ্ৰেশ্বৰ বৰপাত্ৰ, মাছুৰিয়ালৰ সকজনা ভিচোনাৰায়ণ বৰগোহাঁই, এই তিনি ডাঙৰীয়াও ৰণলৈ ওলাল। এনেতে হৈকেৰা বৰবৰুৱাৰ সলনি, সন্দিকৈৰে শিৱনাথক বৰবৰুৱা পাতিলে আৰু তেওঁকো মোৱামৰীয়াৰে যুঁজিবলৈ পঠালে। বুঢ়াগোহাঁই ডাঙৰীয়াই ৰুদ্ৰেশ্বৰ বৰপাত্ৰ

### শিৱনাথ বৰবৰুৱা

ডাঙৰীয়াই ৰণ কৰি ফুৰোঁতেই, ৰুদ্ৰেশ্বৰ বৰপাত্ৰক মোৱামৰীয়াইতে কাটিলে, আৰু নামডাঙৰ কোঠ ভাঙি ভিচোনাৰায়ণ বৰগোহাঁইকো মাৰিলে। পাচে স্বৰ্গদেৱে ভিচোনাৰায়ণৰ পুতেক নিৰ্ভয়নাৰায়ণক বৰগোহাঁই আৰু পাতৰৰ থানিক বৰপাত্ৰগোহাঁই

পাতিলে। সন্দিকৈৰ শিৱনাথ বৰবৰুৱাও মায়ডাঙ্গ কোঠবপৰা মোৱামৰীয়াক নোৱাৰি ভাগি আহিলত, স্বৰ্গদেৱে খংকৈ তেওঁক ভাঙি মায়ডিয়ালৰ ভাগতি সন্দিকৈক বৰবৰুৱা

নিৰ্ভয়নাৰায়ণ বৰগোহাঁই
অণি বৰপাত্ৰ

পাতিলে আৰু হৰনাথ সেনাপতিৰ ঠাইত সন্দিকৈৰ গগৈক বৰফুকন বিষয় দিলে। পাচে চাৰিও ফালৰপৰা মোৱামৰীয়াবিলাকে নগৰ আক্ৰমণ কৰিবলৈ ধৰিলে আৰু আগৰ দৰেই এইবাৰো এনে এটা ঢৌ ফুটাই দিলে যে মোৱামৰীয়াইতক বন্দুকৰ গুলীয়ে একো কৰিব নোৱাৰে। লাহে লাহে মোৱামৰীয়াবোৰ হাতত দা, টাঙোন,

ভাগতি বৰবৰুৱা
গগৈ বৰফুকন

ইত্যাদি লৈ বৰ বিক্ৰমেৰে আগুৱাই আহিল। চুণ লগোৱা কাঠৰ দা-লোৱা অসংখ্য মানুহ দেখি আৰু প্ৰথমবাৰৰ বাধা আৰু কন্মিণীৰ কথালৈ মনত কৰি, আমাৰ মানুহবোৰ চমৎকৃত হ'ল। নিৰ্ভয়নাৰায়ণ বৰগোহাঁই, ভাগতি বৰবৰুৱা আদি দুখিয়াল বিষয়া কেইগৰাকীমানে পাছ হোহকা মাৰিবলৈ মন কৰা বুজ পাই, স্বৰ্গদেৱে সি দুইক বিষয়া ভাঙি, তেওঁলোকৰ ঠাইত চটাইঅলীয়া গজাৰামক বৰগোহাঁই আৰু বকতিয়ালৰ

গজাৰাম বৰগোহাঁই
জয়নাথ বৰবৰুৱা

জয়নাথক বৰবৰুৱা পাতিলে। নগৰৰ যি যি ফালে মোৱামৰীয়া গ'ল, সেই সেই ফালেই বৰগোহাঁই আৰু বকতিয়াল বৰবৰুৱাই মানুহ লৈ মোৱামৰীয়াক খেদি গ'ল, পাচে আমাৰ সেনাবোৰ ত্ৰাসযুক্ত হৈ হুঁহকিবলৈ ধৰিলে। মোৱামৰীয়াবিলাকেও সম্মুখ সংগ্ৰামত জয় হোৱাত দ্বিগুণ উৎসাহেৰে যুঁজিবলৈ ধৰিলে। ইফালে আমাৰ সৈন্যবিলাকো ত্ৰাসযুক্ত হৈ ক্ৰমশঃ হুঁহকিল। আমাৰ সেনা ভাকৰীয়া দেখি দাঁতিপাৰৰ-পৰা কিছুমান সৈন্য সংগ্ৰহ কৰি আনিবলৈ গুৱাহাটীৰ গগৈ বৰফুকনক কৈ পঠালে। পাচে তেওঁ সৈন্য গোটাব নোৱাৰি গুৱাহাটীৰপৰা পলাল। তাকে শুনি স্বৰ্গদেৱে

মেধি বৰফুকন
শিৱনাথ বৰফুকন

দিহিঙীয়াৰ মেধিক বৰফুকন পাতি গুৱাহাটীলৈ পঠালে আৰু দাঁতিপৰীয়া মানুহ গোটাবলৈ ক'লে। তেওঁৰো মানুহ গোটাব নোৱাৰি স্বৰ্গদেৱলৈ সম্বাদ দিলে। পাচে স্বৰ্গদেৱে তেওঁকো ভাঙি দুৱৰাৰ শিৱনাথক বৰফুকন পাতিলে। আৰু গজাৰামক বৰগোহাঁই পাতিলে, আৰু বকতিয়ালৰ জয়নাথৰ সলনি লাহনৰ বনমালিক বৰবৰুৱা

নিৰ্ভয়নাৰায়ণৰ
বৰগোহাঁই
(২য় বাৰ)
বনমালি বৰবৰুৱা

পাতিলে; এওঁকে খাচ্ কটীয়া বৰবৰুৱাও বোলে। পাচে দুৱৰাৰ শিৱনাথ বৰফুকনে দাঁতিপাৰৰ কিছুমান সৈন্য সংগ্ৰহ কৰি আনিবলৈ ধৰোতে, জুৱে জুৱে যিবোৰ মোৱামৰীয়া দেশৰ চতুৰ্দিশে ফুৰিছিল, সেইবোৰৰ দ্বাৰা পৰাভূত হ'ল; আনকি মোৱামৰীয়াৰ চৰীয়া নৈত্তে আমাৰ মানুহ দহোটাকো একেদম

হৰলৈ বিদিয়া হ'ল। ৰাজ্যত হুলস্থূল হ'ল, আৰু প্ৰজাবিলাক একেবাৰে হতাশ হৈ পৰিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাজবীয়াৰ পৰামৰ্শ মতে স্বৰ্গদেও ভটিয়াই গ'ল। ভাজবীয়াই কিছুমান সৈন্য লৈ নগৰতে নগৰ ৰক্ষা কৰি থাকিল। মোৱামৰীয়াবিলাক গৈ নগৰ নৌ পাওঁতেই, ভাজবীয়াই চাৰিওফালে এটা গড় বান্ধিলে, সেই নিমিত্তে

**বিবুধিগড়**

বিদ্ৰোহীবিলাকে নগৰ সোমাব নোৱাৰিলে। এই গড়কে "বিবুধি গড়" বোলে। স্বৰ্গদেৱক সপৰিবাৰে ভটিয়াই যোৱা দেখি, উজনিৰ প্ৰজাৰো অনেকে ভটিয়াই গ'ল, কোনো কোনো দাঁতিপাৰে গ'ল, আৰু কোনোৰেৰা মহাকষ্ট খাই ইফালে সিফালে পলাই থাকিল। মোৱামৰীয়াহঁতে সকলোকে লুটি-পুটি নগৰ পৰিবেষ্টন কৰি থাকিল। নগৰৰ ভিতৰৰ মানুহখিনিয়ে তাতে ৰক্ষা পৰিল। জয়সাগৰৰ ওচৰতে মোৱামৰীয়াৰ শেষ যুদ্ধ হয়; তাতে আমাৰ সেনা পৰাস্ত হোৱাত আমাৰ সকলো লোকজন ছিন্ন-ভিন্ন হ'ল। মোৱামৰীয়াহঁতে সিহঁতৰ দলপতি এজনক ভৰত সিংহ নাম দি ৰজা বুলি ল'লে। বৰপাত্ৰ

**ভৰতসিংহ স্বয়ংৰজা**

ভাজবীয়াই মোৱামৰীয়াৰ সৈতে ঠায়ে ঠায়ে যুদ্ধ কৰি ফুৰিছিল; গুৱাহাটীৰ দুৱৰাৰ শিৱনাথ বৰফুকনেও কেবা ঠাইতো বিদ্ৰোহী সেনাৰে যুঁজি পাছত নিজেই প্ৰাণ ত্যাগ কৰিলে। আৰু

**বুঢ়াচেটীয়া বৰফুকন**

তেওঁৰে ঠাইত চেটীয়াৰ বুঢ়াক বৰফুকন পাতিলে। মোৱামৰীয়াহঁতে আমাৰ অনেক সেনা মাৰিলে। সিহঁতৰ যে মৰা নাছিল এনে নহয়; আমাৰ সেনা মৰাৰ তুলনাত কিন্তু সিহঁতৰ নিচেই তাকৰ সেনাহে মৰিছিল।

গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ প্ৰধান ইচ্ছা আছিল মণিপুৰ, কছাৰী আৰু জয়ন্তা ৰজাৰ সহায় লৈ তেওঁ এই বিদ্ৰোহ নিবাৰণ কৰে। এই ভাবি স্বৰ্গদেও কলজ সোমাই নগাওঁলৈ আহিল, আৰু কপহীৰ ওচৰতে বাহৰ কৰি থাকিলহি। মোৱামৰীয়া মহন্তৰ

**কপহীৰ বাহৰ**

শিষ্য যে কেৱল উজনিতে আছে, এনে নহয়; নগাওঁ আৰু আন আন ঠাইতো আছে। স্বৰ্গদেৱে আহি নগাওঁতো দ্ৰোহ ভাব দেখিলে, আৰু নগঞা মানুহবোৰেও ৰজাক পলাই অহা দেখি ত্ৰাসযুক্ত হ'ল। সিদুৰা হাজৰিকা নামে মানুহ এটাই কিছুমান মানুহ লৈ স্বৰ্গদেৱৰ ওচৰলৈ গ'ল। বিস্তৰ লোক ৰজাৰ বাহৰৰ কালে অহা দেখি স্বৰ্গদেও ত্ৰাসযুক্ত হৈ

**সিদুৰা হাজৰিকা**
**ৰজাখেদা নগঞা**

পলাই যাবলৈ উপায় চিন্তিলে; ইফালে সিদুৰাৰ লগৰ মানুহবোৰে নৈত যি বাঁহৰ কলজ আছিল, তাক ভাঙি দিলে; স্বৰ্গদেৱেও নিৰুপায় হ'ল। ইফালে পূৰ্ব্বে কছাৰী, জয়ন্তা আদি ৰজালৈ সাহায্য খুজি যি কটকী পঠাইছিলে, সিহঁতো এই পৰি-

মিত সুমুৱিছিল। পৰিশেষত স্বৰ্গদেও গুৱাহাটীৰ ফালে ভটিয়াই গ'ল। তাকে দেখি সিন্ধুৰাই লগত বিস্তৰ মানুহ লৈ ৰজাক পিছে পিছে খেদি গৈছিল। তেতিয়াৰে পৰা সিন্ধুৰা আৰু লগুৱা মানুহক "ৰজা খেদা লগুৱা" বুলি দ্ৰোহী বোলা হ'ল।

**বদনচন্দ্ৰ বৰফুকন**

স্বৰ্গদেও নিৰ্বিঘ্নে গৈ গুৱাহাটী পালেগৈ। এনেতে চেটীয়াৰ বুঢ়া বৰফুকন মৰিল। পাছে তেওঁৰ ঠাইত স্বৰ্গদেৱে হৰনাথ সেনাপতিৰ পুতেক ঘিণাইক বদনচন্দ্ৰ নাম দি বৰফুকন পাতিলে। স্বৰ্গদেৱৰ গুৱাহাটীতো বিপদ নগ'ল। কছাৰী আৰু জয়ন্তাৰ ৰজাই নিজ নিজ দেশ ৰক্ষা কৰিবলৈ যিমান সৈন্যৰ আৱশ্যক, তাতকৈ অধিক নথকাৰ নিমিত্তে সাহায্য কৰিব নোৱাৰো বুলি উত্তৰ দিলে। পাছে স্বৰ্গদেৱে বদন বৰফুকনে সৈতে পৰামৰ্শ কৰি দাঁতিপাৰৰ আৰু আন আন ঠাইৰ পৰা কিছুমান সেনাপতি সংগ্ৰহ কৰি, বুঢ়াগোহাঁই ডাঙৰীয়াক সহায় কৰিবৰ নিমিত্তে উজাই পঠালে। সেই সৈন্যৰ লগত মোৱামৰীয়াবোৰৰ নগৰৰ সমীপতে এক যুদ্ধ হয়, পাছে সেই সৈন্য ঘাটি পলাই আহিল। সেই সময়ত গোৱালপাৰাত "ৰাছ" ( Mr. Raush ) নামেৰে এজন চাহাব আছিল; তেওঁ লোণ আৰু আন আন বস্তুৰ বেপাৰ কৰিছিল। স্বৰ্গদেৱে নিৰুপায় ভাবি চাহাবক বিশেষ ৰূপে পুৰস্কাৰ দিবলৈ প্ৰতিজ্ঞা কৰি চাহাবৰ দ্বাৰাই ব্ৰিটিছ গবৰ্ণমেণ্টৰ সাহায্য লবলৈ উপায় কৰিলে। চাহাবে সাত'শ বৰকান্দাজ চিপাহী স্বৰ্গদেৱক দিলে। সেই চিপাহী স্বৰ্গদেৱে নগাঁৱৰ বাটে উজাই পঠালে ; নগাঁৱত যি বিদ্ৰোহৰ ভাব আছিল, সেই চিপাহীৰ দ্বাৰাই সি গুচিল হয়, কিন্তু চিপাহীবিলাক যেতিয়া উজনিলৈ গ'ল, তেতিয়া যোৰহাটৰ ওচৰতে সকলোখিনিকে মোৱামৰীয়াই কাটি অন্ত কৰিলে।

ইয়াৰ কিছুদিনৰ পাছত মণিপুৰৰ ৰজাই পাঁচ শ অশ্বাৰোহী, আৰু চাৰি হেজাৰ পদাতিক সৈন্য লৈ আমাৰ স্বৰ্গদেৱক সহায় কৰিবলৈ আহিল। পাছে উজনিত মোৱামৰীয়াৰে যুদ্ধ হোৱাত পোন্ধৰ শ মান মণিপুৰীয়া সৈন্য মৰিল। পাছে মণিপুৰীয়া ৰজা বাকী সৈন্য লৈ দেশলৈ গুচি গ'ল। কোনো বিপদ অকলে নাহে। হলা গ'ছ দেখিলে সকলোৱে কুঠাৰ মাৰে, এইটি প্ৰকৃত কথা। মোৱামৰীয়াৰ উপদ্ৰৱত ৰজা আৰু ৰাজ্যৰ থৰ-কাছুটি নোহোৱা সময়ত দৰঙৰ ৰজা বিষ্ণুনাৰায়ণক ভাঙি কৃষ্ণনাৰায়ণ কোঁৱৰ ৰজা হ'ল। কৃষ্ণনাৰায়ণে সুযোগ বুজি কামৰূপ খণ্ড দেশ ল'বলৈ ইচ্ছা কৰি কিছুমান হিন্দুস্থানী আৰু বঙালী সন্ন্যাসীৰ নিচিনা সেনা লৈ গুৱাহাটী আক্ৰমিবলৈ আহিল। কামৰূপৰ লোকসকলক আহোমবিলাকে ( প্ৰকৃতপক্ষে ক'বলৈ গ'লে গোটেই উজনিৰ মানুহে ) বৰ অৱজ্ঞা কৰিছিল, আৰু প্ৰতি কথাতে কামৰূপীয়া মানুহক "ঢেকেৰী" বুলি হাঁহিছিল। আনকি কামৰূপীয়া মানুহক পথুলি হ'লে গুৱাহাটী নগৰৰ ভিতৰত থাকিবলৈ নিদিছিল। বদনচন্দ্ৰ বৰফুকনৰ এনে ব্যৱহাৰত কষ্ট হৈ সেই ঠাইৰ অনেক মুখ্য মানুহো কৃষ্ণনাৰায়ণৰ ফলীয়া হ'ল। পাছে স্বৰ্গদেৱে বৰ বিপদ যেন দেখি, ব্ৰিটিছ গবৰ্ণমেণ্টৰ

সহায় ল'বলৈ ইচ্ছা কৰি গুৱাহাটীৰ ৰিকা মজুমদাৰ, দত্তৰাম খাওন্দ আৰু দৰঙৰ ৰজাৰ বিষ্ণুনাৰায়ণক কলিকতালৈ পঠালে। গোৱালপাৰাৰ "ৰাহ্" চাহাবে

**ৰিকা মজুমদাৰ দত্তৰাম খাওন্দ**

কলিকতাৰ কলবিন্ ৰবেৰ্ট্ কোম্পানীলৈ চিঠি দিলে। সেই সময়ত কলিকতাত মাৰ্কুইচ্ কৰ্ণৱালিচ্ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল (বা বৰ লাট্) হৈ আছিল। তেওঁ আমাৰ স্বৰ্গদেৱৰ পত্ৰ পাই, প্ৰথমে সাহায্য কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিলে, কিয়নো আপোনাৰ মাজত যি বিবাদ, তাত আনৰ পক্ষে এক পক্ষক সহায় কৰাটো ৰাজনীতি বিৰুদ্ধ। কিন্তু আমাৰ স্বৰ্গদেৱে ইয়াকে লিখিছিল বোলে, হিন্দুস্থানী ফকিৰ কিছুমান কৃষ্ণনাৰায়ণ দ্ৰোহীয়ে আনি দেশ লণ্ডভণ্ড কৰিব লাগিছে। হিন্দুস্থানী মানুহবোৰ ব্ৰিটিচ গৱৰ্ণমেণ্টৰ প্ৰজা। সেই কাৰণে গৱৰ্ণৰ জেনেৰেল চাহাবে ১৭১৪ শকত কাপ্তান্ ৱেলচ্ চাহাবক কিছুমান সৈন্য লৈগে ব্ৰিটিচ প্ৰজাই যাতে অসম দেশত সোমাই দৌৰাত্ম্য কৰিব নোৱাৰে, সেইটো নিবাৰণ কৰিবলৈ পঠাই দিলে। কাপ্তান্ চাহাব সসৈন্যে উজাই আহিল ; আৰু হিন্দুস্থানী মানুহে যাতে এই দেশলৈ আহি উপদ্ৰৱ কৰিব নোৱাৰে, প্ৰথমতে তাৰ নিমিত্তে বিশেষ যত্ন কৰিলে ; কিন্তু সেই হিন্দুস্থানীবিলাক গোৱালপাৰাই দি আমাৰ দেশলৈ নাহি উত্তৰে ভোটৰ দেশে দি আমাৰ দেশত সোমাবলৈ ধৰিলে। কাপ্তান্ ৱেলচ্ চাহাবে তাকে দেখি সিহঁতক যেনেতেনে মতে খেদিবলৈ উপক্ৰম কৰিলে।

**গুকুৰা মৰাণ ৰবৰুৱা সৰ্ব্বানন্দ বৰসেনাপতি**

ইফালে মোৱামৰীয়াৰ ভৰতসিংহ স্বয়ং ৰজা হৈ গুকুৰা মৰাণক বৰবৰুৱা পাতি ল'লে আৰু সৰ্ব্বানন্দক বৰ সেনাপতি পাতি লৈ অতি কঠিনৰূপে দেশ শাসন কৰিবলৈ ধৰিলে। যাক মোৱামৰীয়াৰ বিপক্ষ যেন দেখিলে, তাকে আনি দণ্ডবন্ধ কৰিলে, আৰু মোৱামৰীয়াবিলাকক এই আজ্ঞা কৰিলে যে যেনেতেনে ৰূপে দেশ লুটিপুটি আহোম ৰাজত্বৰ নাম লুপ্ত হ'বৰ লাগে, আৰু আহোমবিলাক যেন নিৰ্ব্বংশ হয়। ৰাহ চাহাবৰ বৰকান্দাজবিলাক আৰু মণিপুৰীয়া ৰজাৰ সৈন্যবিলাক যেতিয়া পৰাস্ত হ'ল তেতিয়া মোৱামৰীয়াহঁতে জানিলে যে নিষ্কণ্টকে এতিয়া সিহঁতে ৰাজ্য কৰিব পাৰিব। এই ভাবি মোৱামৰীয়াহঁতে কিছুমান সৈন্য লৈ লুইতৰ দক্ষিণ পাৰে দি ভটিয়াই গুৱাহাটীৰ ফালে গ'ল। স্বৰ্গদেৱে এই খবৰ পাই কিছুমান সেনা লৈ ভটিয়াই গ'ল। কাপ্তান্ ৱেলচ্ চাহাব গোৱালপাৰা পাই ১৭১৪ শকৰ ১৫ নবেম্বৰত উজাই আহিল। তিন দিনৰ পাচত নগ্‌ৰবেৰাৰ ওচৰতে গৌৰীনাথ সিংহ স্বৰ্গদেৱে সৈতে চাহাবে সাক্ষাৎ কৰিলে। এই সৈন্য অহাত আমাৰ স্বৰ্গদেৱে অলপ সাহস কৰিলে। কাপ্তান চাহাবেও স্বৰ্গদেৱৰ মুখে দেশৰ ভিতৰৰা অৱস্থা ভালকৈ জানিব পাৰিলে ; আৰু নবেম্বৰ মাহৰ ২১ তাৰিখে চাহাবে গুৱাহাটী ল'লেগৈ। মোৱামৰীয়াবিলাক তেতিয়া

ছিন্ন-ভিন্ন হৈ গ'ল। গুৱাহাটী লওঁতে মোৱামৰীয়াবিলাকৰ লগত ব্রিটিছ সৈন্যৰ অলপো যুদ্ধ কৰিবলগীয়া নহ'ল।

গৌৰীনাথ সিংহ স্বৰ্গদেৱক গুৱাহাটীতে থৈ, কাপ্তান চাহাব ৬ ডিচেম্বৰৰ দিনা লুইতৰ উত্তৰ পাৰলৈ গ'ল। মোৱামৰীয়াবিলাকক ভাগি যোৱা শুনি কৃষ্ণনাৰায়ণৰ সৈন্যবিলাকো ভাগি গ'ল। কাপ্তান্ চাহাবে গৈ কৃষ্ণনাৰায়ণক ধৰিলে। তেওঁ লোধাত ইয়াকে ক'লে যে গৌৰীনাথ সিংহৰ বিৰুদ্ধে তেওঁৰ দ্রোহ কৰাৰ অভিপ্রায়

**দৰং ৰজাৰ নিৰ্ব্বন্ধ**

নাছিল; মোৱামৰীয়াইতবপৰা দেশ ৰক্ষা কৰাই তেওঁৰ মুখ্য উদ্দেশ্য; কিন্তু গৌৰীনাথ সিংহ স্বৰ্গদেৱে তেওঁৰ অভিপ্রায় বুজিব নোৱাৰিহে তেওঁক বিদ্রোহী বুলি ভাবিছে। শেষত কাপ্তান চাহাবে কৃষ্ণনাৰায়ণকৈ এনে নিৰ্ব্বন্ধ কৰোৱালে যে কৃষ্ণনাৰায়ণে দৰঙ্গ, চুটীয়া, চাইদুৱাৰৰপৰা মানুহ দিয়াৰ পৰিবৰ্ত্তে ৫৫০০০ টকা আৰু ভোটাৰে সৈতে বেপাৰৰ মাচুলৰ বাবে ৩০০০, সৰ্ব্বমুঠ ৫৮০০০ টকা গৌৰীনাথ সিংহ স্বৰ্গদেৱক বছৰি কৰ দিব।

**অসমত বৰজহনী**

এইদৰে গুৱাহাটীত থাকি, কাপ্তান্ চাহাবে দ্রোহ নিবাৰণৰ চেষ্টা কৰি উপস্থিত হ'ল। অসমত এয়েই প্রথম জহনী ৰোগ; ইয়াৰ পূৰ্ব্বে এই দেশত এই ৰোগ কেতিয়াও হোৱা নাছিল বুলি কয়। এই ৰোগত পৰি দেশৰ ভগনীয়া আৰু তাত থকা অনেক লোকৰ মৃত্যু হয়।

পাচে কাপ্তান চাহাবে উজনি দেশৰফালে যাবলৈ ইচ্ছা কৰি স্বৰ্গদেৱ গৌৰীনাথ সিংহকো লগত লৈ গ'ল। স্বৰ্গদেৱৰ এনে বিশ্বাস নাছিল যে ইমান তাকৰীয়া সৈন্যৰে কাপ্তান চাহাবে মোৱামৰীয়াবিলাকক খেদিব পাৰিব। চাহাবে ৰজাই সৈতে উজাই যাওঁতেই মোৱামৰীয়াবিলাকে ভাটীফালৰপৰাই উজাই নগৰৰ ফাললৈ গ'ল। ১৭১৫ শকৰ মাৰ্চ মাহত নগৰৰ ওচৰৰ পাই, কাপ্তান্ চাহাবে সৈন্যবিলাকৰ চাউনী কৰি, মোৱামৰীয়াবিলাকৰ প্রকৃত অৱস্থা জানিবলৈ গোপনে চৰ পঠিয়ালে। সিহঁতে নগৰৰ চাৰিওফালে বৰ সমাৰোহেৰে আছিল। বুঢ়াগোহাঁই ভাৰবীয়াই থোৱা বহুৰ অভাৱত বৰ ক্লেশেৰে নগৰ ৰক্ষা কৰি আছিল। পাছদিনা চাহাবে বাছিপুৱা বাৰটা চিপাহী, এজন জমাদাৰ, এজন নায়েব, এজন বিকুলওৱালা আৰু এজন হাৱলদাৰে সৈতে নগৰৰ সমীপলৈ পঠাই দিলে। স্বৰ্গদেৱে দেখি বিশ্বাস নকৰিছিল যে সেই চিপাহী কেইটাই পাঁচ হেজাৰ মোৱামৰীয়া কিবা কৰিব পাৰিব! ইফালে কাপ্তান চাহাবে তেওঁৰ সকলো সৈন্যকে প্রস্তুত হৈ থাকিবলৈ আজ্ঞা কৰিছিল। ইমান অল্প সংখ্যক চিপাহী যোৱা দেখি মোৱামৰীয়াইতেও বৰ উল্লাসেৰে আছিল। ব্রিটিচ চিপাহী কেইটাক গভীৰ গতিৰে সৈ থকা দেখি, মোৱামৰীয়াইতে এনে কি টাকোন, চুপ বঁহা বাঁহ, কাঠৰ দা, যেন্দু, কাঁৰ প্রভৃতি অস্ত্র লৈ বেশ ছাৰখাৰ কৰিছিল, সেইবিলাক অস্ত্রকে হাতে হাতে লৈ সিহঁতে চিপাহীবোৰক খেদি আহিল। কিছুমানে এনে আশা কৰি যোৱালোৱাৰ

মন কৰি আছিল বোলে, সেই দুঃসাহসী চিপাহী কেইটাক মাৰি সিঁহঁতৰ লগৰ আন চিপাহী আৰু কাপ্তান চাহাবকো বধ কৰিব। সিঁহঁতৰ কোনোৱে আকৌ এইবুলি আক্ষেপ কৰিছিলে বোলে, এনে বুলি জনা হ'লে মাজ বাটতে চিপাহী কেইটাক আধ্যা কৰিব পৰা হ'লহেঁতেন। মোৱামৰীয়াহঁতৰ কিন্তু এইটো জনা নাছিল যে যুদ্ধ কৰা এটা বিদ্যা আৰু তাক ভালকৈ শিক্ষা কৰিব লাগে। যেতিয়া সিঁহঁতে বেৰি ধৰি কাঁৰ, টাঙোন, বৰ্শা চিপাহীবোৰলৈ চলাবলৈ ধৰিলে, তেতিয়া চিপাহীবিলাকে চাৰিচুকীয়াভাৱে থিয় হৈ বন্দুক মাৰিবলৈ ধৰিলে। মোৱামৰীয়াহঁতৰ বাধা আৰু কম্বিণীয়ে বন্দুকৰ গুলী আচল পাতি ধৰা পৰাক্ৰম এতিয়া শেষ হ'ল। বন্দুকৰ গুলীত মোৱামৰীয়াবোৰৰ বহুত মৰিল। পাচে সেই চিপাহী কেইটাই খেদি যোৱাত নগৰৰ দুৱাৰৰপৰা বিদ্ৰোহীবিলাক পলাবলৈ ধৰিলে। তাৰ পাছত আৰু কিছুমান সৰহকৈ ব্ৰিটিচ সৈন্য যোৱা দেখি, মোৱামৰীয়াবোৰ পলাই ফাট মাৰিলে। সেই দিনাই গধূলি নগৰৰ দুৱাৰ মেলা হ'ল; তাৰে পৰা মানুহ অহাযোৱা কৰিবলৈ ধৰিলে। তাৰ পাছ দিনা পুৱা বুঢ়াগোহাঁই ডাঙৰীয়াই আহি স্বৰ্গদেৱক নগৰলৈ লৈ গ'ল, আৰু কাপ্তান্ চাহাবো স্বৰ্গদেৱৰ লগতে ১৭১৭ শকৰ চ'ত্তত নগৰলৈ সোমাল। গৌৰীনাথ সিংহ স্বৰ্গদেৱে পুনৰ সিংহাসন পালে।

**মোৱামৰীয়াৰ হাতৰপৰা ৰাজ্য উদ্ধাৰ**

কাপ্তান্ ওৱেলচ্ চাহাবে স্বৰ্গদেৱ, মন্ত্ৰী আৰু আন আন ডাঙৰ কৰ্মচাৰীসকলক সুন্দৰ হিতোপদেশ দিলে; আৰু গৱৰ্ণৰ জেনেৰেলৰ আদেশ ভালৰূপে বুজাই ক'লে। কাপ্তান চাহাবৰ এনে ইচ্ছা আছিল যে দেশ সুস্থিৰ কৰিবলৈ কিছুমান সৈন্য ৰাখি যাব, আৰু তাৰ ব্যয় কামৰূপৰ উৎপন্নৰপৰা স্বৰ্গদেৱে দিব। এনেতে কিন্তু লৰ্ড কৰ্ণওৱালিচ্ চাহাব বিলাতলৈ গ'ল, আৰু তেওঁৰ পদত চাৰ্ জন্ চোৰ্ ( Sir John Shore ) চাহাব গৱৰ্ণৰ জেনেৰেল হ'ল। তেওঁ আহি এনে সিদ্ধান্ত কৰিলে বোলে, আন দেশৰ আভ্যন্তৰিক কাৰ্য্যত ব্ৰিটিচ্ গৱৰ্ণমেন্টৰ হাত দিবৰ কোনো সকাম নাই। সেই কাৰণে কাপ্তান্ ওৱেলচ্ চাহাবে বৰকৈ লেখাতো গৱৰ্ণমেণ্টে কাপ্তান চাহাবক সৈন্যে কলিকতালৈ ঘূৰি যাবলৈ আদেশ কৰিলে। গৱৰ্ণৰ জেনেৰেলৰ হুকুম পাই ১৭১৭ শকৰ জুলাই মাহত কাপ্তান্ চাহাব সৈন্যে আমাৰ দেশ এৰি ভটিয়াই গ'ল। চাহাব ভটিয়াই গ'লত, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই বিস্তৰ মোৱামৰীয়াক ধৰাই আনি কঠিন শাস্তি কৰিলে। দেশত তেতিয়া এনে এটা চৌ উঠিল যে বোলে মোৱামৰীয়া মহন্তৰ শিষ্য বুলিলেই সি বধৰ পাত্ৰ হ'ল। বুঢ়াগোহাঁই ডাঙৰীয়াৰ আজ্ঞা মতে বহাৰ বহিয়াল বৰুৱাই বহুত মোৱামৰীয়াক কাটি বা আন প্ৰকাৰে প্ৰাণ মাৰি মগাঙৰ কলঙ নৈৰ দাঁতিৰ এডোখৰ ঠাইত পেলাই দিলে, সেই ঠাইক পাছলৈ "মোৱামৰীয়া কুড়" বোলে। মোৱামৰীয়া বিপ্লৱৰ সমস্ত ৰংপুৰ নগৰ একেবাৰে ছাৰখাৰ

হ'ল। প্ৰজা তাত ইমান তাকৰ হ'ল যে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই তাত ৰাজধানী থকা ভাল নেদেখি, ১৭১১ শকৰ শাওন মাহৰ শেষ ভাগত যোৰহাট বাহৰলৈ স্বৰ্গদেৱক অনালে। ৰংপুৰ নগৰ সেই দিন ধৰি পৰিত্যক্ত নগৰ হ'ল। মোৱামৰীয়াবিলাকক দণ্ড বহু কৰি, আৰু যোৰহাট বাহৰকে নগৰ কৰাৰ পাছত, স্বৰ্গদেৱে মন্ত্ৰীসকলেৰে পৰামৰ্শ কৰি দেশৰ উন্নতি কৰিবলৈ মন কৰিলে, আৰু সেইৰূপে অশেষ যত্নও কৰিলে। কিন্তু প্ৰথমতে বঙালৰ (মুছলমানৰ) আৰু তাৰ পাছত মোৱামৰীয়াৰ বিদ্ৰোহত ৰজা প্ৰজাৰ এনে দুৰৱস্থা আছিল, যে সেই যত্ন একেবাৰেই বিফল হ'ল।

**যোৰহাটত নগৰ**

গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ পুত্ৰ নাছিল। স্বৰ্গদেৱৰ শৰীৰ সঘনে পীড়িত হৈ থকাত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এজনা কোঁৱৰক উত্তৰাধিকাৰীৰূপে হাতত ল'বলৈ ইচ্ছুক হ'ল। পূৰ্ব্বৰ গদাধৰ সিংহ স্বৰ্গদেৱৰ সৰুজনা কোঁৱৰ লেচাই নামৰূপীয়া ৰজা, তেওঁৰ পুতেক আয়ুৰ্স্ত গোহাঁই, আয়ুৰ্স্ত গোহাঁইৰ পুতেক কদমদীঘলা গোহাঁই আৰু তেওঁৰে বৰ পুতেক কিনাৰাম গোহাঁইদেৱক ৰজাৰ যোগ্য হেন দেখি বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁক যোৰহাটলৈ মাতি অনালে। যদিও এই কথা সকলোবিলাক ডা-ডাঙৰীয়া আৰু ৰৰৰুৱা আদি ডাঙৰ বিষয়াই অলপ গম পাইছিল, তথাপি তাৰ বিৰুদ্ধে কোনেও একো নক'লে। কিন্তু বুঢ়াগোহাঁই ডাঙৰীয়াই শাহনৰ বাচ্‌কটীয়া ৰৰৰুৱাক বৰ অবিশ্বাস কৰিছিল, কিয়নো তেওঁৰ কাৰ্য্যত ৰৰৰুৱাই প্ৰায়েই প্ৰতিবাদ কৰিছিল। ক্ৰমে স্বৰ্গদেৱৰ শৰীৰ অসুস্থ হৈ আহিল; আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই গতি বিষম হেন দেখি স্বৰ্গদেৱক সুধিলে বোলে, "পাইকেনো কি কৰিম?" ডাঙৰীয়াৰ এই ইঙ্গিত বুজি স্বৰ্গদেৱে কেৱল এইমাত্ৰ ক'লে বোলে "ডাঙৰীয়াই যাকে ভাল পাইছে তাকে কৰক।" ইয়াৰপৰা এনেই প্ৰতিপন্ন হ'ল যে তেওঁৰ তিনিটা কথা মনত যায়:—প্ৰথম, তেখেতৰ একমাত্ৰ জীয়েক তুলসী আইদেউক বিবাহ দিব নোৱাৰিলে; দ্বিতীয়—নগঞা সিন্ধুৰাক তেওঁ বাপেকৰ মজহ পুতেকক বা পুতেকৰ মজহ বাপেকক খুৱাব নোৱাৰিলে; আৰু তৃতীয়তঃ—চাৰিটা মানুহেৰে পাইকৰ পোৰা কৰিব নোৱাৰিলে। এই বুলি স্বৰ্গদেৱে এটা হমুনিয়াহ কাঢ়িলে। পাচে ডাঙৰীয়াই স্বৰ্গদেৱৰ এই হমুনিয়াহে সৈতে কোৱা কথাকেইটা শুনি ক'লে, যে তেওঁ এই তিনিওটা আজ্ঞা পালন কৰিব। তাৰ পাছ দিনা ১৭১১ শকৰ ২২ আহোণৰ দিনা কৃষ্ণা চতুৰ্থীত স্বৰ্গদেৱ স্বৰ্গী হ'ল।

পাচে সিংহাসনত উঠিবৰ যোগ্য কোঁৱৰ নথকাত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই স্বৰ্গদেৱৰ মৃত্যু সংবাদ গুপুতে ৰাখিলে। পাচে তেওঁৰ প্ৰতিদ্বন্দ্বী বাচকটীয়া ৰৰৰুৱাই কিবা কেলেহাৰ কৰে বুলি, স্বৰ্গদেৱৰ আজ্ঞা বুলি ৰৰৰুৱাক ঘৰৰপৰা মতাই আনি, বৰচ'ৰাৰ মুখতে বিষয়া ভাঙি ঘৰলৈ পঠালে (কাশীনাথৰ বুৰঞ্জী Old Edn. ৪৩ পিঠি,

New Edn., ৬২ পিঠিত চাওক ) আৰু পাছত কিনাৰাম গোঁসাইদেৱে তিনিহিদেৱক সন্দিকৈৰ ডদৰিক চন্দ্ৰকান্ত নাম দি, তেওঁৰ ঠাইত বৰবৰুৱা পাতিলে। তাৰ পাছ দিনা কিনাৰাম গোঁসাই-দেৱক বৰচ'ৰালৈ আনি স্বৰ্গদেৱৰ মৃত্যু সংবাদ জনাই, সকলোকে ডাঙৰীয়াই এই বুলি ক'লে বোলে, স্বৰ্গদেৱ গৌৰীনাথ সিংহই কিনাৰাম গোঁসাইদেওকে ৰজা মনোনীত কৰি গৈছে। এইবুলি বুঢ়াগোহাঁই ডাঙৰীয়া প্ৰভৃতি সকলোৱে তেওঁকে ৰজা পাতি সেৱা কৰিলে। পাচে শিৰ্জবিষৰ মুঠিলে, সিংহাসনত বহিব নেপাই কাৰণে প্ৰথমে ৰজা হোৱাত বাঁহৰ চাৰিচুকীয়া খুৰা লগা হেঙ্লাঙত কাপোৰ পাৰি, ৰজা পাতিব লগা জনা গোঁসাইদেওক তাতে তুলি, ডাঙৰীয়াসকল স্বৰ্গী হোৱা জনা স্বৰ্গদেৱৰ আজ্ঞা কৈ, বৰবৰুৱাই ক'ব লাগে বোলে, শেষকালত স্বৰ্গী ৰজাই এইজনা গোঁসাইদেৱতে ৰাজ্য ভাৰ দি গৈছে, দেওবোৰে সেৱা কৰক। এইৰূপ প্ৰণালীমতে বৰবৰুৱাই ক'লেই ডাঙৰীয়াসকলে সেৱা কৰি ৰজা পাতে। এয়েই ৰজা পতাৰ নিয়ম। কিন্তু এই গৌৰীনাথসিংহ স্বৰ্গদেৱ স্বৰ্গী হ'বৰ দিনাই লাহনৰ ৰাচকটীয়া বৰবৰুৱাক বিষয়া ভাঙি দণ্ড কৰি ঘৰলৈ খেদোৱাত, তেওঁৰ ঠাইত সন্দিকৈৰ ডদৰিক যদিওবা বৰবৰুৱা পতা হ'ল, তেঁৱো পীড়াযুক্ত হৈ সেই সময়ত শয্যাগত হৈ পৰি থকাত, বৰবৰুৱা নাইকিয়া হ'লত বৰবৰুৱাৰ কৰ্ত্তব্য কৰ্ম্মখিনি, ৰজা পতা কালত ৰকতিয়ালৰ ঘৰৰ শিৱনাথ তামুলী ফুকনৰ দ্বাৰা কৰোৱা হ'ল।

**চন্দ্ৰকান্ত বৰবৰুৱা।***

**ৰজা পতাৰ প্ৰণালী**

এইজনা স্বৰ্গদেৱৰ দিনতে লোহিতৰ উত্তৰ পাৰে জাপৰী ভেটি নামে ঠাইত যোগী মানুহ এটা, আৰু দিহিঙৰ পূৰে বেঙমৰা নামে ঠাইত মোৱামৰীয়াৰ বৰসেনাপতি সৰ্ব্বানন্দ মৰাণ এই দুই "ময়ভু ৰজা" হৈ উঠিছিল। মাজুলীতো হাউলীয়া নামে এটা সাধাৰণ মানুহ ৰজাৰ নিচিনা ক্ৰমতাৰে বলৱন্ত হৈ উঠিছিল ; সদিয়াত খামতিবিলাকেও নিজৰ ৰজা পাতি লৈ, অখণ্ড প্ৰতাপ দেখাবলৈ ধৰিছিল। ৰংপুৰতো পূৰ্ব্বেই কৈ অহা হৈছে, মটকৰ ভৰতসিংহ ৰজা হৈ নিজৰ নামেৰে নচুকীয়া মোহৰ পৰ্য্যন্ত মৰাইছিল। এইবিলাক ময়ভু ৰজা হওঁতে দেশত শান্তি নাছিল। পাচে যেতিয়া পুনৰ শান্তি স্থাপন হ'ল, সেই ময়ভু ৰজাবিলাকক মানুহে "নপতা-ফুকন" নাম দি পাছলৈ বিদ্ৰূপ কৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ উৎপাতত ৰজা-প্ৰজাৰ অৱস্থা নিতান্ত শোচনীয় হৈ পৰিল। ৰাজ্যত শান্তিৰক্ষক নোহোৱাত প্ৰজাবিলাকে খেতি-বাতিত হাত দিব নোৱাৰিছিল। গতিকে ৰাজ্য যুৰি ভয়ানক আকাল লাগি উঠিল। সেই সময়ত একঠা চাউলৰ বেচ এটা সোণৰ মোহৰ হৈছিল ; আৰু পেটৰ ভোকত মানুহে অখাদ্য খাবলৈকো কুণ্ঠিত

**মহা আকাল**

* জনৰি বৰবৰুৱাৰ ঘৈণীৰ নাম অৰা গাভৰু। তেখেতৰ মাক দুৱৰাৰ ঘৰৰ জীয়াৰী আছিল। কমলেশ্বৰ সিংহ আৰু চন্দ্ৰকান্ত সিংহ তেওঁৰ সহোদৰ সহৰ।

নহৈছিল। পাছলৈ কঠা এৰি, টেমিৰে চাউল জুখি দিয়াত পৰিছিল, আৰু এটেমি চাউলৰ বেচ এটকা হৈছিল।

ব্ৰিটিচ সেনাৰ আৰ্হিৰে গৌৰীনাথ সিংহ স্বৰ্গদেৱে কিছুমান যাচনি আহোম সেনাৰে সৈতে নতুনকৈ এটা ফৌজ গঠন কৰিছিল। কাপ্তান ৱেলচ্‌ চাহাবৰ লগত অহা দুজন

**ব্ৰিটিশ সেনাৰ আৰ্হিৰে প্ৰথম আহোম ফৌজ**

দেশী কৰ্ম্মচাৰী ৰাখি, সেই সেনাক ৰণ বিদ্যা শিকোৱা হৈছিল। অসম ৰজাৰ দিনত সেয়ে ব্ৰিটিচৰ আৰ্হিৰে গঠিত হোৱা প্ৰথম ফৌজ। কাপ্তান্ ৱেলচ্‌ চাহাব উলটি যোৱাৰ পাছত মোৱামৰীয়াবোৰে আকৌ মূৰ তুলিবলৈ তলে তলে আয়োজন কৰিছিল, কিন্তু নতুনকৈ গঠিত হোৱা আহোম ফৌজৰ ভয়ত সিঁহঁতে নিটাল মাৰিলে। মোৱামৰীয়াৰ যুদ্ধত আহোম ৰজাক দুকলা হোৱা দেখি পূৰ্ব্বে নদিয়াৰ ওপৰে টৈলা-পানীত পৰা খামৃতিবিলাকে সদিয়া দখল কৰি স্বাধীন হৈ উঠিল।

স্বৰ্গদেৱ গৌৰীনাথ সিংহ অলপ উদ্ধত প্ৰকৃতিৰ লোক আছিল। কোনো এক কাৰণ লৈ, তেওঁৰ ল'ৰাকালৰ সখি এজনক ( শিৱনাথ তামুলীফুকনক? ) স্বৰ্গদেৱে চকু কঢ়াইছিল। তাৰ পাছত এসময়ত বিদেশী ভাষাৰে লিখা পত্ৰ এখন পঢ়িব লগা হোৱাত, দেশৰ আন কোনোৱে সেই পত্ৰ পঢ়িব নোৱাৰিলে। পাচে তেওঁৰ সেই চকুহীন সখিজনে আঙুলিৰে আখৰৰ আকৃতি ধৰি ধৰি সেই পত্ৰখনৰ মৰ্ম্ম বুজাই দিলে। স্বৰ্গদেৱৰ অহঙ্কাৰো প্ৰবল আছিল। কাপ্তান্ ৱেলচ্‌ চাহাবক হেনো তেওঁৰ পাছফালে মাছিয়া দিহে সম্ভাষা কৰিছিল। স্বৰ্গদেৱ কিন্তু এগৰাকী বৰ দানী ৰজা আছিল। তেওঁ ব্ৰাহ্মণবিলাকক দক্ষিণা আঁজলি ভৰাই ভৰাই দিছিল। দান-দক্ষিণা কৰিবলৈ স্বৰ্গদেৱৰ মন চাই, ৰাজভঁৰালত তাৰ জোখাৰে ৰূপৰ মোহৰ নথকাত, মন্ত্ৰীসকলে মীমাংসা কৰি, ছবতীয়া ( এক অনা ), তিনিবতীয়া ( অৰ্দ্ধ অনা ) আদি সৰু ধনৰ সৃষ্টি কৰিলে।

**ছবতীয়া, তিনিবতীয়া আদি সৰু ধন;**

আমাৰ দেশত কানিৰ ( আফিঙৰ ) খেতিও এইজনা ৰজাৰ দিনবেপৰাই প্ৰথম আৰম্ভ হয়। দেশ জুৰি গ্ৰহণী আৰু জহনী বোগ হৈ, বহুত মানুহ মৰোঁতে কাপ্তান্ ৱেলচ্‌ চাহাবৰ লগত অহা কোনো কোনো ব্ৰিটিচ চিপাহীৰ হাতত আফিং আছিল; তাৰপৰা বহুত মানুহ আৰোগ্য হ'ল। তাতে সেই আফিং বৰ উপকাৰী বুলি, কোনো কোনো চিপাহীৰপৰা আফিং গুটি লৈ, প্ৰথমতে বেলতলাত তাৰ খেতি কৰা হয়।

**বেলতলাত কানিৰ (আফুৰ) প্ৰথম খেতি**

তেতিয়াৰেপৰা আমাৰ দেশত কানিৰ প্ৰচলন হ'বলৈ ধৰিলে। মানুহে প্ৰথমতে কানিক ঔষধৰ দৰে গিলিহে খাইছিলে, আৰু তাক কানিখোৱা বুবুলি, দৰণ একণ খাওঁ বুলিহে কৈ ( কানি পাণ ) খাবলৈ শিকিলে আৰু পাছলৈ সেই কানি-পাণ এটা ভোগৰ বস্তু বুলি দেশৰ সকলোৱে ( বিশেষকৈ ওপৰ শ্ৰেণীৰ মানুহবিলাকে ) ব্যৱহাৰ

কৰিবলৈ ধৰিলে। এই কু-অভ্যাস গুচাবৰ নিমিত্তে বুঢ়াগোহাঁই ডাঙৰীয়াই বহুত যত্ন কৰিছিলে। মিঃ মিলচ্ চাহাবে তেওঁৰ ৰিপোর্টৰ এঠাইত লিখিছে:

"During the great calamities of 1704 A. D (Moamoria invasion) some Borkundanzes introduced the practice of eating Modak (কানিকহে বুজাইছে ; সম্ভৱত ভুলকৈহে Modak শব্দটো চাহাবে এই ঠাইত ব্যৱহাৰ কৰিছে) in Paun (পাণ)। The practice afterwards became so common that the BooraGohain adopted severe measures to put a stop to it, and partly succeeded." সেই যা-হ'ক, কানিয়ে প্ৰথমতে ৰোগ-নাশক যুদি আমাৰ দেশত সোমাই নৈ এতিয়া কিন্তু নিজেই সেই ৰোগৰ মূল স্বৰূপ হৈ, গোটেই দেশ ছাৰখাৰ কৰিবলৈ আৰম্ভ কৰিছে।

# কমলেশ্বৰ সিংহ

১৭১৭ শকৰ আঘোণৰ ২৩ দিন যাওঁতে কিনাৰাম গোঁহাইদেওক আনি ডাঙৰীয়াসকলে ৰজা পাতি সেৱা কৰিলেহি। মোৱামৰীয়া বিপ্লৱৰ পাছত দেশৰ ভিতৰিয়া এনে দৈন্যদশা আছিল যে তেওঁ শিঙৰি ঘৰত উঠিবলৈ একো যো-জা কৰিবকে নোৱাৰিলে। সেই নিমিত্তে এইজনা স্বৰ্গদেৱৰ প্ৰকৃত আহোম নামো নহ'ল। তেখেতৰ যি আহোম নাম ( চুক্লিংফা ) সেইটি কমলেশ্বৰ শব্দৰ আহোম ভাষাত ৰূপান্তৰ মাত্ৰ। এওঁ ৰজা হৈয়েই তেওঁৰ পিতৃ কদমদীঘলা গোঁহাইদেৱক চাবিঙ ৰজা পাতিলে, আৰু নিৰ্ভয়নাৰায়ণক ভাজি পুনৰ গঙ্গাৰামকে বৰগোঁহাই পাতিলে। বাকী পাত্ৰমন্ত্ৰী আৰু বিষয়াদি পূৰ্ব্বৰ দৰেই থাকিল। পাচে ইয়াৰ দুবছৰমানৰ পাছতে কদমদীঘলা চাবিঙৰজা স্বৰ্গী হ'ল ; সেই কাৰণে কমলেশ্বৰ সিংহ স্বৰ্গদেৱে তেওঁক সহোদৰ ভাই চন্দ্ৰকান্ত গোঁহাইদেওক নিচেই কোমল বয়সতে চাবিঙৰজাৰ বাৰ দিলে।* আৰু পূৰ্ব্বে লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত ঘনশ্যাম বুঢ়াগোঁহাইৰ যে বৈৰী এগৰাকীক বাঘৰ মৰাণে তিকতাকৈ ৰাখিলত, তাৰ ফালৰ গৰ্ভ হৈছিলে, কালত সেই ল'ৰা প্ৰসৱ হ'ল আৰু ডাঙৰ-দীঘল হৈ উঠিল তাকে পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াই আপোন পিতৃবীৰ্য্যৰ সন্তান নহলেও, মাইদেৱেকৰ গৰ্ভত জন্ম পোৱা সন্তান বুলি বিচাৰি আনি দোলাবৰীয়া বৰুৱাৰ বিষয় দিলে। আৰু আপোন ফৈদৰ ভিতৰতে সুমাই ল'লে।

**গঙ্গাৰাম বৰগোঁহাই**
**( ২য় বাৰ )**

পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ উদ্যোগত ৰজা হোৱাৰ নিমিত্তে কমলেশ্বৰ সিংহ স্বৰ্গদেৱে প্ৰায় সকলো ৰাজকাৰ্য্যৰ ভাৰ তেওঁৰ ওপৰতে নিৰ্ভৰ কৰিবলৈ ধৰিলে ; নিজে মাথোন নামতহে ৰজা আছিল ; আৰু স্বৰ্গদেৱৰ ভিনিহিদেৱেক ভদ্ৰকান্ত বৰবৰুৱাক ৰাজমন্ত্ৰী পাতিলে। পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া এগৰাকী অতি বিচক্ষণ আৰু কাৰ্য্যদক্ষ লোক। তেখেতে ভগা দেশ কেনেকৈ পাতিব পাৰে, তাৰ নিমিত্তে যত্নবান হ'ল। পূৰ্বে বিদ্ৰোহৰ কালত আমাৰ দেশৰ অনেক মানুহ ভাগি গৈ জয়ন্তা আৰু কছাৰী ৰজাৰ দেশত সোমাইছিলগৈ। বুঢ়াগোঁহাই ডাঙৰীয়া আৰু ভদ্ৰকান্ত বৰবৰুৱা দুয়ে পৰামৰ্শ কৰি সেইবিলাক মানুহক আকৌ আমাৰ দেশলৈ ঘূৰাই আনিবলৈ বহু পুৰুষাৰ্থ কৰিছিল।

---

* চন্দ্ৰকান্ত সিংহৰ জন্মশক ১৭১১ ; চাবিঙ ৰজাৰ বাৰ পাওঁতে তেওঁ গাখীৰকেঁচুৱা।

কছাৰী ৰজাৰ দেশত ভাগি সোমোৱা মানুহখিনি ঘূৰাই আনিবলৈ ভদ্ৰকান্ত বৰবৰুৱাই কছাৰী ৰজা কৃষ্ণচন্দ্ৰ নাৰায়ণলৈ এখন চিঠি লিখিছিল, আৰু সেই চিঠি আমাৰ শীতলীৰাম কটকী কেদেলা আৰু কটকী ৰবা লক্ষ্মীৰাম এই দুয়ে নি সেই সময়ত কছাৰীৰ ৰাজধানী খাচপুৰত কছাৰীৰজাত দিলেগৈ। সেই চিঠিখনি এই :

স্বস্তি শ্ৰীমৎপুৰন্দৰাদিদিবিশদ্বৃন্দবন্দিতনগেন্দ্ৰনন্দিনীচৰণদ্বন্দাৰবিন্দ মকৰান্দামোদা-নন্দিতস্বান্তৰোণৰ হেড়ম্বেশ্বৰ শ্ৰীশ্ৰীকৃষ্ণচন্দ্ৰনৃপৱৰেষু।

লিপিৰিয়ং বিৰাজতে ভৱাং শিৱ মস্মাকং ভৱন্তব্যং সমিহামহে।

বিশেষ সমাচাৰ এহি। আমাৰ দেশ বিভ্ৰান্ত কালে শত্ৰু পৰাভৱত থাকি দেশস্থ প্ৰাণীসকল ভাগি গৈয়া ৰৰমুৰা এবং ভগনীয়া প্ৰজা ও মায়ামৰীয়া আপন দেশতে সোমাই আছিল। সম্প্ৰতি ৺৺ৰ কৃপাত সেই শত্ৰু দমন কৰিয়া দেশ পাইছি। এবং আপনে দেশতে ভাগি গৈ সোমাই থকা জনসকল পূৰ্ব্বধৰ্ম্ম কবুল চায়া শীঘ্ৰে আমাৰ কটকী ও ৰবা লক্ষ্মীৰাম ইহাৰ সঙ্গেতে হয়তেতো পূৰ্ব্ব পিতা-পুত্ৰ ধৰ্ম্ম ৰক্ষা হয়। সকল ধৰ্ম্মো ৰক্ষা পায়। যদিচ্যাত সেই ৰৰমুৰা, এবং ভগনীয়া ও মোৱামৰীয়া চাড়ি দেইনা, তবে যি হবে তাহা আপনে চক্ষে দেখিবেন। আৰ পত্ৰ চিহ্ন দিতেছি পহুছিবেন। হাতীদাঁতৰ ডাবেৰে সোণৰ মলুমা কৰা কটাৰী ২ খান, কপৰ মলুমা কৰা ২ খান, পিতলুৱা ৪ খান, ম'হৰ শিঙৰ ডাবেৰে উকা ২০ খান ৰঙ্গাপাটৰ ধুতি ৪ খান। ইতি শক ১৭১৭; মাস আঘ্ৰণ, তেৰিখ ২৫।

এই চিঠি পাই কছাৰী ৰজা কৃষ্ণচন্দ্ৰ নাৰায়ণে আমাৰ কটকীইতৰ লগত, কছাৰী কটকী সাগৰ ফা আৰু ফেলা নামে দুই কটকীৰ হাতত ভদ্ৰকান্ত বৰবৰুৱালৈ এক লিখা পত্ৰ দি উত্তৰ দি পঠালে। সেই চিঠিখনি এই :

স্বস্তি শ্ৰীমদ্বৃন্দাবনবাসস্থানাধিষ্ঠিতশ্ৰীশ্ৰীমদ্ৰাধাগোবিন্দামলচৰণাৰবিন্দয়োঃ গলন্মকৰন্দ নিস্পন্দমান প্ৰাণানন্দিত মত্তমধু ৱতাহ মানস শ্ৰীযুক্ত ভদ্ৰকান্ত বৰবৰুৱা ৰাজ ধৰ্ম্মানুশালী-নিয়মসুৰত সচিৱৰেষু।

ভৱত্তদ্ৰোন্নতি ৺ৰম্বাৱা সমনিশং ভাবয়ামত্ৰ ক্ষেমযাত্তে তৱাং বিশেষঃ যখন পাৰ শত্ৰু মধ্যে হৈতে শ্ৰীকন্দ্ৰসিংহ ৺এ ৰাজা তাম্ৰধ্বজক উদ্ধাৰ কৰিয়া শ্ৰীশ্ৰীবিশ্বনাথ ক্ষেত্ৰে দক্ষিণ উৰুতে শ্ৰীশিৱসিংহ মহাৰাজাক ও ৰাজা তাম্ৰধ্বজক বাম উৰুতে বৈসায়া পিতাপুত্ৰ সম্বন্ধ সত্য ধৰ্ম্ম কৰিয়াছিল, তদধ্যোভয়দেশ অভেদান্নবৎ চিৰ প্ৰীতিপূৰ্ব্বক মতে গঙ্গাস্ৰোত চলি গৈছেন; তদনুৰূপ ভাবভাবনাস্তস্তৰনেতে আছে, কিন্তু দেশ কাল শূন্যতাৰূপে নাচলেন। অতএব পূৰ্ব্ব ব্যৱহাৰাদি বিপৰ্য্যয় কিঞ্চিৎ হৈয়া থাকিবে। তত্ৰাপি মমান্তস্তৰণীয় পত্ৰিদ্বাৰা বৈত্ত হৈয়া কালাকাল ক্ষণ কৰিয়া প্ৰসাদ হৈতে হয়। অতএব মম ধৰ্ম্মপুৰ দেশীয় কিয়ৎলোক শ্ৰীমদাস্ত হৈয়া মমাজ্ঞা প্ৰবল কৰেণ; মাতু পিতা পুত্ৰসময়োস্তম দেশৈক হৈল। তত্ৰান্তৰ জ্ঞাপন কৰিতে

মমাভিমান চিত্তে মাই। মদীয় পত্ৰ প্ৰেৰণা কৰিতেছি, আপনে ৺ক জাপন কৰিয়া মদীয় কিয়ত নৱকীট শ্ৰীমদাজ্ঞাজ্ঞানপূৰ্ণ দূৰ কৰিয়া দিবেক। বিজ্ঞোত্তমেষু। শঁক ১৭১৭, মাস ফাল্গুণ, তেপিখ ১০।"

স্বৰ্গদেও কমলেশ্বৰ সিংহই নিজেও পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ পৰামৰ্শ মতে ভাগি যোৱা মানুহবোৰক আকৌ ঘূৰাই আনিবৰ কাৰণে জয়ন্তাৰ ৰামসিংহ ৰজালৈ অনেক লেখা-লেখি কৰিছিল। ১৭২৩ শঁকত জয়ন্তাৰ ৰাম সিং ৰজাই আমাৰ স্বৰ্গদেৱলৈ এইদৰে এক পত্ৰ লিখে:

স্বস্তি চতুৰ্মুখশতমুখপ্ৰমুখবৰ্হিৰ্মুখমৌলিমন্দাৰমণিচ্ছমণিতভিততি ৰাতিকৰ ভাস্মৰণি-ৰাজিতনিজেন্ট দেৱতাচৰণসৰোৰুহদ্বন্দ্বণিঃস্যান্দমন্দমকৰন্দবিন্দুনিকৰ ভ্ৰমৰায়মাণ শ্ৰীশ্ৰীযুক্ত স্বৰ্গদেৱ মহাৰাজাধিৰাজেষু।

নিজেন্ট চৰনৈকতান মানমাদিত প্ৰভূতভূতিবৈভৱ বিপুকুল কুমুদ দিবাকৰায় মনে স্মৰণকমল বিকাশমানদীনদৈন্যদমন শ্ৰীশ্ৰীযুত জয়ন্তীপুৰ পুৰন্দৰস্য প্ৰেৰিত পত্ৰিকেয়ম্। বিৰাজতে তৰাং নামনঃ তত্ৰদ্যং ভৱ্যমব্যাহ তং সমীহে পৰং সমাচাৰ সম্প্ৰতি:

গুপ্তপত্ৰদ্বাৰাতে জানিলাম, পূৰ্ব্বেৰ প্ৰীতি সম্বন্ধীয় যে সকল লেখিয়াছ, তাহা উপযুক্ত হয়। তোমাদেৰ সুপ্ৰতুল শত্ৰুদমণ শ্ৰৱণ মাত্ৰে বহু আনন্দতকে পাই। অপৰক আপনি লিখিয়াছ, জয়ন্তীপুৰে ৰংপুৰ, ৰংপুৰে জয়ন্তীপুৰ একত্তাপত্তি প্ৰীতেৰ অভেদতা আমি অবিস্মৃত নাহয়। সময়েৰ গতিক ঈশ্বৰী ইহাতে ৰাহাবিৰোধ হেতু উকীলপত্ৰ গতায়াত হৈতে নাপাৰে। অভিৰ্থ গাৰো কত গোটা মূঢ়ে কুমন্ত্ৰণা কৰিয়া ৰাহা বিৰোধ কৰিয়াছে। ভাটিৰ ৰাজাসকলে তত্ত্ব বাৰ্ত্তা নাপাই সম্প্ৰতিকত সুপ্ৰতুল হৈ আছে; অল্প শেষ আছে। ঈশ্বৰীৰ কৃপাতে অলপ দিবসেই সুপ্ৰতুল হ'বে; হয়নয়, এক প্ৰকাৰ বিৰোধেৰ শেষ দেখিবাম। আপনাতে অভেদতা কাৰণ জানাইলাম; আৰু ভগনীয়া প্ৰজাৰ কাৰণ লেখিয়াছ, ইহাৰ যথোচিত সদস্থ কৰিবাম। সম্প্ৰতি মদীয়-বিৰোধ নিবৃত্তি ৰাটমুক্ত কৰণাৰ্থে চেষ্টিত আছে। আৰ পূৰ্ব্বে অল্পে অল্পে দ্বাৰাতে শুনিয়াছি সীমা ভাঙ্গিয়া মদ্দেশাশ্ৰিত প্ৰজা নিয়াছ, তথাচ-পূৰ্ব্বেৰ ধৰ্ম্মাবলোকন কৰি আছি। এমত ৰীতি ভাল নাহয়। পুনশ্চ লেখি যত্তপি ৺৺ৰ কৃপাবলোকন হয়, পূৰ্ব্বধাৰানুসাৰে উকীলপত্ৰ গতাগত হয়; তবহি প্ৰণয়েৰ বৃদ্ধিতা হয়। অতপৰং শ্ৰীৰামচন্দ্ৰ দুদেৰ সবিশেষ ৰাচনিতে জ্ঞাত হৈবাই। ইতি শঁক ১৭২৩, মাস মাঘ।

কোলপত্ৰমিতি কিঞ্চিৎ পত্ৰচিহ্ন। ৰক্তবৰ্ণ সাৰি ১ খান, সাঁথা খান ১, জাতিফল ৪০ গোট, লবঙ্গ কিঞ্চিৎ।"

জয়ন্তা ৰজাৰ এই চিঠিখন ৰামচন্দ্ৰ নামে এক কটকীয়ে আমাৰ ইয়ালৈ আনিছিল। তেওঁ ফাগুন মাহত জয়ন্তীপুৰৰপৰা আহি ৰহাগ মাহত আমাৰ জাগীৰ চকী পালেহি, আৰু জেঠত আহি ৰংপুৰ নগৰত উপস্থিত হ'লহি। স্বৰ্গদেৱে তেতিয়া যোৰহাটৰ নগৰত।

পাচে জয়ন্তাৰ কটকীক শৰ্ম্মাই বৰুৱাৰ ( আজিকালিৰ "সৰ্ব্বাই বৰুৱা" ) নামে যোজবাজ দি, কেইদিনমান থৈ, এদিনা গধূলি ভদ্ৰকান্ত বৰবৰুৱাই ধাৰা মতে কটকী তুলিলে, আৰু আমাৰ মজিন্দাৰ বৰুৱাই সেই চিঠি পঢ়ি শুনালে। চিঠি পঢ়া হ'লত, কটকীৰ লগত আন কথাবাৰ্ত্তা পাতি তেওঁক ফুলচন্দন দি, বাহৰলৈ পঠিয়ালে। পাচে স্বৰ্গদেৱে সেই পত্ৰৰ উত্তৰ বৰবৰুৱাক দিবলৈ বুলিলে। বৰবৰুৱায়ো স্বৰ্গদেৱৰ আজ্ঞামতে জয়ন্তীয়ালৰ ৰজালৈ তলত লিখা দৰে এক পত্ৰ দি জয়ন্তাৰ কটকীক বিদায় দিলে।

স্বস্তিশ্ৰীমদিন্দ্ৰাদিবৃন্দাৰকবৃন্দ বন্দিত পদদ্বন্দাৰবিন্দ শ্ৰীগোবিন্দপদকমলামন্দ মেদুৰমকৰন্দেন্দিৰ সান্দ্ৰানন্দ মন্দিৰনীতি সুন্দৰী পৰিৰম্ভিত কলেৱৰ প্ৰবিণ বিভৱণ তৃণীকৃত গীৰ্ব্বানক্ৰমফীৰহিণ্ডীৰসোদৰ কীৰ্ত্তিপুৰ জয়ন্তীপুৰ শ্ৰীমদ্ৰাম সিংহ নৃপেষু।

স্বস্তি শ্ৰীমদ্বিশ্বেশ্বৰ চৰণ শ্ৰীপৰ্ণপবায়নান্তস্কৰণ ধিষণাধিকৃত ধিষণ নীতি সেতু বন্ধক শ্ৰীমদ্বৰবৰুৱা মন্ত্ৰী শৃদস্য লিপিৰিয়ং বিৰাজতেতৰাম অনুদিনং ভবন্তব্যমীহ থানানাম ব্যাহৃতং ভদ্ৰং নঃ।

বিশেষ সমাচাৰ এহি শ্ৰীশ্ৰী৺স্বৰ্গস্থানে আপনে শ্ৰীৰামচন্দ্ৰ কটকীৰ যোগে যে পত্ৰ প্ৰেৰণ কৰিয়াছিল, সে পহুছিল। তাহাৰ বাচনিতে শ্ৰীশ্ৰী৺ৰ সকল সমাচাৰ জ্ঞাত হৈয়া পৰমাপ্যায়িত হৈল। তাৰপৰ শ্ৰীশ্ৰী৺ত আপনাৰ কটকী মুজ্‌ কুৰ্‌কে সাক্ষাত কৰালেন। সে সময়ে যে কথোপকথন হৈয়াছিল, তাহা সকল কটকী মুজ্‌কুৰ্‌ জ্ঞাত হৈয়াছে; আৰ পত্ৰ লিখিয়াছিলেন, পূৰ্ব্বেৰ প্ৰীতি সম্বন্ধীয় উপযুক্ত হয়। এই ৰূপ কিয়ৎ কাল হৈতে কথনমাত্ৰ প্ৰবৰ্ত্তনা ভাব হৈ আছেন। সম্প্ৰতি যেমতে পূৰ্ব্ব ৺ৰ প্ৰীতি ৰক্ষা পোৱা যায়, তাহা কৰনেসে উচিত হয়। আৰ বলিয়াছেন, সুপ্ৰতুল শত্ৰুদমন শ্ৰবনমাত্ৰকে বহু আনন্দ তাক পায়। আপ্তজন হৈলে শুভাকাঙ্খী হবনেসে উচিত। আৰ যে বলিয়াছ, উভয় দেশেৰ প্ৰীতি ও একত্ৰাপত্তি বিস্মৃত নাহয়, এবাক্য আপনাৰ সত্য বটেন, তাহাতে লিখিয়াছেন শ্ৰীশ্ৰী৺ৰ ইচ্ছাতে নৰ্থলেৰ কত গোটা পাবো পথ বিৰোধ কৰিয়াছিল; সম্প্ৰতি সুপ্ৰতুল হৈয়াছে; অল্প শেষ আছে; তাহাতে অল্প দিবসেই সুপ্ৰতুল হয় নাহয়, একপ্ৰকাৰ বিৰোধেৰ শেষ দেখিবাম। আপনাতে অভেদতা কাৰ্য্য জানাইলাম। আম্ৰাও এসকল জ্ঞাত আছি; কিন্তু বাহা বিৰোধ যে শেষ আছে, তাহা চেষ্টিত কৰিয়া পথ খোলোছা কৰি পূৰ্ব্বেৰ ৺তে থাকিয়া সৰ্ব্বথাবানুমতে উকীল গতায়াত হৈলে উভয়েৰ এবং উভয়ত ৰক্ষা পাই এবং প্ৰীতো জিয়াদা হয়; অভেদতা বাক্যে তেবেসে উচিত হয়; আৰ ভগনীয়া প্ৰজাৰ কাৰণ যথোচিত সম্বন্ধ কৰিবাম এমত যে লেখিয়াছেন এথাক্য কৰেনসে উচিত; তত্ৰাচ কাজেৰ দ্বাৰাই বুজিতেনা যেকালে এদেশেৰ শত্ৰু মায়ামৰীয়াক দমন কৰা গেল, সেকালেতে মৰণ ভয়ে বহুলোক গিয়া সেখানেৰ দাতি সোমাইল। সে সময়ে আমাদেৰ লোকে সেখানেৰ লোকক বলিয়াছিল, আমাদেৰ প্ৰজাক তোমাসকলে ৰাখিবেক না। এবং সংস্থানো দিবেক না। শত্ৰু হৈতে পশ্চাৎ অজ্ঞান

বৃদ্ধি হৈবে, এবং উভয়ের প্রীত্যে নষ্ট হৈবে অতএব রাখিবেক না। তথাচ সেখানেরে রাজা গোবালি ও গাবো ও দাতিয়াল, এসকলে ব্রহ্যাভিলাষে কোনোরূপ অন্যথা নাহয়, যদিচ্যাত অন্যথা হ'বে আমাতে বুজিবেক, এমন বলি জিম্মা করি রাখিলেক। সম্প্রতি সে দাত্তির রাজা গোবালি ও গাবো ও কছারী এ সকলেই মায়ামরীয়া সহিত সম্মিলিত হৈয়া যেরূপে মন্দকার্য্য করিয়াছে, তাহা সকলে এমন মন্দকার্য্য করিতে শক্য নাহয়, এমত বুজা যায়। ইহাতে আশ্চর্য্য বোধ হৈয়াছি। কোনো প্রধানজনের ইঙ্গিত না হৈলে, এমন সামান্যলোকে গুরুতর কার্য্য করিতে পারেনা। যাহার ইঙ্গিতত এমন অকার্য্য হৈয়াছে, শ্রীশ্রী৺৺এ যে করাবে, তাহা অবশ্যে হৈবেক। অতএব পূর্ব প্রীতিতে থাকিয়া আমাদের ভগনীয়া প্রজা এবং মায়ামরীয়া সেখানে যে আছে, সকল ছাড়ি দিবার জন্য সে লোককে হুকুম দিবেক। সেরূপ নাকরি পূর্ব্ব ৺ নির্ব্বন্ধ ছাড়াইলে এবং প্রীতিবাক্যো নাচরিলে, ইহাতে যে রূপ হবে, তাহা, আপনে জানিবেন। পশ্চাতে সে প্রজা এবং মায়ামরীয়া রাখিতে পারিবেক না। অতএব লেখিতেছি। আর লেখিয়াছেন, পূর্ব্বে অন্যান্যের দ্বারা শুনিয়াছি, সীমনা ভাঙ্গিয়া মদ্দেশাশ্রিত প্রজা নিয়াছ, তথাচ পূর্ব্ব ৺ অবারণ কেন করিয়াছি, এমত রীতি ভাল নাহয় যে বলিয়াছেন, সম্প্রতি উপযুক্ত নই, নিশ্চয় বুজিবেক। আমি পূর্ব্ব ৺তে আছি; যদিচ্যাত তাহাকে আমি ছাড়ান হৈবাম, আমাদের অত প্রজা অত দিবস সেখানে রাখিতে পারা হৈতেনা। কিন্তু সেখানের আপনার আজ্ঞানুসারে পাত্র আসিয়া যে কিছু মায়ামরীয়া এবং ভগনীয়া উলিয়াই দিয়াছে, তাহাকে পায়াছি। আর বাকী যে আছে, তাহা সকলকো দিতে কবুল করিয়া পাত্র* এবং রজাগোবালি সেখানে গিয়াছে। সম্প্রতি দেইনা, তথাচ আম্রাও সীমনা ভাঙ্গিয়া আনিতেনা, এবং তোম্রাও দুষ্ট লোকের বাক্য শুনিবেনা। সম্প্রতি যে প্রজা যে রূপ তাকিদ পোরা যায় তাহা করিবেন। যদিচ্যাত দুষ্টলোকের মন্ত্রণাত থাকিয়া ছাড়িয়া দেইনা, পশ্চাৎ যে হ'বে ৺৺এ জানেন। আমি জনা যায়না। কিঞ্চিৎ পত্রচিহ্ন পঠাইতেছি, পহুছিবেক। বাকী সমাচার, ওখানের শ্রীজয়দেউকটকী ও টেকেলা বরা শ্রীজয়দাস, সেখানের শ্রীরামচন্দ্র কটকী ও গাইবহ ইহা সকলের মুখ জেরানিতে সকল সমাচার জ্ঞাত হৈয়া আপনার নিজ মঙ্গলাদি লেখিয়া পরিতোষ করিবেন। ইতি শঁক ১৭২৫, তেরিখ ২৮ মাঘ।

---

* মোৱামৰীয়া বিদ্ৰোহৰ সময়ত পূৰ্ব্বে অসম বিকলত আমাৰ দেশৰ অনেক প্ৰজা আৰু প্ৰাণৰ ভয়ত অনেক মোৱামৰীয়াও ভাগি গৈ জয়ন্তীয়া আৰু কছাৰী ৰাজ্যত আশ্ৰয় লৈছিলগৈ। সেই খজতে আমাৰ কমলেশ্বৰ সিংহ স্বৰ্গদেৱে দাতিয়লীয়া গোভা, নেলী, খলা, আৰু চহৰী, এই চাৰি ঠাইৰ ৰজাগোৱালি কেইটাক আমাৰ স্বৰ্গদেৱে এৰি দিলে। বাকী জয়ন্তীয়া মানুহবিলাকক ঘূৰাই দিবলৈ কবুল কৰাত, ৰজাগোৱালি কেইটাৰ লগত আমাৰ পাত্ৰৰ অলিকো পঠাই দিয়া হৈছিল। তেওঁ সেই ভগনীয়া মানুহবোৰক আমাৰ দেশলৈ লৈ আহিছিলগৈ। সেই সময়ত পাত্ৰৰ অলিয়ে ৰথপাত্ৰৰ খিতাব পাইছিল।

সন্দেশ :—তালুত সোণৰ ফুল দিয়া হাঁচটি ১ ; আঁচুৰ আঁচলে পাৰিয়ে গুণা কটা পাৰি ফুলাম পাৰি দিয়া কাপৰ ১ জোৰ, বদলাদিয়া চেলেং ১, গাৰে কমৰ বন্ধা ১, চাৰা বানত ১, চাটনৰ ছোলা ১, পাটৰ ধুতি ১, সোণৰ মলমা কৰা কটাৰী ৪ খন, পিতলুৰা ৬, উকা ৬, এই। কটকীক দিয়া বটা :—কটকী ৰামচন্দ্ৰৰ কুহুমবুলীয়া পাগ, আগুলচৰ জেমা, মুৰীয়া কাপোৰ, পটুকা, কৰমফুলা, তিনি ঠাইত সোণ খতোৱা খাৰু, খৰছৰ কণ ৩০ টকা, সোণ এটকা। তাৰ লগৰ পালি কটকী ২টাৰ কপাহী পাগ, খনীয়া কাপোৰ, কমৰ বন্ধা, অস্তি, গাৰো এটাৰো, এবং খৰছৰ কণ, এই তিনত ৩৬ টকা।

আমাৰ কটকী জয়দেউৰ বটা :—কুহুমীয়া পাগ, ঢেকেৰী চৰাৰ জেমা, কুহুমবুলীয়া মুৰীয়া কাপোৰ, কপাহী পটুকা, ডকা খাৰু, কৰমফুলা, খৰছৰ কণ ২৪ টকা, সোণ ১ টকা।

সৰু কটকী দুটাৰ : ছুনি, চেলেং, অস্তি, পাগুৰি, খৰছৰ কণ ২৪৲ টকা।

টেকেলা বৰাৰ : জৰথীয়া পাগ, খনীয়া কাপৰ, কপাহীৰ জেমা, কেৰু, খৰছৰ কণ ২০৲ টকা।

বৰটেকেলাৰ : ছুনি, চেলেং, পাগুৰি, অস্তি, খৰছৰ কণ সকল টেকেলাক ২৪৲ টকা।

চকীয়াল বৰাক : কণ ৮৲ টকা।"

এইদৰে কমলেশ্বৰ সিংহ স্বৰ্গদেৱে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া আৰু ভদৰি (ভদ্ৰকান্ত) বৰবৰুৱা আদি মন্ত্ৰীসকলেৰে পৰামৰ্শ কৰি ভগা দেশ পাতিবলৈ বিশেষ যত্নবান হ'ল। যিবিলাক মানুহ ভাগি গৈছিল, বুঢ়াগোহাঁই ডাঙৰীয়াই সিবিলাকক বিচাৰি গোটাই আনি পুনৰ সেই ঠাই আৰু খেলত পাতিলেহি ; আৰু বিদেশলৈ যোৱা বোৰকো যত্নকৈ পুনৰ দেশলৈ অনালে। অনেক বিদেশতে থাকিও আছিল। বিশেষকৈ চট্টগ্ৰাম অঞ্চলত ভালেখিনি আহোমৰ উচ্চবংশজাত মানুহৰ সন্ততি থাকিল, সিবিলাকৰ অনেকেই এই দেশীয় বৰুৱা ফুকনৰ সতি-সন্ততি। সিবিলাক আজিকালি যদিও বা "বৰুৱা" বুলি পৰিচিত, তেখেতসকলে কিন্তু বঙালি বুলিহে নিজক পৰিচয় দিয়ে, বাস্তৱতে ই বৰ দুখৰ বিষয়। অকল সিবিলাকেই নহয়, কোচবিহাৰৰ ৰজাও বঙালী, গৌৰীপুৰৰ ৰজাও বঙালী, কাইলৈ বিজনীৰ আৰু দৰঙীৰজাৰ বংশ যে বঙালী নহ'ব, ইয়াৰ কোনো কাৰণ নাই ; কিয়নো অনেক অসমীয়াৰ আজিকালি "বঙালীমেনীয়া" ৰোগ হৈছে, এই ৰোগে অসমীয়া জাতিৰ অস্তিত্ব লোপ নকৰিলেও ভাল।

পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই ভগা দেশ পতাৰ যত্নত থাকি প্ৰজাবিলাকৰ খেতিবাতি ভালকৈ নোহোৱাত আৰু দেশৰ অৱস্থা ভাল নথকাত, পাইকৰ খাটনিৰ নিমিত্তে কিছুমান শিথিল নিয়ম কৰি দিলে। নগাঁৰৰণৰা সিন্দুৰা হাজৰিকাক সপুত্ৰে ধৰাই আনি, পুতেকক আগেয়ে বধ কৰাই ; তাৰ মাংস বাপেকক খুৱাই পাছত সিন্দুৰাকো

প্ৰাণদণ্ড কৰিলে ; আৰু গৌৰীনাথ সিংহৰ জীয়েক তুলসী আইদেওকো অতি সমাৰোহেৰে সৈতে চিৰিং ফুকনলৈ বিয়া দিলে। সেই সময়ত ৰজা আৰু প্ৰজাৰ আয়-উৎপন্ন আৰু অৱস্থা এনেহে আছিল যে বুঢ়াগোহাঁই ডাঙৰীয়া আৰু তদৰি ৰৰবৰুৱা আদি অন্যান্য পাত্ৰমন্ত্ৰীসকলৰ সময় উন্নতিৰ ফালে দৃষ্টি ৰাখোঁতেই গ'ল। কামৰূপৰো অৱস্থা সেই সময়ত ভাল নাছিল। ডুবৰাৰ বদনচন্দ্ৰ ৰৰফুকনে সেই সময়ত সুবিধা পাই কামৰূপত নানা প্ৰকাৰ অত্যাচাৰ কৰিছিলে। কামৰূপীয়া মানুহক সততে চেকেৰী বুলি যে হাঁহিছিলেই, তাৰ উপৰিও সন্ধ্যা লাগিলেই কোনো চেকেৰীক গুৱাহাটী নগৰত সোমাবলৈ নিদিছিল, আৰু তেওঁৰ দুই পুতেক জন্মী আৰু পিয়ালী নামে দুজন ডেকাই "বালকদাস" নামে হাতী এটাক ভাঙ খুৱাই মতলীয়া কৰি নগৰত এৰি দিছিল, আৰু সেই হাতীয়ে মানুহৰ যি অনিষ্ট কৰিছিল, তাতে তেওঁলোকে বৰ আনন্দ উপভোগ কৰিছিল। বুঢ়াগোহাঁই ডাঙৰীয়াই যদিও এইবিলাকৰ বাতৰি পাইছিল, তথাপি দেশ পতা আদি কাৰ্য্যত বিশেষৰূপে ব্যস্ত থকাত, তালৈ ৰবকৈ মন নিদিছিল। এই কাৰণে কামৰূপীয়া প্ৰজাৰ মনত বৰ অশান্তি হৈছিল ; আৰু পূৰ্ব্বে গৌৰীনাথ সিংহ স্বৰ্গদেৱ গুৱাহাটীত থাকোঁতেই দৰঙৰ কৃষ্ণনাৰায়ণ ৰজাৰে মিল হৈ, কামৰূপৰ কিছুমান মুখ্য মানুহে আহোম ৰজালৈ দ্ৰোহ ভাব দেখুৱাইছিল। কাপ্তান্ ওৱেলচ্ (Capt. Welsh) অহাৰ পাছত গৌৰীনাথ সিংহ স্বৰ্গদেৱে সৈতে সন্ধি নিবন্ধন হ'লত, কৃষ্ণনাৰায়ণ দৰঙলৈ যদিও গ'লগৈ, কিন্তু কামৰূপৰ মানুহৰ মনৰপৰা সেই দ্ৰোহ ভাব লুকাই আছিল ; কিন্তু যেতিয়া ব্ৰিটিছ সৈন্য ভটিয়াই গ'লগৈ ; তেতিয়া পুনৰ কামৰূপীয়া মানুহৰ মনত সেই ভাব অলি উঠিল। ইফালে উন্নতিৰ কাৰ্য্য-কাম চলাওঁতে চিন্তোতেই ৰজা আৰু মন্ত্ৰীসকলৰ সময় ৰাৰলৈ ধৰিলে। কামৰূপীয়া মানুহৰ দ্ৰোহ ভাবৰ কথা পূৰ্ণানন্দ ডাঙৰীয়াই ভালকৈ বুজিব পাৰি, বদন ৰৰফুকনক গুৱাহাটীত ৰৰফুকন ৰূপে ৰখাটো ভাল

**কলিয়াভোমোৰা গেন্ধেলাৰ ৰৰফুকন**

যেন নেদেখি, সন্দিকৈ বংশৰ গেন্ধেলা ওৰফে কলিয়া ভোমৰাক ৰৰফুকন পাতি, গুৱাহাটীলৈ পঠালে, আৰু তেওঁক এইবুলি কৈ পঠালে যোলে, বৰ্ত্তমান দেশৰ যেনে অৱস্থা, এই অৱস্থাত কামৰূপীয়া মানুহৰ মনৰপৰা যাতে দ্ৰোহ ভাব আঁতৰে তালৈ বিশেষ চেষ্টা কৰিবা। আৰু যদি তাক কৰিব নোৱাৰা, অন্ততঃ যেনেকৈ হয়, দ্ৰোহ যাতে নিবাৰণ হয়, তালৈ তুমি বিশেষকৈ চকু ৰাখিবা ; আৰু তাৰ মিমিত্তে যত্ন কৰিবা।

গেন্ধেলা ৰৰফুকনে গুৱাহাটীলৈ আহি একেবাৰে নতুন হৈ পৰাত, যদিও তেওঁ কামৰূপীয়া মানুহে সৈতে মিলিজুলি দেশ শাসন কৰিবলৈ অনেক যত্ন কৰিলে, তথাপি তেওঁ কৃতকাৰ্য্য হ'ব নোৱাৰিলে, কিয়নো সেই সময়ৰ কামৰূপৰ ভিতৰৰা অৱস্থা তেওঁৰ ভালকৈ জনা নাছিল। সেই সময়ত কামৰূপৰ হৰদত্ত আৰু বীৰদত্ত নামে দুই ভায়ে

( ছুৱো আহোম ৰজাৰ বিষয়া, গুৱাহাটীৰ বৰফুকনৰ তলতীয়া ) মুখ্য হৈ, অন্যান্য অনেক লোকে সৈতে লগ লাগি দ্ৰোহ আচৰিবলৈ ধৰিলে। হিন্দুস্থানী আৰু দাঁতিপাৰৰ অনেক কছাৰী মানুহে টাদোন, দা, আদি অস্ত্ৰ ল'লে, আৰু কিছুমান পাঞ্জাবী মানুহকো বিদ্ৰোহী সৈন্যৰ লগত ভুক্ত কৰি লৈ, ১৭১৭ শকৰ মাঘ মাহত হৰদত্ত আৰু

**ডুন্দীয়া বা ডুমডুমীয়া বিদ্ৰোহ**

বীৰদত্তে দেখাদেখিকৈ দ্ৰোহ ভাব অবলম্বন কৰিলে। হৰদত্তৰ এক জীয়েক আছিল। সেই ছোৱালীটিৰ হাতভৰিত হেনো পদ্মফুলৰ চিন আছিল ; আৰু খোজকাঢ়োতে হেনো মাটিত ভৰি নালাগিছিল। ছোৱালীটিৰ নাম পদ্মকুমাৰী। সেই সময়ত অনেকৰ এনে বিশ্বাস হৈছিল যে এদিন সেই পদ্মকুমাৰী ৰজাৰ ৰাণী হ'ব পাৰিব। বিজনীৰ আৰু কোচবেহাৰৰ ৰজায়ো হেনো তলে তলে হৰদত্ত-বীৰদত্তক সহায় কৰিছিল। কিন্তু বৃটিছ গৱৰ্ণমেণ্ট আহোম ৰজাৰ সপক্ষ থকাত, তেওঁলোকে প্ৰকাশ্যে একো নকৰিলে। বেহাৰৰ নজিৰদেৱ চাহাবৰ বংশৰ কোঁৱৰ এজনাৰ নিমিত্তে পদ্মকুমাৰীৰ বিবাহ স্থিৰ হৈছিল ; আৰু তেওঁ হৰদত্তৰ ঘৰলৈকো আহিছিল। পাচে পৰাজিত জাতি বুলি হৰ দত্তক আজ্ঞা কৰাত, সেই বিবাহ ভঙ্গ হ'ল। আৰু আহোমবিলাকেও কামৰূপৰ মানুহক "ঢেকেৰী" বুলি হাঁহি বৰ অৱজ্ঞা কৰিছিল। সেই খঙতে কামৰূপৰ অনেক প্ৰধান প্ৰধান মানুহে দ্ৰোহ ভাব লৈ, হৰদত্ত-বীৰদত্তক আহোমৰ বিপক্ষে প্ৰকাশ্যৰূপে সহায় কৰিবলৈ ধৰিলে ; আৰু সেই বিদ্ৰোহীবোৰে কামৰূপৰ প্ৰায় উত্তৰ কুল অধিকাৰ কৰিলে।

গেন্ধেলা বা কলিয়াভোমোৰা পূৰ্ব্বে ৰাজখোৱাহে আছিল , তেওঁক বৰ বুদ্ধিমন্ত দেখিহে এনেকুৱা সময়ত বৰফুকন পাতি গুৱাহাটীলৈ পঠোৱা হৈছিল। প্ৰকৃততেও কলিয়াভোমোৰা বৰফুকন বৰ বুদ্ধিমন্ত, বহুদৰ্শী আৰু ৰাজনীতিজ্ঞ ল'ৰা আছিল। নগৰত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া, আৰু গুৱাহাটীত কলিয়াভোমোৰা বৰফুকন এই দুজনা প্ৰধান বিষয়াৰ বিচক্ষণ বুদ্ধিৰ বলতে কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ কালত শাসন-কাৰ্য্য অতি সুন্দৰৰূপে চলিছিল। কলিয়া বৰফুকনে এই দ্ৰোহ নিবাৰণ কৰিবলৈ অশেষ যত্ন কৰিলে। পাঞ্জাব আৰু হিন্দুস্থানৰ মানুহ কিছুমানক সৈন্য দলত ভৰ্ত্তি কৰি, বেলতলা, ডিমৰুৱা আদি দাঁতি ঠাইৰ ৰজা কেইজনমানৰ সাহায্য লৈ, দ্ৰোহ নিবাৰিবলৈ তেওঁ উদ্যোগী হ'ল আৰু সৈন্য পঠালে। বুঢ়াগোহাঁই ডাঙৰীয়ালৈকো বৰফুকনে সহায় খুজি পঠালে, কিন্তু ডাঙৰীয়াই বিশেষ কোনো সাহায্য কৰিব নোৱাৰিলে। পাচে নিজৰ জাতীয় গৌৰৱ ৰক্ষা কৰিবলৈ কলিয়াভোমোৰা বৰফুকন নিজে আগবাঢ়ি ওলাল। বৰফুকনৰ সৈন্য যুদ্ধত পাৰ হৈ উত্তৰ পাৰে প'ল। যি যি ঠাইত দ্ৰোহী সৈন্য লগ

**কলিয়াভোমোৰাৰ প্ৰতাপবল্লভ নাম**

লাগিছিল, আহোম সৈন্যই তাতে লৈ, বিদ্ৰোহীবিলাকক বিনষ্ট কৰিলে। বৰফুকনৰ সৈন্যৰ জয় বাৰ্ত্তা পাই, হৰদত্ত কিছুমান মৈন্যে সৈতে ভোটানৰ কালে পলাই গ'ল।

আহোমৰ সেনাবিলাকেও পাছে পাছে খেদি গ'ল। অৱশেষত বিদ্ৰোহী হৰদত্ত আৰু বীৰদত্তক সপৰিবাৰে ধৰি আনি বৰফুকনে বধ কৰালে। হৰদত্তৰ জীয়েক পদ্মকুমাৰীক বৰফুকনৰ কুমেদান নামেৰে এটা হিন্দুস্থানী সেনাপতিয়ে ধৰি নি বিয়া কৰালে। এই বিদ্ৰোহীবিলাকক "দুন্দীয়া" বা "ডুমডুমীয়া" বুলিছিল। কলিয়াভোমোৰা বৰফুকনে বুদ্ধি আৰু পৰাক্ৰমৰ বলত এই "ডুমডুমীয়া বিদ্ৰোহ" নিবাৰণ কৰি, কামৰূপ পৰিষ্কাৰ কৰাত, স্বৰ্গদেৱে সন্তোষ পাই তেওঁক "প্ৰতাপবল্লভ" নাম দিলে।

এই বিদ্ৰোহ নিবাৰণ কৰিবলৈ, বৰফুকনে ভাটিৰপৰা কিছুমান চিপাহী আৰু বন্দুক বাৰুদ অনাইছিল, তাৰে কিছুমান যোৰহাট নগৰলৈ পঠাই দিলে। ভাটিৰ

**পল্টন গঠন**
**কাপ্তান গোহাঁই**

চিপাহীবিলাকৰ লগত আমাৰ দেশীয় মানুহ কিছুমানক যুদ্ধবিদ্যা শিকাই গুৱাহাটী আৰু যোৰহাট এই দুই ঠাইত দুটা পল্টন্ গঠন কৰা হ'ল; আৰু বুঢ়াগোহাঁই-পৰীয়া (মৌ-কৈফীয়া) চন্দ্ৰ গোহাঁইক কাপ্তান গোহাঁই পাতি প্ৰধান সেনাপতি কৰিলে, আৰু তেওঁৰ তলতে কাকতীয়াৰ ঘৰৰ বলোৰাম খৰ্গীয়া ফুকনক "দ্বিতীয় কাপ্তান"ৰ বাব দিলে।

সেই বছৰতে ডফলাবোৰে কিছুমান পলাই থকা মোৱামৰীয়াৰে যোগ হৈ আকৌ উপদ্ৰৱ কৰিবলৈ আৰম্ভ কৰে। সিহঁতে ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি শিলঘাট পাওঁতেই, তাতে বৰফুকনৰ নতুনকৈ শিকোৱা সেনাৰ লগত যুদ্ধ হয়। সেই যুদ্ধত বহুত ডফলা মৰা পৰে, আৰু কিছুমানক ধৰি অনা হয়, আৰু পাছত সেইবোৰক হত্যা কৰাই সিহঁতৰ মুৰবিলাক আনে দেখাকৈ খুটি মাৰি তাৰ ওপৰত শাৰী শাৰীকৈ সজাই থোৱা হয়। এই যুদ্ধত দ্ৰোহীবিলাকৰ হাতত, গোৱালপাৰাৰ ৰাছ (Mr. Raush) চাহাব দৰঙলৈ বেপাৰ কৰিবলৈ যাওঁতে, মৰা পৰে। প্ৰথমতে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এইবোৰলৈ মন কৰিব নোৱাৰিছিল, কিয়নো তেওঁ নগৰৰ ভিতৰুৱা কাৰ্য্যত বৰ ব্যস্ত আছিল। পাছত আজৰি পাই, লগত ভালেখিনি বণুৱা মানুহ লৈ, ডাঙৰীয়া বৰ্ত্তমানৰ তেজপুৰৰ ওচৰেদি উত্তৰ পাৰলৈ পাৰ হ'ল, আৰু ডফলাবোৰক আক্ৰমণ কৰি ভালকৈ এসেকা দিলে। তাৰ পাছত তেওঁ গড়মুৰলৈ গ'ল; তাতো পলৰীয়া মোৱামৰীয়া কিছুমানে সৈতে গোট খাই ফোপাই নামে মানুহ এটাই সেনাপতি নাম লৈ, সেই ডোখৰত বৰ উৎপাত লগাইছিল। ডাঙৰীয়াই সিবোৰক বলত ঘটুৱাই, ফোপাই আৰু মোৱামৰীয়া কিছুমানক ধৰাই আনি প্ৰাণদণ্ড কৰিলে। তাৰ পাছত ডাঙৰীয়া পুনৰ খেৰকটীয়া সুঁতিৰ আগলি আৰু শিমলুগুৰি অঞ্চললৈ গ'ল; তাত কিছুমান বিদ্ৰোহী পাই দণ্ডবদ্ধ কৰিলে; আৰু মোৱামৰীয়া মহন্ত পীতাম্বৰক পাই ধৰি আনি মাৰিলে; ভৰথি বৰা, যাক মোৱামৰীয়াবোৰে ভৰতসিংহ নাম দি ৰজা পাতিছিল; সেইবাৰ তাৰপৰা পলাই সাৰিলে।

ইয়াৰ পাছতে ১৭২১ শঁকত অৱধি ৰজাই কিছুমান মানুহেৰে যোগ হৈ বেজবৰাত আকৌ উপদ্ৰৱ কৰিছিল; পাচে ডাঙৰীয়াই ধৰাই আনি অৱধিক গুলি দি মৰালে। তাৰ পাছত মোৱামৰীয়াবিলাক কিছুদিন নিতাল মাৰি আছিল। পাচে ১৭২৭ শঁকত বেজবৰাত সৰ্বানন্দ মৰাণে আকৌ দ্ৰোহ আচৰণ কৰে; আৰু ৰামনাথ নামে এক মৰাণক বৰবৰুৱা উপাধি দি, মানৰ ৰজাৰ ওচৰলৈ সেনা খুজি পঠায়। প্ৰথমতে মানৰ ৰজাই সেনা দি সহায় কৰিবলৈ অস্বীকাৰ কৰে, কিন্তু কেইবাবাৰো সৰ্বানন্দৰ মানুহে গৈ বৰকৈ ধৰাত, মানৰ ৰজাই দুবাৰ কিছুমান সেনা দি পঠাইছিল। এইবিলাক মানসেনা আমাৰ দেশলৈ অহাৰ কথা মানুহে বৰকৈ গম নাপালে; কিয়নো সিহঁত আহি আমাৰ দেশ নৌ সোমাওঁতেই, বুঢ়াগোহাঁই ডাঙৰীয়াই নানা প্ৰকাৰ চক্ৰান্ত কৰি সিহঁতক ফুচুলাই দেশলৈ ফিৰাই পঠালে।

### বৰ সেনাপতি

তাৰ পাছত সৰ্বানন্দে যুদ্ধত মোৰাৰি, নিৰাশ হৈ বুঢ়াগোহাঁই ডাঙৰীয়াৰ শৰণাগত হ'ল; আৰু ডাঙৰীয়ায়ো তাক বৰ সেনাপতি উপাধি দি, নিজৰ দেশলৈ আনি, বচৰি মটক অঞ্চলৰপৰা এটা কৰ সোধাই থাকিবলৈ নিয়ম কৰি দিলে। এই কৰ বছৰত ১০,০০০ টকা নিৰ্দ্ধাৰিত আছিল। খামতিহঁতে আমাৰ সীমা ঠেলি, আমাৰ কিছুমান মানুহ ধৰি লৈ গ'ল। সেই কাৰণে কলিয়াভোমোৰা বৰফুকনে নতুনকৈ শিকোৱা কিছুমান চিপাহী সিহঁতৰ বিপক্ষে পঠাই দিলে। খামতিবিলাকৰ লগতে সেই অভিনৱ যুদ্ধ শিক্ষাৰ প্ৰথম পৰীক্ষা ভালকৈ পোৱা হ'ল। চিপাহীবিলাকে পৰ্ব্বতত উঠি, খামতিৰ বুঢ়াৰজাক ধৰি বন্দী কৰি আনিলে। তেতিয়াৰেপৰা খামতিৰ উপদ্ৰৱ নিবাৰণ হ'ল। ইয়াৰ পাছত ভালেদিন নিস্তব্ধ ভাবে থাকি, অতি সামান্য কথা এটাৰপৰা কছাৰীবোৰে ক্ৰোধ কৰি, আমাৰ দেশ আক্ৰমিবলৈ উদ্যোগ কৰিলে। ১৭২০ শঁকত নতুন ধৰণেৰে যুদ্ধ-বিদ্যা শিক্ষা দিয়া কিছুমান চিপাহী কছাৰীৰ বিপক্ষে পঠোৱা হ'ল। কছাৰীৰ সৈন্য আগবাঢ়ি অকস্মাৎ আমাৰ সৈন্যক আক্ৰমণ কৰাত, আমাৰ সৈন্য হহকি আহিল। পাচে নাও নথকাত সেই সৈন্যবিলাকৰ অনেক কপিলী নদী পাৰ হ'ব নোৱাৰি, আন উপায় নাপাই সাঁতোৰ মেলি পাৰ হ'ব খুজিলে; তাতে বিস্তৰ মেলা আৰু বন্দুক হানি হ'ল। এই ৰণ ১৭২৫ শঁকত শেষ হয়। এই যুদ্ধত আমাৰ জয়লাভ হ'ল হয়, কিন্তু যুদ্ধৰ সামগ্ৰী অনেক ক্ষতি হ'ল। এই যুদ্ধত প্ৰধান সেনাপতি প্ৰথমতে বৰগোহাঁইৰ মিৰি সন্দিকৈৰ ফৈদৰ কৰুণাময় ৰাজখোৱাৰ পুতেক ভীমক সেনাপতি আছিল। পাচে তেওঁ সেই ৰণতে শত্ৰুৰ হাতত মৰা পৰাত, তেওঁৰ ঠাইত বুঢ়াগোহাঁই ঘৰৰ হৰিনন্দ ডেকা-ফুকনক প্ৰধান সেনাপতি পতা হৈছিল। তেওঁৰ বুদ্ধি আৰু সাহসৰপৰাহে আমাৰ কথমপি জয় হ'ল। এই আপাহতে কমলেশ্বৰ সিংহ স্বৰ্গদেৱে ১৭২৫—১৭২৬ শঁকতে ডেকাফুকনক যুদ্ধ জয় হোৱা ঠাইৰ ওচৰতে চাৰিসীমাকৈ অনুমান দুহেজাৰ পুৰা মাটি নিষ্কৰ বৃত্তি দিলে। এই নিষ্কৰ বৃত্তি এতিয়াও নগাওঁ জিলাৰ চাপৰি মহলত আছে।

ইয়াৰ নাম "মোলান কামৰা ;" কিন্তু ৰণজয়ী ডেকাফুকনৰ নাম চিৰস্মৰণীয় কৰিবলৈ ইয়াৰ নাম "ডেকাফুকনৰ খাত" বুলিলে। ইয়াৰ সীমা পূৰ্বে ভোমোৰা গড়, পশ্চিমে দলংঘৰাৰ আইত গছ ; উত্তৰে গা-খজুৰা বিল, আৰু দক্ষিণে লতি মেৰোৱা শিমলু গছ। যুদ্ধত জয় হোৱাৰ অলপ দিনৰ পাছতে ডেকাফুকনৰ এটি পুত্ৰ জন্মে। সেই ৰণৰ জয় সদায় মনত থাকিবলৈ, সেই ল'ৰাটিৰ নামো "ৰণ-জয়" বা ৰণজয় থোৱা হৈছিলে, আচলতে তেওঁৰ নাম ভূমিনাথ হে আছিল। এই যুদ্ধলৈকে ঘনশ্যাম বুঢ়াগোহাঁইৰ ডাঙৰীয়াৰ বৈণী এগৰাকীৰ গৰ্ভত যে ৰাঘৱ মৰাণৰ ফালৰ এটি সন্তান হৈছিল, তেওঁকো কমলেশ্বৰ সিংহ স্বৰ্গদেৱে ডেকাফুকনৰ তলে সেনাপতি পাতি পঠাইছিলে ; তেওঁ দোলাখৰীয়া বৰুৱাৰ বিষয় খাইছিল ; তেওঁ এই যুদ্ধতেই বিপক্ষৰ হাতত প্ৰাণ হেৰুৱায়। এনেতে স্বৰ্গদেৱে গঙ্গাৰামক বৰগোহাঁই ভাঙি, কপৌমৰীয়াৰ নৰহৰিক বৰগোহাঁইৰ পাতিলে ; আৰু পাতৰৰ জনিক ভাঙি, তেওঁৰ ঠাইত কেন্দুগুৰীয়া ফৈদৰ কদ্ৰেশ্বৰ বৰপাত্ৰৰ পুতেক দুৰ্গেশ্বৰক বৰপাত্ৰ পাতিলে। সন্দিকৈৰ ভদ্ৰকান্ত ওঃ ভদৰি বৰবৰুৱাও চুকাল শ'ক ১৭২৮। তেওঁৰ ঠাইত ছুৱৰাৰ শ্ৰীনাথক বৰবৰুৱা পাতিলে। স্বৰ্গদেওৰ আজ্ঞানুসাৰে কলিয়া

নৰহৰি বৰগোহাঁই
দুৰ্গেশ্বৰ বৰপাত্ৰ
শ্ৰীনাথ বৰবৰুৱা

ভোমোৰা বৰফুকনে গুৱাহাটীৰ কামাখ্যাত এটি বিতোপন তামৰ ঘৰ সজায় আৰু ছত্ৰাকাৰ দেৱালয় কৰায়। বৰফুকন কলিয়াভোমোৰা যেনে বুদ্ধিমন্ত আৰু ওখ মনৰ পুৰুষ আছিল, তেওঁ কৰা কাৰ্য্যবিলাকো তেনে পৰিপাটি আৰু ওখ থাপৰ হৈছিল।

কামাখ্যাত তামৰ ঘৰ ;
ছত্ৰাকাৰ দেৱালয়

সৰশেহত তেওঁ বৰ্ত্তমান তেজপুৰৰ পূবে ভোমোৰাগুৰি পৰ্ব্বতৰপৰা শিলঘাটৰ কাষে পোনাই ব্ৰহ্মপুত্ৰৰ ওপৰেদি, এখন সাঁকো বন্ধাবলৈ এটি মহৎ অনুষ্ঠান কৰিছিল। কিন্তু তেওঁৰ সেই অনুষ্ঠান কাৰ্য্যত পৰিণত হ'বলৈ নৌপাওঁতেই, তেওঁ মানবলীলা সামৰিব লগাত পৰিল। এতিয়াও তেওঁৰ নাম অনুসাৰে প্ৰখ্যাত তেজপুৰৰ ভোমোৰাগুৰিৰ ওচৰত পোত গৈ থকা ভালেমান প্ৰকাণ্ড প্ৰকাণ্ড শাল কাঠ আৰু পৰ্ব্বতাকাৰ হৈ থকা "চূণ-চুৰ্কী": আদিয়ে তেওঁৰ সেই মহৎ অনুষ্ঠানৰ চিনাকি দিব লাগিছে। বৰফুকন কলিয়া ভোমোৰা যুদ্ধবিদ্যাতো এজন সেনাপতি আছিল ; তেওঁৰ বহুদৰ্শিতা গুণো নিতান্ত প্ৰশংসনীয়। ব্ৰিটিছ গৱৰ্ণমেণ্টৰ পৰাক্ৰম যে শ্ৰেষ্ঠ, আৰু সিবিলাকৰ সাহায্য যে আদৰণীয় সেইটো তেওঁ সুন্দৰৰূপে জানিছিল। সেই কাৰণে কোঁচবেহাৰৰ দৰে আমাৰ অসমদেশকো ব্ৰিটিছ গৱৰ্ণমেণ্টক "লাল-বন্দী" দি মিত্ৰতা কৰিবলৈ তেওঁ বৰ যত্ন কৰিছিল, কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই তাত প্ৰতিবন্ধক জন্মোৱাত সেয়ে হৈ উঠিব নোৱাৰিলে। তেনে হৈ উঠা হ'লে সম্ভৱতঃ আজি অসমীয়া জাতিৰ, বিশেষকৈ আহোমৰ, এনে শোচনীয় অৱস্থা নহ'লহেঁতেন। সেই বুলি কিন্তু পূৰ্ণানন্দ ডাঙৰীয়াক

দোষ দিব নালাগে ; কিয়নো তেখেতৰ নিচিনা এজনা উচ্চমনা দেশহিতৈষী পুৰুষৰ পক্ষে সেই কাৰ্য্য নিতান্ত শোচনীয়হে আছিল। তেখেতৰ নিচিনা দেশহিতৈষী পুৰুষে সময় পোৱা হ'লে, অৰ্থাৎ অকস্মাৎ যদি তেওঁৰ মৃত্যু নঘটিলহেঁতেন, আজি অসমীয়াৰ আৰু আহোম জাতিৰ এনে দুৰৱস্থা নহ'লহেঁতেন।

কমলেশ্বৰ সিংহ স্বৰ্গদেও অলপ বুধ লাজুকা, কৃতজ্ঞ আৰু মৰমিয়াল পুৰুষ আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ গাত অশেষ সদ্‌গুণ থকা সত্বেও তেখেত বৰ স্বাৰ্থপৰ আছিল ; আৰু ক্ষমতা পাই, তেওঁ নিজৰ বংশৰ ভিতৰতে দেশৰ প্ৰায় সকলো ডাঙৰ ডাঙৰ বিষয়বিলাক বাখিবলৈ ধৰিলে, আৰু তেওঁৰ নিজমত আৰু অভিপ্ৰায়কে তেওঁ সকলো প্ৰকাৰে ৰক্ষা কৰিছিল। এনে সময়ত, কলিয়াভোমোৰা বৰফুকনৰ মৃত্যুত, দুৰবাৰ বদনচন্দ্ৰকে ওঃ থিপাইক গুৱাহাটীলৈ পুনৰ দ্বিতীয় বাৰ বৰফুকন পাতি পঠায়। বদনচন্দ্ৰও এগৰাকী স্বাৰ্থপৰ আৰু ক্ষমতাপ্ৰিয় লোক আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই

**বদনচন্দ্ৰ বৰফুকন (২য় বাৰ)**

ডাঙৰীয়াই ৰাজমাও দেউতা আৰু কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ বৰ বিশ্বাস আৰু সম্ভ্ৰম পোৱাত তেখেতক দেখাদেখিকৈ কোনেও একো ক'ব বা তেওঁৰ কাৰ্য্যত প্ৰতিবাদ কৰিব নোৱাৰিছিল। কোনো এক সামান্য কাৰণত, দুৰবাৰ শ্ৰীনাথক বৰবৰুৱা ভাঙি, তেওঁ তদৰি বৰবৰুৱাৰ পুতেক, সন্দিকৈ দেউৰামক আনি বৰবৰুৱা পাতিলেহি। ডাঙৰীয়াৰ এই কাৰ্য্যত শ্ৰীনাথৰ ফলীয়া অনেক মানুহে বেয়া পাইছিল, কিন্তু ভয়তে কোনেও একো ক'ব নোৱাৰিলে।

**দেউৰাম বৰবৰুৱা**

সাধাৰণতে দেখা যায়, ভয় হ'লেই অভিসন্ধি আৰু নিষ্ঠুৰতাৰ উদয় হয়। ডাঙৰীয়াৰ স্বাৰ্থপৰ কিছুমান কাৰ্য্য গুৱাহাটীৰ বদন বৰফুকনৰ অসহ্য হৈ উঠিল। তেওঁ পানীমুৱা প্ৰভৃতি কিছুমান দুষ্ট মানুহক হাত কৰি ল'লে, আৰু সিইতক ডাঙৰীয়াৰ বিপক্ষে তেওঁ ভিতৰি ভিতৰি পেট দিলে। বদন বৰফুকনৰ নিচিনা ডাঙৰ বিষয়া এগৰাকীৰ ভিতৰি পেট পাই,

**পানীমুৱাৰ ধৰৱ**

পানীমুৱা প্ৰভৃতি কিছুমান মানুহে ৰাতি, "ভকত সেৱা" কৰিবৰ ছলেৰে একেলগ হ'ল। সিইঁতে ৰাজমন্ত্ৰী আৰু সেই পক্ষ অৱলম্বন কৰা মানুহবিলাকৰ প্ৰাণ বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। বদনচন্দ্ৰ বৰফুকনক এৰিও, কোনো কোনো প্ৰধান মানুহেও হেনো সেই গুপ্তদ্ৰোহী মানুহবিলাকক ভিতৰি ভিতৰি সহায় কৰিছিল। চোৰাংচোৱাই সেই কথা ডাঙৰীয়াক জনাই আছিলে। পাচে পানীমুৱাকে মুখ্য কৰি ডাঙৰীয়াই গুপ্তদ্ৰোহী কেইটামান ধৰাই আনিলে। ডাঙৰীয়াই নিশ্চয় জানিলে যে এনে দুৰ্বল লোক কেইটাই গোট খাই যে ৰজা আৰু মন্ত্ৰীৰ বিৰুদ্ধে দ্ৰোহ আচৰিব, ই অসম্ভৱ, এতেকে ইয়াত যি যি ডাঙৰ মানুহে পেটে পেটে সহায় কৰিছিল, সেই সকলোকে ধৰিব লাগে। এই বুলি ডাঙৰীয়াই সেই মানুহ কেইটাক সুধিলে। সিইঁতে

যাৰ যাৰ নাম ক'লে ডাঙৰীয়াই প্ৰায় সেই সকলোকে ধৰাই আনি কোনোক মৰালে, আৰু কোনোক বা উগ্ৰশাস্তি কৰিলে। শেষত পানীমুৰাকে আদি কৰি, সেই দ্ৰোহী-বিলাকবো-গুপ্ত ভাব বুজি ডাঙৰীয়াই সকলোটিকে উগ্ৰদণ্ড কৰিলে। এই গুপ্তদ্ৰোহকে "পানীমুৰাৰ খবৰ" বোলে। এই গুপ্তদ্ৰোহৰ বিষয়ে অনুসন্ধান কৰোঁতে এনে কথাও কোনো লোকৰ মুখে প্ৰকাশ পাইছিল বোলে, গুৱাহাটীৰ বদনচন্দ্ৰ বৰফুকনবো দ্ৰোহী-বিলাকৰ লগত পেট আছিল; কিন্তু ডাঙৰীয়াই তালৈ তেতিয়া ববকৈ মন নকৰিলে।

**কলিকতালৈ উকীল**

১৭২৫ শঁকত কাকতীয়াৰ ঘৰৰ বলোৰাম খৰ্গীয়া ফুকনক উকিল কৰি আৰু তেওঁৰ লগত্তে ভুধৰ চাংকাকতি, ভদ্ৰশ্যাম খাওন্দ, মধু ৰবা আৰু গোবিন্দৰাম শৰ্ম্মা খাওন্দ প্ৰভৃতিক লগৰীয়া কৰি দি, কলিকতাৰ গৱৰ্ণৰ জেনেৰেল মাৰ্‌কুইচ্‌ ওৱেলেচ্‌লি চাহাবলৈ পত্ৰে সৈতে স্বৰ্গদেৱে পঠাই দিছিল, আৰু তাৰ পৰা কিছুমান শিক্ষিত চিপাহী, বন্দুক, বাৰুদ আৰু গুলি অনাইছিল। যোৰহাটলৈ অহাৰ পাছত বুঢ়াগোহাঁই ডাঙৰীয়াৰ এনে মন আছিল যে পুনৰায় ৰংপুৰলৈ ঘূৰি যাব; কিন্তু দেশৰ হুলস্থুল নিবাৰণ নোহোৱাত সেইটো ঘটি নুঠিল। সেই কাৰণে যোৰহাটৰ বাহৰকে ভালকৈ নগৰ পাতিবলৈ মন কৰিলে, আৰু পানীৰ কষ্ট নিবাৰিবলৈ ভোগদৈ নৈ খনালে। এইজনা স্বৰ্গদেৱেই হাতী-খেদা ৰাখি কিছু হাতী ধৰাইছিলে আৰু মআলি, বজা বাহৰৰ আলি, কমাৰ বন্ধা আলি,

**আলি-পুখুৰী**

চেউনী আলি, সুচন্দে বন্ধা আলি এই কেইটা আলি বন্ধালে। আৰু এওঁৰ দিনতে গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ পৰ্ব্বতীয়া আই কুঁৱৰীদেৱে চেউনী আলিৰ ওচৰত্তে এক পুখুৰী খনালে, সেই পুখুৰীকে আজিকালি কুঁৱৰী পুখুৰী বোলে। পাচে ১৭৩২ শঁকৰ শেষ ভাগত বসন্ত ৰোগ দেশত প্ৰবলৰূপে হ'বলৈ ধৰিলে। সেই ৰোগত পৰি স্বৰ্গদেৱ কমলেশ্বৰ সিংহ ৫ মাঘ কৃষ্ণা সপ্তমীত স্বৰ্গী হ'ল। ভোগ ১৬ বছৰ ৫ মাহ ১৩ দিন।

**কাশীত স্মৃতিমন্দিৰ**

বুঢ়াগোহাঁই ডাঙৰীয়াই স্বৰ্গদেৱৰ নামে কাশীত এটা মন্দিৰ নিৰ্ম্মাণ কৰাই দিলে। সেই মন্দিৰ ১৭৩৪ শঁকত আৰম্ভ হৈ ১৭৩৫ শঁকত শেষ হয়। সেই মন্দিৰ কাশীত আজিলৈকে আছে। সেই কাৰ্য্যৰপৰা পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ কীৰ্ত্তি আজি পৰ্য্যন্ত স্থায়ী হৈ আছে।

# চন্দ্ৰকান্ত সিংহ

কমলেশ্বৰ সিংহ স্বৰ্গদেৱ স্বৰ্গী হ'লত ১৭৩২ শকৰ ৬ মাঘত চন্দ্ৰকান্ত চাৰিং ৰজাই শ্ৰীশ্ৰীচন্দ্ৰকান্ত সিংহ নাম লৈ, ৰজা হ'ল। এইজনা স্বৰ্গদেৱেও শিঙৰি ঘৰত উঠি আহোম নিয়ম মতে অভিষিক্ত হৈ, আহোম নাম লোৱা নাছিল, "চুডিন্‌ফা" নামটি চন্দ্ৰকান্ত সিংহ শব্দৰ আহোম ভাষাত ৰূপান্তৰ মাত্ৰ। ৰজা হোৱাৰ সময়ত এওঁৰ বয়স প্ৰায় ১৩ বছৰ মানহে আছিল। ৰজচ'ৰাত সিংহাসনত তুলিবলৈ যেতিয়া পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজমন্ত্ৰী ডাঙৰীয়াই তেওঁক লৈ যায়, তেতিয়া তেওঁ বৰ ভয় কৰিছিল।

ইফালে তেওঁৰ ককায়েক কমলেশ্বৰ সিংহ স্বৰ্গদেৱ স্বৰ্গী হৈছে, আৰু ৰজচ'ৰাত দেশৰ সকলো প্ৰধান প্ৰধান বিষয়া বহিছে। ৰাজ্যত হুলস্থুল, এজনা ৰজা স্বৰ্গী হৈছে, আন এজনা পাটত বহিব, হৰ্ষ-শোক যুগপৎ উপস্থিত। এনে স্থলত কোমল বয়সীয়া লিগিৰা-লিগিৰীৰে চাঙত খেমালি কৰি থকা চন্দ্ৰকান্ত সিংহৰ যে মনত ভয় উপস্থিত হ'ব, ইয়াত একো বিচিত্ৰ নাই। ৰজা কোনোমতে সিংহাসনত উঠিবলৈ নামায়। ৰাজমাও দেউতা, বুঢ়াগোহাঁই ডাঙৰীয়া প্ৰভৃতি সকলোৱে তেওঁক সিংহাসনত উঠিবলৈ কোৱাত, তেওঁ অস্বীকাৰ কৰিলে, আনকি তেওঁৰ চকু চলচলীয়া হ'ল, আৰু তেওঁ একেবাৰে কন্দনামুৱা হ'ল। পূৰ্ণানন্দ ডাঙৰীয়াই বৰকৈ উলমূলাই ধৰাত, চন্দ্ৰকান্ত সিংহই তেওঁৰ লগত খেমালি কৰা বেজবৰুৱাৰ ঘৰৰ ডেকা এজনলৈ আঙুলিয়াই এনে ভাব প্ৰকাশ কৰিলে, যেন সেই ডেকা জনো যদি ৰজচ'ৰালৈ গৈ তেওঁৰ লগতে সিংহাসনত উঠে, তেন্তে তেওঁ উঠিব। ৰাজমন্ত্ৰী ডাঙৰীয়াই অগত্যা তাতে সন্মত হ'ল। পাচে যেতিয়া তেওঁক সিংহাসনত তুলিবলৈ নিলে, সেই ডেকাজন স্বৰ্গদেৱৰ পাছে পাছে গৈছিল, আৰু ৰজায়ো বাওঁতে ঘূৰি ঘূৰি তেওঁক চাই গৈছিল। সিংহাসনত উঠিবৰ সময়তো স্বৰ্গদেৱৰ হাতত ধৰি ৰাজমন্ত্ৰী ডাঙৰীয়া আৰু আন আন প্ৰধান বিষয়াসকলে স্বৰ্গদেৱক সেৱা কৰিলে। আন যি যি কাৰ্য্য হ'ব লগা আছিল, সিও হৈ গ'ল; কিন্তু চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ সেই কন্দনামুৱা মুখ তেনেই থাকিল। ৰজাই থাকি থাকি চকু থাই উঠা যেন কৈ ইফালে সিফালে চাইছিল, বিশেষকৈ তেওঁ সেই বেজবৰুৱাৰ ডেকা জনলৈ চাইছিল, ডেকাজন সিংহাসনৰ পিছ ফালে থিয় হৈ আছিল। ডেকাজনৰ নাম সংবাম। তেওঁ হুকুমাচোৱা ৰবা ছুতৰ পুতেক, আৰু চন্দ্ৰকান্ত সিংহৰ সমবয়সী। সভা নিয়মিত সময়ত ভাগিল। স্বৰ্গদেও ভিতৰলৈ গ'ল, কিন্তু তেওঁৰ সেই বিমৰ্ষ মুখ

আৰু বিষণ্ণ ভাব তেনেই থাকিল। ৰজাদেৱে মাইঁাহে, কথা তাপকৈ নকয়, যদিও খেমালিও নকৰে, যাথোন সদায় চিন্তাযুক্ত হৈ থাকে। কি চিন্তা, কিয়নো বা ৰজাদেৱে তেনেকৈ চিন্তা কৰে, কেৱে একো ক'ব নোৱাৰে। এই দিনিয়ে ৰজাৰ মনত ৰং লগাবলৈ আৰু তেওঁক হঁহুৱাবলৈ বুঢ়াগোহাঁই ডাঙৰীয়াই নানা উপায় চিন্তিবলৈ ধৰিলে। দেখিবলৈ চিকোণ ল'ৰা-ছোৱালী আনি ৰজাৰ লিগিৰা-লিগিৰী সুবাই দিয়া হ'ল, শেন মেলি ৰং দেখুৱা, বিহনাচ আৰু আন আন নানাবিধ খেমালি কৰোৱা হৈছিল, কিন্তু ৰজাৰ যি বিমৰ্ষ ভাব তেনেই থাকিল। এই বিমৰ্ষ ভাব গুচাবৰ উপায় অৱলম্বন কৰোঁতেই কুকুৰাচোৱা বৰা ভূতৰ মতবাৰ নামে এক পুতেকে ৰজাৰ লিগিৰা সোমাবলৈ পালে।

ৰজাৰ সেই বিমৰ্ষ ভাব দূৰ্ভচিলত, ৰাজমন্ত্ৰী বুঢ়াগোহাঁই দক্ষিণ পাটৰ বিষ্ণুদেউ অধিকাৰ গোসাঁইক আনাই ৰজাদেৱক ভাগৱত শুনাবলৈ নিযুক্ত কৰিলে। গোসাঁই বৰ

**দক্ষিণ পাটৰ বিষ্ণুদেউ গোসাঁই**

পণ্ডিত আৰু ৰসিয়াল আছিল। তেওঁ বৰ ৰঙেৰে নানাবিধ ৰহস্যৰ কথা ৰজাক শুনালে, ৰজাৰ মুখত তেও হাঁহি নাই। পুথি সামৰিবৰ সময়ত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া ৰজাৰ ওচৰলৈ আহি সেৱা কৰিলে। তেনেতে অধিকাৰ গোসাঁয়ে ডাঙৰীয়ালৈ চাই ক'লে বোলে, ডাঙৰীয়াই আমাক যি কাৰ্য্যে আনিলে, সেই কাৰ্য্য আমাৰদ্বাৰাই সিদ্ধি নহ'ল; ৰজাদেৱক আমি হঁহুৱাব নোৱাৰিলোঁ। এতেকে তাহানি-খনৰ ৰজাৰ দৰে বুঢ়াবামুণক শূলতহে দিব পাৰিব। গোসাঁইগৰাকী বৰ গাৱাল আছিল; তেওঁৰ ভণিনাও ডাঙৰ আছিল। গোসাঁয়ে যি কথা কেবাৰ ক'লে, তাকো তেওঁ বৰ মুখ ভাগৰেৰে কোৱাৰ দৰে ক'লে, আৰু যি শূলত দিয়াৰ উপমা কোৱা হৈছিল, সিও অকাৰণত এজনী গাৱালী তিকতাৰ শূলদ্বাৰাই প্ৰাণদণ্ডৰ আজ্ঞাৰ কথা উদুকিওৱা হৈছিল। গোসাঁয়ে যি ভাবে কথাকেবাৰ ক'লে, তাত আৰু ৰজাদেৱে নাহাঁহি থাকিব নোৱাৰিলে। ৰজাই গোসাঁইৰ কথাত হাঁহিবলৈ ধৰিলে; আৰু ৰজাৰ মুখত হাঁহি দেখি মন্ত্ৰী আৰু আন সকলোৰে আনন্দৰ সীমা নোহোৱা হ'ল। ভূতৰ পুতেক মতবাৰ ৰজাৰ লিগিৰা সোমাই চাজত উঠিবৰ অলপ পাছতে এই কথা হয়। মতবাৰ ৰজাৰতে তীক্ষ্ণবুদ্ধি বিশিষ্ট আছিল। সেই দিনাৰপৰা চন্দ্ৰকান্ত সিংহ ৰজাদেৱৰ মন পালটি আহিল, আৰু ক্ৰমে বিমৰ্ষ ভাব গুচি হৰ্ষভাৱ জন্মিল।

পাচে ৰজাদেৱৰ বয়স নিচেই কোমল দেখিকে, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ হাতত ৰাজ্য শাসনৰ ভাৰ সম্পূৰ্ণৰূপে ন্যস্ত কৰা হ'ল। ডাঙৰীয়াই সেই দেখি নিজৰ কাষতে সকলো ৰাজ্যৰ দুৰলিভাৰ লৈ, চন্দ্ৰকান্ত সিংহ ৰজাদেৱক সাক্ষীগোপালৰ দৰে সিংহাসনত বহুৱাই ৰাজ কাৰ্য্য চলাবলৈ ধৰিলে। ৰাজমাও দেউতা বৰ বুদ্ধিমতী আছিল; তেওঁ বিষয় কাৰ্য্য পৰিচালনাত সময়ে সময়ে বুদ্ধি মন্ত্ৰণা দিছিল। ৰজাই-

দেৱেকৰ দৰেই, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱো বৰ লাজকুৰীয়া আছিল। সেই নিমিত্তে তেওঁৰ কৌতুকৰ অৰ্থে বুঢ়াগোহাঁই ভাজবীয়াই বিমান পাৰে সিমান উদ্যোগ কৰিবলৈ অলপো ত্ৰুটি নকৰিছিল। চন্দ্ৰকান্ত সিংহই ৰাজভাৰ লোৱাৰ প্ৰায় ছমাহৰ আগতে কলিয়াভোমোৰা বৰফুকনৰ মৃত্যু হয়, আৰু তেওঁৰ পাছত কমলেশ্বৰ সিংহ স্বৰ্গদেৱে পুনৰ বদনচন্দ্ৰকে গুৱাহাটীলৈ বৰফুকন পাতি পঠায়। এইকথা যথা স্থানত উল্লেখ কৰি অহা হৈছে। বদন বৰফুকনৰ ওপৰত সৰ্ব্বসাধাৰণৰ মতামত ভাল নাছিল, বিশেষকৈ কামৰূপৰ মানুহে তেওঁৰ নামকে শুনিব নোৱাৰিছিল। ফুলীয়াদ্ৰোহ দমনৰ পাছত, বহুদৰ্শী কলিয়াভোমোৰাৰ সুশাসনত কামৰূপীয়া প্ৰজাৰ মনবপৰা আহোমলৈ বেৰভাৰ অনেক পৰিমাণে আঁতৰিছিল, কিন্তু বদনচন্দ্ৰক সিবিলাকে পুনৰ বৰফুকন পাই, সেই ভাৰ আকৌ মনলৈ চাপি আহিল।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে সিংহাসনত উঠাত অসম দেশৰ ভাগ্য গগণত যি মেঘৰ কণিকা অলপমানে দেখা দিছিল, সেই মেঘ ভুখৰি ক্ৰমে ডাঙৰ হ'বলৈ ধৰিলে। বহুদৰ্শী আৰু প্ৰজাবৎসল কলিয়াভোমোৰা বৰফুকনৰ ঠাইত পুনৰ বদনচন্দ্ৰক দ্বিতীয়বাৰ বৰফুকনৰ পদত নিযুক্ত কৰি গুৱাহাটীলৈ পঠোৱাত, সেই মেঘ ভুখৰিয়ে অসমৰ ভাগ্যাকাশ ব্যাপি ল'লে। প্ৰায় ছশ বছৰ যি ৰাজলক্ষ্মীয়ে আহোম বংশত অচলাভাবে বিৰাজ কৰিছিল, এইবাৰ বদনচন্দ্ৰ বৰফুকন বিষয়ত পুনৰ নিয়োজনত সেই ৰাজলক্ষ্মীৰ আসন টলিল, তেওঁ চঞ্চলা হৈ উঠিল। এনেতে প্ৰধান বিষয়াসকলৰ ভিতৰতো সাল-সলনি ঘটিল; কপৌৰবীয়াৰ নৰহৰিক বৰগোহাঁই ভাজি তেওঁৰ ঠাইত পূৰ্ব্বৰ নিৰ্ভৰনাৰায়ণক ৰাজমন্ত্ৰী ৰাৰে সহিতে বৰগোহাঁই পাতিলে। নন্দিকৈৰ দেউৰাম চুকাল, তেওঁৰ ঠাইত পূৰ্ব্বৰ শ্ৰীনাথেই আকৌ দ্বিতীয়বাৰ বৰবৰুৱা হ'ল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাজবীয়াই বজাৰ দৰে দেশ শাসন কৰিবলৈ ধৰিলে। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে কিছুমান দিন সেইদৰে বুঢ়াগোহাঁই ভাজবীয়াৰ ওপৰতে নিৰ্ভৰ কৰি নিষ্কণ্টকে ৰাজ্য ভোগ কৰিলে। সেইকেটা দিনৰ ভিতৰতে তেওঁ লিগিৰা-লিক্‌চৌবিলাকৰ লগত ৰংধেমালি কৰিয়েই প্ৰায় দিন কটালে।

নিৰ্ভয়নাৰায়ণ বৰগোহাঁই
(৩য় বাৰ)

শ্ৰীনাথ বৰবৰুৱা
(২য় বাৰ)

স্বৰ্গদেও লাহে লাহে ল'ৰাৰ ভাগৰপৰা ডেকাৰ ভাগলৈ বাগৰিল। ল'ৰা বয়সত যিবিলাক লিগিৰা লিক্‌চৌৰ লগত ৰং ধেমালি কৰিছিল, ডাঙৰ হৈ স্বৰ্গদেৱে সেই-বিলাকলৈ নাপাহৰিলে। কুকুৰাচোৱা ৰৰা ছুতৰ পুতেক সতৰাম স্বৰ্গদেৱৰ বৰ খাটনিয়াৰ আৰু মৰমৰ পাত্ৰ হৈ উঠিল। স্বৰ্গদেৱৰ অনুগ্ৰহত সি ক্ৰমে চাবিজীয়া ফুকনৰ পদলৈ উঠিল। বজাৰ ওচৰত সতৰামে ঠাই পাৰবেপৰা চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ গাত শনি লাগিল। আমাৰ দেশীয় কথাত কয় যোলে, "নীচ লোকে উচ্চপদ পায়, তেখিয়াকৈ পাগ মাৰি ফুৰি ফুৰি চায়" সতৰামৰ পক্ষেও তেনে হ'ল। সি আছিল ক'ত

কুকুৰাচোৱা বৰাৰ ঘৰৰ, হ'ল ক'ত এডিয়া প্ৰচণ্ড ক্ষমতাশালী চাৰিঙীয়া ফুকন। তথাপি তাৰ আকাংক্ষা তৃপ্ত নহ'ল। ভোগ তৃষ্ণা "হবিষা কৃষ্ণবৰ্ত্মেৱ ভূয়ো এবাভি বৰ্দ্ধতে" জুইত ঘিউ পৰিলে জুই বঢ়াৰ নিচিনাকৈ বাঢ়িবলৈ ধৰিলে। চন্দ্ৰকান্ত সিংহ নামতহে ৰজা আছিল, কাৰ্য্যত ৰজা আছিল পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া। ডাঙৰীয়াৰ অপ্ৰতিহত ক্ষমতা দেখি, সতৰাম চাৰিঙীয়া ফুকনৰ চকু পুৰিবলৈ ধৰিলে। বুঢ়াগোহাঁই ডাঙৰীয়াক কেনেকৈ অপদস্থ কৰিব, কেনেকৈ নিজে তেওঁৰ ক্ষমতাৰে ক্ষমতাবান হ'ব, সদায় সতৰামৰ এয়েহে চিন্তা হ'ল। তাতে ৰজাৰ প্ৰিয়পাত্ৰ, এই আশাহতে সতৰাম চাৰিঙীয়া ফুকনে ৰাজ্যৰ কাকো তৃণ এডালৰ লগতো নগণা হ'ল। লাহে লাহে চাৰিঙীয়া ফুকনে শকুনিৰ নিচিনাকৈ স্বৰ্গদেৱৰ আগত ডাঙৰীয়াৰ বিপক্ষে চুটকীয়া কথা ক'বলৈ ধৰিলে।

এদিন স্বৰ্গী ৰজা এজনাৰ বছেৰেকীয়া শ্ৰাদ্ধৰ সময়ত আহোম ৰীতি মতে গধূলি ৰজাৰে সৈতে সাজ ল'ব পৰা সকলে ভোজ খায়, আৰু আগৰ ৰজাসকলৰ নামে জীয়া মানুহলৈ সজাই দিয়াৰ দৰে সাজ প্ৰস্তুত আৰু উৎসৰ্গ কৰি নিৰ্দ্দিষ্ট ঠাইত দিয়া হয়। ৰজাই সেই সাজ দিয়া চাবলৈ লাগে। সেই দিনা গধূলি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও সেই সাজ দিয়া চাবলৈ গ'ল। স্বৰ্গদেৱে দেখিলে, কিছুমান সাজ একে শাৰীতে থোৱা হৈছে, আৰু এখন অলপ আঁতৰত আন শাৰীত দিয়া হৈছে। স্বৰ্গদেৱে সেই সাজ-বিলাকৰ কথা কাৰ কাৰ সাজ বুলি মন্ত্ৰী ডাঙৰীয়াক সোধাত, ৰজাসকলৰ নাম ধৰি ধৰি ডাঙৰীয়াই বুজাই দিলে। তাৰ পাছত, আঁতৰৰ খন কাৰ বুলি সোধাত ডাঙৰীয়াই ক'লে বোলে, সেইখন কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ। আন শাৰীত আৰু আঁতৰত দিয়াৰ কাৰণ সোধাত, বুঢ়াগোহাঁই ডাঙৰীয়াই বোলে, কমলেশ্বৰ সিংহ স্বৰ্গদেৱ শিঙৰি ঘৰত উঠি অভিষিক্ত হোৱা নাছিল; সেই নিমিত্তে শিঙৰি ঘৰত উঠি অভিষিক্ত হোৱা ৰজাসকলৰ শাৰীত তেওঁ ঠাই পোৱা নাই। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱেও শিঙৰি ঘৰত উঠা নাছিল। তেওঁ সেই ক্ষণতে নিজে শিঙৰি ঘৰত উঠি অভিষিক্ত হোৱাৰ কথা ডাঙৰীয়াক ক'লে; পাচে ডাঙৰীয়াই বোলে, মৰাণৰ উপদ্ৰৱৰ দিনৰেপৰা দেশ এনে উছন হ'ল যে শিঙৰি ঘৰত উঠাত যি পৰিমাণে আয়োজন লাগে; সেই পৰিমাণ বস্তু সংগ্ৰহ কৰা বৰ্ত্তমানে বৰ কঠিন; তথাপি সেই বিষয়ে মই যত দূৰ পাৰোঁ উদ্যোগ কৰি আছোঁ। প্ৰকৃতপক্ষেও, সেই সময়ত দেশৰ অৱস্থা বৰ বেয়া আছিল; মোৱামৰীয়াবিলাকে দেশ লণ্ড ভণ্ড কৰি মানুহক ধনে-প্ৰাণে মাৰি ৰজাৰ আৰু ৰাইজৰ ধৰ কাচুটি নোহোৱা কৰি থৈছে। কাপ্তান্ ৱেলচৰ অনুগ্ৰহত জানিবা সকলোৱে অলপ শান্তি পায়। সেই দেখি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱকো ৰজা পাতোতে, বুঢ়াগোহাঁই ডাঙৰীয়াই শিঙৰি ঘৰত তুলিবলৈ মন নকৰিলে। শিঙৰি ঘৰত উঠি অভিষিক্ত হোৱাটো বৰ ডাঙৰ কাম। ৰাজ্যৰ সেই সময়ত আভ্যন্তৰিণ অৱস্থা যেনে আছিল, সেই অৱস্থাৰে শিঙৰি ঘৰত উঠি অভিষিক্ত হ'বলৈ যোৱাটো একপ্ৰকাৰ অসম্ভৱ; আৰু সেই

কাৰ্য্যত যোগ দিয়াচোঁ টান। বুঢ়াগোহাঁই ডাঙৰীয়াই ইয়াক ভালকৈ বুজিছিল, আৰু তাকে স্বৰ্গদেৱক ভালকৈ বুজাই কৈছিল। স্বৰ্গদেৱে কিন্তু এই কথা পেটে পেটে ভালকৈ ৰশলাগিলে। ছুতৰ পুতেক সতৰামে ইয়াকে সুবিধা পাই আওপকীয়াকৈ ৰজাক বুজাবলৈ ধৰিলে যোলে, শিদৰি যৰত উঠি পূৰ্ণাভিষেক হ'লে বুঢ়াগোহাঁই ডাঙৰীয়াৰ নিজ ক্ষমতাৰ খৰ্ব্ব হ'ব বুলি তেওঁ তালৈ মন নকৰে। এইদৰে আৰু আন আন কথাৰেও লাহে লাহে ৰজাৰ মন ভাঙিবলৈ সতৰামে নানাপ্ৰকাৰ উপায় অৱলম্বন কৰিলে।

চন্দ্ৰকান্ত সিংহ এজন দুৰ্ব্বল প্ৰকৃতিৰ ৰজা আছিল। দুৰ্ব্বল প্ৰকৃতিৰ চন্দ্ৰকান্ত সিংহই পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সাৰগৰ্ভ কথাৰ মৰ্ম্ম ভালকৈ বুজিব নোৱাৰিলে। সতৰাম চাৰিঙীয়া ফুকনৰ কথাকেই তেওঁ ধ্ৰুৱ বুলি জানিলে। ইফালে ৰজাক এনেহে বুজাই দিয়া হ'ল যে পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজ্যৰ ওৰিয়াল হৈ থাকে মানে ৰজাৰ অভিষেক নহয়; এতেকে তেওঁক মাৰিলেহে কাৰ্য্য সফল হ'ব। এই মন্ত্ৰণাত ৰজাও আছিল, কিন্তু বুদ্ধিমতী ৰাজমাও দেউতা (তেখেত সন্ধিকৈ ঘৰৰ জীয়াৰী, নৰোত্তম বৰফুকনৰ নাতিনীয়েক আৰু সৰু ৰণীয়া ৰাজখোৱাৰ জীয়েক) এই মন্ত্ৰণাৰ বিৰোধী

**ৰাজমাও দেউতা**

আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁৰ ল'ৰা দুয়োটিকে ৰজা পাতে দেখি, ডাঙৰীয়ালৈ ৰাজমাও দেউতাৰ বৰ উচ্চ ভাৱ আছিল; কিন্তু স্বৰ্গদেৱৰ শিৰত শনি উঠিছে, ৰাজমাও দেউতাৰ সৎ কথা, সৎ উপদেশ চন্দ্ৰকান্ত সিংহে হেলা কৰি উৰাই দিবলৈ ধৰিলে।

ইফালে সতৰামেও দিনে দিনে ডাঙৰীয়াসকলক অৱজ্ঞাৰ চিন দেখুৱাবলৈ ধৰিলে। সতৰাম ৰজাৰ ইমান মৰমৰ পাত্ৰ হৈছিল যে স্বৰ্গদেৱে সৈতে একে আসনতে সময়ে সময়ে তেওঁ বহিছিল। এদিন বুঢ়াগোহাঁই ডাঙৰীয়া ৰজাৰ চাঙলৈ গৈছিল। সেই সময়ত সতৰাম স্বৰ্গদেৱে সৈতে একে আসনতে বহি আছিল। ডাঙৰীয়াই স্বৰ্গদেৱক সেৱা কৰিলে; সতৰামে কিন্তু ৰজাৰ আসনৰপৰা গাকে নলৰালে। ডাঙৰীয়াই এইটোত মৰণান্তিক হোৱা যেন পালে। সতৰামৰ আৰু বুঢ়াগোহাঁই ডাঙৰীয়াৰ মাজত ক্ৰমে মনান্তৰ বাঢ়িবলৈ ধৰিলে। দুইবো ফালে দুদল মানুহ হ'ল: প্ৰাচীন বংশীয় বিবেচক, আৰু দেশানুৰাগী লোক মাত্ৰেই বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফলীয়া হ'ল; ডেকা, নকৈ হোৱা বিষয়া আৰু অৰ্ব্বাচীন লোকবোৰ সতৰামৰ ফলীয়া হ'ল। ইফালে সিফালৰ আৰু সিফালে ইফালৰ অহিতাচৰণ কৰিবলৈ মন্ত্ৰণা আৰু ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। ছুতৰ পুতেকৰ পক্ষৰ লোকসকলে ৰাতি ৰাতি বুঢ়াগোহাঁই ডাঙৰীয়াক মাৰিবৰ মন্ত্ৰণা দিনৌ কৰিবলৈ ধৰিলে। সিহঁতৰ ভিতৰতে এজন বুঢ়াগোহাঁই হয়, আৰু জনচেৰেকে তেওঁক বেৰি ধৰি মাৰে। এইদৰে আথৰা কৰা হৈছিল।

গোৱালপাৰাৰ সিপাৰে হাদীৰা বা ফুলবাত আহোম ৰজাৰ চকী আছিল; তাক হাদীৰাচকী বোলে, আৰু তাত হোৱা হাটক ৰজাৰ হাট বুলিছিল। গোৱালপাৰা

বঙালপাৰাত, অৰ্থাৎ আহোম ৰজাৰ অধীন নাছিল। ইয়াৰ উত্তৰ পাৰে মানাহা নদী, অসম দেশৰ আৰু বঙালদেশৰ বহুদিনীয়া (মোমাই তামুলী বৰবৰুৱাৰ দিনৰে পৰা) সীমা। আহোম ৰজাৰ দিনত বঙালৰ বেপাৰীবোৰ বেপাৰৰ বস্তু লৈ গোৱালপাৰাত থাকিছিল, আৰু তাৰ পৰা গৈ সিপাৰে হাদীৰাত বঙালহাটত বেহাবেপাৰ কৰিছিল। অসমৰ দুদৈবোৰেও বঙালহাটত থাকি বেপাৰ কৰিছিল। তাত আহোম ৰজাৰ এক বিষয়া থাকিছিল, তেওঁক দুৱৰীয়া বৰুৱা বোলা হৈছিল। বঙালহাটত গোট খোৱা বেপাৰীবোৰৰ পৰা বঙালহাটৰ দুৱৰীয়া বৰুৱা গৰাকীয়ে বস্তু দৃলি মাচুল লৈছিল, আৰু তাক ৰজাৰ ওঁৱাললৈ পঠাইছিল। সেই সময়ত বঙালহাটত পৰশুৰাম দুৱৰীয়া বৰুৱা আছিল। সত্ৰামে তেওঁক (দুৱৰীয়া বৰুৱাক) সিং চিপাহীৰ নিমিত্তে বৰবৈ ধৰিছিল, কিন্তু বিষ্ণুদলৰ লক্ষ্মীনাথ কথাকোৱা বৰুৱাৰ পৰামৰ্শত গুৱাহাটীৰ বদনচন্দ্ৰ বৰফুকনে মিছা-মিছি কথা এটাত দায় ধৰি পৰশুৰাম দুৱৰীয়া বৰুৱাক ধৰাই আনি হাতীশালত বন্দী কৰি থোৱাইছিল। কিন্তু কি মন্ত্ৰণা হৈছিল, ডাঙৰীয়াই তাৰ দাঁড়ৰ বাৰ্ত্তা দাঁড়ে পাই আছিল। ডাঙৰীয়া বৰ কাৰ্য্যদক্ষ আৰু বুদ্ধিমন্ত পুৰুষ আছিল। তেওঁ হাতেৰে কাম কৰে, কাণেৰে পুথিও শুনে, আৰু দুইবো দোষ-গুণ ধৰে আৰু সিদ্ধান্তও কৰে।

**হাদীৰাচকী**

**কথাকোৱা বৰুৱা**

পৰশুৰাম দুৱৰীয়া বৰুৱাই ৰজাক বাৰত মাৰি এটা উৎকৃষ্ট কিংখাপৰ থান দিছিল। সেই থানৰ এটা আঙা-চোলা বুঢ়াগোহাঁই ডাঙৰীয়াই আপোন হাতে সি, দুৰ্গোৎসৱ পূজাত পিন্ধিবলৈ স্বৰ্গদেৱক দিলে কিন্তু স্বৰ্গদেৱে সেই চোলাটো নিজে নিপিন্ধি, তেওঁৰ মৰমৰ লগৰীয়া সত্ৰাম ফুকনক দিলে। ৰজাঘৰৰ এটা নিয়ম আছিল যে গধূলি গোঁসানী সেৱা কৰিবলৈ স্বৰ্গদেৱও যাব লাগে। সেইবাৰ স্বৰ্গদেৱে পূজাৰ তৃতীয় দিনা (বৰ বলি বা অষ্টমীৰ দিনা) গধূলি গোঁসানী সেৱা কৰিবলৈ নগ'ল; অথচ ইফালে বুঢ়াগোহাঁই ডাঙৰীয়া প্ৰভৃতি সকলোবোৰে স্বৰ্গদেৱলৈ বাট চাই আছে। তাৰ পাছত, স্বৰ্গদেৱও আনখন অহা সময়তে সত্ৰাম চাৰিঙীয়া ফুকন সেইআঙা চোলা পিন্ধি চণ্ডী মণ্ডপলৈ গ'ল। স্বৰ্গদেৱৰ আগমনৰ প্ৰতীক্ষা কৰি থকা মন্ত্ৰী ডাঙৰীয়া প্ৰমুখ্যে সকলোৱে স্বৰ্গদেৱ আহিছে বুলি প্ৰস্তুত হ'ল। বুঢ়াগোহাঁই ডাঙৰীয়াই সত্ৰামকে স্বৰ্গদেৱ বুলি ভ্ৰমত পৰি আঁঠু ল'বলৈ ধৰিছিল। ওচৰা-ওচৰি হ'লতহে সেই ভ্ৰম দূৰ হ'ল। এই কথাত বুঢ়াগোহাঁই ডাঙৰীয়া প্ৰভৃতি সকলো মৰ্ম্মাহত হ'ল; আৰু ডাঙৰীয়াই সত্ৰামক শাস্তি লাগি থোৱাকৈ কথা শোটাদিয়েক ক'লে। এইখিনি দিন থোৱাই থকা দুই ধৰ্মা সেইদিনা ঝলি উঠিল। সেই দিনাৰে পৰা দেখাদেখিকৈ সত্ৰাম চাৰিঙীয়া ফুকন আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মনান্তৰ হ'ল। চন্দ্ৰকান্ত সিংহৰ

**কুকুৰাচোৱা ভূতৰ পুতেকৰ খবৰ**

অধোগতি আৰু সতৰাম ফুকনৰ চাউল কেইকঠাৰ চমু চাপি আছিল। সতৰামেও জানিলে যে পূর্ণানন্দ বুঢ়াগোহাঁই থাকে মানে তাৰ মঙ্গল নাই, আৰু ডাঙৰীয়ায়ো জানিলে যে সতৰাম ৰজাৰ প্ৰিয়পাত্ৰ হৈ, চাৰিঙ্গীয়া ফুকনৰ নিচিনা ক্ষমতাপূর্ণ বিষয় এটাত থাকিলে, তেওঁৰো অমঙ্গল হ'বৰ সম্ভৱ, আৰু দেশৰো অনিষ্টৰ আশঙ্কা। গতিকেই দুয়ো দুইকো খেদিবলৈ কাৰবাৰ কৰিবলৈ ধৰিলে।

গুৱাহাটীৰ শাসনকর্তা বদনচন্দ্ৰ বৰফুকনৰো পেটে সতৰামৰ লগত যোগ আছিল, তাতো আকৌ বুঢ়াগোহাঁই ডাঙৰীয়াৰ লগতো অল্প তেওঁৰ মনান্তৰ হ'ল। পিছৌ আইদেও বদনচন্দ্ৰ বৰফুকনৰ জীয়েক, তেওঁক বুঢ়াগোহাঁই ডাঙৰীয়াৰ চতুর্থ পুত্ৰ ওৰেষা নাথ ঢেকিয়াল ফুকনলৈ বিয়া কৰাইছিল। তেওঁৰ বিয়াৰ যৌতুকত বিস্তৰ মহা মূল্যবান বস্তু দিছিল। ইও ডাঙৰীয়াৰ এক অসন্তোষৰ কাৰণ হৈছিল; কিয়নো যৌতুকত বৰফুকনে এনেবিধৰ মূল্যবান বস্তু দিছিল যে সেইবিলাক বস্তু ৰজাৰ জীয়েকৰ বিয়াতহে যোগ্য। সেই বিয়াতে সেই যৌতুকীয়া বস্তুৰ কথা লৈয়ে দুয়ো বিয়েয়েকৰ অল্প ঠোটা-যোজা লাগে। এই কাৰণেই হওক, বা আন কোনো কাৰণেই হওক, সতৰাম চাৰিঙ্গীয়া ফুকনৰ লগত বদনচন্দ্ৰ বৰফুকনেও গোপনে গোপনে বুঢ়াগোহাঁই ডাঙৰীয়াৰ বিপক্ষে মন্ত্ৰণা কৰিবলৈ ধৰিলে। সতৰাম হেনো বদন বৰফুকনৰ সখী আছিল; আৰু তেওঁলোক দুয়ো সমবয়সী।

সতৰামৰ ৰজাৰ ওচৰত "দহ বোলে দহ, পঁচি বোলে পঁচি", তাতে ভিতৰে ভিতৰে বৰফুকনো তেওঁৰ ফলীয়া হ'ল। "ৰজাই বৰ মৰম কৰে" এই আগাহতে ৰক্ষা নাই, তাতে বদনচন্দ্ৰ বৰফুকনৰ নিচিনা ক্ষমতাশালী বিষয়া এজনে যেতিয়া তেওঁক সহায় কৰিবলৈ ধৰিলে, তেওঁৰ গা আৰু উধাল, তেও উনৈশত বা বলাবলৈ ধৰিলে। বদনচন্দ্ৰ বৰফুকনো যে ভিতৰি সতৰামৰ ফলীয়া, বুঢ়াগোহাঁই ডাঙৰীয়াই এতিয়ালৈকে তাৰ গম পোৱা নাই, কিন্তু সতৰাম চাৰিঙ্গীয়া ফুকনৰ সকলো আত্যোপান্তৰ সম্ভেদ পাই, ৰজা আৰু ৰাজমাও দেউতালৈ সকলো কথা কৈ পঠালে। ৰাজমাও দেউতাই বর্গদেৱক বহুকৈ বুজাই-বৰাই চালে, কিন্তু তাৰপৰা একো লাভ নহ'ল। এদিন সতৰামৰ কালৰপৰা এনে পৰামর্শ হ'ল যে বুঢ়াগোহাঁই ৰজাৰ চাঙলৈ অহা বাটতে খাল এটা খানি, তাক ঢাকি থোৱা হওক, যেন বুঢ়াগোহাঁই তাৰ ওপৰেদি গ'লেই খালত পৰে, আৰু তেওঁক তাতেই বধিব পৰা হয়। এই পৰামর্শ কৰি এদিন বুঢ়াগোহাঁই ডাঙৰীয়াক বর্গদেৱৰ আজ্ঞাৰে চাঙলৈ মাতিবলৈ লোক পঠোৱা হ'ল। ডাঙৰীয়া ষড়যন্ত্ৰ বুজিব নোৱাৰি আছিল। দুৱাৰমুখ পাওঁতেই কুকুৰাচোৱা বৰুৱাই ডাঙৰীয়াক সকলো কথা জনালে। ডাঙৰীয়াই শুনি আচৰিত হ'ল, আৰু সেই ঢাকি থোৱা খালটো চাবলৈ গ'ল। তাৰ সকলো আয়োজন দেখি, দুৱৰীক ডাঙৰীয়াই সুধিলে, ৰজাৰ নগৰতনো বনৰীয়া ম'হ ক'ত আছে যে তাক মাৰিবলৈ খাল খনা হৈছে?

ভুৱৰী অবাক !! আৰু যিবোৰ মানুহ বুঢ়াগোহাঁই ডাঙৰীয়াক মাৰিবলৈ সাজি আছিল, সেইবোৰ পলাল !

পাচে বুঢ়াগোহাঁই দেশৰ মুখ্য মুখ্য বিষয়া আৰু আন ডাঙৰীয়া সকলোলৈ এই কথা, আৰু সত্ৰাম চাবিজীয়া ফুকনে কেনেকৈ ৰাজ্য নষ্ট কৰিবলৈ ষড়যন্ত্ৰ কৰিছে, এই সকলোবিলাক কথা কৈ পঠালে বোলে, গোজে এতিয়া গছ হৈ দেশ উপান্ত কৰে। এই বুলি কৈ, ডাঙৰীয়াই সকলোকে বুদ্ধি সুধিলে। সত্ৰাম চাবিজীয়া ফুকন হ'বৰে পৰা বৰ সৰু কাকো উজুটিতো নিনিয়া হৈছিল; বুঢ়াগোহাঁইক কৰা দৰেই আন আন মানুহকো অপমান আৰু অৱজ্ঞা কৰি, স্বৰ্গদেৱৰ অনুগ্ৰহক কু-ব্যৱহাৰ কৰিছিল। ইতৰ মানুহৰ ল'ৰা এটাৰ ইমান দপ্‌দপনি সহা বৰ টান। ৰাইজৰ মুখিয়াল বিষয়াবিলাকৰো সত্ৰামৰ দপদপনিত গা বেজোৰা হ'ল। যিসকল বিষয়া ৰজা আৰু ৰাজ্যৰ ভেঁটিৰ নিচিনা, ৰজা যিসকলৰ সম্মিলিত মতৰ তলতীয়া, সেই আটাইবিলাকেই বুঢ়াগোহাঁই ডাঙৰীয়াৰ লগত যোগ দিলে। ডাঙৰীয়াই সত্ৰাম চাবিজীয়া ফুকনক দমাবৰ আন উপায় নাপাই দণ্ডেশ্বৰ বৰপাত্ৰ গোহাঁই আৰু নিৰ্ভয়নাৰায়ণ বৰগোহাঁই এই দুয়োজনা ডাঙৰীয়া সৈতে লগলাগি, তিনিওজনা ডাঙৰীয়াই এখন মেল পাতিলে। ৰাজ্যৰ ভিতৰত ইয়াতকৈ ডাঙৰ মেল নাই। এই মেলত তিনিওজনা ডাঙৰীয়া গোট খালে ৰজাকো ভাঙিব পাতিব পাৰে। এই মেল ৰজাৰ ৰৰচ'ৰাতে বহে, অথচ স্বৰ্গদেৱে ইয়াৰ ভুং-সূত্ৰকে নাপায়।

পাচে মেল পূৰ্ঠ হ'লত, স্বৰ্গদেৱক চ'ৰালৈ আহিবলৈ জনোৱা হ'ল। ৰজাই শুনি বিবুদ্ধি। তিনিওজনা ডাঙৰীয়াৰ মেল, ভাঙে বা কাৰ; পাতে বা কাৰ; তাতে বুঢ়াগোহাঁই ডাঙৰীয়াৰ মন কেতিয়াবাৰে পৰা বেয়া হৈ আছে। ডাঙৰীয়াসকল যেতিয়া চ'ৰালৈ গ'ল, তেতিয়া ৰজাৰ ঘৰত হুলস্থূল লাগিল, বোলে আজি বা কি হয়। পাচে ৰজাক নিৰ্ভয় কৰিবলৈ বুঢ়াগোহাঁই ডাঙৰীয়াই তামোল থুৰিয়াই "মিত্ৰ তামোল" অৰ্থাৎ বিপক্ষতাচৰণ নকৰোঁ বুলি জনোৱা তামোল পঠালে। সত্ৰাম চাবিজীয়া ফুকনে গতি বিষম যেন দেখি, ৰজাৰ চাঙলৈ গ'ল। পাচে সকলোৰে সভাত বহি ৰৰচ'ৰাৰ পৰা স্বৰ্গদেৱলৈ জনাই পঠালে বোলে, চাবিজীয়া ফুকনক স্বৰ্গদেৱে চ'ৰালৈ আহিবলৈ আজ্ঞা কৰোক। স্বৰ্গদেৱে তাত অমান্তি হোৱাত, ডাঙৰীয়াসকলে স্বৰ্গদেৱলৈ পুনৰ এইদৰে কৈ পঠালে যে মেলত সত্ৰাম চাবিজীয়া ফুকনক বিদ্ৰোহী বুলি ঠিক কৰা গৈছে, মহাৰাজে ফুকনক চ'ৰালৈ পঠাই দিয়ক। স্বৰ্গদেৱে কিন্তু ফুকনক এইবাৰো চ'ৰালৈ পঠাবলৈ সাহ কৰিব নোৱাৰিলে। পাচে মেলৰ পৰা সত্ৰাম ফুকনক মানুহে গৈ, ৰজাৰ চাঙত উঠি বলেৰে ধৰি আনিবলৈকে নিশ্চয় কৰা হ'ল। বুঢ়াগোহাঁই ডাঙৰীয়াৰ বৰজনা পুতেক, লৰি গোহাঁইকেও আৰু ডাঙৰীয়াসকলৰ কৈলম আন ডেকাচুৱনে সত্ৰাম ফুকনক ধৰি আনিবলৈ ৰজাৰ চাঙলৈ গ'ল। ৰাজখাও তেওঁতাই এওঁলোকক বোৱা

দেখি স্বৰ্গদেৱক বৰকৈ ক'লে যে আৰু বিশেষ হাই উকমি নোহোৱাকৈ চাৰিঙীয়া ফুকনক ইয়ানতে এৰি দিয়া হওক। ৰজায়ো যেতিয়া দেখিলে যে বুঢ়াগোহাঁই ডাঙৰীয়াৰ বৰজনা পুতেকেই গৈছে, আৰু ভালে ভালে নিদিলেও বলেৰে নিব, তাত ৰজাৰ হাক দিবৰ ক্ষমতা নাই, তেতিয়া লাহেকৈ চাৰিঙীয়া ফুকনৰ গাৰ পৰা স্বৰ্গদেৱে খামোচটো এৰি দিলে। কিন্তু সতৰাম ফুকনলৈ স্বৰ্গদেৱৰ ইমান মৰম আছিল যে এওঁলোকে সতৰাম ফুকনক চাঙৰ পৰা নমাই আনিবৰ সময়ত তেওঁৰ প্ৰাণ নষ্ট নকৰিবলৈ কাৰো মিনতি কৰি বৰকৈ শপত-শাতি দি পঠালে। চাৰিঙীয়া ফুকনক এৰি দিয়া হ'লত, ৰাজমাও দেউতা আৰু আন আন হিতকাৰীসকলৰ মনত দৃঢ় বিশ্বাস হ'ল যে ৰজাৰ ওপৰত আৰু একো অত্যাচাৰ নঘটে।

সতৰাম চাৰিঙীয়া ফুকনক চ'ৰালৈ অনা হ'ল আৰু তেওঁৰ লগে লগে তেওঁৰ সঙ্গীদ্ৰোহীবিলাককো তালৈ অনোৱা হ'ল। "হলা গছ দেখিলে সকলোৰে বাগী কুঠাৰ যাবে." চাৰিঙীয়া ফুকনৰ বিপদ দেখি, আৰু তেওঁৰ পুনৰ সম্পদ কাল এটা হ'ব, এনে আশা নেদেখি, তেওঁৰ মন্ত্ৰণাৰ ভিতৰৰ বহুত লগৰীয়ায়ো তেওঁক জগৰত হেঁচি পেলাবলৈ ধৰিলে। বিচাৰৰ সময়ত অন্যান্য বৰুৱা ফুকনবিলাক আসনত বহিছিল, কিন্তু চাৰিঙীয়া ফুকনৰ নিমিত্তে তাত আসন নথকাত তেওঁ আপত্তি কৰিলে। পাচে সভাৰপৰা তেওঁক এইদৰে বুজাই কোৱা হ'ল যে তেওঁ এতিয়া এজন দ্ৰোহী, কাজেই তেওঁ এতিয়া আসন পাবৰ যোগ্য নহয়। পাচে তেওঁ আৰু তেওঁৰ সঙ্গীবিলাকৰ বিৰুদ্ধে প্ৰমাণ লোৱা হ'ল। যিসকলে প্ৰথমতে সতৰাম চাৰিঙীয়া ফুকনৰ সঙ্গী আছিল, তাৰে অনেকে তেওঁৰ বিপক্ষে প্ৰমাণ দিলে। বিচাৰত সতৰাম ফুকনৰ একে মেলৰে লগৰীয়া বিষয়া-দৈছুঙীয়া বামুণৰ চক্ৰধৰ অধ্যাপকৰ পুতেক জগধৰ চাৰিঙীয়া বৰুৱা প্ৰভৃতি দ্ৰোহীবিলাকৰ কাৰো প্ৰাণদণ্ড হ'ল, কাৰো বা চকু আৰু কাৰো বা আঠুৰ ঘিলা কাঢ়িলে, আৰু কাকোৱা অন্য ৰূপে দণ্ড কৰা হ'ল। সতৰাম চাৰিঙীয়া ফুকনৰ ৰজাৰ অনুৰোধ মতে সত্তে নামাৰি, নগা পৰ্ব্বতৰ ফালে নিৰ্ব্বাসন কৰা হ'ল; আৰু কিছুদিনৰ পাছত তেওঁক তাতে কৌশলেৰে হত্যা কৰিলে। এই বিচাৰত যিবিলাক বিদ্ৰোহীৰ প্ৰাণদণ্ড হয়, ইয়াৰ ভিতৰত বহুতেই ডাঙৰ আহোম ডাঙৰীয়াৰ ল'ৰা, আৰু সেই নিমিত্তে উজনিত এই বিদ্ৰোহে এখন ভয়ানক হুলস্থুল লগায়। এই বিদ্ৰোহকে "কুকুৰাচোৱা ভূতৰ পুতেকৰ খবৰ" বোলে, অনুমান ১৭৩৭ শঁকৰ বহাগ মাহত এই বিদ্ৰোহ হয়।

যেতিয়া বদনচন্দ্ৰ বৰফুকনে গুৱাহাটীত শুনিবলৈ পালে যে সতৰাম ফুকনৰ কঠিয়া মৰিল, পেটে পেটে তেওঁৰো তৰ-ল বায়-ল লাগিল। ভূতৰ পুতেকৰ দোষ বিচাৰ কৰোঁতে এনেটো ওলাল বোলে, বদন বৰফুকনেও তলে তলে দ্ৰোহীৰ লগত যোগ দিছিল। কাৰণী মানুহে বদন বৰফুকনক প্ৰথমবাৰ বৰফুকন হৈ গুৱাহাটীলৈ আহোঁতেই একেবাৰে তাল মাৰাইছিল, তেতিয়া তেওঁৰ জনী আৰু পিয়ালী নামে দুই পুতেকে

কামৰূপী মানুহক বৰ অত্যাচাৰ কৰিছিল ; এনে কি তেওঁলোক দুই ভায়ে গুৱাহাটীত 'বালকদাস' নামে হাতী এটাক ভাঙ খুৱাই মতলীয়া কৰি নগৰত এৰি দিছিল ; আৰু সেই হাতীয়ে মানুহৰ যি অনিষ্ট কৰিছিল, তাত তেওঁলোকে আনন্দ কৰিছিল। তাৰ উপৰিও, "সন্ধ্যা লাগিলে গুৱাহাটী নগৰৰ ভিতৰত চেকেৰী থাকিব নেপাব" এই আদেশ তেওঁ দ্বিতীয় বাৰ বৰফুকন হৈ আহি পুনৰ জাৰি কৰাত, কামৰূপীয়া মানুহ তেওঁৰ একেবাৰে বিপক্ষ হৈ উঠিছিল। বুঢ়াগোহাঁই ডাঙৰীয়াই নানা কাৰ্য্যত বিশেষকৈ চাৰিঙীয়া ফুকনৰ বিদ্ৰোহত ব্যস্ত থকাত, সেই বিলাকলৈ বৰকৈ মন দিব পৰা নাছিল। এতিয়া ইফালৰ পৰা আজৰি পাই, বুঢ়াগোহাঁই ডাঙৰীয়াই বৰফুকনক ধৰি আনিবৰ নিমিত্তে কাকতীয়াৰ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক পঠালে।

পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক পাঁচজনা : বৰজনা লৰিগোহাঁই, ৰুচিনাথ (পাছত বুঢ়াগোহাঁই হৈছিল), প্ৰেমনাথ (পাছত মৰঙীখোৱা গোহাঁই হৈছিল), ওৰেষানাথ (ঢেকিয়াল ফুকন হৈছিল) আৰু জগন্নাথ (এওঁ নাওঁশলীয়া ফুকনৰ বিষয় বাব পাইছিল)। তাৰে জ্যেষ্ঠজনে (অৰ্থাৎ লৰিগোহাঁয়ে) চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ ভনীয়েক মাজু আইদেউক বিয়া কৰায়। কিন্তু ভগবানে তেওঁৰ লগত আইদেউক সুখেৰে দিন কটাবলৈ নিদিলে। উভয়েৰে মনান্তৰ হোৱাত আইদেৱে ককায়েকক এৰি, ভায়েক ওৰেষানাথ ঢেকিয়াল ফুকনলৈ সোমাল। তেতিয়া ওৰেষানাথ ঢেকিয়াল ফুকনে বিয়া কৰোৱা নাছিল। মাজু আইদেও তেওঁলৈ সোমোৱাৰ পাছত তেওঁ বদন বৰফুকনৰ জীয়েক পিজৌ আইদেউক বিয়া কৰায়। বজাৰ ভনীয়েকলৈ সতিনী কৰি পিজৌ আইদেওক দিয়াৰ নিমিত্তে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱেও পেটে পেটে বদনচন্দ্ৰ বৰফুকনক বৰ ভাল নাপাইছিল। এতিয়া বুঢ়াগোহাঁই ডাঙৰীয়াৰ কেউফালে জয় হোৱা দেখি, বজায়ো বৰফুকনক ধৰা বিষয়ত মত দিলে। এইবিলাক বৰ চোৰাং ভাবে হৈছিল ; কিন্তু দৈবাৎ সকলো কথা পিজৌ গাভৰুৰ কাণত পৰিল। গাভৰুৱে দেউতাকৰ আসন্ন বিপদ দেখি, সকলোবিলাক ভাঙি-চিঙি লিখি পঠালে। এনে এক কথাও প্ৰচাৰ আছে বোলে, স্বৰ্গদেৱৰ ভনীয়েক মাজু আইদেৱেহে সতিনীৰ হিংসাৰ নিমিত্তে, তেওঁক অপদস্থ কৰিবলৈকে হওক, বা অন্য কাৰণৰ নিমিত্তেই হওক, বৰফুকনলৈ তেওঁক ধৰি অনাৰ বাৰ্ত্তা চিঠিৰে লিখি পঠালে। কোনে পত্ৰ লিখে, তাৰ নিশ্চয় নাই ; সেই চিঠিৰ ওপৰত ঢেকিয়াল ফুকনৰ ছাবমোহৰ ছলেৰে মাৰি দিছিল, সেইকাৰণে সেই চিঠিৰ ওপৰত বৰফুকনৰ বিশ্বাস হ'ল।

কোনোৱে আকৌ কয় বোলে, পিজৌ আইদেওক বৰ সমাৰোহেৰে বিয়া দিয়াৰ কাৰণে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে বৰ অপমানিত বোধ কৰি বৰফুকনক ধৰাই আনি দণ্ড দিবলৈ এনেবিলাক ষড়যন্ত্ৰ কৰিছিল। কোনো কোনোৱে আকৌ এইৰূপেও কয় বোলে, গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ জীয়েক তুলসী আইদেৱে, তেওঁক চিনিৎ ফুকনলৈ বিয়া দিয়াৰ

আগতে, তলে তলে চিঠি চলাই বৰফুকনলৈ সোমাব খুজিছিল, কিন্তু কোনো কাৰণবশতঃ বৰফুকন আনিবলৈ সন্মত নহ'ল। সেই খণ্ডতে হেনো তুলসী আইদেৱেহে চক্ৰান্ত কৰি বৰফুকনলৈ সেই চিঠি লিখে, কিন্তু তেওঁৰ তেনে কৰাৰ উদ্দেশ্য কি আছিল তাৰ প্ৰকাশ নাই। সেই যাহ'ক, এই কাৰ্য্যৰ মূলতে যে তিৰুতা, তাত কোনো সন্দেহ নাই। ৰাম-ৰাৱণৰ যুদ্ধ, তাৰ মূলত সীতা; শূৰ্পনখা; কুৰুক্ষেত্ৰৰ যুদ্ধৰ মূলত দ্ৰৌপদী; আৰু গ্ৰীচ দেশৰ প্ৰখ্যাত "ত্ৰয়যুদ্ধৰ" ( Trojan War ) মূলত হেলেনৰ দৰে, আহোমৰ জীৱন-সন্ধ্যাৰূপী নাটকৰ প্ৰধান অভিনেত্ৰী হয় পিজৌ গাভৰু, নহ'লে মাজু আইদেও, নতুবা গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ জীয়েক তুলসী আইদেও, মূলত এই তিনি গৰাকী যে আছিল, ই ধ্ৰুৱ। সেই যাহ'ক, যেনেই হওক, বৰফুকনে সকলোটি খবৰ পালে। আগৰেপৰা চাৰিজনীয়া ফুকনৰ পতনৰপৰা তেওঁৰ মনত আশঙ্কা আছিল; এতিয়া সেই চিঠি পাই, বৰফুকনে খিতাতে মূৰ্চ্ছাস্ফুট হ'ল। ৰজাৰ ফালৰ মানুহ বৰফুকনক ধৰিবৰ নিমিত্তে সন্ধ্যাবেলিয়া গুৱাহাটী পালেগৈ। বৰফুকনক সকলো কথা ৰজাৰ ফালৰ কোনোৱা কোনোবায়ো ক'লে। তাৰে বৰফুকনৰ কলীয়া হোৰা কেতবিলাকে বৰফুকনক পলাবলৈ সময় দিবৰ মনেৰে লগৰ আনবিলাকক বুজাই ক'লে যে নিশা এতিয়া থাকক কাইলৈ পুৱা বৰফুকনক ৰাজ আজ্ঞা শুনাই "দোপদৰ"তে ধৰা হ'ব। সেই কথাতে সকলোটি মান্তি হৈ থাকিল। বৰফুকন নিশাতে পাছ ফালৰ বাটেদি খোদৰ দুৱাৰে পলাই, ব্ৰহ্মপুত্ৰৰ চুচীয়া নাও লৈ কাইদাং মাৰিলে। ৰাতিপুৱা বৰফুকনৰ বিচাৰ লাগিল, প্ৰকাশ হ'ল, জন্মী আৰু পিয়ালীক লৈ বৰফুকন পলাল। পাচে বুঢ়াগোহাঁই ডাঙৰীয়াই সকলো কথা গম পালে। তেওঁৰ বাচনিমতে দিহিঙীয়া ফৈদৰ ঘনশ্যাম বৰফুকন হ'ল।

**ঘনশ্যাম বৰফুকন**

ঘনশ্যামে বৰফুকন হৈয়েই, বুঢ়াগোহাঁই ডাঙৰীয়াৰ আদেশক্ৰমে বদনচন্দ্ৰ বৰফুকনক ধৰিবলৈ চাৰিওফালে মানুহ পঠাবলৈ ধৰিলে। বদনচন্দ্ৰ বৰফুকন কিন্তু নিৰ্বিঘ্নে অসম ৰজাৰ অধীনৰ ৰাজ্যৰপৰা ওলাল।

বদন বৰফুকন এইদৰে পলাল। ঘনশ্যাম বৰফুকনৰ মানুহেও তেওঁক পাছে পাছে শিগুপাল খেদা দি খেদিলে। তেওঁৰ কিন্তু ভাগ্য ভাল, অসমৰ সীমাৰ ভিতৰত তেওঁক কোনেও ধৰিব নোৱাৰিলে; তেওঁ নিৰ্বিঘ্নে ইংৰাজ ৰাজ্যত সোমালগৈ। তেওঁক খেদি খেদি ৰমেন্দ্ৰৰ ঘৰৰ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনে বঙালহাটৰ পৰশুৰাম দুবৰীয়া বৰুৱাৰ সাহায্য লৈ বঙালদেশলৈকে গ'ল, আৰু চিলমাৰীত বদন ফুকনক পাই, মন্ত্ৰণা কৰি ধৰি আনিবলৈ চেষ্টা কৰিছিল; কিন্তু তেওঁৰ পুতেক জন্মী আৰু পিয়ালীয়ে গৈ চিলমাৰী থানাত সম্বাদ দিয়াত, থানাৰ দাৰোগাই বৰফুকনক ৰাখিলে; কিয়নো তাত আহোম ৰজাৰ অধিকাৰ নাই। পাচে ঘনশ্যাম বৰফুকনৰ মানুহ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনে সৈতে চিলমাৰীৰপৰা উলটি আহিল; বদনচন্দ্ৰ বৰফুকনো সেইকালেই কলিকতালৈ গ'ল। গ'ল। লৰ্ড হেষ্টিংচ কলিকতাত তেতিয়া গৱৰ্ণৰ জেনেৰেল হৈ আছিল। এওঁ ইংলণ্ডৰ

বৰ সম্ভ্ৰান্ত ডাঙৰ মানুহৰ ল'ৰা আছিল। বৃটিচ্-ভাৰত সদ্য কাৰ্য্যত ক্লাইৱ প্ৰথম, ওৱেলেচ্‌লী দ্বিতীয়, আৰু এওঁক তৃতীয় বুলিব লাগে। বদন বৰফুকনে এইজনা গৱৰ্ণৰ জেনেৰেলৰ ওচৰত দেশৰ দুৰৱস্থা জনাই দেশ সুকলম কৰিবৰ নিমিত্তে সৈন্য সহায় খোজে। তেতিয়া বৃটিচ গৱৰ্ণমেণ্টৰ "লোকৰ ৰাজ্য সম্পৰ্কীয় কাৰ্য্যত হস্তক্ষেপ নকৰা" নিয়ম আছিল। সেই নিমিত্তে গৱৰ্ণমেণ্টৰ জেনেৰেলে বদনচন্দ্ৰ বৰফুকনৰ প্ৰাৰ্থনা দলিয়াই পেলালে।

**বদন বৰফুকনৰ মান দেশলৈ গমন**

বৰফুকন বৃটিচ গৱৰ্ণমেণ্টৰ ওচৰত নিৰাশ হৈ কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। সেইসময়ত কলিকতালৈ বৰ্মা ( বা ব্ৰহ্ম ) দেশৰ এজেণ্ট বা বিষয়া এজন আহিছিল। বদন বৰফুকনে আন তাৰ মুখে সেই বাতৰি পাই, তেওঁৰ কাষ চাপিলগৈ। বৰফুকনে চিকুণাই চিকুণাই সেই বিষয়াজনৰ আগত তিলকে তাল কৰি দেশৰ ( সম্ভৱত তেওঁক খেদাৰ নিমিত্তে হোৱা ) দুৰৱস্থাৰ বিষয় জনালে। ব্ৰহ্মদেশৰ বিষয়াজনে বৰফুকনক সহায় কৰিবলৈ প্ৰতিশ্ৰুত হ'ল; আৰু মান ( বা ব্ৰহ্ম ) দেশৰ ৰজাৰ আগত কৈ সৈন্যসামন্ত দিয়াবৰ নিমিত্তে তেওঁ বদন বৰফুকনক তাৰেপৰা বাহিৰে বাহিৰে মান দেশলৈ লৈ গ'ল। বৰফুকনে গৈ মানৰ ৰজাত এইবুলি ক'লেগৈ বোলে, অসম দেশত এতিয়া "ভাই ৰজাৰ ৰাজহ"ৰ ( আহোম ৰজাই মানৰ ৰজাই দুয়ো ফৈদ ৰাজবংশ পূৰ্ব্বত ওৰিতে একে, সেইকাৰণে উভয়ে উভয়ক "ভাই ৰজা বুলি কয় ) ৰজা নাইকিয়া হ'ল; পূৰ্ণানন্দ বুঢ়াগোহাঁইহে ৰজা হ'ল। এই বুলি বুঢ়াগোহাঁই ডাঙৰীয়াৰ বিপক্ষে বৰফুকনে মানৰজাৰ আগত পাৰে মানে ক'লেগৈ। মান ৰজাই বদন বৰফুকনক প্ৰায় ছহেজাৰ মান-সেনা দিলে।

**"মান"**

এই সেনাবোৰ যেতিয়া অসমত সোমায়হি, অসমীয়া মানুহে সিহঁতক "মান" বুলিলে আৰু সিহঁতৰ দেশখনকো ব্ৰহ্ম বা বৰ্ম্মা দেশ নুবুলি "মান দেশ" বুলিবলৈ ধৰিলে। তাৰ প্ৰধান কাৰণ হৈছে এই:—আমাৰ দেশৰ পূব-দক্ষিণ কোনে যি শাৰী পৰ্ব্বত আছে তাক পাটকাই পৰ্ব্বত শ্ৰেণী বোলে। এই পৰ্ব্বত শাৰীৰ উত্তৰে আমাৰ অসম দেশ; দক্ষিণে ব্ৰহ্ম বা ব্ৰহ্মা ( বা মান ) দেশ। এই ব্ৰহ্মদেশত পূৰ্ব্বে অনেক জাতি মানুহ বাস কৰিছিল। তাৰে কেতবিলাক মানুহে নিজক "ব্ৰহ্ম" বা "ব্ৰহ্মা" নুবুলি ব্ৰহ্মণ বুলিছিল। কালক্ৰমে তাৰপৰা ঠাল বঢ়া কেতবোৰ ব্ৰহ্মণ বা বৰ্ম্মণ মানুহ, বৰ্ম্মনৰ সলনি "মৰ্‌মন্" বুলি প্ৰসিদ্ধ হ'ল। সেই পৰ্ব্বত শাৰীত "মং" নামে এখন ঠাই আছিল। তাৰ বাসিন্দা মানুহবিলাকক "মঙান্" বা "মিঙান" বুলি কোৱা হৈছিল। এই মিঙান মানুহ আৰাকানৰ সেইকালেও পোৱা যায়; কিন্তু সিহঁতে নিজক "মিঙান" নুবুলি "মিয়ান" বুলি কয়। ভাৰতবৰ্ষত শাক্য সিংহ বা বুদ্ধদেৱে জন্মগ্ৰহণ কৰি, বৈদিক ধৰ্ম্ম প্ৰায় বিলোপ কৰে, আৰু জাতিভেদ গুচাই সকলো মানুহকে এক ধৰ্ম্মাক্ৰান্ত কৰিবলৈ তেওঁ অশেষ যত্ন কৰিছিল। নিৰ্ব্বাণেই মুক্তি, পবিত্ৰতা আৰু অহিংসাই ধৰ্ম্ম এই নিয়ম তেওঁ

প্ৰচাৰ কৰিলে। পাচে যেতিয়া হিন্দু বা বৈদিক ধৰ্ম্ম আকৌ ওলাল, তেতিয়া বৌদ্ধধৰ্ম্মৰ লোকসকলৰ প্ৰতি অত্যাচাৰ হ'বলৈ ধৰিলে। অনেক বৌদ্ধধৰ্ম্মীয়ে আকৌ হিন্দু ধৰ্ম্মত শৰণ ল'লে; অনেকে তেনে নকৰি দেশ ত্যাগ কৰিলে। সেই সময়ত তিনিবাৰ তিনিখন দেশৰ মানুহ ব্ৰহ্মা দেশলৈ যায়। প্ৰথমতে, মগধদেশৰ মানুহবোৰ আৰাকানৰ কালে গৈ বসতি কৰিলে, সিহঁতক "মগধ" বা "মগদ" বোলে। পাছলৈ "মগধ" বা "মগদ"ৰ পৰিবৰ্ত্তে সিহঁতক "মগ" বোলা হ'ল। "মগদ" সকলৰ প্ৰতি সেই পূৰ্ব্বৰ যেৰ ভাব হিন্দুবিলাকৰ মাজত এতিয়াও আছে, কিয়নো "মগ" বুলিলে এজন হিংসুক, ধৰ্ম্মদ্বেষী, অত্যাচাৰী অসভ্যক বুজায়। দ্বিতীয়তঃ, "শাকীয়া" বা "শাক্য" নামে ভাৰতৰ বৌদ্ধধৰ্ম্মী কেতবোৰ মানুহো সেই ব্ৰহ্মদেশলৈকে যায়। এই "শাক্য"বিলাকেই শাক্যসিংহ বা বুদ্ধদেৱৰ কুলীয়া লোক। তৃতীয়তঃ—"কপিলাবস্তু" নামে কেতবোৰ বৌদ্ধধৰ্ম্মী মানুহো ভাৰতবৰ্ষৰ পৰা ব্ৰহ্মদেশৰ কালে যায়, এওঁলোক বুদ্ধদেৱৰ নিজ ঠাই কপিলাবস্তুৰ মানুহ। এই মগধ "শাকীয়া" আৰু "কপিলাবস্তু" বোলা মানুহবোৰ "মিয়ান", "ব্ৰহ্মণ" আৰু "মৰ্‌মন্" প্ৰভৃতি জাতিৰ লগত একেলগ হৈ আহি, সকলোৱে "ব্ৰহ্মণ" বা "বৰ্ম্মন" জাতি বুলি প্ৰসিদ্ধ হ'ল। কালক্ৰমে ব্ৰহ্মণবিলাক "বৰ্ম্মণ" গুছি "বোমা" বুলি খ্যাত হ'ল। "মঙান" বা "ময়ান" বিলাকৰ আদি ঠাই মং প্ৰদেশ; সিহঁতে "বোমা" বুলি ব্যাপ্ত জাতিৰ অন্তৰ্গত হ'লেও, নিজক "মঙান্" বা "মিয়ান" বুলি কৈ আছিল। আমাৰ দেশলৈ ব্ৰহ্মা ৰজা বডোফাই (Bodau Paya) যিবোৰ সেনা পঠালে, সেইবোৰ মং অঞ্চলৰ পৰাই আহিছিল; আৰু সিহঁতে নিজক "মিয়ান" বুলি পৰিচয় দিছিল। আমাৰ দেশলৈ বদন বৰফুকনৰ লগত যিবোৰ সেনা আহিছিল, তাৰ ভিতৰত সেই দেশৰ মূল জাতি "বোমা" আৰু তাৰ অন্তৰ্গত জাতি "মিয়ান্" মানুহেই সৰহ আহিছিল; অৱশ্যে সিহঁতৰ লগতে আন আন জাতিৰ মানুহো আহিছিল; কিন্তু "বোমা" বুলি চিনাকি দিয়া মানুহতকৈ "মিয়ান" বুলি পৰিচয় দিয়া লোকৰ সংখ্যা অনেক অধিক আছিল। সেই কাৰণে "মিয়ান" শব্দ অলপ সৰচৰ হৈ "মান" বুলি বৰফুকনৰ লগত অহা সেনাবিলাক আমাৰ মানুহৰ মাজত পৰিচিত হ'ল।

বদনচন্দ্ৰ বৰফুকনে সেই ছ-হেজাৰ মান সেনা লগত লৈ উত্তৰে মগং আৰু মানকং চাং আৰু জাংকাই খনিৰ মাজেদি আহি বাটত আৰু কিছুমান সেনা গোটাই লৈ, ১৭৩৬ শকত পাটকাই পৰ্ব্বত পাৰ হৈ অসমৰ সীমা সোমালহি। অসমলৈ আহি, বদন বৰফুকনে আৰু আঠ হেজাৰমান সেনা গোটাই ল'লেহি। বুঢ়াগোহাঁই ভাদৰীয়াই

অসমত মান
(প্ৰথম বাৰ)

ইয়াৰ বুজ পাই, মানৰ লগত যুঁজিবলৈ সেনা পঠালে। এই যুদ্ধত ভাদৰীয়াই পঠোৱা বণুৱাবিলাক পৰাস্ত হ'ল আৰু মানহঁত সেই ছেগতে দেশ সোমালহি। বুঢ়াগোহাঁই ভাদৰীয়াই তেওঁৰ বণুৱাবিলাকৰ পৰাজয় বাতৰি শুনি বৰ চিন্তিত হ'ল। বৰফুকনৰ

হাতত অপমানিত হ'ব লাগে বুলি, তেওঁ হৈবা চেলেকি (?) আত্মঘাতী হ'ল। কোনো কোনোৱে কয় বোলে, মানে তেওঁক অত্যাচাৰ কৰিব বুলি, সেই অত্যাচাৰ আৰু অপমানবপৰা নিজক ৰক্ষা কৰিবলৈ অতিকৈ চিন্তা কৰাত, অকস্মাৎ তেওঁ সন্নিপাত

**পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যু**

জ্বৰত আক্ৰান্ত হ'ল, আৰু সেই জ্বৰেই বিকাৰ প্ৰাপ্ত হৈ অকস্মাৎ তেওঁৰ মৃত্যু হ'ল। ডাঙৰীয়া এজন বৰ উদ্যোগী, বিদ্যানুৰাগী আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিল। পূৰ্ব্বে কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ ৰাজত্ব কালত, তেওঁ শ্ৰীকান্ত সূৰ্য্যবিপ্ৰ নামে কবি এজনৰ হতুৱাই তুলসীদাসৰ ৰামায়ণৰ অসমীয়া পদ কৰাইছিল। সাহিত্যৰ উন্নতিকল্পে ডাঙৰীয়াই এনেকুৱা আৰু অনেক সৎ অনুষ্ঠান কৰিছিল। স্বাৰ্থপৰ আৰু ক্ষমতাপ্ৰিয় হ'লেও, তেখেতৰ কাৰ্য্যপ্ৰণালী আৰু ৰাজ্য শাসনৰ পৰাই জানিব পাৰি, আহোমৰ ভিতৰত এওঁবাকী মহৎ লোক আছিল। দেশৰ মানুহৰ তেওঁলৈ এনেহে শ্ৰদ্ধা আৰু ভক্তি আছিল যে সকলোৱেই তেওঁক পিতৃতুল্য জ্ঞান কৰিছিল, আৰু মানুহে তেখেতৰ নাম নাকাঢ়ি, সাধাৰণে (অধিক কি আজি কালিও, অনেকে, তেওঁৰ কথা উল্লেখ কৰিবলৈ হ'লে) 'পিতৃবুঢ়াগোহাঁই' বুলিহে উল্লেখ কৰিছিল। ইংৰাজ ৰাজনীতিজ্ঞ পুৰুষ সকলেও তেখেতৰ বিচক্ষণ বুদ্ধি আৰু ৰাজনীতিৰ অশেষ গুণবাদ কৰিছিল। কৰ্ণেল হেনে (Col. Hannay.) চাহাবে তেওঁৰ 'Notes on the Moamarias' বোলা কিতাপত এইদৰে লিখিছে: "Purnanand (i.e. the Burha) Gohain may be said to have been the protector and regenerator of his country for a period of twenty years." কোনো মানুহৰ গাতে অৱশ্যে একাধাৰে সকলো-বিলাক সদ্‌গুণ নাথাকে। তেখেতৰ গাতো যদিওবা অলপ অসদ্‌গুণ আছিল, কিন্তু এইটো হ'লে কোনেও নকৈ-নোৱাৰে যে তেওঁৰ মৃত্যুত অসময়দেশে, অসমীয়া জাতিয়ে আৰু আহোমবিলাকে এজন শলাগিবলগীয়া ডাঙৰ "ষ্টেট্‌চমেন্‌" বা দেশহিতৈষী লোক হেৰুৱালে।

মানৰ সেনা দেশ সোমালহি। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও তেতিয়া সিংহাসনতে আছে। বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যু শুনি, তেওঁ অতীৱ দুখিত হ'ল, ভাবিলে যে তেওঁৰ দিন মন্দ, আৰু প্ৰাক্তনত কিবাহে আছে, নহ'লে, দেশত মানে ইমান হুলস্থূল লগাইছে, এনে সময়ত তেওঁ কেলৈ মৰিব। চন্দ্ৰকান্ত সিংহ ছিগি পৰাৰ দৰে হ'ল। পাচে ডাঙৰীয়াৰ বৰ পুতেক ৰুচিনাথ গোহাঁইদেওক সেইডাকৰ বিষয়ত নিযুক্ত কৰিলে।

**ৰুচিনাথ বুঢ়াগোহাঁই**

ৰাইজ বজা সকলোৱে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৰাত সকলো নিৰাশ হ'ল। সকলোৱে মন ভাগিল। মানৰ বিপক্ষে যুঁজ কৰিবলৈ আৰু কোনেও সাহ ধৰিব নোৱাৰিলে, গতিকেই মানইতে

যিমান দেশলৈ সোমাই আহিল, সেই পৰিমাণে গৰখীয়া বোহোৰা গৰুজাক ভগাৰ দৰে প্ৰজা ভাগি কৰিং ছিটিকা দি ছিটিকিবলৈ ধৰিলে।

লাহে লাহে মানহঁত নগৰৰ চমু চাপিলহি। ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই তাকে দেখি স্বৰ্গদেৱক নগৰ এৰি ভাটিমুখে পলাবলৈ পৰামৰ্শ দিলে ; ৰজাই কিন্তু পলাবলৈ অসন্মত হ'ল। ইয়াতে ডাঙৰীয়াৰ এনেকুৱা সন্দেহ হ'ল যে স্বৰ্গদেৱৰ অনুমতি মতেহে কিজানি বৰফুকনে আমাৰ ঘৰলৈ বুলি মান আনিছেগৈ। এই ভাবি সপৰিবাৰে ডাঙৰীয়া নিজেই গুৱাহাটীলৈ পলাই গ'ল। বদন বৰফুকনে মান সেনা লৈ নগৰ সোমাই জানিলে, যাৰ নিমিত্তে ইমান লটি-ঘটি হ'ল, যাক অপদস্থ কৰিবৰ নিমিত্তে নানাবিধ শাৰীৰিক আৰু মানসিক কষ্ট সহ্য কৰি মান দেশৰপৰা মান সেনা আনিলেগৈ, সেই পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ইতিপূৰ্ব্বেই মৃত্যু হ'ল, আৰু তেওঁৰ পুতেকো সপৰিবাৰে পলাল। পাচে তেওঁ বুঢ়াগোহাঁইৰ ঘৰবাৰী লুটি যি পালে, তাকে লৈ মানৰ সেনাপতিক দি তুষ্ট কৰিলে।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও আৰু নপলাল। কোনো কোনোৱে কয় বোলে, প্ৰকৃতপক্ষে স্বৰ্গদেওৰ ভিতৰুৱা পৰামৰ্শমতেহে বদন বৰফুকনে মান আনিবলৈ যায়। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ হাতত সম্পূৰ্ণৰূপে ৰাজ্য বন্ধ হোৱাত আৰু ঘাইকৈ, ডাঙৰীয়াই স্বৰ্গদেৱৰ প্ৰধান বল্লভ চাৰিঙীয়া ফুকন সতৰামক নিৰ্ব্বাসিত কৰি ছলেৰে মৰোৱাত, মহাৰাজে পেটে পেটে বুঢ়াগোহাঁইলৈ হুল চাঁচিছিল। কোনো কোনোৱে আকৌ এনে বুলিও কয় বোলে, বদন বৰফুকনে মানৰ সেনা লৈ নগৰ সোমাওঁতেই মহাৰাজে বৰফুকনক মাতি নি ক্ষমা প্ৰাৰ্থনা কৰিলে। কথা দুয়োটাই সঁচা হ'ব পাৰে, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও নিচেই তৰলমনা আৰু ভয়াতুৰ আছিল। তেওঁ ৰজা হৈয়ো বুঢ়াগোহাঁই, বৰফুকন, এওঁলোকৰ ক্ষমতালৈ ভয় কৰি চলিছিল। যিজনকে বেছি ক্ষমতাবান দেখে, লাহেকৈ স্বৰ্গদেৱে সেই ফালেই বাগৰ দিয়ে। পূৰ্ণানন্দ বুঢ়াগোহাঁই আছিল মানে, তেওঁৰ ক্ষমতালৈ ভয় কৰি, স্বৰ্গদেও তেওঁৰ ফলীয়া হৈ আছিল ; যেতিয়াই তেওঁৰ মৃত্যুৰ পাছত বদন বৰফুকন আকৌ প্ৰতাপী হৈ উঠিল, তেতিয়া লাহেকৈ তেওঁ বৰ-ফুকনৰ ফলীয়া হৈ পৰিল। আৰু ঘনশ্যামক বৰফুকন ভাঙিলে।*

মানৰ সেনাৰ অনুগ্ৰহত এইবাৰ বদন বৰফুকন গুৱাহাটীৰ শাসনকৰ্ত্তা বৰফুকন গুচি, ৰজাৰ লাগতিয়াল মন্ত্ৰী ফুকন হ'ল। দেশত এইবাৰ তেওঁৰ একাধিপত্যৰ নিচিনা হ'ল। বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফলীয়া যাকে যাকে পালে, বদন বৰফুকনে তাকে তাকে আনি প্ৰাণদণ্ড কৰিবলৈ ধৰিলে ; মহেশ্বৰ পৰ্ব্বতীয়া ফুকনৰ চকু কাঢ়িলে, দেশত হাহাকাৰ লাগি উঠিল। দুৰ্গেশ্বৰ বৰপাত্ৰ ডাঙৰীয়াও বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফলীয়া থকাত, বৰফুকনলৈ

**মন্ত্ৰী ফুকন**

* পাছত বদন বৰফুকনে মানৰ হতুৱাই এওঁক বধ কৰালে।

ভয় কৰি ১৭৩৮ শকৰ কাৰ্ত্তিক মাহত ভাটি ফালে পলাই গ'ল; আৰু গুৱাহাটীতে তেওঁৰ মৃত্যু হ'ল। পাচে স্বৰ্গদেৱে তেওঁৰে ঠাইত তেওঁৰ ৰপুতেক দণ্ডেশ্বৰক বৰপাত্ৰ পাতিলে। চুৰবাৰ শ্ৰীনাথকো বৰবৰুৱা ভাঙি, সন্দিকৈৰ ধনীক বৰবৰুৱা পাতিলে; আৰু মন্ত্ৰীফুকনৰ পেটে যালৈ নাটনি আছিল, তেনেকুৱা কিছুমানক ধৰাই আনি দণ্ড-বন্ধ কৰিলে। দেশত যি হাহাকাৰ উঠিছিল, সেই হাহাকাৰ প্ৰকৃতপক্ষে ক'বলৈ গ'লে কেৱল মানৰ পৰাই হোৱা নাছিল; সেই হাহাকাৰ বদনচন্দ্ৰ বৰফুকনে তেওঁৰ পুৰণি কৈতৰ পুৰোৱাতহে বেছিকৈ হ'ল। তথাপি বিদেশীলোকে বিদেশত যুঁজ কৰি নিজৰ ক্ষমতা দেখুৱাবলৈ আহিলে, যিখিনি অত্যাচাৰৰ সম্ভৱ, সেই পৰিমাণে অত্যাচাৰ হৈছিল।

**ধনী বৰবৰুৱা**

পাচে মানৰ সেনাই লাহেকৈ দেশলৈ ঘূৰি যাবলৈ খছ্‌মছ্‌ লগালে। স্বৰ্গদেৱে মানৰ সেনাৰ বল-বিক্ৰম দেখি, ভয়ত মানৰজাৰ লগত মিত্ৰতা কৰিব খুজিলে। ইতিমধ্যে আমাৰ দেশৰ ধুনীয়া ধুনীয়া ছোৱালীবিলাক মানহঁতক চকুত লাগিছিল। মানহঁতে চন্দ্ৰকান্ত সিংহক ৰাজ্য লৈ দিয়াৰ বাবে ৰজাৰ আইদেও এজনা আৰু অপৰিমিত ধন পুৰস্কাৰ খুজিলে। মোৱামৰীয়াৰ বিপ্লৱৰ সময়ত আৰু দেশৰ আপোনাৰ ভিতৰত হোৱা কটা-মৰাত ৰাজ ভঁৰালৰ প্ৰায় তলিলৈকে উদং; ধন ক'ৰ পৰা দিয়ে? ৰজাৰ জীয়ৰী বঁটা দিয়াও টান হ'ল। মানহঁতে উপযুক্ত পাৰিশ্ৰমিক নাপাই দেশত তেতিয়া অলপ উৎপীড়ন কৰিবলৈ ধৰিলে। এইবিলাক দেখি শুনি, বৰফুকনবো বেজাই হ'ল। পাছত একোকে উপায় নেদেখি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে বদন বৰফুকনৰ লগত মন্ত্ৰণা কৰি, মানৰ ৰজাৰে সৈতে মিত্ৰতা কৰিবৰ মনেৰে, ভুজখুলীয়া কৈদৰ জাস্বৰ চাৰিং ৰজাৰ ভালৰ বগা কোঁৱৰৰ গাভৰু এজনক ৰজাৰ নিজৰ জীয়েক বুলি সালঙ্কতাকৈ মানৰজা বডোফাইলৈ দি পঠাই মিত্ৰতা সংস্থাপন কৰিলে।

এইজনা আইদেওৰ নামে হেমো আছিল; কিন্তু ঘৰত সকলোৱে ভামো বুলিহে মাতিছিল; গতিকেই সাধাৰণতে তেওঁক ভামো আইদেও নামেহে জনা যায়। মানৰ ৰজালৈ দিবৰ সময়ত আইদেউৰ বয়স নিচেই কোমল আছিল, আৰু তেওঁ দেখাত অনুপমা ৰূপলাৱণ্যৱতী আছিল। তেওঁৰ ৰংটো হেনো গোলাপ ফুলৰ নিচিনা, আৰু হেনো খোঁপাটো মেলিলে চুলিয়ে ভৰিৰ গেৰোৱা পাইছিলগৈ। তেওঁ নিজৰ প্ৰিয় জন্মভূমি, মৰমৰ মাক-বাপেক, চেনেহৰ ভাই-ককাই, মিতিৰ-কুটুম আদিক এৰি, চিৰজীৱনৰ কাৰণে সুদূৰ মান দেশলৈ যাব লগা হোৱাত অশেষ বিলাপ কৰিছিল, আৰু তেওঁক সেই দেশলৈ পঠোৱাৰ কাৰণে কাকুতিত গছৰ পাত সৰাইছিল। আইদেওৰ কাকুতি মিনতিত ভং নেপাই, তেওঁৰ সলনি ৰজাৰ ঘৰৰ গোলৰ পেলোৱা, দেখিবলৈ ধুনীয়া বান্দী ছোৱালী এজনীকে ৰজাৰ জীৰ নিচিনাকৈ সাজ-পাৰ অলঙ্কাৰ দি পিন্ধাই উৱাই মানৰ ৰজালৈ বুলি দোলাত

**হেমো আইদেও**

তথাই দি পঠাবলৈ গোপনে পৰামৰ্শ কৰিছিল; কিন্তু মানইতে কেনেবাকৈ ইয়াৰ গম পাই, আমাৰ স্বৰ্গদেৱলৈ এইবুলি কৈ পঠালে বোলে; তিনিজনা জানৰীয়াৰ তিনি পুতেক আৰু বৰফুকনৰ ল'ৰা, এইসকলে দোলাৰ নালত ধৰি, ভিতৰৰ পৰা যদি আইদেওক উলিয়াই আনি দিয়ে, তেনেহ'লেহে আমি আইদেওক নিম, নহ'লে নিনিওঁ। এইকথা শুনি স্বৰ্গদেৱ অবাক হ'ল; আৰু বদন বৰফুকনৰ লগত পৰামৰ্শ কৰি, অৱশেষত হেমো আইদেওক অনেক প্ৰকাৰে বুজনি দি, ককাইদেৱেক বিহৰাম ডিপাম বৰুৱাই সৈতে অনেক মিত্তিৰ কুটুম্ব আৰু ভালেমান তেওঁৰ সমনীয়া ছোৱালী লগত দি মান দেশলৈ পঠাই দিলে। এইবিলাক মানুহৰ বাহিৰেও, আইদেওৰ লগত অনেক

ভাবো আইদেওৰ লগত মানদেশলৈ যোৱা অসমীয়া মানুহ

বন্দী বেটী গৈছিল; আৰু মান (বা ব্ৰহ্ম) দেশৰ ভবিষ্যত ৰাজৰাণী বুলি আইদেওৰ সন্মানৰ অৰ্থে পাঁচ শ (৫০০) অসমীয়া বন্ধুৱাক সপৰিবাৰে তেওঁৰ লগত পঠোৱা হৈছিল। আইদেওৰ ককাইদেৱেক গৰাকী (বিহৰাম ডিপামবৰুৱা) এইবিলাক সেনাৰ ওপৰত সেনাপতি হৈ, বাওঁতে বাটত অনেক বাহ্যভণ্ড কৰাই গৈছিল; তথাপি বাওঁতে আইদেৱে ওৰে বাটে নিজৰ দেশৰ ফালে চাই চকুলো টুকি টুকি গৈছিল।

হেমো আইদেওৰ বাপেক বৰা কোঁৱৰ মানদেশলৈ যোৱা নাছিল। তেওঁৰ বৰপুতেক যোগেশ্বৰ আৰু সৰু পুতেক ধনীৰাম গোহাঁই এই দুয়ে সৈতে তেওঁ আমাৰ দেশতে থাকিল। ইংৰাজ গ্ৰন্থকাৰে লিখা "The Silken East" নামেৰে পুথিত লিখিছে যে ব্ৰহ্মদেশৰ ভামো নগৰৰ ওচৰত চাম্পি নগৰ নামেৰে এখনি পুৰণি এৰা নগৰ আছে; সেই এৰা নগৰৰ কাষেদি যিটো বাট আছে, সেই বাটেদি অলপ দূৰ গ'লেই উইথালী নামেৰে এখন ডাঙৰ গাওঁ পোৱা যায়। ব্ৰহ্মদেশৰ বডোফাই ৰজাৰ

মানদেশত অসমীয়া মানুহ

দিনত অসম ৰজাৰ ভায়েকৰ লগত (ইংৰাজ গ্ৰন্থকাৰে ভুলকৈ অসম ৰজাৰ ভায়েকৰ লগত অহা বুলি কৈছে) ভাগি অহা পাঁচ শ অসমীয়া সৈন্যৰ বংশ-পৰিয়াল উক্ত উইথালী গাঁৱত আছে।

ইং ১৮৯১ চনৰ ব্ৰহ্মদেশৰ চেন্সাচ বিপৰ্টত ব্ৰহ্মদেশত থকা অসমীয়া মানুহৰ বিষয়ে বিশেষৰূপে অনুসন্ধান কৰি এইদৰে লিখিছিল: যোগেশ্বৰ সিংহ ৰজাৰ মাকে, তেওঁৰ জীয়েক আৰু দুটি পুতেকৰে সৈতে বিজয়ী মান সেনাৰ লগত ব্ৰহ্মদেশলৈ আহে।*

---

* প্ৰকৃতপক্ষে কিন্তু এই কথা সঁচা নহয়। হেমো আইদেওৰ লগত মানদেশলৈ প্ৰথমতে ককায়েক এগৰাকীহে (বিহৰাম ডিপাম বৰুৱাহে) আহিছিল। অনুমান ৮/৯ বছৰ মানৰ পাছত মানদেশৰপৰা হেমো আইদেৱে ৭ জনমান কটকী আৰু একদল মান কুঁৱৰক পঠাইহে, আইতাককে (মাকক) আৰু তেওঁৰ সৰুকণা ককাইদেৱেক ধনীৰাম গোহাঁইদেওকে মান দেশলৈ নিয়াইছিল। আমাৰ দেশত ধনীৰাম গোহাঁইৰ ছোৱালী এটি থাকি গৈছিল, তেওঁক স্বৰ্গদেৱৰ বুঢ়াগোহাঁই জানৰীয়াই বিয়া কৰাইছিল; নাম আছিল স্বৰ্গদেৱী আইদেও বৰ্ত্তমানৰ শ্ৰীযুত লোকেশ্বৰ সিং বুঢ়াগোহাঁইৰ তেওঁ বৰ আইতাক হয়।

তেওঁৰ জীয়েকক ব্ৰহ্মৰাজ বডোকাই বিয়া কৰাই প্ৰথম ৰাজমহিষী পাতি "ভাবো-মেপায়া" উপাধিৰে ভূষিতা কৰে। ভামো আইদেওৰ ককায়েক দুটি ভিতৰত ডাঙৰজনৰ নাম "টৰজাচা" (সম্ভৱতঃ "তিপাম ৰজা"ৰ পৰা মানদেশৰ মানুহে "টৰজাচা" কৰিছে) আছিল। তেওঁক ব্ৰহ্মৰজাই মগং নামেৰে ঠাইৰ শাসনকৰ্ত্তা পাতে। তেওঁৰ লগৰ ৫০০ অসমীয়া সৈন্য সপৰিয়ালে আছিছিল। এই ৫০০ সেনাক উক্ত মগং নগৰতে থাকিবলৈ দিয়া হৈছিল। সৰুটি ল'ৰাক (ধনীৰাম গোহাঁইক "মলোমিন্" বা "মলো" বুলি মতা হৈছিল। তেওঁক ব্ৰহ্মৰজাই কোনো বিষয় দিয়া নাছিল। টৰজাচাই তিনি বছৰ মগং নগৰত শাসনকৰ্ত্তাৰূপে থাকি পাচে ৰাজধানী অমৰাপুৰলৈ আহি, ভনীয়েকৰ লগত, ৰজাৰ কাষেলগত বাস কৰিছিলহি। তেতিয়া তেওঁ "মিন্থা" (Mintha) বা মন্ত্ৰীৰ খিতাপ পাইছিল। কিন্তু যেতিয়া টৰজাচাই মগং এৰি আহিল, তেতিয়া অসমীয়া সৈন্যবিলাকে সৈন্যিক কাম এৰি ৰীতিমতে মাটি-বাৰী লৈ, খেতিপথাৰ কৰি খাবলৈ আৰম্ভ কৰিলে। যেতিয়া এই অসমীয়া মানুহবিলাক প্ৰথমে অসমৰপৰা আহে, তেতিয়া সিহঁতে নিজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি মতেই চলি আছিল আৰু জাতি-অজাতিৰ বিচাৰ কৰিছিল। কিন্তু ক্ৰমে ক্ৰমে দিন যিমান পুৰণি হৈ আহিল, সিহঁতৰো ঘনিষ্ঠতা ব্ৰহ্মদেশৰ মানুহৰ লগত বাঢ়ি আহিল। এতিয়া নিচেই অলপ সংখ্যক অসমীয়া মানুহেহে আগৰ জাতি আৰু ধৰ্ম্মত আছে। বৰ্ত্তমানত মগং নগৰত, আৰু তাৰ ওচৰৰ মহং, ইয়াথিং, কিয়াইংগালি,

মগং — লাইচুন্, আৰু নংকাইকুটু গাঁৱত অসমীয়া মানুহ আছে। টৰজাচাই (তিপাম ৰজাই) বৰ্ত্তমান ভামো নগৰৰ উত্তৰে

এখন গাঁও পাতিছিল, সেই গাৱঁতো অসমীয়া মানুহ আছে; "ভাবোমেপায়া" কুঁৱৰীৰ লগত অসমৰপৰা যিবিলাক দাস-দাসী, মিতিৰ-কুটুম ব্ৰহ্মদেশলৈ গৈছিল, সেইবিলাক অমৰাপুৰ ৰাজধানীৰ ওচৰত জিংগামিন্ নামেৰে গাৱঁত বাস কৰিছিল। আজিকালি সেই গাৱঁৰ নাম সম্ভৱতঃ চিংগাইং হৈছে। ব্ৰহ্মদেশলৈ যোৱা অসমীয়া মানুহবিলাকে ভালেমান দিনলৈকে নিজৰ জাতিৰ ভিতৰতেহে বিয়া-বাৰু কৰাইছিল; কিন্তু এতিয়া অনেকেই শ্যান্ জাতিৰ লগত বিবাহাদি কৰিবলৈ আৰম্ভ কৰিছে। যেতিয়া ব্ৰহ্মদেশৰ ৰাজধানী অমৰাপুৰৰপৰা মাণ্ডালয় নগৰলৈ নিয়া হয়, তেতিয়া তাত অসমীয়াবিলাকৰ তিনিখন কোৰ্ট বা "মেলৰ ঠাই" আছিল: ১ম "ভাবো-মেপায়া" ৰাণীৰ মেল, ২য়, টৰজাচা মন্ত্ৰীৰ মেল (তিপাম ৰজাৰ) আৰু তৃতীয় মলোমিনৰ মেল (ধনীৰাম গোহাঁইৰ)। প্ৰত্যেক মেলৰ অধীনে কুৰুৰি ঘৰকৈ মানুহ আছিল। মলোমিন্ (ধনীৰাম গোহাঁই) প্ৰায় সততে ৰাজধানীত তেওঁৰ মাক আৰু ভনীয়েক ভামো মেপায়াৰ লগত বাস কৰিছিল। ভামো ৰাণীৰ কোনো সন্তানাদি হোৱা নাছিল। টৰজাচা (তিপাম ৰজা) আৰু মলোমিনে (ধনীৰাম গোহাঁয়ে) অসমৰপৰা আহোঁতে তেওঁলোকৰ নিজৰ নিজৰ

বৈণীয়েকসকলক লগত লৈ আহিছিল।* টৰজাচাৰ (তিপাম ৰজাৰ) পাঁচোটা পুত্র সন্তান জন্ম হৈছিল: ১। মংগয় ২। মংমিঠা ৩। মংলাট ৪। মংজালি আৰু ৫। মংনম। "মং" এইটো সন্মানসূচক শব্দ। ব্ৰহ্মদেশৰ ডাঙৰ মানুহৰ নামৰ আগত এই শব্দটো লিখা হয়। মংগয় আৰু মংলাটে ব্ৰহ্মৰজাৰপৰা মিন্ত্ৰা অৰ্থাৎ মন্ত্ৰীৰ বিষয় পাইছিল। মংজালিয়ে কাথা জিলাৰ অন্তৰ্গত মান্‌লে নগৰৰ "Wun." অৰ্থাৎ ফুকন হৈছিল। মংনমৰ কোনো বিষয় নাছিল। টৰজাচাৰ ( তিপাম ৰজাৰ ) তিনটি কন্যা সন্তানো জন্ম হৈছিল। ডাঙৰটি কন্যাৰ নাম মাদৈ মেপায়া আছিল। এওঁক ব্ৰহ্মৰাজ মিন্দন্‌মিনে বিয়া কৰাইছিল। বৰ্ত্তমান মাণ্ডালয় নগৰৰ উত্তৰে "মাদৈ মেপায়া" কুঁৱৰীৰ নামেৰে নগৰ আছে,

**"মাদৈ" নগৰ**

সেই নগৰখনক আজিকালিও Madaya বা "মাদৈ" বোলে। অনেকৰ এনে অনুমান যে ভামো আইদেওক প্ৰথমে অসমৰপৰা নি বৰ্ত্তমান য'ত ভামো নগৰ তাতে অনেকদিন হাউলী কৰি দি ৰখা

**"ভামো" নগৰ**

হৈছিল, সেই কাৰণেই তেওঁৰ নাম অনুসৰি সেই ঠাইৰ নাম "ভামো" ৰখা হৈছে। মাণ্ডালয় নগৰৰ উত্তৰ পশ্চিমে "আইদেও" নামে যিখন ঠাই আছে, তাতে হেনো ভালেমান অতি সুন্দৰী অসমীয়া

**"আইদেও" নগৰ**

কুঁৱৰী আছিল। দ্বিতীয় আৰু তৃতীয়বাৰৰ মানৰ আক্ৰমণত আমাৰ দেশৰ অনেক ৰূপলাৱণ্যৱতী গাভৰুক মানে ধৰি নিয়াৰ কথা সকলোৱে জানে। সম্ভৱতঃ সেইবিলাক গাভৰুৰ যিবিলাককে ব্ৰহ্মৰজাই নিজৰ কুঁৱৰী কৰি ৰাখিলে; সেইবিলাকক "আইদেও" নগৰত হাউলী কৰি থাকিবলৈ দিয়া হৈছিল; আৰু সেই আইদেওসকল থকা বাবেই সেই ঠাইৰ নামো "আইদেও" নগৰ হ'ল। শেহৰবাৰ মানৰ আক্ৰমণত দুহেজাৰমান মানসেনাই প্ৰায় ন-হেজাৰমান আমাৰ দেশী ধুনীয়া তিকতা লৈ ব্ৰহ্মদেশলৈ উলটি যায়। এইবিলাকৰ সতিসন্ততিক এতিয়া অসমীয়ানীৰ সন্তান বুলি চিনিব নোৱাৰি।

সেই যাহ'ক, ভামো আইদেওক দিয়াত মান ৰজাৰে আমাৰ ৰজাৰে মিত্ৰতা সংস্থাপন হ'ল। মানৰ সেনা আৰু সেনাপতিয়েও যথাযোগ্য বঁটা লৈ আমাৰ দেশ এৰি গুচি গ'ল। এইবাৰকে আমাৰ দেশত প্ৰথমবাৰ মান অহা বোলে।

ৰাজমাও লেউতাৰ, তেওঁৰ ল'ৰা দুয়োটিকে ৰজা পতাৰ নিমিত্তে পূৰ্ণানন্দ

* এই কথাও কিন্তু সঁচা নহয়। তিপাম ৰজা ( যাক টৰজাচা বুলিছে ) আৰু ধনীৰাম গোহাঁই ( যাক মঙ্গোমিন্‌ বুলিছে ) দুয়োজনে নিজৰ তিকতা মানদেশলৈ লগত লৈ যোৱা নাছিল। তিপাম ৰজাৰ বৈণীয়েক "বৰ গাভৰু" আৰু ধনীৰাম গোহাঁইৰ বৈণীয়েক "সৰু গাভৰু" দুয়ো সবাতীক আমাৰ দেশতে এৰি থৈ যায়। তিপাম ৰজাৰ ঘৰৰ বৰ গাভৰুৰ সতি-সন্তান নাছিল। সিবিয়েক মানদেশলৈ যোৱাৰ পাছত, তেওঁ অসমৰ ডেকাৰ বংশৰ কোনোবা ল'ৰা এটিক পো বুলি তুলি লৈছিল হেনো। সৰু গাভৰুৰ ছোৱালী এটি আছিল, তেওঁৰ নাম স্বৰ্ণেশ্বৰী আইদেও, তেওঁ স্বৰ্গীয় বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুত্ৰ স্বৰ্ণেশ্বৰ বুঢ়াগোহাঁইৰ প্ৰধানা মহিষী আছিল। সম্ভৱতঃ সিবিলাকে তাতো গৈ আকৌ অসমীয়া ছোৱালীক বিয়া কৰাইছিলগৈ।

বুঢ়াগোহাঁই ডাঙৰীয়াৰ প্ৰতি বৰ শ্ৰদ্ধা আছিল। এতিয়া আকৰীয়াৰ বৰ-সুৰাৰ সুটি বদন বৰফুকনে তেওঁৰ বংশত অপকাৰ কৰা দেখি ৰাজমাও দেউতাৰ পাই নগলে। আৰু বদন বৰফুকনৰ অত্যাচাৰ লাহে লাহে বাঢ়ি আছিল। বুঢ়াগোহাঁইৰ ফলীয়া বুলি যাৰ ওপৰতে তেওঁৰ সন্দেহ হয়, তাৰেই অনিষ্ট কৰিবলৈ ধৰিলে। দণ্ডেশ্বৰ বৰপাত্ৰক পেটে পেটে কচিনাথ বুঢ়াগোহাঁইৰে মিল বুলি ভাবি, সন্দেহ কৰি তেওঁক ভাঙি, পাতৰৰ অনিৰ তাৰেক ধনীক আনি বৰপাত্ৰ পাতিলেহি। এই অনুক্ৰমে, লাহে লাহে বদন

ধনী বৰপাত্ৰ

বৰফুকন আকৌ মানুহৰ চকুৰ হলৰ নিচিনা হৈ উঠিল। আনতকৈও ৰাজমাও দেউতাৰ এনেবিলাক অত্যাচাৰ সকলোতকৈ অসহনীয় হ'ল। তেওঁ গুৱাহাটীৰপৰা কচিনাথ বুঢ়াগোহাঁইক মাতি পঠালে। ৰাজমাও দেউতাৰ ইচ্ছা আছিল যে তেওঁৰ লগত পৰামৰ্শ কৰি, বদনচন্দ্ৰ বৰফুকনৰ নিমিত্তে এটা উপায় কৰে; কিন্তু দেউতাকৰ লোকক্ত, বিশেষতঃ বদন বৰফুকনে তেওঁলোকৰ ঘৰবাৰী লুটি অপমানাদি কৰি, আত্মীয় বন্ধু-বান্ধৱৰ বহুতৰ বিনাশ সাধন কৰা শুনি, তেওঁ আৰু উজনিলৈ আহিবলৈ মন নকৰিলে। কিন্তু বদন বৰফুকন চকুৰ হলক যেনে তেনেমতে কাঢ়িবই লাগিব, ৰাজমাও দেউতাৰ এনে দৃঢ় প্ৰতিজ্ঞা হ'ল। একোকে উপায় নেপাই, শেহত তেওঁ বদন বৰফুকনৰ লগত মিতিৰ পাতি, মিতিৰভাবে কথা হৈ হৈ, বৰফুকনৰ সকলো ভিতৰুৱা কথাবিলাকৰ তৰ ল'লে। বদন বৰফুকনৰ নিচিনা ডাঙৰ মানুহ এজনে তিৰোতাকী তিকতাৰ বুদ্ধিত দন্তস্ফুট কৰিব নোৱাৰিলে, সেই গৰাকী ৰাজমাও দেউতা কেনে বুদ্ধিমতী তিকতা আছিল, সেইটো সহজেই বুজিব পাৰি। পাচে কথাই কথাই ৰাজমাও দেউতাই বুজ পালে যে বৰফুকনৰ গাত গোটাদিয়েক ঔষধৰ বিৰী আছে, সেই বিৰীকেইটা থাকে মানে, তেওঁৰ গাত কোনোৱে কোনো অস্ত্ৰ লগাব নোৱাৰে। সেই বিৰী কেইটা তেওঁ বৰ পবিত্ৰভাবে ৰাখে; অশুচি গাত থৰাই থয়, শৌচ কৰিবলৈ গ'লে, ওচৰতে থৈ শৌচ কৰিবলৈ যায়। এই গোপনীয় কথা কেইটা জানিবলৈ পাই, ৰাজমাও দেউতাৰ অভীষ্ট আংশিক ৰূপে সিদ্ধ হ'ল। ৰাজমাও দেউতাই বদন বৰফুকনক মাৰিবলৈ তলে তলে বুদ্ধি পাতিলে; কিন্তু বৰফুকনক মাৰে কোনে? কোনে ইমান আঁহৰ, অথচ ঘৃণনীয় কাৰ্য্য এটা কৰিবলৈ সাহ কৰে? তেনেকুৱা সাহসী মানুহ এটা ৰাজমাও দেউতাই বিচাৰ কৰিবলৈ ধৰিলে।

বৰফুকনৰ বিৰুদ্ধে এই ষড়যন্ত্ৰত ৰাজমাও দেউতাক বহুত লোকে সহায় কৰিছিল। মান আনি বদন বৰফুকনে দেশত নিজৰ একাধিপত্য কৰি লোৱাৰ হবে কথাত, বহুতৰ নিজৰো অসহনীয় হৈছিল। বদন বৰফুকনে লাহে লাহে এইদৰে সকলোৰে শত্ৰু হৈ উঠিল। তেওঁক তেওঁৰ নিজৰ ফলীয়া মানুহবিলাকেও আন্তৰিক ঘিণ কৰিছিল। মান লোৱাৰ পাহত, তেওঁক "মান-অনা বৰফুকন" বুলি সকলোৱে বিদ্ৰূপ কৰি আৰ কালে

তাৰ কাণে ক'বলৈ ধৰিলে। মানৰ উৎপীড়নলৈ মনত পেলাই বৰফুকনৰ গাত দোষ পেলাই মানুহে তেওঁক শাও দিবলৈ ধৰিলে। এইবিলাকৰ গম পাই, বদন বৰফুকনে নিজেও নিজৰ দোষৰ নিমিত্তে মাজে মাজে অনুতাপ কৰিছিল। ইফালে ধনী বৰপাত্ৰ, ধনী বৰবৰুৱা প্ৰভৃতি বৰ বৰ বিষয়াবিলাকেও ৰাজমাও দেউতাৰ মন্ত্ৰণাত সহায়কাৰী হ'ল। ৰজাৰ মত লোৱাত, ৰজাই আইতাকৰ বিপক্ষে একো নক'লে। তাৰে পৰাই সকলোৱে ঠাৱৰালে যে স্বৰ্গদেৱৰো তাত সন্মতি আছে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ স্বভাৱতে নিজৰ সাহ-পৰাক্ৰম নাই। বৰবৰুৱাকে আদি কৰি বৰ বৰ বিষয়াবিলাক বদন বৰফুকনৰ বিপক্ষে হোৱাত, তেওঁলোকৰ ক্ষমতালৈ ভয় কৰিয়েই হওক, বা সেইকালে ৰাজমাও দেউতা থকাৰ নিমিত্তেই হওক, মহাৰাজা সেই কলীয়া হ'ল।

**মান-অনা বৰফুকন**

ৰজাৰ হিন্দুস্থানী চিপাহী দলত ৰূপসিং নামেৰে এক চুবেদাৰ আছিল। ৰাজমাও দেউতাই বৰফুকনক হত্যা কৰিবৰ নিমিত্তে এই ৰূপসিং চুবেদাৰক বৰকৈ ধৰিলে। ৰূপসিং প্ৰথমতে অসন্মত হ'ল, কিন্তু "অৰ্থেন সৰ্ব্বে বশাঃ" ধঁটা-বক্‌ছিচ্‌ পোৱাৰ আশাত ৰূপসিং চুবেদাৰে বৰফুকনক কাটিবলৈ গাত ল'লে। ৰাজমাও দেউতাই ৰূপসিংক ক'লে বোলে, আৰ সময়ত তই বৰফুকনক কাটিব নোৱাৰ; বৰফুকনৰ হাতত ঔষধৰ বিৰী গোটাদিয়েক আছে; সেই বিৰী কেইটা গাত থাকেমানে, তেওঁক কোনো অস্ত্ৰে নাকাটে। তেওঁ শৌচ কৰিবলৈ গ'লে, বিৰী কেইটা ওচৰতে থহাই থৈ শৌচ কৰিবলৈ বহে। তই তেতিয়াই, বৰফুকনে বিৰী কেইটা হাতত লৈ পিন্ধিবলৈ পাওঁতেই তেওঁক নাকাটিলে আৰু কাটিব নোৱাৰ। ৰূপসিং চুবেদাৰে সকলো কথা বুজ পাই, হেপ বুজি এদিন বৰফুকনৰ ঘৰলৈ গ'ল। বৰফুকন দৈৱ গতিকে তেতিয়া শৌচলৈ গৈছিল। আগৰ ৰজা আৰু ডাঙৰ মানুহবিলাকে প্ৰায় হাতত অস্ত্ৰ একো ভুখৰি নোহোৱাকৈ নাথাকিছিল। শৌচলৈ যাওঁতে, বৰফুকনে গা ধুবলৈ যতনাই দিয়া ঠাইতে থবাই এখনৰ ওপৰত, বিৰী কেইটাই আৰু তৰোৱালখনিয়ে থৈ শৌচত বহিছিল। এনে সময়তে ৰূপসিং ওলালহি। বদন বৰফুকনে পাৰী লৈ, অকস্মাতে ৰূপসিং যোৱাৰ কাৰণ সোধাত, সি ক'লে যে কোনো বিশেষ কাৰ্য্যত সি তেখেতক চালাম দিবলৈ গৈছে। বৰফুকনৰ বিপক্ষে মানুহ গোটখোৱা কথাবিলাক মাজে মাজে ঘুনুক-ঘানাককৈ বৰফুকনৰ কাণত পৰিছিল। সেই কাৰণে অসময়ত আৰু অঠাইত ৰূপসিংক দেখি তেওঁৰ মনত আশঙ্কা হ'ল। তেওঁ বিৰী পিন্ধিবলৈ আৰু তৰোৱালখন হাতত ল'বলৈ যাওঁতেই ৰূপসিঙে তপৰা ওপৰিকৈ সেই অস্ত্ৰেৰেই বৰফুকনক কৈয়াবলৈ ধৰিলে। বদন বৰফুকনৰ তাতে মৃত্যু হ'ল। বৰফুকনক কাটিলত, তেওঁৰ পুতেক হলধৰীয়ে এই কাণ্ড শুনি, ৰূপসিংক প্ৰতিফল দিবলৈ আয়োজন কৰোঁতেই, আন আন ৰজাৰ কলীয়া

**ৰূপসিং চুবেদাৰ**

মানুহ আহি তেওঁলোকক বন্দী কৰি পেলালেহি, আৰু তেওঁলোকৰ ঘৰবাৰীও লুটিলেহি।

বদনচন্দ্ৰ বৰফুকনৰ স্বভাৱ প্ৰথমতে বৰ মৃদু আছিল ; নিজৰ জাতি আৰু দেশলৈ তেওঁৰ অতি স্নেহ আছিল। কামৰূপীয়া প্ৰজাই যে তেওঁক বেয়া পাইছিল, তাৰ নিমিত্তে তেওঁৰ চ'ৰাৰ ফুকন কেইগৰাকী আৰু তেওঁৰ নিজৰ দুই পুতেক জন্মী আৰু পিয়ালীহে বিশেষৰূপে দায়ী। তেওঁ যে আপোন দেশলৈ মান আনিলেগৈ, তাৰ কাৰণ এনেটো বুলিহে কৈছিল যে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে নিজৰ ঘৰতে সকলো বিষয় ল'লে, আৰু অন্য আহোমলৈ একো নথ'লে, ৰজাক পুতলাৰ দৰে নচুৱালে আৰু দেশত একাধিপত্য কৰিলে। সেই কাৰণেহে তেওঁ বুঢ়াগোহাঁইক সমকক্ষৰূপে প্ৰতিবাদ কৰিবলৈ বুলি মান আনিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দৰেই বদনচন্দ্ৰ বৰফুকনো বৰ স্বাৰ্থপৰ আৰু ক্ষমতাপ্ৰিয় আছিল। একে চোঙত দুটা বাঘ নাথাকে, একে দেশতে দুজনা ৰজা থাকিব নোৱাৰে, কাজেই একে স্বভাৱাক্ৰান্ত বুঢ়াগোহাঁই আৰু বৰফুকন, দুয়ো একে সমানে কেনেকৈ থাকিব ? সেই দেখিহে দেশত এনে অমঙ্গল ঘটিল। এক প্ৰকাৰে চালে, বদন বৰফুকনে যে মান আনিলে, এই কাৰ্য্য কেৱল বাধ্য হৈহে কৰিলে। এওঁৰ প্ৰতিজিঘাংসা বৃত্তি অতি প্ৰবল আছিল।

বদনচন্দ্ৰ মন্ত্ৰীফুকন হৈ যোৰহাট নগৰত থাকোতে ঘনশ্যাম বৰফুকনৰ পাছত,

**নিৰ্গুণ বৰফুকন**

তেওঁৰে পুতেক নিৰ্গুণ বৰফুকন হৈ গুৱাহাটীত আছিল। পাচে বদনচন্দ্ৰ বৰফুকনক ৰূপসিং চুবেদাৰৰ হতুৱাই মৰাই আৰু তেওঁৰ যথা সম্পত্তি লুট কৰাই, ৰাজমাও দেউতাই নিৰ্গুণ বৰফুকনলৈ কৈ পঠালে বোলে, বুঢ়াগোহাঁই ডাঙৰীয়াক ধৰাই বুজাই যোৰহাটলৈ পঠাই দিয়ক। বুঢ়াগোহাঁই ডাঙৰীয়ালৈকো ৰাজমাও দেউতাই বিলগে কৈ পঠালে, বোলে, ডাঙৰীয়া যোৰহাটলৈ আহক। এইবুলি ডাঙৰীয়াক মাতি পঠালে। পাচে গুৱাহাটীত থকাত কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই কাৰো কাৰো মুখে শুনিছিল যে তেওঁলোকৰ কৈদলৈ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেওৰ ভাল ভাব নাই ; আৰু মান আনি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ক্ষমতা খৰ্ব্ব কৰা বিষয়ত ভিতৰি ভিতৰি ৰজাৰে টৈপ আছিল। এই নিমিত্তে যদিওবা এতিয়া বদন বৰফুকন মৰিল, তথাপি কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়া যোৰহাটলৈ নাহিল। তেওঁ চন্দ্ৰকান্ত সিংহক শত্ৰু ভাবিবলৈ ধৰিলে আৰু ভাবিলে, যে চন্দ্ৰকান্ত সিংহ জীয়াই থাকে মানে বা ৰাজসিংহাসনত থাকে মানে, তেওঁবিলাকৰ মঙ্গল নাই। এই নিমিত্তে তেওঁ চন্দ্ৰকান্ত সিংহক ৰজা ভাঙি, সিংহাসনত আন একনক বহুৱাবলৈ-মন কৰিলে। তেওঁৰ অভিসন্ধিত গুৱাহাটীৰ নিৰ্গুণ বৰফুকন আৰু মানৰ খেদনিত অসমীয়া বহুত বিষয়াই যোগ দিলে। পাচে সকলোৰে পৰামৰ্শ কৰি, তেওঁৰ ভায়েক জগন্নাথ ঢেকিয়াল ফুকনক পঠাই, চিলাৰায়ীৰ পৰা ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ বংশৰ ব্ৰজনাথ গোহাঁইদেওক আনিবলৈ স্থিৰ কৰিলে।

ৰমেশ্বৰ গোহাঁইদেও ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ তৃতীয় পুত্ৰ, তেওঁৰে পুতেক বিজয় বৰমুৰা গোহাঁইদেওৰে প্ৰথম পুত্ৰ ব্ৰজনাথ গোহাঁইদেও। সেই সময়ত চিলমাৰীত এই ব্ৰজনাথ গোহাঁইদেও আৰু তেওঁৰ পুত্ৰ পুৰন্দৰ গোহাঁইদেও দুয়ো পলাই আছিলগৈ। কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁৰ মন্ত্ৰণাৰ বিষয় ব্ৰজনাথ গোহাঁইদেওলৈ জনাই মাতি পঠালে। ব্ৰজনাথ গোহাঁইদেওক প্ৰথমতে ৰজা পাতিবৰ নিমিত্তে সকলো আয়োজন কৰা হৈছিল; কিন্তু তেওঁৰ অংগত ক্ষতচিহ্ন আছিল দেখি, তেওঁ নিজে ৰজা হ'ব নোৱাৰি, পুতেক পুৰন্দৰ গোহাঁইদেওক ৰজা পাতিবলৈ দিলে। ব্ৰজনাথ গোহাঁইদেৱে পুতেকক লৈ কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ওচৰলৈ আহিল। ডাঙৰীয়াই নিজৰ কাৰ্য্য সিদ্ধিৰ নিমিত্তে গুৱাহাটীত থাকি হিন্দুস্থানী আৰু দেশী চিপাহী কিছুমানো গোটাইছিল। সকলোকে লৈ তেওঁ যোৰহাটৰ নগৰৰ কালে উজাই আহিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে এইবিলাকৰ গম পাই, যোৰহাটৰ চিকণ তামুলীৰ ঘৰৰ, লুখুৰাখনৰ ফৈদৰ দুহু ডেকা ফুকনক নগৰ ৰখাই দি, ৰংপুৰলৈ গুছি গ'ল। কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়া পুৰন্দৰ গোহাঁইদেওক লৈ, নগৰৰ ভিতৰ সোমালগৈ; কিন্তু দুহু ডেকাফুকনে বাট ভেটি ধৰিলে। তাতে তেওঁৰ লগত, বুঢ়াগোহাঁই ডাঙৰীয়াৰ মানুহবোৰে অনুহুঁপীয়া এখনি যুদ্ধ হয়, আৰু সেই যুদ্ধতে দুহু ডেকাফুকন কটা যায়। বুঢ়াগোহাঁই ডাঙৰীয়া যুদ্ধত জিকি ১৭৩৯ শকৰ ৫ ফাগুনত গড়গঁয়া-গুৱাহটীয়া সকলো বিষয়াই মিলি, সেৱা কৰি, পুৰন্দৰ গোহাঁইদেওক পুৰন্দৰ সিংহ নাম দি যুৱৰাজ পাতিলে। বুঢ়াগোহাঁই ডাঙৰীয়াই যদিও পুৰন্দৰ সিংহক যুৱৰাজ পাতি হাতত ল'লে, তথাপি চন্দ্ৰকান্ত সিংহক গোটেই বঞ্চিত কৰিবৰ তেওঁৰ ইচ্ছা নাছিল। তেওঁ ৰংপুৰৰপৰা চন্দ্ৰকান্ত সিংহক মাতি পঠালে বোলে, "আগপাছ ভাবি পুৰন্দৰ সিংহক যুৱৰাজহে পতা হৈছে, স্বৰ্গদেৱ আহোক।" কিন্তু আশংকা কৰি চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে আৰু যোৰহাটৰকালে মুখ নকৰিলে।

**দুহু ডেকাফুকন**

**পুৰন্দৰ সিংহ যুৱৰাজ**

কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মনেৰে, বেয়া হ'লেও চন্দ্ৰকান্ত সিংহ তেওঁৰ দেউতাক পূৰ্ণানন্দ ডাঙৰীয়াই পতা ৰজা। সেই নিমিত্তে হঠাৎ তেওঁক ৰজা গুচাবৰ ডাঙৰীয়াৰ মন নাছিল। লোকৰ লগনীয়া কথাত পাহলে যদিওবা তেওঁত সন্দেহ কৰিছিল, তথাপি ডাঙৰীয়াই কেইবাবাৰো চন্দ্ৰকান্ত সিংহক যোৰহাটলৈ আহিবলৈ মতাইছিল। যি কি নহওক, যেতিয়া চন্দ্ৰকান্ত সিংহ মতাদতো আৰু নগৰলৈ নাহিল, ১০ ফাগুনৰ দিনা পুৰন্দৰ সিংহকে আচলতে সকলোৱে সেৱা কৰি, সিংহাসন দি ৰজা পাতিলে। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱো যাতে ৰংপুৰতে সুখেৰে থাকে, আৰু কোনো কষ্টত নপৰে, কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই তাৰ বিশেষ জোগাৰ কৰিবলৈ ধৰিলে।

কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ভায়েক প্ৰেমনাথ গোহাঁইদেও (পূৰ্ণানন্দ

বুঢ়াগোহাঁই ডাঙৰীয়াৰ তৃতীয় পুত্ৰ; ওৰেষানাথ চেকিয়াল ফুকনৰ ওপৰৰ জনা) সেই সময়ত মৰঙীখোৱা গোহাঁই। ডাঙৰীয়াই যদিও চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক আন একো নকৰাকৈ ৰংপুৰতে সুকলমে থাকিবলৈ দি এৰিলে, তাৰেক মৰঙীখোৱা গোহাঁই কিন্তু সুদাই এৰা ভকত নহয়। তেওঁ কোনো এটা উপায় কৰি, চন্দ্ৰকান্ত সিংহক ভবিষ্যতলৈ ৰাজ্য সিংহাসনৰপৰা বঞ্চিত কৰিবৰ মনেৰে তেওঁৰ কাণখনত অলপ ক্ষত কৰিলে।

দ'ল-পুখুৰী

এইজনা স্বৰ্গদেৱৰ ৰাজত্বৰ কালতে, ১৭৩৮ শকত (ইং ১৮১৬ চনত) ৰাজমাও দেউতাই যোৰহাটৰ বাহৰতে এক পুখুৰী খনাই, উচৰ্গি বিষ্ণুসাগৰ নাম দিলে; আৰু তাৰ পাৰতে বিষ্ণুদ'ল বুলি এক দৌল বন্ধাবলৈও যো-জা কৰা হৈছিল, কিন্তু শেষে হৈ নুঠিল। বিষ্ণুসাগৰৰ পুখুৰীক আজিকালি মানুহে সেই নামে চিনি নাপায়; কোনোৱে তাক "ৰাজমাও দেউতাৰ পুখুৰী" বুলি কয়; কিন্তু সাধাৰণতে "যোৰহাটৰ বৰপুখুৰী" বা "পুৰণি কাছাৰীৰ পুখুৰী" বুলিলেহে আজিকালিৰ মানুহে বুজ পায়। ১৭৩৯ শকৰ প্ৰাৰম্ভতে কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই হাতীগড়ৰ ওচৰতে এক পুখুৰী খনালে আৰু তাৰ পাৰতে এক শিৱলিঙ্গ স্থাপন কৰি "হাতীগড়ৰ দেৱাল" নাম দিলে। সেই পুখুৰী আৰু দেৱালে আজিও কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াৰ নাম সুঁৱৰীয়া কৰি থৈছে।

# পুৰন্দৰ সিংহ

১৭৩৯ শকৰ ১১ ফাল্গুনৰ দিনৰপৰাই পুৰন্দৰ সিংহ আচলমতে ৰজা হ'ল। স্বৰ্গদেওৰ দেউতাক ব্ৰজনাথ গোহাঁইদেও অঙ্গক্ষতৰ গতিকে ৰজা হ'ব নোৱাৰিলে, সেই কাৰণে তেওঁ চাৰিং ৰজা হ'ল। গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ দিনৰেপৰা আহোম ৰজাৰ মোহৰ মৰোৱা নহৈছিল, কিন্তু ব্ৰজনাথ চাৰিং ৰজাৰ নিজে ৰজা হ'বলৈ ইমান অভিলাষ আছিল যে তেওঁ নিজৰ নামেৰে কিছুমান মোহৰো মৰোৱালে। সেই মোহৰবোৰত এই শ্লোকটো দিয়া হৈছিল

শ্ৰীশ্ৰীৰাধাকৃষ্ণচৰণকমল মকৰন্দ মধুকৰস্য।

শ্ৰীশ্ৰীস্বৰ্গদেৱ শ্ৰীব্ৰজনাথ সিংহ নৃপস্য শাকে ১৭৩৯॥

পুৰন্দৰ সিংহ স্বৰ্গদেৱে ৰাজত্ব পোৱাৰ প্ৰায় এমাহ মানৰ পাছতে তেওঁ পুৰণি বিষয়াবিলাকৰ সাল-সলনি কৰে:—নিৰ্ভয়নাৰায়ণক ভাজি বাকফিয়াল ফৈদৰ মাল-ভোগক বৰগোহাঁই, পাতৰৰ ধনীক ভাজি পুনৰ দণ্ডেশ্বৰকে বৰপাত্ৰ আৰু সন্দিকৈৰ ধনীক বৰবৰুৱা ভাজি সেই সন্দিকৈৰে বলোৰাম বাইডঙ্গীয়া ফুকনৰ নাতি ঘিণাইক বৰবৰুৱা পাতিলে। এই সময়ত চন্দ্ৰকান্ত সিংহ ৰংপুৰতে আছিল। তেওঁৰ ৰাজপাটৰপৰা বঞ্চিত হোৱাও বৰফ সহ্য হৈছিল, কিন্তু ডাঙৰীয়াৰ ভায়েকে কৰ্ণক্ষত কৰা অপমান তেওঁৰ সহ্য নহ'ল। আগৰ বাৰ মান অহাত মানৰ ৰজা আৰু সেনাপতি-বিলাকৰ লগত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে মিত্ৰতা কৰিছিল। সেই আপাহতে তেওঁ বদন বৰফুকনৰ ফলীয়া মানুহ দুটামানৰ হতুৱাই আকৌ মানদেশৰ ৰজাক নিজৰ দুৰ্দ্দশা আৰু বদন বৰফুকনৰ মৃত্যুৰ দোষ মিছাৰে আনৰ ওপৰত পেলাই পুনৰ সাহায্য খুজিলে। পৰম মিত্ৰ বদন বৰফুকনৰ মৃত্যুত আৰু বৈবাহিক সূত্ৰেৰে আৱদ্ধ চন্দ্ৰকান্ত সিংহৰ দুৰ্গতিত দুখিত হৈ মানৰ ৰজাই আলুং মিঙ্গি নামেৰে সেনানায়ক এজনৰ অধীনত ৩০,০০০ ডেবকুৰি হাজাৰ মান সৈন্য পুৰন্দৰ সিংহক খেদি পুনৰ চন্দ্ৰকান্ত সিংহক ৰজা পাতিবলৈ বুলি পঠাই দিলে। আগৰ বাৰৰ অলপীয়া মানৰ সেনাৰ লগত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ শিক্ষিত সৈন্যই জিকিব নোৱাৰিলে; এইবাৰ ডেবকুৰি হাজাৰ

মালভোগ বৰগোহাঁই
দণ্ডেশ্বৰ বৰপাত্ৰ
(২য় বাৰ)
ঘিণাই বৰবৰুৱা

অসমত মান
(২য় বাৰ)

সৈন্যৰ লগত যুঁজিবলৈ দেশত মানুহেই নাই। তাতে নতুনকৈ হোৱা ৰজা পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ ফলীয়া লোক আৰু তাকৰ। যি কি নহওক পুৰন্দৰ সিংহ স্বৰ্গদেৱে মান সৈন্যৰ লগত যুঁজিবলৈ অসমীয়া বৰুৱা এজাক পঠালে। সিবোৰৰ লগত মাছ-খোৱাতে মান সেনাৰ যুদ্ধ হয়; কিন্তু এই যুদ্ধত আমাৰ সেনা হাৰিল। এই যুদ্ধৰ সময়তে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেব মান সৈন্যৰ লগলৈ গ'ল। এই যুদ্ধত পৰাস্ত হোৱাত মন্ত্ৰীবৰ্গ সহিতে পুৰন্দৰ সিংহ স্বৰ্গদেৱ সপৰিবাৰে গুৱাহাটীলৈ ভাগি গ'ল। আৰু মান

**চন্দ্ৰকান্ত সিংহক মানে ৰজা পাতে**

সৈন্যৰ সেনাপতি আলুংমিঙ্গিয়ে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক পুনৰ ৰজা পাতিলে। পাচে চন্দ্ৰকান্ত সিংহে পুনৰ ৰজা হৈ বাৰুকিয়ালৰ মালভোগক ভাঙি, তেওঁৰ ঠাইত লাহনৰ ভীচোক (ওঃ ভীষ্ম) বৰবৰুৱা পাতিলে। আৰু পুৰন্দৰ সিংহক ধৰিবৰ নিমিত্তে কিছুমান মানসেনা গুৱাহাটীৰ ফালে ভটিয়াই পঠালে। ইফালে গুৱাহাটী পাই পুৰন্দৰ সিংহ স্বৰ্গদেৱে নিগুৰ্ণক বৰফুকন ভাঙি, পাতৰৰ গগৈক বৰফুকন পাতি, মানে সৈতে যুদ্ধ কৰিবলৈ পঠাই দিলে। দুৰ্ভাগ্য গতিকে মানৰ ওচৰ নৌপাওঁতেই বৰুৱা কোঠতে নৰিয়া পৰি, বাটতে খাগৰিজানত মৃত্যু হ'ল। পুৰন্দৰ সিংহে এই বাতৰি শুনি ভীষ্ম নামে সেই গগৈ বৰফুকনৰ বংশৰে ডেকা এজনক বৰফুকনৰ বিষয়ত নিযুক্ত কৰি আকৌ

**ঘিণাই বৰফুকন ধনী বৰবৰুৱা (২য় বাৰ)**

মান সেনাৰ লগত যুঁজিবলৈ পঠালে। ভীষ্ম বৰফুকন যুঁজত হাৰিল। পুৰন্দৰ সিংহে এইবাৰ এই পৰাজয়ৰ বাতৰি শুনি, একেবাৰেই মানৰ ভয়ত অসমৰ সীমাৰপৰা পলাই চিলমাৰী ওলালগৈ আৰু যোৱাৰ পূৰ্ব্বেই সন্দিকৈৰ ঘিণাই ডগা বৰবৰুৱাক বৰফুকন পাতি, গুৱাহাটী গতাই দি থৈ গ'ল। ইফালে যোৰহাটত চন্দ্ৰকান্ত-সিংহ স্বৰ্গদেৱে লাহনৰ ভীচোক বৰবৰুৱা ভাঙি, তেওঁৰ সলনি সন্দিকৈৰ ধনীকে পুনৰ বৰবৰুৱা পাতিলে। এইবিলাক ঘটনা ১৭৪০ শকত।

ভীষ্ম বৰফুকনৰ লগত যুদ্ধ কৰি মানসেনাবিলাক জয়ী হোৱাত, সিহঁতে দেশত নানাৰকম অত্যাচাৰ কৰিবলৈ ধৰিলে; কিন্তু আলুংমিঙ্গি সেনাপতিৰ অধীনত আছিল দেখি, সেই অত্যাচাৰ বৰ বেছি হোৱা নাছিল, তথাপি গা-জোৰা হৈছিল।

এইখিনিতে পুৰন্দৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ অন্ত পৰে। তেওঁৰ ভোগ ১ বছৰ ১৪ দিন।

# চন্দ্ৰকান্ত সিংহ

## ( ২য় বাৰ )

পুৰন্দৰ সিংহ স্বৰ্গদেৱে চিলমাৰীলৈ পলাই গ'লত, মানৰ সেনাপতিয়ে চন্দ্ৰকান্ত সিংহক ১৭৪০ শকত পুনৰ ৰজা পাতিলে। এইবাৰ স্বৰ্গদেৱে মানৰ সেনাপতিৰ তলতীয়া হৈ সকলো কাৰ্য্য কৰিবলগীয়া হৈছিল। আচলতে এইবাৰৰ ৰজা অলপ দিনৰ নিমিত্তে হ'লেও আলুংমিজিকেহে বুলিব লাগে।

ৰজা হৈ অলপ দিনৰ পাছতে ৰুচিনাথ বুঢ়াগোহাঁইক ভাঙ্গি স্বৰ্গদেৱে মটকৰ মাটিবৰ বৰ সেনাপতিৰ ভাঁয়েক লম্বকীয়া ফৈদৰ কলিবৰক বুঢ়াগোহাঁই পাতিলে, আৰু দণ্ডেশ্বৰ বৰপাত্ৰকো পুৰন্দৰ সিংহৰ ফলীয়া ভাবি তেওঁৰ ঠাইত পুনৰ পাতৰৰ

**কলিবৰ বুঢ়াগোহাঁই**
**ধনী বৰপাত্ৰ**
**( ২য় বাৰ )**
**পতাল বৰবৰুৱা**

ধনীকে বৰপাত্ৰ পাতিলে। সন্দিকৈৰ ধনী বৰবৰুৱাক স্বৰ্গদেৱৰ দ্ৰোহী আৰু বদন বৰফুকনৰ হত্যাৰ এজন প্ৰধান সহায়কাৰী বুলি কোৱাত মানে তেওঁক হত্যা কৰাত, পতাল নামেৰে খেৰেমীয়াল কছাৰী এটাক বৰবৰুৱা পাতিলে। নিৰ্ভয়নাৰায়ণ বৰগোহাঁয়ে পুৰন্দৰ সিংহক ৰজা পতাত মত দিছিল বুলি দ্ৰোহীৰ শাৰীত পেলাই ধৰি আনি মানৰ হতুৱাই বধ কৰালে, আৰু তাৰ পাছত দিহিঙ্গীয়া ফৈদৰ গোবিন্দক বৰগোহাঁই পাতিলে; আৰু

**গোবিন্দ বৰগোহাঁই**
**জন্মী বৰফুকন**
**ভদ্ৰচন্দ্ৰ বৰফুকন**

ধিণাই বৰফুকনকো কোনো কাৰণত সন্দেহ কৰি, তেওঁক ভাঙ্গি, বদনচন্দ্ৰৰ পুতেক জন্মীক বৰফুকন পাতি গুৱাহাটীলৈ পঠালে। কিছুদিনৰ পাছতে তেওঁকো ভাঙ্গি; ৰুকতিয়ালৰ ভদ্ৰচন্দ্ৰক বৰফুকন পাতিলে। মুঠতে ক'বলৈ গ'লে, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে পুৰন্দৰ সিংহৰ পক্ষৰ বুলি যাকে যাকে সন্দেহ

**লম্বোদৰ বৰফুকন**

কৰিলে, মানইঁতে তেওঁলোকৰ ভালেমানক হত্যা কৰি, সেই ঠাইতে অন্য একোজনক বিষয় দিবলৈ ধৰিলে। দেশত হুলস্থুল লাগিল। এনেতে ভদ্ৰচন্দ্ৰক বৰফুকন ভাঙ্গি লানমাখ„ চেটীয়াৰ লম্বোদৰক বৰফুকন পাতিলে।

পাচে খেৰেমীয়ালৰ পতাল বৰবৰুৱাই দীঘলীঘাটত জয়পুৰ নামে এক কিল্লা

কৰি, মানেৰে যুদ্ধ কৰিবৰ মনেৰে সাজু হৈ আছিল। তেনে সময়তে মানৰ ৰজাই চন্দ্রকান্ত সিংহ স্বৰ্গদেৱলৈ বহুত ৰাজযোগ্য অলঙ্কাৰ দি, সঁজাতি ফুকনে সৈতে মিজিমাহা তিলোৱা বৰুক পঠোৱাত, সিহঁত আহি, পতাল ববৰুৱাৰ সেই প্ৰাবন্ত দেখি, অবাক হ'ল। সেই বাহ'ক, সিহঁতে তেতিয়া একো নকৈ, মনে মনে ববৰুৱাক মাৰিবলৈ সুবিধা বিচাৰিবলৈ ধৰিলে। ইফালে উজনিত (যোৰহাট আৰু তাৰ ওচৰত) নানা প্ৰকাৰ হত্যাকাণ্ড, গুৱাহাটীৰ ফালে যুঁজাক সেনাবিলাকৰ উপদ্ৰৱ, দেশত জুই লগাৰ নিচিনা হৈ উঠিল। লাহে লাহে আলুংমিঙ্গিয়ে আন সেনাবিলাক লৈ, অলপীয়াকৈ দুহেজাৰমান মান-সেনা এৰি, দেশলৈ উলটি গ'ল। আমাৰ দেশ তেতিয়াহে অলপ সুথিল হ'ল।

এইবাৰ মানহঁত দেশলৈ উলটি যাওঁতে আমাৰ দেশৰপৰা ভালেখিনি মন্ত্রী মানুহ, আৰু বহুত সুন্দৰী সুন্দৰী গাভৰু তিৰোতা লগত লৈ গ'ল। মন্ত্রী মানুহবোৰৰ হাতৰ তলুৱাবিলাক বিন্ধাই, লোৰ শলা মাৰি লৈ গৈছিল, তিৰোতাবোৰক কিন্তু তেনে অত্যাচাৰ কৰা নাছিল যদিও, তেও গা জোৰা হৈছিল। আলুংমিঙ্গি মানদেশলৈ উলটি গৈ অসমদেশৰ এই সময়ৰ নিচেই দুৰ্ব্বল অবস্থাৰ বিষয় আৰু অসমীয়া গাভৰু-বিলাকৰ অনুপম ৰূপ-লাৱণ্যৰ কথা মানৰজাৰ আগত ক'লেগৈ। মানৰজাই সেই কথা নপতিয়াবৰ কোনো কাৰণ নাছিল, কিয়নো তুংখুঙ্গীয়া ফৈদৰ বগা কোঁৱৰৰ জীয়েক ভামো আইদেউক দেখিয়েই তেওঁ ইয়াৰ গম ধৰিব পাৰিছিল। এতিয়া পুনৰ আলুংমিঙ্গিৰ মুখে এইবিলাক শুনি ইন্দ্ৰিয়পৰতন্ত্ৰ মানৰজা বৰ্ডোফাই কেতিয়া অসম লওঁ, কেতিয়া অসম লওঁ লগাবলৈ ধৰিলে। ইফালে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে অলপীয়া মানসেনাখিনিক বলে পাৰিম বুলি গা গধুৰ কৰিবলৈ ধৰিলে; আৰু আগলৈ যাতে এই দেশলৈ মান আহিব নোৱাৰে, এইভাবি পতাল ববৰুৱাক পূৰ্ব্বে উল্লেখ কৰি অহা উজনিৰ দীঘলীঘাটত জয়পুৰ নামে ভালকৈ এটা গড় মাৰিবলৈ আদেশ কৰিলে।

মানহঁতে আহি এই গড় দেখি ভাবিলে যে পতাল ববৰুৱাই যেনেকৈ গড় সাজিবলৈ আৰম্ভ কৰিছে, সেই কাম সম্পূৰ্ণ হৈ উঠিলে আৰু আগলৈ সেই বাটেদি অসমলৈ মান অহাৰ ভিকাছন ভাগিবই। সেই নিমিত্তে সিহঁতে গোপনে পৰামৰ্শ কৰি, আলুংমিঙ্গিয়ে এৰি থৈ যোৱা মানসেনাৰ হতুৱাই পতাল ববৰুৱাক মৰাই, আমাৰ

**যুকতীয়া ববৰুৱা অসমত মান (৩য় বাৰ)**

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱলৈ বাতৰি দিয়ালে যে ববৰুৱা কিবা হৈ হঠাৎ মৰিল। হঠাৎকাৰে পতাল ববৰুৱাৰ মৃত্যু সংবাদ পাই, স্বৰ্গদেৱৰ মনত অলপ সন্দেহ হ'ল; আৰু তেওঁৰ ঠাইত দুৰবাৰ যুকতীয়াক ববৰুৱা পাতি গোপনে গোপনে সেই বিষয়ে অনুসন্ধান কৰিবলৈ ক'লে। অকস্মাৎ ইমান শীঘ্ৰে কোনেও নৰতা নোৱোলাকৈ মানৰ সেনা পুনৰ অহা দেখি, আৰু পতাল ববৰুৱাৰ

আকস্মিক মৃত্যু সম্বন্ধে অনুসন্ধান কৰোতে প্ৰকৃত কথা ওলাই পৰাত, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ মনত সন্দেহ হ'ল, আৰু সিহঁতৰ অসৎ অভিপ্ৰায় আশঙ্কা কৰি কলিবৰ বুঢ়াগোহাঁইক নগৰত থৈ, স্বৰ্গদেও গুৱাহাটীৰ ফালে গুচি গ'ল। যাওঁতে দুৱৰাৰ যুকতীয়াক ভাঙি, বকতিয়ালৰ ভদ্ৰচন্দ্ৰক বৰবৰুৱা পাতিলে, দিহিঙীয়া ফৈদৰ গোবিন্দক বৰগোহাঁই ভাঙি তেওঁৰ সলনি মিৰি সন্দিকৈৰ ধঞ্জয়ক (ধনঞ্জয়) বৰগোহাঁই পাতিলে, আৰু পাতৰৰ ধনী বৰপাত্ৰ মৰিলত, খঁৰাশলক বৰপাত্ৰ পাতিলে। এই ঘটনা ১৭৪২ শকৰ চ'ত মাহত। পাচে মানে আহি

**ভদ্ৰচন্দ্ৰ বৰবৰুৱা**
**ধনঞ্জয় বৰগোহাঁই**
**খঁৰাশল বৰপাত্ৰ**

ৰণ ধৰিলেহি; কলিবৰ বুঢ়াগোহাঁই ৰণত হাৰিল; মানে তেওঁক ধৰি কয়েদ কৰি থৈ, মিল ৰূপে গুৱাহাটীলৈ স্বৰ্গদেৱৰ ওচৰলৈ কটকী পঠালে বোলে, স্বৰ্গদেও নগৰলৈ আহোক, আমি তেখেতক অভয় দিছোঁ, আমি মিত্ৰ ভাব কৰিহে আহিছিলোঁ, পাচে স্বৰ্গদেৱে বুজিব নোৱাৰিহে আমাক শত্ৰু ভাবিছে। কিন্তু স্বৰ্গদেও আৰু ভয়ত নগৰলৈ আহিবলৈ সাহ নকৰিলে।

পাচে মান সেনাপতি মিঙিমাহা তিলোৱা বজুৱে নগৰ সোমাবলৈ আহিল। নগৰ-ৰখীয়া আমাৰ ৰজাৰ সেনাবোৰে তাত প্ৰতিবন্ধক জনাব খোজাত, মানসেনাৰ লগত এখন সৰু যুদ্ধ হয়। এই যুদ্ধতো আমাৰ সেনাৰ পৰাজয় ঘটিল আৰু মান সেনাই সৈতে মিঙিমাহা তিলোৱা বজুৱে আহি নগৰ অধিকাৰ কৰি পেলালে। পাচে চন্দ্ৰকান্ত সিংহক মতালতো নহা দেখি, মান সেনাপতিয়ে নিজৰ ৰজা বৰ্ডোফাই জেঠেৰিয়েক বগাকোঁৱৰৰ পুতেক যোগেশ্বৰক আনি যোগেশ্বৰ সিংহ নাম দি ৰজা পাতিলে।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও নগৰৰপৰা পলাই গুৱাহাটীৰ ফালে যাববেপৰা 'আহোমৰ দিনৰ বা আহোম ৰাজত্বৰ মূৰ মৰে বুলি ধৰিব লাগে। ইয়াৰ পাছত আৰু তেওঁ বা পুৰন্দৰ সিংহ, কোনেও প্ৰকৃত সিংহাসনাৰোহী ৰজা হ'ব পৰা নাই। যোগেশ্বৰ সিংহ স্বৰ্গদেও মিঙিমাহা তিলোৱা বজুৰ হাতত মাথোন পুতলাৰ নিচিনাহে আছিল।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ এই দ্বিতীয়বাৰৰ ৰাজত্বকালৰ ভোগ ২ বছৰ ৮ মাহ।

# যোগেশ্বৰ সিংহ

পাচে ১৭৪৩ শকৰ ১২ আষোণত ৰাজ্য স্থিৰ হ'বৰ কাৰণে লোকদৰ্শকৰূপে ৰজা নাম দি, মিঙিমাহা তিলোৱা বৰুৱে যোগেশ্বৰ সিংহক ৰজা পাতিলে। এই কাৰণেই এওঁক 'মানে-পতা-ৰজা' বুলিও কয়। প্ৰকৃতপক্ষে ক'বলৈ গ'লে, মানৰ সেনাপতি মিঙিমাহা তিলোৱা বৰুকহে এইবাৰ আচল ৰজা বুলিব লাগে। এইবাৰ বাইজৰ কালে চকুমেলি চাওঁতা কোনো নোহোৱা হ'ল। পুৰন্দৰ সিংহ স্বৰ্গদেও আগৰবাৰ মান আহোঁতে যি পলাই গৈছিল, সেইকালেই তেওঁ কলিকতালৈ গৈ গৱৰ্ণৰ জেনেৰেল চাহাবৰ সহায় খোজে, কিন্তু গৱৰ্ণমেণ্টে আগৰ সেই "পৰৰ ৰাজ্যৰ বিষয়ত হস্তক্ষেপ নকৰা" নিয়মৰ বশবৰ্ত্তী হৈ তেওঁক সহায় নকৰিলে। পুৰন্দৰ সিংহ স্বৰ্গদেৱ লাজত আৰু বেজাৰত উজাই নাহি গুৱাহাটীলৈ যোৱাত মিঙিমাহা তিলোৱাই যি ভাল পালে তাকে কৰিলে। যাকে ভাল পালে তাকে বৰ বৰ বিষয় দিলে, আৰু যাকে যাকে চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহৰ ফলীয়া বুলি শুনিলে সেইবিলাকৰ কোনোক বা আন প্ৰকাৰে দণ্ডবদ্ধ কৰিলে।

পূৰ্ব্বে কয়েদ কৰি থোৱা কলিবৰ বূঢ়াগোহাঁইক কয়েদৰপৰা মুকলি কৰি, পুনৰ বূঢ়াগোহাঁই বিষয়তে ৰাখিলে; মিৰি সন্দিকৈৰ ধনঞ্জয় বৰগোহাঁইক চন্দ্ৰকান্ত সিংহৰ পক্ষৰ ভাবি, তেওঁক বৰগোহাঁই ভাঙি, কৌটালৰ পুতেক জাহিবৌক বৰগোহাঁই পাতিলে; আৰু খঁৰাশলৰ সলনি পিজলীক বৰপাত্ৰ গোহাঁইৰ বিষয় দিলে।

**জাইবৌ বৰগোহাঁই***
**পিজলী বৰপাত্ৰ**

গুৱাহাটীত লম্বোদৰেই কিছুদিন বৰফুকন হৈ আছিল, পাচে তেওঁক ভাঙি, লুখুৰাখনৰ বাপুৰামক বৰফুকন পাতিলে। সাধাৰণতে মানুহে তেওঁক বগাদমৰা বৰফুকন বুলিহে জানে।

**বগাদমৰা বৰফুকন**

দেশৰ এই দুৰৱস্থা দেখি বাইজ যেনিয়ে পাই তেনিয়ে ভাগিবলৈ ধৰিলে। মিঙিমাহা তিলোৱা বৰুৰ অধীনত সেই সময়ত প্ৰায় দহ হেজাৰমান মান-সেনা আছিল।

---

* দুখৰ কথা, ৺কাশীনাথ তামুলী ফুকনে কৌটালৰ পুতেক জাইবৌ কোন কৈদৰ বৰগোহাঁই তাক জেখেতৰ বুৰঞ্জীত খোলোছাতাবে একো লিখা নাই, আৰু অনেকে ভাবে যে জাইবৌ কছাৰী আছিল। কিন্তু প্ৰকৃতপক্ষে সেইটো সঁচা নহয়। ধনঞ্জয় বৰগোহাঁই আৰু কৌটালৰ পুতেক জাইবৌ বৰগোহাঁই দুয়োজন একে বংশৰে; তেওঁলোক মিৰি সন্দিকৈ। ধনঞ্জয় বৰগোহাঁই ডাফলীয়াৰ জাইবৌ ডাফলীয়া "চক-পেলনি খোৱা" বংশ। তেওঁলোক চৈচাৰ শিষ্য। হৰকান্ত পানীফুকন ধনঞ্জয় বৰগোহাঁইৰ পুতেক। স্বৰ্গীয় শ্ৰীৰাম উমাকান্ত গোহাঁই B.L. উকীল, আৰু শ্ৰীৰাম মিত্ৰেশ্বৰ বৰগোহাঁই M.A.B.L. E.A.C. এই হৰকান্ত পানীফুকনৰ নিচেই চমু বংশ।

লাহে লাহে এই সেনাবিলাকৰ পোহ-পাল যোগোৱা তেওঁৰ পক্ষে বৰ টান হ'লহি। তেওঁ অৰ্থ বৃদ্ধি কৰিবৰ উপায় চিন্তি ৰাজ্য বঢ়াবলৈ আৰু দেশ লুটিবলৈ মন কৰিলে। এই লোটনিয়েই অসমক ভাৰতবৰ্ষৰ ভিতৰত দুখীয়াৰ দুখীয়া আও-দুখীয়া কৰিলে। এই লোটনিৰ অত্যাচাৰলৈ মনত পৰিলেই আমাৰ আমঠু কলা পৰে; কিন্তু আমাৰ পূৰ্ব্ব-পুৰুষবিলাকে গাতে ইয়াক সহি গ'ল। পাচে মিঙ্গিমাহা তিলোৱাই সেনাবিলাকক ঠায়ে ঠায়ে ভগাই ল'বৰ মন কৰিলে। তেতিয়ালৈকে উজনি খণ্ডহে মানৰ তলতীয়া আছিল, কামৰূপৰ ফালে, তিলোৱাই হাত মেলা নাছিল। এতিয়া সেনাবিলাকক তিনিভাগ কৰি এভাগ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেদি, এভাগ দক্ষিণ পাৰেদি, আৰু এভাগ ব্ৰহ্মপুত্ৰৰ মাজেদি লৈ অসমদেশ দিগ্বিজয় কৰিবলৈ ধৰিলে। ইহঁত যি ফালেদি আহিল, সেইফালে দেশত মহামাৰী হোৱাৰ দৰে হ'ল। ইহঁতে ৰাইজৰ ধন লুটিলে, কাকো কাকো প্ৰাণে মাৰিলে; কিন্তু এইটো লোটনিহে আছিল; মানুহৰ ধনলৈ এইবাৰ ইহঁতৰ বৰ আকাঙ্ক্ষা আছিল; সেই ধনৰ লগতে ইহঁতে যি পাৰিলে অত্যাচাৰ কৰিলে। যি প্ৰাণক মৰম কৰি ধন-বস্তু উলিয়াই দিলে, সি সাৰিল; যাৰ ধন নাছিল, বা থকাতো মৰমত যি উলিয়াই নিদিলে, সি যি যন্ত্ৰণা পালে, তাক ক'বলৈ নাটে। কোনেও ক'তো খালে বিলে পলাই সাৰিব নোৱাৰিলে। কেনেবাকৈ জুইৰ গোন্ধ পালেই মানহঁতে পিয়াপি দি যাকে য'তে পায়গৈ তাতে অপৰিসীম যন্ত্ৰণা দি মাৰেগৈ। ইয়াৰ লগে লগে কাৰো ঘৰত ভাল গাভৰু বা তিৰোতা পালে, সিহঁতৰ সতীত্ব নাশ কৰা, গৰ্ভৱতী তিৰোতাৰ পেটফালি ল'ৰা উলিয়াই বংচোৱা, ইত্যাদি অত্যাচাৰৰ কথা যে কবই নালাগে। কিন্তু মানহঁতেও সুদাই এইবাৰ সাৰিব পৰা নাই। গাঁৱৰ মানুহবোৰে ঠায়ে ঠায়ে জুম বান্ধি ল'ৰা-তিৰোতাবিলাক পলুৱাই আঁতৰাই থৈ ইহঁতক একোসেকা দিবলৈ ত্ৰুটি কৰা নাছিল। ব্ৰহ্মপুত্ৰে যি জাক মান-সেনা ভটিয়াই গৈছিল, সেই জাকে মাজুলিত নৈৰ পাৰতে মানুহ পাই বৰ অত্যাচাৰ কৰিলে। উত্তৰ পাৰৰ জাকে সেইফালে ভিতৰে ভিতৰে গাওঁ-ভুঁই লুটি দৰঙ্গ ওলালগৈ; কিন্তু দৰঙ্গৰ ৰজা কৃষ্ণনাৰায়ণে ভাৰ-ভেঁটি দি মানৰ অধীনতা স্বীকাৰ কৰি অলপ ৰক্ষা পালে। দক্ষিণে যোৱা জাকে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে উচন কৰি গ'ল। মান অহা শুনি গাঁৱৰ ল'ৰা-তিৰোতা সকলো পলাইছেই, সেই এৰি যোৱা ঘৰবিলাকৰ ভিতৰতো য'তে যি পালে, চপাই-কোঁচাই লৈ, তিনিও দল মান-সেনা লাহে লাহে চন্দ্ৰকান্ত সিংহ থকা ঠাই গুৱাহাটীৰ কাষ চাপিলগৈ।

উজনিৰপৰা মানে দেশ লুটি অহা গম পাই চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে সেনা কিছুমান গোটাইছিল। মানহঁত গুৱাহাটী পোৱাত এই সেনাবিলাকে তাৰপৰা সিহঁতক খেদিবলৈ বৰ যত্ন কৰিলে; কিন্তু মানৰ সেনাৰ সংখ্যা বেছি আছিল দেখি, বলে নোৱাৰিব যেন ভাবি, স্বৰ্গদেও লাহেকৈ নাও এখন লৈ ভাটীফালে গুচি গ'ল। পাচে স্বৰ্গদেৱক পলোৱা

হেন জানি আমাৰ সেনাবিলাক পলাবলৈ ধৰিলত, মানইঁতে গুৱাহাটী নগৰ অধিকাৰ কৰিবলৈ উজু পালে। তাতে তিনিজাক মানৰ সেনা লগ লাগি, আকৌ দুজাক হ'ল। এজাক দেৱালয়, মঠ, মন্দিৰবিলাকত যি যি পালে, তাক লুটি-পুটি ল'লে, ম'লবিলাকৰ ওপৰত যিবোৰ সোণৰ ৰূপৰ কলচী আছিল সেইবিলাকো গুলীয়াই গুলীয়াই খহাই খহাই ল'লে। ৰংপুৰৰ শিৱসাগৰ পুখুৰীৰ পাৰত যি শিৱমন্দিৰ আছে, তাৰ ওপৰত এতিয়াও যি সোণৰ কলচী আছে, তাতো মানইঁতে গুলী মাৰিছিল আৰু সেই গুলীৰ চিন কলচীত এতিয়াও আছে। এনেকুৱা প্ৰবাদ আছে বোলে, মানে যেতিয়া তাত গুলী মাৰে, তেতিয়া হেনো তাত গুলী মৰা মানকেইটা তেজ বমিয়াই মৰিল, সেই কাৰণেহে হেনো সেই কলচীটো মানে নিব নোৱাৰিলে।

আৰু এজাক মানে চন্দ্ৰকান্ত সিংহ ৰজাক খেদি ভটিয়াই গ'ল। আমাৰ মানুহ-বিলাক ভটিয়াই বঙ্গালহাটৰ হাদাৰাচকীত আটাইবিলাক লগ লাগি থ'লগৈ। তাত হলিৰাম নামেৰে দুৱৰীয়া বৰুৱা এজনে (তেখেত আমাৰ ৺আনন্দৰাম ঢেকীয়াল ফুকনৰ দেউতাক ; তেখেতক চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে তেওঁৰ দ্বিতীয়বাৰৰ ৰাজত্ব কালত 'ঢেকায়াল ফুকন'ৰ বিষয় দিছিল। গতিকেই তেওঁক 'দুৱৰীয়া বৰুৱা' নুবুলি 'ঢেকীয়াল ফুকন' বোলাহে উচিত। কিন্তু তেওঁৰ দেউতাক পৰশুৰামে দুৱৰীয়া বৰুৱাৰ বিষয় খাইছিল বুলি ভুলকৈ তেওঁকো দুৱৰীয়া বৰুৱা বোলা হৈছে।) সেই সময়ত তিনিশ-মান শিখ সেনা লৈ বুটিছ আৰু অসমৰ দুৱাৰ (সীমা) ৰক্ষা কৰি আছিল। মানৰ লগত তাতে এই সেনাবিলাকৰ ৰৰ যুঁজ লাগে। কিন্তু শিখ্ চিপাহী নিচেই তাকৰ, ৩।৪ হেজাৰ মান-সেনাৰ লগত পাৰি উঠা টান, গতিকে মানইঁত যুদ্ধত জিকিল। আমাৰ মানুহে আউজা গছো হ'লি পৰা দেখি লাহেকৈ গুৱালপাৰাৰ ফালে ইংৰাজ ৰাজ্যত সোমালগৈ। তেতিয়া মিঃ দী. ডেভিড্‌চন্ নামে চাহাব এজন গুৱালপাৰাত আছিল। তেওঁ মানইঁতক ইংৰাজ ৰাজ্যত উপদ্ৰৱ কৰিবলৈ হাক দিলে। মানইঁত ভাৱপৰা হহকিল। পাচে ঠায়ে ঠায়ে ভাটীত অলপ সেনা ৰাখি, বহুত মানসেনা উজাই গ'ল। উজাই যাওঁতে, মানে ভটিয়াই আহোঁতে যি দুখৰ এৰৰ এৰি আহিছিল, তাকো লুটিলে ; দেশ একেবাৰেই উপৰ্যুপৰি লোটনিত উপান্ত হ'ল। মানৰ এইবিলাক অত্যাচাৰ সকলোৰে অসহনীয় হ'ল।

**ৰাধানাথ বৰবৰুৱা**
**জাবৰ বৰবৰুৱা**

চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহ দুয়োজন ৰজাই কেনেকৈ দেশখন মানৰ হাতৰপৰা উদ্ধাৰ কৰা হয়, তাৰ পৰামৰ্শ কৰিবলৈ ধৰিলে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে গুৱাহাটী, হাদীৰাচকী আৰু তাৰ আশে-পাশে বিচাৰি প্ৰায় দুহেজাৰ মান মানে ৰৰণীয়া সেনা গোটালে। সেই সেনাক লৈ, চিৰিঙৰ ৰাধানাথক ৰবৰুৱা পাতি, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও ক্ৰমে উজাই আহিল। সিফালে যোগেশ্বৰ সিংহ

স্বৰ্গদেৱেও চন্দ্ৰকান্তৰ ঠাইত খামতিৰ বাবৰুক বৰবৰুৱা পাতিলে। তাৰবেও মানইঁতে সৈতে যোগ হৈ ভালেমানক নানাপ্ৰকাৰে অত্যাচাৰ কৰিবলৈ ধৰিলে। মানুহ অস্থিৰ হৈ পৰিল। এনেতে পুৰন্দৰ সিংহ স্বৰ্গদেৱেও ৰুচিনাথ বুঢ়াগোহাঁই ডাফলীয়াই সৈতে বিজনী আৰু ভোটানবপৰা সৈন্য গোটাবলৈ ধৰিলে। যিখিনি সেনা পালে, তাকে লৈ, সেইবোৰৰ ওপৰত বদন বৰফুকনৰ পুতেক পিয়ালীক বৰবৰুৱা আৰু সেনাপতি পাতি, যুদ্ধ কৰিবৰ মনেৰে পুৰন্দৰ সিংহে উজাই আহিল। পাচে মান সেনাপতি মিঙিমাহা তিলোৱাই এই আয়োজন দেখি, ইংৰাজ গভৰ্ণমেণ্টলৈ এখন চিঠি লিখে যে তেওঁলোকে যেন চন্দ্ৰকান্ত আৰু পুৰন্দৰ সিংহক কোনো সহায় নকৰে। সেইসময়ত ডেভিড্ স্কট্ চাহাব কোচবেহাৰত কমিচনাৰ হৈ আছিল। তেওঁ অতি নিবিষ্ট মনেৰে আগৰেপৰা মানইঁতে অসম দেশ্ কেনেকৈ ব্যৱস্থা কৰিব লাগিছে, সেই বিষয় গভৰ্ণমেণ্টক জনাই আছিল। গভৰ্ণমেণ্টও মানৰ অত্যাচাৰ আৰু আমাৰ দেশৰ দুৰৱস্থা জানি, মিঙিমাহা তিলোৱাৰ সেই চিঠিলৈ কাণ নকৰিলে।

**পিয়ালী বৰবৰুৱা**

পাচে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে মৰণত শৰণ দি যি অলপ সেনা পালে, তাৰেই প্ৰথমতে নিজেই সেনাপতি হৈ মানক য'তে পালে ত'তে বিষম আক্ৰমেৰে খেদি নিলে, আৰু লগতে ৰাধানাথক ভাঙি সন্দিকৈৰ বালীক বৰবৰুৱা পাতি তেওঁকো সহকাৰীৰূপে লগত ল'লে। মৰসাহ দিলে সময়ত অতি দুৰ্বলী মানুহো বৰ পৰাক্ৰান্ত হৈ উঠে। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ পক্ষেও তেনেই হ'ল। এই যুদ্ধত স্বৰ্গদেৱে "হতো বা প্ৰাপ্‌স্যতে স্বৰ্গং জিত্বা বা ভুজ্যতে মহীং" এনে প্ৰতিজ্ঞা কৰি নিজে প্ৰধান সেনাপতি হৈ লাগিছিল। এইবাৰ স্বৰ্গদেৱৰ এই মৰসাহত মানইঁতে ৰৰকৈ যুঁজিব নোৱাৰিলে। বহুত মানক কাটি মাৰি খেদি, চন্দ্ৰকান্ত সিংহ স্বৰ্গদেও উজাই আহিল; কিন্তু কালৰ গতি বিসদৃশ; যাৰ দৈৱ প্ৰতিকূল, তাৰ মৰসাহেও একো কৰিব নোৱাৰে। মান দেশৰপৰা ইতিমধ্যে মিঙিমাহা বন্দুলা নামেৰে সেনাপতি এজনৰ তলত ভালেখিনি নতুন মানসেনা আহি পালেহি। এই সেনাৰ সৈতে স্বৰ্গদেৱে মৰোঁ-জীওঁ কৰি প্ৰচণ্ড বিক্ৰমেৰে ১৭৪৩ শকত ম'হগড়ত যুঁজিলে। আজিকালি এই ম'হগড়ৰ মুখকে কোকিলামুখ বোলে। পাচে মহাৰাজৰ খাৰ-বাৰুদ ঢুকাল; দৈৱ প্ৰতিকূল গতিকে যুদ্ধত মহাৰাজৰ পৰাজয় হ'ল। মহাৰাজৰ ডেৰ হাজাৰমান সেনা মানইঁতে কাটিলে। মানকো হিন্দুস্থানী চিপাহীবিলাকে ধৰি য'তে যেনেকৈ পালে, বন্দুকৰ সঙীনেৰে খুঁচি, তৰোৱালেৰে কাটি, বিদেশত যুদ্ধ কৰি দেশ ল'বলৈ অহাৰ উপযুক্ত প্ৰতিফল দিলে। এই ম'হগড়ৰ যুদ্ধত মানইঁতে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ হাতত যি শিক্ষা পালে, তাক আৰু কেতিয়াও পাহৰিব নোৱাৰিলে। সেই ঠেলাতে বহুত মান পলাল। কেতবিলাকে

**বালী বৰবৰুৱা**

**ম'হগড়ৰ যুদ্ধ**

স্বৰ্গদেৱক ধৰিবৰ মনেৰে খেদিলে ; কিন্তু ম'হগড়ৰ যুদ্ধত সিহঁতৰ খাৰ-বাৰুদ টুকাই হাত সুদা হৈছিল গুণে স্বৰ্গদেৱক সিহঁতে একো কৰিব নোৱাৰিলে। স্বৰ্গদেও নিৰ্বিঘ্নে ইংৰাজৰ ৰাজ্যত সোমালগৈ। এই ম'হগড়ৰ যুদ্ধত চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক হৰা দেখি পুৰন্দৰ সিংহ স্বৰ্গদেৱেও আৰু যুদ্ধৰ একো উপায় নকৰিলে।

এই ম'হগড়ৰ যুদ্ধতে মানহঁতে বেছকৈ জানিব পাৰিলে যে অসম দেশত সিহঁতৰ আৰু বহুত দিন চাউল নাই ; আৰু এঠাই মানত এইদৰে আৰু এখন ৰণ হ'বলৈ হ'লে, সিহঁতৰ অসমৰপৰা পিৰিয়েই উঠিব। এই ভাবি, এই যুদ্ধৰ পাচত বিৰিলাক মান আছিল, সিহঁতে বৰ অত্যাচাৰ কৰিবলৈ ধৰিলে। ৰাইজেও মৰণত শৰণ দি লাগিল। মানেও মাৰে কাটে, মানক হল, জোং, যাঠি, যেয়ে যিহেৰে পালে, তাৰেই মাৰিবলৈ ধৰিলে। উত্তৰপাৰে, আগেয়ে মানে দৰঙৰ ৰজাৰ লগত মিত্ৰ কৰিবৰপৰা ৰৰকৈ জোকোৱা নাছিল ; কিন্তু এইবাৰ সেইসকলো পাহৰি, তাতো লাগিলগৈ। প্ৰজাবিলাকেও ওচৰৰ আবৰ, ডফলাবিলাকেৰে মিলি মানক য'তে পায় ত'তে মাৰিবলৈ ধৰিলে। "অল্পনামপি বস্তুনাং সংহতিঃ কাৰ্যসাধিকা" প্ৰজাৰ এই সম্মিলনী শক্তিতে মানহঁত একেবাৰেই উত্তৰপাৰে মূৰ দাঙিব নোৱাৰা হ'ল। সকলোৰে ভাবিলে যে মানহঁতক এতিয়া এখীয়া কৰা হ'ল। এই ভাবি সকলোৰে ঠায়ে ঠায়ে কাঠ বাঁহৰ কোঠ মাৰি নিৰল মনেৰে থাকিবলৈ ধৰিলে।

ইফালে খামতিৰ জাবৰ বৰবৰুৱাৰ অত্যাচাৰ ক্ৰমে বেছি হ'বলৈ ধৰাত, যোগেশ্বৰ সিংহ স্বৰ্গদেৱৰহে নালাগে, মানহঁতৰ অসহনি হ'লগৈ। পাচে জাবৰক বৰবৰুৱা

**ভদ্ৰচন্দ্ৰ বৰবৰুৱা**
**(২য় বাৰ)**
**ৰুপেশ্বৰ বুঢ়াগোহাঁই**

ভাঙি ৰকতিয়ালৰ ভদ্ৰচন্দ্ৰকে পুনৰ বৰবৰুৱা পাতিলে, আৰু কলিবৰ বুঢ়াগোহাঁইক কিবা কথাত অবিশ্বাস পাই মানে মাৰিলত, তেওঁৰ ঠাইত টেপৰতলীয়া কৈদৰ ৰুপেশ্বৰক বুঢ়াগোহাঁই পাতিলে। এনেতে আকৌ জাকে জাকে মান আহি উত্তৰপাৰ জুৰি পৰিলহি। কাঠ-বাঁহৰ গড় ভাঙি এইবাৰ মানহঁতে লেওৰত গচকা সাপৰদৰে যাকে য'তে পালে, তাকে যি পাৰিলে কৰিলে। সেই অত্যাচাৰৰ কথা অকথনীয়, অলিখনীয়! তাক সুঁৱৰিলেও হৃৎকম্প হয়।

এইবাৰ গোটেই উত্তৰপাৰ মানৰ কৰতলীয়া হ'ল। ইতিপূৰ্বেই আমাৰ দেশৰ আন আন ঠাই অধিকৃত হৈয়ে আছিলে এইবাৰ উত্তৰপাৰো অধিকাৰ কৰাত, অসমত মানৰ সম্পূৰ্ণ অধিকাৰ হ'ল। চন্দ্ৰকান্ত সিংহ ভটিয়াই গৈছিল বুলিও, তাবেপৰা মানৰ গতি পৰ্যবেক্ষণ কৰি আছিল। যেতিয়া দেখিলে যে মানৰ সৌভাগ্য আকৌ মিটিকিয়াইছে, তেওঁ আকৌ মানৰ ওচৰত শৰণাপন্ন হ'বৰ মন কৰিলে। তেওঁ ভাবিলে বোলে, আদিৰেপৰা মানে তেওঁৰে সৈতে মিত্ৰতা দেখুৱাইছিল, আৰু সিহঁতে তেওঁক ৰজা ভদাও নাছিল। বৰং তেওঁ পলাই অহাতো তেওঁক ৰাজ্য দিবৰ নিমিত্তে সিহঁতে

মাতি পঠাইছিল ; ভয় কৰি তেওঁ মৰ'লতহে মাত্ৰ যোগেশ্বৰ সিংহক ৰজা পাতিছে। এতেকে মানৰ শৰণাপন্ন হ'লে তেওঁৰ কোনো হানি হ'ব নোৱাৰে ; বৰং লাভহে আশা থাকে। কিজানি মানহঁতে দিল হৈ তেওঁক আকৌ ৰজা পাতেই ! এইবিলাক সাত-পাঁচ ভাবি, স্বৰ্গদেৱে প্ৰথমতে গোপনে গোপনে ৰূপেশ্বৰ বুঢ়াগোহাঁই ভাদৰীয়ালৈ সকলো কথা কৈ পঠালে। ভাদৰীয়ায়ো স্বৰ্গদেৱক আহিবলৈ বুলি কৈ পঠালে ; স্বৰ্গদেৱো উজাই আহি মান সেনাপতি মিঙিমাহা তিলোৱাৰ ওচৰ পালেহি ; কিন্তু তেওঁৰ আশা পূৰ নহ'ল। তিলোৱাই তেওঁক আকৌ ৰাজ্য নিদি, ৰংপুৰতে যোগান দি থ'লে। পাচে ৰূপেশ্বৰ বুঢ়াগোহাঁয়ে তলে তলে চন্দ্ৰকান্তসিংহক পেট দিছিল বুলি জানি, যোগেশ্বৰ সিংহ স্বৰ্গদেৱে তেওঁক বুঢ়াগোহাঁই ভাঙি, সেই টৈপৰতলীয়া ফৈদৰে কলিয়নক বুঢ়াগোহাঁই পাতিলে ; আৰু গুৱাহাটীৰপৰা পুৰন্দৰসিংহই পতা পিয়ালী বৰবৰুৱাক আনি উজনিত বৰফুকন পাতি তিলোৱাক কৈ, পুনৰ গুৱাহাটীলৈ পঠাই দিলে।

**কলিয়ন বুঢ়াগোহাঁই**
**পিয়ালী বৰফুকন**

ম'হগড়ত যি যুদ্ধ হয়, কাৰো কাৰো মতে, সেই যুদ্ধৰ পাচতে মিঙিমাহা বন্দুলা মানদেশলৈ উলটি যায় ; আৰু তিলোৱাই কেনেকৈ অসমদেশ ভাঙিলেহি, মান-ৰজাৰ আগত তাৰ গোচৰ দিলেগৈ। কোনো কোনোৱে কয় বোলে, বন্দুলা ইয়াতে থাকি, তিলোৱাক ১৭৪৫ শকত মানদেশলৈ পঠাই দিয়েহি আৰু মিঙিমাহা ক্যাডেং মগাটন্ নামেৰে সেনাপতি এজনক তেওঁৰ বিষয়ত নিযুক্ত কৰে। কোনো কোনোৱে কয় বোলে, বন্দুলা ইয়াতে প্ৰনষ্ট ৰাজ্যৰ পুনঃপ্ৰতিষ্ঠা কৰিয়েই আছিল। মানবিলাকৰ ভিতৰতো যে আটাইবিলাক পিশাচ নাছিল, বন্দুলাই তাৰ প্ৰমাণ। বন্দুলা এজন সু-শাসক আছিল। তিলোৱাই য'ত যি যি নষ্ট কৰিছিলহি, তেওঁ যৎপৰোনাস্তি চেষ্টা কৰি সেইবিলাকৰ পুনৰ প্ৰতিষ্ঠা কৰে। বন্দুলা অলাবেপৰা মানহঁতে অন্ততঃ কিছুদিনৰ নিমিত্তে হ'লেও, দেশ লুৰি ফুৰাতকৈ, প্ৰকৃতৰূপে শাসনকাৰ্য্যৰ প্ৰতি মন দিছিল। আগৰ য'ৰ যি বিষয়া আছিল, তাত সেই সেই বিষয়া পাতিলে, আৰু সেইসকলক পূৰ্ব্বৰদৰে বিচাৰ আৰু শাসনকাৰ্য্যত নিযুক্ত কৰিলে। মানৰ প্ৰতি আক্ৰমণ নকৰিলে, দেশীয় লোকক দণ্ড নকৰিছিল ; কিন্তু যেতিয়া দেশীয় লোকে মানক আক্ৰমণ কৰে, তেতিয়াহলে তাক উপযুক্ত শাস্তি দিছিল। শাস্তি দিওঁতে হ'লে যিমান উগ্ৰ হ'ব পাৰে, তাত একো বিবেচনা নকৰিছিল। প্ৰায় অপৰাধীক দীঘলে দীঘলে পেট ফালি প্ৰাণ নষ্ট কৰা হৈছিল। সিহঁতে অপৰাধীক যেনে একপ্ৰকাৰে বধিছিল যে আজিও মানুহে বুলিলে কম্পমান হয়। কামৰূপৰ কালেও পূৰ্ব্বৰ দৰে চৌধুৰী প্ৰভৃতি পতা হৈ বিষয়-কাৰ্য্য চলোৱা হৈছিল। মানহঁতে হেনো একোভাল খৰিকা টানি আনি, সেই অনুসাৰে 'খৰিকা-টনা' নামে মানুহবপৰা কৰ আদায় কৰিছিল। আৰু বন্দুলাই সৈন্যৰ আৰু নিজৰ খৰচ বুলি, এই দেশৰ মাটি

**মানৰ দিন**

থকা ভাল মানুহখিনিত বাজে অপাইকান চমুৱাৰ ৰবমুৰি আৰু পাইকানবোৰৰ পোৱামুৰি ৫ টকা হিচাপে বৰঙনি লৈছিল। ইয়াৰ পূৰ্ব্বে হেনো মানইঁতে কৰ বা বৰঙণি বুলি একো লোৱা নাছিল।

ইতিপূৰ্ব্বে মহ'গড়ৰ যুদ্ধত হাৰি চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱ যেতিয়া গুৱালপাৰাৰ ইংৰাজৰ ৰাজ্যত সোমাইছিলগৈ, তেতিয়া তিলোৱাই ভয় দেখুৱাই ইংৰাজলৈ এখন চিঠি লিখে। সেই সময়ত অসমত মানে অধিকাৰ কৰি থকাৰ হেতুকে, কোচবেহাৰৰ কমিচনাৰ ডেভিড্ স্কট্ চাহাবে গুৱালপাৰাত এদল সৈন্য থৈছিল আৰু সেই সৈন্যদলৰ অধিপতি, লেফ্‌টেনেণ্ট ডেভিড্‌চন্ চাহাব আছিল। তিলোৱাৰ সেই ভয়-প্ৰদৰ্শক চিঠি ডেভিড্‌চন্ চাহাবৰ হাতত পৰাত, তেওঁ সেই চিঠি স্কট চাহাবলৈ পঠায়। সেই চিঠিত তিলোৱাই এইদৰে লিখিছিলে বোলে, আমাৰ ৪০ জন ৰজাৰ অধীনত ১৮০০০ যোদ্ধাক সেনা আছে; আমাৰ সকলো প্ৰজাৰ ইচ্ছা যে কোম্পানীয়ে সৈতে মিত্ৰতা ৰাখোঁ, আৰু কোম্পানীৰ ৰাজ্যৰ সীমালৈ নাযাওঁ। কিন্তু যদি চন্দ্ৰকান্তসিংহ ৰজাক আশ্ৰয় দিয়া হয়, তেনেহলে আমি কোম্পানীৰ ৰাজ্যৰ য'তে থাকে তাৰে পৰা বলেৰে ধৰি আনিবলৈ আমাৰ ৰজাৰপৰা আজ্ঞা পাইছোঁ। এই চিঠি পাই, স্কট্ চাহাবে গৱৰ্ণৰ জেনেৰেললৈ পঠালে আৰু লিখিলে যে মানইঁতৰ পৰাক্ৰম ক্ৰমশঃ বাঢ়িবলৈ ধৰিছে, আৰু সম্ভৱতঃ তেওঁবিলাকক শীঘ্ৰে সিহঁতে জোকাব। তেতিয়া লৰ্ড হেষ্টিংচ্ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল আছিল। তেওঁ স্কট্ চাহাবৰ চিঠি পাই ঢাকাত থকা ইংৰাজ সৈন্যাধ্যক্ষক আদেশ দিলে যে স্কট্ চাহাবে যি সাহায্য খোজে তাক দিব লাগিব, আৰু মানইঁত তেওঁলোকৰ ৰাজ্যত সোমালে, সিহঁতক বলেৰে খেদি দিয়া যাব। মানে ইয়াৰ গম পাই, সেইফালে আৰু জোকাবলৈ সাহ নকৰিলে।

উত্তৰ পাৰ দখল কৰিয়েই মানৰ আকল বাঢ়িল। সিহঁতে ভাবিলে যে ডাঙৰ দেশ অসম দেশ ল'ব পৰা হ'ল যেতিয়া সৰু-সুৰা কাছাৰ, মণিপুৰ এইবোৰক কোনে সোধে! এই ভাবি সিহঁতে লাহে লাহে সেই ফাললৈ হাত বঢ়াবলৈ ধৰিলে। "লোভত পাপ, পাপত মৃত্যু"—এই লোভ আৰু পাপত সিহঁতৰ দিন চমু চাপি আহিল। কছাৰত সেই সময়ত চৰ্জিত সিংহ ৰজা আছিল। তেওঁ ভয় পাই ইংৰাজ গৱৰ্ণমেণ্টলৈ আৰ্জি কৰিলে যে তেওঁৰ ৰাজ্য মানইঁতে আক্ৰমণ কৰিব খুজিছে, ইংৰাজ গৱৰ্ণমেণ্টে যদি এই সময়ত তেওঁক ৰক্ষা কৰে, তেনেহলে গৱৰ্ণমেণ্টৰ তেওঁ বশ্যতা স্বীকাৰ কৰিব। গৱৰ্ণমেণ্টে অলপ ইতস্ততঃ কৰি মান সেনাপতিক কাছাৰ আক্ৰমণ কৰিবলৈ হাক দিলে; মান সেনাপতিয়ে কিন্তু সেই কথা নামানিলে। মানে জয়ন্তাৰ ৰজাকো ভয় দেখুৱাবলৈ ধৰিলে। মণিপুৰত আগৰপৰাই একৰকম মানৰ হাত আছিল; এতিয়া কেউফালৰপৰা এইদৰে হাত মাৰি, মানইঁত ইংৰাজৰ সীমালৈ আগবাঢ়িবলৈ ধৰিলে। আগবাঢ়িয়েই কান্ত নহৈ, চট্টগ্ৰামৰ ওচৰত ইংৰাজৰ অধীনৰ 'চাহপুৰী' নামেৰে সৰু দ্বীপ এটাত

সিহঁতে দখল কৰিলে। ৰুচিছ সিংহৰ গাত এইখিনি দিন মানে হাত দিবলৈ সাহ কৰিব নোৱাৰিছিল, এতিয়া হাত দিলে। ৰুচিছ সিংহ গৰ্জন কৰি উঠিল। এই সময়ত লৰ্ড আমহাৰ্ষ্ট গৱৰ্ণৰ জেনেৰেল হৈ আছিল। তেওঁ ১৭৪৬ শকত (ইং ১৮২৪ চন) মানৰ লগত যুদ্ধ কৰিবলৈ আদেশ দিলে। শ্ৰীহট্ট আৰু জয়ন্তাৰ কালে স্কট্ চাহাব আৰু

**মানৰ বিৰুদ্ধে ইংৰাজৰ যুদ্ধ ঘোষণা**

গুৱালপাৰাৰ কালে মেক্‌মৰিণ চাহাবে সেনা লৈ ১২ মাৰ্চ তাৰিখে মানক আগুৰি ধৰিবলৈগৈ। মানে চুৰ্ত্তি-বুদ্ধি এৰি পলাবলৈ ধৰিলে। গুৱাহাটীত যিবিলাক মান আছিল, সেইবিলাক ইংৰাজ অহা বাৰ্ত্তা শুনিয়েই ২৮ মাৰ্চ তাৰিখে পলাল। এই পলায়নত মানৰ অত্যাচাৰ কেউবাৰতকৈ বাঢ়িল। দোষী নিৰ্দ্দোষী যাকে ব'তে পালে মানে প্ৰাণৰ ভয়ত তাকে ত'তে কাটি, উজাই পলাবলৈ ধৰিলে। স্কট্ চাহাবে সেই দেখি সেইফালে মানক খেদি খেদি নগাওঁ সোমালহি। সন্মুখত বাধিৰা দেখি, মেক্‌মৰিণ চাহাব গুৱাহাটীলৈ ব'ল। স্কট্ চাহাবে মেক্‌মৰিণ চাহাবে সৈতে সাক্ষাৎ কৰিবৰ মনেৰে তেওঁৰ প্ৰধানস্থ হৰ্চ্চৰৰা নামেৰে সৈন্যাধ্যক্ষ এজনক নগাৱঁত থৈ, ১৫ এপ্ৰিলৰ দিনা গুৱাহাটীলৈ গ'ল। স্কট্ চাহাব অহা ভু পায়েই মানহঁত নগাৱঁৰপৰা উজাই কলিয়াবৰ পালেগৈ। স্কট্ চাহাব ভটিয়াই যোৱা শুনি, আৰু হৰ্চ্চৰৰা চাহাবৰ তলত কিছুমান সেনা থকা শুনি, মানহঁতে হৰ্চ্চৰৰাক আক্ৰমণ কৰিবৰ ভাব কৰিলে। ইতিমধ্যত, কেপ্তেইন্ ৰিচাৰ্ডচ্ চাহাবে গুৱাহাটীৰপৰা নতুন সৈন্য লৈ হৰ্চ্চৰৰাৰ লগ ধৰিলেগৈ। মানে নতুন সেনা অহা শুনিয়েই ৰাহলীগড় ওলালগৈ। তাৰ ওচৰতে এদিন মানে সৈতে ৰিচাৰ্ডচ্ চাহাবৰ অলপ যুদ্ধ হয়; মানহঁত তাত হাৰি পলাল। অসমৰ প্ৰজাক যে ইতিপূৰ্ব্বে সিহঁতে অত্যাচাৰ কৰিছিল, ঈশ্বৰে এতিয়া তাৰ ফল সিহঁতক দিবলৈ ধৰিলে। মান পলালে, ইংৰাজৰ সেনাই খেদি খেদি সিহঁতক সন্ধীনেৰে খুচি খুচি মাৰে। মানে আকৌ এদিন হাটৰৰ নামেৰে ঠাই এডোখৰত ৰিচাৰ্ড চাহাবক আক্ৰমণ কৰে। সেই-দিনাও সিহঁতৰ আগৰ দুৰ্দ্দশাই হয়; দুভাগমান কটা গ'ল, এভাগ কলং নৈ পাৰ হওঁতে তাতে বুৰি মৰিল। এইবাৰ পৰাস্ত হোৱাৰপৰা মান উজাই ম'ৰাবুৰলৈ গ'ল। তাত সিহঁতৰ বিস্তৰ সেনা নাছিল।

আমাৰ মানুহে ইংৰাজ সেনাৰ হাতত এইদৰে মানৰ বিপত্তি দেখি, সিহঁত যে কিমান পানীৰ মাছ, তেতিয়াহে বুজি উঠিল। আমাৰ প্ৰজায়ো এতিয়া সিহঁতক ধৰি ধৰি মৰা-কটা কৰিবলৈ ধৰিলে। ইংৰাজ সেনাক উদ্ধাৰ-কৰোঁতা হেন ভাবি, আমাৰ মানুহবিলাকে খোৱা-লোৱা সকলো বিষয়তে যিমান পাৰিলে সিবিলাকক সাহায্য কৰিবলৈ ধৰিলে। কাপ্তান ওৱেলচ্ চাহাবে উত্তৰপাৰে গৈ, মানৰ কোঠ ভাঙি দিয়াত, মান উজাই উজনিৰফালে আহিল; সিপাৰে সিহঁতৰ বৰ আধিপত্য নাছিল। লাহে লাহে ইং ১৮২৪ চনৰ (১৭৪৬ শক) মেই মাহত কলিয়াবৰলৈকে এইদৰে অসমদেশ

ইংৰাজৰ কৰতলীয়া হ'ল। এনেতে অকস্মাৎ সেই সময়ত মেক্‌মৰিণ চাহাব মৰাত, মানহঁতে আকৌ ম'ৰামুখৰপৰা ভটিয়াবলৈ ধৰিলে। এইবাৰ কিন্তু সিহঁত দেশ ল'বলৈ অহা নাই; যাৰৰ সময়ত লুটি-পুটি যি পায়, বুটলি ল'বলৈহে আৰু কৈতৰ পূৰাবলৈ আহিছিল। মেক্‌মৰিণ চাহাব মৰাৰ পাচত, ৰিচাৰ্ডচ্‌ চাহাব সেনাপতি হ'ল। মান আকৌ অহা শুনি, তেওঁ নিজে কিছুমান সেনা লৈ ব্ৰহ্মপুত্ৰেদি উজাই গ'ল; আৰু কিছুমান সেনা কলঙেদি নগাঁৱলৈ পঠাই দিলে। ইংৰাজৰ সেনাৰ নাম শুনিয়েই মান আকৌ ফৰিং চিটিকাদি চিটিকিল। এইবাৰ মানহঁত পলাওঁতে নগাঁৱত যি অত্যাচাৰ কৰিলে, নগঁঞা মানুহে তাক কেতিয়াও পাহৰিব নোৱাৰে। পুৰণিগুদামৰ ভাটীৰ সাত মাইলৰ মাজৰ ঠাই ডোখৰক কাথৰিগাঁও বোলে। মানহঁত পলাবৰ সময়ত এই

**কাথৰিগাঁৱৰ জাকি**

কাথৰিগাঁৱত এটা 'জাকি' দিয়ে। এই 'জাকি'ৰ কথা পুৰণিগুদামৰ ওচৰৰ বুঢ়া বুঢ়া মানুহে আজিলৈকে কয়। স্কট্‌লেণ্ডৰ গ্লেনকোৰ হত্যাকাণ্ড বা 'অন্ধকূপ' হত্যাৰ অত্যাচাৰৰ অমানুষিক নৃশংসতাও এই 'জাকি'ৰ সমতুল নহয়। জাকিখন ঘৰ এটাৰ ভিতৰত পাতিছিল। ভিতৰত থাক্‌-থাক্‌কৈ দুখন ভাল বাঁহৰ চাং পাতি, তাতে যাকে য'তে পালে ধৰি আনি ভৰাই বাহিৰৰ ফালৰপৰা দুৱাৰ মাৰি, ঘৰটোত জুই লগাই দিলে। কোনোবাই কেনেবাকৈ ওলাই পলায় বুলি, হাতত টাঙোন লৈ মানবিলাকে সেই ঘৰৰ চতুৰ্দ্দিক ৰক্ষা কৰি আছিল। যি দুটা এটা ওলাই পলাব খুজিছিল, সিহঁতক ধৰি আনি, প্ৰজ্বলিত অগ্নিকুণ্ডত পেলাই দিবলৈ ধৰিলে!! হু-হু কৰে অভ্ৰংলেহী অগ্নি-শিখা প্ৰজ্বলিত হৈ উঠিল। সেই দুৰ্দ্দশাগ্ৰস্ত জীৱবিলাকে ছট্‌-ফট্‌ ধৰ্‌-ফৰ্‌ কৰিবলৈ ধৰিলে। সেই প্ৰচণ্ড অগ্নিৰ তাপত সিহঁত আৰু কিমানপৰ থাকিব পাৰে! এখন্তেকতে সেই নিৰপৰাধী জীৱবিলাকৰ "অনাহকত পুৰি মাৰে ঔ। কোনে পাৰ মাথহঁক ঔ!!" ইত্যাদি গগণভেদী আৰ্ত্তনাদ নিজম পৰিল। সিহঁতৰ শৰীৰ ভস্মৰাশিত পৰিণত হ'ল!! মানৰ এই পৈশাচিক 'নৰমেধ যজ্ঞ'ৰ ক্ৰিয়া সাঙ্গ কৰি হুতাশনে সাম্য মূৰ্ত্তি গ্ৰহণ কৰিলে। কাথৰিগাঁৱৰ ওচৰত এই হত্যাকাণ্ডৰ এমাহমানৰ পাচলৈকো হেনো এই জাকিৰ চাৰিও-ফালে সন্ধ্যা সময়ত "অনাহকত পুৰি মাৰে ঐ!" ইত্যাদি চিঞৰ শুনিছিল। ইয়াৰ অৰ্থ কি ক'ব নোৱাৰি। সম্ভৱতঃ সেই জীৱবিলাকৰ মৃত্যুকালীন আৰ্ত্তনাদ বহুত দিনলৈকে ওচৰ-চুবুৰীয়াবিলাকৰ কাণত জাগ্ৰত থকাত, তেওঁলোকে সচেতনতো প্ৰতি মুহূৰ্ত্তে সেই-বিলাক চিঞৰ শুনা যেন পাইছিল।

এই কাথৰিগাঁৱৰ 'জাকি'ৰ কাৰ্য্য সমাধা হ'লত, মানহঁত উজাই পলাবলৈ ধৰিলে। ঠায়ে ঠায়ে কোনো কোনো ঘৰ সোমাই মতাবিলাকক ঘৰৰ খুঁটাত বান্ধি, সিহঁতৰ অৰ্দ্ধাঙ্গিনী তিৰোতাবিলাকৰ সতীত্ব নষ্ট কৰি, দুই হাতে দুই ভৰিত ধৰি, দুফাল দুফাল

কৰি মাৰিলে ॥ কোনো ঠাইত তিৰোতা লগাই, মতাকে মাটিত দীঘলকৈ পেলাই লৈ মনৰ আক্ৰোশত চোকাদায়ে মাছ কচাৰ-দৰে কাচিলে ॥ কোনো ঠাইত মাকৰ কোলাৰপৰা কেচুৱা ল'বা কাঢ়ি লৈ, মাকক নগ্ন-শাস্তি কৰি, তাইৰ আগতে তামোলগছত তাইৰ কোলাৰ ল'ৰাৰ মূৰ আফালি ভাঙি, আৰু তাইক তৰা কলাদি ফালি মাৰিবলৈ ধৰিলে। কোনো কোনো ঠাইৰপৰা গুৱনী গুৱনী চাই কেতবিলাক তিৰোতাক জাত মাৰি লগত লৈ যাবলৈ ধৰিলে। কোনো কোনো ঠাইত জুই লগাই দি গাৱেঁ গাৱেঁ পুৰি মাৰিলে ॥ এনেকুৱা নানাপ্ৰকাৰ নৃশংস আচৰণত এই সময়ত আমাৰ দেশৰ যি দুৰৱস্থা হৈছিল, তাক লিখা অতি বাহুল্য। সংক্ষেপে ক'বলৈ গ'লে, সেই সময়ত প্ৰজাৰ ধন-প্ৰাণ-মান একেবাৰেই স্থিৰ নাছিল। কৃষি, বাণিজ্য, শিল্প, প্ৰায় সকলো কাৰ্য্য স্থগিত আছিল। অনেক লোকে মানৰ ভয়ত আপোনাৰ প্ৰিয়পুত্ৰ, পত্নী, কন্যা আদিকো পৰিত্যাগ কৰিবলৈ বাধ্য হৈছিল; আৰু অনেকে আপোনাৰ ধন-সম্পত্তিলৈ নাচাই, প্ৰাণমাত্ৰ লৈ বিদেশলৈ পলাইছিল। এনেকি মানে খেদি আহি পাব, এই ভয়তে শিশু-সন্তানৰ কান্দোন নিবাৰিব নোৱাৰি আপোন পিতৃ মাতৃয়ে তাক বধ কৰিছিল। এই সময়ত আমাৰ দেশৰপৰা ভাগি পলাই যোৱা অনেক লোকৰ সন্তান-সন্ততি এতিয়াও বঙ্গালদেশৰ নানা ঠাইত পোৱা যায়।

**মানৰ সময়ত মানৰ অত্যাচাৰ**

মানৰ দিনত আমাৰ মানুহৰ ওপৰত যি অমানুষিক অত্যাচাৰ হৈছিল, সেই অত্যাচাৰ কেৱল মানইতৰপৰাই হোৱা নাছিল। আমাৰ দেশৰো ভালেমান দুষ্ট মানুহে ছদ্মবেশী মান হৈ অনেক উপদ্ৰৱ কৰিছিল। সেইবোৰক পাচলৈ আমাৰ মানুহে 'দোৱনীয়া' বুলিছিল।

**'দোৱনীয়া'**

প্ৰকৃত যি মান, তাতকৈ ইসকলৰহে অত্যাচাৰ প্ৰবল আছিল। সিহঁতে জুম-বান্ধি আহি 'চৌ-পাক-লৌ' (মানুহ গোন্ধাইছে) বুলি চিঞৰ মাৰি, অকস্মাতে আহি, মানুহক লুট-পাট্ কৰি নানাৰকম উপদ্ৰৱ কৰিছিল। দেশ জয় কৰা, নিজৰ আহাৰ সংগ্ৰহ কৰা, আৰু ধন উপাৰ্জ্জন কৰাই মানবিলাকৰ মুখ্য উদ্দেশ্য আছিল; কিন্তু এই নিষ্ঠুৰ 'দোৱনীয়া'বোৰে হিংসা লোভ প্ৰভৃতি ৰিপুৰ বশৱৰ্ত্তী হৈ মানুহক অনেক অত্যাচাৰ কৰিলে। এই কালৰ কোনো এটি লোকৰ, বা এটি পৰিয়ালৰ জীৱন-চৰিত লিখিলেই এখনি ভাল পুথি হ'ব পাৰে। মানৰ উপপ্লৱত আমাৰ দেশ প্ৰায় জনশূন্য হ'ল। মানুহবোৰৰ মনত এনে হ'লগে যে কেতিয়াকৈ পৰমেশ্বৰে এই অত্যাচাৰৰপৰা উদ্ধাৰ কৰে। সেই যাহ'ক, ইংৰাজ সেনাৰ নাম শুনি মানইত ৰ'ৱামুখৰপৰা পলাবলৈ ধৰিলে হয়, কিন্তু বিচাৰ্ড্‌চ্‌ চাহাবৰ সেনাই সিহঁতক ভৰিয়ে ভৰিয়ে খেদিবলৈ ধৰিলে; আৰু হাবিয়ে-বননিয়ে পলাই থকা আমাৰ মানুহবিলাকো লাহে লাহে এক-দুইকৈ ওলাই আহিল।

মিঙিমাহা কাভেং মগাউনৰ তলত আমাৰ দেশত শ্যাম আৰু বগলী নামেৰে দুজন মানৰ ফুকন বিষয়া আছিল; আৰু সকলোৰে ওপৰত 'বুঢ়া বজা' বুলি সৈন্যাধ্যক্ষও আছিল।

**শ্যাম আৰু বগলীফুকন**

যেতিয়া আমাৰ মানুহবিলাক হাবি-বননিৰ-পৰা ওলাই আহি ইংৰাজ সেনাক সহায় কৰিবলৈ ধৰিলে তেতিয়া মানৰ তৰপি নাইকিয়া হ'ল। বিপদৰ সময়ত মানুহৰ বুদ্ধি হেৰায়। তাতে সিহঁতৰ মহাপাপৰ গতিকে সিহঁতৰ ভিতৰতে আত্মকলহ হ'ল। ইটোৱে সিটোক দোষ দিবলৈ ধৰিলে। এইদৰে আত্মকলহ কৰি শ্যামফুকনৰ তলতীয়া কিছুমান সেনাই গোপনে ষড়যন্ত্ৰ কৰি এই দেশৰ মান সৈন্যাধ্যক্ষ 'বুঢ়া বজা'ক বধ কৰিলে। বিচাৰ্ডচ্ চাহাবৰ সেনাই এই আত্মকলহৰ সুযোগ পাই তালৈকে মানক খেদি নিলে; মানহঁত পলাই যোৰহাট পালেহি।

**ইংৰাজ সেনাৰ শেষ ৰণ**

ইংৰাজ সেনাই গৌৰীসাগৰত শিবিৰ স্থাপন কৰিলেগৈ। মানহঁতে যোৰহাটৰ কোঠত জুই লগাই দি ৰংপুৰলৈ পলাই গ'ল। বিচাৰ্ড্‌চ্ চাহাবে বুজ পাই সিহঁতৰ বিৰুদ্ধে সেনা এজাক পঠালে। এই সেনাজাকৰ লগত গৌৰীসাগৰৰ ওচৰতে মানৰ ১৮২৫ চনৰ ( ১৭৪৭ শক ) ২৯ জানুৱাৰীৰ দিনা এখন ৰণ হয়। এই ৰণত মানবিলাক সমূলি হাৰিল। ইংৰাজ সেনাই সিহঁতক আমাৰ মানুহক কৰা অত্যাচাৰ সোঁৱৰাই সোঁৱৰাই কচু-কটা দি কাটিলে।

মান সেনাবিলাক ছিন্নভিন্ন হ'ল; আৰু সিহঁতৰ সেনাপতিসকলৰ ভিতৰতো দুই ভিন্ন ভিন্ন মত হ'ল। শ্যাম ফুকনৰ আৰু বগলী ফুকনৰ সন্ধি কৰিবৰ মত হ'ল; কিন্তু আনবিলাকৰ মত হ'ল যে ৰণ কৰে। সেই যাহ'ক, প্ৰধান ফুকন দুজনাৰ মতেই শেষত বলী হ'ল। শ্যাম আৰু বগলীফুকনে সন্ধি কৰিবৰ মনেৰে বিচাৰ্ড্‌চ্ চাহাবৰ ওচৰলৈ কটকী পঠালে।

**সন্ধিৰ প্ৰস্তাৱ**

বিচাৰ্ড চাহাবেও সময়ৰ বিষম অৱস্থা দেখি ভাবিলে যে এই সুযোগ আশ্ৰয় কৰা অতি কৰ্ত্তব্য; কিয়নো সিবছৰতে মানক দেশৰপৰা খেদাব নোৱাৰিলে, কিজানি দেশৰ অৱস্থাৰ মূল অভিপ্ৰায় সিদ্ধি নহয়েই; আৰু বিশেষকৈ খাৰ-বাৰুদ আৰু খাদ্যসামগ্ৰীৰো নাটনি হ'ব পাৰে। এনে আশংকা কৰি বিচাৰ্ডচ্ চাহাব সেই সন্ধিৰ প্ৰস্তাৱত সন্মত হ'ল। সন্ধিত ইয়াকে স্থিৰ কৰিলে যে মানহঁতে আৰু এইদেশত একো উপদ্ৰৱ নকৰিব। যিবিলাক মান ব্ৰহ্মদেশলৈ উলটি যাব খোজে, সিহঁত যাওক; যিবিলাক এই দেশতে থাকিব খোজে, সিহঁত শান্তভাৱে এই দেশতে থাকক। এই সন্ধিৰ প্ৰস্তাৱ কাৰ্য্যলৈ পৰিণত কৰোঁতে, ধৰ্ম্মধৰ ব্ৰহ্মচাৰী নামে বৌদ্ধ পুৰোহিত এজনে বিশেষ সহায় কৰিছিল।

**ধৰ্ম্মধৰ ব্ৰহ্মচাৰী**

তেওঁ লঙ্কাৰ বা সিংহলৰ অধিবাসী, আৰু ব্ৰহ্মদেশৰ আবা নগৰত থাকি বিদ্যাশিক্ষা কৰিছিল; আৰু সেই সময়ত তেওঁ বিচাৰ্ডচ্ চাহাবৰ তলে ইংৰাজসেনাৰ সেনানায়ক আছিল। এই সন্ধি হৈ

যোৰাৰ পাচত, দুহেজাৰমান মানসেনাই সিহঁতে জাতি নষ্ট কৰা প্ৰায় নহেজাৰমান আমাৰ দেশী তিৰোতা লৈ মানদেশলৈ উলটি গ'ল। কেতবিলাক পৰ্ব্বতৰ দাঁতিৰ পাৰে ব'লগৈ; আমাৰ দেশ এৰি যাব একেবাৰেই নগ'ল। এনে প্ৰবাদ আছে যোলে, মানহঁতে এই দেশৰপৰা ত্ৰিশ হেজাৰমান মানুহ সিহঁতৰ দেশলৈ লৈ যাবলৈ ধৰিছিল; কিন্তু ইংৰাজৰ ফৌজ আগবঢ়াত সেইটো কৰিব নোৱাৰিলে, তথাপিও কিন্তু, সিহঁতে জাতি নষ্ট কৰা নহেজাৰ তিৰোতাৰ উপৰিও, মুনিহে-তিৰোতাই চাৰি-পাঁচ হেজাৰ-মান মানুহ লৈ গ'ল।

আমাৰ দেশৰ এনে দুৰবস্থা দেখি, চিংফৌ, খামতি প্ৰভৃতি পৰ্ব্বতীয়া জাতি-বিলাকেও আমাক হিংসা অসূয়া কৰিবলৈ ধৰিলে। আমাৰ দেশত মানহঁত থাকোঁতে, বিশেষকৈ চিংফৌবিলাকে আমাৰ মানুহক মাজে মাজে সুবিধা বুজি বৰ অত্যাচাৰ কৰি আছিছিল। এতিয়া প্ৰায় ১৫০০ মান চিংফৌ গোটখাই সদিয়াত সদিয়াখোৱা গোহাঁইৰ অধিকাৰৰ ৰাজ্যত আৰু মটকৰ বৰ সেনাপতিৰ দেশ আক্ৰমণ কৰিলে। সদিয়াখোৱা গোহাঁই আৰু সেনাপতি দুয়ো ইংৰাজৰ সহায় খোজাত, ইংৰাজে সহায় কৰিবলৈ মান্তি হ'ল। তাৰ দোখ এই দেশত থাকি যোৱা মানখিনিয়েও চিংফৌহঁতৰ লগত যোগ দিলে, আৰু তলে তলে পুনৰ এই দেশ আক্ৰমণ কৰিবলৈ যো-জা কৰিলে; সিহঁতৰ কিন্তু সেই উদ্যোগ আৰু সফল নহ'ল। স্কট্ চাহাবে দেশত শান্তিৰক্ষাৰ নিমিত্তে বিশেষকৈ মন দিলে; আৰু কাপ্তান নিউবিল চাহাবৰ লগত কিছুমান সেনা দি, চিংফৌ-বিলাকৰ বিৰুদ্ধে পঠাই দিলে। নিউবিল চাহাব গৈ চিংফৌবিলাকক মটকৰাজ্য আৰু

**মানহঁতৰ আসাম ত্যাগ; চিংফৌৰ বশ্যতা স্বীকাৰ; বৰ সেনাপতিৰ সন্ধি**

সদিয়াৰপৰা খেদাই নি, বিছাৰ চাৰিওফালে থকা চিংফৌ গাঁওবিলাক জুই দি পুৰিলে। তাকে দেখি, ভয়তিৰ নোৱৰা যেন দেখি মানহঁত একেবাৰেই আমাৰ দেশ এৰি পলাল; আৰু চিংফৌহঁতেও ইংৰাজৰ বশ্যতা স্বীকাৰ কৰিলে। তাৰ পাছত নিউবিল চাহাবৰ লগত বৰ সেনাপতিয়ে এক সন্ধি কৰে, সেই সন্ধিৰ চৰ্ত্তমতে, বৰ সেনাপতিয়ে ইংৰাজৰ বশ্যতা স্বীকাৰ কৰে, আৰু তেওঁৰ দেশৰ ৩ অংশ পাইক ইংৰাজ গবৰ্ণমেণ্টৰ কাৰ্য্যত খটাবলৈ স্বীকাৰ পায়।

চন্দ্ৰকান্তসিংহ স্বৰ্গদেও সেই সময়ত ৰংপুৰত আছিল; শ্যাম আৰু বগলীফুকনে সৈতে যোগেশ্বৰসিংহ স্বৰ্গদেও যোৰহাটত আছিল। স্কট্ চাহাবে তেওঁলোক কেউজনক প্ৰায় একে ঠাইতে থকা দেখি, আকৌ বিদ্ৰোহৰ আশঙ্কা কৰি তেওঁবিলাকক ভটিয়াই

**যোগেশ্বৰসিংহৰ মৃত্যু**

পঠালে। যোগেশ্বৰসিংহ ১৭৪৭ শকত যোগীঘোপাত মৰিলগৈ; চন্দ্ৰকান্তসিংহ গুৱাহাটীতে থাকিল। কৰ্ণেল বিচাৰ্ডচ্, আৰু স্কট্ চাহাবৰ ওপৰত এই দেশৰ ভাৰ সমৰ্পণ কৰিয়েই গৱৰ্ণৰ জেনেৰেল লৰ্ড আমৃহাৰ্ষ্ট নিতব্ধ হৈ থকা নাছিল। মানৰ বলক উপযুক্ত শিক্ষা দিবৰ নিমিত্তে

চাৰ আৰ্চিবল্ড্ কেম্বেল চাহাবৰ তলত ভেওঁ সেনা কিছুমান দি সমুদ্ৰেদি ব্ৰহ্মদেশলৈ (বা মানদেশলৈ) পঠাই দিলে। বাৰিষা কাল, তাতে খাদ্যদ্ৰব্যৰ নাটনি, এইবিলাক নানা প্ৰকাৰ অসুচলত ইংৰাজ সেনাই নানা প্ৰকাৰ কষ্ট পালে; কিন্তু বহুতদিন সেই কষ্ট নাথাকিল। নতুন যোগানে সেনাবিলাকক নতুন বলেৰে বলী কৰি তুলিলে। এইবোৰ মানসেনাৰ সেনাপতি আছিল মিঙ্গিমাহা বন্দুলা। ব্ৰহ্মদেশৰ বুৰঞ্জী পঢ়িলে জনা যায় যে এওঁ এগৰাকী বিচক্ষণ বহুদৰ্শী আৰু সাহীয়াল বীৰপুৰুষ আছিল। ইৰাৱতী নদীৰ এখন শাখা নৈৰ পাৰত ডনাবু (Donabyu) নগৰত কোঠ পাতি বন্দুলা সেনাপতি সসৈন্যে বাস কৰিছিল। ডনাবুৰ ওচৰৰ Henzada নামেৰে ঠাইত ইংৰাজ সেনাপতি চাৰ আৰ্চিবল্ড্ কেম্বেল চাহাবে দুৰ্গ নিৰ্মাণ কৰি ইং ১৮২৫ চনত (১৭৪৭ শকত) যুদ্ধ কৰে; সেই যুদ্ধতে বৰটোপৰ গুলী লাগি বন্দুলাৰ প্ৰাণ হানি হয়; আৰু ইংৰাজ সেনাৰ জয় হয়। সেই যুদ্ধতেই মানহঁতৰ কঁকাল পৰিল। ইং ১৮২৪ চনত (১৭৪৮ শকত) পেগান নামেৰে ঠাই এডোখৰত আকৌ যুদ্ধ হয়। তাত দুহেজাৰ ইংৰাজ

**ইয়াণ্ডাবুৰ সন্ধি**

সেনাই ওঠৰ হেজাৰ মান-সেনাক পৰাস্ত কৰি খেদি নিয়ে। ইংৰাজ সেনাই মান-সেনাক খেদি নি ইয়াণ্ডাবু পোৱালেগৈ। মানৰ ৰজাই বিষম ত্ৰাস পাই, তাতে ইংৰাজৰ লগত সন্ধি কৰি লেখা-পঢ়া কৰে। ইয়াকে "ইয়াণ্ডাবুৰ সন্ধি" বোলে। ইং ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীৰ দিনা এই সন্ধি হয়। এই সন্ধিৰ বলেৰেই ইংৰাজে মানৰ হাতৰপৰা আৰকান, মাৰ্টাবান, টেনাচোৰিম্ আৰু অসমদেশ লয়। এই সন্ধি-পত্ৰত আমাৰ অসমদেশৰ সম্পৰ্কে এইদৰে লেখা হৈছিল।*

এই ইয়াণ্ডাবুৰ সন্ধিতে অসমদেশ সম্পূৰ্ণৰূপে বৃটিছ সিংহৰ (ইংৰাজ গৱৰ্ণমেণ্টৰ) কৰতলগত হৈ, মানৰ অত্যাচাৰ পাহৰি, মহাসুখে, নিৰলমনে, ঘৰ-দুৱাৰ মুকলি কৰি শুই,

**"মানৰ দিন"**

**(৩ বছৰ ১০ মাহ ১৯ দিন)**

নিৰ্বিঘ্নে দিন কটাব লাগিছে। ১৭৪২ শকৰ চ'ত মাহৰ দুদিন থাওঁতে চন্দ্ৰকান্তসিংহ স্বৰ্গদেও সিংহাসন এৰি, ভটিয়াই যাবৰেপৰা ১৭৪৬ শকৰ ২১ মাঘলৈকে (যিদিনা শ্যাম আৰু বগলীফুকনে সৈতে, দেশত হুলস্থুল নকৰি নিজ দেশলৈ মান উলটি যাবৰ নিমিত্তে বন্দবস্ত কৰি ডেভিড স্কট্ চাহাবে "একৰাৰ" লয়) মুঠে তিনিবছৰ দহ মাহ ঊনৈশ দিন মানহঁতে অসমদেশ অধিকাৰ কৰে।

* "Article 2—His Majesty the king of Ava renounces all claims upon,—and will abstain from all future interference with; the Principality of Assam, and its dependencies, and also with the contiguous petty states of Cachar and Jyantia—"

# ডেভিড্ স্কট্

১৭৪৬ শকৰ মাঘ মাহত স্কট্ চাহাবে কৰ্ণেল ৰিচাৰ্ডচ্ চাহাবে সৈতে পৰামৰ্শ কৰি, প্ৰথমতে আঠ ৰৰকাকতীৰপৰা এই দেশৰ জমাজমিৰ তাৰত কাকত বুজি ল'লে; আৰু দক্ষিণ পাৰে ধনশিৰী নদী, উত্তৰ পাৰে বিশ্বনাথৰ ভাটীৰ ভৰলী নৈ এই দুই নৈকে মাজ সীমা ধৰি "উজনি" আৰু "নামনি" দুই খণ্ড কৰি, গৱৰ্ণমেণ্টৰ আজ্ঞামতে "নামনি খণ্ড"ত স্কট্ চাহাবেই "গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিচনাৰ চিনিয়ৰ" খিতাপ লৈ অধিকাৰ হ'ল, "উজনি খণ্ড"ত কৰ্ণেল ৰিচাৰ্ড চাহাবে সেইদৰে গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিচনাৰ জুনিয়ৰ খিতাপ লৈ, দেশ শাসন কাৰ্য্য হাতত ল'লে। এইকাৰণে নামনি খণ্ডক "চিনিয়ৰী মোতালক" আৰু উজনি খণ্ডক "জুনিয়ৰী মোতালক" বোলে। স্কট্ চাহাব যদিও "চিনিয়ৰী মোতালক"ত গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিচনাৰ চিনিয়ৰ হ'ল, তেওঁ যে অকল নামনি খণ্ডৰে অধিকাৰ হ'ল এনে নহয়, তেওঁ "উজনি", "নামনি" আৰু পাচত হোৱা "এজেণ্টী" কেউ মোতালকৰে ভাগ্য-বিধতাৰূপে এই দেশৰ প্ৰকৃত শাসনকৰ্তা হৈ পৰিল।

**উজনিখণ্ড, বা "জুনিয়ৰী মোতালক" নামনিখণ্ড, বা "চিনিয়ৰী মোতালক"**

পাচে ওপৰৰ ৰজাসকলৰ দৰে ফুকন, বৰুৱা, ৰাজখোৱা, কাকতী, কটকী, খাউণ্ড, সভাপণ্ডিত আৰু ভগা বৰফুকন, বৰবৰুৱা সকলোকে পূৰ্ব্বৰ বিষয় আৰু যোগ্যানুৰূপে বৃত্তি দি ৰাখিলে। জমি-জমা স্থিৰ হ'বৰ নিমিত্তে, ভগা বৰগোহাঁই ধনঞ্জয়, বুঢ়াগোহাঁই পৰীয়া পিজৌ, ভগা-দিহিঙ্গীয়া ফুকন, চিৰিঙ্গৰ কাশীনাথ চেটিয়া ফুকন, আৰু বঙ্গালী চন্দ্ৰধৰ ৰায়, এইসকলক ৰৰকাকতী, পাখীকাকতী আদি মানুহ লগত নিৰ্ব্বন্ধ কৰি দিলে; আৰু "এজেন্সি মোতালক" বাজ কৈ "জুনিয়ৰী মোতালক" তাৰত খনিকে পিয়ল কৰালে। এই "জুনিয়ৰী মোতালক"ৰ ওপৰে উত্তৰ পাৰে দিহাং-দিবাং নৈয়েই পশ্চিম সীমা; আৰু দক্ষিণ পাৰে বুঢ়ী দিহিং নৈয়েই দক্ষিণ আৰু পশ্চিম সীমা; এই-ৰূপে "জুনিয়ৰী মোতালোক"ৰ সীমা পাতি, ওপৰখণ্ড "এজেন্সি মোতালক" পাতি পৃথকাই ৰাখিলে। এই "এজেন্সি মোতালক"ৰ ভিতৰৰে মটক, খামতি, চিংফৌ, নগা, আবৰ, মিচিমি, সদিয়া আদি অনেক পাহাৰী জাতিৰ গাওঁ আছিল। "জুনিয়ৰী

মোতালক”ত প্ৰথমে চিবিজৰ জনাৰ্দ্দনক বৰবৰুৱা আৰু লানমাগ্ৰু চেটায়াৰ লম্বোদৰক বৰফুকন পাতিলে। বৰবৰুৱাক চৰকাৰলৈ তোলা ধনৰ শতকৰা দুটকাকৈ কমিচন লগাই দি, তাৰত মোতালকৰ “তহচিলদাৰ” অৰ্থাৎ “সাধনিদাৰ” পাতিলে। লম্বোদৰ বৰফুকনকো ৫০টা লিকচৌ আৰু ৩০০৲ টকা দৰমহা দি, শোধৰ অধিকাৰ পাতি, ৫০৲ টকা জৰিমনা অৰ্থাৎ অৰ্থদণ্ড, ৩০টা বেতৰ কোব, আৰু ছমাহ পৰিমিত লোৱা লগাই ফাটক দিবৰ ক্ষমতা দি, ৫ কোম্পানী অসমীয়া চিপাহীৰ “কাপ্তান” পাতিলে।

**জনাৰ্দ্দন বৰবৰুৱা**
**লম্বোদৰ বৰফুকন**

পাচে ১৭৪৭ শকৰ ১৬ কাতিক, ইংৰাজী ১৮২৫ চনৰ ৩১ অক্টোবৰলৈকে আমাৰ উজনি খণ্ড বা “জুনিয়ৰী মোতালক”ত হাকিমী কৰি কৰ্ণেল বিচাৰ্ড চাহাব ভটিয়াই গ'ল। তেওঁৰ ঠাইত কৰ্ণেল কুপাৰ চাহাব গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিচনাৰ জুনিয়ৰ হ'লহি। ইয়াৰ পাচত, ১৭৪৮ শকত স্কট্ চাহাব আহি, কৰ্ণেল কুপাৰে সৈতে পৰামৰ্শ কৰি, বৰগোহাঁইপৰীয়া দিহিঙীয়া কৈফৰ মাধৱৰাম সলাল গোহাঁইক বৰগোহাঁই পাতি, প্ৰবৰ্ত্তিবৰ কাৰণে মেলৰ জমাৰ অৰ্দ্ধেক তেওঁক দিলে; আৰু জনাৰ্দ্দনক ভাঙি বকতিয়ালৰ ভদ্ৰচন্দ্ৰক বৰবৰুৱা পাতি তহচিলদাৰী দিলে।

**কৰ্ণেল কুপাৰ**

১৭৫০ শকৰ ১৪ জেঠত কুপাৰ চাহাবৰ সলনি জন্ ব্ৰায়েন নিউবিল চাহাব কমিচনাৰ জুনিয়ৰ আৰু গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট হৈ “জুনিয়ৰী মোতালক” লৈ আহে। পাচে তেওঁ “এজেন্সি মোতালকে” সৈতে জুনিয়ৰী মোতালক একেলগ কৰি, গৱৰ্ণৰ জেনেৰেলৰ আদেশমতে “পলিটিকেল এজেণ্ট” নাম লৈ দুয়ো মোতালকৰ শাসনকাৰ্য্যৰ ভাৰ ল'লে; আৰু ভদ্ৰচন্দ্ৰক বৰবৰুৱা ভাঙি চিবিজৰ ৰাধানাথক বৰবৰুৱা পাতিলে; হৰমত্ আৰু প্ৰবৰ্ত্তনিৰ হেতু নিজ পাওনা লিকচৌ সহিতে ১৫০০ টকাৰ পাইক নিজ বৰবৰুৱাক দিলে। মাধৱৰাম বৰগোহাঁইক তহচিলদাৰ পাতিলে; আৰু লম্বোদৰ বৰফুকনে কাৰ্য্যাকাৰত গাফিলি কৰাত, তেওঁৰ “কাপ্তানী” গুচাই, পূৰ্ব্বে দিয়া শোধ-পোচৰ এক্তিয়াৰ মহকুব কৰিলে। সেই শকৰে (১৭৫০ শক) ফাগুন আৰু চ'ত মাহত মাউৰ লাগি বহুত প্ৰজা হানি হ'ল। পাচে ১৭৫২ শকৰ ১২ শাওনত (ইং ১৮৩০ চনৰ ২৬ জুলাইত) যোৰহাটতে নিউবিল চাহাব মৰিল। তেওঁক অসমীয়া মানুহে “নবিন্ চাহাব” বুলিছিল; আৰু তেওঁক যোৰহাটতে “কবৰ” দিয়া হয়; সেই কবৰ

**মাধৱৰাম বৰগোহাঁই**
**ভদ্ৰচন্দ্ৰ বৰবৰুৱা**

**কাপ্তান নিউবিল্**

**ৰাধানাথ বৰবৰুৱা**
**মাধৱৰাম বৰগোহাঁই**

এতিয়াও আছে; আৰু তাৰ আজিলৈকে মানুহে "নবিন চাহাবৰ কবৰ" বুলি জানে। নিউবিল চাহাবৰ মৃত্যুৰ পাচত অস্থায়ীভাবে অলপ দিনৰ নিমিত্তে লেফটেনেণ্ট

**কাপ্তান নিউবিলৰ মৃত্যু লেফটেনেণ্ট মেথি চাহাব মেজৰ এডেম্ হোৱাইট্**

মেথি চাহাব তেওঁৰ ঠাইত একটিং পলিটিকেল এজেণ্ট হ'লহি। ইয়াৰ পাচত, ১৭৫৩ শকৰ ১৭ কাতিত (ইং ১৮৩১ চনৰ ১লা নবেম্বৰত) মেথি চাহাবৰ সলনি মেজৰ এডেম্ হোৱাইট চাহাব পলিটিকেল এজেণ্ট হৈ আহিল।

ইতিপূৰ্বে "বুৰঞ্জী বোভালক"ত যি নিয়ম কৰা হৈছিল সেই নিয়মবমতে মেজৰ এডেম্ হোৱাইট্ চাহাবে জমা লগোৱাৰ এইদৰে নিৰ্ব্বন্ধ কৰিলে:

(কাঁড়ীৰ)—১০০ গোটত ২৭ টা ওপৰ-ভগন গৈ, বাকী থকা ৭৩ গোটত ৯ টকাৰদৰে কাঁড়ীৰ খাজানা লগালে।

(পাইকান চমুৱাৰ)—১০০ গোটত ২২ টা ওপৰ-ভগন গৈ, বাকী থকা ৭৮ গোটত ৮ টকাৰ দৰে পাইকান চমুৱাৰ খাজানা; সোণোৱালৰ গোটত ১৮৲ টকা, মৰিয়াৰ গোটত ১৫৲ টকা, মিৰী-ডফলাৰ বহভাৰ গোটত ৩ টকা, দেৱলীয়াৰ গোটত ৪।০ টকা; আৰু ১৭৫০ শকৰেপৰা ধৰি গোট পাইকত ৬৲ টকাকৈ মাটি-মিৰীবো খাজানা লগালে।

কাঁড়ী পাইকৰ "ওপৰ-ভগন" ১০০ গোটত ফুকন, ৰাজখোৱা, বা বৰুৱা ইত্যাদিৰ লিকচৌ ৫টা, তাৰ অৰ্দ্ধেক লওৱা ২।০, একুনে ৭।০ গোট; হাজৰিকাৰ সেইদৰে ১০০

**গোট আৰু পোৱা**

গোটত ৭।০ গোট, শইকীয়াৰ ৫ গোট, পাঁচকুৰিত শইকীয়াৰ গাৰ কুৰিয়ে সৈতে ৫ ৰবাৰ ১।০ পোৱাৰদৰে ৬।০ গোট; বাৰিক ৫০ গোট, মোটত এই ২৭টা বা ২৭ গোট। পাইকৰ গোটত পূৰ্ব্বে ৪ জন আছিল; কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা তিনিজনে এক "গোট" কৰা

**কাটনি**

হ'ল; এই একোজনক "পোৱা" বোলে। এই সময়ত প্ৰতিপোৱা পাইকৰ দুপুৰা হিচাপে গোটত ছপুৰা মাটি হয়। এই নিৰিখতকৈ যি পাইকে বঢ়াই মাটি খায়; সেই বঢ়া মাটিখিনি "কাটনি" হয় আৰু অপাইকান চমুৱাই খোৱা মাটিখিনিও তাৰত "কাটনি" হয়। এই কাটনি মাটিৰ পুৰাত ১৲ টকাৰদৰে খাজানা লগালে; কিন্তু গুৰু-বিষয়তে প্ৰথাৰী দেৱত্তৰ, ব্ৰহ্মোত্তৰ, মানকাৰ আৰু লাখেৰাজ মাটি যিখিনি পালে, তাৰ পুৰাত ।০ আধলীয়াদৰে খাজানা লগালে। আৰু চৰকাৰী খাতৰ যিখিনি খাতোৱাল পাইক পালে, সেই পাইকৰ গোটত ১৭৪৯ শকৰেপৰা ধৰি মূঠতে ১৫০ পুৰা খান তাৰে অনা-বনা বেচ বুলি ৩০ পুৰা বাদ দি বাকী ১২০ পুৰাৰদৰে ২২।০ মোণ চাউল লগালে। চাউল দিব নোৱাৰিলে, মোণে টকাৰদৰে পাইকৰ গোটত ২২।০ টকা দিব লাগে। কিন্তু ১৭৫০ শকৰপৰা পাইকৰ

গোটত ১৮০ পূৰা ধানৰদকে অনা-কমা বেচ নিদি, গোটে ৩৩৮০ মোণ চাউল বা তাৰ মূল্যস্বৰূপ ৩৩৮০ টকা লগালে। আৰু পাইকত যাৰে যি খাতত গৰু-মহ থাকে, তাৰ গৰুৰ হালত, ম'হৰ গোটত, ধান একেনিবিধে চুকুৰি চুকুৰি পূৰাদৰে ৭।০ মোনকৈ, চাউল অথবা টকাকৈয়ে ৭।০ সাতটকা আঠ অনাকৈ ধন দিবলৈ নিয়ম কৰিলে। সাইৰাত মহল নাম দি, যত হাট, ঘাট, বিল, কাঁট, বাট পূৰ্ব্বৰ কাটলুৱা আছিল, সকলোবোৰ ১৭৪৯ শকলৈকে পূৰ্ব্বৰ ৰাজ-চৰকাৰৰদৰেই ৰাখিছিল; কিন্তু পিচত ১৭৫০ শকৰপৰা নিলাম ডাকি সেইবিলাকৰ ওপৰত প্ৰতিবছৰ খাজানা লগাবলৈ ধৰিলে। এই নিয়ম কৰাই, খাতোৱাল সৈতে মাটিগিৰী ৰাজকৈ, ওপৰত লেখা কেউৰকম খাজানাৰ পাইক জমা কৰা হয় ১৮০৫১ গোট, কিন্তু এইবোৰৰ ভিতৰত ৫৬৯ গোট অসমীয়া চিপাহীও আছিল।

এই খাজানা তোলাৰ ভাৰ প্ৰথমতে খলোৱাৰী ওপৰুৱা বিষয়া ( যেনে শইকীয়া, হাজৰিকীয়া আদি ) বিলাকৰ ওপৰত দিয়া হয়; কিন্তু একে খেলৰে মানুহবিলাক ক্ৰমে নানা ঠাইত সিচৰিত হৈ পৰাত, স্কট চাহাবে তাতো অসুবিধা দেখি, তেওঁ মনে মনে এনে স্থিৰ কৰিলে, যে গোটেই দেশখণ্ডকে "মৌজা" আৰু "মহল"ত ভাগ কৰি, সেই

**মৌজা আৰু মহল**

সেই ভাগত মৌজাদাৰ, চৌধুৰী, পাটগিৰী আদি বিষয়া নিযুক্ত কৰা হওক, আৰু আবাদী মাটিবিলাকৰ ভাগ কৰা হওক, যেনে: বস্তী, ( অৰ্থাৎ য'ত বাস কৰা ঘৰদুৱাৰ থাকে ) ৰূপিত ( অৰ্থাৎ শালীতলী ), বাওতলী ( দ' মাটি, য'ত বাওধানৰ খেতি কৰা হয় ফৰিঙতি ( অৰ্থাৎ যি মাটিত মাহ, সৰিয়হ বা আহুধানৰ খেতি কৰা হয়, বাম মাটি )। প্ৰথমতে বস্তী মাটিৰ খাজানা ঘৰৰ সংখ্যা অনুযায়ী, ঘৰে প্ৰতি ঘৰৰ প্ৰজাজীৰ অবস্থা বুজি ১।০ বা ৩৲ টকালৈকে ৰাজহ নিৰ্দ্ধাৰিত কৰা হয়, সেইদৰেই ৰূপিতৰ পূৰাত ১৲ টকা, বাওতলীৰ পূৰাত ৮০ অনা আৰু ফৰিঙতিৰ পূৰাত ।০ চাৰি অনা কৰা হয়।

স্কট্ চাহাবে দেশীয় পঞ্চায়তৰদ্বাৰা বিচাৰকাৰ্য্য কৰোৱাইছিল, কিন্তু সেইসকলৰ ওপৰত তেওঁ সম্পূৰ্ণ দৃষ্টি ৰাখিছিল আৰু আৱশ্যক বুজি সংশোধনো কৰিছিল। গুৱাহাটী

**গুৱাহাটী প্ৰথম ৰাজধানী**

নগৰখন সুবিস্তৃত আৰু পূৰ্ব্বে আহোম ৰজাৰ বৰফুকন থকাৰ নিমিত্তে নগৰ আছিল। সেইকাৰণে গুৱাহাটীকে অসমদেশৰ ৰাজধানী পাতি, কমিচনাৰ চাহাব তাত বাস কৰিবলৈ ধৰিলে। তেওঁ প্ৰথমে এই দেশত পূৰ্ব্বৰদৰে খেল অনুসাৰে নিয়ম কৰালে; আৰু দেশীয় বিষয়াবিলাকক নিস্কচো পাইক আৰু মাটি দিবলৈ নিয়ম কৰিলে। মধ্য আসামত এজন দেশীয় ৰজা পাতি থোৱা ভাল বিবেচনা কৰি তেওঁ সেইকথা গৱৰ্ণমেণ্টলৈ লিখিছিল, কিন্তু তেওঁৰ সেই প্ৰস্তাৱ গৱৰ্ণমেণ্টে অনুমোদন নকৰিলে। এনেকুৱা দেশহিতকৰ অনেক কাৰ্য্য আৰু উপায় কৰিবলৈ তেওঁ গৱৰ্ণমেণ্টলৈ লিখিছিল। বেটী-বন্দীৰ সংখ্যা কৰা, আৰু কোনে

কেনেকৈ সেইবিলাকৰ স্বামী বা গৰাকী হ'ল, তাৰ নিৰাকৰণ কৰা, সমুদায় দেশ পিয়ল কৰি ভাল-বেয়া মাটিৰ নিৰ্ণয় কৰা, নিষ্কৰ ভূমিৰ অনুসন্ধান কৰা, আৰু উজনি খণ্ড দেশীয় ৰজাক "লালবন্দী"লৈ সমৰ্পণ কৰা, প্ৰভৃতি ভালেমান বিষয় তেওঁ গৱৰ্ণমেণ্টৰ ওচৰত প্ৰস্তাৱ কৰিছিল, কিন্তু সেইবিলাকৰ ফল তেওঁ দেখিবলৈ নাপালে। ইং ১৮৩১ চনৰ আগষ্ট মাহত চিৰাপুঞ্জী নগৰত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ "কবৰ" এতিয়াও তাত বৰ্ত্তমান আছে।*

অতিৰিক্ত পৰিশ্ৰম কৰা আৰু আৰাম কৰিবলৈ সময় নোপোৱাৰ নিমিত্তেই ৰোগাক্ৰান্ত হৈ স্কট্ চাহাবৰ মৃত্যু হ'ল। তেওঁ এগৰাকী বহুদৰ্শী, দৃঢ়-স্বভাৱবিশিষ্ট, দয়ালু আৰু প্ৰশস্ত মনৰ চাহাব আছিল। তেওঁৰ মৰণৰ বাৰ্ত্তাত কি দেশীয়, কি পৰ্ব্বতীয়া, সকলো লোকেই বৰ শোক কৰিলে। অধিক কি, অনেকেই আপোনাৰ পৰিবাৰৰ মৃত্যুত কন্দাৰদৰে কান্দিলে। এইজনা চাহাবক নামনি খণ্ডত এতিয়াও লোকে "আমাৰ ইস্কাট চাহাব" বুলি কয়। মানৰ হাতৰপৰা দেশ উদ্ধাৰ কৰি সুশাসনৰ বাটলৈ অনাৰ হেতুৰেই তেওঁৰ এই সুখ্যাতিৰ মূল।

---

* সেই কবৰৰ গাত এইদৰে লিখা আছে:

In Memory of David Scott, Agent to the Governor General of the North-East Frontier of Bengal and Commissioner of Revenue Circuit in the District of Assam, North-Eastern part of Rangpur, and Sylhet. Died 20th August 1831, aged 45 years and 3 months. This monument is erected by order of the Supreme Government as a public and lasting record of its consideration for the personal character of the deceased, and of its estimation of the exclusive territory committed to his charge. By his demise the Government has been deprived of a most zealous, able & intelligent servant whose loss it deeply laments, while his name will long be held in grateful remembrance and veneration by the native population, to whom he was justly endeared by his impartial dispensation of justice, his kind and consiliatory manners, and his constant and unwearied endeavours to promote their happiness and welfare.

# পুৰন্দৰ সিংহ

ইতিপূৰ্ব্বে দ্বিতীয়বাৰ মান আহোঁতে পুৰন্দৰ সিংহ স্বৰ্গদেৱ যোৰহাটৰপৰা ভাগি কলিকতালৈ গৈছিল; আৰু ইংৰাজী ১৮১৯ চনৰ চেপ্তেম্বৰ মাহত স্বৰ্গদেৱে ইংৰাজ গৱৰ্ণমেণ্টলৈ এখন আবেদনপত্ৰ দিছিল বোলে, মানক খেদাই মোক দেশখন দিয়ক, মই সৈন্যৰ ব্যয় দিম, আৰু ইংৰাজ গৱৰ্ণমেণ্টৰ কৰতলীয়া হৈ থাকিম। কিন্তু তেতিয়া তেওঁৰ দৈৱ প্ৰতিকূল গতিকে তেতিয়া তেওঁৰ সেই আবেদনৰ প্ৰতি গৱৰ্ণমেণ্টে দৃকপাত নকৰিলে। তাৰ পাচত, ওপৰত কৈ অহা হৈছে যে স্কট্ চাহাবে মধ্য আসাম খণ্ডত এজন দেশীয় ৰজা পাতি লোৱা ভাল বুলি গৱৰ্ণমেণ্টৰ ওচৰত প্ৰস্তাৱ কৰিছিল। সেই প্ৰস্তাৱো গৱৰ্ণমেণ্টে নামঞ্জুৰ কৰাত, মৰাৰ কিছুদিনৰ আগতে স্কট্ চাহাবে গৱৰ্ণমেণ্টলৈ পুনৰ এইদৰে লিখি থৈ যায়, যে অন্ততঃ উজনি আসাম-খণ্ড (মটক আৰু সদিয়া বাদ কৰি, বৰ্ত্তমানৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলা) এজন দেশীয় ৰজাৰ তলত দিব লাগে। তেওঁৰ মৃত্যুৰ পাচত, ৰবাৰ্ট্চন্ চাহাব কমিচনাৰ হৈ সেই মতত তেওঁ মত দিলে, আৰু সেই ৰাজপদৰ নিমিত্তে পুৰন্দৰ সিংহকে উপযুক্ত ভাবি গৱৰ্ণমেণ্টলৈ তেওঁৰ কথা লিখিলে।*

পাচত ইং ১৮৩৩ চনৰ ১লা বহাগত ইংৰাজ গৱৰ্ণমেণ্টে পুৰন্দৰ সিংহক মাতি আনি উজনি খণ্ডত ৰজা পাতিলে; আৰু এই নিয়ম কৰিলে যে স্বৰ্গদেৱে ইংৰাজ গৱৰ্ণমেণ্টক ৫০,০০০৲ টকা নালবন্দীৰূপে প্ৰতিবছৰ দিব; আৰু গৱৰ্ণমেণ্টে তেওঁৰ ৰাজ্য বিদেশীৰ আক্ৰমণৰপৰা ৰক্ষা কৰিব। পূৰ্ব্বৰ ৰজাসকলক ৰজা পাতোতে বৰবৰুৱাই

---

* ৰবাৰ্টচন্ চাহাবে পুৰন্দৰ সিংহৰ কথা এইদৰে লিখিছিল:

**"I have had several interviews with Purandar Singh at Gauhati, and see no reason, from his outward appearance and manners, to doubt of his fitness for the dignity, for which all unite in preferring him to his only rival Chandrakanta. Purandar Singh is a young man, apparently about 25 years of age. His countenance is pleasing and his manners extremely good. His natural abilities seem respectable and his disposition mild and pacific......... Major White and Lieutenants Mathie & Rutherford are all decidedly of opinion that Purandar Singh is the person best fitted to be at the head of the State which it has been decided to create."**

***Political Proceedings of the Government of Bengal, dated 4th February 1833, No. 8, p. 123—4.***

ৰাজনীতি প্ৰভৃতি অনোৱা আৰু বুজোৱাবলৰে, যেনৰ এণ্ডেম্ হোৱাইট চাহাবেই পুৰন্দৰ সিংহক সেইদৰে অনেক বুজাই যেনি পুনৰ সিংহাসন দিলে। লালবন্দী বুলি

পন্ধাছ হেজাৰ টকা লালবন্দী

পঞ্চাশ হেজাৰ টকা যে বন্দবস্ত হৈছিল, সেই টকা ল'বলৈ পলিটিকেল এজেণ্ট যেনৰ এণ্ডেম্ হোৱাইট্ চাহাবেই গৰাকী হৈ উত্তৰ চৰকাৰবে সকলো কথাৰ ভাৰকপে পল্টনে সৈতে বিশ্বনাথত ৰাখলৈ। এই নিমিত্তে উত্তৰপাৰে যি জুনিয়ৰী আৰু চিনিয়ৰী দুয়ো মোতালকৰ ভৰলী নৈয়েই মাজসীমা আছিল, এতিয়া এই সীমা উঠাই বিশ্বনাথৰ ওপৰে কচুজানকে সীমা কৰিলে।

পুৰন্দৰ সিংহ স্বৰ্গদেও বৰ অৰ্থলোভী আছিল; কিয়নো সককালত তেওঁ বিদেশত দেউতাকৰে সৈতে পলাই থাকোতে অৰ্থৰ অভাৱত অনেক কষ্ট সহ কৰিছিল। ইং ১৮৩৮ চনত দেখা গ'ল যে স্বৰ্গদেৱে নিৰ্দ্ধাৰিত লালবন্দী দিবলৈ অক্ষম। পাছে তেওঁৰ কাৰ্য্যপ্ৰণালী আৰু দেশৰ অবস্থা অনুসন্ধান কৰাত এইটো প্ৰকাশ পালে যে স্বৰ্গদেও ৰাজ্য প্ৰতিপালন কৰিবৰ নিমিত্তে নিতান্ত অসমৰ্থ আৰু অনুপযুক্ত। তেওঁৰ অধীনৰ কৰ্ম্মচাৰীবিলাকে আৰু স্বৰ্গদেও নিজেও প্ৰজাৰ সুখ-দুখৰ ফালে দৃষ্টি নাৰাখি, কেৱল অৰ্থ উপাৰ্জ্জনৰ প্ৰতিহে চেষ্টা ৰাখিছিল। বিশেষকৈ দেশৰ অনেক লোকৰ প্ৰতি অত্যাচাৰ কৰাৰ প্ৰমাণ হোৱাত ইং ১৮৩৮ চনৰ (১৭৬০ শক) অক্টোবৰ মাহত সেই ৰাজ্য ইংৰাজ গৱৰ্ণমেণ্টে পুনৰ নিজ হাতলৈ লয়, আৰু তাত শিৱসাগৰ আৰু

শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা

লক্ষীমপুৰ নামে দুই জিলা সংস্থাপিত কৰা হ'ল। নামনি খণ্ডৰ (বা চিনিয়াৰী মোতালকৰ) কমিচনাৰ চাহাবৰ সহকাৰী বা প্ৰিন্‌চিপাল এচিষ্টেণ্ট কাপ্তান ব্ৰোডী চাহাবক এই দুই জিলাৰ গৰাকী পতা হ'ল।* এই সময়ৰপৰাই গোটেই অসমদেশ একেবাৰে ইংৰাজৰ হাতলৈ আহিল, আৰু তাৰ লগে লগে ছশ বছৰীয়া

আহোমৰ দিনৰ অন্ত

আহোমৰ দিনৰ অন্ত পৰে। চন্দ্ৰকান্ত সিংহ, পুৰন্দৰ সিংহ আৰু যোগেশ্বৰ সিংহ এই তিনিওজনাই আহোমৰ শেষ ৰজা। এওঁলোকৰ লগে লগেই আহোম ৰাজত্ব (আৰু প্ৰায় আহোম ৰাজবংশবো)

---

* মিলচ্ চাহাবে তেওঁৰ Report on the Province of Assam ত লিখিছে:

"In 1838 it (District of Sibsagar) with the Lakhimpur District on the south bank of the Brahmaputra, was committed to the charge of Rajah Poorandar Singh; he was regarded as a Tributory Rajah; the entire Civil and Criminal Administration was left in his hands, and his territory was secured from invasion on condition of his paying a tribute of Rs. 50,000/- per annum. —On his becoming a defaulter to a large amount in 1838, the country was taken from him and placed under the management of Capt. Brodie."

অন্ত পৰে। পুৰন্দৰ সিংহ স্বৰ্গদেও বৰ দৃঢ়প্ৰতিজ্ঞ আছিল। তেওঁ কি তেওঁৰ পুতেক কামেশ্বৰ সিংহ কোনো এজনেই গৱৰ্ণমেণ্টৰপৰা পেন্সন গ্ৰহণ নকৰিলে; ৰাজ্যভ্ৰষ্ট হৈ বাপেক পুতেক দুয়ো গৰাকী যোৰহাটতে থাকিল।

**চন্দ্ৰকান্ত সিংহৰ মৃত্যু**

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে ৰংপুৰৰপৰা ভটিয়াই গৈ গুৱাহাটীতে থাকিবলৈ স্থিৰ কৰিলে। এওঁ অতি কোমল বয়সতে ৰাজ্য পোৱাৰ নিমিত্তে, শাৰীৰিক অনিয়মৰ গতিকে মানসিক বৰ দুৰ্ব্বল আছিল। এওঁৰ সাহস কিচেই নাছিল, আৰু লোকৰ গুণাগুণ ভালকৈ নাজানিছিল। এওঁৰ চকুৰ লাজ বৰ আছিল আৰু দমন শক্তি অতি কম। এওঁক গৱৰ্ণমেণ্টৰপৰা মাহিলী ৫০০৲ পাঁচশ টকাকৈ পেন্সন দিয়া হৈছিল। পাচে সেই বছৰতে তেওঁৰ মৃত্যু হোৱাত তেওঁৰ পুতেক ঘনকান্ত সিংহ যুৱৰাজে সেই পেন্সন পায়। ঘনকান্ত সিংহৰ পুতেক কেশৱকান্ত যুৱৰাজ।

তেওঁ সেই পৈতৃক পেন্সন উপভোগ কৰিছিল। এতিয়া চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ বংশ লোপ পালে, মাত্ৰ দুটি জীয়াৰী (কেশৱ সিংহৰ জীয়েক) জীৱিত আছে। এই ছোৱালী দুটিৰ মাক ৺কেশৱ সিংহ যুৱৰাজৰ বিধৱা পত্নী মাহিন্দ্ৰীদেৱীও গৱৰ্ণমেণ্টৰ ঘৰৰপৰা পেন্সন উপভোগ কৰি গুৱাহাটীত মৃত্যু হয়। মাহিন্দ্ৰী ৰাণী নন্দিকৈ ঘৰৰ গাও গগৈৰ জীয়েক।

**যোগেশ্বৰ সিংহৰ মৃত্যু**

যোগেশ্বৰ সিংহ স্বৰ্গদেৱৰ ১৭৪৭ শকত যোগীযোপাত মৃত্যু হয়। তেওঁৰ পুতেক ভৱকধৰ সিংহ যাক সাধাৰণতে মানুহে "বলিয়া ৰজা" বুলি জানে, তেওঁক গৱৰ্ণমেণ্টৰ ঘৰৰপৰা মাহিলী ৫০৲ পঞ্চাছ টকাকৈ পেন্সন দিয়া হৈছিল। তেওঁৰ পুতেক কৃষ্ণৰাম সিংহ, যাক মানুহে "ৰজা মৌজাদাৰ" বুলিহে জানে, (কিয়নো, দেউতাকৰ মৃত্যুৰ পাচত গৱৰ্ণমেণ্টে তেওঁক তিতাবৰ মৰিয়নীৰ ফালে মৌজাদাৰ পাতিছিল) আৰু তিলক গোঁহাইদেও। কৃষ্ণৰাম সিংহৰ পুতেক উমৰ সিং আৰু কুমৰ সিং। এতিয়া দুয়ো ভাইৰ মৃত্যু হৈছে। তেওঁলোক দুইৰ আৰু তিলক গোঁহাইৰ সন্তি-সন্তান বৰ্ত্তমান শিৱসাগৰ জিলাৰ যোৰহাট মহকুমাৰ অন্তৰ্গত হোলোঙাপাৰ মৌজাত দুখে কষ্টে সামান্য মানুহৰদৰে কালযাপন কৰি আছে। কুমৰ সিং গোঁহাইদেওৰ পুতেক শ্ৰীমান জয়চন্দ্ৰ গোঁহাই ৰাজকুমাৰ এইবাৰ (১৯২৪ ইং চনত) মেট্ৰিকুলেচন পৰীক্ষা পাচ কৰি, গুৱাহাটীৰ কটন কলেজত পঢ়িবলৈ গৈছে।

অনুমান ইং ১৮৪৭ চনত পুৰন্দৰ সিংহ স্বৰ্গদেওৰ মৃত্যু হয়; আৰু বছৰচেৰেকৰ পাচতে পুতেক কামেশ্বৰ সিংহও যোৰহাটতে ঢুকায়। তেওঁলোক দুয়োজনাৰ মৈদাম যোৰহাটত বৰ্ত্তমান আছে, আৰু সেই ঠাইডোখৰ "ৰজা-মৈদাম" নামে প্ৰখ্যাত। কামেশ্বৰ সিংহৰ পুতেক কন্দৰ্পেশ্বৰ সিংহ চাৰিং ৰজা। ইং ১৮৫৭ চনত ভাৰতত "চিপাহী

বিদ্ৰোহ" হয়। সেই বিদ্ৰোহৰ বতাহে অসমক পোৱা নাই বুলিলেও মিছা কোৱা নহয়। সেই বুলিও কিন্তু কামেশ্বৰ সিংহৰ পুতেক চাৰিং ৰজা কন্দৰ্পেশ্বৰ সিংহক গৱৰ্ণমেণ্টে

**পুৰন্দৰ সিংহৰ মৃত্যু**
**কামেশ্বৰ সিংহৰ মৃত্যু**

বৰ সন্দেহৰ চকুৰে চাই আছিল। পাচত ভাটীৰফালে যেতিয়া বিদ্ৰোহাগ্নি জ্বলি উঠিল, তেতিয়া গৱৰ্ণমেণ্টে কন্দৰ্পেশ্বৰ সিংহক কলিকতালৈ আঁতৰাই নিলে ; আৰু পাচত বিচাৰত কেইজনমানৰ ওপৰত দোষী সাব্যস্ত হোৱাত, মণিৰাম দেওৱান আৰু পিয়ালীক প্ৰাণদণ্ড কৰা হ'ল, লুকীনাথ (লোকনাথ?) সেনচোৱা বৰুৱা, নামতীয়াল কাকতীৰ দুতিৰাম বৰুৱা প্ৰমুখ্যে কেইজনমান ভদ্ৰলোকক আৰু মুছলমানৰ বাহাদুৰ গাঁওবুঢ়া আৰু ফৰমুদ আলি প্ৰভৃতি জনচেৰেকক দ্বীপান্তৰ কৰিলে। কন্দৰ্পেশ্বৰ সিংহক কলিকতাৰপৰা ঘূৰাই আনি, উজনিলৈ পুনৰ আহিবলৈ নিদি, গুৱাহাটীৰ কুকুৰমুতাতে ঘৰ-দুৱাৰ সজাই দি, গৱৰ্ণমেণ্টৰ ঘৰৰপৰা মাহিলী ৫০০৲ টকাকৈ পেঞ্চন দি থোৱা হৈছিল। তেওঁৰ পুতেক নৰেশ্বৰ সিংহ আৰু কুমুদেশ্বৰ সিংহ। দুখৰ বিষয়, তেওঁলোক দুয়োজনাৰ অকালতে মৃত্যু হ'ল। পুৰন্দৰ সিংহ স্বৰ্গদেৱৰো এতিয়া বংশ লোপ পালে।

**মহীধৰ বুঢ়াগোহাঁই**

পুৰন্দৰ সিংহে "লালবন্দী" দি উজনি খণ্ডত ৰজা হোৱা কালত ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক মহীধৰক বুঢ়াগোহাঁই পাতিলে আৰু নতুনকৈ তিনিখন সাধাৰণ "মেল" সৃজন কৰিলে, যেনে, "মাজু মেল", "মাহী মেল" আৰু "সৰু মেল" আৰু তিনিজনা ওচৰ-সম্বন্ধীয়া কোঁৱৰক সেই তিনিখন মেলৰ অধিকাৰী পাতিলে। স্বৰ্গদেৱৰ ভায়েক

**মাজুমেলীয়া গোহাঁই**
**মাহীমেলীয়া „**
**সৰুমেলীয়া „**

ৰাধানাথ গোহাঁইদেৱৰ পুতেক নৰনাৰায়ণ সিংহ গোহাঁই-দেওক "মাজু মেল", সৰুজনা দদাইদেৱেকৰ পুতেক (আহু গোহাঁইৰ) ঈশ্বৰ গোহাঁইদেওক "মাহী মেল" আৰু মাজুজনা দদাইদেৱেক ইন্দুনাথ গোহাঁইদেওক "সৰু মেল" দি সেই সেই মেলৰ অধিকাৰী পাতিলে।

# মিঃ ৰবাৰ্টচন্

স্কট্ চাহাবৰ মৃত্যুৰ পাচত তেওঁৰ ঠাইত মিঃ টি. চি. ৰবাৰ্টচন্ চাহাব কমিচনাৰ হৈ এই দেশলৈ আহে। তলত সাহায্যকাৰী বিচাৰক নাথাকিলে, সকলো কাৰ্য্য সুন্দৰৰূপে সম্পন্ন হোৱা যে অতি কঠিন, এওঁ এই কথা গৱৰ্ণমেণ্টক ভালকৈ বুজাই দিয়ে, আৰু তাৰ ফলস্বৰূপে তেওঁৰ তলত কেইজনমান এচিষ্টেণ্ট নিযুক্ত হ'ল; তাৰদ্বাৰা দেশৰো সুশাসনৰ উপায় মুকলি হ'ল। এইজনা চাহাবৰ আমোলতে উজনিখণ্ড (বৰ্ত্তমানৰ শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা) পুৰন্দৰ সিংহ স্বৰ্গদেৱক "লালবন্দী" লৈ দিয়া হয়। সদিয়া আৰু মটক প্ৰদেশ তেতিয়াও ভালকৈ সুদৃঢ় শাসনৰ তললৈ অহা নাছিল, গতিকে সেই প্ৰদেশ স্বৰ্গদেৱক দিয়া ন'হল। বিশ্বনাথত মেজৰ এডেম্ হোৱাইট চাহাবেই পলিটিকেল এজেণ্ট স্বৰূপে থাকিল, আৰু তেওঁকেই উজনিখণ্ডৰ শুভাশুভ দৃষ্টি কৰিবলৈ নিয়োজন কৰা হ'ল। যদিও উজনিখণ্ড পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ হাতলৈ দিয়া হৈছিল, তথাপি নামনিখণ্ড সুবিস্তৃত হোৱাৰ নিমিত্তে ৰবাৰ্টচন্ চাহাবে তেওঁৰ কাৰ্য্যৰ সুশৃঙ্খলা লগাব নোৱাৰিছিল। নগাওঁ আৰু দৰঙ্গতো কামৰূপৰদৰে পঞ্চায়ত বিচাৰক আছিল, আৰু তাৰ ৰাজহ তহচিলদাৰৰ দ্বাৰা লোৱা হৈছিল। এনেবিলাক কাৰ্য্যত বিশেষ অসুবিধা হোৱা দেখি ৰবাৰ্টচন্ চাহাবে গৱৰ্ণমেণ্টৰ আজ্ঞাৰে ইং ১৮৩২-৩৩ চনত কামৰূপ, দৰঙ্গ আৰু নগাওঁ এই তিনি জিলা বিভাগ কৰি, একোজনা কলেক্টৰ আৰু মেজিষ্ট্ৰেটৰ ক্ষমতাৰে প্ৰধান এচিষ্টেণ্ট কমিচনাৰ নিযুক্ত কৰিলে। পাছত তেওঁলোকৰ অধীনত ইউৰোপীয় আৰু দেশীয় বিচাৰক পাতি দিলে; আৰু দেশৰ কাৰ্য্যৰ পক্ষে কোনো নিয়ম নথকাত, এই গৰাকী কমিচনাৰ চাহাবে কেতবিলাক নিয়ম বান্ধি দিলে। এই সময়ত কলিকতাৰ লৰ্ড উইলিয়ম বেণ্টিক গৱৰ্ণৰ জেনেৰেল আছিল। তেওঁ ৰবাৰ্টচন্ চাহাবৰ সকলো কাৰ্য্যতে প্ৰায় সদাই অনুমোদন কৰিছিল। পাচে ইং ১৮৩৪ চনৰ প্ৰায় প্ৰাৰম্ভতে ৰবাৰ্টচন্ চাহাব বদলি হৈ গ'ল; আৰু তেওঁৰ ঠাইত কাপ্তান (পাচত জেনেৰেল) জেন্‌কিন্স চাহাব ১৮৩৩ চনত কমিচনাৰ নিযুক্ত হয়।*

**কামৰূপ, দৰঙ্গ আৰু নগাওঁ জিলা**

---

* ওপৰত যি কামৰূপ, দৰঙ্গ আৰু নগাওঁ এই তিনিখন জিলাৰ কথা কৈ অহা হৈছে, সেই মতুমকৈ পতা নগাওঁ জিলাৰ সদৰঠাই প্ৰথমতে খাগৰিজানত আছিল (এই খাগৰিজান বোলা ঠাইডোখৰ বৰ্ত্তমানৰ নগাওঁ টাউনৰপৰা অলপ অ'তৰ; আৰু পূৰ্ব্বে এই জিলাক নগাওঁ নবুলি খাগৰিজান জিলাহে বুলিছিল), ইং ১৮৩৪ চনত সেই সদৰ ঠাই ৰজাগড়ালৈ উঠাই নিয়া হয়। তাতো সুবিধা যেন নেদেখি, পুৰণিগুডামলৈ নিয়া হয়, অৱশেষত বৰ্ত্তমানৰ নগাওঁ টাউনলৈ সদৰ অনা হ'ল আৰু এতিয়াও তাতে আছে। কামৰূপৰ সদৰ ঠাই পূৰ্ব্বৰেপৰা গুৱাহাটীতে আছে; দৰঙ্গজিলাৰ সদৰ ঠাই প্ৰথমতে মঙ্গলদৈ আছিল; তাৰ জলবায়ু অস্বাস্থ্যকৰ বুলি, ইং ১৮৩৫ চনত সেই সদৰ তেজপুৰলৈ উঠাই অনা হয়।

# কাপ্তান্ জেন্‌কিন্স্

ৰবাৰ্টচন চাহাবৰ ঠাইত ইং ১৮৩৪ চনত কাপ্তান্ জেন্‌কিন্স্ চাহাব কমিচনাৰ নিযুক্ত হ'ল। লৰ্ড উইলিয়ম্ বেন্টিকে জেন্‌কিন্স্ চাহাবৰ বিচক্ষণতা আৰু যোগ্যতা জানি এওঁক এই নতুন দেশৰ কমিচনাৰ পদত নিযুক্ত কৰিলে। ইয়াৰ আগেয়েও ইং ১৮৩২-৩৩ চনত এওঁ এবাৰ এই দেশৰ উৎপন্ন ইত্যাদিৰ বিষয়ে অনুসন্ধান কৰিবলৈ এই অঞ্চললৈ আহিছিল; কিন্তু তেতিয়া এওঁ এইদেশত কাৰ্য্য কৰা নাছিল। এওঁতকৈ অনেকদিন কাম কৰি থকা কেইবাজনো চাহাব দেশত আছিল যদিও, গৱৰ্ণৰ জেনেৰেলৰ এনে বিশ্বাস হ'ল যে জেন্‌কিন্স্ চাহাবৰদ্বাৰা দেশৰ যেনে সুশাসন হ'ব তেনে অন্য কাৰোদ্বাৰা নহ'ব। জেন্‌কিন্স্ চাহাব কমিচনাৰ হৈ নামনি খণ্ডৰ জিলাবিলাকক পৰগণা আৰু মৌজাত বিভাগ কৰিলে; তেনে কৰাৰপৰা দেশৰ উন্নতিৰ বৰ উপায় হ'ল। যিবিলাক মানুহে নিষ্কৰ মাটি ভোগ কৰিছিল, এওঁ সেইসকলৰ স্বত্বৰ বিষয় অনুসন্ধান কৰিবলৈ ধৰিলে। মানৰ দিনত মানহঁতে এইদেশৰ সকলো প্ৰকাৰ লোকৰ-পৰাই কৰ গ্ৰহণ কৰিছিল। সেই কাৰণে এইজনা কমিচনাৰ চাহাবে সদৰৰপৰা শেষ আজ্ঞা নহালৈকে নিষ্কৰ মাটিবিলাক অৰ্দ্ধকৰত বন্দবস্ত কৰি দিলে। এই বন্দবস্ত কৰোঁতে, জেন্‌কিন্স্ চাহাবে দেশীয় পঞ্চায়তৰ সাহায্য গ্ৰহণ কৰিছিল।

ইংৰাজ শাসনত এই দেশ প্ৰথমতে একেবাৰে ভাৰত গৱৰ্ণমেণ্টৰ অধীন আছিল; কমিচনাৰ চাহাবেই দেশাধিপতি আৰু প্ৰধান বিচাৰক আছিল। ১৮৩৫ চনৰ ২ আইন অনুসাৰে এই দেশ সদৰবোৰ্ড ৰেভিনিউ আৰু সদৰ আদালতৰ অধীন কৰি বঙ্গদেশৰ লগত চামিল কৰা হ'ল, আৰু বঙ্গদেশৰদৰে এই দেশতো দেশীয় মুন্সিফ্, সদৰামীন আদি বিচাৰক পতা হ'ল। ইং ১৮৫৩ চনত শাসনকাৰ্য্য চলোৱাৰ নিমিত্তে ব্ৰহ্মপুত্ৰ উপত্যকাত এজন কমিচনাৰ আৰু তেওঁক সহায় কৰিবলৈ এজনা ডেপুটি কমিচনাৰ। এওঁলোক দুয়োগৰাকী সততে গুৱাহাটীত থাকিছিল। ইবিলাকৰ বাহিৰে জিলাই প্ৰতি একোজনা প্ৰিন্‌চিপেল এচিষ্টেণ্ট আৰু ৮ জন চব-এচিষ্টেণ্ট আৰু দেৱানী বিভাগত কেইজনমান সদৰামীন আৰু মুন্সিফ্ পতা হৈছিল। চব-এচিষ্টেণ্টসকলৰ চাৰিজনক মঙ্গলদৈ, তেজপুৰ, উত্তৰ লক্ষীমপুৰ আৰু গোলাঘাটত দিয়া হৈছিল। কমিচনাৰজনৰ দৰমহা মাহিলি ২০০০্ টকা কৰা হ'ল; চাৰিজন প্ৰিন্‌চিপেল্ এচিষ্টেণ্টৰ গাইপতি ১০০০্

বঙ্গদেশৰ লগত চামিল

বাকী কেজনৰ ৭৫০ টকা, জুনিয়ৰ এচিষ্টেণ্টৰ ৫০০, আৰু চব-এচিষ্টেণ্টৰ ৩৫০৲ টকা আছিল। সদৰামীন আৰু মুন্সিফসকলৰ মাহিলি ৩০০৲ টকাৰপৰা ১৫০৲ টকালৈকে আছিল।

ইং ১৮৩৫ চনত এইজনা চাহাবৰ আয়োজনতে গুৱাহাটীত এটি ইংৰাজী বিদ্যালয় দেশীয় আৰু ইউৰোপীয় ভদ্ৰলোকসকলৰ উদ্যোগ আৰু গৱৰ্ণমেণ্টৰ সাহায্যত সংস্থাপিত হয়; আৰু দেশৰ ঠায়ে ঠায়ে কিছুমান দেশীয় ভাষাৰ পঢ়াশালি পাতি দিয়া হয়। ইং ১৮৩৬ চনলৈকে এই দেশৰ আদালতবিলাকত অসমীয়া ভাষাবেই কাৰ্য্য-কৰ্ম্ম চলিছিল, কিন্তু পাচত কোনোবাই এই দেশৰ ভাষা যে বঙলা ভাষাৰে একে; এনেদৰে গৱৰ্ণমেণ্টক বুজাই দিয়াত, পঢ়াশালি আৰু আদালতবিলাকত বঙলা ভাষা চলিবৰ নিয়ম হ'ল আৰু অসমীয়া ভাষাৰ মূলত (অন্ততঃ কিছুকালৰ নিমিত্তে হলেও) কুঠাৰৰ কোৰ পৰিল। এই দেশৰ বিচাৰ প্ৰণালীৰ নিমিত্তে কোনো আইন বা বন্ধা নিয়ম নথকাত ভূতপূৰ্ব্ব কমিচনাৰ মিঃ ৰবাৰ্টচন্ চাহাবৰদ্বাৰা অনুমোদিত এক নিয়মাৱলী সদৰ আদালতৰদ্বাৰা নিৰ্দ্ধাৰিত হোৱাত, সেই নিয়মাৱলী ১৮৩৭ চনত প্ৰচাৰিত হ'ল। ইয়াক "আসাম কায়দা-বন্দী" বোলা হৈছিল, আৰু এই "কায়দাবন্দীৰ" নিয়মানুসাৰে প্ৰায় ১৮৬০ চনলৈকে এই বিচাৰ কাৰ্য্য সম্পন্ন হৈছিল।

**গুৱাহাটীত ইংৰাজী স্কুল; অসমীয়া ভাষাৰ মূলত কুঠাৰৰ কোৰ আসাম কায়দাবন্দী**

এইজনা কমিচনাৰ চাহাবৰ আয়োজনতে ইং ১৮৩৫ চনত জয়ন্তীয়া আৰু কাছাৰ কোম্পানীৰ অধীনলৈ আহে; আৰু জয়ন্তা ৰজাক মাহিলি ৫০০৲ পাঁচশ টকাকৈ পেঞ্চন দি ৰখা হয়। সেই সময়ত কাছাৰত, গোবিন্দচন্দ্ৰ নামে কছাৰী ৰজাই ৰাজত্ব কৰিছিল, আৰু তাৰ পৰ্ব্বতীয়া অংশটো তুলাৰাম সেনাপতিৰ অধীনত আছিল। বৰ্গদেৱ কমলেশ্বৰ সিংহৰ দিনত কছাৰীৰ লগত যি যুদ্ধ হৈছিল, সেই যুদ্ধত এই তুলাৰামেই কছাৰী পক্ষৰ প্ৰধান সেনাপতি হৈ আহি আহোমৰ লগত যুদ্ধ কৰিছিল। গোবিন্দচন্দ্ৰ বৰ অত্যাচাৰী আছিল, আৰু ইংৰাজী ১৮৩০ চনত তেওঁ এক মণিপুৰীৰ হাতত মৰা পৰে। তেওঁৰ কোনো পুত্ৰ সন্তান নথকাত, ১৮৩২ চনৰ ৫ আইন অনুসাৰে গোবিন্দচন্দ্ৰৰ ৰাজ্য (কাছাৰ) কোম্পানীৰ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয়। ইয়াৰ পাচত ইং ১৮৩৮-৩৯ চনত পুৰন্দৰসিংহ বৰ্গদেৱে "লালবন্দী" আদায় কৰিব নোৱৰাত উজনি আসাম খণ্ড পুনৰ কমিচনাৰ চাহাবৰ অধীনলৈ অনা হয়; আৰু গুৱাহাটীত চন্দ্ৰকান্তসিংহ বৰ্গদেৱক মাহিলি ৫০০ টকাকৈ পেঞ্চন দিয়া হয়। পুৰন্দৰসিংহ ৰাজ্যভ্ৰষ্ট হৈ যোৰহাটতে থাকিল, কিন্তু গৱৰ্ণমেণ্টৰপৰা তেওঁ একো পেঞ্চন নললে। তাৰ পাচত ইং ১৮৪২ চনত মটক প্ৰদেশ আৰু তাৰ পাছৰ বছৰত (অৰ্থাৎ ১৮৪৩ চনত) সদিয়া ইংৰাজৰ হাতলৈ আহে।' এই সময়ত সৰ্ব্বানন্দৰ পুত্ৰেক মাজু

**তুলাৰাম সেনাপতি**

গোহাঁই বৰ সেনাপতি নাম লৈ মটকৰাজ্য আৰু খামতিৰ সদিয়াখোৱা গোহাঁই এজনে সদিয়া দখল কৰিছিল।

কমিচনাৰ চাহাবৰ হাতত দেশৰ বিচাৰকাৰ্য্য আৰু শাসনকাৰ্য্য উভয়ে ভাৰ থকাত, তেওঁ সুবিধা লগাই কাম চলাব নোৱৰাত ইং ১৮৩৯ চনত তেওঁৰ সাহায্যকাৰীৰূপে কাপ্তান ব্ৰোডী চাহাব নিযুক্ত হ'ল। জেন্‌কিন্স চাহাবে ব্ৰোডী চাহাবক উজনি খণ্ডৰ অধিকাৰী পাতি দি, তেওঁ দেশৰ উন্নতিৰ প্ৰতি বৰ যত্ন আৰু মনোযোগ কৰিছিল। তেওঁ বিদ্যা শিক্ষাৰ প্ৰতি বৰকৈ উৎসাহ দিছিল; আৰু নিজ ব্যয়বেও অনেক ছাত্ৰক বিদ্যা-শিক্ষা কৰাইছিল। আমাৰ দেশৰ সমীপৱৰ্ত্তী পাহাৰীয়া জাতিবিলাকে সময়ে সময়ে আমাৰ মানুহৰ ওপৰত উপদ্ৰৱ কৰি থকাত, সেই উপদ্ৰৱ নিবাৰণ কৰিবৰ নিমিত্তে তেওঁ (কমিচনাৰ চাহাবে) কেইবাবাৰো যুদ্ধ-যাত্ৰা কৰিছিল; কিন্তু পৰিশেষত সেই জাতিবিলাকে সৈতে আমাৰ সীমা একেবাৰে পিয়লৰদ্বাৰা নিৰ্দ্ধাৰ্য্য কৰা হ'ল; আৰু সেই অৱধি সেই পৰ্ব্বতীয়া জাতিৰ উপদ্ৰৱো নাইকিয়াৰ নিচিনা হ'ল। সিইঁতে সৈতে সেই অৱধি বাণিজ্যৰ পথো বৰকৈ মুকলি হ'ল।

**কাপ্তান ব্ৰোডী**
**(ববতী চাহাব)**

ইং ১৮৩৮ চনত খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰিবলৈ এই দেশত "আমেৰিকান ব্যাপ্‌টিষ্ট্‌ মিছনাৰী" সম্প্ৰদায়ৰদ্বাৰা "মিছন" সংস্থাপিত হয়। প্ৰথমতে জয়পুৰত সেই "মিছন"ৰ স্থান বা হেড্‌কোৱাৰ্টাৰ নিৰূপিত হয়; পাছত শিৱসাগৰলৈ আহে। সেই "মিছন"ৰ পৰা ইং ১৮৪৬ চনত "অৰুণোদয়" নামে অসমীয়া ভাষাত এখন মাহেকীয়া সংবাদপত্ৰ প্ৰচাৰিত হৈছিল। অনেক দিন হৈছে, সেই সংবাদপত্ৰৰ প্ৰচাৰ বন্ধ হৈছে, কিন্তু তাৰপৰা দেশৰ শিক্ষাৰ বিশেষ সাহায্য হৈছিল। কাপ্তান ব্ৰোডী চাহাবক আমাৰ মানুহে "ববতী চাহাব" বুলিছিল। তেখেতো এগৰাকী উন্নতমনা ইংৰাজ ৰাজপুৰুষ আছিল। তেওঁ শিৱসাগৰ জিলাত থাকোঁতে অসমীয়া মানুহে তেওঁক বৰ ভাল পাইছিল; অধিক কি, অসমীয়া বুঢ়ামানুহে আজিও বৰ ভক্তিৰে সৈতে "ববতী চাহাবৰ আমোল"ৰ কথা কয়। তেওঁ শিৱসাগৰলৈ অহা সময়তে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক কচিনাথ বুঢ়াগোহাঁইৰ মৃত্যু হয় আৰু সেই সময়ত প্ৰায় ভদ্ৰবংশীয় মানুহৰ অৱস্থা ক্ৰমশঃ বেয়ালৈ যোৱাত, কচিনাথ বুঢ়াগোহাঁইৰ দুই পুতেক, মহীধৰ বুঢ়াগোহাঁই আৰু বদানী গোহাঁই, দুৰ্গেশ্বৰ বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ পুতেক দণ্ডেশ্বৰ বৰপাত্ৰ গোহাঁই আৰু "মানৰ দিনত হোৱা" পিজলী বৰপাত্ৰ ইত্যাদি কেইগৰাকীমান উচ্চবংশীয় ভদ্ৰসন্তানে তেওঁৰ জৰীয়তে গৱৰ্ণমেণ্টৰ ওচৰলৈ পেঞ্চন পাবৰ নিমিত্তে দৰখাস্ত কৰে। ব্ৰোডী চাহাবে সেই দৰখাস্তবিলাক জেন্‌কিন্স চাহাবলৈ পঠায়। তাৰ পাছত জেন্‌কিন্স

**আমেৰিকান্ ব্যাপটিষ্ট মিছন**
**অৰুণোদয়**

**কচিনাথ বুঢ়াগোহাঁইৰ**
**মৃত্যু**

চাহাবে বিচাৰি চাই নিজৰ মন্তব্য সৈতে সেইবিলাক গৱৰ্ণমেণ্টৰ ওচৰলৈ পঠাই দিলে। তাৰ ফলস্বৰূপে, তলত লিখাৰ দৰে তেওঁলোকক পেঞ্চন আৰু মাটি-বৃত্তি দিয়া হয়।

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| মহীধৰ বুঢ়াগোহাঁইক | মাহে | ১০০৲ | টকা | পেঞ্চন্ | ১০০ | পুৰা | নিষ্কৰ | মাটি |
| দণ্ডেশ্বৰ বৰপাত্ৰক | ,, | ৮০৲ | ,, | ,, | ১০০ | ,, | ,, | ,, |
| বঙ্গালা গোহাঁইক | | | | | ২০ | ,, | ,, | ,, |
| পিজলী বৰপাত্ৰক | ,, | ১০৲ | ,, | | | | | |
| মালভোগ বৰগোহাঁইক | ,, | ১০৲ | ,, | ,, | | | | |
| বালী বৰবৰুৱাক | ,, | ১০৲ | | ,, | | | | |
| খামতি বৰবৰুৱাক (ওঃ জাবৰ) | ,, | ১০৲ | | ,, | | | | |
| ত্ৰিলোচন ডেকাফুকনক | ,, | ৩০৲ | | ,, | | | | |

এই সম্পৰ্কে জেন্‌কিন্স্‌ চাহাব আৰু ব্ৰোডী চাহাব দুয়োজনে লিখালিখি কৰা চিঠিপত্ৰৰ আৰু গৱৰ্ণমেণ্টৰ হুকুমৰ নকল ইয়াত সংযোজিত কৰি দিয়া গ'ল।

এইজনা কমিচনাৰৰ দিনতে গৱৰ্ণমেণ্টৰপৰা উজনিৰ কেইবা ঠাইতো লক লক কেইখনমান চাহ-বাগিচা খোলা হৈছিল। ইতিপূৰ্ব্বে ইং ১৮২৩ চনত ৰবাৰ্ট ব্ৰুচ নামেৰে এজন বেপাৰী চাহাব এই দেশলৈ আহিছিল; তেওঁ ৰংপুৰ আৰু গড়গাওঁলৈকো গৈছিল। তেওঁ চিংফৌ-

**প্ৰথম চাহ বাগিচা**

বিলাকৰ লগত বেহাবেপাৰ সম্বন্ধে কথাবাৰ্ত্তা পাতোঁতে, এই দেশত চাহগছ থকাটো জানিব পাৰি, তেওঁ সিহঁতৰপৰা নমুনাস্বৰূপে কেইজোপামান চাহগছ সংগ্ৰহ কৰে, আৰু তাৰ পিছ বছৰি (১৮২৪ চনত) সেইবোৰৰে কেইজোপামান তেওঁৰ ভায়েক মিঃ চি, এ, ব্ৰুচক দিয়ে আৰু বাকী কেইজোপা স্কট্‌ চাহাবলৈ পঠায়। স্কট্‌ চাহাবে পৰীক্ষা কৰিবৰ কাৰণে সেই চাহকেইজোপা কলিকতাৰ বোটানিকেল গাৰ্ডেনৰ চুপাৰিনটেণ্ডেণ্টৰ ওচৰলৈ পঠালে। পাছে তাত পৰীক্ষা কৰাত এয়ে থিৰাং হ'ল যে সেইবিলাক চীনা চাহগছৰে একেবংশীয় গছ হ'লেও যি গছৰ পাতৰপৰা চীনাইঁতে চাহ তৈয়াৰ কৰে, সেই গছে আমাৰ এই গছে একেবাৰেই একে নহয়। ১৮২৪ চনৰে-পৰা ১৮৩২ চনলৈকে এই চাহগছৰ বিষয়ে আৰু একো শুনা নগৈছিল। পাছে ১৮৩২ চনত গৱৰ্ণমেণ্টে যেতিয়া জেন্‌কিন্স্‌ চাহাবক এই দেশৰ উৎপন্ন ইত্যাদিৰ বিষয়ে অনুসন্ধান কৰিবলৈ পঠায়, তেতিয়া চি, এ, ব্ৰুচ্‌ চাহাবে এওঁক এই দেশত চাহগছ থকাৰ কথা জনায়। জেন্‌কিন্স্‌ চাহাবে বিচাৰি চাই সেই কথা গৱৰ্ণমেণ্টলৈ লিখে। তাৰ ৭ জন চিভিলিয়ান, ৩ জন কলিকতাৰ ইংৰাজ সদাগৰ, ২ জন এই দেশীয় ভদ্ৰলোক, বোটানিকেল গাৰ্ডেনৰ ডাক্তাৰ ওৱালিচ আৰু গৰ্ডন নামেৰে এজন চেক্ৰেটাৰীয়ে সৈতে, মুঠতে এই তৈধ্যজনেৰে এক কমিটি গঠন কৰি, গৱৰ্ণমেণ্টে গৰ্ডন চাহাবক চীন দেশৰপৰা চাহগছ আৰু "চাহ" তৈয়াৰ কৰিব জনা মানুহ আনিবলৈ

পঠালে। ইতিমধ্যে জেন্‌কিন্স্ চাহাবৰ অনেক অনুসন্ধানৰ ফলত এনে প্ৰমাণ হ'ল যে আসামৰ চাহগছ, আৰু চীনদেশৰ চাহগছ, দুয়ো একে বংশৰে আৰু প্ৰায়েই একে; আৰু এই আসামৰ চাহগছৰ পাতৰপৰাও বাণিজ্যোপযোগী চাহ তৈয়াৰ হ'ব পাৰে। পাছত জেন্‌কিন্স্ চাহাব কমিচনাৰ হৈ আহি গৱৰ্ণমেণ্টক চাহ বাগিচা খুলি প্ৰমাণ বুজিবলৈ অনুৰোধ কৰে; আৰু যি ঠাইত ব্ৰহ্মপুত্ৰৰ লগত কুণ্ডিল নৈ লগ লাগিছে, প্ৰায় তাৰ ওচৰতে এখন সৰু চাহ বাগিচা খুলি তাতে, ব্ৰুচ্ চাহাবক চুপাৰিন্‌টেণ্ডেণ্ট পাতি দিয়ে। কিছুদিনৰ পাছত, সেই ঠাই চাহখেতিৰ নিমিত্তে অনুপযুক্ত যেন দেখি, জয়পুৰত নতুনকৈ বাগিচা পতাহি হয়। প্ৰকৃতপক্ষে ক'বলৈ গ'লে, সেই সময়ত এই বাগিচা নামতহে আছিল, জংঘলত থকা বনৰীয়া চাহগছৰ পাতহে অধিককৈ সংগ্ৰহ কৰি, তাৰে চাহ তৈয়াৰ কৰা হৈছিল। ইং ১৮৩৭ চনত ব্ৰুচ চাহাবে এই বাগিচাৰ-পৰা ৪৬ বাকচ চাহ কলিকতালৈ পঠায়; কিন্তু পেকিং কৰাৰ দোষত তাৰ সৰহখিনি কলিকতা পোৱাৰ আগতে ভেকুৰি নষ্ট পায়; যিখিনি অলপ ভালে পালেগৈ, তাকে বিলাতলৈ পঠোৱা হ'ল। বিলাতত পৰীক্ষা কৰি দেখিলে যে আৰু অলপ যত্ন আৰু সাৱধান লৈ তৈয়াৰ কৰিলেই আসামৰ চাহো চীনা চাহৰ লগত প্ৰতিদ্বন্দ্বীৰূপে তিষ্ঠিব পাৰিব।

**আসাম কোম্পানী**

জয়পুৰত গৱৰ্ণমেণ্টৰপৰা যি চাহ বাগিচা খোলা হৈছিল, সেই বাগিচা ১৮৪০ চনত "আসাম কোম্পানী"ক বিক্ৰী কৰা হয়। তাৰ আগ বছৰতে (ইং ১৮৩৯ চনত) প্ৰায় ৫ লক্ষ পাউণ্ড মূলধনেৰে সৈতে চাহ খেতি কৰিবলৈ এই কোম্পানী গঠিত হৈছিল আৰু সিবিলাকে বুঢ়ীদিহিং আৰু টিজিৰি নৈৰ কাষত তেওঁলোকৰ "ফেক্টৰী" খুলিছিল। অসমত চাহ-গছ থকাৰ কথা আবিষ্কাৰ কৰাৰ নিমিত্তে প্ৰথমতে ব্ৰুচ্ চাহাবৰ দুই ভাই (ৰবাৰ্ট ব্ৰুচ্ আৰু চি, এ, ব্ৰুচ্), সিবিলাকৰ পাছতে জেন্‌কিন্স্ চাহাব বিশেষকৈ প্ৰশংসাৰ যোগ্য। এই কাৰ্য্যৰ নিমিত্তে কলিকতাৰ 'এগ্ৰিকলচৰেল-চোচাইটি"য়ে এটি সোণৰ পদক উপহাৰ দি কাপ্তান জেন্‌কিন্স্ চাহাবক সন্মানিত কৰিছিল।

ইংৰাজী ১৮৪৩ চনত গৱৰ্ণৰ জেনেৰেলে এক আইন সংস্থাপিত কৰে; সেই আইন অনুসাৰে কোনো মানুহে কাৰো প্ৰতি গোলাম বুলি সাধাৰণতকৈ অধিক যত্ন পাব নোৱাৰে। এই আইন প্ৰকাশ হোৱাৰ পাছত, এই দেশত যিবিলাক মানুহৰ গোলাম বা বন্দী-বেটী আছিল, তাৰ প্ৰায় অধিকাংশই মুক্তি লাভ কৰিলে।

**বন্দী-বেটীৰ খালাছ; নাজিৰাত "আসাম কোম্পানী"**

এই বছৰতে "আসাম কোম্পানী" নামে প্ৰসিদ্ধ চাহ কোম্পানীৰ "ফেক্টৰী" নাজিৰাতো সংস্থাপিত হয়। ১৮৪৬ চনত প্ৰথমতে এই দেশলৈ গৱৰ্ণমেণ্টৰ ভাপৰ জাহাজ আহে। ইয়াকো এটি বিশেষ ঘটনা বুলিব লাগে; কিয়নো

ইয়াৰ আগেয়ে এই দেশৰ মানুহে ভাপৰ জাহাজ দেখা নাছিল ; আৰু এনে জাহাজৰ-পৰা দেশৰ আধুনিক উন্নতিৰ বহুত উপায় সংস্থাপিত হৈছে।

কোম্পানীৰ অধীনলৈ আহিবৰেপৰা এই দেশৰ কাৰ্য্য-কাম কি দৰে চলিছে, আৰু এই দেশৰ মানুহৰ কি কি আৱশ্যক, আৰু কি উপায় কৰিলে উন্নতি হ'ব পাৰে, তাক

**প্ৰথম ভাপৰ জাহাজ**

বচক্ষে দেখি অনুসন্ধান কৰি স্থানীয় গৱৰ্ণমেণ্টক জনাবলৈ, লৰ্ড ডেলহাউচী চাহাবে সদৰ আদালতৰ বিজৰৰ জজ মিঃ মফেট্‌ মিলচ্‌ চাহাবক পঠালে। তেওঁ ইং ১৮৫২ চনত এই দেশৰ

**"মিল্‌চ্‌ ৰিপোৰ্ট"**

সমুদায় জিলা পৰিভ্ৰমণ কৰি সেই সময়ত অসম দেশৰ আভ্যন্তৰিক অৱস্থা, প্ৰজাৰ সুখ-দুখ ইত্যাদিৰ বিষয়ে গৱৰ্ণমেণ্টলৈ এক ৰিপোৰ্ট কৰে।

সেই সময়ত এই দেশৰ ওপৰ তৰপৰ মানুহৰ অৱস্থা অতি শোচনীয়। জেন্‌কিন্‌চ্‌ চাহাবৰ অনুগ্ৰহত ৰাজবংশৰ আৰু অন্যান্য কিছুমান ভাল ভদ্ৰমানুহক যদিওবা গৱৰ্ণমেণ্টৰপৰা পেন্সন, নিষ্কৰ মাটি ইত্যাদি বৃত্তি দি ৰখা হৈছিল, তথাপি সৰহ-ভাগৰ পুৰুষানুক্ৰমে আগৰেপৰা ভোগ কৰি অহা লাখেৰাজ আৰু ব্ৰহ্মোত্তৰ আদি মাটি-বিলাকত খাজানা লগোৱাত আৰু বন্দী-বেটীবিলাকক ইং ১৮৪৩ চনৰ ৫ আইনমতে মুক্তি দিয়াত খেতি-পথাৰত কাম-বন ইত্যাদি কৰাবলৈ মানুহৰ অভাৱ হোৱাত, সেইসকল ভদ্ৰ পৰিবাৰৰ অশেষ কষ্ট হয়। মিল্‌চ্‌ চাহাবক তেওঁলোকৰ অনেকেই সেইবিলাক দুখ-কষ্টৰ কথা জনাবলৈ ধৰিলে, আৰু কোনোৱে পেন্সন, কোনোৱে নিষ্কৰ মাটি, বা কোনোৱে গৱৰ্ণমেণ্টৰ তলে "চাকৰি" পাবলৈ আবেদন কৰিলে। সেই সময়ত গৱৰ্ণমেণ্টৰ প্ৰধান প্ৰধান চাকৰি ( service ) বিলাক বিদেশী মানুহৰ হাতত আছিল ; সেই কাৰণে আমাৰ মানুহে মিল্‌চ্‌ চাহাবৰ ওচৰত সেইবিষয়ে বহুত আপত্তি কৰিবলৈ ধৰিলে।*

মিল্‌চ্‌ চাহাবৰ অনুৰোধমতে, সেই সময়ত যিবিলাকে গৱৰ্ণমেণ্টৰপৰা পেন্সন বা নিষ্কৰ মাটি ইত্যাদি ভোগ কৰি আছিল, সেইবিলাকৰ এক তালিকা প্ৰস্তুত কৰা হৈছিল ; সেই তালিকা এই :—

---

* এই সম্পৰ্কে মিল্‌চ্‌ চাহাবে তেওঁৰ ৰিপোৰ্টত এইদৰে উল্লেখিয়াইছে :—

"The natives of the Province have great reason to complain of the preference which is too often given to Bengalese, when selecting officers to fill vacancies. A number of Bengalese came into Assam when we took the Province ; and from the un-educated state of the Assamese, it was necessary to give them service, but there are now in Seebsagar, and Gowhatty many young men of high family and good character who have qualified themselves for employ, and it is most discouraging to them to see most of the high and even some of the inferior offices filled by foreigners. When I was Commissioner of Cuttock the Government at my recommendation interdicted the employment of Bengalese ( not domiciled in the country, without the special sanction of the Commissioner of Orissa ) and I think the some order might with the greatest advantage be introduced into Assam."

| | বাৰ্ষিক পেঞ্চন (টকা) | নিষ্কৰ মাটি পুঃ হাঃ কঃ লোঃ | |
|---|---|---|---|
| পুৰন্দৰ সিংহৰ বিধৱা ৰাণী : | | | |
| বৰ কুঁৱৰী | ১২০০৲ | — | |
| চন্দ্ৰকান্তী কুঁৱৰী | ৯৬০৲ | — | পুৰণিমেলীয়া কুঁৱৰী |
| অম্বাৱতী কুঁৱৰী | ৯৬০৲ | — | |
| পৰ্ব্বতীয়া কুঁৱৰী | ৬০০৲ | — | |
| দুৰ্গেশ্বৰ বুঢ়াগোহাঁই | ৭২০৲ | ১০০ পুৰা | |
| ইন্দুনাথ গোহাঁই | ৬০০৲ | — | ৪৪ সদৰআমীন |
| ভুবনেশ্বৰ ভিগাৰ বৰুৱা | ৬০০৲ | — | |
| কপহী আইদেও | ৬০০৲ | — | |
| ডম্বৰুধৰ গোহাঁই | ৬০০৲ | ৮০ পুৰা | (যোগেশ্বৰ সিংহৰ পুত্ৰেক) |
| যজ্ঞেশ্বৰ বৰপাত্ৰ গোহাঁই | ৬০০৲ | ১০০ পুৰা | ৪টা মৌজা |
| দেৱৰাণী আইদেও | ৬০০৲ | | (চন্দ্ৰকান্ত সিংহৰ জীয়েক, চক্ৰধৰ বৰগোহাঁইৰ ভাৰ্য্যা) |
| মঞ্জুৰ গোহাঁই | ৪৮০৲ | | |
| মাজু আইদেও | ২৫০৲ | ২৬৮৶১৫ | ১টা মৌজা |
| শ্ৰীমৎ গোহাঁই | ৩৬০৲ | | |
| গিৰিধৰ গোহাঁই | ৩৬০৲ | | |
| যোগেশ্বৰ সিংহৰ বিধৱা : | | | |
| পৰ্ব্বতীয়া কুঁৱৰী | ১২০৲ | | |
| বাইভঙ্গীয়া কুঁৱৰী | ১২০৲ | | |
| পুৰণি মেলীয়া | ১২০৲ | | |
| ধনীৰাম গোহাঁইৰ দুই বৈণী | ৬০০৲ | | |
| নাৰায়ণ গোহাঁই | ৩৬০৲ | | |
| ফুল আইদেও | ২৪০৲ | | |
| নাৰায়ণী আইদেও | ২৪০৲ | | |
| মালতী গাভৰু | ২৪০৲ | | (গুপীনাথ চিৰিংফুকনৰ বিধৱা) |
| ঠাকুৰ গোহাঁইৰ দুই বৈণী | ৪২০৲ | | |
| উগ্ৰসেন গোহাঁই | ১৮০৲ | | |
| পিজলী গোহাঁই | ১২০৲ | | |
| ধৰ্ম্মেশ্বৰী আইচু | ১২০৲ | | |
| চক্ৰধৰ বৰগোহাঁই | ১৮৲ | ৪ পুৰা | ১টা মৌজা |
| লোকনাথ সেনচোৱা বৰুৱা | ১২০৲ | | |
| ভৱাৱতী আইদেও | | | |
| পদ্মাৱতী আইদেও | ১২০৲ | | |
| মকপাহী আইদেও | ১২০৲ | | |

| | বাৰ্ষিক পেঞ্চন (টকা) | নিষ্কৰ মাটি পুঃ হাঃ কঃ লোঃ | |
|---|---|---|---|
| গোবিন্দ গোসাঁই | | ৫০ পুৰা | (খৰাশল ৰৰপাত্ৰৰ পুত্ৰেক) |
| ১৪০ জন ৰজাৰ কোঁৱৰ | × | ৫০০ পুৰা | |
| লীলাকান্ত গোসাঁই | × | ২০ পুৰা | |
| বলোৰাম ফুকন | × | ১৯ পুৰা | |
| নক আইদেও | × | ৪৩১ পুৰা | |
| পিথু বৰকাকতী | ১৯২৲ | ২৩৷৷/১৩ | |
| নাৰায়ণ কাকতী | ১৯২৲ | ২৪ পুৰা | |
| যোগানন্দ ফুকনৰ পৰিয়াল | × | ৩১৵/১ | |
| বংশীধৰ পণ্ডিত | × | ৫৷৷/১৪ | |
| শ্ৰীধৰ পণ্ডিত | ৭২৲ | ৮ পুৰা | |
| যদু শৰ্ম্মা পণ্ডিত | × | ৪৸/১৩ | |
| মিত্ৰধৰ শৰ্ম্মা | ১৮৲ | ২ পুৰা | |
| হৰিদেৱ শৰ্ম্মা | ১৮৲ | ২ পুৰা | |
| হলিৰাম বেজবৰুৱা | ৯০৲ | ৬৶/১৪ | |
| বিষধৰ শৰ্ম্মা পণ্ডিত | ৩৬৲ | ৪ পুৰা | |
| গঙ্গা গোবিন্দ শৰ্ম্মা | × | ১৸৵/৩ | |
| পিজো শৰ্ম্মা বিধিপাঠক | ১৮৲ | ৪ পুৰা | |
| কলা শৰ্ম্মা | × | ১ পুৰা | |
| সুপ্ৰভা বেওৱা | × | ১ পুৰা | |
| চন্দনী বেওৱা | × | ·৩৸· | |
| ফেনী বেওৱা | × | ১৷৷৵/৩ | |
| নগাখাত, আৰু কটকীবোৰৰ ভিতৰত উৰ্ব্বীধৰ শৰ্ম্মা পণ্ডিত | ২৪০৲ | ৭২২৷৷/১৪ | ১টা পঢ়াশালি |
| ৰামচাহা সিং চুবাদাৰ | ২৪০৲ | | |
| কৃষ্ণকান্ত মজিন্দাৰ বৰুৱা | ৩০০৲ | | |
| পূৰ্ণ ৰবচিৰিং বৰুৱা | ১৪৪৲ | | |
| বাপুৰাম বৰকাকতী | ১৮৲ | | |
| উমেশ্বৰ বৰকাকতী | ১৮৲ | | |
| বিষ্ণু শৰ্ম্মা | ১৮৲ | | |
| মায়াৰাম খাওন্দ | ১৮৲ | | |
| বাণীৰাম খাওন্দ | ১৮৲ | | |
| মকৰাম খাওন্দ | ১৮৲ | | |
| ৰাধাকান্ত পণ্ডিত | ১০৮৲ | ১২ পুৰা | |
| দক্ষিণপটীয়া গোসাঁই | × | ৫৯৷৵ | |

## লাখৰাজ মাটি

| | পুঃ হাঃ কঃ লোঃ |
|---|---|
| আউনীআটীয়া গোসাঁই........ | ৪৭৭৵/১৮ |
| দক্ষিণপটীয়া গোসাঁই | ২০০৷১৩ |

## কামৰূপ জিলাৰ ট্ৰেজাৰীৰ হিচাপ অনুসৰি

| | মাহিলি পেঞ্চন (টকা) | |
|---|---|---|
| ঘনকান্তসিংহ যুৱৰাজ | ৪৬০৲ | চন্দ্ৰকান্ত সিংহৰ পুতেক |
| হেমকান্ত কোঁৱৰ | ১০০৲ | " |
| ভুলাৰাম ফুকন | ৩০৲ | ঘনকান্ত সিংহৰ সম্বন্ধীয় ভাই |
| খগেশ্বৰসিংহ গোহাঁই | ৫১৲ | চন্দ্ৰকান্ত সিংহৰ ভাই |
| তাম্ৰধ্বজ গোহাঁই | ৭৷৷ | চন্দ্ৰকান্ত সিংহৰ ভতিজাক |
| পদ্মধৰ গোহাঁই | ৭৷৷ | চন্দ্ৰকান্ত সিংহৰ সম্পৰ্কীয় ভাই; কান্দুৰা গোহাঁইৰ পুতেক |
| বিনোদিনী ৰাণী | ২০৲ | চন্দ্ৰকান্ত সিংহৰ খুড়ীয়েক |
| কেতেকী গাভৰু | ৮৲ | চন্দ্ৰকান্ত সিংহ ৰজাৰ পৰ্ব্বতীয়া কুঁৱৰীৰ ককায়েক নৰহৰি ৰাজখোৱাৰ বিধৱা বৈণী |
| মদম্বিকা ৰাণী | ৪০৲ | চন্দ্ৰকান্ত সিংহৰ সৰু কুঁৱৰী |
| ৰাধাকান্তী গাভৰু | ১৫৲ | কলীয়াভোমোৰা বৰফুকনৰ বিধৱা বৈণী |
| ৰূপৱন্তা গাভৰু | ১৫৲ | ভকতৰাম গোহাঁইৰ বৈণী |
| শ্যাম ফুকন | ২৫৲ | মানৰ ফুকন |

## নিষ্কৰ মাটি

| | মাটিৰ পৰিমাণ | |
|---|---|---|
| ডিমৰুৱাৰ সোণেশ্বৰী কুঁৱৰী | ২০পূৰা | এওঁ ডিমৰুৱাৰ ৰজা ভকত সিংহৰ ৰাণী; স্বামীৰ মৃত্যুৰ পাচত এওঁক এই "মান মাটি" তেওঁৰ ভৰণ-পোষণৰ অৰ্থে দিয়া হয়। |

| | মাটিৰ পৰিমাণ | |
|---|---|---|
| ডিমৰুৱাৰ মানসিং ৰজা | ২৩॥ | ডিমৰুৱাৰ উত্তম সিং ৰজাৰ ভায়েক। |
| ছয়গাওঁ দুৱাৰৰ ভোগদৈ ৰাণী আৰু জীয়েক | ২০ পূৰা | ৰাম ৰায় গাৰো ৰজাৰ পুতেক নয়ন সিং ৰজাৰ বিধৱা আৰু জীয়েক। |
| ৰাণীৰ ললিতৰাম সিং আৰু তেওঁৰ বংশৰ কোঁৱৰবিলাক | ৮০৪॥৶ | "ৰাণী"ৰ বলোৰাম সিং ৰজাৰ পুতেক। He in conjunction with the other "Kuars" or Princes of the family has received a remission of half the revenue of this land for their support ; besides Lolit Ram receives Rs. 5912/- in excess to the Commission allowed to other Zimahdars for the revenue collected by him. |
| উম্‌খুম্‌ ৰজা | ১০ পূৰা | গাৰো পৰ্ব্বতৰ মিলিকা ৰজাৰ পুতেক। |
| জয়নাৰায়ণ ৰজা | ১০ পূৰা | নৰনাৰায়ণ ৰজাৰ বংশৰ হংসনাৰায়ণ ৰজাৰ পুতেক। |
| জগন্নাথ শৰ্ম্মা | ১০ পূৰা | এওঁৰ পিতাক সাধিৰাম শৰ্ম্মাকটকী অন্ধ হোৱাৰ নিমিত্তে, তেওঁক এই মাটি ভৰণপোষণৰ নিমিত্তে দিয়া হৈছিল। তেওঁৰ মৃত্যুত কমিচনাৰ চাহাবে ১০ বছৰলৈ অৰ্দ্ধকৰত জগন্নাথক এই মাটি উপভোগ কৰিবলৈ দিয়ে। তাৰ পাচত ইয়াৰ পূৰা খাজানা লগোৱা হ'ব। |
| ৰেমুধৰ হংসধৰ | ২৬ পূৰা | এওঁলোক দুইৰ পিতাকক ভৰণ-পোষণৰ অৰ্থে এই মাটি নিষ্কৰৰূপে দিয়া হৈছিল। তেওঁৰ মৃত্যুত কমিচনাৰ চাহাবে ১০ বছৰলৈ অৰ্দ্ধ-কৰত এওঁলোক দুই ভাইক উপভোগ কৰিবলৈ দিয়ে। ১০ বছৰৰ অন্তত পূৰা খাজানা দিব লাগিব। |

তেজপুৰ ট্ৰেজাৰীৰ হিচাপ মতে

| | বাৰ্ষিক পেঞ্চন ( টকা ) | |
|---|---|---|
| দৰঙ্গৰ ধৈৰ্য্যনাৰায়ণ ৰজা | ৩৬০্ | |
| শান্ত শৰ্ম্মা | ১৮্ | Transfered from Collector of Seebsagar ( Decr. 1848 ) |

ইং ১৮৫৩ চনত পেঞ্চন আৰু নিষ্কৰ মাটি ভোকা মুঠতে ইমানেহে আছিল ; মিল্‌চ্ চাহাবে কিন্তু ইয়াকে যথেষ্ট ( বা সৰহ যেনহে ) দেখিলে।*১

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ পুতেক ঘনকান্ত সিংহ যুৱৰাজে মিল্‌চ্ চাহাবৰ ওচৰত তেওঁৰ পৈত্ৰিক ৰাজ্য গৱৰ্ণমেণ্টৰ তলতীয়াৰূপে পাবলৈ, নহলে পৈত্ৰিক ভূ-সম্পত্তিকে নিষ্কৰ কৰি দিবলৈ আবেদন কৰিছিল ; কিন্তু তেওঁৰ সেই আবেদন গ্ৰাহ্য নকৰিলে।*২

পুৰন্দৰ সিংহে যেতিয়া গৱৰ্ণমেণ্টক "মালবন্দী" দিবলৈ বন্দবস্ত কৰি উজনিখণ্ড ৰজা হয়, তেতিয়া দুৱৰা কাকতীৰ ফৈদৰ মণিৰাম বৰুৱাক তেওঁৰ "দেৱান" পাতিছিল। তেওঁৰ মৃত্যুৰ পাছত, মণিৰাম বৰুৱা কামেশ্বৰ সিংহ চাৰিংৰজাৰো দেৱান হৈছিল। সেই সময়ত মণিৰাম দেৱান এগৰাকী বিশেষ জনাবুজা মানুহ বুলি প্ৰখ্যাত আছিল।

**"দেৱান"**

তেওঁ দেশৰ সুবিধা-অসুবিধা, সুখ-দুখ ইত্যাদিৰ আৰু অভাৱ অভিযোগৰ বিষয় বৰ্ণনা কৰি, ঘনকান্ত সিংহ যুৱৰাজৰ অনুমতিক্ৰমে, মিল্‌চ্ চাহাবৰ ওচৰত এক আবেদন পত্ৰ দিছিল। সেই আবেদন পত্ৰখন সদৌ ৰাজ্যৰ হকে আছিল, আৰু তাৰপৰা আগৰদিনীয়া আৰু সেই সময়ৰ সাময়িক, অনেক কথা জানিব পৰা যায়। কামেশ্বৰ সিংহৰ পুতেক কন্দৰ্পেশ্বৰ সিংহ চাৰিং ৰজায়ো মিল্‌চ্ চাহাবক সাক্ষাৎ কৰি, উজনি আসাম খণ্ড পুনৰ ইংৰাজৰ

*১ এই সম্বন্ধে তেওঁৰ ৰিপোৰ্টৰ এঠাইত এইদৰে উল্লিখিয়াইছে— "The pension lists show that the Government have been liberal bestowal of relief to those who lost office under the change of administration; the cases of some may have been overlooked, and less deserving persons have received support; but strong grounds should be adduced to warrant the grant of any more liberal degree of assistance."

*২ সেই সম্পৰ্কে মিল্‌চ্ চাহাবে তেওঁৰ ৰিপোৰ্টত এইদৰে লিখিছে— "Ghanakanta Sing, Jobraj, the descendant of the King Chandra Kanta Sing, who was expelled from the country by the Burmese has petitioned to be restored to his kingdom as a Tributory Chief, and the event of that request not being complied with, he solicits the restoration of the Dewattar ( দেৱত্তৰ ? ) Land, enjoyed by his forefather free of rent. He receives Rs. 500/- per mensem as pension, and I can not support his petition."

তলে কৰদ-ৰাজ্য স্বৰূপে খাটিছিল; সুখৰ বিষয়, তেওঁৰ প্ৰাৰ্থনাও মিল্‌চ্‌ চাহাবে গ্ৰাহ্য নকৰিলে।*

ওপৰত মণিৰাম দেৱানৰ যি আবেদন পত্ৰৰ কথা কৈ অহা হৈছে, তাৰ আচলখন অসমীয়া ভাষাতহে লিখা হৈছিল। তাকে মিল্‌চ্‌ চাহাবে ইংৰাজীলৈ তৰ্জমা কৰাই, একখণ্ড গৱৰ্ণমেণ্টৰ ওচৰলৈ পঠাইছিল; তাক আমি ইয়াত সংযোজিত কৰি দিলোঁ। যেই কোনো এক ভাষাৰপৰা আন এটা ভাষালৈ আখৰে আখৰে তৰ্জমা কৰিবলৈ হ'লে, সেই তৰ্জমা সাধাৰণতে যেনেকুৱা হয়, দেৱানৰ দৰখাস্তৰ ইংৰাজী তৰ্জমা কৰোঁতেও ঠিক তেনেকুৱাই হৈছিল। তাক পঢ়ি কোনো লোকৰ হাঁহি উঠিলেও, তাত লিখা কথাবিলাক যে প্ৰকৃত সত্য আৰু অতি লাগতিয়াল, তাক কোনেও নুই কৰিব নোৱাৰে। অন্য কথা এৰি দিলেও, পেঞ্চন দিওঁতে গৱৰ্ণমেণ্টৰ তৰফৰপৰা যে ভাল বিচাৰ আৰু ন্যায় বিবেচনা কৰা নহৈছিল, সেইটো প্ৰকৃত সত্য।*

---

* এইবিলাক কথা উনুকিয়াই, তেওঁ ৰিপোৰ্টৰ এঠাইত লিখিছে— "There is no complaints by Mouzadars or Ryots of Oppressive taxations. One petition, that of Monee Ram Das, touches on these points. It is so curious a document, and being the production of a discontented subject, who had once in his hands the revenue administration of the country, that I have had it translated into English and submit it to His Lordship's inofrmation. The petitioner was formerly Collectory Sherishtador, and then Dewan of Assam Coy. He is now without employ. He is a cleavere, but an untrustworthy and intriguing person He abuses the whole system. insunuating more than he does to express, and exaggerating facts, and sets forth in detail the grievances under which the "upper classes" are said to labour.

His real motive in decrying the coy's administration and comparing that of the Assam rulers, is to get he country restored to the management of Rajah Poorandar Sing's decendant. The young Rajah also waited on me, and urged in a petition he presented to me, his right to hold Upper Assam as an independent tributory. I gave him to understand that he had, in my opinion, ni claim to the promotion, and endevoured to convince him of the futility of agitating it. This conversation took place in the presence of his numerous retrainers. He then desired to speak to me in privat, when he informed me that he was himself desirous of taking the pension, offered to his grand-father and father, but that the nobles of the country, his ministers and servants (and I suspect Monee Ram is his chief Advisor) who still cling to the hope of his restoration, and their aggrandisement, would not permit him to accept it.

It does not seem to me necessary to dwell much on this subject, as I feel assured that the Government would never for a moment listen to the Rajah's proposal. The people themselves have no desire to be placed under his administration. The condition of the Assam and Ryots is that of much comfort; he is taxed lightly, and labours in peace and security, and certainly it would not be to his interests, nor to those of Government that any such change should be made. The Rajah, too, is wholly to undertake the charge.

The frequent reports which the Rajah's adherents circulate, that we intend to give up the country to his rule, unsettles the minds of the people; while

প্ৰকৃত পক্ষে ক'বলৈ গ'লে, পেঞ্চন আৰু নিষ্কৰ মাটি আদি বৃত্তিৰ নিমিত্তে মিল্‌চ্ চাহাবৰ ওচৰত বহুতে দৰখাস্ত কৰিছিল; তাৰ ভিতৰৰে কেইখনমানৰ কথা মাথোন তেওঁৰ ৰিপোৰ্টত উল্লেখ কৰি গৈছে। চন্দ্ৰকান্ত সিংহৰ জোঁৱায়েক চক্ৰধৰ বৰগোহাঁইৰ দৰখাস্তৰ কথা উনুকিয়াই মিলচ্ চাহাবে লিখিছে।*

দণ্ডেশ্বৰ বৰপাত্ৰ গোহাঁইৰ মৃত্যুৰ পাচত, ইতিপূৰ্ব্বে তেওঁৰ দুই পুতেক ভবেশ্বৰ আৰু মুখেশ্বৰ বৰপাত্ৰ গোহাঁয়ে ব্ৰোডী চাহাবৰ জৰিয়তে পৈতৃক পেঞ্চন আৰু নিষ্কৰ মাটি পাবলৈ জেনকিন্স চাহাবলৈ দৰখাস্ত কৰিছিল। তেওঁলোক দুয়োভাই সেই সময়ত কম বয়সীয়া থকাত, দণ্ডেশ্বৰ বৰপাত্ৰৰ ভায়েক যজ্ঞেশ্বৰ বৰপাত্ৰ গোহাঁইক, তেওঁলোকক ভৰণ পোষণ কৰিবৰ নিমিত্তে গৱৰ্ণমেণ্টে মাহে ৫০্ পঞ্চাচ টকা পেঞ্চন আৰু ১০০ পুৰা মাটি নিষ্কৰ ৰূপে মঞ্জুৰ কৰিলে। ইং ১৮৪৪ চনৰ মাৰ্চ মাহত এই হুকুম হয় আৰু এই সম্পৰ্কীয় চিঠি-পত্ৰাদিৰ নকল আমি ইয়াত সংযোজিত কৰি দিলোঁ। †

**দণ্ডেশ্বৰ বৰপাত্ৰৰ পুতেক**

---

Monee Ram's petition has created much fermentation, disquietude, dreal amongst the lower classes.

Under these circumstances, I think it would be productive of much good, were Government to signify to the Rajah plainly and distinctly, by a letter addressed to himself, that it ignores his pretentions and disallows his petition."

* There are petitions which seem to me to be deserving of attention. The first is that of Chakradhar Gossain ( চক্ৰধৰ গোহাঁই ) the son-in-law of the Late Rajah Chunder Kanta Sing. The Government were pleased to confer on him the title of Bor-Gohain; Capt. Brodie was of opinion that the title should not be granted by Government, unless they were prepared to furnish the means to support it. He now gets Rs. 18/- per annum and 4 pooras of land (*see letter of the aftg. : Secy; to the Govt. of India, No. 69, of 1st Sept. 1849*) but is in great distress. His residence, which I have seen, is on a par with that of the common cultivator.

† The second is from the sons of Bengalee Gohain; their petition for a pensionury allowance was strongly supported by Capt. Brodie, in his letter of the 10th Dec. 1849, but the Govt. of India declined to sanction the pension solicited of Rs. 20/- per mensem. (See letter No. 1275 of 1850 of 14th May, in the Foreign Department of the Govt. of India). Both petitioners hold high position in upper Assam, and the sons of Bengalee Gohain, though in better circumstances than the Borgohain, suffered a great deal from the loss of their slaves, I would with all difference, submit that the time is hardly yet arrived when these families should be thrown on their own resources . . . . . . I have received also numerous other petitions, praying for pensions, and the restoration of their slaves, which since the passing of Act V of 1843, the petitioners have lost. One petition, that of Keshib Ram Dekail Phooken, Col. Jenkins is inclined to support. His father was an Ahom of high family, and enjoyed a pension of Rs. 30/- per mensem, when the pension was discontinued. The petitioner is in bad circumstances, but I do not think that this is a case which calls for the interference of Government, Government can not be expected to give pensions in perpetuity."

**বঙ্গালী গোহাঁইৰ পুতেক দুগৰাকীৰ দৰখাস্ত**

১৮৪৩ চনৰ ৫ আইনমতে বন্দী-বেটীবিলাকক খালাচ দিয়াত সেই সময়ত ওপৰ শ্ৰেণীৰ মানুহবিলাকৰ বৰ কষ্ট হৈছিল; আৰু তাৰ প্ৰতিবাদ কৰি অনেকে মিল্চ্ চাহাবৰ ওচৰত অনেক আবেদন কৰিছিল।*

পূৰ্ব্বে কোৱা গৈছে, পুৰন্দৰ সিংহ আৰু তেওঁৰ পুতেক কামেশ্বৰ সিংহ এওঁলোকৰ কোনোবেই গৱৰ্ণমেণ্টৰপৰা পেঞ্চন লোৱা নাছিল। পুৰন্দৰ সিংহৰ মৃত্যুতে (ইং ১৮৪৭ চনত) তেওঁৰ ৰাণী কেইগৰাকীক তলত লিখাৰ দৰে গৱৰ্ণমেণ্টে পেঞ্চন দিয়ে :—

| | | |
|---|---|---|
| বৰকুঁৱৰীক | মাহে | ১০০৲ টকা |
| পুৰণিমেলীয়া কুঁৱৰীক (চন্দ্ৰকান্তৰ ৰাণীক) | " | ৮০৲ টকা |
| অম্বাৱতী ৰাণীক (কামেশ্বৰ সিংহৰ মাক) | " | ৮০৲ টকা |
| পৰ্ব্বতীয়া কুঁৱৰীক | " | ৫০৲ টকা |

মিল্চ্ চাহাব অহাৰ অলপ আগতে কামেশ্বৰ সিংহও ঢুকায়। তেওঁৰ বৰকুঁৱৰীৰ (কন্দৰ্পেশ্বৰ সিংহ চাৰিং ৰজাৰ মাক) বাহিৰেও মাধৱী আৰু পদ্মা নামেৰে দুগৰাকী কুঁৱৰী আৰু কণতী নামেৰে দেউতাকৰ (অৰ্থাৎ পুৰন্দৰ ৰজাৰ) খাটনীয়াৰ এগৰাকী আছিল। দেউতাক কামেশ্বৰ সিংহৰ মৃত্যুত কন্দৰ্পেশ্বৰ সিংহ চাৰিং ৰজাই তেওঁৰ বৈমাতৃ দুগৰাকীলৈকে কণতী খাটনীয়াৰৰ ভৰণ-পোষণলৈকে একেবাৰেই আওকাণ কৰিবলৈ ধৰিলে। কোনো এক সামান্য নিমিত্তে নিজৰ আইতাক (কামেশ্বৰ সিংহৰ বৰৰাণী) আৰু ভায়েক সৰু গোঁহাইদেৱৰ লগতো মনান্তৰ হোৱাত, তেওঁ সিবিলাককো ভৰণ-পোষণ নিদিয়া হ'ল। এনেতে ইংৰাজী ১৮৫২ চনত ব্ৰোডী চাহাব বদলি হৈ যোৱাত, তেওঁৰ ঠাইত কাপ্তান হল্ৰইড্ চাহাব শিৱসাগৰলৈ প্ৰিন্চিপেল এচিষ্টেণ্ট হৈ আছিল। কামেশ্বৰ সিংহৰ বিধবা-ৰাণী কেইগৰাকী আৰু কণতী খাটনীয়াৰে সিবিলাকৰ অভাৱ-অভিযোগ আৰু দুখ-কষ্টৰ কথা হল্ৰইড্ চাহাবক চিঠিৰে জনায়। সেইকথা কন্দৰ্পেশ্বৰ সিংহ চাৰিং ৰজাই বুজ পালে, আৰু তাৰ প্ৰতিবাদস্বৰূপে তেওঁ হল্ৰইড্ চাহাবলৈ এক চিঠি লিখি পঠালে। ইতিমধ্যে বৰকুঁৱৰীয়ে হল্ৰইড্ চাহাবৰ জৰিয়তে পেঞ্চনৰ নিমিত্তে এক আবেদনপত্ৰ পঠায়। পাচে হল্ৰইড্ চাহাবে বৰকুঁৱৰীৰ চিঠিখনে, পেঞ্চনৰ দৰখাস্ত-

**কাপ্তান হল্ৰইড্**

* মিল্চ্ চাহাবে লিখিছে— I have received numerous petitions from all classes. But the prayer of almost all of them is for pensions in Land or Money, or Service... ............... The numerous petitions for pensions and place show the dissatisfaction with which the upper classes regard our rule; it arises chiefly from the freedom given to their slaves. This Act carried ruin to them, and has reduced many families of respectability to extreme indigency."

থলে, আৰু তাৰ লগতে চাবিংবজাৰ আৰু আন আন কুঁৱৰী কেইগৰাকীৰ চিঠি কেইখনো, তেওঁৰ নিজৰ এক 'জেমি অফিচিয়েল' চিঠিৰে সৈতে তেওঁৰ ওপৰৱালা কমিচনাৰ জেন্‌কিন্স চাহাবলৈ পঠাই দিলে। জেন্‌কিন্স চাহাব বৰ দয়ালু পুৰুষ আছিল। তেওঁৰ নিজৰ এক মন্তব্যো সৈতে সেই চিঠি আৰু দৰখাস্ত বেঙ্গল গৱৰ্ণমেণ্টৰ ওচৰলৈ পঠাবলৈ মিল্‌চ্ চাহাবৰ হাতত দিলে, আৰু সেই লগতে সেই গৱৰ্ণমেণ্টৰ প্ৰধান চেক্ৰেটাৰীলৈও তেওঁ এখন চিঠি লিখিলে। জেন্‌কিন্স চাহাবে লিখিছিল যে জীৱদশাত কামেশ্বৰ সিংহই গৱৰ্ণমেণ্টৰপৰা কোনো পেঞ্চন পোৱা নাছিল, গতিকে বৰ্ত্তমান তেওঁৰ বিধৱা কুঁৱৰীসকলে তলত দিয়াৰদৰে পেঞ্চন পাব লাগে :—

| | | |
|---|---|---|
| কামেশ্বৰ সিংহৰ বৰকুঁৱৰী (চাবিংবজাৰ মাক) | মাহে | ১০০্ টকা |
| মাধৱী কুঁৱৰী | " | ৩৫্ টকা |
| পদ্মা কুঁৱৰী | " | ৫০্ টকা |
| ৰূপৱতী খাটনীয়াৰ | " | ২০্ টকা |

জেন্‌কিন্স চাহাবৰ অনুৰোধমতে মিল্‌চ্ চাহাবে সেই চিঠি আৰু দৰখাস্ত বেঙ্গল গৱৰ্ণমেণ্টৰ ওচৰলৈ পঠাই দিলে। সেই দৰখাস্তৰ ওপৰত তেওঁ নিজে যি মন্তব্য প্ৰকাশ কৰিছিল।

মিল্‌চ্ চাহাব ইং ১৮৫২ চনত এইদেশলৈ আহে আৰু তাৰ পাচ বছৰত (ইং ১৮৫৩ চনত) তেওঁ ইণ্ডিয়া গৱৰ্ণমেণ্টৰ ওচৰলৈ তেওঁৰ ৰিপোৰ্ট পঠায়। এওঁ এইদেশলৈ অহাৰপৰা দেশৰ অনেক উপকাৰ হ'ল ; বিচাৰ কাৰ্য্যাদিত যি অনিয়ম আছিল, সিবিলাক গুচিল, আৰু গৱৰ্ণমেণ্টেও এইদেশৰ বিষয়ে অনেক কথা জানিবলৈ পালে।

ইয়াৰ আগেয়ে এইদেশত যিবিলাক দলিল বা নিদৰ্শন পত্ৰ হৈছিল, সেইবিলাক ষ্ট্যাম্প নোহোৱা "কাচ্" কাকতত‌হে হৈছিল। পাচে ইং ১৮৫৮ চনত সেই নিয়ম ৰহিত কৰি, তেনে কাকতত ষ্ট্যাম্প ব্যৱহাৰ কৰিবলৈ নিয়ম কৰিলে। ইং ১৭৭৩ চনৰেপৰা এইদেশত কানিৰ প্ৰচলন হয়,—আৰু তাৰ খেতিও প্ৰায় গোটেই অসমতে ব্যাপ্ত হয়। কানি ব্যৱহাৰ কৰি দেশীয় মানুহবিলাক দুৰ্ব্বল আৰু অলস হ'বলৈ ধৰিলে। ইয়াৰ কুফল নিবাৰণ কৰিলে তাৰ ব্যৱহাৰ হ্ৰাস হ'ব অথচ ৰাজহ বাঢ়িব ; এই ভাবি ইং ১৮৬০ চনত কানিৰ খেতি বন্ধ কৰিলে। গৱৰ্ণমেণ্টৰপৰা যি কানি বিক্ৰয় হ'ব তাকেই কিনি মানুহে ব্যৱহাৰ কৰিব ; তাৰ বাহিৰে কোনেও নিজে খেতি কৰি কানি কৰিব নোৱাৰিব, কৰিলে গৱৰ্ণমেণ্টৰ ওচৰত দায়ী হ'ব লাগিব ; এনে আজ্ঞা প্ৰচাৰ হ'ল।

প্ৰথম ষ্ট্যাম্প প্ৰচলন
কানিৰ খেতি বন্ধ

পাছে ইং ১৮৬১ চনৰ ফেব্ৰুৱাৰী মাহত কমিচনাৰ জেন্‌কিন্স চাহাবে কামৰূপৰ

অৱসৰ ল'লে। তেওঁ অতি দয়ালু, পৰোপকাৰী আৰু বিদ্যোৎসাহী লোক আছিল। এই দেশৰ সৰ্ব্বসাধাৰণ সকলোৰেই তেওঁ প্ৰীতিভাজন আছিল। তেওঁৰ আমোলতে এই দেশৰ উন্নতিৰ বিষয়ে বহুত পথ উলিওৱা হয়। ১৮৬০ চনত দেৱানী বিচাৰকাৰ্য্যৰ নিমিত্তে ১৮৫৯ চনৰ ৮ আইন এই দেশত প্ৰচাৰ হয়, আৰু তাৰদ্বাৰা "আসাম কায়দাবন্দী"ৰ সেই বিষয়ৰ নিয়মবিলাক অপ্ৰচলিত হ'ল। এই বছৰতে আমাৰ দেশত ইন্‌কম্ টেক্সৰ আইনো পোন প্ৰথমে প্ৰচলিত হয়।

দেৱানী বিচাৰ

# কৰ্ণেল্ হপ্‌কিন্স্‌ন্

ইং ১৮৬১ চনৰ ফেব্ৰুৱাৰী মাহত কৰ্ণেল্ হপ্‌কিন্স্‌ন্ কমিচনাৰ হৈ আহিল। এইজনা কমিচনাৰ চাহাবৰ আমোলতে, ইং ১৮৬২ চনত ফৌজদাৰী দণ্ডবিধি আৰু কাৰ্য্যবিধিৰ আমাৰ দেশত প্ৰথম প্ৰচলন হয়। এইদেশ ব্ৰিটিচ্ শাসনৰ তললৈ অহাৰেপৰা গৱৰ্ণমেণ্টৰ কোনো উচ্চপদস্থ কৰ্ম্মচাৰী ইয়ালৈ অহা নাছিল। পাচে এই চনৰে (ইং ১৮৬২) বাৰিষাত মিঃ বিডেন চাহাব লেফ্‌টেনেণ্ট গৱৰ্ণৰ হৈ এই দেশ পৰিভ্ৰমণ কৰিবলৈ আহে। তেওঁৰ শুভাগমনত দেশৰ উন্নতিৰ বহুত উপায় হ'ল; কিয়নো তেওঁ নিজ চকুৰে দেশৰ অৱস্থা দেখি গ'লহি। এই দেশত বহুত অৰণ্য আৰু পতিত ভূমি থকাত তাক আবাদ কৰিবলৈ আৰু দেশত কৃষিৰ সুবিধা কৰিবলৈ, গৱৰ্ণমেণ্টে কোনো কোনো নিৰ্দ্দিষ্ট পতিত ভূমি নীলামত বিক্ৰয় কৰিবলৈ আৰু দীৰ্ঘকালৰ নিমিত্তে পট্টা কৰি দিবলৈ, এক নিয়ম প্ৰচলিত হলত, ইউৰোপীয় উৎসাহপূৰ্ণ লোকসকলে চাহৰ খেতিৰ নিমিত্তে এইদেশলৈ ধনৰ সোঁত পঠাবলৈ ধৰিলে, আৰু তাৰ ফলত অনেক ঠাইত অনেক চাহ-বাগিছা হ'ল। এই দেশৰ প্ৰজা অতি কম, মানৰ দিনত অনেক ভাগি গ'ল আৰু বহুত মানুহ মানইঁতে ধৰি ধৰি নিলে। যিবিলাক আছে, সিবোৰেও আপোনাৰ কৃষি পৰিত্যাগ কৰিব নোৱাৰে। সেইকাৰণে চাহ-খেতিৰ কোম্পানীবিলাকে বিদেশৰপৰা শ্ৰমজীৱী বা "কুলি" মানুহ আনিবলৈ আৰম্ভ কৰিলে; আৰু সেই কুলিক অনা, ৰখা, আৰু কৰ্ম্ম কৰোৱাৰ নিমিত্তে এক "কুলি আইন" প্ৰচলন হ'ল।

**ফৌজদাৰী দণ্ডবিধি আৰু কাৰ্য্যবিধি আইন**

ইং ১৮৬৪ চনত ভোটানৰ যুদ্ধ হয়! তাত ব্ৰিটিচ্ গৱৰ্ণমেণ্টৰ জয় হোৱাত, ১৮৬৫ চনত চিঞ্চোলা নামে ঠাইত হোৱা সন্ধিপত্ৰ অনুসাৰে ভোটৰ অধীনৰ নামনি ঠাইবিলাক (যাক "দুৱাৰ" বোলে) এই দেশত লগ লগোৱা হয়। ১৮৬৬ চনত গাৰো পৰ্ব্বতত "তুৰা" আৰু নগা পৰ্ব্বতত "শ্বামাগুটিং" নগৰ পতা হয়। এই দুই নগৰ হৱৰেপৰা গাৰো আৰু নগাবোৰৰ অত্যাচাৰ কমি আহিছে। ইং ১৮৭১ চনত বঙ্গদেশৰ লেফ্‌টেনেণ্ট্ গৱৰ্ণৰ, চাৰ জৰ্জ কেম্বেল চাহাব এই দেশলৈ আহে। তেওঁ আহি দেখিলে যে অসমীয়াক পঢ়িবলৈ নিদি, অন্যায়ৰূপে সিবিলাকক বলেৰে বঙ্গলা ভাষা শিকোৱা হৈছে, আৰু বিচাৰালয়বিলাকতো বঙ্গভাষাৰ প্ৰচলন হৈছে। তেওঁ বৰ উদাৰ প্ৰকৃতিৰ

লোক আছিল; তেওঁ দেখিলে যে অসমীয়া মানুহৰ এইটো মহৎ অন্যায় কৰা হৈছে। আমেৰিকান ব্যাপ্‌টিষ্ট্‌ মিছন্‌ৰ মিষ্টাৰ ব্ৰনচন চাহাবে সেই সময়ত এটা অসমীয়াৰপৰা

**চাৰ জৰ্জ কেম্বেল**

ইংৰাজী অভিধান সংগ্ৰহ কৰিছিল। তেওঁ তাৰ পাতনিত লিখিছিল।* ব্ৰনচন্‌ চাহাবৰ পাতনিত লিখা কথাখিনি চাৰ জৰ্জ কেম্বেল চাহাবেও ভালকৈ বুজি উঠিলে, আৰু তেওঁ এই দেশৰ বিচাৰালয় আৰু পঢ়াশালিবিলাকত অসমীয়া ভাষা চলাবলৈ হুকুম দি গ'ল। সেই অবধি এই দেশত কি বিচাৰালয় কি পঢ়াশালি সকলোতে অসমীয়া ভাষা চলিব লাগিছে।

এই দেশৰ অৱস্থা ক্ৰমে সকলো বিষয়তে উন্নত হবলৈ ধৰিলে। এই দেশ বঙ্গদেশৰ লগত থকাত গৱৰ্ণমেণ্টে ইয়ালৈ বিশেষ মনোযোগ দিব পৰা নাছিল; আৰু বিশেষকৈ এই দেশৰ প্ৰধান অধিপতিজন এই দেশতে থাকিলে, দেশৰ সৰ্ব্বপ্ৰকাৰে মঙ্গল হ'ব বিবেচনা কৰি ইং ১৮৭৪ চনৰ ফেব্ৰুৱাৰী মাহৰ শেষ ভাগত কৰ্ণেল হপ্‌কিন্স্‌ চাহাব কামৰপৰা অৱসৃত হোৱাত, এই দেশ এজনা চিফ্‌কমিচনাৰৰ অধীন কৰা হ'ল; আৰু ইয়াৰ কৰ্ত্তৃত্ব-ভাৰ ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেলে আপোনাৰ হাতত ল'লে।

* Unfortunately an impression has prevailed that Assamese and Bengali are identical or nearly so. Hence all the schools, courts and official business of every kind are conducted in Bengali. This has greatly retarted the cause of education and general prorgess among masses. They have no inclination to abandon their own for a foreign dialect. The higher classes seeing their own language ignored strive to obtain a sufficient knowledge of Bengali to fill Government offices, but they never feel at home in that language. In the family and social circle, nothing but the vernacular is spoken. Were Government now to abandon the country, Assamese would supersede all other dialects, simply because it is the language of the masses.

# কৰ্ণেল কিটিং

ইং ১৮৭৪ চনত কৰ্ণেল কিটিং এই দেশৰ পোন-প্ৰথম চিফ্‌ কমিচনাৰ হৈ আহে। এওঁৰ আমোলতে কাছাৰ আৰু শ্ৰীহট্ট জিলাক আসামৰ লগত চামিল কৰা হয়; আৰু তেতিয়াৰেপৰা "আসাম উপত্যকা" (বা আসাম ভেলী) "সুৰমা উপত্যকা" (বা সুৰমা ভেলী) নামে আসাম প্ৰদেশক দুভাগ কৰা হয়, আৰু দুই বিভাগত দুজন কমিচনাৰ ৰখাৰ নিয়ম চলে। লক্ষীমপুৰ, শিৱসাগৰ, নগাওঁ, দৰঙ্গ, কামৰূপ আৰু গোৱালপাৰা এই ছখন জিলাৰে সৈতে "আসাম উপত্যকা" কাছাৰ, ছিলট, এই দুখন জিলাৰে সৈতে "সুৰমা উপত্যকা" পতা হয়। ইয়াত বাজেও নগাপৰ্ব্বত, গাৰোপৰ্ব্বত, আৰু খাচীয়া জয়ন্তীয়া পৰ্ব্বত এই তিনিখন জিলাৰে সৈতে এটা "পৰ্ব্বতীয়া বিভাগ" (বা হিল্‌ ডিষ্ট্ৰিক্‌চ্‌) পতা হয়; কিন্তু তাত কমিচনাৰ নাছিল; সেই বিভাগ পোন-হতীয়াকৈ চিফ কমিচনাৰৰ তলত আছিল। গুৱাহাটীতকৈ পৰ্ব্বতীয়া শ্বিলং নগৰৰ স্বাস্থ্য অপেক্ষাকৃত উন্নত হোৱাত, অসমৰ ৰাজধানী গুৱাহাটীৰপৰা উঠাই তালৈ নিয়া হ'ল। প্ৰথমতে শ্বিলং নগৰক মানুহে "জেডো" (Yeddo) বুলিহে জানিছিল, কিয়নো সেই ঠাইৰ প্ৰাচীন নাম "জেডো" আছিল। পাচে জাপান প্ৰদেশৰ তেতিয়াৰ ৰাজধানীৰ নাম "জেডো" থকাত, এই নগৰৰ নাম শ্বিলং ৰখা হ'ল।

**শ্বিলং**

দৰঙ্গ জিলাৰ উত্তৰ ফালৰ পৰ্ব্বতত থকা ডফলাবোৰে সময়ে সময়ে আমাৰ মানুহৰ পৰা পচা তুলি নি অনেক উপদ্ৰৱ কৰে; আৰু কেতিয়াবা মানুহ ধৰি নি বন্দী কৰি থয়গৈ। বিশেষকৈ পৰ্ব্বতে সৈতে আমাৰ সীমা ধাৰ্য্য কৰাত ইহঁতে ৰবকৈ বাধা দিয়ে। এনেবিলাক উপদ্ৰৱ নিবাৰণ কৰিবলৈ এই চনতে গবৰ্ণমেণ্টে ডফলাবোৰৰ বিৰুদ্ধে কিছুমান সৈন্য পঠায়। ন্যাৰায়ণপুৰত এই সৈন্যৰ প্ৰধান চাউনি হয়। তাৰপৰা ক্ৰমে ওপৰলৈ উঠি, ইংৰাজ সৈন্য সিহঁতৰ প্ৰধান প্ৰধান গাঁও কেইখন বশবৰ্ত্তী কৰি নিয়া বন্দী কিছুমানক মুকলি কৰি দিলে। সিহঁতৰ গামবোৰে অনেক মেথন গৰু ইত্যাদি বস্তু দি ব্ৰিটিচ্‌ গবৰ্ণমেণ্টৰ শৰণাগত হ'ল।

**ডফলা দমন**

এই বছৰৰ (ইং ১৮৭৪ চনৰ) শীতকালৰ আৰম্ভতে গবৰ্ণমেণ্টৰ আদেশত জয়পুৰৰ ফালে লেফ্‌টেনেণ্ট হ'লকম্ব এচিষ্টেণ্ট্‌ কমিচনাৰ চাহাব ত্ৰিকোণ যন্ত্ৰৰ পিয়ল কৰা চাহাব এজনাৰে সৈতে নগা পৰ্ব্বতত পিয়ল কৰিবলৈ যায়। ইং ১৮৭৪ চনৰ ১লা ফেব্ৰুৱাৰীৰ দিনা তেওঁবিলাক বৰুৱাচালী পৰ্ব্বতৰ ওচৰৰ নিমুগাঁৱত কেম্প কৰি থাকোঁতে, সেই চাঙৰ নগা-ৰজাই হল্‌কম্ব চাহাবৰ লগত বন্ধুভাৱে দেখা কৰিবলৈ আহিবলৈ বুলি কটকী পঠালে। হল্‌কম্ব্‌ চাহাবে নগাৰজাৰ লগত সাক্ষাৎ কৰিবলৈ

মাত্তি হ'ল। পাছে নগা বজাই ষড়যন্ত্ৰ কৰি কিছুমান সশস্ত্ৰ নগাক গোপনে লুকাই থৈ, লগত দুটা কি তিনিটা নগা লগৰীয়া ৰূপে লৈ হল্‌কম্ব চাহাবক সাক্ষাৎ কৰিবলৈ আহিল। সেই সময়ত চাহাবৰ লগৰ চিপাহীবিলাকে খাব-ব'বলৈ কাৰবাৰ কৰিছিল। নগা বজাই হল্‌কম্ব চাহাবক সাক্ষাৎ কৰি, সি লৈ অহা বজোৱা কাঁহ এখন চাহাবক উপহাৰ ৰূপে দি বোলে,—“চাহাবখিনি! তই আমাৰ এই কাঁহখিনি বজাবিচোন তোৰ কাঁহখিনি ভাল বাজে না, আমাৰখিনি ভাল বাজে।” চাহাবে নগাৰ ষড়যন্ত্ৰলৈ অলপো সন্দেহ নকৰি, কাঁহখন লৈ টং টং কৰে বজাবলৈ ধৰিলে। যেই কাঁহ বাজিল, লুকাই থকা নগাখিনি হাবিৰপৰা ওলাই, বেৰি ধৰি বিশ্বাসঘাতকৰূপে হল্‌কম্ব চাহাব সমন্বিতে ৮০ জন মানুহক বধ কৰে। চাহাব দুজনক লৈ মুঠতে ১৯৭ জন মানুহ আছিল, দুয়ো চাহাব মৰা পৰিল আৰু ৫১ জন মানুহক প্ৰাণ সংশয়ৰূপে আঘাত কৰে; বাকী-বিলাক যেনিয়ে পায় তেনিয়ে পলাল। এই পলাই সৰাবিলাকৰ ভিতৰৰে নিৰঞ্জন শৰ্ম্মা চক্ৰবৰ্ত্তী পেস্কাৰ আহি জয়পুৰত খবৰ দিলেহি। সেই সময়ত মটকৰ লহমন তাত বৰ দাৰোগা আছিল, আৰু তেওঁৰ ভায়েক সাধন চিৰস্তাদাৰ আছিল। লহমন জৰয়ানং নামে গৱৰ্ণমেণ্টৰ দৰমহা খোৱা এক নগাৰ কটকীক, বিদ্ৰোহী নগাক ধৰিবলৈ পঠালে আৰু নগাৰজাত ধৰি আনি দিব পাৰিলে, তাক যথোচিত ৰূপে পুৰস্কাৰ দিবা যাব বুলি ক'লে। জৰয়ানং কটকীয়ে পৰ্ব্বতত গৈ দেখিলে, তাত নগা নাই, চাং এৰি সিইঁত পলাল। কিছুদিনৰ মূৰত পলাই থকা নগা এটা পাই, তাকে ধৰি লৈ আহি, সাধন চিৰস্তাদাৰৰ ঘৰ পালেহি। চিৰস্তাদাৰ বৰ চালাক প্ৰকৃতিৰ লোক আছিল। তেওঁ জৰয়ানঙকে নগাটোকে দেখি বৰ বং পাই, জৰয়ানঙৰ খাব-ব'বলৈ উপায় কৰি দি, মনে মনে, অৰ্থাৎ জৰয়ানঙে গম ধৰিব নোৱৰাকৈ, নগাটোক নি সেই জিলাৰ চাহাবৰ ওচৰত হাজিৰ কৰি দিলেগৈ আৰু এই বুলি ক'লে যে তেওঁ অনেক কষ্ট সহ্য কৰি কোনোমতেহে আচল দোষী নগা বজাটোক ধৰি আনিব পাৰিলে। জিলাৰ চাহাব গৰাকীয়ে সেইকথা গৱৰ্ণমেণ্টলৈ লিখে,—আৰু তাৰ ফলত সাধন চিৰস্তাদাৰক ৰায়-

**সাধন ৰায়বাহাদুৰ**

বাহাদুৰ উপাধি দিয়া হ'ল। ৰায়বাহাদুৰ সাধনক শুচৰ সুধিবলৈকো ক্ষমতা দিয়া হৈছিল। তাৰ পাছত সেই বিশ্বাসঘাতকতাৰ নিমিত্তে সেই বিদ্ৰোহী নগাবোৰক গৱৰ্ণমেণ্টে যথোচিত শাস্তি দি বশবৰ্ত্তী কৰিলে।

**গৱৰ্ণৰ জেনেৰেল লৰ্ড-নৰ্থব্ৰুকৰ শুভাগমন**

এই বছৰৰে আগষ্ট মাহত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুক চাহাব এই দেশ চাই তাৰ অৱস্থা বুজিবলৈ আহিল। তেওঁ শ্ৰীহট্ট, কাছাৰ, শিলং আৰু গুৱাহাটীত অৱস্থিতি কৰি, পুনৰ কলিকতালৈ গ'ল। ইং ১৮৭৮ চনত কৰ্ণেল কিটিং চাহাব আমাৰ দেশৰপৰা যায়, আৰু তেওঁৰ ঠাইত চাৰ্‌ এচ্‌. চি. বেইলী চাহাব চিফ্‌ কমিচনাৰ হয়হি।

# চাৰ্ এচ্. চি. বেইলী

কৰ্ণেল কিটিং চাহাব যোৱাত ইং ১৮৭৮ চনত বেইলী চাহাব আহি চিফ কমিচনাৰ হয়হি। এওঁৰ দিনতে নগা হিল্‌চ জিলাৰ পলিটিকেল অফিচাৰ মিঃ ৰট্‌লাৰ চাহাবক নগাই আঘাত কৰিছিল; আৰু কিছুমান দিনৰ পাচত, ইং ১৮৭৯ চনৰ অক্টোবৰ মাহত মিঃ ডমাণ্ট চাহাবকো নগাই হত্যা কৰে। মিঃ ডমাণ্ট চাহাব ৰট্‌লাৰ চাহাবৰ পাচত তাত পলিটিকেল অফিচাৰ হৈ আছিল।

**নগাৰ লগত ৰণ**

পাছে নগাৰ লগত যুদ্ধ হ'ল। নগাই প্ৰথমতে অনেক বিক্ৰম দেখুৱালেও, পাছত সিহঁত পৰাস্ত হ'ল; আৰু শ্যামাগুটিঙৰপৰা সেই বছৰেই কহিমালৈ জিলা উঠাই নিয়া হ'ল। চাৰ্ এচ্. চি. বেইলীৰ শাসনকাল পূৰা হ'বলৈ নৌ পাওঁতেই, ইং ১৮৮১ চনত তেওঁ অন্য কাৰ্যত নিযুক্ত হৈ আসাম এৰি যোৱাত মিঃ (পাচত চাৰ্) ইলিয়ট্ চাহাব চিফ কমিচনাৰ হৈ এই দেশলৈ আহে।

চাৰ্ এচ্. চি. বেইলী চাহাব এজন বহুদৰ্শী শাসনকৰ্তা আছিল,—আৰু এই দেশৰ উন্নতিৰ নিমিত্তে তেওঁ ভালেমান পুৰুষাৰ্থ কৰিছিল।

# চাৰ চাৰ্লচ্ ইলিয়ট্

চাৰ এচ্. চি. বেইলীৰ পাছত ইং ১৮৮১ চনত মিঃ ইলিয়ট্ চাহাব ( পাচলৈ চাৰ চাৰ্লচ্ ইলিয়ট্ ) এই দেশত চিফ কমিচনাৰ হ'লহি। এওঁ এজন বৰ মৰমিয়াল আৰু শিক্ষা-অনুৰাগী পুৰুষ আছিল। এওঁৰ আমোলতে অসমীয়া ছাত্ৰই এন্ট্ৰেঞ্চ (প্ৰবেশিকা) পৰীক্ষাত উত্তীৰ্ণ হ'লেই মাহে ২০্ টকাকৈ বৃত্তি লৈ কলিকতা কলেজত পঢ়িবলৈ যাব পৰা হয়।

এওঁৰ আমোলতে ইং ১৮৮৩ চনত কপাহচোৰ অকাইতে দৰঙৰফালে আমাৰ মানুহৰ সম্পত্তি লুট কৰিছিল, আৰু কোনো দেৱ-বিগ্ৰহ শুচাবৰ নিমিত্তে চুলিকটা মিচিমিবোৰৰ এজন ইংৰাজক বলিদান দিবৰ আৱশ্যক হয়। আৰু সেই অন্ধ বিশ্বাসমতে

**অকা-মিচিমীৰ ৰণ**

চিহঁতে দিকৰঙৰ এজন ইংৰাজক হত্যা কৰে। ইংৰাজ সৈন্যে চিহঁতক গৈ অনেক প্ৰকাৰে শাস্তি কৰাতো, চিহঁতে নিজৰ অপৰাধৰ প্ৰায়শ্চিত্ত কৰিবলৈ স্বীকাৰ নকৰাত, গৱৰ্ণমেণ্টৰপৰা চিহঁতক এই দেশত সোমাবলৈ মানা কৰি দিয়া হয়। এই চাহাবৰ দিনতে ইং ১৮৮৫ চনত "যোৰহাট ষ্টেট্ ৰেইলওৱে" খোলা হয়। এনেতে সেই বছৰতে ( ইং ১৮৮৫ চনতে ) ইলিয়ট্ চাহাব দেশলৈ ছুটী লৈ যাবলৈ ওলোৱাত, তেওঁৰ ঠাইত মিঃ ওৱাৰ্ড্ ( পাছত, চাৰ উইলিয়াম-ওৱাৰ্ড্ ) কিছুদিনৰ নিমিত্তে একটিং চিফ্ কমিচনাৰ হৈ আহে। এওঁ ইতিপূৰ্বে এই দেশত ৫ বছৰ জজ্ আৰু কমিচনাৰ পদত নিগাজীকৈ আছিল। এওঁৰ দিনতে ইং ১৮৮৫ চনত, ব্ৰহ্মদেশৰ ৰজাৰে সৈতে ইংৰাজৰ বিৰোধ হয়। সেই সময়ত মিজিনৰ এজন "উনে" ( চৰ্দাৰ ) চাৰিজন ইংৰাজক আৰু কেণ্ডাতেৰ "উনে" তিনিজন ইংৰাজক বন্দী কৰে। সেই বছৰৰে ডিচেম্বৰ মাহৰ ২৫ তাৰিখে কৰ্ণেল জনষ্টোন্ চাহাব কিছুমান সেনা লৈ কেণ্ডাতেলৈ যায়। উনে জনষ্টোন্ চাহাবৰ হাতত ইংৰাজ বন্দীবিলাকক দি, অধীনতা স্বীকাৰ কৰে; কিন্তু প্ৰজাবিলাক বিদ্ৰোহী হৈ উঠিল। জন্ষ্টোন্ চাহাবে চিহঁতক পৰাস্ত কৰি, উনেক টম্মু নগৰলৈ লৈ গৈ, ১৮৮৬ চনৰ ১৪ জানুৱাৰীত চৰ্দাৰ পদত প্ৰতিষ্ঠিত কৰিলে। ইয়াৰ অলপ পাছত মাউন্দচি নামেৰে এজন ব্ৰহ্মদেশৰ উনেক টম্মুৰপৰা ১৮ মাইল দূৰৈত পান্চা নামেৰে গাঁও এখনত দেখা যায়। ১লা ফেব্ৰুৱাৰী তাৰিখে তেওঁৰ সেনাবিলাকক জন্ষ্টোন্ চাহাবে আক্ৰমণ কৰি হৰুৱাই দিয়ে। তাতে উনে টম্মু নগৰত নিজক অসহায় ভাবি মণিপুৰলৈ পলাই যায়। তেতিয়া

ইংৰাজ সৈন্যে টম্মু নগৰতে চাউনি কৰি সেই অৰাজকতা নিবাৰণ কৰে। এই যুদ্ধ-বিলাকত আৰু উত্তৰ ব্ৰহ্ম অধিকাৰ কৰিবৰ সময়ত মণিপুৰৰ ৰজাৰ সৈন্যবিলাকে গৱৰ্ণমেণ্টক বহুত সহায় কৰে।

পান্‌চা গাঁৱৰ যুদ্ধতে জন্‌ষ্টোন্ চাহাব আহত হয়। তেওঁ অৱসৰ লোৱাত মেজৰ্ ট্ৰটাৰ তেওঁৰ ঠাইত মণিপুৰত চৰকাৰৰ প্ৰতিনিধি নিযুক্ত হ'ল। ট্ৰটাৰ চাহাব টম্মু-পৰা কেওাঁলৈ যাওঁতে বাটতে তেওঁক ব্ৰহ্মদেশৰ মানুহে আক্ৰমণ কৰে। তাতে তেওঁ আহত হৈ ১২ মেই তাৰিখে সৈন্যবিলাকক লৈ পুনৰ টম্মু নগৰলৈ উভতি আহে; আৰু ২২ জুলাইত তেওঁৰ মৃত্যু হয়। তেওঁৰ পাছত মেজৰ হেল্‌চ্ চাহাবে ২৯ জুলাই তাৰিখে চালিয়ান বন দুৰ্গত ব্ৰহ্মসৈন্যক আক্ৰমণ কৰে; কিন্তু কৃতকাৰ্য্য হ'ব নোৱাৰি নিজে আহত হ'ল। ইং ১৮৮৩ চনৰ ১০ অক্টোবৰ তাৰিখে তেওঁৰ পাছত চালিয়ান-দুৰ্গ অধিকাৰ কৰে, আৰু ব্ৰহ্ম-সৈন্যবিলাক তাৰপৰা আন ঠাইলৈ গুচি যায়।

ইং ১৮৮৬ চনৰ মেই মাহত মণিপুৰৰ ৰজা চন্দ্ৰকীৰ্ত্তিসিংহৰ মৃত্যু হয়। তেওঁৰ পাছত পুতেক সুৰচন্দ্ৰ ৰজা হয়; তাতে ভূতপূৰ্ব ৰজা নৰসিংহৰ পুতেক বৰচৌবাসিংহই বিদ্ৰোহ কৰে; কিন্তু মণিপুৰৰ সেনাপতিৰ হাতত তেওঁ পৰাস্ত হয় আৰু পলাই গৈ, কাছাৰত থকা মণিপুৰী-বিলাকৰ আশ্ৰয় লয়গৈ। তেওঁৰ ভায়েক মেগ্‌জিন্ সিংহক বন্দী কৰা হয়; অক্টোবৰ মাহত বৰচৌবাসিংহক আকৌ মণিপুৰত দেখা যায়। ইংৰাজ আৰু মণিপুৰী সৈন্যই বিষ্ণুপুৰ গাৱঁত তেওঁক পৰাস্ত কৰে; তাৰ পাছত তেওঁ আৰু তেওঁৰ ভায়েক দুয়োজনে অধীনতা স্বীকাৰ কৰে। সেই অৱধি তেওঁলোক দুয়ো ভাইক হাজাৰিবাগ জিলাত বন্দী কৰি ৰখা হয়।

**মণিপুৰত গৃহবিবাদ**

ইলিয়ট্ চাহাব আৰু আসামলৈ ঘূৰি নাহিল। ইং ১৮৮৭ চনৰ ৩১ অক্টোবৰলৈকে ওৱাৰ্ড চাহাবেই এক্‌টিং চিফ্ কমিচনাৰ হৈ এই দেশত থাকিল। তাৰ পাছত, ইং ১৮৮৭ চনৰ নবেম্বৰ মাহত মিষ্টাৰ (পাচত চাৰ্) ডিট্‌জ্ ক্ৰেট্ৰিক্ চাহাব চিফ্ কমিচনাৰ হৈ আহিল।

# চাৰ্ ডি. ফিট্‌জ্ পেট্ৰিক্

ইং ১৮৮৭ চনৰ নবেম্বৰ মাহত মিঃ ফিট্‌জ, পেট্ৰিক্ (পাছত চাৰ) চাহাব চিফ কমিচনাৰ হৈ আহিল। এওঁৰ আমোলতে ইং ১৮৮৭ চনত ডফলা কিছুমানে ইংৰাজৰ আশ্ৰিত আৰু ইংৰাজ ৰাজ্যৰ প্ৰান্তভাগত বাস কৰি থকা ডফলাবোৰৰ তিনিটাক ৰাত্তি আক্ৰমণ কৰি হত্যা কৰে, আৰু ১৫টাক বন্দী কৰি লৈ যায়। পাছে আশ্ৰয় লৈ থকা ডফলাইতৰ দোষত এনেকুৱা ঘটিল বুলি পৰ্ব্বতীয়া ডফলাবোৰক একো দণ্ড দিয়া নহ'ল।

**মণিপুৰত বিদ্ৰোহ**

ইতিপূৰ্ব্বে এই চনৰে (ইং ১৮৮৭) চেপ্তেম্বৰ মাহত (মিঃ ওৱাৰ্ড চাহাব চিফ কমিচনাৰ থকা কালত) মণিপুৰৰ প্ৰধান বিচাৰপতি ৰংথৈৰ্‌কপ্‌ বিদ্ৰোহী হয়; পাছে ৰজাৰ সৈন্যবিলাকে ৰংথৈৰ্‌কপক মাৰি সেই বিদ্ৰোহৰ অন্ত কৰে। ইয়াৰ পাছত কাছাৰ প্ৰবাসী যোগেন্দ্ৰ সিংহ নামে এক মণিপুৰীয়া কোঁৱৰো বিদ্ৰোহী হৈ উঠে; ইংৰাজ সৈন্যই সেই যোগেন্দ্ৰ সিংহকো হত্যা কৰি, সেইবাৰৰ বিদ্ৰোহ নিবাৰণ কৰে। পাছে ইং ১৮৮৮ চনত কপাহচোৰ আকাবোৰে ইংৰাজৰ অধীনতা স্বীকাৰ কৰে, আৰু চুলিকটা মিচিমিহঁতেও ইংৰাজক দুহেজাৰ টকা জৰিমনা দি, অধীনতা স্বীকাৰ কৰি এই দেশলৈ আহি বেহা-বেপাৰ কৰিবলৈ অনুমতি লয়।

**মিঃ ওৱেষ্টলেণ্ড**

এওঁ এজন বৰ ওখ মনৰ আৰু মৰমিয়াল শাসনকৰ্ত্তা আছিল; কিন্তু তেওঁৰ শাসনৰ কাল নৌ পূৰোঁতেই ইং ১৮৮৯ চনত বদলি হৈ পঞ্জাবলৈ যাব লগা হয়। তেওঁৰ ঠাইত মিষ্টাৰ (পাছত চাৰ) জে. ওৱেষ্টলেণ্ড চাহাব প্ৰায় চাৰিমাহৰ কাৰণে একটিং কৰিবৰ কাৰণে এই দেশলৈ আহে।

চাৰ ডি. ফিট্‌জ্‌ পেট্ৰিক্ চাহাবৰ দিনতে উত্তৰ লুচাইৰ আইজালত ব্ৰিটিচ্ পলিটিকেল এজেণ্ট ৰাখিবলৈ নিয়ম কৰা হয়।

# মিঃ জে. ডি. কুইণ্টন্

ইং ১৮৮৯ চনব অক্টোববত মিঃ জে. ডি. কুইণ্টন্ চাহাব অসমব চিফ কমিচনাবব ভাব গ্ৰহণ কবেহি। তেওঁব শাসন কালব প্ৰথম বছবতে আও নগাব বাজ্য বৃটিচ দখলব ভিতব কবা হয়, আৰু ১৮৯০ চনত মণিপুবত এটা বব ডাঙব বিদ্ৰোহ হয়। এই বছবব চেপ্তেম্বব মাহত মণিপুবব সেনাপতি ত্ৰিকেন্দ্ৰজিৎসিংহে হঠাৎ এদিন বাজপ্ৰাসাদ আক্ৰমণ কবে। মণিপুবত তেতিয়া সুবচন্দ্ৰ বজা হৈ থাকে। সুবচন্দ্ৰ পলাই মণিপুবত থকা ইংবাজব 'বেচিডেন্সী'ত আশ্ৰয় লয়গৈ, আৰু বৃটিচ বেচিডেন্টেও তেওঁক আশ্ৰয় দি বাখে। তাব পাচত ডেকাবজাক ( কুলচন্দ্ৰক ) সিংহাসন দি সুবচন্দ্ৰ বৃন্দাবনলৈ গ'ল। কিছুদিনব পাছত সুবচন্দ্ৰই আকৌ সিংহাসন পাবলৈ প্ৰাৰ্থনা কবে। ভাবত গবৰ্ণমেণ্টে তেওঁব প্ৰাৰ্থনা অগ্ৰাহ্য কবি, মণিপুবব মঙ্গলব অৰ্থে ডেকাবজাকে মণিপুবব মহাবাজা বুলি স্বীকাব কবিবব নিমিত্তে, আৰু সেনাপতিক তেওঁব গৰ্হিত ব্যৱহাবব নিমিত্তে দণ্ড দিবলৈ ইচ্ছা কবে। এই আদেশমতে কাৰ্য্য কবিবব নিমিত্তে ইং ১৮৯১ চনব মাৰ্চ মাহত, মিঃ কুইণ্টন চাহাব লগত ৬০০ ছশ সেনা লৈ মণিপুবত প্ৰবেশ কবে। তেওঁ মণিপুবত

**মণিপুবব যুদ্ধ**

প্ৰবেশ কবিবব দিনা মাৰ্চব ২২ তাবিখ। ২৩ তাবিখব দিনা সেনাপতিক দববাবত উপস্থিত হ'বলৈ হুকুম দিয়া হয়; সেনাপতি কিন্তু উপস্থিত নহ'ল। সেইকাবণে ১৪ তাবিখব দিনা বাতিপুৱা বাজ-প্ৰাসাদ বেবি পেলাই, সেনাপতিক বন্দী কবিবলৈ স্থিব কবা হয়। সেইদিনা কিন্তু বন্ধুতাব ছল কবি মণিপুবীইতে চিফ্ কমিচনাব আৰু তেওঁব লগব পাবিষদবিলাকক প্ৰাসাদলৈ মাতি লৈ যায়; আৰু বিশ্বাসঘাতকতা কবি অতি নৃশংসভাবে মিঃ কুইণ্টন আৰু মণিপুবব পলিটিকেল এজেণ্ট মিঃ গ্ৰিমৃউড্ প্ৰভৃতি পাঁচজন চাহাবক হত্যা কবে। বিদ্ৰোহীবিলাকক শাসন কবিবব নিমিত্তে তিনিদল সৈন্য কহিমা, শিলছব আৰু টম্মুবপবা ২৬ এপ্ৰেলব দিনা মণিপুবত উপস্থিত হয়গৈ। তেতিয়া সেনাপতি টিকেন্দ্ৰজিৎ আৰু থেঙ্গাল জেনেবেল দুয়ো পৰ্ব্বতলৈ ওলাল; আৰু বাকী বিদ্ৰোহীবোব য'তে পায় ত'তে লুকাল।

মানুহবিলাকে বাজপ্ৰাসাদব সৰ্ব্বস্ব লুট কবিলে, আৰু তাত প্ৰায় অবাজকতা উপস্থিত হ'ল। কিছানি বৰকৈয়ে যুদ্ধ হয়, এনে আশঙ্কাব ওপবত গবৰ্ণমেণ্টে আৰু সৈন্য পঠাবলৈ যো-জা কবিছিল; কিন্তু তেনেকুৱা বিশেষ যুদ্ধ একো নহ'ল। ক'বলৈ

গ'লে, বিনা যুদ্ধতে ইংৰাজ গৱৰ্ণমেণ্টে মণিপুৰ হস্তগত কৰিলে। এটা এটাকৈ আটাই-বিলাক বিদ্ৰোহী ধৰা পৰিল। নিয়মমতে বিচাৰ কৰি, সেনাপতি টিকেন্দ্ৰজিৎ, থেঙ্গাল জেনেৰেল, নিৰঞ্জন চুবাদাৰ আৰু কজৌ মণিপুৰীৰ প্ৰাণ-দণ্ড কৰা হয়; আৰু কিছুমানক দ্বীপান্তৰ কৰা হ'ল। আইন অনুসাৰে এই অপৰাধত গৱৰ্ণমেণ্টে মণিপুৰ ৰাজ্য ইংৰাজ ৰাজ্যভুক্ত কৰি ল'ব পাৰিলেহেঁতেন; কিন্তু দয়াশীলা মহাৰাণী ভাৰতেশ্বৰীয়ে অনুগ্ৰহ কৰি এৰি দি, মণিপুৰৰ ৰজাৰ হাতত আকৌ মণিপুৰ ৰাজ্য সমৰ্পণ কৰিলে। সুৰচন্দ্ৰ আৰু তেওঁৰ ভায়েকসকলৰ ওপৰত সিবিলাকৰ অসৎ চৰিত্ৰৰ বাবে অসন্তুষ্ট হৈ, গৱৰ্ণমেণ্টে সিবিলাকৰ ফৈদৰ বংশধৰক ছাত্ পেলাই, দদায়েক নৰমিত্ সিংহৰ নাতি (চৌৰী জৈমাৰ পুতেক) চূড়চাঁদ নামে পাঁচ বছৰ বয়সীয়া কোঁৱৰ এটিক 'চূড়াচন্দ্ৰসিংহ' নাম দি ৰাজপদত মনোনীত কৰা হ'ল।

*টিকেন্দ্ৰজিৎ সেনাপতি, থেঙ্গাল জেনেৰেল আদিৰ প্ৰাণদণ্ড*

চূড়াচন্দ্ৰসিংহ নাবালক। যিমান দিনলৈ তেওঁ সিংহাসনত নুঠে, যিমান দিনলৈ মণিপুৰে বছৰেকত পঞ্চাছ হাজাৰ টকা ইংৰাজ গৱৰ্ণমেণ্টক কৰ দিবৰ স্থিৰ হয়। ইয়াৰ উপৰিও যুদ্ধৰ খৰচৰ বাবদ আঢৈ লক্ষ টকা দণ্ড আৰু দেশৰপৰা কুলি ধৰা আৰু দাসত্ব প্ৰথা একেবাৰে উঠাই দিবৰ নিমিত্তে হুকুম দিয়া হয়।

ইং ১৮৯১ চনৰ ২৪ মাৰ্চৰ দিনা কুইণ্টন চাহাবৰ মৃত্যু ঘটে। সেই সময়ৰপৰা সেই চনৰে ২৭ মেই তাৰিখলৈকে জেনেৰেল্ (পাছত চাৰ্) এইচ, কলেট্ চাহাব একটিং চিফ্ কমিচনাৰ হয়।

# চাৰ্ উইলিয়াম্ ওৱাৰ্ড্

পাচে ইং ১৮৯১ চনত মিঃ (পাচত চাৰ্ উইলিয়াম্) ডবলিউ. ই. ওৱাৰ্ড্ চাহাব এই দেশৰ নিগাজী চিফ্ কমিচনাৰ হৈ আহে। এই বছৰতে (ইং ১৮৯১ চনত) ভূটীয়াইঁতৰে সৈতে মনান্তৰ হয় আৰু লুচাইৰ লগত যুদ্ধ লাগে। কামৰূপ জিলাত

**লুচাই যুদ্ধ**

ভূটীয়াইঁতে আগৰ বছৰবেপৰা ভিক্ষাৰ ছলনা কৰি, ইংৰাজ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰি আহিছিল। চাৰি কি আঠজন ভূটীয়া একেলগ হৈ, কোনো গাঁওলৈ গৈ, কাৰো ঘৰৰ দুৱাৰ-মুখত দুটা-মান জলকীয়া থৈ, দুমোন এমোন ধান খুজিছিল। ধান দিব নোৱাৰিলে বা নিদিলে সিইঁতে টকা বা গৰু-মহ ইত্যাদি বলেৰে কাঢ়ি লৈ গৈছিল। এই অত্যাচাৰৰ নিবাৰণৰ অৰ্থে ভূটানৰ ৰজা দেৱৰাজক অনুৰোধ কৰা হয়; আৰু কোকিলাবাৰী নামে ঠাইত ৩০ জন সৈন্যক প্ৰহৰীৰূপে ৰখা হয়। সেই বাটেই ভূটীয়াইঁত অহা-যোৱা কৰিছিল। ভূটীয়া মানুহ অস্ত্ৰ লৈ যাতে কোনো ৰকমে কামৰূপলৈ সোমাব নোৱাৰে, তাৰ নিমিত্তে বিশেষ দৃষ্টি ৰাখিবলৈ প্ৰহৰীবিলাকক আদেশ দিয়া হৈছিল; আৰু সেই প্ৰহৰীবিলাক ৰখাৰ খৰচ ভূটীয়া ৰজা দেৱৰাজে দিব লগা হৈছিল। ইং ১৮৯০ চনতে চেপ্তেম্বৰ মাহৰ ৯ তাৰিখে লুচাইইঁতে তাৰ পলিটিকেল এজেণ্ট কাপ্তান ব্ৰাউন্ চাহাবক হত্যা কৰে আৰু আইজাল আৰু চাংচিল নামে বন-দুৰ্গ আক্ৰমণ কৰে। শিলচৰৰপৰা চুইন্টন্ আৰু টাইট্‌লাৰ চাহাবে এদল সৈন্য লৈ তালৈ আহিব খুজিছিল,—এনেতে লুচাইইঁতে সেই সৈন্যদলক আক্ৰমণ কৰি চুইন্টন্ চাহাবক হত্যা কৰে। তেতিয়া টাইট্‌লাৰ চাহাবে সেনাপতি হৈ ২৮ চেপ্তেম্বৰৰ দিনা চাংচিললৈ গৈ, দুৰ্গত বন্ধ হৈ থকা সৈন্যবিলাকক মুক্ত কৰে। দুশ সৈন্য লৈ ওৱাট্‌চন্ চাহাবে ৩০ চেপ্তেম্বৰত আৰু ম্যাকেব চাহাব ৫ অক্টোবৰত চাংচিলত উপস্থিত হয় গৈ। তেতিয়া লুচাইইঁতৰ লগত নিয়মমতে যুদ্ধ হয়।

ৰাজতে দুজাহ সোণাই নৈৰ পশ্চিম ফালৰ লুচাইবোৰে পৰাজয় স্বীকাৰ কৰি, ইংৰাজ শাসনৰ তললৈ আহে। সিইঁতৰ তিনিজন চৰ্দাৰ—খলকম্, লেঙ্‌পুঙা, আৰু আদুলাক ধৰি আনি হাজাৰিবাগৰ জেলত বন্ধ কৰা হয়; তাৰে প্ৰথম দুজনে জেলতে আত্মহত্যা কৰে। পূবফালৰ লুচাইইঁত ইং ১৮৭১ চনৰেপৰা এই পৰ্য্যন্ত অতি শান্তভাবে চলি আহিছিল। পাচে ইং ১৮৯১ চনৰ ১ম। মাৰ্চ তাৰিখে লালবুৰা গাঁৱৰ মানুহবিলাকে ম্যাকেব চাহাবক আক্ৰমণ কৰে,—আৰু চাৰিখন গাঁৱৰ ওপৰত লুচাইইঁতে বিদ্ৰোহ কৰে। পশ্চিমফালৰ লুচাইবোৰে এই বিদ্ৰোহত পূবফালৰ লুচাইবোৰক অলপো সহায় কৰা নাছিল। ম্যাকেব চাহাবে ক্ৰমে ক্ৰমে বিদ্ৰোহী গাৰ্ডকেইখন ধ্বংস কৰে। ইয়াৰ

পাছত ইংৰাজসেনাৰ মন আনফালে আকৃষ্ট কৰিবৰ মনেৰে কেইটামান লুচায়ে হাইলাকান্দি বেবোকেৰা চাহ-বাগিছা আক্রমণ কৰি ৪২টা কুলিক হত্যা কৰে; আৰু হাউলুং লুচাইহঁতে কাপ্তান্ চেম্‌পীয়ৰক আক্রমণ কৰে। এই অপৰাধতে হাউলুংহঁতৰো কেইখনমান গাঁও ইংৰাজ সেনাৰ হাতত ধ্বংস পায়। ইং ১৮৯২ চনৰ জুন মাহত এই লুচাই অভিযান শেষ হয়।

ইং ১৮৯৩ চনত আবৰবোৰে সদিয়াৰ ওচৰত পুলিচৰ চিপাহীবোৰক আক্রমণ কৰে। সেই নিমিত্তে সিহঁতৰ লগত গবৰ্ণমেণ্টে যুদ্ধ কৰিব লগাত পৰে। ইংৰাজৰ সৈন্য আবৰহঁতক পৰাস্ত কৰি আৰু যথোচিত দণ্ড দি, ইং ১৮৯৪ চনৰ ১৪ মার্চত সদিয়ালৈ উভতি আহে। এই যুদ্ধত চুলিকটা মিচিমিহঁতে আবৰহঁতক কিছু পৰিমাণে সহানুভূতি দেখুৱাইছিল

**আবৰ অভিযান**

সেই কাৰণে আবৰহঁতৰ লগতে সিহঁতকো ইংৰাজ ৰাজ্যৰ হাট-বজাৰলৈ অহা-বন্ধ কৰা হয়। হঠাৎ এদিন বাতিপুৰা কেইটামান কুকীয়ে এখন নগাৰ গাঁও আক্রমণ কৰি মুনিহ, তিৰোতা আৰু ল'ৰাই ২৮৬ জন নগাক হত্যা কৰে। সেই কাৰণে সিহঁতক যথেষ্ট পৰিমাণে শাস্তি দিয়া হয়; আৰু এই বছৰতে মণিপুৰ আৰু চীনৰ পর্ব্বতৰ সীমনাও ঠিক কৰা যায়। ইং ১৮৯৪ চনত পর্বতীয়া জাতিৰ কোনো উৎপাত নাই; গতিকেই ওৱাৰ্ড্ চাহাবে এই বছৰটো কিছু পৰিমাণে শান্তিৰে দেশ শাসন কৰিব পাৰিছিল।

এওঁৰ শাসন কালতে আসামৰ মাটিবিলাকৰ শ্রেণী বিভাগ কৰি প্রায় দুগুণ পৰিমাণে ৰাজহৰ নিৰিখ বঢ়াবলৈ প্রস্তাব কৰা হয়; আৰু তাতে আসামৰ প্রত্যেক জিলা আৰু মহকুমাত ৰায়তৰ সভা-সমিতি বহি হুলস্থুল লাগি পৰিছিল। দৰঙ জিলাৰ অন্তর্গত পাথৰিঘাট তহচিলৰ ৰায়তবিলাকে এটা চুৰ্‌চুৰীয়াকৈ বিদ্রোহৰ দৰে ঘটনা ঘটাই, কিছু পৰিমাণে ৰাজকীয় শান্তিৰক্ষকৰ বন্দুকৰ গুলীৰ মুখত প্রাণো এৰিবলগা হৈছিল। পাচে, এই নিৰিখমতে দুখীয়া অসমীয়াৰ পক্ষে বৰ টান যেন হোৱাত, ভাৰত গবৰ্ণমেণ্টে পুনৰ বিচাৰ কৰি, তাতকৈ অলপ কমাই, আকৌ নতুন নিৰিখ ধাৰ্য কৰি দিলে।

ইং ১৮৯৫ চনত ওৱাৰ্ড্ চাহাবে ছুটী লয়। তেওঁৰ পদত তিনি মাহৰ নিমিত্তে মিঃ লায়েল চাহাবে একটিং কৰেহি। উত্তৰ লুচাইহঁতৰ কেকমাই ইংৰাজ চৰকাৰৰ হুকুম অমান্য কৰাত, তাতে দোষ ধৰি, তেওঁক তিনি-কুৰি বন্দুক জৰিমনা দিবৰ হুকুম হৈছিল। পাচে তেওঁ

**মিঃ চি. জে. লায়েল**

সেই জৰিমনা আদায় নকৰাত, লায়েল চাহাবে তেওঁৰ বিপক্ষে সৈন্য পঠায়। তেতিয়া কেকমাই ভয় পাই, জৰিমনা দি ৰক্ষা পায়। সেই অৱধি (ইং ১৮৯৫ চনৰ এপ্রেলৰ-পৰা) উত্তৰ লুচাই পর্ব্বতত ইংৰাজৰ শাসন দৃঢ়ৰূপে স্থাপিত হয়।

ইং ১৮৯৫ চনৰ অক্টোবৰ মাহত ওৱাৰ্ড্ চাহাব ছুটীৰ অন্তত আকৌ আসামলৈ ঘূৰি আহি, ইং ১৮৯৬ চনৰ নবেম্বৰ মাহত পেঞ্চন লৈ যায়।

# চাৰ্ হেন্ৰি কটন্

ইং ১৮৯৬ চনত চাৰ্ উইলিয়ম ওৱাৰ্ডে পেঞ্চন লৈ যোৱাত অনাৰেবল মিঃ এইচ্. জে. কটন্ চাহাব (পাছত চাৰ্ হেন্ৰি কটন) আসামৰ চিফ্ কমিচনাৰ হৈ আহে। এই বছৰতে কেইটামান আপাটালাজে (আপাটানী) পদো নামে এক মিৰীৰ ঘৰ আক্ৰমণ কৰি, পদো আৰু তাৰ পুতেকক হত্যা কৰে, আৰু কেইজনীমান তিৰোতা মানুহ ধৰি লৈ যায়। নগা গোটাদিয়েকেও মণিপুৰৰ উত্তৰ-পূৱ কোণত সোবাংফুৰী নামে এখন গাঁও লুট কৰে। তালৈ দুদল সৈন্য পঠোৱা হয়, আৰু তেওঁলোকে সেই অত্যাচাৰীবিলাকক ইংৰাজ ৰাজ্যলৈ আহিবলৈ মানা কৰা হুকুম বহিত কৰা হয়।

এইজনা চিফ্ কমিচনাৰৰ আমোলতে, ইং ১৮৯৭ চনৰ ১২ জুনত এটা অতি ভয়ঙ্কৰ ভূমিকম্প হৈ, আসামৰ ৰাজধানী শ্বিলং আৰু আন আন নগৰ কেইখনমান উচ্ছন্ন প্ৰায় হয়। এইটো আসামত এটা বৰ ডাঙৰ ভূমিকম্প; এনেকুৱা ভূমিকম্প আসামত পূৰ্ব্বে প্ৰায় দুটা মাথোন হৈ গৈছে বুলি মানুহে কয়, এটা ইং ১৭৫৩ চনৰ চ'তৰ চাৰিদিন, বৃহস্পতিবাৰ, দিনৰ ভাটিবেলা,—আৰু আনটো ইং ১৭৭৬ চনৰ আঘোণ মাহৰ কোনোবা এদিন, দিনৰ ৫ দণ্ড সময়ত।

**ভূমিকম্প**

ইং ১৮৯৮ চনত লুচাই পাহাৰৰ উত্তৰ আৰু দক্ষিণ ভাগ একেলগ কৰি চিফ্ কমিচনাৰৰ অধীনত ৰখা হয়। এওঁৰ দিনতে ইং ১৮৯৯ চনত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল (বৰলাট) লৰ্ড কৰ্জন চাহাব মহোদয়ে আসামত পদাৰ্পণ কৰেহি। তেওঁ আসামৰ অতি উজনিভাগ মাৰ্ঘেৰিটা, লিডু, প্ৰভৃতি ঠাইলৈকে পৰিদৰ্শন কৰি আহি, ডিব্ৰুগড় আৰু তেজপুৰৰ অধিবাসীসকলৰপৰা অভিনন্দন-পত্ৰ গ্ৰহণ কৰিছিল। গুৱাহাটীত আসামৰ সকলো জিলাৰ মুখিয়াল মানুহৰে গঠিত এখনি দৰবাৰ বহিছিল। তাত প্ৰজাসকলৰ ফালৰপৰা বৰলাট বাহাদুৰক সন্মান কৰি এখনি অভিনন্দন পত্ৰ দিয়া হৈছিল।

**লৰ্ড কৰ্জনৰ শুভাগমন**

এইজনা চিফ্ কমিচনাৰৰ যত্নতে গুৱাহাটীত "কটন কলেজ" আৰু ডিব্ৰুগড়ত "বেৰী হোৱাইট্ মেডিকেল স্কুল" স্থাপিত হয়। কটন চাহাবে আসামৰ কুলি আইনৰ নিয়ম সংশোধনৰ প্ৰস্তাৱ কৰি, অসমীয়া মানুহৰ বিশেষ প্ৰিয়পাত্ৰ হৈ উঠে। এওঁ উনৈশ আৰু কুৰি, দুটা শতাব্দীত আসাম শাসন কৰিবলৈ পায়, আৰু তেওঁৰ শাসন কালতে

নিকালে দুটা শতাব্দীৰ ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰীয়া ইং ১৯০১ চনত স্বৰ্গী হোৱাত, তেওঁৰ বৰপুতেক সপ্তম এড্‌ৱাৰ্ড ইংলণ্ডৰ মহাৰাজা আৰু ভাৰতৰ সম্ৰাট হয়। কটন চাহাবক দেশীয় মানুহে বৰ ভাল পাইছিল। তেওঁ পেঞ্চন লৈ যোৱাৰ পাছত, ইং ১৯০৫ চনৰ এপ্ৰিল মাহত তেওঁৰ প্ৰজাবৎসলতাৰ চিনস্বৰূপে অসমীয়া ৰাইজে গুৱাহাটীৰ "কৰ্জন হল"ত মাৰ্বেল পাথৰৰ তেওঁৰ প্ৰতিমূৰ্তি এটি প্ৰতিষ্ঠা কৰে।

ইং ১৯০৫ চনত চাৰ হেন্‌ৰি কটন্ চাহাবে কামৰপৰা একেবাৰে মেলানি লয়।

# চাৰ্ বেম্‌ফিল্‌ড্ ফুলাৰ

চাৰ হেনৰি কটন চাহাবৰ পাছত, ইং ১৯০২ চনত (এপ্ৰেল মাহৰ কোনোবা এক তাৰিখে) অনাৰেবল্ জে. বি. ফুলাৰ (পাছত চাৰ বেম্‌ফিল্‌ড্ ফুলাৰ) চাহাব আসামৰ চিফ্ কমিচনাৰ হয়। এইজনা বৰ উদাৰচিত্তীয়া আৰু প্ৰজাবন্ধু শাসনকৰ্ত্তা আছিল। ফুলাৰ চাহাবে তেওঁৰ শাসনৰ কালত প্ৰজাহিতকৰ কাৰ্য্য ভালেমান কৰিলে। তাৰ ভিতৰত গাওঁবুঢ়াক বঁটা দিয়াৰ নিয়ম, মৌজাদাৰী প্ৰথাৰ পুনৰ প্ৰচলন, শিক্ষা-বিভাগৰ সংস্কাৰ, অসমীয়া সাহিত্য কলিকতা বিশ্ববিদ্যালয়ত পাঠ্য কৰা, কটন কলেজটি প্ৰথম শ্ৰেণীলৈ তোলা, মাটিৰ কুৰি বছৰীয়া বন্দবস্তী, চৰ্কাৰী পদত অসমীয়াক আগ বাছনি দান, আহোম ছাত্ৰক বিনা মাচুলে স্কুল-কলেজত পঢ়িবলৈ সুবিধা দিয়া, এই-বিলাকেই যাই। এওঁৰ শাসনৰ কালতে, ১৯০২ খ্ৰীষ্টাব্দৰ ২৬ জুন তাৰিখে ইংলণ্ডত আৰু ভাৰতৰ নানা প্ৰদেশত ভাৰত-সম্ৰাট্ সপ্তম এড্‌ওৱাৰ্ডৰ ৰাজ্যাভিষেক উৎসৱ পতা হয়। এইজনা চিফ্ কমিচনাৰ চাহাবেই শিৱসাগৰ জিলাৰ সদৰ ঠাই শিৱসাগৰৰ-পৰা যোৰহাটলৈ তুলি আনিবলৈ আদেশ কৰে। ইং ১৯০৫ চনৰ ১৬ অক্টোবৰৰপৰা আসামৰ চিফ্ কমিচনাৰৰ পদ উঠাই দিয়া হয়।

# চাৰ বেমফিল্‌ড্ ফুলাৰ

**পূৰ্ব্ববঙ্গ আৰু আসাম**

অনাৰেবল্ মিষ্টাৰ ফুলাৰ চাহাব চিফ্ কমিচনাৰ হৈ থাকোঁতেই, বঙ্গদেশৰপৰা কেইখনমান জিলা (যেনে, চট্টগ্ৰাম, ঢাকা, ময়মনসিংহ, ৰাজশাহী, দিনাজপুৰ, মালদহ, জলপাইগুৰি প্ৰভৃতি বিভাগ) অসমত লগ লগাই "পূৰ্ব্ববঙ্গ আৰু আসাম" নামে এখন নতুন প্ৰদেশ সৃষ্টি কৰি, ইং ১৯০৫ চনৰ অক্টোবৰৰপৰা আসামৰ চিফ্ কমিচনাৰৰ পদ উঠাই দি, সেই নতুন প্ৰদেশৰ নিমিত্তে লেফ্‌টেনেণ্ট গবৰ্ণৰ বা সৰু লাটৰ পদ সৃষ্টি কৰা হয়। ফুলাৰ চাহাবেই সেই নতুন প্ৰদেশৰ প্ৰথম সৰু বা হুৱলীয়া লাট্ হয়; কিন্তু সেই পদত তেওঁ প্ৰায় এবছৰ মানহে থাকিল; তাৰ পাছত তেওঁ কামৰপৰা একেবাৰে অৱসৰ লৈ নিজ দেশলৈ গ'লগৈ।

# চাৰ লেন্সলট্ হেয়াৰ

ফুলাৰ চাহাবৰ পাছত ইং ১৯০৩ চনৰ ১৯ আগষ্টৰপৰা অনাৰেবল্ মিঃ হেয়াৰ (পাছত চাৰ লেন্সলট্ হেয়াৰ) পূৰ্ববঙ্গ আৰু আসামৰ লেফ্টেনেণ্ট গৱৰ্ণৰ বা (ছুৱলীয়া লাট্) হয়। তেওঁৰ আমোলত বঙ্গদেশৰ "স্বদেশী আন্দোলন" আৰু ৰাজদ্ৰোহী দলৰ উৎপাতত এই দেশতো শান্তি নোহোৱা হৈছিল। তেওঁৰ শাসনতে ১৯০৮ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত যোৰহাটত প্ৰথম "কৃষি আৰু শিল্প" প্ৰদৰ্শনী মেলা পতা হৈছিল। তেওঁৰ আমোলতে নতুন প্ৰদেশৰ ব্যৱস্থাপক সভাত তিনিজন অসমীয়া আৰু এজন চাহকৰ ইংৰাজ আসামৰ প্ৰতিনিধি সভ্য নিযুক্ত হয়। ঘনশ্যাম বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, ভুবনৰাম দাস। তেওঁৰ দিনতে বৰ্দীয়াৰপৰা টংলালৈকে ৰেইলওৱে লাইন বঢ়োৱা হয়, আৰু গুৱাহাটীৰ ওচৰৰ আমিনগাঁও ষ্টেচনৰপৰা ৰাজে ৰাজে কলিকতালৈ চমু ৰেলবাট যুগুত হৈ উঠে।

**স্বদেশী আন্দোলন**

**বৰ্দীয়া-টংলা ৰেইলওৱে**

এওঁৰ দিনতে ইং ১৯১১ চনৰ মাৰ্চ মাহত আবৰ পাহাৰলৈ যাওঁতে সদিয়াৰ এচিষ্টেণ্ট পলিটিকেল এজেণ্ট মিঃ উইলিয়মচন্ আৰু ডাক্তৰ গ্ৰেগৰচনক সদলে অবৰ-আবৰে বধ কৰে। সেইবাবে আবৰৰ বিৰুদ্ধে বৃটিচ্ ৰণ-বল পঠিওৱা হয়। তেওঁৰ দিনতে ভাৰত-সম্ৰাট সপ্তম এড্ওৱাৰ্ড্ ইং ১৯১০ চনত স্বৰ্গী হয়, আৰু যুৱৰাজ প্ৰিন্স অৱ্ ওৱেলচে 'জৰ্জ ডি ফিফ্থ্' বা পঞ্চম জৰ্জ নাম লৈ গ্ৰেট্ বৃটেইন আৰু আয়াৰ্লেণ্ডৰ ৰাজপাটত উঠি ভাৰতৰ সম্ৰাট হয়। ইং ১৯১১ চনৰ আগষ্ট মাহত চাৰ্ লেন্সলট্ চাহাবে এই প্ৰদেশৰপৰা পেঞ্চন লৈ বিদায় হয়।

**সপ্তম এড্ওৱাৰ্ড্ৰ মৃত্যু**

# চাৰ চাৰ্লচ ষ্টুৱাৰ্ট্ বেইলী

চাৰ লেঞ্চলট্ হেৱাৰ চাহাব পেঞ্চন লৈ যোৱাত, ইং ১৯১১ চনৰ ২৩ আগষ্টত চাৰ্ চাৰ্লচ্ ষ্টুৱাৰ্ট বেইলী চাহাব "পূৰ্ববঙ্গ আৰু আসাম"ৰ লেফ্টেনেন্ট গৱৰ্ণৰ হয়হি। ইয়াৰ আগেয়েও ইং ১৯০৮ চনত তেওঁ তিনি মাহৰ নিমিত্তে এই পদত অস্থায়ীভাবে আছিলহি। পাছৰ বাবত তেওঁ নিগাজীকৈ লেফ্টেনেন্ট গৱৰ্ণৰ হৈ অহা চাৰিমাহমান হওঁতেই, ইং ১৯১১ চনৰ ১২ ডিচেম্বৰত দিল্লীত পঞ্চম জৰ্জৰ অভিষেক দৰবাৰ হয়।

**পঞ্চম জৰ্জৰ অভিষেক**

ভাৰতবৰ্ষত বৃটিচ্ ৰজাৰ অভিষেক এয়ে প্ৰথম। সেই দৰবাৰলৈ ভাৰতৰ সকলো ঠাইৰেপৰা প্ৰতিনিধি প্ৰজা বাছি নিয়া হৈছিল। ভাৰতবৰ্ষৰ মিত্ৰ ৰজাসকল, গৱৰ্ণৰ জেনেৰেল, প্ৰধান প্ৰধান বিষয়া, সমস্ত আৰু সম্ৰাজ্ঞীক "লিখন" কৰে। সেই দৰবাৰতে সম্ৰাটে ভাৰতবাসীক শিক্ষাৰ অৰ্থে বছৰীয়াকৈ ধন ব্যয় কৰাৰ আশা দিয়ে, আৰু সৈনিক বিভাগৰ কিছুমান ডাঙৰ চাকৰি ভাৰতবাসীলৈ আগবঢ়ায়; ভাৰতৰ বৰ লাট্ লৰ্ড হাৰ্ডিঞ্জে সেইবিলাক ঘোষণা কৰে। সেই প্ৰসঙ্গতে সম্ৰাটৰ আজ্ঞা অনুসৰি কলিকতাৰপৰা ভাৰতবৰ্ষৰ ৰাজধানী দিল্লীলৈ তুলি

**দিল্লী ভাৰতৰ ৰাজধানী**

নিয়া হয়; পূৰ্ববঙ্গক আকৌ বঙ্গদেশৰ লগ লগাই তাত এজন গৱৰ্ণৰ দিয়া হয়; আসামক আকৌ সুকীয়া কৰি চিফ্ কমিচনাৰৰ তলত থোৱা হয়; "বিহাৰ আৰু উৰিষ্যা" নামে এখন নতুন প্ৰদেশ গঠন কৰি, তাত নতুনকৈ এজন লেফ্টেনেণ্ট্ গৱৰ্ণৰ দিয়া হয়। চাৰ চাৰ্লচ্ ষ্টুৱাৰ্ট বেইলী চাহাবক সেই প্ৰদেশৰ প্ৰথম লেফ্টেনেণ্ট্ গৱৰ্ণৰ কৰি পঠিওৱা হয়।

দিল্লীৰ দৰবাৰৰ কাৰ্য শেষ হলেও, সম্ৰাট এবাৰ নেপালত চিকাৰ কৰিবলৈ গৈছিল; তাৰ পাছত কলিকতাত মহাসমাৰোহেৰে অভ্যৰ্থনা দিয়া হয়। ১৯১২ খ্ৰীষ্টাব্দৰ ৮ জানুৱাৰী তাৰিখে সম্ৰাট আৰু সম্ৰাজ্ঞীয়ে কলিকতা এৰি, বোম্বায়েদি বিলাতলৈ যাত্ৰা কৰে। বৃটিচ্ সম্ৰাটসকলৰ ভিতৰত পঞ্চম জৰ্জেই পোন প্ৰথমে ভাৰতবৰ্ষত পদাৰ্পণ কৰেহি।

# চাৰ আৰ্চডেল্ আৰ্ল

ইং ১৯১১ চনৰ ১২ ডিচেম্বৰত ভাৰতেশ্বৰ মহাৰাজ পঞ্চম জর্জে দিল্লী দৰবাৰত স্বয়ং ঘোষণা কৰা মতে, ইং ১৯১২ খ্রীষ্টাব্দৰ ১লা এপ্রেলৰপৰা এই দেশ পুনৰ আগৰদৰে সুকীয়া হৈ পৰি, চিফ্ কমিচনাৰৰ শাসনলৈ আহে; আৰু অনাৰেবল্ আৰ্চডেল্ আৰ্ল চাহাব এই নতুন গবৰ্ণমেণ্টৰ প্ৰথম চিফ্ কমিচনাৰ হয়। কিন্তু আসাম সুকীয়া প্রদেশ-ৰূপে পুনৰ গঠিত হোৱাৰ পাছত, ভাৰত গবৰ্ণমেণ্টৰ ১৯১২ খ্রীষ্টাব্দৰ ১৪ নবেম্বৰৰ ঘোষণা মতে, ইং ১৯১৩ চনৰ ২ জানুৱাৰীৰপৰা আসামৰ চিফ্ কমিচনাৰক দেশ চলাবৰ নিমিত্তে এখন ব্যবস্থাপক সভা (Legislative Council) বা "মন্ত্রী-মেল" দিয়া হয়। এই কাউন্সিল্ বা মন্ত্রীমেলত ১৯০৯ চনৰ ইণ্ডিয়া কাউন্সিল্ আইন অনুসৰি ১১ জন প্ৰজাৰ আৰু ১৩ জন গবৰ্ণমেণ্টৰ বাছনি মতে, সৰ্বমুঠ ২৪ জন সদস্য বা মেম্বৰ নিযুক্ত হয়। আসাম গবৰ্ণমেণ্ট সৃষ্টি হ'বৰেপৰা আসামৰ চিফ্ কমিচনাৰক লেজিচ্লেটিভ্ কাউন্সিল্ দিয়া এয়ে প্ৰথম। তলত দিয়া মেম্বৰসকলৰদ্বাৰা আসামৰ এই সৰ্বপ্ৰথম কাউন্সিল্ গঠিত হয়।

( গৱৰ্ণমেণ্টৰ বাছনি )

১। অনাৰেবল্ চাৰ্ আৰ্চডেল্ আৰ্ল K.C.I.E.
আসামৰ চিফ্ কমিচনাৰ—প্ৰেচিডেণ্ট

২। অনাৰেবল্ কৰ্ণেল পি, আৰ, টি, গৰ্ডন্ I.A ; C.S.I.
আসাম ভেলিৰ কমিচনাৰ—ভাইচ্ প্ৰেচিডেণ্ট

৩। মিঃ এফ্, চি, হেনিকাৰ ( অনাৰেবল্ ) I.C.S.
চুৰমা ভেলিৰ একটিং কমিচনাৰ—মেম্বৰ

৪। অনাৰেবল্ মিঃ ডব্লিউ, জে, ৰীড্ I.C.S.
চিফ্ কমিচনাৰৰ চিফ্ চেক্ৰেটাৰী—মেম্বৰ

৫। অনাৰেবল্ মেজৰ ডব্লিউ, এম, কেনেডী I.A.
চিফ্ কমিচনাৰৰ চেকেণ্ড চেক্ৰেটাৰী—মেম্বৰ

৬। অনাৰেবল্ কৰ্ণেল আৰ, এন্, কেম্বেল I.M.S ; C.I.E.
ইন্সপেক্টৰ জেনেৰেল, Medical Deptt.—মেম্বৰ

৭। অনাৰেবল্ মিঃ ডব্লিউ, মেক্চুইট্ C.E.
চিফ্ ইঞ্জিনিয়াৰ—মেম্বৰ

৮। অনাৰেবল্ মিঃ জে, আৰ, কনিংহাম M.A.
শিক্ষা বিভাগৰ ডিৰেক্টৰ—মেম্বৰ

৯। অনাৰেবল্ মিঃ জে, এফ্, গ্রেহেম্ C.S.I.
আসাম ভেলিৰ চেচন জজ্—মেম্বৰ

১০। অনাৰেবল্ শ্রীযুত পদ্মনাথ বৰুৱা
আহোম প্রতিনিধি—মেম্বৰ

১১। অনাৰেবল্ মিঃ এ, বি, হকিল
ৰেইল্ওৱে কাৰখানাদিৰ প্রতিনিধি—মেম্বৰ

১২। অনাৰেবল্ ৰাজা প্রভাতচন্দ্র বৰুৱা বাহাদুৰ
গৌৰীপুৰৰ জমিদাৰ—মেম্বৰ

১৩। অনাৰেবল্ ৰায় দুলালচন্দ্র দেব বাহাদুৰ—মেম্বৰ

১৪। অনাৰেবল্ বাবু ৰমণীমোহন দাস—মেম্বৰ

( প্রজাৰ বাছনি )

১৫। অনাৰেবল্ মিঃ মাণিকচন্দ্র বৰুৱা

১৬। " মিঃ কামিনীকুমাৰ চন্দ
মিউনিচিপেলিটীৰ—মেম্বৰ

১৭। " মিঃ তৰুণৰাম ফুকন

১৮। " বাবু নলিনীকান্ত ৰায় দস্তিদাৰ
মাটিগিৰীৰ—মেম্বৰ

১৯। " ৰায় ঘনশ্যাম বৰুৱা বাহাদুৰ B.L.

২০। " " সীতামোহন দাস বাহাদুৰ
লোকেল বোর্ডৰ—মেম্বৰ

২১। " মৌলবী আব্দুল মজিদ্

২২। " চৈয়দ্ চাহদুল্লা
মুছলমান প্রতিনিধি—মেম্বৰ

২৩। " মিঃ টি, চি, ফার্ব্বচ

২৪। " মিঃ ডব্লিউ চি, কেথ্-কার্ট

২৫। " মিঃ চি, এল, প্রিন্সেল
চাহ-বাগিচাৰ প্রতিনিধি—মেম্বৰ

আসাম কাউন্সিলৰ নন্-অফিচিয়েল অৰ্থাৎ প্ৰজাই বাছি পঠোৱা মেম্বৰসকলৰ বাছনি মতে অনাৰেবল্ শ্ৰীযুত ঘনশ্যাম বৰুৱা ৰায়বাহাদুৰ ইণ্ডিয়া কাউন্সিলৰ মেম্বৰ নিৰ্বাচিত হৈ, আসাম কাউন্সিলৰ আসন এৰি দিয়াত, তেওঁৰ ঠাইত অনাৰেবল্ মিঃ এ. এস. প্লেফেয়াৰ লোকেল বোৰ্ডৰ মেম্বৰ নিৰ্বাচিত হয়। আসাম গৱৰ্ণমেণ্টৰ আইন উপদেষ্টা বা লিগাল্ ৰিমেম্‌ব্ৰেন্সাৰ অনাৰেবল্ মিঃ আব্দুল মজিদ, B. A. ( Cal. & Contab ) LL.B. বাৰিষ্টাৰ চাহাব আসাম কাউন্সিলৰ মেম্বৰ মনোনীত হোৱাত অনাৰেবল্ ৰায় দুলালচন্দ্ৰ দেৱ বাহাদুৰে তেওঁৰ আসন এৰি দিবলগা হয়। আৰু ইণ্ডিয়া কাউন্সিলৰ আসামৰ অফিচিয়েল্ প্ৰতিনিধি মেম্বৰ অনাৰেবল্ মিঃ জে, চি, আৰবথ্‌নট্ C.I.E. চাহাবে তেওঁৰ নিগাজী কামত হাজিৰ হোৱাত, অনাৰেবল্ মিঃ হেমিকাৰ চাহাবে আসাম কাউন্সিলৰ আসন এৰি দিয়ে।

চাৰ আৰ্চ্‌ডেল্ আৰ্ল বাহাদুৰৰ আমোলত আসামৰ উন্নতিকল্পে তলেৰ্মান সদনুষ্ঠান হাতত লোৱা হয়। তাৰ ভিতৰত (১) আসামত আইন কলেজ দান, (২) গাঁৱলীয়া স্বাস্থ্যৰ বিধান, (৩) গাঁৱত বিশুদ্ধ খোৱা পানী যোগানৰ বহল ব্যৱস্থা; (৪) আসাম প্ৰদেশত যাতায়তৰ সুচল বঢ়োৱা, (৫) স্বায়ত্ত-শাসনৰ শিক্ষা দিয়াৰ অৰ্থে গাঁৱলীয়া পঞ্চায়ত সংগঠন, (৬) লোকেল্ চেল্‌ফ্ গৱৰ্ণমেণ্ট্ বিল বা আসামত স্বায়ত্ত-শাসনৰ ক্ষমতা দিয়াৰ ব্যৱস্থা, (৭) আহোমৰ উন্নতি কল্পে সিবিলাকক বিবিধ বিষয়ত গৱৰ্ণমেণ্টৰ বিশেষ অনুগ্ৰহ দান, (৮) আগৰদিনীয়া পুথি, বুৰঞ্জী, চিত্ৰিত শিল, আৰু খনিকৰী কাৰ্য্যৰ চিন সুৰক্ষণৰ ব্যৱস্থা, (৯) আসামত শিল্প শিক্ষাদিৰ উন্নতি বিস্তাৰৰ আয়োজন, এইবিলাকেই প্ৰধান। মুঠতে ক'বলৈ গ'লে, এইজনা চিফ্ কমিচনাৰৰ আমোলত আসামৰ উন্নতিৰ এটা অভিনৱ যুগান্তৰৰ আগন্তুক দিলে।

**আৰ্ল ল কলেজ**

তেওঁ ছমাহৰ ছুটিত যাওঁতে ১৯১৪ চনৰ ১৫ এপ্ৰেলৰপৰা আসাম উপত্যকাৰ কমিচনাৰ অনাৰেবল্ কৰ্ণেল গৰ্ডন চাহাব আসামৰ একটিং চিফ্ কমিচনাৰ হয়। পাচে তেওঁৰ অস্থায়ী শাসনৰ কাল পূৰ্ণ হ'বলৈ নৌ পাওঁতেই ইউৰোপত বৃটিচ্ ৰাজে জাৰ্ম্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলগা হয়, আৰু সেই হেতুকে ইউৰোপৰ মহাৰণ। ছুটীৰ কাল উকলিবলৈ নৌ পাওঁতেই চাৰিমাহৰ অন্তত চাৰ্ আৰ্চ্‌ডেল্ আৰ্ল ঘূৰি আহি আসাম শাসনৰ ভাৰ লবহি লগাত পৰে; আৰু কৰ্ণেল গৰ্ডন্ চাহাবে আকৌ তেওঁৰ নিগাজী পদত কমিচনাৰ হয়হি।

**কৰ্ণেল গৰ্ডন**

ছুটীৰপৰা উলটি আহি, চাৰ্ আৰ্চডেল্ আৰ্ল চাহাবে এই দেশৰ উপকাৰৰ অৰ্থে তেওঁৰ কেইবাটাও মহৎ সংকল্প কাৰ্য্যত পৰিণত কৰেহি। তাৰ ভিতৰত গুৱাহাটীত "আৰ্ল ল কলেজ", শিলঙত "ইণ্ডিয়ান্ চেনিটেৰিয়াম্" ( আলহী আশ্ৰম ) আৰু "পেষ্টিয়ৰ

ইন্‌ষ্টিটিউট্* (যা বলিয়া জন্তুৰে কামোৰাৰপৰা হোৱা ৰোগৰ চিকিৎসালয়) স্থাপন, এইবিলাকেই যাই। ইয়াত বাজেও আৰু ভালেমান বিষয়ত আসামৰ উন্নতি সাধিবলৈ তেওঁৰ সংকল্প আছিল; কিন্তু ইউৰোপৰ মহাৰণৰ নিমিত্তে ৰাজ-ভঁৰালত ধনৰ নাটনি পৰাত, সেই সংকল্পমতে তেওঁ কাৰ্য্য কৰি উঠিবলৈ নোৱাৰিলে। তথাপি সাধ্যমতে প্ৰজাৰ উপকাৰ কৰিবলৈ তেওঁ যত্নৰ ত্ৰুটি কৰা নাছিল। চাৰ আৰ্চডেল আৰ্ল এজন প্ৰজাৰঞ্জক শাসনকৰ্ত্তা আছিল। তেওঁৰ শাসনৰ কাল উকলি যোৱাৰ পাছতো তেওঁক আৰু এবছৰ সময় বঢ়াই দিয়া হৈছিল। তাৰ পাছত ১৯১৮ চনৰ ৩১ মাৰ্চলৈকে পূৰা ছবছৰ তেওঁ আসাম শাসন কৰি, আসামত অজস্ৰ সুনাম থৈ, ইয়াৰপৰা পেঞ্চনত মেলানি লৈ, ঘৰলৈ গ'লগৈ। এইজনা চিফ্‌কমিচনাৰৰ আমোলতে ভাৰত শাসন-সংস্কাৰ সংক্ৰান্ত অনুসন্ধানৰ উদ্দেশ্যে ইংলণ্ডৰপৰা মণ্টেগু চাহাবে ভাৰতবৰ্ষলৈ আহি ইয়াৰ লাগতিয়াল কেন্দ্ৰস্থলবিলাকত শাসন-সংস্কাৰ বিষয়ক তত্ত্ব গ্ৰহণ কৰিছিলহি; সেই প্ৰসঙ্গতে কলিকতা কেন্দ্ৰত আসামৰ প্ৰতিনিধি, ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, মিঃ গঙ্গাগোবিন্দ ফুকন, মিঃ তৰুণৰাম ফুকন, শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ, ৰায়চাহাব শ্ৰীযুত পদ্মনাথ বৰুৱা আৰু শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা, এইসকলে সাক্ষ্য দিছিলগৈ। আসামৰ চিফ্‌কমিচনাৰসকলৰ ভিতৰত চাৰ আৰ্চডেল্‌ আৰ্ল বাহাদুৰক সৰ্বপ্ৰধান বুলিব পাৰি।

# চাৰ নিক’লাচ বিটচন বেল্

চাৰ আৰ্চডেল আৰ্ল চাহাব যোৱাত ইং ১৯১৮ চনৰ এপ্ৰেল মাহৰপৰা চাৰ নিক’লাচ বিট্চন বেল চাহাব আসামৰ চিফ কমিচনাৰ হয়হি। এওঁ ইয়াৰ আগেয়েও আসামৰ এজন সুদক্ষ কৰ্মচাৰী আছিল ; তেতিয়া এওঁ আসাম গৱৰ্ণমেণ্টৰ চিফ্ চেক্ৰেটৰী আছিল ; তাৰ আগতে “পূৰ্ববঙ্গ আৰু আসাম গৱৰ্ণমেণ্ট” থাকোতে এওঁ মাটি বিভাগৰ ডিৰেক্টৰৰ কামতো আছিল। এওঁৰ শাসনৰ কালতে ইউৰোপৰ মহাৰণ সন্ধিমুখীয়া হৈ ১৯১৮ খৃষ্টাব্দৰ ১১ নবেম্বৰৰপৰা স্থগিত হয় আৰু ১৯১৯ খৃষ্টাব্দৰ ২৮ জুনত জাৰ্মানীৰ লগত সন্ধি স্থাপিত হয়।

**ইউৰোপৰ মহাৰণ**

এওঁৰ দিনতে ভাৰতবৰ্ষৰ শাসন সংস্কাৰ বিষয়ক তথ্য অনুসন্ধান কৰিবলৈ লৰ্ড চাউথবোৰৰ সভাপতিত্বত এখন পাৰ্লেমেণ্টাৰী কমিটিয়ে ভাৰতৰ ঘাই ঘাই কেন্দ্ৰবিলাকত বহি, লাগতিয়াল প্ৰতিনিধিসকলৰ সাক্ষ্য গ্ৰহণ কৰিছিলহি। আসাম উপত্যকাৰপৰা গৌৰীপুৰৰ জমিদাৰ, ৰাজাবাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱা, ৰায়চাহাব পদ্মনাথ বৰুৱা আৰু শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ B. L. এই সকলে কলিকতাত সাক্ষ্য দিছিলগৈ।

এই শাসন-সংস্কাৰ প্ৰস্তাৱত চাৰ নিকলাচ্ বিট্চন বেল্ চাহাবে আসামৰ বিপক্ষে তেওঁৰ মত দিয়াত, শ্ৰীযুত নবীন চন্দ্ৰ বৰদলৈ আৰু শ্ৰীযুত প্ৰসন্নকুমাৰ বৰুৱা বিলাতলৈ যায়। তাত গৈ, শ্ৰীযুত বৰদলৈয়ে এনে কথা জনায় গৈ যে আন আন প্ৰদেশৰ লগতে আসামেও শাসন-সংস্কাৰৰ ভাগ পাব লাগে, আৰু পাবৰো উপযুক্ত। তাৰ পাছত শাসন-সংস্কাৰৰ প্ৰস্তাৱাদি ইংলণ্ডৰ পাৰ্লিয়ামেণ্ট ৰাজসভাত “বিল”ৰূপে আলোচিত হৈ, “ইণ্ডিয়া গৱৰ্ণমেণ্ট এক্ট” ৰূপে গৃহীত হ’ল আৰু সেই অনুসৰি ভাৰতবৰ্ষৰ আন আন প্ৰদেশৰ দৰে, আসামৰো শাসনকাৰ্য্য পৰিচালিত হয়।

ইং ১৯২১ চনৰ ২ জানুৱাৰীলৈকে চাৰ্ নিক’লাচ্ বিট্চন বেল্ আসামৰ চিফ্ কমিচনাৰ হৈ থাকে। তাৰ পাছত নতুন আইন অনুযায়ী এই প্ৰদেশতো গৱৰ্ণৰ স্থাপন কৰিব লগা হোৱাত, সেই চনৰ ৩ জানুৱাৰীৰপৰা তেওঁ আসামৰ একটিং গৱৰ্ণৰ হয়।

# চাৰ নিক'লাচ্ বিটচন বেল্

ভাৰতীয় শাসন সংস্কাৰৰ ফল স্বৰূপে আসামত গৱৰ্ণৰী স্থাপন কৰিবলৈ হোৱাত, ইং ১৯২১ চনৰ ৩ জানুৱাৰীৰ পৰা ৩ মাৰ্চলৈকে চাৰ্ নিক'লাচ্ বিট্‌চন্ বেল্ চাহাব আসামৰ একটিং গৱৰ্ণৰ নিযুক্ত হ'ল। অনাৰেবল্ মিঃ ডবলিউ, জে, ৰীড আৰু অনাৰেবল্ মিঃ আব্দুল মজিদ, বাৰিষ্টাৰ চাহাব, এই দুজনক এক্সিকিউটিভ্ কাউন্সিলৰ মেম্বৰ, আৰু ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱাক স্বায়ত্ত-শাসন বিভাগীয় মন্ত্ৰী, আৰু খাঁ বাহাদুৰ চৈয়দ আব্দুল মজিদ চাহাবক শিক্ষা বিভাগীয় মন্ত্ৰীৰ ভাৰ দিয়া হয়।

এইবাৰৰ লেজিচ্‌লেটিভ্ কাউন্সিল বা "মন্ত্ৰীমেল" আগৰ ধৰণতকৈ ডাঙৰ। তলত নাম দিয়া মেম্বৰসকলৰ দ্বাৰা এই প্ৰথম ৰিফৰ্মড্ কাউন্সিল গঠিত হয়।

(প্ৰজাৰ বাছনি)

(অমুছলমান)

| | | |
|---|---|---|
| শ্ৰীহট্ট | সদৰ | ৰায়বাহাদুৰ নলিনীকান্ত ৰায় দস্তিদাৰ। |
| | দক্ষিণ | বাবু কৃষ্ণসুন্দৰ দাস। |
| হবিগঞ্জ | উত্তৰ | " বৈকুণ্ঠনাথ ৰায়। |
| " | দক্ষিণ | ৰায়বাহাদুৰ প্ৰমোদ চন্দ্ৰ দত্ত। |
| কৰিমগঞ্জ | | বাবু ৰমণীমোহন দাস। |
| সুনামগঞ্জ | | ৰায়চাহাব অমৰনাথ ৰায়। |
| কাছাৰ | | " বিপিনচন্দ্ৰ দেৱলস্কৰ। |
| হাইলাকান্দি | | বাবু হৰকৃষ্ণ চক্ৰৱৰ্ত্তী। |
| গোৱালপাৰা | | " ধৈৰ্য্যনাৰায়ণ দাস। |
| ধুবুৰী | | " নিবাজমোহন দত্ত। |
| গুৱাহাটী | | ৰায়বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধুৰী E.A.C. (Retd). |
| বৰপেটা | | শ্ৰীযুত লোহিতচন্দ্ৰ নায়ক B.L. (Pleader). |

| | |
|---|---|
| নগাঁও | শ্ৰীযুত বিষ্ণুচৰণ বৰা B.L. (Mouzadar). |
| তেজপুৰ | " তালিমচন্দ্ৰ বৰা (উকীল)। |
| গোলাঘাট | ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা B.L. উকীল। |
| যোৰহাট | শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা, মৌজাদাৰ, চাহ-খেতিয়ক। |
| শিৱসাগৰ | " ৰাধিকাপ্ৰসাদ বৰুৱা, মৌজাদাৰ। |
| উত্তৰ লক্ষীমপুৰ | ৰায়চাহাব পদ্মনাথ বৰুৱা "Literary Pensioner." |
| ডিব্ৰুগড় | শ্ৰীযুত নীলমণি ফুকন B.A. হেড্মাষ্টৰ। |
| মঙ্গলদৈ | " কুমুদৰাম বৰা। |

## ( মুছলমান )

| | | |
|---|---|---|
| শ্ৰীহট্ট | উত্তৰ | খাঁ বাহাদুৰ চৈয়দ আব্দুল মজিদ। |
| | দক্ষিণ | মৌলবী আব্দুল ৰহিম চৌধাৰী। |
| হবিগঞ্জ | উত্তৰ | খাঁ বাহাদুৰ মহম্মদ বখত্ মজুমদাৰ। |
| " | দক্ষিণ | মোঃ চৈয়দ মুকৰ্ ৰহমান। |
| কৰিমগঞ্জ | | হাজী মহম্মদ আব্দুল আহমদ্ চৌধুৰী। |
| সুনামগঞ্জ | | মোঃ আনোৱাৰ আলি। |
| গোৱালপাৰা | | মুফি এচ, ৰহমান। |
| ধুবুৰী | | খাঁ চাহাব আব্দুল লটিফ্ M.E.C. |
| কামৰূপ, দৰঙ্গ, নগাঁও | | খাঁ বাহাদুৰ মোঃ মহীবুদ্দিন আহমদ্ B.L. (Retd. Sub Judge) |
| শিৱসাগৰ | | মোঃ কফুৰদ্দিন আহমদ্ B.L. উকীল। |

## ( চা-খেতিয়ক )

| | |
|---|---|
| সুৰমা ভেলি | মেজৰ এইচ্, বি: ফক্স। |
| | মি: এ, জে, জি, ক্ৰেচ্ওৱে। |
| আসাম ভেলি | মি: এ, মকেট্। |
| | ,, এ, এল, প্লেফেয়াৰ। |
| | ,, ডব্লিউ্ এইচ্, উডওৱাৰ্ড্। |
| বাণিজ্য আৰু শিল্প | ,, এলেক্জেণ্ডাৰ ক্ৰেজাৰ। |
| খিলং | ৰেভেৰেণ্ড্ জেম্ছ জয়মোহন নিকল্চ্ ৰায়। |

# চাৰ উইলিয়াম্ মেৰিচ

ইং ১৯২১ চনৰ ৩ মাৰ্চত চাৰ্ নিক'লাচ্ বিট্চন বেল্ চাহাব পেঞ্চন লৈ কাৰ্যৰপৰা অৱসৰ লয়। ভাৰতীয় শাসন সংস্কাৰৰ ফল স্বৰূপে আসামত গৱৰ্ণৰী শাসন স্থাপন কৰাৰ লগে লগে, চাৰ্ উইলিয়াম্ মেৰিচ্ আসামৰ পোন-প্ৰথম নিগাজী গৱৰ্ণৰ নিযুক্ত হয়। এই শাসনৰ আৰম্ভণতে তিনিমাহলৈ তেওঁ ছুটি লৈ বিলাতলৈ গৈছিল, তাৰপৰা ঘূৰি আহি ইং ১৯২১ চনৰ ১৩ মাৰ্চৰপৰা তেওঁ আসামৰ গাদীত বহি, ইং ১৯২২ চনৰ অক্টোবৰ মাহত ইউনাইটেড্ প্ৰভিন্স্ বা যুক্তপ্ৰদেশৰ গৱৰ্ণৰ হৈ ইয়াৰপৰা বদলি হৈ যায়।

# চাৰ্ জন্ হেন্‌ৰি কাৰ্

চাৰ্ উইলিয়াম্ মেৰিচ্ যুক্তপ্ৰদেশৰ গৱৰ্ণৰ হৈ যোৱাত, ১৯২২ চনৰ ১০ অক্টোবৰ তাৰিখে, চাৰ্ জন্ হেন্‌ৰি কাৰ্ চাহাব আসামৰ গৱৰ্ণৰী গাদীত বহে। এওঁৰ শাসনৰ আৰম্ভণিতে লোকেল চেল্‌ফ্-গৱৰ্ণমেণ্টৰ মিনিষ্টাৰ বা স্বায়ত্ত-শাসন বিভাগীয় মন্ত্ৰী ৺ঘনশ্যাম বৰুৱা ৰায়বাহাদুৰৰ অকাল-মৃত্যু হয়; আৰু তেতিয়াৰেপৰা এডুকেচন মিনিষ্টাৰ বা শিক্ষা বিভাগীয় মন্ত্ৰীবেই দুয়োখন মন্ত্ৰী বাব চলোৱা হৈছে।

# আহোমৰ পূৰ্ব্ব জাতি আৰু ধৰ্ম্ম

আমি প্ৰথম খণ্ডত যি আহোমৰ ৰাজত্বৰ কথা কৈ আহিছোঁ, তেওঁলোক পূৰ্ব্বে বৰ্ম্মা বা মানদেশৰ ভিতৰৰ শ্যান্ প্ৰদেশৰ "টাই" জাতীয় মানুহ আছিল। এজন ইংৰাজ গ্ৰন্থকাৰে "Silken East" নামেৰে কিতাপত লিখিছে :—

ইং ১৮৯১ চনৰ বৰ্ম্মাদেশৰ ছেন্সচ্ ৰিপৰ্টত লিখিছে :—

এই দেশলৈ অহাৰ পূৰ্ব্বে সিবিলাকক আহোম বোলা নাছিল। ইয়ালৈ অহাৰ পাছত সিবিলাকে কেনেকৈ আহোম নাম পালে সেই কথা ইতিপূৰ্ব্বে প্ৰথম খণ্ডৰ প্ৰাৰম্ভতে কৈ অহা হৈছে। আহোমবিলাক পূৰ্ব্বত বৌদ্ধধৰ্ম্মী মানুহ আছিল। সিবিলাকে ঈশ্বৰক "ফুৰা তৰা আলং" অৰ্থাৎ "জ্যোতিৰ্ম্ময় পূৰ্ণব্ৰহ্ম" বুলি মানিছিল। তেওঁলোকৰ প্ৰধান ধৰ্ম্মপুথি সাতখন, যথা : ১। ফুৰালুং (বা "ফ্ৰালুং") ২। মেমি-মাদ্,

**প্ৰধান ধৰ্ম্মপুথি**

৩। আলিকা, ৪। ফুন্থাম্, ৫। মুন্লুং, ৬। ত-নেজাও আৰু ৭। পাং-ক্লাও। এই সাতোখন ধৰ্ম্ম-পুথিতে অহিংসাই পৰম ধৰ্ম্ম বুলিছে, আৰু সেয়েই সিবিলাকৰ ধৰ্ম্মৰ মূলমন্ত্ৰ। কিন্তু দেশজয় কৰিবলৈ আহোঁতে, সোমাৰৰ পাহাৰী জাতিবোৰ প্ৰথম প্ৰজাৰূপে তেওঁলোকৰ লগ লগাত, সিবিলাকৰ বাহ্যিক ধৰ্ম্মভাৱত সংসৰ্গ-দোষৰ অলপ ভাঁজ লাগিছিল।

মঙ্গলজাতীয় বৌদ্ধবিলাক সাধাৰণতে ছুটা সম্প্ৰদায়ত বিভক্ত, মহায়ান আৰু হিন্‌য়ান। আহোমবিলাক মহায়ান আৰু হিন্‌য়ান্ ছুয়ো সম্প্ৰদায়ৰ সানমিহলি মতাৱলম্বী আছিল। চীনদেশীয় শ্যান্‌বিলাক (যাক আহোম ভাষাত "টাই-নথ্" বোলে) মহায়ান্‌পন্থী, খাম্‌পাবিলাকো মহায়ান্‌পন্থী শ্যান্‌জাতীয় মানুহ। নেপাল দেশৰ "লিম্বু" বিলাকো পূৰ্ব্বত শ্যান্‌জাতীয় আছিল, আৰু তেওঁবিলাকৰ ভাষাও শ্যান্‌ভাষাৰ লগত বহুত

---

* "The race (the Shans began to spread into Burma from South-Western China about two thousand years ago. Its migration was hastened by the pressure of the Chinese races behind, and as the pressure increased, it spread from the valley of the Shweli river, its first home in Burma, Southwards to the Siamese seas, Eastward to Tongking and North and West till it reached the Brahmapootra and founded the Ahom kingdom of Assam."

* "The Ahoms or Ahams of Assam are a branch of the Taie—Shan race; their language is now extinct, and they have lost much of the national characteristics of the Shans ... ... ... ... ... ... ... ... ... ... ... from 1228. the date of their conquest till 1654 when they were converted to Hinduism, the Ahom kings ... ... ... ... ... ... ... ... surrendered their Shan names."

মিলে। শ্যান্ ভাষাত "লিম্বু"বিলাকক "চুব্বা" বোলে। লিম্বুবিলাক এতিয়া হিন্দু; আহোমবিলাকো (অন্ততঃ সৰহখিনি) এতিয়া হিন্দু। শ্যাম আৰু ব্ৰহ্মদেশৰ শ্যান্-বিলাক হিন্-য়ানপন্থীয় বৌদ্ধ। আহোম আৰু শ্যাম্দেশৰ শ্যান্‌বিলাকৰ গুৰি একে।

## টাই বা আহোম মতে সৃষ্টি প্ৰকৰণ আৰু মহাপ্ৰলয়ৰ কথা

টাই বা আহোমবিলাকৰ ধৰ্ম্মশাস্ত্ৰমতে সৃষ্টিৰ আদিতে গোটেইখন পানীময় আছিল। তেতিয়া "ফা" অৰ্থাৎ সৰ্ব্বশক্তিমান পৰমেশ্বৰে "মধুচক্ৰ" ৰূপে আকাশত ওলমি আছিল। পাছে কোনো এক সময়ত তেওঁ নিজে এক আকাৰ ধাৰণ কৰি অঙ্গৰপৰা "খুন্‌থিও-খাম্" নামে

১। সৃষ্টি প্ৰকৰণ

এটা কেকোৰা সৃজন কৰিলে। সেই কেকোৰাটোৱে ওপৰলৈ মুখ কৰি পানীত ওপজি ফুৰিছিল। তাৰ পাছত "ফা"ই এটা কাছ, এটা পঞ্চমুখীয়া সাপ আৰু এটা দঁতাল হাতী সৃজন কৰিলে, আৰু উত্তৰ দিশত এক পৰ্ব্বত স্ৰজি তাৰ শৃঙ্গত এটা খুটি পুতি, তাত লেজু বান্ধি দিলে। তাৰ পাছত তেওঁ সোণোৱালী ৰঙৰ দুটা মকৰা সৃজন কৰিলে। সিহঁতৰ বিষ্ঠাৰে পানীৰ ওপৰতে পৃথিৱী নিৰ্ম্মাণ হ'ল; আৰু সেই পৰ্ব্বতৰ টিঙত থকা খুটিটোৰ আগলৈ উঠি গৈ, সিহঁতে তাত সূতা কাটি, আৰু তাৰে জাল নিৰ্ম্মাণ কৰি আকাশ সৃজন কৰিলে। ইয়াৰ পাছত "ফা"ই এগৰাকী মাইকীমানুহ সৃজন কৰে। সেই তিকতা গৰাকীয়ে চাৰিটি ডিম্ব প্ৰসৱ কৰে, আৰু কালক্ৰমে সেই চাৰিটি ডিম্বৰপৰা চাৰিটি সন্তান জন্ম হ'ল। প্ৰথম সন্তানক পৃথিৱীত, দ্বিতীয়টিক পাতালত, আৰু তৃতীয়জনক স্বৰ্গত ৰজা হ'বলৈ আদেশ কৰি, নিচেই সুমলীয়া সৰু পুতেকটিক তেওঁক সৃজন কৰ্ম্মত সহায় কৰিবৰ নিমিত্তে "ফা"ই নিজৰ লগত ৰাখিলে। প্ৰথম সন্তানে "ফা"ৰ আদেশৰ বিপৰীত কাৰ্য্য কৰাৰ অপৰাধত, মৃত্যুৰ পাছত ভূত-যোনীপ্ৰাপ্ত হ'ল; তাৰ পাছত, তেওঁৰ পুতেক পৃথিৱীত ৰজা হ'ল। ইত্যাদি।

প্ৰায় সকলো জাতিৰ ধৰ্ম্মপুথিতেই একোটা মহাপ্ৰলয়ৰ কথা পোৱা যায়। টাই বা আহোমবিলাকৰ ধৰ্ম্মপুথিতো তেনেকুৱা মহাপ্ৰলয় এটাৰ কথা উল্লেখ আছে। কোনো এসময়ত পৃথিৱীৰ মানুহবিলাক ঘোৰ পাপী হৈছিল। তপ, জপ, যোগ, ধ্যান, পূজা, হোম আদি

২। মহাপ্ৰলয়

পৃথিৱীত লোপ পালে। দেৱতাসকলে মানুহৰপৰা পূজা খাবলৈ নাপাই বৰ বিপদত পৰিল। মানুহবোৰৰ এনে অধৰ্ম্ম ভাব হোৱাত, দেৱতাসকলৰ মনত বৰ খং উঠিল; আৰু সিহঁতক দোষীৰ উচিত দণ্ড দিবলৈ দেৱৰাজ লেংডনে (ইন্দ্ৰদেৱতা) সৈতে পৰামৰ্শ

কৰিলে। লেংড্‌নে প্ৰথমতে নিউফাফাক (গৰুৰ পক্ষীক) মাতি আনি, পৃথিবীলৈ নামি আহি, মানুহবোৰক গিলি পেলাবলৈ আদেশ কৰিলে। মহাগৰ্ব্বে নিউফাফা বৰ্গৰপৰা নামি আহি, পৃথিবীৰ মানুহবোৰক যাকে য'তে পালে গিলিবলৈ ধৰিলে। পৃথিবীত মানুহৰ সংখ্যা ইমান বেছি আছিল যে নিউফাফাই ওৰেও দিনটো মানুহ গিলিও, লাখ ভাগৰ এভাগো টুকাব নোৱাৰিলে; শেষত নিজৰে চকা-ভিজৰীয়া লাগি চাল খাই পৰিল। নিউফাফাৰ এই অৱস্থা দেখি, মানুহবোৰে সাহসত ভৰ কৰি যাঠি, জোং, টোকোন-টাঙোন লৈ ওচৰ চাপি, যেয়ে যিমান পাৰে সিমানে টঙনিয়াবলৈ ধৰিলে। টাঙোন খাই নিউফাফাই মৰ-শু হাগিবৰ দেখি, মানুহবোৰেও মৰিল বুলি তাক এৰি থৈ, গুচি গ'ল। মানুহবোৰ যোৱাৰ অলপ পাছত নিউফাফা বৰ্গলৈ উৰি গুচি গ'ল; আৰু লেংড্‌নৰ আগত সকলো বৃত্তান্ত ক'লেগৈ। লেংড্‌নে গুণি-গাঁথি, অনেক বিবেচনা কৰি, মানুহবোৰক খাই মাৰিবলৈ এইবাৰ এটা ভয়ানক সিংহক পৃথিবীলৈ পঠিয়াই দিলে। পৃথিবীত আহি মানুহ খাই সিংহৰো ঠিক সেই নিউফাফাৰ অৱস্থাই হ'ল। সিংহ বপুৰায়ো পেটৰ ভৰত লৰচৰ কৰিব নোৱাৰা হ'লত, সাহিয়াল ডেকা ল'ৰা এমখাই টাঙোন লৈ আহি, তাৰ পিঠিত ঔ পৰাদি পাৰিলেহি। সিংহ বপুৰাই কথমপি প্ৰাণটো লৈ, ভিৰাই ধৰি, লৰ মাৰি বৰ্গ পালেগৈ।

চেষ্টা তুৰাৰ ফলৱতী নোহোৱাত লেংড্‌নে এইবাৰ অসংখ্য সাপ পৃথিবীলৈ নমাই পঠালে। সাপবোৰো নামি আহি মাটিৰ ওচৰ পালেহি। মানুহবোৰে সাপ বুলি শুনা পাই, ভয়ত ক'লৈ যাওঁ, কি কৰোঁ লগালে। পাছে এক সাহিয়াল ডেকাৰ বুদ্ধিমতে খেৰৰ জুমুথি বান্ধি জুই লগাই তাপত আৰু ধোঁৱাৰ কোৰত বাট-পথ নেদেখা হৈ, বহুত সাপ জুইত পৰি আধা পোৰা হৈ মৰিল, বাকীবিলাক উলটি গুচি গ'ল। লেংড্‌নে লাজ পাই "চাওৱান"ক (সূৰ্য্য দেৱতাক) মহাপ্ৰলয়ৰ ব'দ মেলি, পৃথিবীৰ পানী শুকুৱাবলৈ ক'লে। চাওৱানে লগত চাওফানুক (অৰুণক) লৈ তেওঁৰ পূৰ্ণ তেজেৰে ব'দ দিলে। পৃথিবীৰ পানী শুকাই নাইকিয়া হ'ল। মানুহবোৰ বাহিৰলৈ ওলাব নোৱাৰি, ভিতৰতে চট্‌ফটাবলৈ ধৰিলে। এইদৰে এবছৰ গ'ল। নতুন বছৰৰ ডিম্‌চিং (আঘোণ) মাহ পালেহি, তথাপি মানুহবিলাকে দেৱতাৰ উদ্দেশ্যে পূজা নিদিলে। লাহে লাহে টাওচিজা অৰ্থাৎ শঁকৰ ডিন্‌ছি (ফাল্গুন) মাহৰ ২১ দিন পাৰ হৈ গ'ল, তথাপি মানুহবোৰৰ মনৰ ভাব লৰচৰ নহ'ল।

লেংড্‌নে ভাবিলে, তেওঁৰ সকলো চেষ্টা বিফল হ'ল। মানুহজাতিক একেবাৰেই পাপে গৰাসি পেলালে। এই পাপৰপৰা সিহঁতক কোনো উপায়েৰেই সজ পথলৈ আনিব পৰা নহয়। এইভাবি তেওঁ "চেং-কাই-ফাথেন্‌-খামন্‌" (কুবেৰ), "থেন্‌-লুং-আই চেন্‌-কিউ" (বায়ু), "লাউ-খ্ৰী" (বিশ্বকৰ্ম্মা), "টাইলাং" (যম), "খাক্‌-লাং" (চিত্ৰগুপ্ত), "চাওফাকুন" (বৰুণ), "জাচিংফা" (সৰস্বতী) আদি তেত্ৰিছ্‌ কোটি দেৱতাৰে সৈতে

মীমাংসা কৰি, মহাপ্ৰলয় ঘটাই মানুহবিলাকক নাশ কৰিবলৈ স্থিৰ কৰি আই-থাং-থাক অৰ্থাৎ তেক গুৰিক মতাই আনিলে। লেংডনে আৰু আই-থাং-থাক দুয়োজনে গোপনে ফিৰাকিৰি পৰামৰ্শ কৰি, পাছে আই-থাংথাক লেংডনৰ অনুমতি ক্ৰমে "থাও-লিপ্-লিঙ্গ" অৰ্থাৎ নাৰদ ঋষিৰ ওচৰলৈ গ'ল। তেওঁ কোৱা কথা কেতিয়াও কাৰো আগত প্ৰকাশ নকৰিবলৈ, বহুত বধ শপত দি আই-থাংথাকে থাও-লিপ্-লিঙ্গকে ক'লে, "ভাই, থাও-লিপ্। পৃথিৱীৰ মানুহবোৰ মহাপাপী হ'ল। সিহঁতে কোনো দেৱতাকে নামানে, আৰু একো পূজা সেৱা নকৰে। ইয়াকে দেখি, দেৱতাসকলে পৰামৰ্শ কৰি, মানুহৰ মাজত অনেক বিঘিনি মিলালে ; কিন্তু একোতে একো নহ'ল। এতিয়া দেৱৰাজ লেংডনে মানুহজাতিক একেবাৰেই ধ্বংস কৰো বুলি মহাপ্ৰলয় কৰিব খুজিছে। "ডিন্‌ছি" অৰ্থাৎ ফাগুন মাহৰ ২৫ দিন যোৱাত প্ৰলয় হ'ব। সেই কাৰণে লেংডনে তোমাক সম্বাদ দিবলৈ মোক পঠিয়াই দিছে। তেওঁ তোমাক শিলৰ ভুৰ বান্ধি দুৱাৰ মুখতে থ'বলৈ কৈছে। যেতিয়া প্ৰলয়ৰ তপত পানীয়ে পৃথিৱীখন তল নিয়াব, তেতিয়া সেই ভুৰখনত তোমাৰ ফুটুকী গৰুজনীক তুলি লৈ তোমাকে মোকে তাত উঠি থাকিবলৈ আজ্ঞা কৰিছে। শিলৰ ভুৰখন হেনো প্ৰলয়ত ওপঙ্গি পৰিব, তুমি, মই আৰু গৰুজনীৰ বাহিৰে তাত অন্য কাকো উঠিবলৈ দিব নালাগে। আনকি এই কথাটো তোমাৰ ল'ৰা-তিৰোতাকো ক'বলৈ হাক দিছে। তোমাক "ফা"ৰ অৰ্থাৎ ঈশ্বৰৰ শপত দিছোঁ, তুমিও এইকথা কাকো নক'বা।" এইবুলি কৈ, আই-থাং-থাক্ পুনৰ লেংডনৰ তালৈ গুচি গ'ল।

থাও-লিপ্-লিঙ্গেও পাছদিনা কাৰো আগত একো নকৈ, লেংডনৰ আদেশ অনুসৰি, হাতত এমুঠা ঘেত লৈ, ভাল পোন পোন দহ ডোখৰ শিল লৈ, সমান কৰি ভুৰ বান্ধি দুৱাৰ-মুখত থৈ দিলে। লাহে লাহে ২৪ ফাগুন পালেহি। থাও-লিপ্-লিঙ্গে সকলো মিতিৰ কুটুম্ব গোটাই দেখা-শুনাকৈ এসাজ খাই ল'লে। সেইদিনা গধূলি আই-থাং-থাকো আহি তেওঁৰ ঘৰতে আলহী ৰ'লহি। পাছদিনা যে প্ৰলয় হ'ব, সেই-কথা থাও-লিপ্-লিঙ্গে তেওঁৰ ল'ৰা-তিৰোতা কাৰো আগত নক'লে। সেইদিনা ৰাতি পুৱাবলৈ একদণ্ড মান সময় থাকোঁতেই তেওঁৰ ফুটুকী গৰুজনী আনি, শিলৰ ভুৰৰ ওপৰত তুলিলেহি। আই-থাং-থাক আৰু তেওঁক এমাহ মানলৈ অঁটাকৈ খোৱা বস্তু লগত লৈ, দুয়ো আহি ভুৰত বহি থাকিলহি। পুৱেকণ দিওঁতেই দেৱৰাজ লেংডনে "চাওফাফুন" বা বৰুণ দেৱতাক তপত পানী বৰষি পৃথিৱীত মহাপ্ৰলয় কৰিবলৈ আদেশ কৰিলে। চাওফাফুনেও মেঘবোৰক কৈ, তপত পানী ঢালি পৃথিৱী ডুবাই পেলালে। এই তপত পানীত শিলৰ ভুৰত উঠি থকা আই-থাং-থাক, থাও-লিপ্-লিঙ্গ আৰু ফুটুকী গৰুজনীত বাজে সকলো প্ৰাণী নষ্ট পৰিল। লেংডনৰ আদেশমতে এই তিনিৰ ওপৰত তপত পানী নপৰিল। ভুৰখন উটি উটি, পানীত ওলাই থকা পৰ্ব্বতৰ টিঙ্ এটাত ৰ'লগৈ। সেই পৰ্ব্বতৰ টিঙতে ভুৰখন বান্ধি থৈ, থাও-লিপ্-লিঙ্ আৰু আই-থাং-থাক

দুয়ো ফুটুকী গাইজনীক লগত লৈ ওপৰলৈ উঠিল। পৰ্ব্বতৰ টিঙতে থাৰ-মেলিবলৈ ঠিক-ঠাক কৰি ল'লে ; আৰু দেৱতাৰ মায়াত মোহ গৈ থাও-লিপ্-লিঙে সেই ফুটুকী গৰুজনীক ধৰিলে। ব্ৰহ্মবীৰ্য্য নষ্ট নহৈ, সেই গাইজনীৰ গৰ্ভস্থলীত সোমাল।

প্ৰাণীবোৰ নাশ হ'লত লেংডনে "শোষক" অস্ত্ৰ মাৰি প্ৰলয়ৰ পানীবোৰ শুকাই পেলালে। প্ৰাণীবোৰৰ মৰা-শৰবিলাক খাই অন্ত কৰিবৰ নিমিত্তে কুৰি লাখ সাপ আৰু কুৰি লাখ সিংহ পঠিয়াই দিলে। সিহঁতেও খাই অন্ত কৰিব নোৱাৰা দেখি "চাওফাফাই" বা অগ্নিদেৱতাক মৰা-শৰবোৰ পুৰি পেলাবলৈ আদেশ কৰিলে। চাওফাফাই ভয়ানক ৰূপে জ্বলি, একালৰপৰা সকলো ধ্বংসি নিবলৈ ধৰিলে। এই প্ৰকাণ্ড অগ্নিশিখাৰ তাপ স্বৰ্গ পৰ্য্যন্ত পালেগৈ। অগ্নিৰ তাপত ৰক্ষা নোপোৱা দেখি, ফুটুকী গৰুজনী মাৰি, আই-থাং-থাক থাও-লিপ্-লিঙ দুয়ো তাইৰ পেটৰ ভিতৰত সোমাল। গৰুজনীৰ পেটত এটা লাওৰ গুটি পালে। থাও-লিপ্-লিঙে আই-থাং-থাকক

**প্ৰলয়ৰ অন্তত পুনৰ সৃষ্টি**

সুধি, সেই গুটিটো পৰ্ব্বতৰ টিঙৰ ভাল ঠাই এডোখৰত পচাই থ'লে। দুদিনৰ মূৰত লাওগুটিয়ে গাজ মেলিলে, তিনদিনৰ মূৰত, দুপতীয়া হ'ল ; চাৰি-পাঁচ দিনৰ মূৰতে অসংখ্য আগ মেলি, পৰ্ব্বতৰ টিঙ্‌টো জুৰি পেলালে। লেংডনে এই সম্বাদ পাই "খুন্‌থেওবেন্" নামে এক দেৱ-দূতক পঠাই, লাওজোপাৰ গুৰিত ভালকৈ সাৰ আবৰ দিয়ালে। কিছুদিনৰ পাছত (লাও জোপাই যদিও বহুত আগ মেলিছিল) মুঠেই এটাহে লাও লাগিল। সেই লাওটোৱে এখন জগত জুৰি পেলালে। লেংডনৰ আদেশমতে চাওন্দাপাদ নামে এক দেৱদূতে সেই লাওটো কোনোৰাই কেনেবাকৈ নষ্ট কৰে বুলি, তাতে ৰাখি আছিলহি এমাহৰ পাছত লেংডনে তেওঁৰ বৰ পুতেক "আইফালান"ক মাতি বজ্ৰেৰে লৈতে সেই লাওটো ফালিবলৈ আদেশ কৰিলে, আৰু ক'লে যে সেই লাওৰপৰাই পুনৰ নতুনকৈ সৃষ্টি হ'ব। আইফালানে বজ্ৰ লৈ লাওটো ফালিবলৈ আহিল ; কিন্তু তেওঁ বজ্ৰটো যেনিয়ে পোনাই, লাওটোৰ সেই ফালেই মাত লগায়—"হে দেৱতা ! আমাক নামাৰিব, আমি পৃথিৱীত জন্ম পাই দেৱতাসকলক পূজা দিম।" বজ্ৰটো অইন ফালে টোঁৱালে, সেই ফালৰপৰাও মাতিলে—"হে প্ৰভু ! আমাক নামাৰিব, আমি পৃথিৱীত 'চাই' (আহোম) নামে খ্যাত হৈ দেশ শাসন কৰিম, আৰু দেৱতাসকলক পূজা দিম।" বজ্ৰ যেই ফালেই টোঁৱায়, সেইফালৰ পৰাই মাত। আইফালান বিচুৰ্ত্তি হ'ল।

আইফালানৰ এই অৱস্থা দেখি, দেৱদূত চাওন্দাপাদে ক'লে, "হে যুৱৰাজ, আপুনি ভাবিব চিন্তিব নালাগে। মই সকলো প্ৰাণীৰ নিমিত্তে নিজৰ দেহা আগ বঢ়াইছোঁ। মই লাওটোৰ ওপৰত বহোঁ, মোৰ গাৰেদিকে বজ্ৰ মাৰি দিয়ক। ইয়াৰ বাবে পৃথিৱীত মানুহবিলাকে মোক বছৰি এটা পূজা দিব ; নিতৌ ভাত খাবলৈ লৈ লোনে লোনেই মোৰ নামেৰে এভাগ মাটিত দি, তেহে খাব। ইয়াকে নকৰিলে, সিহঁতৰ বেয়া হ'ব।"

এইবুলি চাওলাপাৰ্ লাওটৌৰ ওপৰত বহিল; আইকালাৰে চাওলাপাৰৰ গাত বজ্ৰ মাৰিলে। বজ্ৰৰ প্ৰচণ্ড শব্দত লাওটৌ দুফাল হ'ল। লাওটৌ ফাটি, তাৰ ভিতৰৰপৰা হাজাৰে হাজাৰে টাই (আহোম), ম্লেচ্ছ, যৱন, নগা, মিকিৰ, কছাৰী আদি নানা জাতিৰ মানুহ আৰু অন্যান্য জন্তুবিলাক ওলাল। লাও ফাটি ওলোৱা আহোমবিলাকক টাই-কলদীয়া আহোম বুলিলে। নাক্সি টাওচিদা (১৯) শকত প্ৰলয় হয়; কামুত (২০) শকত পৃথিবীৰ ওপৰৰ পুৰি টান কৰে; কাপ্‌চান্ (২১) শকত লাও ফালি নতুন সৃষ্টি কৰে।

টাইকলদীয়া আহোমবিলাকে নৈৰ দাঁতিত ভাল ভাল ঠাই চাই, ঘৰবাৰী লৈ খেতি কৰিবলৈ ধৰিলে। ম্লেচ্ছ আৰু যৱনবিলাকে সমতলত থাকিবলৈ ল'লে; নগা, মিকিৰ আদিয়ে পৰ্ব্বতত বাসা ল'লে। ইয়াৰ পাছত আই-খাং-খাকৰপৰা হিন্দু জাতিৰ উৎপত্তি হ'ল। এই আই-খাং-খাক পূৰ্ব্বে ঈশ্বৰৰ নাভিৰপৰা ওলাইছিল। হিন্দুবিলাকেও সমতলত থাকিবলৈ ল'লে। ধান, চাউল আদি যি যি বস্তু লাওৰপৰা ওলাইছিল, আইকালাৰে সকলোকে সমানে ভগাই দিলে। থাও-লিপ্-লিঙ্ আৰু আই-খাং-খাকক মানুহবোৰক ধৰ্ম্মজ্ঞান আৰু নীতি শিক্ষা দিবলৈ আজ্ঞা দি, আইকালান্ স্বৰ্গলৈ উলটি গ'ল; আৰু সকলো কথা দেৱৰাজ লেংড্‌নক জনালেগৈ। পাছৰ বছৰত মানুহ আদি সকলো জীৱজন্তু কম হেন দেখি, দেৱৰাজ লেংড্‌নে আইকালানক পঠিয়াই, "উৰণ", "ঘূৰণ", "গজন", "ভ্ৰমণ" এই চাৰি জাতিৰ চাৰি মুঠি কঠিয়া সিঁচালে। এই চাৰি মুঠি কঠিয়াৰপৰা উৰি ফুৰা, পানীত থকা, মাটিত গজা গছ-গছনি আদি উদ্ভিদবোৰ, আৰু লৰিচৰি ফুৰা জীৱজন্তুবিলাক উৎপন্ন হ'ল।

## আহোমবিলাকৰ পূৰ্ব্বৰ ভাষা-সাহিত্য

টাই বা আহোমবিলাকৰ ভাষা সুকীয়া আৰু সেই ভাষা চহকী আছিল। দেওধাই, মোহন, বাইলুঙ, বিশেষকৈ এই তিনি খেলৰ মানুহে আহোম বা টাই ভাষাত লিখা-পঢ়াৰ চৰ্চা ৰাখিছিল। এই ভাষাত বুৰঞ্জীত বাজে প্ৰায় সমুদায় পুথি পয়াৰ ছন্দত লিখা হৈছিল, আৰু পুথিখনেপতি সুকীয়া আছিল। এই ভাষাত সুকীয়া জ্যোতিষ-শাস্ত্ৰও আছিল। পূৰ্ব্বে সেই পুথিবিলাকৰ সাহায্যত দেওধাই বাইলুঙ প্ৰভৃতি আহোম পণ্ডিতসকলে যিবোৰ আচৰিত কথা গণনা কৰিছিল, শুনিলে স্তম্ভিত হ'ব লাগে। এনেকি, আধুনিক জ্যোতিষ শাস্ত্ৰৰ জ্ঞানকে সোৱাদ নোপোৱা মানুহে নপতিয়াবই। পূৰ্ব্বে আহোম পণ্ডিতসকলে সেই জ্যোতিষৰ সহায়তেই বছৰেকৰ শুভাশুভ আৰু ফলাফল বছৰৰ আদিতেই ক'ব পাৰিছিল। "ৰাক্-চেং" আৰু "কুকুৰা-ঠেং" এই দুখনিয়েই

আহোম জ্যোতিষ-শাস্ত্ৰৰ প্ৰধান পুথি। ইয়াৰেই পূৰ্ব্বকালত আহোম পণ্ডিতসকলে "মঙ্গল" চাইছিল। "বান্-চেং" সাধাৰণ মঙ্গল চাওঁতে ব্যৱহৃত হয়, "কুকুৰা-ঠেং"ৰে যুদ্ধ-বিগ্ৰহাদিত কিম্বা অন্যান্য ডাঙৰ ৰাজকীয় কাৰত কুকুৰা মাৰি, তাৰ ঠেংৰে "দেও" কৰি, মঙ্গল চোৱা হয়। "কুকুৰা-ঠেং" পঢ়োঁতে দীঘল সুৰেৰে (প্ৰায় আমাৰ "বিহু-নাম"ৰ দৰে) মাতিব লাগে; "বান্-চেং" তাতকৈ অলপ চুটি সুৰেৰে পঢ়ে। "ফুৰালুং" (বা ফ্ৰালুং) আদি ধৰ্ম্ম সম্বন্ধীয় পুথিবিলাকৰো প্ৰত্যেকৰে বেলেগ বেলেগ সুৰ। এই বিলাকত "অহিংসা পৰমো ধৰ্ম্ম", আৰু "চাও-মুক-চাও-কাওঐ" (চাও-অধিপতি; মুক ওপৰৰ; কাও সমস্ত; ঐ সেৱা বা সংকাৰ) অৰ্থাৎ ওপৰৰ অধিপতিয়েই সমস্তৰে অধিপতি, তেওঁক সেৱা কৰা, এই শিক্ষা দিছে। "চাই-কাই" নামেৰে এখনি পুথি আছে; সেই পুথি "দেও-পূজা"ত ব্যৱহৃত হয়। এইবিলাকৰ বাহিৰেও আহোম ভাষাত অনেক পুথি আছিল। বুৰঞ্জী লিখাত আহোমবিলাক বৰ কাবুৰা, আৰু পৃথিৱীৰ ভিতৰত অগ্ৰগণ্য আছিল। "বুৰঞ্জী" শব্দৰ অৰ্থ (বু-নজনা, ৰণ্-জনোৱা, জী-ভঁৰাল) নজনা কথা জনোৱাৰ ভঁৰাল। বৰ্ত্তমান 'ইতিহাস' শব্দৰ ঠাইত অসমীয়া ভাষাত এই "বুৰঞ্জী" শব্দ ব্যৱহাৰ কৰা হৈছে। টাই বা আহোম ভাষাত ৯টা স্বৰ আৰু ২৩টা ব্যঞ্জন বৰ্ণ আছে। কিছুমান শব্দৰ দীঘল-চুটি উচ্চাৰণ অনুসাৰে একেটা শব্দৰে অনেক অৰ্থ হয়। "কা" এই শব্দটোৰ কাউৰী, কঠীয়া, বেপাৰ কৰা ইত্যাদি ১৬টা মান অৰ্থ হয়। বৰ্ত্তমান সময়ত কিন্তু টাই ভাষাৰ ভালৰূপে চৰ্চা নথকাত, সেইদৰে উচ্চাৰণ কৰি, বেলেগ বেলেগ অৰ্থ কৰোঁতা মানুহ পাবলৈ নাইকিয়া হৈ আহিছে। এই কাৰণে আজিকালি আহোম ভাষাৰ পুথি-বিলাকৰো সহজে অৰ্থ কৰিব নোৱাৰি। বৰ্ত্তমান সময়তো, দেওধাই, বাইলুং আদিৰ মাজত আহোম ভাষাৰ অস্তিত্ব আছে, কিন্তু সৰহদিন থাকিব বুলি আশা কৰিব নোৱাৰি। দিখৌৰা টাই বা আহোম ভাষা সম্পূৰ্ণ বেলেগ ভাষা, আৰু তাৰ বেলেগ আখৰ আছে, তথাপি এই ভাষা এতিয়া লোপ পাব লগা হৈছেহি। বৰ সন্তোষৰ কথা, আহোম ভাষাবিদ্, ৰায়চাহাব শ্ৰীযুত গোলাপ চন্দ্ৰ বৰুৱা ডাঙৰীয়াই ইং ১৯১৬ চনত অনেক পৰিশ্ৰম কৰি এখন "আহোম-অসমীয়া আৰু ইংৰাজী অভিধান" (Ahom-Assamese-English Dictionary) সঙ্কলন কৰি, আসাম গৱৰ্ণমেণ্টৰ হাতত দিয়ে, আৰু সেই অভিধান খনি ইং ১৯২০ চনত গৱৰ্ণমেণ্টে অনেক টকা ব্যয় কৰি ছপা কৰি উলিয়ায়। তাত শব্দবিলাক আহোম আখৰেৰে দিয়া হৈছে; তাৰ পাছত, তাৰ উচ্চাৰণ অসমীয়া আৰু ইংৰাজীত দুয়ো ভাষাতে দিয়া হৈছে, সেইদৰেই তাৰ অৰ্থও প্ৰথমতে অসমীয়াত, তাৰ পাছত ইংৰাজী ভাষাত দিয়া হৈছে। আহোম ভাষাৰ আখৰবিলাক প্ৰায় লুপ্ত হওঁ-হওঁ হৈছিল; সদাশয় গৱৰ্ণমেণ্টে অনেক টকা ব্যয় কৰি এই অভিধানখন ছপা নকৰোৱা

হ'লে, বিস্তৰ লোপ পালেহেঁতেন। সেইবুলি মনো অসমবাসী বিশেষকৈ আহোমবিলাক-গৱৰ্ণমেণ্টৰ ওচৰত কৃতজ্ঞ হ'ব লাগে।*

ন্যূনাধিক প্ৰায় সাত শতাব্দী ৰাজত্ব কৰোঁতা আহোমৰ ভাষাই অসমীয়া ভাষাত নিচেই কম ঠাই পালে। ইমান দীৰ্ঘকাল ৰাজত্ব কৰিও যে আহোমবিলাকে তেওঁবিলাকৰ ভাষা অসমীয়া প্ৰজাবিলাকক শিকাব নোৱাৰি, নিজ ভাষা এৰি, অসমীয়া প্ৰজাৰ ভাষা ল'লে, এই কথা ভাবিলে অৱশ্যে আচৰিত হ'ব লাগে; কিন্তু কিছুমান তাৰ কাৰণ আছে। প্ৰাচীন বুৰঞ্জীবিলাক আলোচনা কৰি জানিব পৰা যায়:—(১) টাই বা আহোম মানুহৰ সংখ্যা এই দেশলৈ আহোঁতে নিচেই কম আছিল; (২) যিবিলাক টাই বা আহোম অসম দেশলৈ আহিল, তেওঁবিলাকৰ লগত মাইকী নথকাত বা মাইকীৰ সংখ্যা নিচেই তাকৰ থকাত তেওঁলোকে অসমীয়া জাতিৰ ছোৱালী বিয়া কৰাবলৈ বাধ্য হৈছিল; আৰু সেই ছোৱালীৰ লগত অসমীয়া ভাষাত কথাবাৰ্ত্তা হ'ব লগাত পৰিছিল; (৩) ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যত টাই জাতীয় ৰজা নথকাত, আৰু টাই ভাষাৰ অপ্ৰচলন গতিকে আহোম ৰজাসকলে ওচৰ-চুবুৰীয়া অন্য ৰজাসকললৈ তেওঁলোকৰ টাই ভাষাত চিঠি-পত্ৰ দিবলৈ বৰ অসুবিধা পাইছিল; (৪) আহোম ৰজা, ডাঙৰীয়া, বৰুৱা, ফুকনসকলৰ লিগিৰা, গা-চোৱা, ঘৰ-গিৰী আদি বন্দী-বেটীবোৰ অসমীয়া মানুহৰপৰা

---

* এই প্ৰসঙ্গতে শ্ৰীযুত ৰায়চাহাব ডাঙৰীয়াদেৱেকো আমি আমাৰ শলাগৰ শৰাই আগ বঢ়াইছোঁ। এই কিতাপখনি দেখি, আমাৰ ভূতপূৰ্ব্ব কমিচনাৰ, কৰ্ণেল্ গৰ্ডন চাহাবে যি কৈছে, তাক তলত তুলি-দিয়া হ'ল।

"Ahom is a language which is spoken no longer; it is used only for the purposes of incantation and ceremony by the old Ahom Deodhais or priests in the upper Brahmaputra valley of Assam. The Ahoms are proud of their former language notwithstanding, for it was the language of the race which conquered Assam, in the thirteenth century, and in which the Buranji's or histories are written. The number of Ahoms in Assam, according to the Census Tables of 1911 (The figures of the census of 1921 are not yet available) was 1,97,444; this tribe in Assam, being confined to the Brahmaputra valley, where 66 percent of their number was enumerated in the Sibsagar and 30 per cent in the Lakhimpur Districts. Ahom, which is the oldest of the Northern Shan Alphabets shows unmistakable connection with the Lao, although in an abbreviated form (cf. Milne and Cochrare's *Shans at Home*. p. 212) and Ahom belongs to the same group of the Tai languages as Khamti and Shan (cf. Grierson's *Note on Ahom*, p. 1). The Ahoms of Assam are the descendants of those Shans who under the leaderships of Chukapha, crossed the Patkai range from Burmah and entered the upper portion of the valley of the Brahmaputra (the country which is now called Assam after them) about A.D. 1228. Their place of origin may be located now with some certainly in the Chengmai province of Siam on the banks of the river Mehkawng . . . . . . . . The Ahom-Assamese-English Dictionary . . . represents a wide step forward in the study of the Ahom language; it has been published at the expense of the Govt. of Assam, which as far back as the year 1894, when the late Sir Charles Lyall was Chief Commissioner and Mr. E.A. Gait

ৰাখি থৈছিল ; সেইবোৰে আহোম বা টাই ভাষা মৰণাত, নিইজনে কথা-বাৰ্ত্তা হ'বলৈ কথা-ভাষাৰীয়াসকলে অসমীয়া ভাষা শিকিব লগাত পৰিছিল। এনেকুৱা কেইটামান কাৰণতেই ক্ৰমে আহোম ভাষাৰ চৰ্চা কমি আহিল ; আৰু অৱশেষত আহোমবিলাকে তেওঁলোকৰ প্ৰজাৰ ভাষাকে আপোনাৰ নিজ ভাষা কৰি ল'লে।

ওপৰত কৈ অহা হৈছে যে আহোমবিলাক বুৰঞ্জী লিখাত বৰ কাবুৰা আৰু পৃথিবীৰ ভিতৰত অগ্ৰগণ্য। তেওঁলোকে অসমত ভৰি দিয়াৰ লগে লগে ইয়াত বুৰঞ্জী চৰ্চা আৰম্ভ হ'বলৈ ধৰিলে। আহোমবিলাক অহাৰ পূৰ্ব্বে অসমৰ সঠিক বুৰঞ্জী পাবলৈ নাই বুলিলেও মিছা কোৱা নহয়। তাৰ অনেকাংশ কিম্বদন্তি আৰু পুৰাণাদিৰ মুখাপেক্ষী। তেৰ শতিকাৰ আৰম্ভণৰপৰা আমাৰ আহোমবিলাকে লিখা বুৰঞ্জীবিলাকক প্ৰকৃত অৰ্থত বুৰঞ্জী বুলিব পাৰি। পোনতে বুৰঞ্জীবিলাক আহোম ভাষাত লিখা হৈছিল ; পাছলৈ অসমীয়া ভাষাতো বুৰঞ্জী লিখা প্ৰথা চলিবলৈ ধৰিলে। আহোম ৰাজত্ব কালত বুৰঞ্জী চৰ্চাৰ ইমান উন্নতি হয় যে বুৰঞ্জী লিখাৰ তদাৰক কৰিবলৈ আৰু নিজে লিখিবলৈ ৰজাঘৰীয়া একোজন নিৰ্দ্দিষ্ট বিষয়া আছিল। প্ৰথম বাৰটি প্ৰথমতে বৰগোহাঁই ভাদৰীয়াৰ হাতত আছিল ; কিন্তু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱতাৰ দিনৰপৰা ৰাজমন্ত্ৰী কীৰ্ত্তিচন্দ্ৰ

(Now Sir Edward Gait) was his secretary, gave every encouragement to the work of linguistic and ethnological research in the province. It was under their guidance, and it was due to their initiative, that the work of research in the rich linguistic field of this portion of North Eastern Frontier of India took tangible shape. The present dictionary is one of the results of this wise policy. Sir Edward Gait encouraged Rai Sahib Golap Chandra Baruah, then a humble clerk in the Assam Secretariate, to learn the Ahom language, and it is by dint of the latter's perseverance and linguistic ability that not only this dictionary but also translations of the Buranjis or histories of the Ahoms were completed. In 1899 Rai Sahib Golap Chandra Boruah published specimens of the Ahom written script to Sir George Grierson, then at work on the volume of the Linguistic survey of India, which deals with the Monkhmier and Siamese-Chinese families (including Khasi and Tai) some of the Assamese themselves, amongst whom Rai Sahib Phanidhar Chaliha of Sibsagar, and Rai Sahib Padmanath Gohain Baruah of North Lakhimpur were the most prominent, took a keen interest in this research work, and it was largely due to their interest and to that of other scholars in the province that the Govt. of Sir Archdate Earle, the then Chief Commissioner of Assam, undertook the publication of the present work . . . . . .

In conclusion it may be stated that the present work is a most valuable contribution to our knowledge of the languages of the North Eastern Frontier of India and that the Assam Government which has shown so much enterprise and liberality in the encouragement of Linguistic and Ethnological research work in Assam, as well as the author, Rai Sahib Golap Chandra Boruah, are to be cordially congratulated on the appearance of this most valuable dictionary."

"Yenice Italy"
London
7.5.23.

Sd/- P. R. Gurdon.

বৰবৰুৱাই তাক বৰবৰুৱাৰ হাতলৈ আনে। তেতিয়াৰেপৰা বুৰঞ্জী লিখোৱা আৰু ৰখা বাবটো আহোম ৰাজত্বৰ শেষলৈকে বৰবৰুৱাৰ হাতত থাকিছিল। লিখাৰ ভাৰ চিৰিঙৰ ঘৰত আছিল। সেই সময়ত প্ৰত্যেক ভদ্ৰসন্তানেই দেশৰ বুৰঞ্জী জানিছিল। ৰণবিদ্যা আদি শিক্ষা দিয়াৰ লগে লগে কোঁৱৰসকলক সাধুকথাৰ দৰে বুৰঞ্জীৰ ঘটনা-বোৰ শিকোৱা হৈছিল। আহোম ৰজাসকলৰ দিনত যে কেৱল অসমৰ বুৰঞ্জীহে চৰ্চা কৰা হৈছিল, এনে নহয়; বঙ্গদেশ, কাশ্মীৰ প্ৰভৃতি (অধিক কি, সমগ্ৰ ভাৰতৰ প্ৰাচীন বুৰঞ্জীও) দেশৰ বুৰঞ্জীও অসমীয়া ভাষাত লিখোৱা হৈছিল।

## কিছুমান আহোম নামৰ অৰ্থ

আহোম ৰজাসকলৰ নাম আৰু বিষয়াসকলৰ খিতাপসূচক নামত বিশেষ অৰ্থ আছিল। ৰজা আৰু সম্ভ্ৰান্ত বিষয়াসকলৰ নামৰ আগত "চাও" শব্দটি ব্যৱহাৰ কৰা হৈছিল, যেনে:—"চাও চুকাফা", "চাও ক্ৰাচেনমুঙ", "চাওকমচেঙ্" ইত্যাদি। আহোম বা টাই ভাষাত "চাও" মানে দেৱতা, কিন্তু শব্দাৰ্থৰ অৱনতিত পৰি, ইয়াৰ অৰ্থ "গৰাকী" আৰু "ৰজা"লৈ সলনি হ'ল। মাজে মাজে সম্ভ্ৰান্ত বিষয়াসকলৰ নামৰ আগত "থাওমুং" আৰু ৰজাসকলৰ নামৰ আগত "ত্যাও" শব্দও প্ৰয়োগ কৰা হৈছিল, যেনে—"থাওমুং লাইথেপেনা" (বৰগোঁহাই ভাঙৰীয়া), "ত্যাওচুখাংফা", "ত্যাওখামথি" (ৰজা) ইত্যাদি। "থাও" মানে বয়সীয়া, "মুং" মানে দেশ, গতিকেই "থাও মুং" মানে "দেশৰ বয়সীয়া বৃদ্ধ"; "ত্যাও" মানে টাই ভাষাত অধিকাৰী। আহোমৰজাসকলৰ নামৰ আগত "চু" আৰু শেষত "ফা" বা "মুং" প্ৰয়োগ কৰা হৈছিল। "চু" মানে বাঘ, "ফা" মানে স্বৰ্গ, আৰু "মুং" মানে দেশ। এই দুই শব্দৰ মাজত আন এটি সন্মান-সূচক শব্দ প্ৰয়োগ কৰা হৈছিল, যেনে:—চু-চেন্‌ফা (চু—বাঘ; চেন—ধুনীয়া; ফা—স্বৰ্গ) অৰ্থাৎ স্বৰ্গৰ ধুনীয়া বাঘ; চু-চেন্-মুং (চু—বাঘ; চেন্—ধুনীয়া; মুং—দেশ) অৰ্থাৎ দেশৰ বা ৰাজ্যৰ ধুনীয়া বাঘ। আহোম ৰজাসকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰপৰা মাজৰ আহোম শব্দটি হিন্দু নামেৰে একে অৰ্থ হ'ল, যেনে:—চু-পাত-ফা (পাত্ মানে গদা) গদাধৰ সিংহ; চুপ্ৰুংফা (প্ৰুং মানে ৰুদ্ৰ) ৰুদ্ৰসিংহ ইত্যাদি।

আহোমবিলাকে সততে "স"ক "হ" বুলি উচ্চাৰণ কৰে; সেই কাৰণে অনেকে ঠাৱৰায় যে আহোমৰ "গোঁহাই" শব্দটি সংস্কৃত "গোস্বামী" শব্দৰপৰা ওলোৱা "গোঁসাই" শব্দৰ আকাৰান্তৰ মাথোন। দৰাচলতে কিন্তু তেনে নহয়। "গোঁহাই" শব্দ "কং-হেই" শব্দৰহে ৰূপান্তৰ, "কং"—বৰ ঢাক বা ঢোল; "হেই"—বজোৱা, অৰ্থাৎ যি-বিলাকক ঢাকঢোল বজাই সন্মানেৰে নিয়ে, অৰ্থাৎ বৰলোক। "গগৈ" হৈছে "চং-গৈ"

শব্দৰ ৰূপান্তৰ, ইয়াৰ অৰ্থ ৰজাৰ ল'ৰা। ৰজাৰ প্ৰধান কুঁৱৰীসকলৰ বাহিৰে যিবিলাক তামুলী কুঁৱৰী আৰু পা-চোৱা লিগিৰী থাকে, ৰজাৰ ঔৰসত সেইবিলাকৰ গৰ্ভত সন্তান হ'লে, সিবিলাকক "গঁগে" বোলা হৈছিল। বৰ্ত্তমান সময়ত কিন্তু 'গঁগে' শব্দটো অন্য অৰ্থত প্ৰয়োগ হৈছে যেন বোধ হয়। "সন্দিকৈ" শব্দটো "সন্দি" বা "সন্দিকৰ" শব্দৰপৰা হোৱা যেন ঠাবৰায়, প্ৰাচীন বুৰঞ্জীবিলাকত "সন্দিকাই" বুলি লিখিছে, কিন্তু আচলতে সি "হুন্‌দিকাই" শব্দৰহে ৰূপান্তৰ (হুন্-দিকাই, হুন্ মানে গড়, দিকাই মানে পৰা বা পাৰি দিয়া, অৰ্থাৎ গড় বা সাঁকো পাৰি পাৰ কৰাই দিওঁতা)।

আহোম ভাষাত বৰবৰুৱাক "ফুকেলুঙ্" (অৰ্থাৎ 'মুনিহ—মহাপুৰুষ—ডাঙৰ') বোলে। বুঢ়াগোঁহাইক "চাওফ্ৰাংহুঙ্" (অৰ্থাৎ বিস্তীৰ্ণ দেশৰ দেৱতা) বৰগোঁহাইক "চাওথাংলুঙ্" (অৰ্থাৎ বয়সীয়া শ্ৰেষ্ঠ দেৱতা) আৰু বৰপাত্ৰ গোঁহাইক "চাও-চেন্-লুঙ্" (অৰ্থাৎ ধাৰ্ম্মিক-শ্ৰেষ্ঠ দেৱতা) বোলে। "ফুকন" শব্দটি আহোম ভাষাত "ফু" মানে মুনিহ, "কেন্" মানে "মহাপুৰুষ"। "স্বৰ্গদেৱ"ক আহোম মতে "চাওফা" বোলে, যেনে:—চাওফা, চুকাফা, অৰ্থাৎ চুকাফা স্বৰ্গদেৱ।

## আহোমৰ শৱ সৎকাৰ প্ৰথা আৰু মৈদাম

আহোমবিলাকৰ মৰাক পোৰাৰ নিয়ম নাছিল; তেওঁলোকে আগৰ কালত (অৰ্থাৎ হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰ পূৰ্ব্বে) মৰাক পুতিহে থৈছিল। ৰজাসকলৰ হ'লে, কোনো পাটত উঠা ৰজা বা কুঁৱৰী মৰিলে, কাঠৰ তক্তাৰে (ইংৰাজবিলাকৰ coffinৰ দৰে) দীঘলে দীঘলে শৱটো সুমাব পৰাকৈ এটা পেৰা বা বাকচ্ তৈয়াৰ কৰে। এই পেৰাটোক আহোমমতে "কন্-ডান্" বোলে। "কন্-ডান্"টোৰ চাৰি কালে চাৰি ছটা, মূৰে মূৰে দুচটা, মুঠতে ছ চটা তক্তা থাকে, আৰু সেই তক্তা কেইচটা উৰিআম কাঠৰ হ'ব লাগে। সেই কাৰণেই আহোমে উৰিআম কাঠৰ খুটা চলি আপোনাৰ ঘৰত নলগায়। ৰজা, কুঁৱৰী আৰু ৰজাৰ নিজৰ বা নিচেই আপোন বংশৰ কোঁৱৰ ইত্যাদিৰ মৰা শৱ লুখুৰাখনৰ খেলৰ মানুহে মাথোন নিব পাৰে। ৰজাসকলেও সেই কাৰণে সততে লুখুৰাখনকেহে মাতি আনি চাদত 'সাজ' খুৱায়হি। আৰু সেই সাজ খাবলৈ পোৱাৰ আশাতে লুখুৰাখনৰ খেলত আন খেলৰ মানুহো বিস্তৰ সোমাল। আহোমবিলাকৰ মৰিবৰ সময়ত শৱ বাহিৰলৈ উলিয়াই অনা দস্তুৰ নাছিল। ৰজাসকল চাদতেই মৰে; মৰাৰ পাছত কন্-ডানৰ ভিতৰত শৱটো থিয়ৈ থিয়ৈ সুমাই, আঠোটা লুখুৰাখনে হতাহতিকৈ ধৰি তললৈ নমাই আনে। এইখিনিতে মৃতকৰ আত্মীয়-বন্ধুৱে (বিশেষকৈ বৈনীয়েক আৰু পুতেক-জীয়েকে) সেই কন্-ডানটোৰ ওপৰত এটা সুঁতাৰে

গঁথা নানাবিধ ফুলৰ মালা দিয়ে, কেতিয়াবা কেতিয়াবা ফুলো চটিয়ায়। তাৰ পাছত ঘ'ত পুতিব, সেই ঠাইলৈ কঙ্‌ডাঙত শৱটো লৈ যায়। আগে পাছে ধৰা-বুঢ়কে, হেঙ্দান্ ধৰা, দুয়ো কাষে তা-তাম্বৈয়া, প্ৰধান প্ৰধান বিষয়া, আৰু ৰজাৰ আপোন বংশৰ মানুহ যায়, আগে আগে বৰচাক বজাই যায় আৰু বাইলুঙ্ পণ্ডিতে "বিকথ্‌নু" পুথিৰ শ্লোক পাঠ কৰি মৃতকৰ আত্মাৰ মঙ্গল প্ৰাৰ্থনা কৰে। পাছলৈ চুহুংমুং বা দিহিঙীয়া ৰজাৰ দিনৰপৰা, পাটত উঠা ৰজা, কুঁৱৰীৰ "কঙ্-ডাঙ্" কেকোৰা দোলাত তুলি দিয়ে, লগত গায়ন-বায়ন, আৰু বৰচাকৰ লগতে ঘুৰীয়াকৈ কাঁহি আৰু বৰকাঁহ বজাই যায়; আবোৰান-ধৰাই আগে আগে শুকুলা আবোৰান ধৰে, আৰু পাখীমখীয়াবিলাকে ম'ৰা পাখীৰ বিচনিৰে বিচি বিচি যায়। যি ঠাইত কঙ্-ডাঙ্ পোতা হ'ব, সেই ঠাইত শাল কাঠৰ তক্তাৰে এটা ঘৰ কৰে, তাক "কাৱেং-কঙ্-ডাঙ্" বোলে। এইখিনিতে আহি, কঙ্‌ডাঙৰপৰা শৱটো বাহিৰলৈ উলিয়াই আহোম-মতে বাইলুঙ্ পণ্ডিতে "বিকৃথ্‌বন"ৰ মন্ত্ৰ পাঠ কৰি লুখুৰাখনৰ হতুৱাই মৃতকক শৱটোক স্নান কৰোৱায়। তাৰ পাছত নতুন সাজ-পাৰ (ৰজা হ'লে ৰাজ-অলংকাৰাদি) পিন্ধাই "কাৱেং-কঙ্-ডাঙ্"ৰ ভিতৰত সজাই থোৱা এখন খাটৰ ওপৰত শৱটো পূৱৰ পিনে মূৰ আৰু পশ্চিম পিনে ভৰি কৰি শুৱাই ৰাখি, লুখুৰাখন কেইজন বাহিৰলৈ ওলাই আহে। জীয়াই থাকোঁতে ব্যৱহাৰ কৰা সোণৰ মাইহাঙ্, ভোগজৰা, পিক্‌দান্ আদি বস্তুৰ একো পদ সেই "কাৱেং-কঙ্-ডাঙ্"ৰ ভিতৰত থোৱা হয়। ৰজাৰ শৱটো শুৱাই থোৱা, খোটালিটোৰ ওপৰত সাত খলপীয়া সোণৰ বৰৈ দিয়া চাঙ্‌টি চন্দোৱাৰ, মাটিত সোণৰ দাপোণ মৰা চালপিৰা, তাৰ চাৰিও চুকে সোণেৰে বন্ধোৱা চাৰিটা খুটি, তাতে সোণোৱালী বন কৰা জালিকটা আঁঠুৱা তৰা হয়। চালপিৰা বা খাটৰ ওচৰতে সোণৰ মুঠিৰে, ফাঁকত হীৰা আৰু ডালিমা আদিৰে বাখৰ পতোৱা হেঙ্দান্; কঁকালৰ ওচৰত, মাটিত চাৰি-পাঁচখন সোণ খটোৱা ৰূপৰ শৰাই, তাৰে এখনৰ ওপৰত সোণৰ বাখৰাৰী বঁটা, বাখ্‌ৰাৰী সোণৰ চুণৰটেমি, আৰু সোণৰ খপাত থোৱা টেমা; সোণৰ তাৰেৰে কটাৰী আৰু ৰূপৰ তামোল-পাণ থোৱা হয়। এখন শৰাইত সোণৰ ভোগজৰা, এখনত ৰাজ-অলঙ্কাৰ আৰু সোণ-ধনৰ পেৰা আদিও ওচৰতে থয়। ভৰি পথানৰফালে সোণেৰে বন্ধোৱা খোঁৱা থোৱা, তাৰ ওপৰত ৰূপৰ শাঁকৰ মৰা চিলিম্ আৰু সোণৰ বন কৰা নলী। এইদৰে ৰজাৰ ব্যৱহাৰৰ বস্তুবিলি ভিতৰত সজাই থৈ "কাৱেং-কঙ্-ডাঙ্"ৰ দুৱাৰখন জপাই দিয়ে। তেতিয়া তাৰ ওপৰত ওখকৈ মাটি দি, মৈদাম্ বন্ধা হয়। "কাৱেং-কঙ্-ডাঙ্"ৰ ভিতৰলৈ লুখুৰাখনৰ বাহিৰে আন কোনো মানুহ সোমাব নোৱাৰে; আৰু মৈদামৰ মাটিও প্ৰথমতে কেইচপৰামান লুখুৰাখনে দিলেহে, অন্য মানুহে পাছত মাটি দি মৈদাম বান্ধিব পাৰিছিল। সেই মৈদামৰ প্ৰতি দৃষ্টি ৰাখিবলৈ মানুহৰখীয়া হোৱাৰ দস্তুৰ আছিল; আৰু সেই মানুহ

যেনেক "মৈদমীয়া" বোলে। মৈদমীয়াবিলাকে ৰখি থকাৰ নিমিত্তে কোনো লোকে মৈদাম খানি, তাৰ ধন-সোণ বস্ত-বেহানি লুট কৰিব নোৱাৰিছিল। আহোম ৰজাসকলৰ মৈদামত ধন-দৌলত থকাৰ কথা গোটেই ভাৰতত ব্যাপ্ত হৈ পৰিছিল; আৰু তেনে ধন-দৌলতৰ কথা শুনিয়েই মহাৰাজা জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত, দিল্লীৰ সম্ৰাট আওৰংজেব্‌ পাট্‌ছাৰ সেনাপতি মিৰ্‌জুম্‌লাই অসম দেশ আক্ৰমণ কৰিছিলহি। আৰু তেওঁ তালৈমান মৈদাম খানি তাৰপৰা বহুত ধন-সোণ আৰু বহুমূলীয়া দ্ৰব্যবস্তু দেশলৈ লৈ যায়।*

**মৈদমীয়া**

* মিৰ্‌জুম্‌লাৰ সেনাবিলাকৰ লগত এই দেশলৈ গ্লেনিয়চ্‌ (Glanius) নামে হলেণ্ড্‌ দেশৰ একজন সৈনিক আহিছিল। তেওঁ "A Relation of an Unfortunate Voyage to the kingdom of Bangala" নামৰ পুথিত এইদৰে লিখিছে—"As for the riches we wanted them not, having found good store in graves. It being this people's custom to enter with their dead, their best apparel, money and greatest part of their servants, whom they bury alive to bear their master's company. So far are these poor wretches from bemoaning their condition in this respect that they are on the contrary exceedingly joyous to follow their masters into a country where they hope in three days time to become great personages, and enjoy certain pleasures which are not to be had here. Our general ( i.e. Mir Jumla ) caused several of these tombs to be opened, wherein we found vast treasures, which he carried away with him, but which he enjoyed but a small time, for he died soon after."

ইং সপ্তদশ শতিকাৰ মাজ ভাগত, টেভাৰনিয়াৰ ( Jean Baptiste Travernier ) নামে এজন ফ্ৰান্স দেশৰ পৰিব্ৰাজকে ভাৰত ভ্ৰমণ কৰিবলৈ আহি, তেওঁৰ "Travels in India" নামৰ কিতাপত লিখিছে— "Mirjumla left Dacca then with a powerful army for the conquest of the kingdom of Assam. . . . . . Many are of opinion that his original design was formerly to take this town, and to pillage it, and afterwards return, as he, in fact, did. It is in this town . . . . that the tombs of the kings - - - Assam of all the royal family are situated, - - - - - they do not burn the bodies of the defunct, but bury them. They believe that after death they go to another world, where those who lived well in this world, lack nothing, and enjoy all kinds of pleasure ; while on the contrary, those who have lived badly and have taken the property of others, suffer much, principally hunger and thirst; and that accordingly it is prudent to bury something with them to serve them at need. Thus it was that Mir Jumla found such a quantity of riches - - - - - Since for many centuries every king has had built for himself - - - - a sort of chapel where he was to be buried, and during their life time, each of them sent to be placed in the grave where he was to be buried, a quantity of gold and silver, carpets, and other articles, when the body of dead king is buried in his grave, all his most precious possessions are also placed there, and a private idol of gold and silver, which he worshipped during life, and all things which it is believed will be required by him in the other world - - - -, as soon as the king is dead some of his most beloved wives and the principal officers of his house, kill themselves by means of a poisoned decoction in order to be inferred with him, so that they may serve him in the other world. Besides which, an elephant, 12 camels (?), six horses and numerous sporting dogs are buried with him, it being believed that all these animals will come to life again after they are dead in order to serve the country."

গ্ৰেনিয়চ্ আৰু ট্ৰেভাৰনিয়াৰ ছুয়োজনেই অনেক কথা সেই কালৰ মানুহৰ মুখৰ কিংবদন্তিৰ ওপৰত নিৰ্ভৰ কৰি লিখাত, অনেক ঠাইত অতিৰঞ্জিত হৈছে, এই কথা বোধকৰোঁ নকলেও হয়। সেই যা'হক, মিৰ্‌জুম্‌লাৰ আক্ৰমণৰ পূৰ্বে আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ মৈদাম খানি তাৰ ধনবস্তু উলিয়াই কোনেও নিয়া নাছিল, ই ধ্ৰুৱ। সেই কালত, বিশেষকৈ মৈদামবিলাকত ভূত, পিশাচ, ডাইনী আৰু ৰজাবিলাকো জীয়ন্তৰ নিচিনাকৈ থাকে বুলি মানুহৰ মনত বিশ্বাস আছিল। তেনে ভয় থকাৰ নিমিত্তেও কোনেও মৈদাম খানিবলৈ সাহস নকৰিছিল। গ্ৰেনিয়চ্ আৰু ট্ৰেভাৰনিয়াৰে কোৱাৰ নিচিনাকৈ ৰজাসকলৰ লগত মৈদামত জীয়াই জীয়াই বন্দী-বেটী, লা-লিগিৰী ইত্যাদি দিয়াৰো প্ৰথা আছিল বুলি অনেকে কয়, কিন্তু এই বিষয়ে কিংবদন্তিৰ বাহিৰে অন্য কোনো সঠিক বিৱৰণ পাবলৈ আজিকালি কোনো উপায় নাই। প্ৰাচীন বুৰঞ্জী আদি আলোচনা কৰি এইমাত্ৰ জানিব পাৰি, যে চুকাফা ৰজা স্বৰ্গদেৱৰ মৃত্যুত, তেওঁৰ লগতে পূৰ্বে অহা মাউত কম্-কিন্ আৰু বৰাহীৰ কালন্স-বড়া এই দুইকো "কাই-চিপ্" (?) কৰি মৈদাম দিওঁতে ৰজাৰ ঠেলত চেপি দিছিল। তাৰ পাছত, ভগাৰজা (চুৱম্‌ফা) স্বৰ্গদেৱৰ দিনত ভণ্ডাৰী গোহাঁইৰ জীয়েক বৰকুঁৱৰীয়ে বংশৰে ল'বা এটি তোলনীয়া কৰি লৈছিল; সেয়ে মৰিলত, ল'ৰাই "কাৰেং কঙ্-ডাঙ্"ৰ ভিতৰত অকলে কেনেকৈ থাকিব আৰু কাৰে সৈতে উমলিব, এইবুলি কান্দি-কাটি কুঁৱৰীয়ে ৰজাত জনালত, ৰজাই ডা-ডাঙৰীয়া আৰু সকলো বৰুৱা ফুকনৰ ল'ৰা এজোটা মৈদামত দিবলৈ মন কৰিছিল; কিন্তু সেইটো কাৰ্য্যত পৰিণত হ'বলৈ নাপালে। ৰামধ্বজসিংহ (চুক্লন্‌ফা) স্বৰ্গদেৱৰ দিনত ডেবেৰা বৰবৰুৱাই ৰজাক বিহ খুৱাই মাৰি, যোঁৱাকোঁৱৰৰ নাতিয়েক লাইতাই-যুৱক আৰু গড়গাঁৱা সন্দিকৈৰ কনীয়াক এই ছুইকো মাৰি ৰজাৰ "ঠেলত চেপি" দিছিল, আৰু এই ডেবেৰা বৰবৰুৱায়ে চুহুঙ ৰজাকো চলেৰে বিহ খুৱাই মাৰি, তেওঁৰ বৰ-কুঁৱৰীকো ৰজাৰ "ঠেঙ্-তলত মাৰি চেপি" দিছিলে বুলি জানিব পৰা যায়। ইয়াৰ বাহিৰে এই সম্পৰ্কে বুৰঞ্জীত আৰু বিশেষ একো পাবলৈ নাই। প্ৰবাদ আছে যে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদামত চাৰিটা আৰু প্ৰমত্তসিংহ স্বৰ্গদেৱৰ মৈদামত দহোটা কি বাৰটা মানুহৰ মূৰ ওলাইছিল; কিন্তু এইকথা কত দূৰ সত্য, তাক ক'ব নোৱাৰি।

বিষয় খাই থকা ডাঙৰীয়াসকলৰ হ'লে প্ৰায় ৰজাসকলৰ দৰেই সকলো, মাত্ৰ ডাঙৰীয়াসকলৰ শৱ তেওঁবিলাকৰ নিজ নিজ ভাগৰ ৰজাতীয় যেই সেই মানুহেই নিয়ে (অনেক সময়ত বৰকনীয়াবিলাকে নিয়ে); লগত গায়ন-বায়নো যায়, মাত্ৰ যোৰকালি, বৰঢাক আৰু বৰকাঁহ ৰজাৰ নাপায়, কালি এটিয়াকৈ ৰজায়। তিনিজনা দাঁতিয়লীয়া

**ডা-ডাঙৰীয়াৰ মৈদাম**

গোহাঁই (সদিয়াখোৱা গোহাঁই, মৰঙীখোৱা গোহাঁই আৰু সলাল গোহাঁই,) বৰবৰুৱা আৰু বৰফুকন, এই-সকলৰো প্ৰায় ডাঙৰীয়াসকলৰ দৰেই; মাত্ৰ বৰবৰুৱা আৰু বৰফুকনৰ "কঙ-ডাঙ্"

পঁহি চাঙ্গিত তুলি নিয়ে, আৰু দাঁতিয়লীয়া গোহাঁই তিনিজনা বিষয় থাই থকা ডাঙ্গৰীয়াসকলৰ নিচেই আপোন বংশৰ হ'লে সিবিলাকৰ "কঙ্-ডাঙ্" কেকোৰাদোলাত নিয়া হয়; তেনে নহ'লে বৰবৰুৱা আৰু বৰফুকনৰ দৰেই পঁহি চাঙ্গিতে নিয়ে। বিষয়-খোৱা বৰবৰুৱা বা বৰফুকনত বাহিৰে অন্যান্য চ'ৰাৰ ফুকন, খেৰ-বিছনিপোৱা চমুৱা ফুকন, বৰুৱা, ৰাজখোৱাৰ হ'লে "কাৰেং কঙ্-ডাঙ্" সজাব নাপায়; শৰটো "কঙ্-ডাঙ্"ত সুমাই, ডাঙ্গৰকৈ গাত খানি পুতি, ইচ্ছা হ'লে, মৈদাম বন্ধাব পাৰে। অৱস্থা আৰু পদমৰ্য্যাদা চাই, কোনোৰ মৈদাম বান্ধেও, কোনোৰ নাবান্ধেও। "কঙ্-ডাঙ্" নিওঁতেও পদমৰ্য্যাদানুযায়ী কোনোৱে পঁহি চাঙ্গি, কোনোৱে লোৰ ঢেকৰ লগা দোলা, বা কোনোৱে কাঠৰ চৰিয়া ব্যৱহাৰ কৰে। বিলতীয়া পাইক নথকা বৰুৱা ফুকনৰ হ'লে, নিজ বংশ-পৰিয়ালৰ মানুহেই শৰ নিয়ে। ৰাজমন্ত্ৰীৰ বাৰ নাপালে, বৰবৰুৱা আৰু বৰফুকনৰ শৰ নিওঁতে, লগত গায়ন-বায়ন যায়, কিন্তু কালি বজাই যাব নাপায়। বৰফুকনৰ শৰ নিওঁতে লগত দুয়োফালে দুশাৰী বুকুৱ যায়, আৰু আগে পাছে টাঙ্গোন লৈ টাঙ্গোনধৰা যায়।

মেলখোৱা ৰজা, আৰু মেলখোৱা গোহাঁইসকলৰ প্ৰায় ডাঙ্গৰীয়াসকলৰ দৰেই, মাত্ৰ এওঁবিলাকৰ মৰা শৰ ৰজাসকলৰ দৰে, লুখুৰাখনেহে নিব পাৰে। ৰজাৰ আপোন বংশৰ অন্যান্য কোঁৱৰবিলাকৰ হ'লে, অৱস্থা আৰু সামাজিক পদমৰ্য্যাদা অনুসৰি খেৰ বিছনি পোৱা বৰুৱা ফুকনসকলৰ দৰেই; এওঁলোকৰ শৰ লুখুৰাখনে নিব নালাগে। ডা-ডাঙ্গৰীয়াসকলৰ বঙ্গহৰ আৰু আন সাতঘৰীয়া আহোমৰ মানুহবিলাকৰ শৰ হ'লে, অৱস্থা আৰু পদমৰ্য্যাদা চাই, কেতিয়াবা বৰুৱা-ফুকনসকলৰ দৰেই; কিন্তু নোৰবাত কেতিয়াবা সাধাৰণ পাইক শ্ৰেণীৰ আহোমৰ দৰেও তেওঁলোকৰ মৰা পুতি থয়।

**সাতঘৰীয়া আহোমৰ মৈদাম**

সাধাৰণ পাইক আৰু চমুৱা শ্ৰেণীৰ আহোমবিলাকৰ ভিতৰত "কাৰেং কঙ্-ডাঙ্"ৰ প্ৰচলন নাই, শৰ সুমাই নিবৰ নিমিত্তে, "কঙ্-ডাঙ্" কৰাৰো নিয়ম নাই; কিন্তু মৰা পোতোঁতে শৰটোৰ চাৰিওকাষে চাৰিচটা উৰিআমৰ ডালকে বা পাতকে দিয়াৰ দস্তুৰ আছিল; মৈদাম বন্ধাৰ দস্তুৰ নাই; বান্ধিলেও ৰজাৰ ঘৰত দণ্ডনীয়।

**সাধাৰণ মৈদাম**

## শ্ৰাদ্ধাদি ক্ৰিয়া

আহোমবিলাকৰ শ্ৰাদ্ধাদি ক্ৰিয়া আজিকালিৰ দৰে এসাহলৈ নথৈ, কুৰি দিনৰ মূৰতে কৰিছিল। মৃতকৰ ল'ৰা-তিৰোতাই এই কুৰি দিনলৈ মাছ, মাংস শাক ইত্যাদি নাখাইছিল। এনেকৈ বিৰৰ দিনা, দিনত আহোম বিধিমতে শ্ৰাদ্ধ কৰি, গধূলি জাতিক

আৰু শৰ-ভাৰবোৰা মানুহখিনিক ( ৰজা, মেলখোৱা ৰজা আৰু মেলখোৱা গোহাঁইসকলৰ হ'লে ) সুখুৱাবলৈ ভোজ খুৱায়। আহোম মতে শ্ৰাদ্ধবিধি আছিল আৰু সেই শ্ৰাদ্ধ বাইলুঙ পণ্ডিতে কৰাইছিল। পাছলৈ ৰজাসকলৰ হ'লে চিৰিংফুকনে, আৰু আন আন ডা-ডাঙৰীয়া, বৰফুকন আৰু বৰবৰুৱা প্ৰমুখ্যে চ'ৰাৰ ছয় ফুকন, খেৰবিহনি গোৱা বৰুৱা ফুকনসকলৰ শ্ৰাদ্ধাদি ক্ৰিয়াকাণ্ডবিলাক চিৰিঙৰ ঘৰৰ মানুহে কৰাইছিল। চিৰিঙৰ ঘৰৰ মানুহো আদিতে বাইলুঙৰে একে। পাছত যেতিয়া আহোম ৰজাসকলে হিন্দুধৰ্ম গ্ৰহণ কৰিলে, তেতিয়াৰেপৰা ৰাজগুৰু ফুকনৰ ওপৰত সেই ভাৰ পৰিল, আৰু সিবিলাকৰ শ্ৰাদ্ধাদিৰো নিয়ম হিন্দুৰ দৰে হ'ল। ইয়াৰপৰা যেন এনেটো কোনেও নাভাবে যে ৰাজগুৰু ফুকনে সকলো শ্ৰেণীৰ আহোমৰেই শ্ৰাদ্ধাদি কৰাইছিল বা কৰাব লাগিছিল। ৰজাঘৰৰ শ্ৰাদ্ধাদি কৰোৱাটোৱেই ৰাজগুৰু ফুকনৰ প্ৰধান কাম আছিল; তাৰ বাহিৰে, ডা-ডাঙৰীয়া, বৰবৰুৱা বৰফুকন, আদি কেইঘৰমান উচ্চ শ্ৰেণীৰ প্ৰধান আহোম পৰিয়ালৰ শ্ৰাদ্ধাদিত বাজে, আনবিলাকৰ কোনো ক্ৰিয়া-কাণ্ডকে ৰাজগুৰু-ফুকনে নকৰাইছিল। অন্যান্য আহোমসকলৰ শ্ৰাদ্ধাদি, আন ইতৰ ব্ৰাহ্মণৰ দ্বাৰা সম্পাদিত হৈছিল।

## মৈদাম দিয়া প্ৰথা

ওপৰত আমি যি মৈদাম ৰখাৰ কথা কৈ আহিছোঁ; আহোম ৰজাসকলৰ সৰহ-খিনি মৈদামেই চৰাইদেওত আছিল। ১৭৬৬ শকত ( ইং ১৮৪৪ খৃষ্টাব্দত ) চৰাইদেওত প্ৰথমে ( মিৰ্ জুম্লাৰ পাছত ) লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদামটো কুৰীয়া ৰখাৰ পুতেকে খানি বস্তু উলিয়াই নিলে; পাছত ধৰা পৰিলত, তাক ফাটেক দিয়া হ'ল। অনুমান ইং ১৭৮১ চনত এই মৈদাম ৰখা হৈছিল। তাত বহুত বস্তু-বেহানি ওলাল বুলি কোৱা শুনা যায়। তেতিয়াৰেপৰা মৈদামত ভূত-পিশাচ নাই বুলি মানুহৰ বিশ্বাস হ'ল; আৰু চল্লিশ-পঞ্চাশজন মানুহে গোট খাই আন আন মৈদামবোৰো খান্দিবলৈ ধৰিলে ( অৱশ্যে অতি গোপনীয়ভাৱে লুকাই লুকাই )। ১৭৬৮ শকত ( ইং ১৮৪৬ চনত ) কেইটামান মৈদাম নখনাকৈ আছিল, পুৰন্দৰসিংহ স্বৰ্গদেৱে গঙ্গালৈ অস্থি নিওঁ বুলি সেই মৈদামবোৰ খনাইছিল; তাৰ বিৱৰণ তলত দিয়া গ'ল—এই মৈদাম সম্ভৱতঃ ইং ১৫৪০ চনত (শক ১৪৬২) ৰখা হৈছিল। এই মৈদামটো খনাওঁতে প্ৰথমতে চাৰিটা মানুহ সোমাল; এনেতে হেনো বালি মাটি খহি এজনা সুন্দৰী তিৰোতা ওলাই সেই মানুহ চাৰিটাৰ গাত

**লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদাম**

**দিহিঙীয়া ৰজাৰ মৈদাম**

পৰিল। বাহিৰত থকা মানুহে দুটা মানুহ টানি উলিয়ালে, দুটা তাতে মৰিল। পাচে ৰজাই পুনৰ খনালত মাটি খহি আকৌ এক দোৱনীয়া মানুহ পোত গৈছিল। নগৰ মানুহবোৰে কোনো প্ৰকাৰে তাক উলিয়াই আনিলে।

এই মৈদাম ইং ১৫৬২ চনত (১৪৭৪ শকত) অৰ্থাৎ স্বৰ্গী হোৱাৰ দহ বছৰৰ

**ডেকা গড়গঁয়া ৰজাৰ মৈদাম**

মূৰত বান্ধিছিল। ছ খোটালি ঘৰ খানিলত অনেক সোণ-ৰূপৰ বাচন আৰু অলঙ্কাৰ পালে বুলি কয়। মৈদামৰ ভিতৰত ঠায়ে ঠায়ে হাৰ ওলাইছিল বুলি প্ৰবাদ আছে।

অনুমান, ইং ১৬১১ চনত (১৫৩৩ শকত) এই মৈদামটো খন্দোৱা হৈছিল।

**খোৰাৰজাৰ মৈদাম**

খনালত, এই মৈদামটোৰ ভিতৰতো ভালেখিনি সোণৰ ৰূপৰ বস্তুবেহানি ওলাল।

আহোম ৰজাৰ সকলোখিনি মৈদামৰ ভিতৰত এই মৈদামটো অতি ডাঙৰ। সেই দেখি চুৰকৈ খানি, তাৰ ভিতৰলৈ মানুহ সোমাব নোৱাৰিছিল। পিছত পুৰন্দৰসিংহ স্বৰ্গদেৱে এশমান মানুহ লগাই, দুমাহ খানি মৈদামটো ফুটালে। তাতো বহুত বস্তু

**গদাধৰসিংহ স্বৰ্গদেৱৰ মৈদাম**

ওলাইছিল বুলি কয়। এই মৈদাম ইং ১৬৯৬ চনত (১৬১৮ শক) ৰুদ্ৰসিংহ স্বৰ্গদেৱে বন্ধায়। তাত গদাধৰসিংহ স্বৰ্গদেৱৰ মূৰৰ লাওখোলাটো ওলাইছিল। পুৰন্দৰসিংহই আনি, তেওঁৰ বাটচৰ'ৰ মুখত, সকলো মানুহে দেখিবৰ কাৰণে সেই লাওখোলাটো ভালেমান দিনলৈকে আঁৰি থৈছিল; পাছত হেনো গবৰ্ণমেণ্টৰপৰা লাও-খোলাটো কলিকতাৰ মিউজিয়ামলৈ (যাদুঘৰলৈ) নিয়ালে। এই পুথিৰ সংগ্ৰাহকৰ আইদেউতাকে (বুঢ়ীমাকে) পুৰন্দৰ সিংহ ৰজাৰ ঘৰলৈ অহাযোৱা কৰোঁতে, সেই লাও-খোলাটো স্বচক্ষে দেখিছিল বুলি সংগ্ৰাহকক কোৱা মনত আছে। তেখেতৰ মুখে শুনাৰ মতে, সেই লাওখোলাটো হেনো এটা ডাঙৰ ধান কঢ়া বৰপাচিৰ সমান হ'ব। সেই কথা অবিশ্বাস কৰিবৰ কোনো কাৰণ নাই; কিয়নো এই পুথিৰ সংগ্ৰাহকে নিজ চকুৰেও গদাধৰসিংহ স্বৰ্গদেৱে পিন্ধা এটা তৰ্জ্জনী আঙঠি দেখা পাইছিল; সেই আঙঠিটো এ বছৰ ডেৰ-বছৰীয়া ল'ৰা-ছোৱালীয়ে খাৰু পিন্ধাৰ দৰেও হাতত পিন্ধিব পাৰে। এই মৈদামটো ফুটাওঁতে প্ৰায় তিনিকুৰি হাত মান দ হৈছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৃত্যু গুৱাহাটীত হয়; আৰু কাঠসংস্কাৰো মণিকৰ্ণেশ্বৰ পৰ্ব্বততে

**ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদাম**

কৰা হয়; কিন্তু আহোম ৰজাসকলৰ মৈদাম চৰাইদেওতে থাকিবই লাগিব। মুঠতে ক'বলৈ গ'লে, আহোমসকলৰ (বিশেষকৈ আহোম ৰজাৰ) চৰাইদেও মৈদামথলী। গতিকেই চৰাইদেওতো ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৈদাম খন্দোৱা হয়। এই মৈদাম শিৱসিংহ স্বৰ্গদেৱে ইং ১৭১৫

চনত (১৬৩৭ শক) বন্ধায়। এই মৈদাম খানিলত ভালেখিনি ধনবস্তু আৰু হেনো চাৰিটা মানুহৰ মূৰ পোৱা গৈছিল। ইং ১৭৪৪ খ্ৰীষ্টাব্দত (১৬৬৬ শকত) এই মৈদাম প্ৰমত্তসিংহ স্বৰ্গদেৱে বন্ধাইছিল। এই মৈদাম খানিলত, কি কি দ্ৰব্যবস্তু ওলাইছিল, তাৰ সঠিক বিৱৰণ পোৱা নহ'ল।

**শিৱসিংহ স্বৰ্গদেৱৰ পকী মৈদাম**

এই মৈদাম ইং ১৭৪০ চনত (১৬৬২ শকত) শিৱসিংহ স্বৰ্গদেৱে বন্ধায়। ইয়াক "ৰবৰজা"ৰ মৈদাম বুলিও কয়, আৰু ফুলেশ্বৰী বৰ-কুঁৱৰীৰ মৈদাম বুলিও জানে। ইয়াক খানি, সোণৰ চেং-চুলি, হীৰা পতোৱা কৌটা, তিনি শাৰী ডালিমা আৰু হীৰাপতা ৰেখা আদি অনেক বস্তু পালে। গদাধৰসিংহ আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱ, এইসকলৰ মৈদামতকৈ এই মৈদাম অলপ সৰু। ইং ১৭৫১ চনত (১৬৭৩ শকত) এই মৈদাম বন্ধোৱা হৈছিল; মৈদামটো পকী আছিল। ইয়াক খানি কি পালে, তাক ক'ব পৰা নাযায়।

**ফুলেশ্বৰী কুঁৱৰীৰ মৈদাম**

**প্ৰমত্তসিংহ স্বৰ্গদেৱৰ মৈদাম**

ৰাজেশ্বৰসিংহ স্বৰ্গদেও দেৱৰগাঁৱৰ ৰাহৰত নৰিয়া পৰি স্বৰ্গী হয়; কিন্তু চৰাই-দেওত তেওঁৰো এক মৈদাম বন্ধা হয়। এই মৈদাম ইং ১৭৬৯ চনত (শক ১৬৯১) বন্ধোৱা হয়। এনে প্ৰবাদ আছে যে এওঁ আৰু লক্ষ্মীসিংহ এই দুই গৰাকী স্বৰ্গদেৱৰ মৈদামত আটাইতকৈ সৰহ ধন-সম্পত্তি পোৱা গৈছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৈদাম ইং ১৭৮৯ চনত (শক ১৭১১) গৌৰীনাথসিংহ স্বৰ্গদেৱে বন্ধাইছিল।

**ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম**

এই মৈদামটি আন ৰজাসকলৰ মৈদামতকৈ সৰু। সম্ভৱতঃ ইং ১৭৯৫ চনত (ইং ১৭১৭ শকত) ইয়াক বন্ধোৱা হৈছিল। ইয়াক খানিও ভালেখিনি বস্তু পালে বুলি কয়। ইং ১৮১১ চনত (শক ১৭৩৩) চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ দিনত, ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম বন্ধায়। তাক খানি কি পালে তাৰ সঠিক বিৱৰণ পোৱা নাযায়।

**গৌৰীনাথসিংহ স্বৰ্গদেৱৰ মৈদাম**

**কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ মৈদাম**

চুচেংফা বা বুঢ়ি স্বৰ্গনাৰায়ণ মহাৰাজাৰ মৈদাম (যাক ইং ১৬৪৯ চনত বন্ধোৱা হয়) চাহৰ বাৰীত আছিল। তাকো পুৰন্দৰ সিংহ স্বৰ্গদেৱে পুনৰ খনাইছিল (এই মৈদাম পূৰ্ব্বে বিব্‌ জুম্‌লাই এবাৰ খানি ধন-বস্তু উলিয়াই নিছিল) কিন্তু তাত কি কি বস্তু পালে, তাক সঠিক ক'ব নোৱাৰি। সম্ভৱতঃ উল্লেখযোগ্য কোনো বস্তু তাত পোৱা নাছিল। চৰাইদেওত এইবিলাক মৈদামকে আদি কৰি কোঁৱৰ, কুঁৱৰী আৰু

**প্ৰতাপসিংহ বা বুঢ়াৰজা স্বৰ্গদেৱৰ মৈদাম**

অনেক ডাঙৰ মানুহৰ মৈদাম খানি কোনো কোনো লোকে বস্তু-বেহানি উলিয়াই আনিলে। তাৰ পাছত গড়গাওঁ, ৰংপুৰ (শিৱসাগৰ) চাৰিং, জাঁজী এইবোৰ ঠাইতো মৈদাম খানি ধন-বস্তুৰ লোভত বহুত মানুহ আধামৰা হ'ল। ৰংপুৰত অৰ্জুন বুঢ়াগোহাঁইৰ মৈদাম খানি ফুটিলত, মানুহ এটা সোমাই ওলাব নোৱাৰি তাতে মৰিল।

**অৰ্জুন বুঢ়াগোহাঁইৰ মৈদাম**

ইং ১৮১৪ চনত ( ১৭৩৬ শকত বদনচন্দ্ৰ বৰফুকনে প্ৰথম বাৰ অসমলৈ মান আনোতে ) মানসেনা আৰু বদন বৰফুকনৰ হাতত অপমানিত হ'ব লাগে বুলি, পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই হীৰা চেলেকি আত্মঘাতী হয়। ইং ১৮১৫ চনৰ শেহ ছোৱাত চন্দ্ৰকান্ত সিংহৰ সম্মতিক্ৰমে, ডাঙৰীয়াৰ বৰপুতেক কচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই যোৰহাটৰ পুবফালে মাছৰ হাটৰ কাষৰত এই মৈদাম বন্ধায়। এতিয়া তাৰ চিনমোকাম একো নাই। ইং ১৮৪৬।৪৭ চনত গৱৰ্ণমেণ্টৰপৰা হেনো এই মৈদামটো খনোৱা হৈছিল।*

**পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ মৈদাম**

---

* চাৰ্জেণ্ট ক্লেইটন ( Serjeant Clayton ) চাহাবে এই মৈদামৰ বিষয়ে গৱৰ্ণমেণ্টলৈ যি লিখিছিল তাক আমি তলত তুলি দিলোঁ।— "The tomb is said to be that of the Bura Gohain Purnananda, who exercised great authority during the later part, and after the reign of Gourinath Singha; it was built entirely of massive timber - - - - the posts and beams being of Nahor, and the plank of Oriam, all in excellent preservation.

The shell or coffin was placed upon a *Machan*, not in the centre of the room, but much nearer to the north side, and from the upper edges of the *Machan*, rose a wall of thin rough boards enclosing the coffin on all four sides, but open at top, which, however, rose to within a foot of the main roof. The coffin was placed east and west but there was nothing in the shape to show the head from the foot; it was something wider at top than bottom, and the lid (cut from a single plank) was slightly convex outside and hollowed within; it rested on a groove cut round the edge of the coffin to receive it, without any other fastening; under the coffin were four legs or stands, with a cross-bar connecting each pair; they were of very rough workmanship, similar to the commonest sort used under the huts of the natives. One peculiarity in this tomb from others that I have seen, was the total absence of iron work in the shape of nails, bolts, or other fastenings from every part of it within the coffin, not the slightest vestige remained of its former occupant, except a quantity of ash-looking dust over a thin layer of sand; the personal ornaments such as, rings, toothpick case, ear ornaments etc. were all in one spot about the middle of the coffin; or near where the hand might have been, and not in their usual places about the person; outside the coffin on the platform of the *machan* were placed the eating, drinking, cooking-vessels, but the whole of them being of copper or brass, were so much decayed as to render it difficult to say what they had formerly been. The only other articles taken out of this tomb were two or three small iron hatchets of the common Assamese pattern, and as a guard was kept over the place from the time it was practicable until I searched every part of it, I was convinced that nothing was taken out - - -. The most valuable articles found in the coffin was a small gold vessel for holding "chuna" or lime to be used

**পুৰন্দৰসিংহ আৰু কামেশ্বৰসিংহৰ মৈদাম**

যোৰহাটত পুৰন্দৰসিংহ স্বৰ্গদেৱ আৰু তেওঁৰ পুতেক কমলেশ্বৰ সিংহ চাৰিং ৰজাৰ মৈদাম দুটাৰ প্ৰথমটো ( অৰ্থাৎ পুৰন্দৰ সিংহৰটো ) অনুমান ইং ১৮৪৭ চনত আৰু চাৰিং ৰজাৰটো সম্ভৱতঃ ইং ১৮৫৩ চনত বন্ধোৱা হৈছিল। এই মৈদাম দুটা খনোৱা হোৱা নাই। যোৰহাটৰ এই ঠাইডোখৰ বৰ্ত্তমান "ৰজামৈদাম" নামে খ্যাত, আৰু তাৰ ওচৰতে, মৈদামৰ ফালে মুখ কৰি, আমাৰ পৰম সুহৃদ, কাউন্সিল্ অৱ্ ষ্টেটৰ মেম্বৰ, অনাৰেবল শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাই ঘৰ লৈছে।

---

with the betel-nut and which I have been told to be afterwards purchased by Mr. Bedford. The tooth-pick case was silver and the gold ornaments were different of the usual ornamental stones at the ends. This tomb was, I am afraid, of too recent a date to answer the purpose of comparison for which you required the description. Robinson's Assam makes no mention of the particular time or circumstances of this Bura Gohain's death, but I have met with two or three elderly men who stated they could remember it, and I am inclined to think that it must have taken place to recently as 1810-11 ( ইং ১৮১৪-১৫ চনহে হ'ব লাগে ) during the reign of Chandra Kanta Sinha. The tradition regarding this is as follows. Immediate after the Bura Gohain received private information that the Rajah had joined in a plot against his life, and that the Bora Phookan was a principal leader in it, he therefore used every means to get the latter into his power, who, however, fled from Assam to Calcutta and afterwards to the Burman court, from whence he returned to Assam with a powerful force, and on arriving within a few marchers of Jorhat, he said to have addressed a letter on the Rajah stating amongst other matters that he had already prepared instruments of torture for the purpose of putting to death his old enemy the Bura Gohain and the second addressed to the Bura Gohain in terms of the greatest friendship for the purpose of getting him into his power. The letters by some accident were exchanged, that to the Rajah falling into the hands of the Bura Gohain, who despairing of escape, suffocated himself by swallowing a large diamond. I trust you will excuse my troubling you with this disgression, but I have thought that however exaggerated, there was probably some little truth in the leading points of the story; and if so, the position of the Bura Gohain at the time, together with the troubled state of the country, will account for the apparently rough way in which so great an affair was entered, and the trifling articles of value that were found with him. I have seen the interior of another old tomb after it had been plundered in which was also a coffin and the general plan of the place was precisely similar to the one I have described. A third that I had an opportunity of seeing deffered so far as regards the substitution of a bedstead highly ornamented with carved wood work for the coffin, and from the grave a small portion of the bones of the head, and of the posts were taken out ; a great number of jars (from 3 to 40 of different sizes) of the common black earthwares of Bengal, and of the usual pattern, were found, and several neatly made small boxes, some of which appeared to have contained articles of clothing - - - - - - - one appeared to have hold a quantity of reddish coloured matter that have been "Sindoor" another had been filled with miniature tools and weapons such as spead and arrow-heads, hatchet, hammer chisels the usual eating and cooking vessels were found, and a block up on a stand that had been used for preserving the shape of the turban or head-dress. From all that

গোলাঘাট মহকুমাৰ বেঙীয়নীত এতিয়াও এই মৈদাম তামোল গছৰ আগৰ সমান ওখ হৈ আছে। এই মৈদাম অনুমান ইং ১৮০০ চনত বন্ধোৱা হৈছিল; ইয়াক কোনেও খনা নাই বুলি শুনা যায়।

**ভদৰি বৰবৰুৱাৰ মৈদাম**

কলীয়াভোমোৰা বৰফুকনৰ মৃত্যু গুৱাহাটীতে হয়; আৰু তেওঁক তাতে টকৌবাৰী খাতত দাহ কৰি মৈদাম দিয়ে। গোলাঘাটৰ চিনাতলী মৌজাৰ "বৰফুকনৰ খাততো তেওঁৰ এটা মৈদাম বন্ধোৱা হয়, তাতে তেওঁৰ অস্থি দিয়া

I can learn amongst coolies and others who were employed on digging out the graves it appears that (Rajah excepted) any variation from that tomb. I have attempted to describe, has been owing to the rank in life, or means of the party causing them to be larger or smaller, stronger or slighter, accordingly one and all on nearly the same principle, and the articles burried with them appear to have been invariably the personal ornaments, eating, drinking and cooking vessels of the deceased. I have further taken the liberty of enclosing a sketch of what is traditionally said to be ground-plan of the tomb of the older Ahom Rajahs, previous to the reign of Chukhrangpera, alias Rudra Singha, A.D. 1695 or A.D. 1620. This Rajah is said to have prohibited the burying alive of his queens, guards, attendants, slaves, elephant etc. at his decrease, and if this story has any foundation, it would cause a material alternation in the size and arrangement of the tomb, as such a number of appartments would not then be required.

The rough plane of the Rajah's tomb I drew from informations given me by an old Ahom villager who was pointed out to me as a man well-acquainted with their old customs and traditions. He drew the plan with the stick on the ground and named each apartment and I must say that he at last appeared firmly to believe in the truth of what he was describing to me. Some part of his story has since been corroborated by coolies who have been in these places, so far as seperate appartments. Remains of musical instruments, arms etc. having been found in them, but from the way in which these tombs are opened generally by a narrow shaft from the top and the burried way in which they have been explored, the foul air preventing them from being search for, from the opening of the shaft, it is very difficult to gain any correct information regarding the interior. In my rough sketch, I have assumed the space occupied by the elephant to be 10×5 and for the horse 10×3 with a portion of wall of 2 feet, which would give a square appartment of 10×10 inside, and allowing the outer rooms to have been all of one side, the partition wall 2 feet thick and the outer walls 3 feet, the outside dimensions of the whole building would be a square 88 feet, and the size of the mound said to contain the tomb of Rajah Gadadhar Singha at Charaideon, is sufficient to cover a building of much larger dimensions, this however, I need scarcely say, is at present little better than supposition.

Some system of embalming is said to have been practised for the royal family, but if it so, it must have been a very imperfect one, as I have ascertained that nothing more than scraps of bones have ever been found in any of the tombs, although I have ascertained that nothing more than scraps of bones have ever been found in any of the tombs, although I have met with several men who have asserted that the remains of more than one human being have been found in them."

হৈছিল। মৈদাম ৰজা ঠাই ডোখৰৰৰ মাজতে ২৫ হাত দীঘল বাঁহ এডাল পুতি, তাৰ সমান ওখকৈ মৈদামটো বান্ধিবলৈ প্ৰথমতে কাৰবাৰ কৰা হয় ; কিন্তু খাতৰ মানুহবিলাক মাটি খানি হাইৰাণ হোৱাত, বান্ধি গৈঁৰমোছা উঁৰালীয়ে তাৰ ৪ হাত কাটি পেলাই, বান্ধিৰ ভিতৰতে কুৰি হাত ওখকৈ বাঁহ ডালৰ আগলৈকে মাটি দি মৈদাম বান্ধি পেলালে। এই মৈদামৰ এতিয়া চিন মাত্ৰহে আছে ; তাক খনাৰ কথা শুনা নাযায়।

কলীয়াভোমোৰা বৰফুকনৰ মৈদাম

এইদৰে এতিয়াও অনেক ঠাইত অনেক মৈদাম আছে বুলি শুনা যায়।

## ৰজা হোৱাৰ অনুক্ৰম

পিতৃ ৰজাৰ মৃত্যুত সততে তেওঁৰ বৰজনা কোঁৱৰে ৰাজপাট লাভ কৰিছিল। অদক্ষত বা আন কোনো কাৰণত বৰজনা কোঁৱৰ ৰজা হ'বৰ অনুপযুক্ত হ'লে, তেওঁৰ পাছৰজনা কোঁৱৰক ৰাজ্য-ভাৰ দিয়াৰ নিয়ম আছিল। আহোম ৰাজত্বৰ আগছোৱাত এই নিয়মেই চলিছিল ; কিন্তু পাছলৈ শেহছোৱাত এই নিয়মৰ ব্যতিক্ৰম ঘটাও দেখা গৈছিল। কেতিয়াবা স্বৰ্গী হোৱাজনা ৰজাৰ ভায়েকেও পুতেকৰ সলনি ৰজা হৈছিল; যেনে, কদ্ৰসিংহ স্বৰ্গদেৱৰ পাঁচজনা কোঁৱৰ। তাৰে চাৰিজনা কোঁৱৰে পিতৃ-ৰজাৰ মৃত্যু-শয্যাৰ আদেশ অনুসাৰে ক্ৰমান্বয়ে ইজনৰ পাছত সিজন ৰজা হৈছিল ; আৰু কেতিয়াবা স্বৰ্গীৰজাৰ ভতিজাক বা তাতকৈও নিলগীয়া সম্বন্ধৰ কোঁৱৰেও ৰাজপাট লভিছিল ; কিন্তু দৃষ্টান্ত বৰ বেছি নহয়। ওচৰ-সম্বন্ধীয়া কোঁৱৰ কোনো কাৰণত অযোগ্য থাকিলেহে এইদৰে নিলগৰ এজন কোঁৱৰ ৰজা হৈছিল।

ৰজা হোৱাটো পূৰ্ব্ববৰ্ত্তী ৰজাৰ ব্যক্ত বা আন কোনো প্ৰকাৰে সঙ্কেত কৰা অভিলাষ ; সিংহাসন-প্ৰাৰ্থী কোঁৱৰসকলৰ নিজ ৰাজোচিত গুণ আৰু ক্ষমতা ; আৰু তিনিজনা ডাঙৰীয়া, বৰগোহাঁই, বৰপাত্ৰ, বৰবৰুৱা, বৰফুকন আদি ৰাজ্যৰ প্ৰধান বিষয়াসকলৰ বাছনিৰ ওপৰত নিৰ্ভৰ কৰে। ডা-ডাঙৰীয়াসকলে কোঁৱৰ বাছিৰ লগাত পৰিলে, তেখেতসকলে ওচৰ-সম্বন্ধীয়া কোঁৱৰক এৰি, প্ৰায়েই নিলগৰ কোঁৱৰক ৰজা নাপাতে। যেতিয়া তেনে ওচৰ-সম্বন্ধীয়া কোঁৱৰজনা দেখাদেখিকৈয়ে ৰজা হ'বৰ অযোগ্য, আৰু পূৰ্ব্ববৰ্ত্তী স্বৰ্গী ৰজাৰ শাসন প্ৰণালী আৰু আচাৰ-ব্যৱহাৰৰপৰা ফট্ফটীয়াকৈ বুজা যায় যে পিছৰ ৰজাজন তেওঁৰ ঘনিষ্ঠ সম্বন্ধৰ হ'লে, ৰাজ্য আৰু প্ৰজাৰ অমঙ্গলৰ আশঙ্কা, তেতিয়াহে, ডা-ডাঙৰীয়াসকলে নিলগৰ বংশৰ এজন কোঁৱৰক ৰজা পাতে। যেতিয়া কোনো ডাঙৰীয়াই নিজক আন সকলোতকৈ অধিক ক্ষমতাপন্ন বুলি ভাবে, তেতিয়া তেওঁ এনে এজন কোঁৱৰক ৰজা পাতে, যাতে সেইজনৰপৰা তেওঁ বিশেষ অনুগ্ৰহ বা পূৰ্ব্বতকৈও

অধিকতৰ ক্ষমতা পাব পাৰে; কিম্বা ৰাজকীয় ক্ষমতাৰো অংশভোগী হ'বলৈ আশা থাকে। আমাৰ দেশত আজিকালিও কয়, আৰু এনেকুৱা এটা অন্ধবিশ্বাস আছে যে তিনিজনা ডাঙৰীয়া একমত আৰু একে ঠাই হৈ ৰজা নাপাতিলে ৰজা হ'ব নোৱাৰে; আৰু তেওঁলোক তিনিও গৰাকী একমত হলেহে ৰজা ভাঙিব পাৰে। প্ৰকৃতপক্ষে কিন্তু এইকথা সিমান ঠিক নহয়। ইং ১৬৭০ খ্ৰীষ্টাব্দৰপৰা আহোম ৰাজত্বৰ শেষলৈকে যি কেইজন কোঁৱৰে ৰাজপদ লাভ কৰে, তেওঁবিলাকৰ সৰহভাগেই এইদৰে কোনো এজন ডাঙৰীয়া বা বৰবৰুৱাৰ, বা বৰফুকনৰ অনুগ্ৰহত ৰজা হৈছিল। চুহুঙ আৰু গোবৰ কোঁৱৰ নিলগীয়া সম্বন্ধৰ হ'লেও, এইদৰে ডেবেৰা বৰবৰুৱাৰ অনুগ্ৰহত, চুজিন্‌ফা আৰু চুডৈফা বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইৰ আৰু চুলিকৃফা (বা ল'ৰাৰজা) আৰু গদাধৰসিংহ একোজন বৰফুকনৰ অনুগ্ৰহত ৰজা হৈছিল (ল'ৰাৰজাক লালুক বৰফুকনে আৰু গদাধৰসিংহক বন্দৰ বৰফুকনে ৰজা পাতিছিল।) সেইদৰেই লক্ষ্মীসিংহক কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই, কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তসিংহক পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই আৰু পুৰন্দৰসিংহকো পূৰ্ণানন্দ ডাঙৰীয়াৰ পুতেক ৰুচিনাথ বুঢ়াগোহাঁই ডাঙৰীয়াই ৰজা পাতিছিল। কিন্তু ৰজাৰ বংশৰ নহ'লে আন কোনেও ৰাজপদ নাপাইছিল। কোঁৱৰসকলৰ গাত অঙ্গক্ষত হ'লে, আৰু বসন্ত ওলোৱাৰ চিন থাকিলে, সেই কোঁৱৰ ৰাজপদলৈ অযোগ্য আছিল বা তেনে বুলি বিবেচিত হৈছিল। সেই কাৰণেই ল'ৰাৰজাই সিংহাসনাকাঙ্ক্ষী বহুত কোঁৱৰৰ অঙ্গক্ষত কৰিছিল। এই অঙ্গক্ষত কৰা কোঁৱৰবিলাকক 'কাণকটা কোঁৱৰ' বোলে।*

## ৰজাৰ অভিষেক

টাই বা আহোমসকলৰ মতে ৰজাসকলে সিংহাসনত উঠা আৰু "শিঙৰি ঘৰত উঠি ৰজা হোৱা" প্ৰত্যেকেই একোটা সুকীয়া কাৰ্য্য। আহোম বুৰঞ্জী পঢ়িলে এনে

---

* চুকাফা ৰজাক এৰি আহোম ৰাজত্বত ৩৭ জন ৰজাই ৰাজত্ব কৰে আৰু সেইসকলক তিনি ভাগে ভগাব পাৰি, যেনে, প্ৰথম "স্বৰ্গী হোৱা ৰজাৰ পুতেক", দ্বিতীয়ত "স্বৰ্গী ৰজাৰ ভায়েক" আৰু তৃতীয়ত, "স্বৰ্গী ৰজাৰ দূৰ সম্পৰ্কীয় কোঁৱৰ"।

সেইসকলৰ তালিকা তলত দিয়া গ'ল:

| স্বৰ্গীৰজাৰ পুতেক | স্বৰ্গীৰজাৰ ভায়েক | দূৰসম্পৰ্কীয় কোঁৱৰ |
|---|---|---|
| (২) চুতেউফা | (৬) চুতুফা | (২৪) চুহুং |
| (৩) চুবিন্‌ফা | (৭) ত্যাওখামথি | (২৫) গোবৰৰজা |
| (৪) ত্যাওচুখাংফা | (৮) চুডাঙ্‌ফা | (২৬) চুজিন্‌ফা |
| (৫) চুখ্ৰাংফা | (১১) চুত্যিাঙ্‌ফা (নৰিয়া ৰজা) | (২৭) চুডৈফা |
| (৯) চুজাঙ্‌ফা | | (২৮) ল'ৰাৰজা |

বহু দৃষ্টান্ত পোৱা যায় যে ৰজাসকলে পোনতে সিংহাসনত উঠি, তাৰ পাছত "শিঙৰিঘৰত" উঠে আৰু সম্পূৰ্ণৰূপে অভিষিক্ত হয়। সেই কাৰণে ৰজাসকলে পাটত উঠিও, "শিঙৰি ঘৰ"ত নুঠে মানে, তেওঁবিলাকৰ অভিষেক পূৰ্ণ নহৈছিল। ৰজাসকল শিঙৰিঘৰত উঠা এটি প্ৰধান উৎসৱ আছিল। চৰাইদেও পৰ্ব্বতত বা আন কাষৰৰ ঠাইত ৰজাদেৱৰ বাহৰ কৰা হয়। সততে এই বাহৰ চৰাইদেওতহে কৰা হয়; কাৰণ আহোমসকলৰ বিশ্বাস যে তেওঁলোকৰ পূৰ্বপুৰুষ খুন্‌লুঙ্‌, খুন্‌লাই ক্ৰমে সেই ঠাইতে আবিৰ্ভূত হৈছিল। সেই নতুনকৈ কৰোৱা বাহৰত শিঙৰি কাঠৰ চাৰিটা ওখ চাংঘৰ কৰা হয়, তাৰ নাম "শিঙৰিঘৰ", "পাটঘৰ", "হোলোংঘৰ" আৰু "পানীঘৰ"। চোমদেওক ডিঙিত আঁৰি, হাতত হেঙদান্ লৈ, মূৰত দেও-কুকুৰাৰ পাখীৰে সুশোভিত পাগ মাৰি, ৰাজ্যৰ প্ৰধান প্ৰধান ডাঙৰীয়া বিষয়া, অধিকাংশ সেনা আৰু অলেখ প্ৰজাৰে লৈতে স্বৰ্গদেৱে ৰৰকুঁৱৰীৰ লগত লৈ চৰাইদেওলৈ যাত্ৰা কৰে। স্বৰ্গদেও এটা মতা হাতীত আৰু ৰৰকুঁৱৰী এজনী মাখুন্দী হাতীত উঠে। বাটত আহোঁতে স্বৰ্গদেৱে আঁহত গছৰ পুলি এটা উভালি লৈ আহে, আৰু চৰাইদেওত আহি সেই পুলিটো ৰোৱেহি। পাটঘৰ আৰু পানীঘৰত নানা তীৰ্থৰ পানী, আৰু হিন্দু আৰু আহোমমতে নানাবিধ মঙ্গলসূচক আহিলা-পাতি গোটোৱা হয়। পানীঘৰত এখন ওখ বাঁহৰ চাং থাকে। শিঙৰিঘৰত উঠাৰ আগদিনা ৰজাকুঁৱৰীৰ অধিবাস হয়। অভিষেকৰ সময়ত ৰজা আৰু কুঁৱৰী দুয়ো নতুন সাজ পিন্ধি, সেই চাঙৰ ওপৰত বহে। চাঙৰ তলতে এজন বাইলুং পণ্ডিত থাকে। আহোম পুথিৰ মতেৰে দেওধাই বাইলুং পণ্ডিতসকলে মন্ত্ৰোচ্চাৰণ কৰি,

"শিঙৰিঘৰ"
"পাটঘৰ"
"হোলোংঘৰ"
"পানীঘৰ"

---

স্বৰ্গীৰজাৰ পুতেক

(১০) চুকক্ফা
(১১) চুক্লেংফা
(১২) চুহেন্‌ফা
(১৩) চুপিম্ফা
(১৪) মিহিকীয়া ৰজা
(১৫) গড়গঞা ৰজা
(১৬) খোৰা ৰজা
(১৭) বুঢ়া ৰজা
(১৮) ভগা ৰজা
(২০) জয়ধ্বজসিংহ
(৩০) ৰুদ্ৰসিংহ
(৩১) শিৱসিংহ
(৩৫) গৌৰীনাথসিংহ

(১৮)

স্বৰ্গীৰজাৰ ভায়েক

(২১) চক্ৰধ্বজসিংহ
(২২) চুহুঙ্‌ফা (উদয়াদিত্য)
(২৩) ৰামধ্বজসিংহ
(৩২) প্ৰমত্তসিংহ
(৩৩) ৰাজেশ্বৰসিংহ
(৩৪) লক্ষ্মীসিংহ
(৩৭) চন্দ্ৰকান্তসিংহ

(১০)

দূৰসম্পৰ্কীয় কোঁৱৰ

(২৯) গদাধৰসিংহ
(৩৬) কমলেশ্বৰসিংহ
(৩৮) পুৰন্দৰসিংহ

(৯)

ৰজা আৰু কুঁৱৰীৰ মূৰত পানী ঢালে; আৰু সেই পানী তেওঁলোক দুইৰ গাৰপৰা বাগৰি গৈ, চাঙৰ তলত থকা বাইলুং পণ্ডিতৰ গাত পৰেগৈ। তেতিয়া ৰজা আৰু কুঁৱৰীয়ে সেই তিতা সাজ সলাই অন্য সাজ পিন্ধে। তিতা কাপোৰ-কানিখিনি তলত থকা সেই বাইলুং পণ্ডিতজনক দান কৰে। তাৰ পাছত আহোম পণ্ডিত আৰু হিন্দু জ্যোতিষীয়া পণ্ডিতসকলে শুভলগ্ন আৰু শুভক্ষণ স্থিৰ কৰি দিয়ে। আহোমৰ পুৰোহিত বাইলুঙে কুকুৰা ঠেঙেৰে মঙ্গল চাই শুভক্ষণ স্থিৰ কৰি দিয়ে, আৰু সেই শুভক্ষণ আহিলে ৰজাদেৱে ৰৰকুঁৱৰীক লগত লৈ পাটঘৰলৈ যায়। তাতো সেই আহোম পুৰোহিত বাইলুং আৰু হিন্দু পণ্ডিতসকলৰ উচ্চাৰিত মন্ত্ৰেৰে পবিত্ৰ কৰা পানী দক্ষিণাবৰ্ত্ত শঙ্খ" নামে পাত্ৰৰপৰা ৰজাদেৱৰ আৰু ৰৰকুঁৱৰীৰ গাত ঢলা হয়। পাট-ঘৰৰ চাঙৰ তলতো দুটা যেই সেই মানুহ থোৱা হয়। স্বৰ্গদেৱ আৰু ৰৰকুঁৱৰীয়ে গা-

"নেওচা-যোৱা"

ধোৱা পানী সেই মানুহ দুটাৰ মূৰত পৰে। স্নানৰ অন্তত এই মানুহ দুটাক সোণ এচক আৰু ৰূপ এচক দি, তাৰপৰা খেদাই দিয়া হয়। ইহঁতে ঘূৰি নগৰৰ ফালে নাচাই, তাৰপৰা ৰাজ হৈ, আন ঠাইলৈ গুচি যায়; আৰু ইহঁতক নিজৰ খেল বা মেলৰপৰা একেবাৰে খেদোৱা হয়। মানুহৰ এনে বিশ্বাস যে ইহঁতে ৰজা আৰু প্ৰজাৰ অমঙ্গল নেওচা লৈ যায়; সেই কাৰণে ইহঁতক "নেওচা-যোৱা" বোলে। গোৱালপাৰা জিলাত এইদৰে নেওচা-যোৱা মানুহৰ সতিসন্ততি এতিয়াও পোৱা যায়।

"হোলোংঘৰ"তো বাঁহৰ ওখকৈ চাং পতা হয়। পাটঘৰৰ কাৰ্য্যৰ সামৰণিৰ পাছত ৰজা আৰু ৰৰকুঁৱৰী দুয়ো হোলোংঘৰলৈ গৈ, সেই বাঁহৰ চাঙত বহে। সেই চাঙৰ তলত প্ৰত্যেক জাতি-জন্তুৰে এটিকৈ প্ৰতিনিধিৰূপে থোৱা হয়; যেনে, এটা হাতী, এটি ঘোঁৰা, এটি গৰু, এটা হৰিণ, এটা গাহৰি, এটা কুকুৰা, এটা হাঁহ, এটা সাপ, এটা মাছ, এটা পোক, ইত্যাদি। ৰাজপুৰোহিত বাইলুং আৰু দেওধাই পণ্ডিতে ন খন তীৰ্থৰ পানী মন্ত্ৰ মাতি পবিত্ৰ কৰি ৰজা আৰু কুঁৱৰীৰ মূৰত ঢালে, আৰু সেই পানী তলত থকা জন্তুবোৰৰ গাত পৰেগৈ। এইদৰে হোলোংঘৰত স্নান আদি সমাপন কৰি ৰজা আৰু ৰৰকুঁৱৰী দুয়ো শিঙৰিঘৰলৈ যায়। ইতিমধ্যে স্বৰ্গদেৱে তেওঁৰ পাগৰ দেওকুকুৰাৰ পাখি সলায়, আৰু শিঙৰিঘৰত প্ৰবেশ কৰাৰ পূৰ্ব্বে ৰজাদেৱে হেঙ্‌দান লৈ বহুতো প্ৰাণদণ্ড হ'বলগীয়া এটা মানুহ ছুডোখৰ কৰি কাটে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা এটা মানুহৰ সলনি এটা ম'হ কাটিবলৈ নিয়ম কৰিলে। তাৰ পাছত ৰজাদেৱে শিঙৰিঘৰৰ সোমাই, সাতখলপীয়া সোণৰ সিংহাসনত বহিলে, ওখ তৰপৰ বিয়ন্নাই সিংহাসনৰ চাৰিখুঁটাত ধৰে। চুকফুং বা দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ অভিষেকলৈকে বঢ়াগোহাঁই আৰু বৰগোহাঁই এই দুগৰাকী ডাঙৰীয়াৰে এই সিংহাসনৰ খুঁটাত ধৰা

কাৰ্য্য সমাধা কৰিছিল। তাৰ পিছত দিহিঙ্গীয়া ৰজাৰ দিনত ৰৰপাত্ৰ ডাঙৰীয়াৰ বিষয় সৃজন কৰা হ'ল; তেতিয়াবেপৰা তিনিজনা ডাঙৰীয়াই স্বৰ্গদেৱ প্ৰতাপসিংহ মহাৰজাৰ অভিষেকলৈকে সেই কাৰ্য্য সম্পন্ন কৰিছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত ৰৰৰুৱাৰ বিষয় প্ৰথম সৃজন হয়; তেতিয়াবেপৰা তিনিজনা ডাঙৰীয়াই, তিনি খুটাত আৰু আন খুটাটোত ৰৰৰুৱাই ধৰে। এই সিংহাসনৰ চাৰি খুটাত ধৰাৰ কাৰ্য্য সমাপ্ত হোৱাৰ পাছত উচ্চপদস্থ বিষয়াসকলে ৰজাদেৱক আৰু ৰৰকুঁৱৰীক সোণৰ, ৰূপৰ উপহাৰ, নাইবা অলঙ্কাৰ উপহাৰ দিয়ে। তেনেতে আহোম আৰু বৈদিকমতে বাইলুং আৰু হিন্দু পণ্ডিতসকলে ৰজাক আৰু কুঁৱৰীক শান্তি কৰে; আৰু ফুল, চন্দন, মালা দি, ৰজাদেৱক ৰীতিমতে অভিষিক্ত কৰে। ডাঙৰীয়াসকলে চাঙলৈ উঠি ৰজাদেৱৰ কেওফালে সাতবাৰ প্ৰদক্ষিণ কৰি, স্বৰ্গদেৱক সেৱা কৰে, ইয়াকে "লিখন কৰা" বোলে। বাইজে আৰু আন পালি-বিষয়াই মাটিৰপৰা সেৱা কৰে। ৰজাৰ দৰেই প্ৰধান কুঁৱৰী কেইগৰাকীক (যেনে— ৰৰ কুঁৱৰী, পৰ্ব্বতীয়া কুঁৱৰী আৰু বাইভঙ্গীয়া কুঁৱৰী) ডাঙৰীয়াসকলে লিখন কৰিবগৈ লাগে।

**লিখন কৰা**

যেতিয়া কুঁৱৰীসকল ডাঙৰীয়াসকলৰ সেৱা ল'বলৈ অনুপযুক্তা, অৰ্থাৎ কোনো গৰাকী কুঁৱৰী যদি ডাঙৰীয়াৰ জীয়েক বা ভনীয়েক হয়, তেতিয়া হ'লে আগত "কুবান্লুং" বা "যেমিমাং" কিম্বা "ৰত্নাৱলী" আদি পুথি ৰাখি, সেই কুঁৱৰীয়ে তেওঁৰ দেউতাক বা ককাইদেৱেক সম্বন্ধীয়া ডাঙৰীয়াৰ সেৱা কৰিবৰ সময়ত জয়ধ্বনি কৰা হয়; আৰু শঙ্খ, ঘণ্টা, দৰা, মৃদঙ্গ, কালি, জয়ঢোল, গগনা, ভেৰী, ভোটতাল, প্ৰভৃতি নানাবিধ বাদ্য ৰজাই আকাশ-পাতাল খলক লগায়। ঘোঁৰা হাতীৰ হতুৱাইও ধ্বনি কৰোৱা হয়। তাৰ পাছত দেওধাই বাইলুং ব্ৰাহ্মণ-সজ্জন আৰু আন আন দীন-দুখী-বিলাকক দান-দক্ষিণা কৰি, স্বৰ্গদেও ৰৰকুঁৱৰীয়ে সৈতে সেই শিঙৰি ঘৰতে থাকে আৰু তাতে দুয়ো ভোজনো কৰে। আবেলি হাতী যুঁজোৱা হয়। বাইলুং পণ্ডিতে কুকুৰা-ঠেঙেৰে মঙ্গল চায়, আৰু আহোম পুথি "চাই-কাই" পঢ়ি দেও হাঁকাৰে। সেইদিনা-খনেই বন্দীশালৰ বন্দীবোৰক মুক্তি দিয়া হয়, আৰু গোটেই দিনটো আৰু ৰাতিটো ৰজা আৰু কুঁৱৰী শিঙৰিঘৰতে থাকে। আহোমৰ নিয়মমতে, কোনো কোনো ৰজাৰ শ্ৰাদ্ধ হ'লে, বা ৰজাৰ ঘৰত আন কোনো উপলক্ষে ভোজ হ'লে, আগৰ স্বৰ্গী হোৱা ৰজা-সকলৰ নামেও "সাজ" দিয়া হয়। শিঙৰি ঘৰত মুঠা ৰজাসকলৰ নামৰ সাজ শিঙৰিঘৰত উঠা নৃপতিসকলৰ শাৰীত দিয়া নাযায়। কৰতলীয়া ৰজাসকলে নিজে কিম্বা তেওঁৰ কটকী যদি অভিষেকৰ দিনা উপস্থিত থাকাকে, তেনেহলে অভিষেকৰ প্ৰজাহৰ ভিতৰত আহি, উপঢৌকন লৈ, ন-কৈ শিঙৰিঘৰত উঠা ৰজাদেৱক বৰিবহি লাগে; আৰু ৰশ্যতা স্বীকাৰ কৰেহি।

## বিষয়া পতাৰ ব্যৱস্থা

**তিনিজনা ডাঙৰীয়া**

তিনিজনা ডাঙৰীয়া পাতিবৰ হ'লে, ৰৰচ'ৰাত এখন বিৰাট সভা বহে। নকৈ ডাঙৰীয়া হ'ব খোজাজনে চ'ৰাৰ উত্তৰ টুপৰ ঘৰিয়াল-ধৰা খুটাত ধৰে, বা কাষৰতে থিয় হয়। পাছে মজিন্দাৰ বৰুৱাই স্বৰ্গদেৱৰ নিয়োগ আজ্ঞা পাঠ কৰি শুনায় আৰু বহিৰলৈ কাপোৰ দিয়ে। তাতে পতাজনা ডাঙৰীয়া বহে; আৰু অন্যবোৰ মানুহেও দস্তুৰ মতে আঠু লয়। কথা শুনোৱাসকলে ক'ৰলগীয়া ভাৰত কথা কৈ অন্ত কৰিলে, ডাঙৰীয়াই তাৰ প্ৰত্যুত্তৰ আৰু কৃতজ্ঞ অন্তৰে স্তুতি প্ৰাৰ্থনা সেই কথা শুনোৱা লোকসকলৰ দ্বাৰাই স্বৰ্গদেৱলৈ জনাই পঠায়, আৰু স্বৰ্গদেৱৰ অধীনতা স্বীকাৰ শপত খায়। তাৰপৰা উঠি, চ'ৰাৰ মাজত নিজ

**দাঁতিয়লীয়া গোহাঁই**

ঠাইত কেপ কৰা তলছাত বহেগৈ; কিন্তু কোনোজনা নিজ ঠাইত নবহি, সেই উঠাতেই বাজ-ঘৰলৈ যায়গৈ। যাওঁতে যদি, পূৰ্ব্বৰে পৰা অনাই প্ৰস্তুতে থয়, দোলাত উঠিয়ে যায়; যদিহে দোলা প্ৰস্তুত নাথাকে তেনেহ'লে ৰজাৰ শালৰপৰা ঘোঁৰা দিয়ে, তাতে উঠি ঘৰলৈ যায়। তিনিজনা দাঁতিয়লীয়া গোহাঁইক পাতিবলৈ হ'লেও এই নিয়মেই পাতে। ইমানেই বিভিন্ন যে এইতিনি গৰাকীক চ'ৰাৰ দক্ষিণ টুপৰ ঘৰিয়াল ধৰা খুটাৰ কাষৰত পাতে।

**বৰবৰুৱা, বৰফুকন**

বৰবৰুৱাক পাতিবলৈ হ'লে, চ'ৰাত বৰবৰুৱা বহা খুটাৰ চভিটোৰ সোঁ মাজতে স্বৰ্গদেৱৰ নিয়োগ আজ্ঞা শুনালেই খেৰ দিয়ে (এই খেৰ আগৰ কালৰ নতুনকৈ এক আসন বিশেষ); তাতে নতুনকৈ হোৱা বৰবৰুৱাজনে আঠু লৈ বহে, অন্য মানুহেও আঠু ল'ব লাগে। তাৰ পাছত কথা শুনোৱাসকলে ক'ৰলগীয়া ভাৰত কথা অন্ত কৰি কোৱা হ'লে সেইসকলৰ দ্বাৰাই হোৱাজনা বৰবৰুৱাই ৰজালৈ প্ৰত্যুত্তৰ প্ৰাৰ্থনা জনাই পঠায় আৰু স্বৰ্গদেৱৰ অধীনতা স্বীকাৰ শপত খায়। তাৰ পাছত সেই ঠাইতে পুনৰ দস্তুৰ মতে বহে। বৰফুকনক পাতোঁতেও এনেই নিয়ম।

**চৰুৱা ফুকন**

কোনো এজন চৰুৱা ফুকন পাতিব লাগিলে, বৰবৰুৱা ৰচ'ৰাত উপস্থিত থাকিব লাগে; আৰু সেই কথা বৰবৰুৱাত পূৰ্ব্বেই জনাই থ'ব লাগে। এইদৰে ফুকন পাতোঁতে, পাতিবলৈ যোৱা চৰুৱা ফুকন এটাৰাকৈ যাব নাপায়; মজুমদাৰ বৰুৱা, খেৰ বিচনি পোৱা চমুৱা ফুকন আৰু যাকে পাচে, আন বৰুৱা ফুকনো, যুঠতে দুই, তিনি, চাৰি, ইমান বৰুৱা ফুকন গৈ স্বৰ্গদেৱৰ আজ্ঞা আৰু নিয়োগ পত্ৰ পাঠ কৰি চৰুৱা ফুকন পদত নিযুক্ত কৰে।

ৰাজখোৱাসকলক হ'লে, চ'ৰাৰ দক্ষিণ টুপে নিয়োগ আজ্ঞা শুনাই পাতে; কিন্তু নিযুক্ত কৰাৰ আজ্ঞা ইতিপূৰ্ব্বেই বৰবৰুৱাই জানি থাকিব লাগে; অৰ্থাৎ সেই নিয়োগ পত্ৰ পাঠ কৰাসকলে সেই কথা আগতে বৰবৰুৱাক জনাই থ'ব লাগে।

**ৰাজখোৱা**

**চেটীয়াপাত্ৰ বৰুৱা, ঘৰফলীয়া বৰুৱা, চাংকঙৰ বৰুৱা আৰু ভেওঁৰ সমনীয়া বিষয়া।**

চেটীয়াপাত্ৰ বৰুৱা আৰু ঘৰফলীয়া বৰুৱা এই দুইক টুপৰ যোৱাৰ পচিম ফালৰ ফ'কামৰ কোঠাত পাতে। সেই টুপতে চাংকঙৰ বৰুৱা আৰু তেওঁৰ সমনীয়া বিষয়াসকলকো পাতে।

তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন, তিনিজনা দাঁতিয়লীয়া গোহাঁই আৰু চ'ৰুৱা ফুকনসকলক পাতোঁতেহে মজুমদাৰ বৰুৱাই অকলেই বা লগেৰেই নিয়োগ আজ্ঞা পাঠ কৰাৰ নিয়ম; কিন্তু সেইসকলৰ বাহিৰা অন্য বিষয়া পাতিবলৈ হ'লে অন্য বৰুৱা ফুকনেও (ৰজাই যাৰ্কে আজ্ঞা কৰে) নিয়োগ আজ্ঞা শুনাব পাৰে; মাত্ৰ সেই সকলোবিলাক নিয়োগ আজ্ঞাৰ কথা আগতে বৰবৰুৱাক জনাই থ'ব লাগে।

খেৰ-বিচনি লোৱা চমুৱা ফুকনসকলক চ'ৰাৰ উত্তৰ টুপত পাতে, আৰু সেই কথা বৰবৰুৱাত জনায় থয়গৈ।

**চমুৱা ফুকন**

ৰৰভাণ্ডাৰ বৰুৱা, ভঁৰালী বৰুৱা, জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজিন্দাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা, দোলাকাষৰীয়া বৰুৱা, তিপমীয়া বৰুৱা, হাতী বৰুৱা আৰু ঘোঁৰা বৰুৱা, এইসকলক দোলাকাষৰীয়া (বা দোলাষৰীয়া) চ'ৰাৰ টুপত পতা হয়।

**ৰৰভণ্ডাৰ বৰুৱা, ভঁৰালী বৰুৱা, জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজিন্দাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা, দোলাকাষৰীয়া বৰুৱা, তিপমীয়া বৰুৱা, হাতী বৰুৱা, ঘোঁৰা বৰুৱা, চাওডাঙৰ বৰুৱা, কুকুৰাচোৱা বৰুৱা, পাচনী ৰৰা; ৰৰতামুলী, দুৱৰী বৰুৱা**

দুই চাওডাঙৰ বৰুৱাক উজনি জখলাৰ মুখৰ চাওডাঙৰ চ'ৰাত পাতে। কুকুৰাচোৱা বৰুৱা, পাচনি ৰৰা, ৰৰ তামুলী, এইসকলক ৰৰ বাটঘৰৰ মাজ কোঠৰ চাঙৰ ওপৰত পাতে; আৰু এই ঠাইতেই কুকুৰাচোৱা ৰৰা এটাই দুৱৰী বৰুৱাক পাতি, বাজ দুৱাৰত কৈ দিয়েগৈ।

ৰৰ বাটঘৰৰ পেটে, পূব ফালে, চাংমাইশালৰ নিচাজতে চাংমাই বৰুৱা, জৰাধৰা বৰুৱা, বেজ বৰুৱা এইসকলক পাতে।

**চাংমাই বৰুৱা, জৰাধৰা বৰুৱা, বেজ বৰুৱা**

তিনি দুলীয়া বৰুৱা আৰু নেওগ ৰৰাইতক ৰ্ষগদেৱৰ দোলাঘৰতে পাতে।

এইবিলাকৰ বাহিৰা আন বিষয়াবিলাকক আৰু মেলডগীয়া ফুকন বৰুৱাসকলক ভ'ৰিকা ডুবাৰত পাতে। দেৱলীয়া সেৱা চলোৱাবিলাকক সেই ডুবাৰৰ ৰাজ-খিনিতে পাতে ; আৰু তাতে হাজৰিকাবিলাককো নিয়োগ কৰে। মেলডগীয়া বিষয়াসকলৰ তলতীয়া টেকেলা বৰুৱা, নেওগ, বৰা, এইবিলাকক লেখাৰু কুকুৰাচোৱা বৰাই নিজা মেলঘৰ কিম্বা দোলাঘৰতে নিজ মেলৰ আইকুঁৱৰীদেও, বা মেলখোৱা ৰজা বা গোহাঁই-দেওসকলৰ আজ্ঞাৰে পাতে। কুকুৰাচোৱাৰ নেওগ, বৰা, এইবোৰক বৰ বাটঘৰতে ওজা লিগিৰাই স্বৰ্গদেৱৰ আজ্ঞাৰে পাতে। চাওডাঙৰ শইকীয়া, বৰাইতক চাও-ডাঙৰ চ'ৰাতে পাতে, দোলাকাষৰীয়া বৰা, বৰনেওগ, ইহঁতক ঢেকিয়াল বৰুৱা আৰু দোলাকাষৰীয়া বৰুৱাৰ পালিৰ মুখৰ ওলাই বহা ঘৰটিতে পাতে।

ডুলীয়া বৰুৱা, নেওগ বৰা, মেলডগীয়া, ফুকন বৰুৱা, দেৱলীয়া সেৱা, চলোৱা আৰু হাজৰিকা

টেকেলা বৰুৱা, মেলডগীয়া নেওগ,বৰা, কুকুৰাচোৱাৰ নেওগ, বৰা, চাওডাঙৰ শইকীয়া, বৰা, দোলা-কাষৰীয়া বৰা, বৰ নেওগ, হাতী ঘোৰাৰ ডুই ৰৰবৰা, জুৰাৰ বৰা ইত্যাদি

তিনিজনা ডাঙৰীয়া, মেলখোৱা গোহাঁই, বৰবৰুৱা, বৰফুকন প্ৰভৃতি ডাঙৰ বিষয়া-সকলৰ আপোন আপোন বিলাইতৰ নেওগ, বৰা, টেকেলাবিলাকক সেইসকলে নিজে নিজেই পাতিব পাৰে ; কিন্তু সিবিলাকৰ বাহিৰা নেওগ, বৰা ইত্যাদিক হ'লে স্বৰ্গদেৱৰ আজ্ঞাৰেহে পতা হয়। হাতী ঘোঁৰাৰ ডুই বৰবৰা, গুৱাহাটীৰ ডুই বৰবৰা আৰু উজনিৰ ডুই বনুৱা বৰবৰা, এইবোৰ স্বৰ্গদেৱৰ আজ্ঞাৰেহে হয় ; কিন্তু কাঁড়ীৰ শইকীয়া, বৰা ইত্যাদিক হ'লে, উজনিৰখিনিক বৰবৰুৱাই পাতে, ভাটিৰখিনিক বৰফুকনেই পাতে। জুৰাৰ বৰাবোৰক গা-মেলৰ বৰুৱা ফুকনেই পাতে। বিষয়া পাতোঁতে বা ভাঙোতে লিখা আজ্ঞা নহ'লেও উপযুক্ত বিষয়াই, উপযুক্ত ঠাইত, মুখেৰেই ৰজাৰ আদেশ শুনালেই হয়।

## ৰজা আৰু বিষয়াসকলৰ ক্ষমতা

ৰজা বাপিচাহীৰপৰা গজহস্তীলৈকে ৰাজ্যৰ ভিতৰৰ সকলোৰে অধিকাৰী। স্বৰ্গদেৱে অধিকাৰীক নিজ ইচ্ছামতে জেৰেঙাত দিয়া, শূলত দিয়া, হাতীৰ ঠেঙত দিয়া, বৰশীত দিয়া, কোৰ মাৰি কটা, চকু কঢ়া, আঠুৰ মিলা কঢ়া, কাণ-নাক-কটা আদি দণ্ড কোনো নিয়মৰ বা Law Regulationৰ বশ নোহোৱাকৈ কৰিব পাৰিছিল।

ৰজা

বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই এই তিনিজনা ডাঙৰীয়াই কোনো

অপৰাধীক পালে, তাক ধুমেৰে খুন্দি বা টোম বান্ধি পানীত পেলাই প্ৰাণ মাৰিব পৰা ক্ষমতা বৰুৱাবিলাকে পাইছিল; কিন্তু অস্ত্ৰাঘাত বা আন ৰূপে প্ৰাণ মাৰিব নোৱাৰে। ইয়াৰ বাহিৰেও চকু কঢ়া, নাক-কাণ কটা আৰু আঠুৰ খিলা কঢ়া আদি দণ্ডও তেওঁবিলাকে কৰিব পাৰিছিল।

**তিনিজনা ডাঙৰীয়া**

ৰৰবৰুৱাই তেওঁৰ তলৰ বিষয়াক নিজ আজ্ঞাৰে ভাঙিব পাতিব পাৰিছিল। সেই ভাঙিব পাতিব পৰা বিষয়াক আৰু তাতকৈ তলৰ থাপৰ পাইকান আদিক প্ৰাণদণ্ড কৰাৰ বাহিৰে আন সকলো-বিলাক ওপৰত উল্লেখ কৰা দণ্ড (যেনে, কাণ-নাক কটা, চকু কঢ়া, আঠুৰ খিলা কঢ়া, ইত্যাদি) আৰু গঁতা, গঁৰাল, কোব, ঢকা মৰাব পাৰিছিল; কিন্তু তাৰ ওপৰৰ লোকক হলে (অৰ্থাৎ তেওঁ নিজ আজ্ঞাৰে ভাঙিব পাতিব নোৱৰা বিষয়াক) স্বৰ্গদেৱৰপৰা আজ্ঞা পালেহে তেনে দণ্ড কৰিব পাৰিছিল। ৰৰবৰুৱাই যদি "ৰাজমন্ত্ৰী"ৰ বাবো পায়, তেনেহ'লে তেওঁ ডাঙৰীয়াসকলৰ দৰেই সকলো প্ৰকাৰৰ দণ্ডবিধান কৰিব পাৰে।

**ৰৰবৰুৱা**

ৰৰফুকন ৰজাৰ নগৰৰপৰা আঁতৰত থকাৰ কাৰণে ৰৰবৰুৱাৰ দৰেই অপৰাধীক দণ্ড কৰিব পাৰিছিল; আৰু চোৰ-ডকাইত, ৰাজদ্ৰোহী আদি অপৰাধীক অৱস্থা বুজি, তেখেতে প্ৰাণদণ্ড কৰিবলৈকো স্বৰ্গদেৱৰপৰা ক্ষমতা পাইছিল। মেলখোৱা ৰজা, মেলখোৱা গোঁহাই আৰু তিনিজনা দাঁতিয়লীয়া গোঁহাই, এইসকলে আপোন আপোন অধিকাৰত প্ৰাণদণ্ডৰ বাহিৰে অপৰাধীক ৰৰবৰুৱা ৰৰফুকনে কৰা সকলো দণ্ডকে কৰিব পাৰিছিল। স্বৰ্গদেৱৰ আদেশ অনুযায়ীহে অপৰাধীৰ প্ৰাণদণ্ড হ'ব পাৰিছিল। মেলখোৱা ৰজা-গৰাকী স্বৰ্গদেৱৰ আপোনাৰ পো-ভাই, গতিকে, সিসকলে কেতিয়াবা কেতিয়াবা কোনো কোনো অপৰাধীৰ প্ৰাণদণ্ডও কৰিছিল; কিন্তু সি অতি গোপনে; সেই কথা স্বৰ্গদেৱৰ কাণত নপৰিছিল।

**ৰৰফুকন**

**মেলখোৱা ৰজা, মেলখোৱা গোঁহাই, দাঁতিয়লীয়া গোঁহাই**

চ'ৰাৰ ছয় ফুকন, বাৰ ৰাজখোৱা, খেৰ-বিচনি পোৱা চমুৱা বৰুৱা ফুকন, বৰ ভঁৰালী বৰুৱা আৰু মেলডগীয়া ফুকন বৰুৱা আদি বিষয়াসকলে অপৰাধীক নাক-কাণ কটা, চকু কঢ়া, আঠুৰ খিলা কঢ়া, প্ৰভৃতি দণ্ড প্ৰয়োগ কৰিব নোৱাৰিছিল; কিন্তু নিজৰ নিজৰ তলতীয়া চমুৱা বিষয়া, আৰু তাতকৈ তলৰ পাইকান আদিক অপৰাধ বুজি লঘুতৰ দণ্ড দিব পাৰিছিল।

**চমুৱা ফুকন আৰু আন আন বিষয়া**

সেই দিনত "টেকেলা" আৰু "ছুলীয়া" এই দুখেল মানুহক স্বৰ্গদেৱৰ বাহিৰে,

ডাঙৰীয়া আৰু বৰবৰুৱা, বৰফুকন আদি বিষয়াসকলে কোব, চকা, গঁজা আদি মৰাৰ বাহিৰে আন কোনো দণ্ড প্ৰয়োগ কৰিব নোৱাৰিছিল। বাকী, হাজৰিকা, শইকীয়া আৰু বৰা আদি কৰি সাধাৰণ বিষয়াবিলাকে অপৰাধীক সোধ-পোছ কৰাৰ বাহিৰে আন কোনো দণ্ড কৰিব নোৱাৰিছিল।

**হাজৰিকা, শইকীয়া, বৰা**

ওপৰত উল্লেখ কৰা সকলো দণ্ড (যেনে—কোব মাৰি কটা, বা আন প্ৰকাৰে প্ৰাণহত্যা কৰা, চকু কঢ়া, ইত্যাদি) ডাঙৰীয়া আৰু বৰবৰুৱা বৰফুকনে নিজে নকৰি, উজনিত চাওডাং আৰু ভাটীত বুকুকৰ হতুৱাই কৰোৱা হৈছিল। চাওডাংবিলাকে জেৰেঙা পথাৰত দোষীক শাস্তি দি প্ৰাণ মাৰিছিল। সেইকালত প্ৰাণদণ্ডৰ ভিতৰত কাঁচী দি প্ৰাণহত্যা কৰাটোৱেই সম্মানসূচক বুলি বিবেচিত হৈছিল। পৰস্ত্ৰীহৰণ আৰু সতীত্ব নাশৰ শাস্তি প্ৰাণদণ্ড আছিল, আৰু প্ৰায় ৰমণীবেই সেই দণ্ড প্ৰয়োগ কৰা হৈছিল। শাস্তি অতি কঠোৰ থকা গতিকে সেইকালত আজিকালিৰ দৰে অপৰাধীত দোষী অতি কম আছিল। সেইকালত দেশত চোৰ-ডকাইতৰ নামেই নাছিল বুলি ক'লেও মিছা কোৱা নহয়। সেই কালৰ মানুহে তলা-চাবি (বাতুলি সঁচাৰ) কেনেকুৱা বস্তু, তাৰে কি কৰে, সেইবোৰ একো নাজানিছিল; আৰু দেশত মহাশান্তি বিৰাজ কৰিছিল।

## ৰজা আৰু বিষয়াসকলৰ মান-মৰ্য্যাদা

স্বৰ্গদেৱ সকলোৰে ওপৰত। ৰৰচ'ৰাত ৰাজসভাত বহোঁতে সিংহাসনত বহে। অন্যসময়ত তেখেতে যেনে ইচ্ছা তেনে আসন আৰু তেনে আড়ম্বৰ ল'ব পাৰে, যুঁঠতে ক'বলৈ গ'লে যিহকে ইচ্ছা তাকে ব্যৱহাৰ কৰিব পাৰে; তাত কোনো বাধা দিওঁতা নাই। সাধাৰণতে স্বৰ্গদেৱে, বাটে গ'লে, কেকোৰা দোলা, আৰু শুকুলা আৰোৱান ব্যৱহাৰ কৰে। হাতীতো কেতিয়াবা যায়, তেতিয়াহ'লে স্বৰ্গদেৱৰ পাছতে হাতীবৰুৱাও উঠিব লাগে, আৰু তাৰেপৰাই হাতী চলাই, য'লৈ ত'লৈ লৈ যাব লাগে। স্বৰ্গদেৱৰ আগত হাতীত মাউত উঠিব নাপায়। নাৱে গ'লে লগত মানুহ-দুনুহ লৈ পানীফুকন আৰু পানী বৰুৱাও স্বৰ্গদেৱৰ লগতে নাৱত যাব লাগে। পানীফুকন নাথাকিলে, কেতিয়াবা কেতিয়াবা নাওবৈছা ফুকনো যায়।

**ৰজা**

বুঢ়াগোহাঁই, বৰ- গোহাঁই আৰু বৰপাত্ৰ গোহাঁই এই তিনিওজনাৰ একে মৰ্য্যাদা; ক্ষমতাত বুঢ়াগোহাঁই ডাঙৰীয়া তিনিও গৰাকীৰ ভিতৰত সৰ্বপ্ৰধান। তেখেতৰ কেকোৰা দোলা, শুকুলা আৰোৱান, (ৰজাৰো শুকুলা আৰোৱান, সেই কাৰণে তাৰপৰা অলপ ভিন্ন কৰিবলৈ, বুঢ়াগোহাঁইৰ আৰোৱানখন

**বুঢ়াগোহাঁই**
**বৰগোহাঁই**
**বৰপাত্ৰগোহাঁই**

বাঁহৰ উকা; মাজপোমে নাগতে একোখনিতকুলা গামোছা বন্ধা থাকে) সোণৰ চুলাৰে পানী-জাপি, টুপী-জাপি, পাখি-বিচনি, দুখনৰ দৰে—নাল লগা ঘুৰণীয়া বিচনি, কেপকৰা তলছা। বৰগোহাঁই আৰু বৰপাত্ৰগোহাঁই, এই দুগৰাকীৰো বুঢ়াগোহাঁইৰ দৰেই, মাত্ৰ এখেত দুজনাৰ আবোৰানখন বজা। ডাঙৰীয়া তিনিজনাৰ মৈণীসকলে কিন্তু এইবোৰ ব্যন্যৰ একোকে নাপায় ("ৰজাৰ কুঁৱৰী আৰু বিয়য়াসকলৰ মৈণীৰ মৰ্য্যাদা" চাওক)।

তিনিজনা ডাঙৰীয়াৰ পিছনেই ৰাজমন্ত্ৰীৰ থাব পায়, তেখেতে ৰাজহত্ত অগ্ৰসৰ ৰূপে দুৰে, আৰু সেইথাবে জকাইচুকীয়া মানুহ এহেজাৰ পায়; বৰবৰুৱা আৰু

**বৰবৰুৱা**
**বৰফুকন**

বৰফুকন দুয়ো সমান বিষয়া, গুৱাহাটী দূৰ দেশ কাৰণে, বৰফুকনৰ তাত একিয়াৰ বঢ়া। দুয়োজনাৰ পহিঁ চাঙি, সোণৰ চুলাৰে পানীজাপি (কোনোজনাৰ ৰূপৰ চুলাও থাকে), টুপিজাপি, খেৰ, বিচনী, কেপকৰা তলছা (পূৰ্ব্বে ছালকঠ বানতৰ মচুলাহে আছিল; কীৰ্তিচন্দ্ৰ বৰবৰুৱা ৰাজমন্ত্ৰী হৈহে বৰবৰুৱাৰে-বৰফুকনৰে কেপকৰা তলছা কৰিলে), বানতেৰে আউঠিসিয়া বৰজাপি, দীঘলনলীয়া ঘুৰণীয়া আগখৰা-বিচনী, আৰু সোণৰ বিৰি দিয়া লাখুটি

**দাঁতিয়লীয়াগোহাঁই**

পায়; কোনো কোনো জনাৰ ৰূপৰ বিৰি দিয়াও আছিল। দুয়ো গৰাকীয়ে তামোলৰ হাঁচটিত সোণৰ টৈমি লবলৈ স্বৰ্গদেৱৰ আদেশ পাইছিল। সদিয়াখোৱা গোহাঁই, সলাল গোহাঁই আৰু মৰঙীখোৱা গোহাঁই ডাঙৰীয়া তিনিজনাতকৈ কিছু কম; মানমৰ্য্যাদাত বৰফুকন আৰু বৰবৰুৱাৰ দৰেই; তিনিওজনাৰ পহিঁ চাঙি, সোণৰ চুলাৰে পানী জাপি, টুপি-জাপি, পাখি-বিচনী, দুখনৰ দৰে নাল লগা বিচনী আৰু বহিবলৈ কেপকৰা তলছা পায়। ইসকলৰ বিষয় কেইখন বৰবৰুৱা আৰু বৰফুকনতকৈ তলৰ খাপৰ হ'লেও, সিবিলাক যদিহে বিষয় খাই থকা ডাঙৰীয়া-সকলৰ দৰেই কেকোৰা দোলা আদিও লয়, তাকে কিন্তু স্বৰ্গদেৱৰ অসাক্ষাতে। এই কেইজনা (নাওবৈছা ফুকন, ভিতৰুৱাল ফুকন, ন-ফুকন, নেওগ ফুকন, ন্যায়সোধা ফুকন, পানী ফুকন, নেক ফুকন, ২ চেটীয়া ফুকন আৰু চাংকজ্) ফুকন একে সমান মৰ্য্যাদাৰ। এওঁলোকে পহিঁ চাঙি, টুপি-জাপি, পাখি-বিচনী, ৰূপৰ চুলাৰে পানী-জাপি, খেৰ, দীঘলনলীয়া ঘুৰণীয়া

**নাওবৈছা ফুকন**
**ভিতৰুৱাল ফুকন**
**ন-ফুকন**
**ডিহিঙীয়া ফুকন**
**ডেকা ফুকন**
**নেওগ ফুকন**
**ন্যায়সোধা ফুকন**
**পানী ফুকন**
**নেক ফুকন**
**চেটীয়া ফুকন**
**চাংকজ্ ফুকন**

বিচনী, ছালকঠ, বান্তৰ মচুলা, ৰূপৰ বেৰি দিয়া লাখুটি আৰু উকা বৰজাপি পায়।

এইসকল (নিবুকিয়াল ৰাজখোৱাবগৰা শূলপাণি (উবাণী) বৰুৱালৈকে একে সমান বিষয়া। এওঁলোকে লোহাৰ চেকৰ লগা চাঙি, টুপি, জাপি, পাখি-

বিচনী; কাণৰ চুলাৰে পানীজাপি, খেৰ, দীঘলনলীয়া ঘূৰণীয়া আগধৰা বিচনী, কপৰ বেৰি দিয়া লাখুটি, উকা ছালকঠ, আৰু উকা ৰৰ জাপি পায়। যদি খেৰ, বিচনী, টুপি নাপায়, তেতিয়া চোলাধৰা ফুকন, খাৰঘৰীয়া ফুকন, ঢেকিয়াল ফুকন, চিৰিং ফুকন, কাথৰকৰা আৰু শূলপাণি (ভঁৰালী) বৰুৱা, এইসকলে পঁহি চাঙি পায়; আৰু ওপৰত নাম লোৱা ৰাজখোৱাসকল যদি কোনো কাৰ্য্য গতিকে গুৱাহাটীত থাকিবলগা হয়, তেতিয়াহ'লে সিবিলাকেও তাত থকা কালত পঁহি চাঙি ব্যৱহাৰ কৰিব পাৰে। এনেকৈ পঁহি চাঙি ব্যৱহাৰ কৰিবলৈ স্বৰ্গদেৱৰ অনুমতি ল'ব লাগে; স্বৰ্গদেৱৰ বিনা হুকুমে তেওঁলোকৰ কোনোৱে পঁহি চাঙি ল'ব নোৱাৰে। স্বৰ্গদেৱে কাৰ্য্য-কামত ভাল পালে, চোলাধৰা ফুকন, ঢেকিয়াল ফুকন আৰু খাৰঘৰীয়া ফুকন এওঁলোকৰ কোনো কোনো জনাক খেৰ, বিচনী, টুপি পালেও, পঁহি চাঙিও দিয়ে; কিন্তু সদায় আৰু সকলো তেনে বিষয়াক নহয়।

নিবুকিয়াল ৰাজখোৱা
বছা ”
দিহিঙ্গীয়া ”
শলগুৰীয়া ”
অভয়পুৰীয়া ”
নামডঙ্গীয়া ”
গজপুৰীয়া ”
দৈয়ঙ্গীয়া ”
খিলাধৰীয়া ”
চোলাধৰা ফুকন
খাৰঘৰীয়া ”
ঢেকিয়াল ”
নাওশলীয়া ”
তামুলী ”
চিৰিং ”
কাথৰকৰুৱা
চেটীয়া পাত্ৰ বৰুৱা
ঘৰফলীয়া ”
চাংকঙ্গৰ ”
শূলপাণি (ভঁৰালী) ”
গন্ধীয়া ফুকন

এই কেইগৰাকী একে সমান মৰ্য্যাদাৰ বিষয়া। এওঁলোকে লোহাৰ ঢেকৰ লগা চাঙি, কপৰ চুলাৰে পানীজাপি, খেৰ, দীঘলনলীয়া ঘূৰণীয়া বিচনী, কপৰ বেৰি দিয়া লাখুটি, উকা ছালকঠ আৰু উকা ৰৰজাপি পায়।

জালভাৰী ফুকন
খনিকৰ ”
বাউডঙ্গীয়া ”
পৰ্ব্বতীয়া ”
থঙ্গীয়া ”
চাৰিঙ্গীয়া ”
তিপমীয়া ”
গন্ধীয়া বৰুৱা
মজিন্দাৰ ”
খনিকৰ ”
শেনচোৱা ”
পৰ্ব্বতীয়া ”
চাংমাই ”

চাওডাঙ্গৰ ফুকন
জৰাধৰা ”
বেজ ”
কাঠকটীয়া ”
মলীয়া ”
ঘিউ ”
ফুল ”
পাখীমৰীয়া ”
চাওডাঙ্গৰ ”
গজপুৰীয়া ”

পৰ্ব্বতীয়া ফুকন
তিপমীয়া ”
নামৰূপীয়া ”
পুৰণি মেলীয়া ”
মাজু মেলীয়া ”
মাহী মেলীয়া ”
সৰু মেলীয়া ”
ন-মেলীয়া ”
পৰ্ব্বতীয়া ”
পাতৰ মেলীয়া ”

| | | |
|---|---|---|
| হাতী ফুকন | শিলাকুটি ফুকন | কণি জেকৰ ফুকন |
| ঘোৰা ,, | চলাইমৰীয়া ,, | এনাইৰৰীয়া ,, |
| কুকুৰাচোৱা ,, | নেৰুটোঁছা ,, | তিপমীয়া বাজখোৱা |
| মৰাণৰ ,, | ছুৱৰী ,, | জগ্নখামজলীয়া ,, |
| দোলাকাষৰীয়া ,, | বাইজলীয়া ,, | |

যুতকীয়া বকৰা
দৰবধৰা ”
ছুলীয়া ”
ছুৱৰীয়া ”
দেবগঁয়া ”
আদি দলৰ ”
সত্ৰীয়া ,,
আদি সেৱা চলোৱা

এওঁলোকো একে সমান বিষয়া, লোহাৰ চেকৰ লগা চাঙি, উকা পানী-জাপি, খেৰ আৰু লকা ছালকঠ পায়। কাৰ্য্য কামত ভাল পালে, কোনো কোনোজনা ছুৱৰীয়া বৰুৱা, দেবগঁয়া বৰুৱা আৰু যুতকীয়া বৰুৱাক কপৰ চুলা দিয়া পানী-জাপিও দিয়ে।

**আন ফুকন বৰুৱা**

ওপৰত উল্লেখ কৰাসকলৰ বাহিৰে আন সাধাৰণ তৰপৰ ফুকন বৰুৱাসকলৰ খেৰ, বিচনী ইত্যাদি মৰ্য্যাদা নাছিল। স্বৰ্গদেৱৰপৰা অনুমতি লৈ কোনো কোনোজনে কাঠৰ চৰিয়া (দোলা) ব্যৱহাৰ কৰিব পাৰিছিল মাথোন।

**পাটত উঠা ৰজাৰ পুতেক জীয়েক**

পাটত উঠা ৰজাসকলৰ পুতেক জীয়েক কেকোৰাদোলা, ৰঙা আৰোৱান, সোণৰ চুলাৰে পানী-জাপি, টুপি-জাপি, পাখি-বিচনী, তুথনত দৰে নাল লগা ঘূৰণীয়া বিচনী আৰু কেপকৰা তলছা পায়। ৰজাৰ জোঁৱাই (যদি বিষয় নাথাকে) আৰু ৰবউৰালী বৰুৱা দুয়ো সমান মৰ্য্যাদা পায়; পহি চাঙি, টুপি-জাপি, পাখি-বিচনী,

**ৰজাৰ জোঁৱাই**
**ৰবঙঁৰালী বৰুৱা**
**লৰি গোহাঁই**

তুথনৰ দৰে নাল লগা ঘূৰণীয়া বিচনী, বানতেৰে আউঠিসিয়া ৰবজাপি, ৰূপৰ চুলাৰে পানী-জাপি, ৰূপৰ দিয়া লাখুটি, চাৰিও কোষত বানত সিয়া কঠ, এই দ্ৰব্যখিনি পায়। তিনিজনা বিষয় খাই থকা ডাঙৰীয়াৰ লৰিগোহাঁইবিলাকো (ৰবপুতেক) সেই একে সমানেই, মাত্ৰ সিবিলাকে পহি চাঙি নাপায়, লোহাৰ চেকৰ দিয়া চাঙিহে ব্যৱহাৰ কৰিব পাৰে।

**চাৰিংৰজা, তিপাম ৰজা, নামৰূপীয়া ৰজা**

মেলখোৱা ৰজা তিনিও গৰাকীৰে একে মৰ্য্যাদা; বুঢ়াগোহাঁই ডাঙৰীয়াতকৈ অলপ কম; বৰগোহাঁই আৰু বৰপাত্ৰ ডাঙৰীয়া এই দুগৰাকীৰে একে, কেকোৰা দোলা, ৰঙা আৰোৱান প্ৰভৃতি দ্ৰব্যখিনি পায়।

মেলখোৱা গোহাঁই তিনিজনাও একে সমান মৰ্য্যাদাৰ, তিনিজনা দাঁতিয়লীয়া গোহাঁইবে একে। বৰুৱাৰ গোষ্ঠী বুলি গৌৰৱ কৰি এওঁলোকে বৰুৱা আবোৰানৰ ব্যৱহাৰ কৰে।

মাজুমেলীয়া গোহাঁই
সৰুমেলীয়া গোহাঁই
মাহীমেলীয়া গোহাঁই

ডাঙৰীয়াসকল ঘৰৰপৰা ওলালে, আগত বিলতীয়া গায়নে গাই যায়, আৰু কালীয়াই কালি বজাই যাব পায়; হাতীঘোঁৰাত বানত সিয়া জাবি, ভবিত নূপুৰ, ঘোঁৰাত উঠা হালধীয়া পাটৰ তলহা, হাতীত উঠা কাপোৰ, আগত দোলাচৈবে আওৰা যাব পায়। গড়ৰ চুকৰ কিছু ভিতৰ সোমালে গায়নে কালীয়াই গাব, বজাব নাপায়। বাটত স্বৰ্গদেৱৰে দেখাদেখি হ'লে, স্বৰ্গদেও যদি হাতীত উঠি যায়, ডাঙৰীয়াও হাতীত উঠি দেখা দিব পায়। স্বৰ্গদেৱ দোলাত বা ঘোঁৰাত গ'লে, ডাঙৰীয়াও দোলাতেই বা ঘোঁৰাতে উঠি, নতুবা কেপ্‌কৰা তলছাৰ মুৰাতে উঠি ল'লেও দেখা দিব পায়। ৰাজমাও, বৰকুঁৱৰী, পৰ্বতীয়া কুঁৱৰী, আৰু ৰাইডঙীয়া কুঁৱৰী এইসকলকো ডাঙৰীয়াসকলে স্বৰ্গদেৱৰ দৰেই সন্মান কৰে; কিন্তু শিলধি ঘৰ সুচিলে ডাঙৰীয়াসকলে কুঁৱৰীসকলক সেৱা নকৰে। দাঁতিয়লীয়া গোহাঁই তিনিজনাবে বাটত স্বৰ্গদেৱৰ দেখাদেখি হোৱাতো প্ৰায় এই ক্ৰমেই। চাৰিঙীয়া, তিপমীয়া আৰু নামৰূপীয়া, এই মেলখোৱা ৰজা তিনিজনাবে ডাঙৰীয়াসকলৰ ভেঁটা-ভেঁটি হ'লে, দোলাতে থাকি মেলখোৱা ৰজা কেইগৰাকীয়ে ডাঙৰীয়াসকলক বাট এৰি দিব পায়। দাঁতিয়লীয়া গোহাঁয়ে তিনিজনাবে যদি ঘাই তিনিজনা ডাঙৰীয়াৰ ভেঁটা-ভেঁটি হয়, তেতিয়া দাঁতিয়লীয়া তিনিজনাই ঘাই ডাঙৰীয়া তিনিজনাক বাট এৰি দিব লাগে। যদি দাঁতিয়লীয়া তিনিজনাবে মেলখোৱা ৰজা আৰু গোহাঁইদেওসকলৰ দেখাদেখি হয়, তেতিয়া বাট এৰি দিয়া-দিকৈ যায়। মেলখোৱা ৰজা আৰু মেলখোৱা গোহাঁইদেওসকল প্ৰায়েই স্বৰ্গদেৱৰ ভাই বা পো, নহ'লেও নিচেই ওচৰ বংশৰ; সেই কাৰণে সকলোৱে তেওঁলোকক কিছু বঢ়াকৈ গৌৰৱ কৰে।

বৰবৰুৱা, বৰফুকন প্ৰভৃতি চ'ৰাৰ ছয় ফুকন, ন্যায়সোধা ফুকন আৰু খেৰবিচনী লোৱা চমুৱা-ফুকনসকলে চাকিৰপৰা নামি ডাঙৰীয়াসকলক দেখা দিব লাগে। এইৰূপে ডাঙৰীয়াসকল আহি, বৰচ'ৰাৰৰ মুখতে দোলা, আবোৰান, দা, খাঠি, ৰৰচি আদি সকলো আহিলা এৰি, তিনিগছমান বঙা খাঠি, ৰৰচিৰে নগৰত সোমায়। ওপৰত লোণৰ চুলাৰে পানীজাপি ধৰি আছে, বৰ চ'ৰা উঠিলেই, বৰবৰুৱা প্ৰমুখ্যে যি কেইজনা চ'ৰাৰ ফুকন পূৰ্বকালে বহি থাকে, সেইসকল তাৰপৰা উঠি, চ'ৰাৰ পশ্চিমকালে ৰুকামৰ কোঁঠা সোমাই বহেগৈ। বহোঁতে চালে নৈতে তিনিখনীয়া কাঠৰ তলিয়ৰিখন ওচায়, আৰু বানতৰ মচুৱা ওচাই বৰ কাপোৰ একোখনকে মুৰাই পকাই মচুৱাকৈ লয়। পাছে ডাঙৰীয়া আহি খিনিনিতে বহে তাৰ লোনেই পানী-পাহত লেকাবেৰে খেলাত ভৰি

খুই, খুলনি কাপোৰত ভৰি দি আছি, ভৰতে পিটিয়া, ওপৰত কেপ্‌ কৰা অলছা লৈ, ৰৰ খুটাত পিঠি দি পশ্চিম মুখে বহে; পিক্ চোৱা পেলাবলৈ আগকালে চুপকৰা থাক দিয়ে। বৰবৰুৱাকে আদি কৈ চ'ৰাৰ ফুকন কিম্বা চমুৱা ফুকনবিলাকে ডাঙৰীয়াসকলৰ নিচেই ওচৰ চাপিব লাগিলে থেৰত বহিব পায়; কিছু দূৰৈত হ'লে, নিজ নিজ মৰ্য্যাদানুযায়ী বৰবৰুৱাই তলছা আৰু চ'ৰাৰ ফুকনসকলে ছালকঠ বচুলা আদি লৈ বহে। চমুৱাফুকনবিলাকে হ'লে, আৰু সেই লগৰ বৰুৱা বিষয়া, ৰাজখোৱাসকলেও ছুখনীয়া ছালকঠৰ মুৰাত বহে। সময়মতে চমুৱা ফুকন, বৰুৱা, ৰাজখোৱাসকলে বুঢ়াগোহাঁই আৰু বৰপাত্ৰ গোহাঁই, এই দুই ডাঙৰীয়া বহা খুটা দুটাৰ মাজ পোনে পশ্চিম ফালে ফকাৰৰ কোঠাত, চ'ৰাৰ ফুকন কেইগৰাকীৰ শাৰীতকৈ কিছু পশ্চিমলৈ হইঁকি ছুখনীয়া মেলা ছালকঠতো বহে, কিন্তু কাপোৰৰ বচুলা ল'ব নোৱাৰে। যদি ডাঙৰীয়া আগ হৈ বহাত, বৰবৰুৱা বা কোনোজনা চ'ৰাৰ ফুকন, কিম্বা থেৰ-বিচনি পোৱা কোনো চমুৱা ফুকন বৰুৱা ৰাজখোৱা ইত্যাদি পাছে আহে, তেতিয়া বৰবৰুৱা হ'লে চৰাৰ আঁৰ দি, ই কেইগৰাকীৰ কোনোজনা হ'লে মানুহৰ আঁৰতে, চ'ৰাৰ দক্ষিণ টুপে ভৰি ধুই, থেৰত আঠু চোৱাই, চ'ৰাৰ মাজেই গৈ, আপোন আপোন মৰ্য্যাদা অনুসাৰে তলছা আৰু ছালকঠ আদিত বহেগৈ।

স্বৰ্গদেৱৰ আজ্ঞাৰে কটকী গৈ নামাতিলে, নগৰলৈ ডাঙৰীয়াসকল নাহে, আৰু আহিবও নাপায়, আৰু স্বৰ্গদেৱৰ আজ্ঞা নহ'লে, কোনো বৰুৱা, ফুকন, ৰাজখোৱা আদি ৰাজকীয় বিষয়া ডাঙৰীয়াসকলৰ ঘৰলৈ যাব নাপায়। নিমন্ত্ৰণ মতে ভোজভাত খাবলৈ আৰু বিবাহাদি কাৰ্য্যোপলক্ষে গোট খাবলৈ হ'লে স্বৰ্গদেৱৰপৰা কাণচোৱাই অনুমতি ল'ব লাগে। কোনো ৰাজকীয় কাৰ্য্যোপলক্ষে ডাঙৰীয়াসকল আহিলে, বিদায়ৰ সময়ত বঁটাৰে পাতলী তামোল বঁটা-ঢকাৰে ঢাকি, ভিতৰৰ্ত্ত তামুলীয়ে সজাই দিয়ে, ভিতৰুৱাল গোহাঁই (বা হেজ্‌দান ধৰাই) নি ডাঙৰীয়াসকলক দিব পায়; তাকে দিলেই; এখন্তেকো বিলম্ব নকৰি ডাঙৰীয়াসকল উঠি যাব পায়। ডাঙৰীয়াসকল ভিতৰৰ বৰঘৰৰ টুপলৈ যাব লাগিলে আগতে বৰবৰুৱা বৰঘৰৰ টুপলৈ যাব পায়; পাচে ডাঙৰীয়াসকল ভিতৰলৈ যায়। অথলামুখৰ মাটিতে সুদা লেকামেৰে ভৰি ধুই সোমাই যায়; লগত খাটনিয়াৰে পাখি-বিচনখিন নিয়ে, তামুলীয়ে হাঁচটি আৰু টেকেলাবৰাই খালি তলছাখন নিয়ে। বৰঘৰৰ টুপতে তলছা দিয়ে, ডাঙৰীয়া তাতে বহেগৈ। এইৰূপে ডাঙৰীয়াৰে স্বৰ্গদেৱে কথাবাৰ্ত্তা হোৱাত, বৰঘৰৰ টুপতে, স্বৰ্গদেৱ বহা কোঠালিৰ পূৰ ভাগৰ উত্তৰ কাললৈ সোমাই বৰভণ্ডাৰ বৰুৱা বহে, আৰু সেই মৰ্য্যাদা পালে, আন আন বিষয়াও বহে। তাৰ দক্ষিণে সেইটো কোঠাৰ টুপলৈ জোৰাৰ চ'তিৰ পূৰ মুৰৰ খুটাৰে পৰা টুপলৈকে জুৰি, উত্তৰা-দক্ষিণা শাৰীকৈ চ'ৰাৰ ফুকনসকল বহে। তদ্ভিতৰ চমুৱা ফুকন বৰুৱা ৰাজখোৱাবিলাক সেইটো চ'তিৰে পশ্চিম মুৰৰ খুটাৰ ওচৰৰেপৰা টুপলৈকে

জুৰি উত্তৰা-দক্ষিণা শাৰীকৈ বহে। ডাঙৰীয়াসকলে বহাত, বৰ্গদেৱৰ সন্মুখে, সেই চমুৱাফুকন আদিৰ ওচৰবেপৰা পূবলৈ জুৰি পূবা-পশ্চিমা শাৰীকৈ উত্তৰলৈ মুখকৈ টুপতে বহে; ওজা লিগিৰা আৰু অৰমুৱা লিগিৰা পশ্চিমৰখন চালিৰ তলত বহিব পায়। বমুৱা লিগিৰা কেইটা বৰ্গদেৱৰ ওচৰতে খাটৰ পাচিমফালে থাকে, টুপৰ জোৰাৰ; সেই চ'ত্তিৰ দক্ষিণ হৈ টুপলৈ ওলাই বহিব নাপায়।

ইয়াতে যদি "ৰৰমেল" হয়, তেতিয়া হ'লে, প্ৰথমে বৰ্গদেও ওলাই সেই খাটত বহিলেই, তাৰে চমুৱা ফুকন এজনাই মেল মাতিবলৈ ওজা লিগিৰাত আজ্ঞা কয়।

"ৰৰমেল"

ওজা লিগিৰাই ফুকুৰাচোৱা ৰখাত আজ্ঞা কয়। ফুকুৰাচোৱা ৰখাই ৰৰবাটঘৰত থকা ফুকুৰাচোৱা ৰকৱা আৰু পাঁচনী ৰখাত কয়, আৰু ৰৰ বাটঘৰৰ ভিতৰ টুপৰ আঁৰ-চৰা গুছাই দিয়ে। পাচে বাজুৱা বমুৱা ভামুলী পাচনীহঁতে তামোলৰ হাঁচটি, চোঁৱৰ, বিচনি, পিকৃদান আদি লৈ বৰ্গদেৱৰ ওচৰত বহেগৈ। তেতিয়া লিগিৰা ওচৰত থাকিব নাপায়, কেৱল ভামুলী লিগিৰাটি মাত্ৰ লুকাই ওচৰতে থাকে। ওজালিগিৰাৰ ওচৰতে ফুকুৰাচোৱা ৰকৱা বহেগৈ; আৰু পশ্চিমৰখন চালিৰ দক্ষিণমূৰে যে এখন চালি থাকে, তাৰ তলতে নাপিতৰ ওজা এটা দুই তিনিটা নাপিতে সৈতে গৈ বহিব পায়। পাছে ফুকুৰাচোৱা ৰখা এটা গৈ, ৰৰৰকৱা প্ৰমুখ্যে চ'ৰাৰ ফুকনসকলক মেললৈ জনাই আনেগৈ। সেই-সকলে আহি বহিলে, মজুমদাৰ ৰকৱাই চ'ৰাৰপৰা ডাঙৰীয়াসকলক আনেগৈ। সেই সকল আহি বহিলে, মজুমদাৰ ৰকৱাই চৰাৰ পৰা ডাঙৰীয়াসকলক আনেগৈ। ডাঙৰীয়াসকল বহিলেহি মেল কৰে। ডাঙৰীয়াসকলক ৰৰঘৰৰ টুপৰপৰা যেতিয়া ভিতৰলৈ দিয়ে, তেতিয়া ডাঙৰীয়াৰ মানুহ লগত যাব নাপায়। হাঁচটি, বিচনি, তলছা এই-বিলাকো ৰৰঘৰৰ টুপতেহে থাকে; ফুকুৰাচোৱা ৰখা কিম্বা ৰাজপলীয়া লিগিৰা এটাই কেৱল কাপোৰখন নি দিয়ে, তাতে ডাঙৰীয়া বহেগৈ।

ৰৰৰকৱা ঘৰৰপৰা আহোঁতে দুফালে দুশাৰী টাঙোন ধৰা আছে, এইবিলাকেই আজি-কালি টাঙোনধৰা সন্দিকৈ বুলি নিজক পৰিচয় দিয়ে। আগত সোণৰ দুলাৰে পানীজাপি, টুপি জাপি, খেৰ, পাখিবিচনি, পাঁচনীহতীয়া বিচনি, সেই আগৰ্ৰা সোণৰ বেৰি দিয়া লাখুটি প্ৰভৃতি এই দ্ৰব্যখিনি লিগিৰাই লৈ আছে। ৰৰদুৱাৰতে পহিচাজিৰ-

টাঙোনধৰা সন্দিকৈ

পৰা নামি, মাটিয়ে নগৰ সোমায়। ওপৰত পাছৰপৰা বাৰতেৰে আউঠি দিয়া ৰৰ জাপি ধৰি আছে। ৰৰ দুৱাৰতে পহিচাজিৰপৰা নামি, মাটিয়ে নগৰ সোমায়। ওপৰত পাছৰপৰা বাৰতেৰে আউঠিদিয়া ৰৰজাপি ধৰি আছে। ৰৰচ'ৰা উঠি নিজ ঠাইত বহোঁতে, পানী পাছত ভৰি ধুই, তিনিৰনীয়া মেলা চালকঠত বানতৰ মচুলা লৈ বহে; পাছলৈ, ৰাজমন্ত্ৰী কীৰ্তিচন্দ্ৰ ৰৰৰকৱাৰ দিনৰপৰা, বহিবলৈ তলছা ল'লে। চ'ৰাৰ ফুকনসকলেও এইদৰেই

আছি আপোন আপোন ঠায়ে ঠায়ে নিজ নিজ মৰ্য্যাদা অনুসৰি বহেহি ; কিন্তু সি-সকলৰ লগত টাকোন ধৰা, বা আন তেনে কোনো নাথাকে ; আৰু সেইসকলে বস্ত্র জাপি নগৰৰ ভিতৰলৈ আনিব নোৱাৰে। যেতিয়া ৰৰবৰুৱা আৰু চ'বাৰ ফুকনসকলে বজাৰ চাহলৈ যাব লগা হয়, দোলাৰবীয়া চ'বাৰ টুপৰ সমুখে উজনিৰটো খুটাত ধৰি ভৰি ধুই, তাবোলৰ হাঁচটিখন আপোনাৰ কঁকালতে খুঁচি লয়, আৰু সোঁহাতে পাখিবিচনিখন লৈ সোমাই যায়।

বাটত বৰবৰুৱা আহোঁতে মেলখোৱা বৰুৱা আৰু মেলখোৱা গোহাঁইদেও সকলেবে আৰু দাঁতিয়লীয়া গোহাঁই তিনিজনাবে ভেঁটা-ভেঁটি হ'লে, বৰবৰুৱা দোলাবপৰা নানামে আৰু চ'বাৰ ফুকন কেইজনাও নানামে, বাট এৰা-এৰি দিয়াদিকৈ যায়। স্বৰ্গদেৱৰ আপোন পো-ভাই কিম্বা নিচেই আপোন বংশৰ মেলখোৱা বৰুৱা বা গোঁহাই সকল হ'লে কিছু গৌৰব বাঢ়ে। খেৰবিচনি পোৱা চমুৱাফুকন বৰুৱা বাজখোৱাবে ভেঁটা-ভেঁটি হ'লে, বৰবৰুৱা আৰু বৰফুকনৰ আগত, দোলাবপৰা নামিহে চমুৱাফুকন, বাজখোৱা প্ৰভৃতিয়ে দেখা দিব পায়, নহ'লে, তেওঁলোকে ঠাইতে সুবিধা পালে পদুলি এটা সোমায় আৰু তেনেই ৰৰজাপিবে চাকে। চ'বাৰ ফুকন কেইজনাৰ আগত হ'লে সিসকলে দোলাবপৰা নানামি বাট এৰি দিয়াদিকৈ আঁতৰি যায়। দাঁতিয়লীয়া তিনিগোঁহাই আৰু মেলখোৱা বৰুৱা গোহাঁইদেও সকলেবে ভেঁটা-ভেঁটি হ'লে' চমুৱাফুকন প্ৰভৃতিয়ে দোলাবপৰা নামে, আৰু দোলাও কিছু কাষৰীয়াকৈ নি, জাপিৰ আৰ দি চাকে।

ৰৰভাণ্ডাৰ বৰুৱাসকলে বৰবৰুৱাৰ আগত দোলা লুকাই, নামি দেখা দিয়ে ; মেলখোৱা বৰুৱা আৰু গোঁহাইদেও, আৰু দাঁতিয়লীয়া গোঁহাইসকলৰ আগতো এয়ে ক্ৰম ; চ'বাৰ ফুকনসকলৰ আগত হ'লে, জাপি আঁৰ দি আঁতৰি যাব পায়। ইতৰ ফুকন, বৰুৱাক চাওঁতে যোৱা চ'বাৰ ফুকনসকলেও দেখিব নাপায়।

চমুৱা ফুকন কেইজনাই ঘৰৰপৰা আহোঁতে আপোন আপোন মৰ্য্যাদা অনুসৰি কপৰ চুলাৰে পানী জাপি, টুপি জাপি, খেৰ, পাখিবিচনি, কপৰ বেৰি দিয়া লাখুটি ইত্যাদি লৈ আহে। দোলাৰবীয়া চ'বাৰ টুপৰ চকৰা ফুকনে ভৰি ধোৱাটো খুটাৰ মাজে, পচিম কালৰটো খুটাৰ ওৰিতে, ভৰি ধুই ভিতৰলৈ যায়। সেই ভৰি ধোৱাৰ পোনে সেই চ'বাৰ পচিম বাৰতে পানী জাপি থাকি থয়। বাটত অহাত ৰৰভাণ্ডাৰ বৰুৱায়ো একতীয়া হৈ ফুকনক বাট এৰি দিয়ে, আৰু চমুৱা ফুকনেও জাপি আঁৰ দি, ৰৰভাণ্ডাৰ বৰুৱাক বাট এৰি দি, আঁতৰি যাব পায়। ইতৰ বৰুৱা ফুকনৰ লগত ৰৰভাণ্ডাৰ বৰুৱাৰ দেখাদেখি হ'লেও, এয়েই ক্ৰম।

চমুৱা ফুকন কেইজনা যদি মাটিয়ে আহে, ওপৰত বৰজাপি ধৰে। বৰ বৰযুগ হ'লে আৰু টান ব'লত ৰৰভাণ্ডাৰ বৰুৱা, ঢেকিয়াল বৰুৱা, দোলাধৰা বৰুৱা আৰু

থাৱৰবীয়া বৰুৱা ইবিলাকেও মাটিয়ে অহাত বৰজাপি ধৰাই আছে, সদায় কিন্তু সোমাবে। তদিতৰে মাটিয়ে অহাত বৰজাপি ধৰাই ফুৰিব নাপায়। বৰভাণ্ডাৰ বৰুৱাবো ঘূৰণীয়া বিচনি আৰু কণৰ বেৰি দিয়া লাখুটি আছে, আৰু ওঁবিকা দুৱাৰৰ বাজৰ চতিটোৰ পূবৰটো খুটাতে ভৰি থুই সোমায়গৈ।

বৰঘৰৰ টুপলৈ যাওঁতে তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন, চ'ৰাৰ ফুকন, আৰু খেৰবিচনি পোৱা চমুৱা ফুকন, এইসকলে আঁৰ-চৰাখনৰ পশ্চিম মূৰে ওলায়— সোমায়; বৰভাণ্ডাৰ বৰুৱা প্ৰভৃতি ইতৰ ফুকন বৰুৱাসকল সেই চৰাৰ পূব মূৰে ওলায় সোমায়। চ'ৰাত বৰবৰুৱা বহি থাকিলে, ওচৰলৈ যাব লাগিলে, চমুৱাফুকন কেই-জনাই (যদিহে স্বৰ্গদেৱ আৰু ডাঙৰীয়াসকল চ'ৰাত নাথাকে) তিনিশলীয়া ছালকঠৰ মুৰাত বহে, আৰু বৰবৰুৱাৰ পানীচোৱালৈ গ'লেও, চমুৱাফুকন কেইজনাক বহিবলৈ পাটি চৰা দিয়ে; তদিতৰ ফুকন বৰুৱাই বৰবৰুৱাৰ আগত আঠু লৈ বহে। বৰভাণ্ডাৰ বৰুৱা হ'লেই কপৰ চুলা, পহিঁচাঙি পায়, এই দুটা দ্ৰব্য ল'বলৈ জনাব নালাগে; সোণৰ খাৰু আৰু টেমি ল'বলৈ হ'লে জনাব লাগে। ছোলাধৰা বৰুৱা, থাৱৰবীয়া বৰুৱা আৰু ঢেকিয়াল বৰুৱা, এই তিনিওজনা বৰভাণ্ডাৰ বৰুৱাৰ তুল্যাই। তিনি ঘৰি গোঁহাই আৰু ৰজাৰ জোঁৱাইক বাজকৈ, নাওশলীয়া ফুকন, আৰু তামুলী ফুকন এওঁলোকে কপৰ চুলাত বাজে আন দ্ৰব্যখিনি ল'বলৈ স্বৰ্গদেৱত জনাব লাগে, দিলেহে ল'ব পাৰে। খেৰ, বিচনিবো সেয়েই, স্বৰ্গদেৱৰ আজ্ঞা ল'লেহে ল'ব পাৰে। ইতৰ ফুকন বৰুৱাই হ'লে, কপৰ চুলা ল'বলৈকে জনাব লাগে। বৰভাণ্ডাৰ বৰুৱাৰ নামে চমুৱা ফুকন বৰুৱাৰ কোনো কোনোজনে ভিতৰলৈ যাওঁতে, বৰভাণ্ডাৰ বৰুৱাই ভৰি থোৱা খুটাটোৰ পশ্চিমৰটো খুটাত ভৰি থোৱে।

বৰচ'ৰাত, স্বৰ্গদেৱ বহাত, যি কোঠাত স্বৰ্গদেৱ বহে, সেই কোঠাৰপৰা দক্ষিণলৈ যাওঁতে একোঠা এৰি, তাৰ ওচৰৰ কোঠাত, চ'তিৰ তলতে দুই খুটাৰ মাজত পূব-ফালৰপৰা লানিকৈ বুঢ়াগোঁহাই, বৰগোঁহাই আৰু বৰপাত্ৰগোঁহাই এই তিনিজনা ডাঙৰীয়া বহে; সুদা মাটিতে আগকাললৈ পিৰ্-চোৱা পেলায়। বৰগোঁহাই ডাঙৰীয়াৰ বাম কাষৰেপৰা সদিয়াখোৱা গোঁহাই, সলাল গোঁহাই আৰু মৰঙীখোৱা গোঁহাই, এই তিনিজনা দাঙিৰলীয়া গোঁহাই বহে; কিন্তু কোনো সময়ত ইয়াতে বিপৰীতো হয়। কোনো সময়ত গোটেইটো চ'তিৰে পূব খুটাৰেপৰা দক্ষিণলৈ ক্ৰমে তিনিটা খুটাত বুঢ়া-গোঁহাই আদি তিনিজনা ডাঙৰীয়া বহে। তেতিয়া সেইটো চ'তিৰে পশ্চিমটো খুটাৰে-পৰা দক্ষিণলৈ লানিকৈ বৰবৰুৱা আৰু চ'ৰাৰ ফুকন বাজখোৱাসকল বহে। এই ক্ৰমে বহাত, দাঙিৰলীয়া গোঁহাই তিনিজনা চ'ৰাৰে দক্ষিণ টুপৰে জোৱাৰ চ'তিৰ পূবৰটো খুটাতে, থাইলাতৰ খুটাতে, বহিয়ালধৰা খুটাতে ক্ৰমে বহে। এই থিয় লানিৰে বহাত, তিনিজনা ডাঙৰীয়া যিটো খুটাত বহে, স্বৰ্গদেৱ নবহাতো, সেইজনা ডাঙৰীয়া সেইটো

খুটাতে থকে। ডাঙৰীয়াসকল পথলীয়া দৰে বহিলে, সেইটো চ'তিৰে পচিমে ফকামৰ খুটাবেপৰা দক্ষিণলৈ শাৰীকৈ পিৰালিত ৰৰুৱা আৰু চ'ৰাৰ ফুকন বাজখোৱাসকল থকে। এই সকলৰ পাছত, দেওধাই, বাইলুং, চেটীয়াপাত্ৰ বৰুৱা, খৰফলীয়া বৰুৱা, এইসকল থকে। এই দক্ষিণকালৰ চ'ৰাৰ সভাখন বৰবৰুৱাই নেওগ ফুকনৰ দ্বাৰাই নিৰূপণ কৰায়।

**দক্ষিণকালৰ চ'ৰাৰ সভা**

স্বৰ্গদেৱৰ বহা কোঠাৰ উত্তৰৰ কোঠাও প্ৰায় উদঙকে ৰুলিব লাগে; মাত্ৰ ওচৰতে তামুলীলিগিৰা, বৰতামুলী, পিকদান ধৰা, চোঁৱৰ লোৱা পাঁচনি, কদাচিত হাতবিচনি লোৱা লিগিৰা এই পাঁচজন থকেগৈ। সেই উদঙ কোঠাৰ উত্তৰৰ কোঠাৰ চ'তিৰ তলতে, সোমাতে বাট বাখি, সেই বাটৰে পুব কোষবেপৰা, সেই চ'তিৰ মূৰৰ পূৰটো খুটাৰ ওচৰৰ ঠাই খনিতে পাঁচনি ৰৰা থকে, তালৈকে লাগিহৈ, বজা চুলি লগা দুই এখন দা লৈ পাঁচনিৰ পালি থকে। এই খুটাৰে পূৰৰকালে কিছু দক্ষিণফলীয়া হৈ চমুৱা পাঁচনি ৰৰাটো থকে। সেই বাটৰ পশ্চিম কোষবেপৰা হাতত তৰোৱাল লৈ লিগিৰাহঁতৰ পালি থকে। সেই লগতে পশ্চিম ফাললৈ লাগি হৈ, বাজে চমুৱা ফুকন বৰুৱাও কিছু থকে। তামুলীলিগিৰা-হঁত থকাটো চ'তিৰ পশ্চিমৰটো ফকামৰ খুটাবেপৰা উত্তৰলৈ লাগিহৈ, বৰবৰুৱাৰ সমুখত খেৰবিচনি লোৱা চমুৱা ফুকনসকল থকে। তেওঁলোকৰ লাগিতে, পাছত বৰভাণ্ডাৰ বৰুৱা থকে। এই সকলৰ পোনেই উজনি ফালে ফকামৰ কোঠাত মেলখোৱা ৰজা আৰু গোঁহাইদেওসকল থকে। এওঁলোকক মাজতকৈ লৈ, দুয়োকাষে চমুৱা পাঁচনিহঁত এই কোঠাতে থকে। এই উত্তৰৰ কোঠাৰে পচিমফালে স্বৰ্গদেৱৰ দোলা থয়, পূৰফালে গন্ধীয়া ভঁৰালী আৰু মলীয়া ভঁৰালী, পেৰা-ভাৰী, এই সকলে নিজ নিজ কৰ্ম কৰে।

**উত্তৰফালৰ সভা**

এই উত্তৰফালৰ সভাখন কুকুৰাচোৱা বৰুৱা আৰু পাঁচনি ৰৰাই নিৰূপণ কৰে। খলাৰ সভাৰ নিৰূপণ হ'লে ঢেকিয়াল ফুকন বা ঢেকিয়াল বৰুৱাই, কিম্বা দোলাকাষৰীয়া বৰুৱা বা চাওডাঙৰ বৰুৱা এইসকলে কৰে; কিন্তু ঢেকিয়াল বৰুৱা আৰু ঢেকিয়াল ফুকন এওঁলোক দুজনেহে চ'ৰাত বহিব পাৰে, দোলাখৰীয়া বৰুৱা আৰু চাওডাঙৰ বৰুৱা খলাতহে বহিব পায়।

স্বৰ্গদেৱ বহাৰ কোঠাৰ পূৰফালৰ ফকামৰ কোঠাত তামুলীদাৰে বৰতামুলী আৰু তামুলীহঁত থকে। এই কোঠাৰ দক্ষিণফালে সভাপণ্ডিত এইসকল থকে। ইয়াৰ দক্ষিণ ফকামৰ কোঠাত গণক জ্যোতিষীয়া থকে, ইয়াৰ দক্ষিণ ফকামৰ কোঠাত কটকীহঁত থকে; আৰু দক্ষিণ টুপৰ উজনিফালে খাওন্দহঁত থকে; তাৰ ভাটিৰফালে ডাঙৰীয়াসকলৰ হাতীমূৰীয়াহঁত থকে। সততে স্বৰ্গদেৱ থকা নগৰৰ বৰচ'ৰাতো বৰবৰুৱা আদি চ'ৰাৰ ফুকন জনচেৰেক নবহি উদঙে থ'ব নাপায়। যদি স্বৰ্গদেৱ অন্য নগৰ বা বাহৰলৈ যায়, তেতিয়া নগৰ বদিবা প্ৰায় উদঙেই, তেও বৰচ'ৰা উদঙে নাথাকে। বৰবৰুৱাৰ

অনুপস্থিতিত, ন্যায়সোধা ফুকনেই সততে সেই বৰচ'ৰাত বহে, আৰু সেই নগৰলৈ স্বৰ্গদেৱ আৰু বৰবৰুৱা নাহেমানে তেঁৱেই বৰবৰুৱাৰ কাৰ্য্যখিনি চলায়।

বৰপাত্ৰ ভাণ্ডৰীয়া বহাটো খুটাতে সদাই বৰচ'ৰাত বৰবৰুৱা বহে; কিন্তু যোজ দুপৰ মাৰিলেই বৰবৰুৱা চ'ৰাত বহে, দুপৰ চাৰিদণ্ড মাৰিলেই পানীচোৰালৈ গৈ জিৰায়; তিনি পৰ মাৰিলেই আকৌ চ'ৰাত বহেহি; গধূলি চাৰিদণ্ড মাৰিলেই উঠি যায়। মেলৰ নেওগ বৰা ইত্যাদিয়ে বৰবৰুৱা বহাৰ পোনেই খলাত দুশাৰী হৈ, আঠু লৈ বহি কথা জনায়। বৰবৰুৱা নিতে পৰত পানীচোৰাতে থাকি, ৰাতিপুৱা চাৰি ডঁৰিয়াত ৰাজঘৰলৈ গৈ, খাই বই দুপৰত নগৰ সোমায়হি। চ'ৰাৰ ফুকনসকলে হ'লে থকুৱাদিয়া চৰাৰে চাৰিওফালে ঢাকি, চ'ৰাতে পৰ দিয়ে; ৰাজখোৱাসকলৰো এয়ে ক্ৰম। নগৰৰ ভিতৰৰ পালিঘৰত শোৱা চাং বা পীড়া কোনেও ল'ব নাপায়; মাটিৰে ওখ ভেঁটি কৰি লয়; কোনোৰে তাতে কাঠৰ চলীয়া পাটকো লয়; খৰম, পইজাৰ, আঠুৰা ইয়াকো ল'ব নেপায়। চৰিয়া, পিক্‌দান ইয়াকো ধাতুৰ ল'ব নেপায়, কাঠৰহে ল'ব পায়, আৰু খৰম, পইজাৰৰ সলনি বুলনীচৰাহে লয়। ৰেৰা, কাঁহী, কাঁহবৰান ইয়াকেহে ব্যৱহাৰ কৰে।

বৰবৰুৱা সৰ্ব্বপ্ৰধান বিচাৰকৰ্ত্তা; সেই কাৰণে তেওঁৰ নিতে পৰ। চ'ৰাত বৰবৰুৱা যিটো খুটাত বহে, সেইটো খুটাৰ দক্ষিণফালে নাওবৈছা ফুকন বহে, ইয়াৰ দক্ষিণটো খুটাতে উত্তৰফালে ডেকাফুকন, আৰু দক্ষিণফালে দিহিঙ্গীয়া ফুকন, বহে পশ্চিমফালে সেই বৰবৰুৱা বহা খুটাটোৰ পশ্চিমৰটো খুটাতে নফুকন বহে; নফুকন বহাৰ দক্ষিণটো খুটাতে নেওগ ফুকন বহে; কিন্তু বৰখুটাতকৈ ভিতৰৰ ফাললৈ আগবাঢ়ি সোমাই বৰবৰুৱা প্ৰভৃতি কোনো বহিব নেপায়। সেই বৰখুটাকে সীমা কৰি ফকামৰ কোঠাত পথলীয়াকৈ মেলাকঠ আদিতহে সেইসকল বহে। দক্ষিণ টুপৰ পূৰফালে, টুপৰ জোৰাৰে খুটাৰ দক্ষিণ-পূৰ কোণতে চাংকঙ্গ ফুকন বহে, এওঁৰ দক্ষিণেই ন্যায়সোধা ফুকন বহে। এই টুপৰ জোৰাৰ খুটা আৰু তাৰে ফকামৰ খুটা, এই দুইৰ মাজতে থিয়কৈ এটীয়া কঠ মেলি ফকামৰ কোঠাতে বছা ৰাজখোৱা আৰু নিবুকিয়াল ৰাজখোৱা এওঁলোক দুই বহে।

গুৱাহাটীয়া ফুকন ৰাজখোৱাসকল আহিলে, চৰাৰ দক্ষিণ টুপৰ ঘৰিয়াল ধৰা খুটাৰ দক্ষিণে, টুপতে থিয়কৈ কঠ একোটা পাৰি ৰাজখোৱাসকল বহে; পানীফুকন আদি ফুকনসকল মৰ্যাদাৰ আগপাছ ক্ৰমে উজনীয়া ফুকনসকলৰ মাজে মাজে বহে। দৰঙ্গীৰজা আৰু ৰাণী ৰজা আহিলে, দাঁতিয়লীয়া গোঁহাই তিনিজনা বহা দক্ষিণ টুপৰ জোৰাৰ চ'তিৰ পূৰৰটো খুটাতে বহে। এওঁলোকৰ দাঁতিতে ডিমৰুৱাৰ ৰজা, বৰদুৱাৰৰ ৰজা, ম-দুৱাৰৰ ৰজা, আৰু বেলতলাৰ ৰজা প্ৰভৃতি এই কেগৰাকী ৰজাপোৱালিও বহে। নিতে চৰাত বৰবৰুৱা বহাত, বৰবৰুৱাৰ সমুখৰ উত্তৰফালৰ খুটাটোৰ দক্ষিণে ভিতৰ

লোৱাই ৰুকাৰ কোঠাত ভাৰৰীয়াসকলৰ আৰু চাকিসকীয়া খাটনীয়াৰ আৰু সভাপণ্ডিত এই দুৰ্বল বহি কথাবাৰ্তা কৰাৰ। এইসকলৰ পুৰকালে, সেই কোঠাতে ৰাইতে খলাৰ-পৰা আৰু কৰা কথাকে মুখ দি সুধি বুজাবৰ কাৰণ ৰবকটকী এটা আছে। এইটো খুটাৰ গুচৰকৈ পিৰালিতে মোটোকোৰা চালতে ৰবকাকতীটো; পশ্চিমফালে ভিতৰুৱাল ফুকন বহাবেগৰা দক্ষিণলৈ ৰুকাৰৰ কোঠাৰ মাজে মাজে কটকী, দলৈ আৰু কাকতীহঁত ৰহে।

## ৰজাৰ কুঁৱৰী আৰু বিষয়াসকলৰ শ্ৰেণীৰ মৰ্য্যাদা

আহোম স্বৰ্গদেৱসকলৰ কেইবা গৰাকীও কুঁৱৰী থাকে। সেইসকলৰ ভিতৰত ৰৰকুঁৱৰী (বা পাট মাদৈ), পৰ্ব্বতীয়া কুঁৱৰী আৰু বাইভজীয়া কুঁৱৰী, এই তিনিগৰাকীয়েই প্ৰধান। এওঁলোকৰ বাহিৰেও কোনো কোনো জনা স্বৰ্গদেৱৰ ৰৰমাহী কুঁৱৰী (বা মাহী কুঁৱৰী) আৰু সৰুমাহী কুঁৱৰী (বা সৰু কুঁৱৰী) আদি কুঁৱৰীও থাকে। সেইহে নাম লোৱা কুঁৱৰীসকলৰ মান-মৰ্য্যাদা প্ৰধান কুঁৱৰী তিনি গৰাকীতকৈ কম।

প্ৰধান কুঁৱৰী
মাহী কুঁৱৰী

ৰৰকুঁৱৰী স্বৰ্গদেৱৰ অৰ্দ্ধাঙ্গিনী আৰু জীৱনত প্ৰধান সহচৰী; তেওঁৰ বিলগে কোনো "মেল" নাই। আন কেগৰাকী কুঁৱৰীয়ে একোখন "মেল" পায়, আৰু তাৰ আয়ৰপৰাই তেওঁলোকৰ ভৰণ-পোষণ চলে। পৰ্ব্বতীয়া কুঁৱৰীয়ে "পৰ্ব্বতীয়া মেল" আৰু বাইভজীয়া কুঁৱৰীয়ে "বাইভজীয়া মেল" খন পায়। মাহী কুঁৱৰীবিলাককো একোখন "মেল" দিয়া হয়, তাক "মাহী মেল" বোলে। স্বৰ্গদেৱৰ মাহীকুঁৱৰী থাকিলেই বা নাথাকিলেই, কোনো কোনো জনা স্বৰ্গদেৱে ভৰণ-পোষণৰ অৰ্থে তেখেতৰ আপোন মাহীদেৱেককো এনে "মাহী মেল" একোখন দিছিল। এই "মেল"বিলাক কিন্তু কুঁৱৰীসকলৰ চিৰকলীয়া নহয়, স্বামীৰজাৰ মৃত্যুৰ পাচত প্ৰায়েই এনে মেলৰ ওপৰত কুঁৱৰীসকলৰ কোনো হাত নাথাকে।

পৰ্ব্বতীয়া মেল
বাইভজীয়া মেল
মাহী মেল

ৰৰকুঁৱৰীৰ মান আটাই কেওগৰাকীতকৈ বেছি; স্বৰ্গদেৱৰ দৰেই তেখেতে কেকোবাদোলা আৰু শুকুলা আবোৰান আদি মৰ্য্যাদা পায়; পৰ্ব্বতীয়া আৰু বাইভজীয়া কুঁৱৰীয়ে পহিচাদি আৰু ৰঙা আবোৰান পায় (কোনো কোনো জনাক কেকোবা দোলাও দিয়ে), মাহীকুঁৱৰীসকলে হ'লে পহিচাজিহে পায়, আৰু সিবিলাকে ৰঙা আবোৰানো ব্যৱহাৰ কৰিব নোৱাৰে। ৰহোঁতে ৰৰকুঁৱৰীৰ ক'লা কাৰলিৰ ওপৰত কেণকৰা তলছা, পৰ্ব্বতীয়া আৰু বাইভজীয়া কুঁৱৰীৰ ৰঙা কাৰলি,

ৰৰকুঁৱৰী
পৰ্ব্বতীয়া কুঁৱৰী
বাইভজীয়া কুঁৱৰী
মাহী কুঁৱৰী

আৰু মাহী কুঁৱৰীসকলৰ বগ্য কামলি, এনে নিয়ম আছিল। মেলবিলাকৰ নিৰ্দ্ধাৰিত বিষয়া আছিল, যেনে, পৰ্ব্বতীয়া ফুকন, পৰ্ব্বতীয়া বৰুৱা, বাইডঙ্গীয়া ফুকন, মাহীমেলীয়া বৰুৱা ইত্যাদি। যাৰ মেল, সেই কুঁৱৰীয়ে সেই মেলৰ উপস্বত্ব ভোগ কৰে।

ওপৰত উল্লেখ কৰা কুঁৱৰীসকলৰ বাহিৰেও ৰজাসকলৰ আৰু অনেক কুঁৱৰী থাকে; সেইবিলাকক চমুৱা কুঁৱৰী বোলে। চমুৱা কুঁৱৰীসকলৰ ভিতৰত যিগৰাকী স্বৰ্গদেৱৰ আটাইতকৈ লাগী হয়, তেওঁক "তামুলী কুঁৱৰী" আখ্যা দিয়া হয়। চমুৱা কুঁৱৰীসকলৰ "মেল" নাই; তেওঁলোকৰ ভৰণপোষণ ৰজাৰ ভঁৰালৰপৰাই হয়। মান-মৰ্য্যাদাত তেওঁলোকৰ লোহাৰ ঢেকৰ লগা চাঙ্গি (দোলা) ৰহাত পাটি ঢাবি, কোনোজনাক কেতিয়াবা উকা তলছাও দিয়ে।

**চমুৱা কুঁৱৰী**
**তামুলী কুঁৱৰী**

সকলোবিলাক কুঁৱৰীৰেই মৰ্য্যাদা আৰু অৱস্থা অনুসৰি অনেক লিগিৰা-লিকচৌ থাকে। কেতিয়াবা ভাল পালে সেই লিগিৰা বিলাকৰে অনেকক ভাল বিষয়া পতা হয়। চকুত লগা ধুনীয়া লিগিৰীক কেতিয়াবা স্বৰ্গদেৱসকলে চমুৱা কুঁৱৰীৰ মান-মৰ্য্যাদাও দিয়ে। কেতিয়াবা কেতিয়াবা ৰজা আৰু কুঁৱৰীসকলৰ প্ৰিয়পাত্ৰ হ'বলৈ ডাঙ্গৰীয়াসকলৰ আৰু ফুকন বৰুৱা আদি বিষয়াৰ সন্তানেও লিগিৰা সোমাই ৰজাৰ অন্দৰমহল আৰু কুঁৱৰীচোলত থাকিছিল, সিবিলাকক ভিতৰুৱাল আখ্যা দিয়া হৈছিল আৰু অৰন্ধুৱা লিগিৰাসকলৰ অন্তৰ্ভুক্ত আছিল। ৰজা বা কুঁৱৰীসকলৰ লিগিৰা হ'বলৈ সেই কালত মানুহে একো বেয়া নাপাইছিল; অধিক কি, ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত দিহিঙ্গশত্ৰুৰ অধিকাৰ গৰাকীয়েও স্বৰ্গদেৱৰ মাজু লিগিৰাৰ ঠাই অতি আগ্ৰহেৰে লৈ ভিতৰুৱাল হৈছিল। স্বৰ্গদেৱৰ চাঙ্গলৈ সমভাগে ডাঙ্গৰীয়াসকলেই যাব নোৱাৰে; ভিতৰুৱাল বিলাকলৈ কিন্তু তেনেকুৱা কোনো বাধা নাছিল। তেওঁবিলাকে সততে স্বৰ্গদেৱৰ ওচৰলৈ যেতিয়াই মন যায়, তেতিয়াই যোৱা অহা কৰি থাকিব পাৰিছিল, আৰু সেইসকলে তাকে গৌৰৱ বুলি ভাবিছিল।

**ভিতৰুৱাল**
**অৰন্ধুৱা লিগিৰা**

দুখৰ বিষয়, আজিকালি অনেকে কিন্তু সকলো লিগিৰাকে একে শ্ৰেণীৰ কৰি, লিগিৰা বুলিলেই অপমানজনক বুলি ভাবি লয়। লিগিৰাবিলাকক দুই ভাগে বিভক্ত আছিল, যেনে অৰন্ধুৱা লিগিৰা আৰু ৰন্ধুৱা লিগিৰা। বৰ লিগিৰা, মাজু লিগিৰা, সৰু লিগিৰা, হেজ্‌দান ধৰা আদি কিছুমান লিগিৰা এই অৰন্ধুৱা লিগিৰাৰ অন্তৰ্ভুক্ত আছিল; ভঁৰালী লিগিৰা, গা-চোৱা লিগিৰা আদি লিগিৰাবিলাক ৰন্ধুৱা লিগিৰাবিলাকৰ অন্তৰ্ভুক্ত। অৰন্ধুৱা লিগিৰাৰ বৰ, মাজু আৰু সৰু লিগিৰা এই তিনিজনক "বয়স্য" বুলি ধৰিব লাগে, সেইসকলৰ মান-মৰ্য্যাদাও উচ্চস্তৰৰ বিষয়াৰ দৰে পৰ্হি চাঙ্গি, কেপ্‌-

**বৰ লিগিৰা**
**মাজু লিগিৰা**
**সৰু লিগিৰা**
**ভঁৰালী লিগিৰা**
**গা-চোৱা লিগিৰা**

কথা তলছা ইত্যাদি আছিল। সেইবিলাক সকলোবেই তা-ভাজবীয়া আৰু আৰ আন শাতধৰীয়া আহোমৰ বংশৰ মানুহ আছিল ; কেবল বিশেষ কাৰণৰ ওপৰতহে আহোম-ইতৰজাতীয় একমাত্ৰ দিহিঙ সত্ৰাধিকাৰক ৰাজু লিগিৰাৰ বাব দি ভিতৰুৱাল কৰি লোৱা হৈছিল।

এতিয়াবৰদৰে পূৰ্ব্বে ৰজাৰ কুঁৱৰীসকলে আবুৰ মামানিছিল। যোগ্য হ'লে কুঁৱৰীসকলে ৰাজকাৰ্য্যতো যোগদান কৰিছিল। কেইবাগৰাকী কুঁৱৰীয়েও ৰজাৰ অবৰ্ত্তমানে বা অক্ষমতাত ৰাজ্যৰ প্ৰকৃত শাসনভাৰ হাতত লৈছিল। সিংহাসনত বহোঁতে

কোঁৱৰ ডেকা

ৰজাই ৰৰকুঁৱৰীৰ লগতহে বহে। আন আন কুঁৱৰী-বিলাক ৰজাৰ নগৰতে সুকীয়া টোলত বাস কৰিছিল। লেখৰ কুঁৱৰী কেগৰাকীৰ পুত্ৰসন্তান বা ল'ৰাকহে কোঁৱৰ বোলা হৈছিল, চমুৱাকুঁৱৰী আৰু চকুতলগা ধুনীয়া গা-চোৱা লিগিৰীৰ স্বৰ্গদেৱৰ ফালৰ ল'ৰা হ'লে, সেইবিলাকক "ডেকা" বোলে, আৰু উপযুক্ত বুজি বেই কোনো "ডেকা"ৰ কৈনতে সুমাই দিয়ে।

এই গ'ল বাই ৰজা স্বৰ্গদেৱৰ কুঁৱৰীসকলৰ কথা। এইসকলৰ বাহিৰেও আৰু কেইগৰাকীমান কুঁৱৰী আছিল, যেনে, পুৰণিমেলীয়া কুঁৱৰী, এনাইৰৱীয়া কুঁৱৰী, ন-মেলীয়া কুঁৱৰী, চাবিঙীয়া কুঁৱৰী, তিপমীয়া কুঁৱৰী আৰু নামৰুপীয়া কুঁৱৰী। স্বামী-ৰজাৰ মৃত্যু বা ৰাজ্যভ্ৰষ্ট হোৱাৰ পাছতো (যদি তেওঁৰ নিজ সন্তান ৰজা হ'ব নোৱাৰে)

পুৰণিমেলীয়া কুঁৱৰী
এনাইৰৱীয়া "
ন-মেলীয়া "
চাবিঙীয়া "
তিপমীয়া "
নামৰুপীয়া "

কোনো কোনো কুঁৱৰীক পৰবৰ্ত্তী ৰজাজনে একোখন মেল দিয়ে, সেই মেলক পুৰণি মেল বোলে, আৰু কুঁৱৰীগৰাকীক পুৰণিমেলীয়া কুঁৱৰী বোলে। স্বৰ্গদেৱ-সকলৰ কোনো কোনোজনা এনাইদেৱেকক (মাকৰ মাকক) একোখন মেল দিয়ে, তাক এনাইৰৱীয়া মেল বোলে ; আৰু এনাইদেৱেক গৰাকীকো এনাইৰৱীয়া কুঁৱৰী আখ্যা দিয়া হয়। তামুলী কুঁৱৰীয়ে ন-মেলীয়া কুঁৱৰীয়ে প্ৰায় একেই ; তামুলী কুঁৱৰীৰ মেল নাই, আৰু তেওঁৰ গৰ্ভত হোৱা ল'ৰাক "ডেকা" বোলে, কোনো গৰাকী তামুলী কুঁৱৰীয়ে স্বৰ্গদেৱৰ অতি প্ৰিয়পাত্ৰী হৈ, খাটি-লুটি একোখন নিচেই সামান্য মেল লয় ; সেই মেলক ন-মেল বোলে আৰু কুঁৱৰীগৰাকীক ন-মেলীয়া কুঁৱৰী বুলি কয়। চাবিং ৰজাৰ কুঁৱৰীক চাবিঙীয়া কুঁৱৰী, তিপাম ৰজাৰ কুঁৱৰীক তিপমীয়া কুঁৱৰী আৰু নামৰুপীয়া ৰজাৰ কুঁৱৰীক নামৰুপীয়া কুঁৱৰী বোলে। পাছত নাম লোৱা কুঁৱৰী তিনি গৰাকীৰ বিলগে নিজৰ কোনো মেল নাই ; স্বামী ৰজাৰ মেলৰ উপস্বত্বকে সিসকলেও উপভোগ কৰে। মানসম্ভ্ৰমত পুৰণিমেলীয়া আৰু চাবিঙীয়া কুঁৱৰী দুয়ো সমান, এওঁলোক পৰ্ব্বতীয়া আৰু বাইভঙীয়া কুঁৱৰীৰে একে। ন-মেলীয়া কুঁৱৰী (কেতিয়াবা ন-কুঁৱৰী নামেও জানে) তিপমীয়া কুঁৱৰী আৰু নামৰুপীয়া

কুঁৱৰী, এওঁলোক তিনিগৰাকী একে সমান; মান-মৰ্য্যাদাত মাহীকুঁৱৰীসকলৰ দৰে; এওঁলোকৰ পুত্ৰসন্তান কোঁৱৰ। এনাইমৰীয়া কুঁৱৰীও এওঁলোকৰে সমান, মান-মৰ্য্যাদাও একে, কেৱল মেলখনহে বেছি।

পাটত উঠা ৰজাসকলৰ মাক জীৱিত থাকিলে, তেখেতসকলক "ৰাজমাও" দেউতা বোলে, ভৰণ-পোষণৰ নিমিত্তে এখন মেল দিয়া হয়। তাক খজীয়া মেল বোলে। মান মৰ্য্যাদাত পৰ্ব্বতীয়া কুঁৱৰীৰে একে। স্বৰ্গদেৱসকলৰ আইদেও-বিলাকক "গাভৰু" বুলিও কয়; সিবিলাকক যি মেল দিয়া হয়, তাক গাভৰুমেল বোলে; মানমৰ্য্যাদাৰ বিষয়ে ইয়াৰ ওপৰৰ আধ্যাত লিখা হৈছে।

**ৰাজমাও খজীয়ামেল**
**আইদেওসকল**
**গাভৰু মেল**

তিনিজনা ডাঙৰীয়াৰ ঘৈণীসকলক ডাঙৰীয়ানী বোলে, বুঢ়াগোহাঁই ডাঙৰীয়ানী, বৰগোহাঁই ডাঙৰীয়ানী ইত্যাদি। কেতিয়াবা কেতিয়াবা সেই সকলক অমুক ডাঙৰীয়াৰ ঘৈণী, তমুক ডাঙৰীয়াৰ ঘৈণী, এনে বুলিও কোৱা হয়। ডাঙৰীয়ানীসকলে পৰিচাদি পায়, কিন্তু সোনৰ চুলাৰে টুপিজাপি, পাখিবিচনি, আৰু আবোৰান আদি ডাঙৰীয়াসকলে পোৱাদ্ৰব্যৰ একোকে নাপায়, কেৱল দালৰৰে লগা সোনৰ চুলাৰে সিয়া জাপি, ইয়াকেহে পায়। ডাঙৰীয়ানীসকলে নগৰ সোমালে ৰৰষুণ বা ৰ'দ নিবাৰিবলৈ সৰুদৈয়া সিয়া জাপি মূৰত লৈ যায়, আৰু উজনি খন চাওডাঙ ভুৰাবেদি সোমাই, চাওডাঙ চ'ৰাত ৰহে। নগৰ লিগিৰী বা বসুৱা এজনীয়ে কলাপাত ভুখন লৈ যাব পায়; তাকে পাৰি দিয়ে; তাতে ডাঙৰীয়ানী ৰহে। কুঁৱৰীসকলৰ ঘৰলৈ গ'লেও সেই ক্ৰমেই কলাপাত পাৰি দিয়ে, তাতে তেখেতসকল ৰহে। মূৰত লৈ যোৱা সিয়া জাপিবোৰত বানতৰ ওপৰত অনেক প্ৰকাৰ সূতা আৰু কপসোণৰ গুণাকে বন কৰা ৰৰ ৰৰ জক লগাই, ওপৰ টুপত গোৱালমণিতে গঁথা তালপাত লগোৱা সোণৰ চুলাতে গছ কৰি দিয়ে। এইৰূপে সোণৰ চুলাৰে সিয়া জাপিকে ডাঙৰীয়ানীসকলে লয়।

**বিষয়াসকলৰ ঘৈণীসকল**

আন বৰুৱা ফুকনাদি বিষয়াসকলৰ স্ত্ৰীতকৈ ৰৰবৰুৱা আৰু ৰৰফুকনৰ ঘৈণীৰ মৰ্য্যাদা অতি অধিক। ৰজাৰ ঘৰত ৰৰবৰুৱানীক আৰু ৰৰফুকননীক অমুক বৰুৱানী আৰু ফুকননী বুলি সম্ভাষা কৰে, আৰু সভতে সিবিলাকক "গাভৰু" বোলে। ৰৰবৰুৱা আৰু ৰৰফুকনৰ ঘৈণীয়েও ওপৰত কোৱা সোণৰ চুলাৰে সিয়া জাপি ল'ব পাৰে, আৰু যাওঁতেও পৰিচাদিতেই গৈ নগৰ সোমাই মাটিয়ে মূৰত সিয়া সৰুদৈয়া জাপি লৈ, সেই চাওডাঙ ভুৰাবেই সোমায়; আৰু সেই চাওডাঙ, চ'ৰাতে ডাঙৰীয়া-সকলৰ ঘৈণীবোৰৰ দৰে হৈ, এখনীয়া কলাপাতত ৰহে।

তিনিজনা দাঁতিয়লীয়া গোঁহাইসকলৰ শ্ৰেণী বা গাভৰুসকলো মানমৰ্য্যাদা ইত্যাদিত বৰবৰুৱা আৰু বৰফুকনাৰ শ্ৰেণীসকলৰ দৰেই। চ'ৰাৰ ছয়ফুকন, অথবা খেৰবিচনি পোৱা চমুৱা, ফুকন, ৰাজখোৱা এইসকলৰ শ্ৰেণীসকল ৰাওঁতেও পৰিচাদিবেই গৈ নগৰ লোমাই, চাওডাঙ্, চ'ৰাত ৰবৰুৱানী, বৰফুকননী আৰু দাঁতিয়লীয়া গোঁহাইৰ গাভৰুসকলৰ নাবে এখনীয়া কলাপাতত বহে ; মাত্র সিয়া জাপি লোৱাতহে অলপ তাৰতম্য কৰি লয়, অৰ্থাৎ বৰবৰুৱানী, বৰফুকননী প্ৰভৃতিতকৈ চমুৱা ফুকননী প্ৰভৃতিয়ে জাপিত দুই এখন বনৰ কম কৰি চুলা আৰু জক লয় ; আৰু চমুৱা ফুকননী, ৰাজখোৱানী প্ৰভৃতিয়ে, চকৰা ফুকননী সকলতকৈ কম কৰি ল'ব পায়। বৰভাণ্ডাৰ বৰুৱা আদিৰ শ্ৰেণীসকলবো এয়ে ক্ৰম। কুঁৱৰীসকলৰ ঘৰলৈ গ'লেও এই ক্ৰমেই বৰবৰুৱানী, বৰফুকননী প্ৰভৃতিক এখনীয়া কলাপাতত বহিবলৈ দিয়ে ; ইতৰ ফুকন বৰুৱাৰ স্ত্রীক বহিবলৈ পাত নিদিয়ে ; সিবোৰ মাটিতে লেপেতি কাঢ়ি বহে। ইয়াত বাজে জালভাৰী ফুকন, গন্ধীয়া বৰুৱা, মজুমদাৰ বৰুৱা, খনিকৰ বৰুৱা, শেনচোৱা বৰুৱা আৰু খনিকৰ ফুকন, "এই সকলৰ শ্ৰেণীবে আৰু মেলডগীয়া ফুকন সকলেবে কেইজন মানুহৰ তিৰোতাই সময়মতে তাৰতম্য কৰি সেই চুলা আৰু জক ল'ব পাৰে।

ইতৰ ফুকন বৰুৱাৰ শ্ৰেণীবোৰে চুলাত ডালপাতহীনকৈ চপা একো পাহ লয়। তদিতৰ ফুকন বৰুৱাৰ তিৰোতাসকলে কপৰে চপা লগোৱা জাপি ল'ব পোৱাও আছে, নোপোৱাও আছে। ওপৰত কৈ অহা বিষয়াসকলৰ আৰু তেখেতবিলাকৰ শ্ৰেণীসকলৰ বাহিৰেও, ৰজাৰ ভিতৰুৱা কিছুমান লিগিৰা খেলৰ কৰ্ম্মচাৰী আছিল, সেইসকলৰ মান-মৰ্য্যাদাৰ বিষয়ে অলপ উনুকিয়ায়েই আমি এই আধ্যা সমাপ্ত কৰিম। সেইসকলৰ

বৰ তামুলী
বৰ খাটনিয়াৰ
বৰ তামুলী লিগিৰী
খাটনিয়াৰ ওজা
নাচনীৰ ওজা

ভিতৰত বৰ তামুলী আৰু বৰ খাটনিয়াৰৰ সমান মৰ্য্যাদা ; ৰাজসভা আৰু যজ্ঞাদি বাৰ্ষিক কৰ্ম্মত বহিবলৈ হ'লে পালতীলিগিৰীয়ে কলাপাত পাৰি দিয়ে। বৰ-তামুলী লিগিৰী, খাটনীয়াৰ ওজা আৰু নাচনীৰ ৪ ওজা, এই ছজনবো একে মৰ্য্যাদা, ৰাজসভাত সেই পালতী লিগিৰীয়েই ছোলাধৰা ভঁৰালৰপৰা কলাপাত ছখন নি পাৰি দিয়েগৈ ; তাতে সিবিলাক ছজনাও বহে ; কিন্তু বৰতামুলী লিগিৰী আৰু বৰখাটনীয়াৰ এই দুগৰাকী স্বৰ্গদেৱৰ চাজত থকা হেতুকে মগজুৰৰা বৰজাপি পায়, আৰু তেওঁবিলাক দুইৰ এক্তিয়াৰ বেছি ; খাটনীয়াৰ ওজা আৰু নাচনীৰ বৰ ওজা চাৰিজনক এক্তিয়াৰ বহু কম, আৰু জাপিত মগজু মৰা নাথাকে। বৰতামুলী লিগিৰী, বৰতামুলী আৰু বৰখাটনীয়াৰ এই কেগৰাকীক স্বৰ্গদেৱৰ আজ্ঞা শুনাই মজিন্দাৰ বৰুৱাই ৰাটঘৰৰ বৰজখলা মুখৰ টাকাকত, আৰু খাটনীয়াৰ ওজাজনক কোমঘৰৰ জখলামুখৰ টাকাকত পাতে। নাচনীৰ বৰওজা চাৰিজনক হ'লে বৰচ'ৰাৰ স্বৰ্গদেৱ বহা সিংহাসন থকা

খোঁটালিৰ বাটৰ পশ্চিমে পাতে। তাৰ দক্ষিণ খোঁটালিত মাচৰীৰ সৰু ওজাসকলক, সাতো ঘোৰা গায়নৰ মুখীয়াল গায়নসকলক আৰু খিয়ালিছ বাজান। বজোৰা বৰ বায়নসকলক মজিন্দাৰে স্বৰ্গদেৱৰ আজ্ঞা শুনাই সেই খোটালিতে বাটৰ পশ্চিমে পাতে।

## আহোমবিলাকৰ সামাজিক কথা

টাই বা আহোমবিলাকৰ ডাঙৰ ঠাল সকলো অৱস্থাতে ডাঙৰ ; অৰ্থাৎ ককায়েকৰ সন্তিসন্তান ভায়েকৰ সন্তানাদিতকৈ বয়সে সৰু হ'লেও, সিবিলাকে ডাঙৰ সন্মান পায় ; ভায়েকৰ পুতেক বয়সে ডাঙৰ হ'লেও বৰপিতাকৰ পুতেকক ককাইদেও বুলিব আৰু তেনেকুৱা সন্মানাদি কৰিব লাগে। আহোমবিলাকৰ জীৱনত অনেক পৰিবৰ্ত্তন ঘটিছে ; পূৰ্ব্বৰ ৰীতিনীতি আজি আহোমৰ একো নাই ; সেই বুলিও কিন্তু আজিলৈকে সিবিলাকৰ ভিতৰত "ডাঙৰ ঠাল সকলো অৱস্থাতে ডাঙৰ" এই নিয়ম প্ৰচলিত আছে। সিবিলাকে আজিকালিও ববাপেকৰ পুতেকক, বয়সে সৰু হ'লেও ককাই বোলে, আৰু দদাইদেৱেকৰ পুতেকক, বয়সে অনেক ডাঙৰ হ'লেও, সৰু ভায়েকৰ দৰে ব্যৱহাৰ কৰে। সেইদৰে মাকৰ ককায়েকৰ পুতেকক সৰু হ'লেও ককাই আৰু মোমায়েকৰ (মাকৰ সৰু ভায়েকৰ) পুতেকক বয়সে বৰ হ'লেও ভাই বোলে।

সিবিলাকৰ ভিতৰত উত্তৰাধিকাৰী স্বত্বটোও আজিকালিৰ দৰে নাছিল। মৃতকৰ সম্পত্তিৰ ভাগ তিৰোতাই বা জীয়ৰীবিলাকে পাব নোৱাৰিছিল। কোনো লোক অপুত্ৰক অৰ্থাৎ মতা ল'ৰা নোহোৱাকৈ মৰিলে, তেওঁৰ সম্পত্তি জীয়েকইঁতে নাপাই তেওঁৰ নিচেই ওচৰ বঙহৰ ডাঙৰ ঠালৰ ডাঙৰ গৰাকী মানুহেহে উপভোগ কৰিবলৈ পাইছিল। ৰাজবংশ কি অন্যান্য ইতৰ আহোম সকলোৰে ভিতৰত এই নিয়মেই প্ৰচলিত আছিল ; ৰাজসিংহাসন আৰু ৰজাৰ ৰাজহৰা বসন-ভূষণ ৰাজঅলঙ্কাৰাদি সম্পত্তিত মাথোন এই নিয়ম নাখাটিছিল। সেইবিলাক সম্পত্তি পৰৱৰ্ত্তী ৰজাজনে (স্বৰ্গীৰজাৰ তেওঁ যিমানদূৰ সম্পৰ্কীয় হওক লাগে) ৰজাঘৰীয়া বিশেষ উত্তৰাধিকাৰী সূত্ৰে উপভোগ কৰিবলৈ পায়। আহোমৰ উত্তৰাধিকাৰী প্ৰথা "মিতাক্ষৰ'ৰ লগত মিলে ; কিন্তু বৰ্ত্তমান সিবিলাকৰ সেই প্ৰথাৰ প্ৰচলন একেবাৰে নাই। মহাৰাজা জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনৰে আহোম ৰজা; ডা-ডাঙৰীয়ালকলে প্ৰকাশ্যৰূপে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে; তাৰেপৰা আহোমবিলাকো হিন্দুৰ এটা প্ৰধান অঙ্গ হৈ পৰে। বৰ্ত্তমান সিবিলাক "দায়ভাগ" মতে চলে আৰু বিবাহ এৰি সকলো কাৰ্য্যতে হিন্দুৰ নিয়ম প্ৰতিপালন কৰে। মুঠতে ক'বলৈ গ'লে, আহোমবিলাক বৰ্ত্তমান হিন্দুসমাজৰ এটা প্ৰধান অঙ্গ।

আহোমবিলাকৰ আচাৰবিচাৰ আৰু ৰাজনীতি প্ৰায় সকলোবিলাকেই বৰ্ত্তমান

অন্যান্য হিন্দুবিলাকৰে একে হ'লেও, সিবিলাকৰ সম্বন্ধ বুজোৱা মাতকথাত অলপ তাৰতম্য আছে। সেই সম্বন্ধে তলত অলপ উদ্ধৃতিউদ্ধৃত হ'ল: আহোমবিলাকে পূর্ব্বে—

আজু ককাকক (প্রপিতামহক) "লিন্" বা "পুলিন" বুলিছিল; আজিকালিও "পুলিন" বোলে। আজু বুঢ়ীমাকক (প্রপিতামহীক) "য়ালিন" "জা-থাও" আৰু "বাইচাও" বুলিছিল; আজিকালিও "বাইচাও" বোলে। ককাকক (বাপেকৰ বা মাকৰ বাপেকক)—"পু-থাও" "পুথাদেও বা "পুথা দেউতা" বোলে; আজিকালিও সেইদৰেই মাতে। বুঢ়ীমাকক (মাকৰ মাকক) "য়া-নাই" বুলিছিল; আজিকালি এনাইদেউতা, এনাইদেও বা এনাই বোলে। বুঢ়ীমাকক (বাপেকৰ মাকক) "য়াই-চাও" বুলিছিল; আজিকালি "আইদেউতা" বোলে। "আইদেউতা" সম্বন্ধটো আহোম ইতৰ জাতিৰ ভিতৰতো সোমাইছে, কিন্তু সেইসকলৰ ভিতৰত সি অন্যার্থত প্রয়োগ হৈছে।

**সম্বন্ধ বুজোৱা মাত-কথা**

সিবিলাকৰ ভিতৰত "আইদেউতা" শব্দে মাকৰ মাককহে বুজায় বুলি মই মোৰ এগৰাকী শিক্ষিত বন্ধুৰপৰা জানিব পাৰিলো। বাপেকক—"প" "আপুতি" "বুপা" "বুপাদেউতা" এনে সম্বন্ধ ধৰিছিল; "প" আজিকালি চলিত নাই; আজিকালি সিবিলাকে বাপেকক সাধাৰণতে "দেউতা" বুলি মাতিলেও, "আপুতি" "বুপাদেউতা" এনেবিলাক সম্বন্ধ এতিয়াওচলিত আছে। বাপেকৰ বা মাকৰ ভায়েক বা ককাই সম্বন্ধীয়া হ'লে "লুঙ্ চাও", "নি-চাও" আৰু "নি-ছা" বুলিছিল; আজিকালি "নিচাও" "নিচাদেও" বা "নিচাদেউতা" বোলে। বাপেকৰ ভায়েক বা ভাই সম্বন্ধীয়া হ'লে "আও", "আও-চাও" আৰু "বে-থাই" বুলিছিল; আজিকালিও কোনো কোনো পৰিয়ালৰ মানুহে দদায়েকক "বেথাই দেউতা" বোলে; কিন্তু সাধাৰণতে আজিকালি "দদাইদেও" বা "খুৰাদেও" বুলিয়েই মাতে। মাকৰ ভায়েক বা ভাই সম্বন্ধীয়া মানুহক মোমাই বা মোমাইদেও বোলে। এইখিনিতে এইটো মনকৰিবলগীয়া যে আহোম ইতৰ জাতিৰ ভিতৰত মাকৰ ককায়েক হ'লেও মোমাই, ভায়েক হ'লেও মোমাই; আহোমবিলাকৰ ভিতৰত কিন্তু তেনে হ'ব নোৱাৰে; মাকতকৈ বয়সে ডাঙৰ বা ককায়েক সম্বন্ধীয়া হ'লে "নিচাদেও" বুলিব, আৰু মাকৰ ভায়েক হ'লেহে "মোমাইদেও" বুলিব। বাপেকৰ বা মাকৰ দদায়েকক আৰু দদাই সম্বন্ধীয়া মানুহক "পু-নাই" "পু-থাও" "পু-থা-দেও" বোলে; আজিকালিও পুথাও বা পুথাদেউতা কয়।

বাপেকৰ বা মাকৰ বায়েক বা বাই সম্বন্ধীয়া হ'লে, "পা-চাও" বা "আপা" বুলিছিল; আজিকালিও আপা বা আপাদেও বোলে।

বাপেকৰ ভনীয়েক বা ভনীসম্বন্ধীয়া হ'লে পেহী বা পেহীদেও বোলে। পূর্ব্বে "পু-আই" আৰু "যে-আ" বুলিছিল। পেহীয়েকৰ গিৰিয়েকক "প-খুই" বুলিছিল, আজিকালি "পেহা" বা "পেহাদেও" বোলে। মাকৰ ভনীয়েকক "পু-আৱ" বুলিছিল,

নিৰ্ম্মাণ কৰোৱা হোৱা নাছিল; বহিখোৱা ৰবফুকনে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱলৈ যি ৰবতোপটো দিছিল, সেইটো কদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতহে সজা হৈছিল। সেই যি কি নহওক এনে আগ্নেয় অস্ত্ৰৰ সংখ্যা যে নিচেই কম নাছিল, সি ধ্ৰুৱ। জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত আউৰংজেৱৰ বাদছাহৰ প্ৰধান বল্লভ মিৰ্ জুমলাই অসম আক্ৰমণ কৰি উলটি যাওঁতে, এই দেশৰপৰা ৬৭৫টা হিলৈ লৈ গৈছিল। তাৰ ভিতৰতে যিটো হিলৈ আটাইতকৈ ডাঙৰ আছিল, সেইটোৰ গুলিটোৰেই তিনি মোণ গধুৰ আছিল। ইয়াৰ বাহিৰেও তেওঁ ৩৪৩টা জম্বুৰ, ১২০০ ৰামচাঙী, ৬৫৭০টা হাতনলীয়া বন্দুক আৰু ৭৮২৮ খন ঢাল লৈ গৈছিল। এই হিলৈবোৰ লেখত থাকি জোখত নোহোৱা বা নামত থাকি কামত নোহোৱা বিধৰ নাছিল। ছিয়াবুদ্দিন তালিছে তেওঁৰ "অসমৰ ফঠিয়া তাৰিখ"ত লিখিছে যে অসমীয়াৰ হাতনলীয়া বন্দুক আৰু বছাদাৰী হিলৈবোৰ সুন্দৰৰূপে মিনা কৰোৱা, আৰু সেইবোৰ সাঁজোতে অসমীয়াইতে অদ্ভুত ৰকমে বুদ্ধি খটাইছিল।

মিৰ্ জুমলাই অসমৰপৰা নিয়া বন্দুকৰ সংখ্যা

সেই যাহ'ক, দিহিঙ্গীয়া ৰজাই চুটিয়া ৰাজ্য মাৰি মিঠা হোলোং ৰবতোপ অধিকাৰ কৰাৰ পাছৰপৰাই আহোম ৰজাসকলে অসমত আগ্নেয় অস্ত্ৰ ব্যৱহাৰ কৰিবলৈ ধৰে। তেতিয়াৰেপৰা যদিওবা কলাইখাৰেৰে মৰা অস্ত্ৰ উলিওৱা হৈছিল, বাহিৰা ৰণ-বিগ্ৰহ নথকাত সেইবোৰ সিমানকৈ ব্যৱহৃত নহৈছিল। মুছলমানৰ লগত সংঘৰ্ষ হোৱাৰ পাছৰপৰা আহোম ৰজাসকল নিতে নিতে নতুন নতুন বুদ্ধি কৌশল লগাই অসংখ্য আগ্নেয় অস্ত্ৰ নিৰ্ম্মাণ আৰু ব্যৱহাৰ কৰাই, তাৰ প্ৰচলন অধিক কৰালে। তেওঁলোকে অসমীয়া হিলৈ ৰবতোপ নসজোৱা হ'লে আজি আমি অসমৰ হাবিয়ে বননিয়ে আলিয়ে পদূলিয়ে ইমানবোৰ হিলৈ ৰবতোপ দেখিবলৈ নাপালোহেঁতেন আৰু সেইবোৰক দেখি লুপ্তবিদ্যাৰ পুনৰ প্ৰতিষ্ঠা কৰিব নোৱাৰি চকুপানী টুকিব নালাগিলহেঁতেন। আহোমবিলাক কলাই খাৰৰ (আবিষ্কাৰক) বুলিও অনেকে অনুমান কৰে।*

"অৰ্থাৎ অতীজতে এইবিলাক মানুহেই (আহোমবিলাকেই) হিলৈ খাৰ আৰু হিলৈ আবিষ্কাৰ কৰে। তাৰ পাছতহে ক্ৰমান্বয়ে সেই বিদ্যা আসামৰপৰা বাগৰি পেগু আৰু চীনদেশত ওলায়গৈ। চীনদেশত জয়ে জয়ে হিলৈ আৰু হিলৈ-খাৰ আবিষ্কাৰ হোৱা বুলি কোৱাৰ কাৰণ এয়েই।" সেই যিকি নহওক, আহোমবিলাক হিলৈ, আৰু বাৰুদৰ আবিষ্কাৰক হওকেই বা নহওকেই, আহোমবিলাক যে হিলৈ-খাৰ তৈয়াৰ কৰোতে

---

* জীন বেপ্‌টিষ্টা টেভাৰ্নিয়াৰ চাহাবে কয় যে—"It is believed that it is the same people who, in ancient time, first discovered gun-powder and guns, which passed from Assam to Pegu, and from Pegu to China; this is the reason why the discovery is generally ascribed to the Chinese".—

(Gean Baptista Tavernier)

পাকৈত আছিল, তাত কোনো সন্দেহ নাই। জীন বেপটিষ্টা টেবার্নিয়াৰে তেওঁৰ Travels in India ( বা 'ভাৰত-ভ্ৰমণ' ) নামক পুথিত এইদৰে লিখিছে যে মিৰজুম্‌লাই অসমদেশত সজা যিবোৰ কলাইখাৰেৰে মৰা হিলৈ নিছিল সেইবোৰৰ খাৰবোৰ বৰ ভাল। তেওঁ আৰু কয় বোলে, খাৰৰ গুৰিবোৰ হেনো ফৰাচী দেশৰ খাৰৰ দৰে মিহি ঘুৰণীয়া আৰু অইন খাৰতকৈ বেছি চোকা আছিল। ভুটীয়া দেশৰবোৰৰ দৰে আমাৰ দেশৰ খাৰবোৰ হেনো দীঘলীয়া নাছিল। এই খাৰ খাৰঘৰীয়া ফুকনৰ তত্ত্বাৱধানত

**কলাইখাৰ ( বাৰুদ )**

খাৰঘৰীয়া মানুহৰ হতুৱাই খাৰঘৰত তৈয়াৰ কৰোৱা হৈছিল ; আৰু যথেষ্ট পৰিমাণে তৈয়াৰো হৈছিল বুলি বুজা যায়। মিৰ্‌জুম্‌লাই অসমৰপৰা উলটি যাওঁতে, আমাৰ খাৰৰ ভঁৰাল লুটি ৩৪০ মোণ খাৰ আৰু দুমোণ আঢ়ৈ মোণীয়া খাৰেৰে খুন্দ খাই থকা ১৯৬০টা খাৰৰ পেটাৰি লৈ গৈছিল। আমাৰ দেশত আহোমৰ দিনত কি পৰিমাণে হিলৈ খাৰ আৰু হিলৈ তৈয়াৰ হৈছিল, সেইটো ইয়াৰপৰাই অনেক বুজিব পাৰি।

অসমত সজা নানা প্ৰকাৰৰ হিলৈ বৰতোপৰ বাহিৰেও আহোম ৰজাৰ ভঁৰাললৈ বিদেশী বন্দুক আৰু তোপও বহুত আহিছিল। ১৪৫৪ শঁকত তুৰবকক কৰতোৱা

**বিদেশী হিলৈ, বৰতোপ**

নৈৰ সিফালে খেদি থৈ আহি কনচেঙ্‌ বৰপাত্ৰৰ আহোমসেনাই মুছলমানৰ হাতৰপৰা বহুত বৰ-সৰু হিলৈ অধিকাৰ কৰে। ১৫৪৯ শঁকত চৈয়দ বাবাকৰক ঘটুৱাই প্ৰতাপসিংহ ( বা বুঢ়া ৰজা ) স্বৰ্গদেৱৰ প্ৰতাপী সেনাই কেইবাটাও লোৰৰ আৰু পিতলৰ বন্দুক, বৰতোপ কাঢ়ি লয়। ১৫৮০ শঁকৰ ফাগুন মাহত সন্দিকৈৰ টংচু বৰবৰুৱাই নাথুল্লাৰপৰা কামায়ণ হিলৈ ২০টা আৰু টুবুকী হিলৈ ৩০০ পায়। ১৭৭৯ শঁকৰ ( ইং ১৮৫৭ চন ) আহিন মাহত চিপাহী-বিদ্ৰোহ হওঁতে কাপ্তান্‌ লুথাৰ আৰু কাপ্তান বিৰবে চাৰিং ৰজা কন্দৰ্পেশ্বৰ সিংহৰ-ঘৰ যোৰহাটত কোৰোক কৰি এটি ফৰাচী দেশত সজা সৰু বন্দুক পাইছিল। সেইটি ইং ১৭৯৬ চনত বঙ্গালহাটৰপৰা কিনি অনা হৈছিল।

স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত দৰঙৰ কৃষ্ণনাৰায়ণে সৈতে গোট খাই হিন্দুস্থানী বৰকান্দাজইঁতে অসম ৰাজ্যত যেতিয়া উৎপাত কৰে, তেতিয়া ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়া-গোঁহাই ডাঙৰীয়াই সিইঁতৰ বিপক্ষে কিছুমান সেনা পঠাইছিল ; সিবোৰে কিন্তু ভালকৈ হিলৈ চলাব নেজানিছিল। সেই দেখি বৰকান্দাজইঁতক দমোৱা আমাৰ সেনাৰ পক্ষে টান হৈ পৰিল। গত্যন্তৰ নেদেখি গৌৰীনাথসিংহই লৰ্ড কৰ্ণওৱালিছক সাহায্য প্ৰাৰ্থনা কৰিলে। লৰ্ড কৰ্ণওৱালিছে সেই অনুৰোধ মতে কাপ্তান্‌ ওৱেলছক পঠিয়ালে।

**অসমীয়া পল্টন গঠন**

তেওঁ আমাৰ ইয়ালৈ আহি, এজন ইংৰাজ কাপ্তানৰ তলে ৫০০ অসমীয়া চিপাহীৰে এটা পল্টন গঠন কৰি, সিইঁতক কিছুমান বিলাতী বন্দুক আৰু খাৰবাৰুদ দি ইংৰাজৰ নিয়মমতে সেইবোৰ

চলাবলৈ শিকাই থৈ গ'ল। এই পল্টনেৰেই গৌৰীনাথ সিংহ স্বৰ্গদেৱে অসমৰ শত্রু-বোৰক বশ কৰি ৰাখিছিল। পাছত ৰজাই ইয়াৰে বাহিৰৰ আক্ৰমণ ওকৰাব নোৱাৰাত আকৌ সহায়ৰ কাৰণে ইংৰাজ গৱৰ্ণমেন্টক জনালে। এই বেলি লৰ্ড কৰ্ণওৱালিছে ইংৰাজ কাপ্তানৰে এৰে পল্টন নাৰাখি, ৰজাৰ আপোন ইচ্ছামতে ফৌজ গঢ়ি ল'বলৈ বছৰি এটা নিৰিখ কৰি কিছুমান হাতনলীয়া বন্দুক আৰু খাৰ দিবলৈ নিৰ্ব্বন্ধ কৰিলে।

ইং ১৭৯৩ চনৰ ফেব্ৰুৱাৰী মাহতে এই নিৰ্ব্বন্ধ হৈ গ'লত, বহুত বঙালি আৰু ইউৰোপীয় চাহাবে বঙালহাটত এখন হাট বহুৱালে। সেই হাটেদি তেওঁবিলাকে

**বঙালহাটৰ হাট**

বছৰি প্ৰায় দুই লাখ আঠাইশ হেজাৰ টকাৰ মাল বস্তু অসমলৈ পঠিয়াইছিল; অসমেও সেই অনুপাতে বছৰি একলাখ একাৱন্ন হেজাৰ টকাৰ দ্ৰব্যবস্তু আৰু লদা সোণ বিদেশলৈ পঠিয়াইছিল। এই ছেগতে ইউৰোপীয় বেপাৰীবিলাকে গৱৰ্ণমেন্টে নজনাকৈ বহুত বন্দুক আৰু খাৰু সেই হাটতে বেচিবলৈ ধৰিলে। তেতিয়া অসম দেশত নৈয়ে নৈয়ে সোণ উৎপন্ন হোৱাত আমাৰ ৰজাই লদালদে সোণ দি খাৰ বন্দুক কিনিবলৈ ধৰিলে। ওপৰত উল্লেখ কৰা চাৰিং ৰজাৰ ঘৰত ওলোৱা ফৰাচী দেশীয় হাতনলীয়া বন্দুকটিও এনেকৈ কিনা বন্দুকৰে অৱশিষ্ট মাথোন। আমাৰ ৰজাই বিদেশী বন্দুকৰ মোহত পৰি অসংখ্য অসমীয়া বন্দুক আৰু অজস্ৰ সোণ ইফাল-সিফাল কৰিলে; আৰু এনেকুৱা কণা-বেহা কৰি ঠাৰবিপৰা হ'লত, শোকোতা দি মুকুতা পাইছে যেন ভাবি নিজৰ ৰাজ্যত হিলৈ তোপ গঢ়াবলৈ এৰি দিলে। তাতে মোৱামৰীয়াইঁতৰ উৎপাতত হিলৈ তোপ সাজিবজনা কমাৰখিনিও ভাগিছিগি ঠান্-বান্ হ'ল। এনেকৈয়ে আমাৰ দেশতে হিলৈ তোপ সজা বিদ্যাটি চিৰকাললৈ লোপ পালে।

## আহোমৰ দিনত শিল্প

অসম দেশখন স্বৰ্ণক্ষেত্ৰ, অসমদেশ ৰত্নপ্ৰসবিনী, অসমদেশ "সুজলা সুফলা শস্য শ্যামলা"। মনুষ্য জীৱনত যিবিলাক বস্তুৰ আৱশ্যক জীৱিকা-নিৰ্ব্বাহ কৰিবৰ নিমিত্তে সাধাৰণতে যিবিলাক আমাক লাগে, সেইবিলাক বস্তু বিদেশলৈ ৰপ্তানি কৰিবৰ জোখাৰে ইয়াত উৎপন্ন নহ'লেও নিজে জীৱন নিৰ্ব্বাহ কৰিবপৰাকৈ যে আমাৰ দেশত আছিল, এইকথা কোনেও দুই কৰিব নোৱাৰে। আহোমৰ দিনত অসমীয়াই যে কাৰো ওচৰত প্ৰায় হাত নপতাকৈ ঘৰৰ সম্পত্তি ঘৰতে ভোগ কৰি খাইছিল তাত কোনো সন্দেহ নাই। অসম ভূমি ৰত্ন-গৰ্ভা; অসমৰ নৈৰ বালিত, অসমৰ মাটিত সোণ, ৰূপ, লো ইত্যাদি ধাতু আছে, আৰু সেইবিলাক আহোম ৰজাসকলৰ দিনত কমোৱা হৈছিল।

সোণ কমাবৰ নিমিত্তে এখেন মানুহ আছিল, সেইবিলাকক ‘সোণোৱাল’ বোলা হৈছিল। সোণোৱালৰ খেলত কেইবা জাতৰো মানুহ আছিল, যেনে কছাৰী, বিহিয়া, কোঁচ আৰু কেওট। সেইবিলাকৰ ভিতৰত কছাৰী সোণোৱাল আৰু বিহিয়া সোণোৱালেই প্ৰধান আছিল; কেওট সোণোৱালৰ সংখ্যা কিছু তাকৰ আছিল। বিহিয়াবিলাকক জাতত আহোম, বৰুৱীয়াল আৰু বৰসোণোৱালৰ ঘৰো আহোম। কিন্তু বৰ দুঃখৰ বিষয়; আজিকালি সোণোৱাল বুলিলেই সকলোকে কছাৰী ভাবি লোৱা হয়। কছাৰী সোণোৱালবিলাকৰ ঘৰ পূৰ্ব্বে উজনি অঞ্চলত শদিয়াৰ পিনে আছিল; আৰু সোৱণশিৰীনৈত সোণ কমাইছিল। ব্ৰহ্মপুত্ৰ নৈত সোণ কমোৱাৰ অধিকাৰ বিহিয়া সোণোৱালবিলকৰহে আছিল; তাত নামিবৰ আন কোনো সোণোৱালৰ অধিকাৰ নাছিল। কেওট সোণোৱালবিলাকে বৰৈ, বৰগাং, পমা, দিহিং (ভোগদৈ) আদি সৰু সৰু নৈত সোণ কমাইছিল। আজিকালি এই কেওট-সোণোৱালৰ ফৈদটো লোপ পাইছে; সেইসকলৰ বংশধৰবিলাক আজি "কনৌজৰ পৰা অহা ভাল কায়স্থ" বা "বাৰভূঞাঁৰ বংশৰ "ভূঞাঁপোৱালি" নামে সমাজত পৰিচিত হৈছে। ধনশিৰী নৈত কিছুমান সোণোৱালে কণ কমাইছিল, সেইবিলাকক "ঠেঙাল" বোলা হৈছিল; আদিতে কিন্তু সোণ কমোৱা সোণোৱালক "সোণীয়াঠাকুৰ" আৰু কণ কমোৱাবিলাকক "কণীয়া ঠাকুৰ" বুলিছিল। পূৰ্ব্বত সোণোৱালবিলাক শদিয়াৰ "তাম্ৰেশ্বৰী দেৱী"ৰ পূজক আছিল। মহাৰাজা গদাধৰ সিংহৰ দিনত আউনীআটী সত্ৰৰ অধিকাৰ ৺কেশবদেৱ গোস্বামীয়ে সিবিলাকক শৰণ ভজন দি, বৈষ্ণৱ ধৰ্ম্মৰ বাটলৈ আনে। এই সোণোৱালবিলাকৰ সতি-সন্ততি এতিয়াও লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ কদম, গাগলডুবি, হেচোমৰা পথালিপাম, বাটঘৰীয়া নলনী পাম, খোৱাং, শদিঁয়া, আহোম পথাৰ, পানী দিহিং, ঘৰবন্দী, জামিৰা, মানকটা, টেঙাখাত, জাগুন, ৰতনপুৰ, জয়পুৰ, ঢলা, বিহালিমুখ আৰু ঠেঙাল মৌজা আদি ঠাইত আছে।

‘সোণোৱাল’

সোণোৱালৰ বসতি

বৰ্ত্তমান সময়তো সোণোৱালবিলাকে তলত লিখাৰ দৰে সিবিলাকৰ ভাগ থকাৰ কথা কয়, যদিওবা কোনো কোনো ভাগৰ ক্ৰমে চিনিবাব পাৰলৈ টান হৈ পৰিছে। পূৰ্ব্বত সিবিলাকৰ ৫ ভাগ, যেনে:— ১। বৰ সোণোৱালৰ ঘৰ, ২। কছাৰী সোণোৱাল, ৩। বিহিয়া সোণোৱাল, ৪। কোচ সোণোৱাল, আৰু ৫। কেওট সোণোৱাল। বৰ সোণোৱালৰ খেল একেটা মাথোন। কছাৰী সোণোৱালবিলাকৰ খেল ৭টা:— বাঁহৰবীয়া, নিৰমূলীয়া, ছিৰপুৰীয়া, তাকেতীয়া, ৰকলীয়াল, নামকণীয়া আৰু কুলিগঞা। বিহিয়া সোণোৱালবিলাকৰ খেল ১২টা:— বৰ কলাৰবীয়া, সৰু কলাৰবীয়া,

সোণোৱালবিলাকৰ ফৈদ

বৰ শইকীয়া, মাৰুণৰীয়া, সৰুগঞা, জিঁয়াময়ীয়া, নগাখেলীয়া, ওৱালগঞা, শওণময়ীয়া, বনগঞা (বা হাতী-ডিঙীয়া) নলবৰীয়া, আৰু খৰিকটীয়া (বা টেটোনগঞা)।

কছাৰী সোণোৱাল আৰু কোঁচ সোণোৱাল এই দুয়ো ফৈদৰ গুৰি একে হ'লেও, কোচ সোণোৱালবিলাকে কছাৰী সোণোৱালবিলাকৰপৰা পৃথক ভাবে চলাচল কৰে। সিবিলাকৰ খেল চাৰিটা :— উজনীয়াল কোঁচ (বা উজনী কুচীয়া) নামনীয়াল কোঁচ (বা নামনীয়াল কুচীয়া), ঢুলীয়াল, আৰু আমবাৰৰীয়া।

এইবিলাকৰ ভিতৰত বিহিয়া সোণোৱালৰ বৰ শইকীয়া, বনগঞা (বা হাতী ডিঙীয়া) আৰু টেটোনগঞা, কছাৰী সোণোৱালৰ বাঁহবৰীয়া আৰু বৰ সোণোৱালৰ ফৈদ, এইবিলাকক অনেকে কোঁচ সোণোৱালবুলে একে বুলি ভাবে, কিন্তু প্ৰকৃততে সি সঁচা নহয়। বিহিয়াবিলাক আহোম। বিহিয়া সোণোৱালৰ লগত এখৰ মিৰীয়েও সোণ কমাইছিল, আৰু এখৰ ডফলাইয়ো সোণৰ কাম কৰিছিল, এই দুয়ো ঘৰ বৰ্ত্তমান বিহিয়ালৰ লগতে জাপ খাই আছে। কোঁচ সোণোৱালবিলাকৰ মূল বংশ (খেল নহয়) ১৪টা, বংশই পতি একোটা নিৰ্দ্দিষ্ট কাম আছিল। আহোমৰজাৰ দিনত কছাৰী সোণোৱাল আৰু কেওট সোণোৱালৰ কাম চোৱা এজন বৰুৱা, পাঁচজন হাজৰিকা, সাতজন শইকীয়া আৰু তিনিজন বৰা বিষয়া আছিল। এইবিলাক পুৰন্দৰসিংহ ৰজাৰ দিনত হোৱা বিষয়া।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আলি বন্ধাই আহোতে নৰনাৰায়ণ ৰজাৰ ভায়েক গোঁহাই কমলাৰ লগত অহা কছাৰী সোণোৱালবিলাক শদিয়াত থকা কালতহে কাম অনুসৰি বংশ ভাগ হয়। শদিয়াৰ উত্তৰ-পূৱ চুকে থকা "বুঢ়াবুঢ়ী" শালেই সিবিলাকৰ থাই পূজা ঘৰ। সিবিলাকে বাস্তু দেৱতাৰ পূজা বৰকৈ মানে। সেই পূজাত ৺পিতৃসকলৰ নাম লওঁতে নৰনাৰায়ণ চিলাৰায় আদি কোচ ৰজাসকলৰ নাম লয়। ক্ষত্ৰিয় আচাৰ মতে বাৰদিনীয়া অশৌচ মানি চলে, আৰু কোনো কোনোৱে "উত্তৰি"ও লয়। অন্ততঃ "পিণ্ডদান"ৰ সময়ত আজিকালিও "উত্তৰি" লোৱাৰ প্ৰথা চলিত আছে। ৺শ্ৰীশ্ৰী আউনীআটী সত্ৰাধিকাৰ ৺দত্তদেৱ গোস্বামীপ্ৰভুৱে এই কোচ সোণোৱালৰ খেল চাৰিটাক "ৰাজবংশী কোচ" বুলি উল্লেখ কৰিছে।

ঠেলালবিলাকে ৰূপৰ কাম কৰাৰ বাবে সিবিলাকক "ৰূপোৱাল" বা "ৰূপীয়া ঠাকুৰ বুলি জনা যায়। সিবিলাকো কছাৰী সোণোৱালৰে এটা ভাগ যাথোন।

**সোণ কমোৱা নিয়ম**

নৈৰ :কোবাল সোঁতে গৰা খহাই, তাৰ ঠিক বিপৰীত পাৰে যেতিয়া চট্ পেলায়, তেতিয়া সোণোৱালবিলাকে সেই চট্‌ৰ বালি পৰীক্ষা কৰেগৈ। পৰীক্ষা কৰি যদি তাত বালিচন্দা থকাৰ গম পায়, তেন্তে সেইডোখৰ ঠাইকে সোণ কমাবৰ উপযুক্ত ঠাই বুলি স্থিৰ কৰে। বুঢ়ীদিহিঙৰ পাৰত বসতি কৰা সোণোৱালবিলাকৰ গাঁওবুঢ়া অৰ্থাৎ খেলৰ

মাণিকজনে সোণ ওলোৱা ঠাইবোৰ আগেয়েই চাই আহেগৈ; তাৰ পিছতহে সোণ কমোৱা সঁজুলি আদি লৈ, খেলৰ মানুহবিলাকক সোণ কমাবলৈ লৈ যায়। কিন্তু অইন সোণোৱালে সোণ ওলোৱা ঠাই চাবলৈ যাওঁতেই লগতে সোণ-খপা সঁজুলিও লৈ যায়; আৰু কোনো ঠাইত সোণ থকাৰ চিন পালেই, কমাবলৈ আৰম্ভ কৰে। সোণ খপিব খোজা ঠাইত চাৰিটা সোণোৱাল পাইক মুঠ বান্ধি একগোট হয়। এই পাইক চাৰিটাক

**পালি আৰু পতি**

'পালি' আৰু ইহঁতক দিহা-পোহা দি কাম কৰাওঁতাজনক 'পতি' বুলিছিল। এই মানুহ গোটে এখন দোৰণীত সোণ কমায়, অৰ্থাৎ দোৰণীখনে পতি এগোট মানুহ। পালি চাৰিটাৰ ভিতৰত এটাই বালি খোৰে, দুটাই লেহেতীৰে বালি কঢ়িয়াই দোৰণীলৈ আনে, আৰু বাকীটোৱে বালি খানে। যিটো চটত সোণ খপিব খোজে, ইহঁতে পোনপ্ৰথমেই তাত বিৰিয়াৰ নিচিনা বাঁহৰ জোঙমাৰি এডালেৰে খুঁচি চায়; খোঁচোঁতে তলত টান বালিৰ চপৰা পালে, বাঁহ এচলাতে তাৰে অলপ তুলি আনে। তাৰ পিছত বালি-চপৰা লিৰিকি বিদাৰি চাই সোণ-গুৰি বা সোণ চেকুৰা থকা যেন দেখিলে, চটৰ দাঁতিত বা পানী ঘূঁৰলিত তৎক্ষণাত বহা সাজি সোণ খপিবলৈ আৰম্ভ কৰে। পোন ছাটেই সুঁতিৰ দ ঠাইডোখৰ ভেঁটে; সৰু সুঁতি হ'লে, বালিৰে আৰু ডাঙৰ সুঁতি হ'লে, জেং-জাবৰেৰে। এইদৰে ভেঁটা মাৰিলে, সোণ খপিব খোজা চটৰ ওপৰেদি সোঁতে পাক লৈ, তাৰ ওপৰ তৰপ ধুই পেলায়, আৰু সোণ-চেঁকুৰা মিহলি হৈ থকা বালি তৰপ উলিয়াই দিয়ে। তেতিয়া সোণোৱালবিলাকে ভেঁটাবোৰ ভাঙি পেলায়। ভেঁটা ভাঙিলেই পানী আহি আকৌ আগৰ ঠাইত পৰেহি। এনেতে খেমুভিৰীয়া কাঠৰ লেহেতী এখনেৰে সেই বালিবোৰ

**সোণ কমোৱা লেহেতী আৰু দোৰণী**

কঢ়িয়াই আনি কুঁকি এটাত ভৰাই থয়। এই লেহেতীখন দীঘলে ডেৰ হাত, পথালিয়ে এহাত, আৰু গাতে পথালিকৈ চাৰিহতীয়া দীঘল নাল এডাল; ভিতৰপিনে চুক দুটাত দুটা বিন্ধা কৰি; মাজেদি জৰি সুমাই লৈ, দুটা মানুহে আগফালৰপৰা জৰিত ধৰি লেহেতীখন চোঁচৰাবলৈ ধৰে; আৰু এটাই পাছফালে লেহেতীৰ খাৰটো হেঁচি বালিত সুমুৱাই দিয়ে। এইদৰে হেঁচি খেলি বালিবোৰ আনি কুঁকিত ভৰায়হি। তাৰ পিছত সেই বালিবোৰকে দোৰণীৰ ওপৰৰ বানত ৰাখি দিয়েগৈ। দোৰণীখন কাঠৰ, দীঘলে তিনি হাত, পথালিয়ে এহাত আৰু বেৰটো ওখই এবেগেত, আৰু এমূৰে তিনি আঙুলিমান বহল সুৰুঙা এটা, ঠিক জানিবা মাছ ধৰা চেপাটো। তাৰ পিছত, এটাই এহাতেৰে ফুটা কলহৰ জলাই দি পানী ৰাখি, আন হাতেৰে বানৰ বালিবোৰ লৰাই-চৰাই, তাত মিহলি হৈ থকা কুটাকাটিবোৰ আঁতাই দিয়ে। বালিবোৰ ধুই থাকোঁতে দোৰণীখনত যেতিয়া পানী আৰু বালি ভৰি পৰেগৈ, তেতিয়া দোৰণীখন অলপ একতীয়াকৈ দিয়া হয়। এইদৰে দিলে দোৰণীৰ তলত সোণ-মিহলি বালিখিনি নিগৰি পৰি ৰৈ যায়,

আৰু যি কুটা-কাটি বা বেয়া বালি থাকে, সেইবোৰ সুকলাই দি সবকি ওলাই যায়।

**শিয়া**

এইদৰে ৪০।৫০ কুঁকি বালি দোৰণীত পেলাই ধোৱা হ'লে, সোণোৱালইতে তাক 'শিয়া' বোলে। এশিয়াত এবাতি সোণ কমাব পাৰিলেই, সিইতৰ মনত সোণোৱাই-পোৱা যেন লাগে, কাৰণ দিনৰ দিনটো সোণ কমালেহে এমহামান সোণ উলিয়াব পাৰে, সিও আকৌ বাৰ বিধ ভাঁজ থকা। পাঁচ-ছবছৰ নকমোৱা ঠাইত হ'লে, কেতিয়াবা শিয়াত ছুবাতিকৈও সোণ পোৱা যায়। সেই হিচাপে চালে দিনটোত এতোলামান সোণ হয়গৈ। দোৰণীখনৰ চেপাৰবা সুকলাটোৰ মুখত কৌপাত এখন মেলি দি, নিগৰি পৰা সোণ বালিৰ ওপৰত আকৌ কলহৰ জলাবে পানী চটিয়াই দিয়ে। এইদৰে দিলে, বালিবোৰ ওলাই যায়, আৰু সোণখিনি কৌপাতত লাগি ধৰে। তেতিয়া কৌপাতৰপৰা সোণখিনি লাহে লাহে একৰাই, চুঙাত ভৰাই, সাঁফৰ মাৰি বা সোপা দি থৈ দিয়ে। তাৰ পিছত আৰু সাধাৰণ বালিত সোণ খপা হয়। চুঙাত ভৰোৱা এই সোণখিনিকে আকৌ দোৰণীত চালে; চালোতে যিমান তোলা সোণ থাকে, সিমান অনা পাৰদ মিহলাই দিয়ে। সোণ আৰু পাৰদ মিহলাই দিয়ে। সোণ আৰু পাৰদ মিহলাই পানী বাকে। পানী পালেই পাৰদৰ লগ লাগি সোণখিনি লদা বান্ধে। তেতিয়া সেই লদাটো তুলি আনি, শামুকৰ খোলা এডোখৰত ভৰাই, নাহৰ কাঠৰ জুইৰ ওপৰত দি তপতোৱা হয়। তাপৰ লগে লগে পাৰদখিনি উৰি যায় আৰু খোলাডোখৰ চুণ হয়। তাৰ পিছত পানীত পেলাই সোণৰ ভাঁজ-নিভাঁজ পৰীক্ষা কৰা হয়। পানীত পৰি তললৈ গ'লেই নিভাঁজ আৰু ওপঙিলেই ভাঁজ থকা বুলি ধৰিব লাগে। সোণৰ লদাৰ বৰণ পিতল চানেকীয়া হ'লে, সোণৰ পানীৰে ভাত-বন্ধা ঘৰৰ মাটি বোকা কৰি সেই বোকাৰে লেও দি, সোণ লদা জুইত তপতালে সোণৰ চক্‌চকীয়া বৰণ ওলাই পৰে।

এই নিয়মৰ বাহিৰেও, কিছুমান কছাৰী সোণোৱালে নৈত ধল উঠিবলৈ বাট চাই থাকে। যেই পানী শুকাই গ'ল, সিইতো বালিৰ পৰা সোণ কমাবলৈ সাজু হৈ ওলাল। বাইভঙ্গীয়া মেলৰ সোণোৱালে পৰ্ব্বতলৈ উঠি কৌপাত গোটায়; আৰু সেই কৌপাত

**সোণ কমোৱাৰ দিন**

পাৰি ওপৰত কৈ অহা দৰে সোণ কমায়। দিচাং নৈত কমোৱা সোণোৱালে নৈয়ে কোবোৱা পৰ্ব্বতৰ গাৰ-পৰা পেলাই আৰু বন খহাই লয়, সেইবোৰ ধুই তাৰপৰা সোণ কমায়। মাঘ, ফাগুন, চত, এই খবালি কেই মাহেই সাধাৰণতে সোণ কমোৱাৰ দিন। কোনো কোনো ঠাইত আহিন-কাতিতো কমোৱা হয়। সোণোৱালবিলাকে

**ভাল সোণ, বেয়া সোণ**

আঁউসী, একাদশী, পূৰ্ণিমা, সংক্ৰান্তি আদি তিথিত সোণ নকমায়। বাৰিষাও যোৰহাটৰ সোণোৱালবিলাকে এদিন এবেলাৰ বাট উজাই গৈ দিচৈ নৈৰ (আজিকালৰ ভোগদৈ) গুৰিত সোণ কমাইছিল বুলি কাপ্তান হেনেই লিখিছে,

দিকৃবং নৈত পোৱা সোণ ব্ৰহ্মপুত্ৰ আৰু অইন নৈত পোৱা সোণতকৈ অনেক গুণে অধিক আৰু উজ্জ্বল। নৈখন পৰ্ব্বতৰ মাজেদি বৈ আহোঁতে, বাটতে হিমালয় পৰ্ব্বতৰ-পৰা ওলাই অহা জুৰি এটি ইয়াৰ লগত লগ লাগিছেহি। সেই কাৰণে মানুহে কয় যোলে, জুৰি ওলোৱা পৰ্ব্বতৰ হিয়ৰপৰাই এই সোণ উৎপন্ন হৈছে দেখি, ই নিভাঁজ আৰু উজ্জ্বল। পৰ্ব্বতীয়া নৈ বোৰতে সাধাৰণতে ভাল সোণ পোৱা যায়। নৈৰ সোঁত যিমানেই কোবাল হয়, তাৰ সোণ চেকুবাবোবো সিমানেই চকুচকীয়া হয়। সোঁত কম নৈৰ সোণত ভাঁজ থাকে। জকল সোণোৱালৰ সোণ বৰ মিহলা, নিভাঁজ আৰু চকুচকীয়া। ব্ৰহ্মপুত্ৰ আৰু দিকৃবং নৈৰ বাহিৰেও লুইত, দিহিং, চৈদাপানী, পকৰা দিহং, দিবাং, দিগাৰু, চল, দিচাং, ডিবুৰু, সোৱণশিৰী, দিজু, কাকৈ, কদম, সোমদিৰী, খৰে, বৰে, বৰগাং, বৰদিখৰী, ভৰলী, মানশিৰী, কলিজুৰী, ডকাজুৰী, পমা, গকৰা, মানাহা, বুঢ়ীগঙ্গা, দিচৈ, জগলু আৰু বহুত সৰু নৈত সোণ কমোৱা হৈছিল।

এই নৈবোৰত সোণ কমোৱা কাম কৰি বহুত সোণোৱাল পাইকে জীৱিকা নিৰ্ব্বাহ কৰিছিল। স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ দিনত কুৰি হাজাৰতকৈও ওপৰ, আৰু

**সোণোৱালৰ সংখ্যা**

গৌৰীনাথ সিংহৰ দিনত প্ৰায় ষোল হাজাৰ সোণোৱালৰ এই বৃত্তিয়েই উপজীৱ্য আছিল। সোণোৱালবিলাকে কিমান সোণ কমাইছিল, তাক নিশ্চয়কৈ থিৰ কৰা টান। তথাপি বুৰঞ্জী, বিবৰণী, আৰু বজাৰবীয়া এত্‌লাবপৰা এইটো সবিশেষকৈ জানিবপাৰি যে স্বৰ্গদেৱ চক্ৰধ্বজ

**বজাৰ ভঁৰাললৈ অহা সোণৰ পৰিমাণ**

সিংহৰ দিনত ৰাজ-ভঁৰাললৈ প্ৰায় পাঁচ হাজাৰ তোলা সোণ আহিছিল। ৰাজেশ্বৰ সিংহৰ দিনত উজনি-অসমৰ সোণোৱালে মহীয়া কৰ দিও ছয়-সাত হাজাৰ তোলা সোণ ওপৰঞ্চি ৰূপে ৰজাৰ ভঁৰালত সোধাইছিল। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত সেই সোণোৱালবিলাকৰপৰাই বছৰি চাৰি হাজাৰ তোলাকৈ সোণ তোলা হৈছিল।* অসমত বুটিছ সিংহৰ গোঁজৰণি উঠাৰ আগতে যেতিয়া পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়া ৰাজ্যৰ ওৰি ধৰোঁতা আছিল, তেতিয়াও বছৰি দুহেজাৰ তোলাকৈ সোণ উজনি অসমৰ সোণোৱালবিলাকৰপৰা কৰ ৰূপে আদায় কৰা হৈছিল।

গোটেই উজনি আসাম বৃটিছ্ শাসনৰ তললৈ আহিলত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা চাৰিশ সোণোৱাল পাইকৰ ওপৰত যেতিয়া কৰ বহুওৱা হ'ল, তেতিয়া অসমৰ শেষজন ৰজা ৺পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ ভাগত ১৫০ কি ১৬০ গোট মানুহ সোণোৱাল পৰিলগৈ। আহোম ৰজা ভাগিবৰ সময়ত এইবিলাক সোণোৱালৰ বাহিৰেও, বৰ-সেনাপতিৰ দেশত আছিল আঠৈশ কি তিনিশ, বিশ্বনাথ আৰু সোণাৰী চাপৰিত আছিল

* Mr. Pemberton চাহাবে কয় যে কমলেশ্বৰ সিংহৰ ৰাজত্বৰ শেষ সময়ত, ইং ১৮০৯ চনত অসমৰ নৈবিলাকৰপৰা বছৰেকত ১৮০,০০০ তোলা সোণ কমোৱা হৈছিল।

নহ কি পোৱৰ গোট, শিলুৰী, কলনীচুক আৰু মৰঙীতো আছিল কিছুমান। নদিয়া আৰু চৈখোৱাত পঞ্চাশ-ষাঠি ঘৰমান সোণোৱাল আছিল। আহোম ৰজাৰ দিনত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰেহে সৰহ ভাগ সোণোৱাল থান কৰিছিল; দক্ষিণ পাৰে ইয়ান কম আছিল যে ৰজা ভাগিবৰ সময়ত মুঠেই ২৬ ঘৰ সোণোৱালহে মাথোন থ'লগৈ। এই-বিলাকৰ বাহিৰেও নামনি অসমৰ চিং, সোণধনী, চতীয়া, চাওগাৰী নামে ঠাইৰপৰাও ৰজাৰ ভঁৰাললৈ সোণ আহিছিল। তাৰ উপৰিও ৰজাৰ সঁজাতিয়ে ভোটৰ পৰ্ব্বতৰপৰাও সোণ আনিছিলগৈ।

আহোম ৰজাৰ দিনত সোণোৱালবিলাকৰ ওপৰত তলত দিয়া নিৰিখেৰে কৰ লগোৱা হৈছিল। বছৰৰ মূৰত প্ৰতিজন পাইকে তাৰ খেলদাৰ বৰা বা শইকীয়াক এতোলাকৈ সোণ শোধাব লাগে। উত্তমবিধ সোণৰ বাবে, ইয়াৰ উপৰিও কৰ দিব লাগে। উত্তমবিধ সোণৰ বাবে তিনি ৰতি, মধ্যমবিধৰ বাবে চাৰি ৰতি, আৰু নৰমবিধৰ বাবে ছয় ৰতি বা এক অনা সোণ ওপৰঞ্চিকৈ কৰ বুলি এৰি দিব লাগে। ইয়াৰ বাহিৰেও প্ৰত্যেক কুৰি তোলা সোণৰ কাৰণে বৰুৱা ফুকনে এতোলা, টেকেলা বৰাই এতোলা আৰু ভঁৰাৰ কাকতীয়ে এমহাকৈ সোণ বানচ পায়। ৰজাঘৰত যেতিয়া সোণকৈ কৰ শোধোৱা হয়, তেতিয়া প্ৰতি তোলা সোণৰ বাবে চাংকাকতী, ভঁৰাৰী, লিগিৰা পাঁচনী আৰু কুকুৰাচোৱা বৰুৱা সকলোৱে উমৈহতীয়াকৈ পাঁচ মহা ৰূপ লয়। এইদৰে ৰজাৰপৰা ঢুৰৰী-টেকেলালৈকে কৰ-কাটল দিবলগীয়া হৈছিল যদিও, সোণোৱালবিলাকে একো অসন্তোষ প্ৰকাশ নকৰিছিল; বৰঞ্চ তাকেই অতি লাভ বুলিহে ভাবিছিল।

**সোণোৱালৰ কৰ**

সোণোৱালবিলাকৰ কামেই সোণ কমোৱা। সেই দেখি সিবিলাকে সদায় সোণ কমোৱা আহিলা-পাতিবোৰ লগতে লৈ ফুৰিছিল। দেখোতে সোণ কমোৱা সঁজুলিবোৰ খেলমেল, কামটো আমনি লগা; আৰু আহকলীয়া যেন লাগে, প্ৰকৃতপক্ষে কিন্তু সোণোৱালবিলাকৰ মনত তেনে নালাগিছিল। কাপ্তান্ হেনেই ইং ১৮৩৬ চনত জয়পুৰলৈ যাওঁতে নগা পৰ্ব্বতৰপৰা সোণ আনিবলৈ যোৱা এজুম সোণোৱালক লগ পাইছিল। এই সোণোৱালজুমে বুঢ়ীদিহিং নৈত সোণ থকা যেন গম পাই, তাতে এমাহ থাকি ২৫টা মানুহ গোটে খাই বাৰ অনা (তিনি মহা) সোণ কমাই লৈ আহিল। যি ঠাইত সোণ ওলায়, তাৰ উজান লোৱাত সোণোৱালবিলাকৰ চকু বৰ চোকা। আমাৰ দেশখন ইংৰাজৰ হাতলৈ অহাৰ সময়লৈকে সোণ কমোৱা ব্যৱসায়টো এক প্ৰকাৰ জাতীয় বৃত্তি ৰূপেই চলি আহিছিল। বৃটিছ সমাগমৰ লগে লগে বৃত্তিটো নাম শুনিবলৈ নথকাকৈ উঠি গ'ল। ইংৰাজৰ আমোলত তুৰাৰ মাথোন সোণ কমোৱা পৰীক্ষা কৰা হৈছিল। এবাৰ ইং ১৮৮৪ চনত গৱৰ্ণমেণ্টে আৰু এবাৰ ডুজনমান ইউৰোপীয় চাহ খেতিয়কে। প্ৰথমবাৰত লোহনদিৰী নৈৰ ৫২ টন্ বালি ধুই ৪২ আউন্স

সোণ পোৱা হৈছিল ; কিন্তু বালি ধোওঁতে ইমান কষ্ট আৰু ধন ভগন হ'ল যে সেই পৰীক্ষা কৰিবলৈ পুনৰ গৱৰ্ণমেণ্টে হাতকে নোটেঁ বাবালে।

**ইংৰাজৰ আমোলত সোণ কমোৱা পৰীক্ষা**

দ্বিতীয়বাৰো সেইদৰে চাহ খেতিয়কসকলে লাখে লাখে টকা পানীত পেলায়ো আশানুৰূপ সোণ উলিয়াব নোৱাৰিলে। ঠেকালবিলাকে ৰূপো ঠিক এই নিয়মেই কমাইছিল। ধনশিৰী নৈৰ বালিত ৰূপ-চেকুৰা পোৱা গৈছিল, আৰু প্ৰায় তাতেই বেচি পৰিমাণে ৰূপ কমোৱা হৈছিল।

সোণ-ৰূপ আৰু তামৰ কাম সোণাৰীবিলাকে কৰে। ভাৰতবৰ্ষৰ আন আন প্ৰদেশত সোণাৰী বুলি এটা পৃথক জাতি আছে আমাৰ দেশত কিন্তু (অন্ততঃ উজনি অঞ্চলত) সোণাৰীবিলাকক এটা বেলেগ জাতি বুলিব নোৱাৰি। মহাৰাজ বৃহ্বি বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ দিনত কোচবেহাৰৰপৰা সোন্দৰ গোসাঁইৰ লগত যিবিলাক সোণাৰী

**সোণাৰী**

মানুহ আহিল, সেইবিলাক অৱশ্যে সোণাৰীকুলীয়া মানুহ আছিল ; কিন্তু সেইবিলাকৰ লগত আমাৰ দেশৰ আন জাতৰ মানুহৰ বৈবাহিক সম্বন্ধ ঘটাত, কালক্ৰমে সেই সোণাৰী জাতিটো লুপ্ত হৈছে বুলিব লাগে। বৰ্ত্তমান সময়ত সোণাৰী বুলিলে আমি অন্ততঃ উজনি অসমত যাক বুজোঁ, সেইবিলাকৰ প্ৰায়েই ভাল বংশৰ কলিতা আৰু কায়স্থ জাতীয় মানুহৰ সন্তি-সন্তান ; বাৰ ভুঁঞাৰ কৈফৰ মানুহো সোণাৰীবিলাকৰ ভিতৰত আছে বুলি জনা যায়। স্বৰ্গদেৱ বৃহ্বিৰ্গনাৰায়ণ মহাৰাজাৰ পূৰ্ব্বেও ইয়াত সোণৰ-ৰূপৰ কাম কৰা সোণাৰী মানুহ আছিল, সেইবিলাক কি কুলীয়া মানুহ আছিল ; বুৰঞ্জী কিন্তু সেই বিষয়ে নিমাত। মিঃ হেনিকাৰ (Mr. Henniker. I.C.S.) তাহাবে লিখিছে :—
"There were goldsmiths in the country in the old time, and their work was not fine."—Gold and Silver Wares of Assam

স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰাজাৰ ৰাজত্বৰ প্ৰাৰম্ভলৈকে পূৰ্ব্বৰ সেই সোণাৰীকুলীয়া মানুহেই সোণ-ৰূপৰ অলঙ্কাৰাদি গঢ়িছিল, সিবিলাকে গঢ়া অলঙ্কাৰবিলাক আন দেশৰ অলঙ্কাৰাদিৰ তুলনাত সিমান চকুত লগা নহৈছিল ; গতিকে ৰুদ্ৰসিংহ স্বৰ্গদেৱে ভাটিৰ জয়পুৰ আৰু বানাৰচলৈ (কাশী) ইয়াৰ মানুহ পঠাই সোণাৰী কাম শিকাই আনে। বানাৰচৰপৰা ভাল কাম জনা সোণাৰী কেইজনমানো অনোৱা হৈছিল ; আৰু তেওঁ-লোকৰ দ্বাৰাই আমাৰ দেশৰ ভালেমান কলিতা আৰু কায়স্থ মানুহক সোণাৰী কাম শিকোৱা হ'ল। বৰ্ত্তমান কালৰ আমাৰ উজনীয়া সোণাৰীবিলাক প্ৰায়েই তেওঁলোকৰ বংশধৰ। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ ৰাজত্ব কৰাৰ ২।৩ বছৰৰ পাছত তেখেতৰ বিৰুদ্ধে সৰু-সুবাকৈ এটি ষড়যন্ত্ৰ হোৱাৰ কথা প্ৰকাশ পাইছিল। তাত অনধিৰেক ভুঁঞাৰ পোৱালিও লিপ্ত থকা বুলি সন্দেহ কৰি, স্বৰ্গদেৱে ভুঁঞাবিলাকক নানা প্ৰকাৰ অত্যাচাৰ কৰিবলৈ ধৰে। ভুঁঞা পোৱালিবিলাকৰ ভিতৰত্তে কোনো এজৰাকী ৺কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ

ৰৰ প্ৰিয়পাত্ৰ আছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা তেতিয়া ৰাজাৰ প্ৰধান ৰাজমন্ত্ৰী আৰু তেওঁৰ অখণ্ড প্ৰতাপ। তেওঁ সেই ভূঁঞা পোৱালীটিক ৰাখি দি, ৰংপুৰৰ কুকুৰাচোৱা ৰজাৰৰ ওচৰত, দিহিঙৰ গোঁসাইৰ সত্ৰত লুকুৱাই থয়। বৰবৰুৱাও নিজে সেই দিহিঙ সত্ৰৰে শিষ্য আছিল (বৰ্ত্তমানো তেখেতৰ বংশধৰসকল দিহিঙৰে সেৱক)। সেই সময়ত যাৰে ইচ্ছা সেয়ে সোণাৰী কাম শিকিব পাৰে বুলি ৰজাঘৰৰপৰা আদেশ প্ৰচাৰ হয়। হাৰীবিলাক দিহিঙৰে শিষ্য; সেই সময়ৰ দিহিঙ সত্ৰৰ সত্ৰাধিকাৰ ৺কেৱলানন্দন গোঁসায়ে বুকুভুৰ, লাতুৰা আৰু গুটীয়া নামেৰে তিনিজন সোণাৰীৰ হতুৱাই সিহঁতক সোণৰ কাম কৰিবলৈ শিকায়। তাকে দেখি সেই ভূঁঞা-পোৱালি গৰাকীয়েও তেওঁৰ পুতেক দুটিক সোণাৰী কাম শিকিবলৈ লগায়। তাৰপৰাই, সেই ভূঁঞাৰ সতি-সন্ততিবিলাকৰো কোনো কোনো সোণাৰী খেলত ভুক্ত হ'ল বুলি জনা যায়।

ইয়াত বাহিৰেও, ওপৰত উল্লেখ কৰা ষড়যন্ত্ৰত লিপ্ত থকা ভালেখিনি ভূঁঞা-পোৱালিক ৰজাই ধৰাই আনি, গোঁসানীৰ আগত বলি দিয় বুলি ভয় খুৱৱাত, কিছুমানে আত্মসমৰ্পণ কৰিলে। তাৰে কোনো কোনোক ৰজাই দুৰশিত পাতি, সিবিলাকৰ ভিতৰৰ প্ৰধান মুখীয়ালজনক, তেওঁলোকে ভৱিষ্যতে কোনো ষড়যন্ত্ৰ কৰিব নোৱৰাকৈ, গড়গাওঁ নগৰত সোণাৰীবিলাকৰ ওপৰত ৰৰদলৈ কৰি ৰাখিলে। তেওঁৰ সতিসন্তান-সকলে সোণাৰীৰ কাম নকৰিলেও তেওঁলোকক সোণাৰীখেলৰ অন্তৰ্ভুক্ত বুলিব লাগে। আজিকালি কোচ, কেওট, চুটীয়া, হাৰী আৰু অন্যান্য অনেক জাতিৰ মাজত সোণৰ কাম কৰিব জনা মানুহ থাকিলেও সোণাৰী বুলিলে কিন্তু সেই ভাল বংশৰ কায়স্থ কলিতাদিৰ সতি-সন্ততিকহে বুজায়। Mr. Hanniker চাহাবে তেওঁৰ "Gold and Silver Wares of Assam"ত এইদৰে লিখিছে :—"Rajah Rudra Sing of Assam imported goldsmiths from Benaras to teach Assamese how to manufacture better sorts of gold and silver ornaments. It appears that the Rajah selected certain Kalitas to learn and to do the work; hence Sonaries formerly were Kalitas only. The bosiness proving lucrative, and there being no check to any people taking any trade or profession during the last days of Ahom Rajah, the people of other castes, such as Keots and Koches, learned the work and became sonaries. The Haris (Brittial Banias) applied themselves earnestly to the trade, as besides their original work of scavengers, they had no art or trade to fall back to for their maintenance. By this means, some of them became so rich that they were made Hazarikas and Saikias (head of a "Thousand" and a "Hundred" respectively of their own community). We have, therefore, in the community Sonaries (goldsmiths). We have, therefore, in the community Sonaries (goldsmiths) who are Kalitas, Keots, Koches, Doms and Brittial Banias."

এই সোণাৰীবিলাকৰ কেইবাটাও খেল আছিল, আৰু খেলে একোখন বেলেগ বেলেগ নামৰ "শাল" আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ভাটিৰ জয়পুৰত শিকাই অনা দুজন ভাল কাম কৰিব পৰা মানুহক "ৰাজশাল" পাতি দি তেওঁলোকক বৰদলৈ উপাধি দিলে।

**ৰাজশাল তিনিখন**

তেওঁলোকৰ ঘৰ যোৰহাটৰ ওচৰত চাৰিগাঁৱত আছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত লাতুৱা বৰদলৈক আৰু এখন "ৰাজশাল" পাতি দিয়ে; লাতুৱা বৰদলৈৰ ঘৰ কেন্দুগুৰিত (যোৰহাটৰ ওচৰৰ) আছিল। এই তিনিখনকেই "ৰাজশাল" বুলিছিল আৰু এই তিনি ফৈদ সোণাৰীক "ৰাজভগীয়া সোণাৰী" বোলে। এওঁবিলাকৰ অধ্যক্ষ চোলাধৰা ফুকন আছিল। এওঁলোকে ৰাজঔৰালৰ ৰাজ অলঙ্কাৰকে আদি কৰি ৰজাঘৰীয়া সকলো অলঙ্কাৰ-পাতি গঢ়িব লাগিছিল। এইজনা

**ৰূপমৰা শাল**

স্বৰ্গদেৱৰ দিনতে আৰু এখন নতুন শাল সৃজন কৰা হয়; তাৰ নাম "ৰূপমৰা শাল"। ইয়াৰ আগেয়ে এই শালৰ কাৰ্য্যকাম ৰাজশাল কেখনতে হৈছিল। এই ৰূপমৰা শালৰ অধ্যক্ষ চিৰিঙ্ ফুকন আছিল, আৰু এই শালৰ বৰদলৈজনৰ তলে চাৰি জাতি মানুহ তলতীয়া কৰি দিয়া হৈছিল; প্ৰথম কমাৰ কিছুমান, ইবিলাকে হাতুৰী মাৰে আৰু ৰূপ মাৰিবৰ সময়ত বৰদলৈজনক সহায় কৰে, দ্বিতীয়, এখেল কৈবৰ্ত্ত; ইহঁতে ৰূপ খপে, এখেল সোণাৰী, এওঁলোকে ৰূপৰ চাকলি কৰি দিয়ে, আৰু চতুৰ্থ, এখেল মুছলমান; ইবিলাকে আখৰ কাটে।

চাৰিং ৰজাৰ ভাগতো এখেল সোণাৰী আছিল; সিবিলাকক চাৰিঙীয়া সোণাৰী বোলে। এওঁবিলাকে চাৰিং ৰজা আৰু তেওঁৰ কুঁৱৰীসকলৰ কাৰ্য্যকাম কৰে। স্বৰ্গদেৱসকলৰ আন কুঁৱৰীবিলাকৰ কাম কৰিবলৈ দুখেল

**কুঁৱৰীভগীয়া সোণাৰী**

সোণাৰী আছিল; সিবিলাকক "কুঁৱৰীভগীয়া সোণাৰী" বোলে; সিবিলাকে পৰ্ব্বতীয়া আৰু ৰাইডঙ্গীয়া কুঁৱৰী প্ৰমুখ্যে আইকুঁৱৰীসকলৰ কাৰ্য্যকাম কৰিব লাগে।

ওপৰত নাম কোৱা কেই খেলেই সোণাৰীবিলাকৰ ভিতৰত প্ৰধান আছিল। ইবিলাকৰ বাহিৰেও আৰু সাত খেল সোণাৰী আছিল, তাৰে ছ-খেলে ৰাইজৰ কাৰ্য্যকাম কৰে, আৰু সিবিলাকক ৰাজহুৱা সোণাৰী বুলি কয়। সিবিলাকৰ নাম যেনে,

**ৰাজহুৱা সোণাৰী**

ভাওককীয়া, কলংপুৰীয়া, ভাটিয়াপৰীয়া, কালুগঞা, গড়ঞা আৰু নগাখেলীয়া। দেৱলীয়া সোণাৰীখেলক দেৱালয়ত উৎসৰ্গ কৰি দিয়া হয়; সিবিলাকে দেৱালয়বিলাকৰ কাৰ্য্যকাম কৰে, আৰু সিবিলাকক "নিৰ্ম্মালিকটীয়া" নামেও জনা যায়।

কাঁহ, পিতল, তাম আহোম ৰজাসকলে সঁজাতি পঠিয়াই ভোট, চীন আৰু তিব্বতৰপৰা আন ৰস্তুৰ সলনিত অনাইছিল। ইয়াৰপৰা কিন্তু এনে ভাবিব নেলাগে যে অসমীয়া

মানুহ কাঁহ, পিতল, তাম আনিবলৈ চীন দেশ পৰ্য্যন্ত পাইছিলগৈ। তিব্বতৰ ৰাজধানী

**কাঁহ, পিতল, তাম**

লাছা ( Lassa ) নগৰৰপৰা ছমাহৰ বাটত ( আমাৰ দেশৰকালে চৌনা ( Chouna ) নামে এডোখৰ ঠাইত বছৰেকৰ মূৰত এবাৰ হাট বহে ; তালৈকে চীন আৰু তিব্বত দেশৰ বেপাৰীবোৰে কাঁহ, পিতল, তাম আৰু আন আন বেপাৰৰ বস্তু বেহাবলৈ আহে। সেই চৌনাৰপৰা প্ৰায় ৪ মাইল মানৰ দূৰতে জীগনচূৰ ( Gegunshur ) নামে ঠাইত আমাৰ দেশৰ বেপাৰী আৰু ৰজাৰ সঁজাতিবিলাক গৈ গোট খায়গৈ। তালৈকে চৌনাত গোট খাই বেপাৰ কৰি থকা তিব্বতী আৰু চীনা বেপাৰীবিলাকো বেপাৰৰ বস্তু লৈ বেচা-কিনা কৰেহি। কাঁহ, পিতল, তাম এইদৰেই আমাৰ দেশলৈ অনা হৈছিল।

কাঁহৰ কাঁহী-বাতি, লোটা, চৰীয়া, ফেলাই, বটা, বান ইত্যাদি দ্ৰব্যবিলাক কঁহাৰবিলাকে প্ৰস্তুত কৰে। উজনিৰ কঁহাৰবিলাকক কলিতা মানুহ বুলি কয়। সিবিলাকৰ ভিতৰত "তিতাবৰীয়া কঁহাৰ" কেইঘৰেই প্ৰধান। তিতাবৰীয়া কঁহাৰে গঢ়া কাঁহী-বাতি, শৰাই-বটা, ভোগজৰা আদি বৰ্ত্তনৰ আদৰ অসমত এতিয়াও অনেক পৰিমাণে বেছি।

**কঁহাৰ-মৰীয়া**

পিতলৰ কাম মৰীয়াবিলাকে কৰে। মৰীয়াবিলাক পাঠানজাতীয় মুছলমান। ইবিলাকৰ বিষয়ে প্ৰথম খণ্ডত বিশদভাবে উনুকিয়াই অহা হৈছে। সেই কাৰণে এইখিনিত তাৰ পুনৰুক্তিৰ আৱশ্যক নকৰে। মৰীয়াবিলাক এই দেশলৈ অহাৰ আগতে, পিতলৰ প্ৰচলন এই দেশত আছিল নে নাই, সেই বিষয়ে বুৰঞ্জী নিমাত।

এই প্ৰবন্ধৰ আৰম্ভতে কৈ অহা হৈছে যে অসমদেশ বস্তু প্ৰসবিনী আৰু সোণৰ সঁফুৰাৰ দৰে আছিল। মোগলজনে ইয়াতে বাঞ্ছিত বস্তু লাভ কৰিছিল, অসমৰ অসম নাম শুনি, ইয়াৰ অলৌকিক জ্ঞান-গৰিমাৰ কথা শুনি কৰতোৱাৰ সিফালৰ মানুহ ভক্তিত নতশিৰ হৈছিল। অইন কি, সুদূৰ ইউৰোপৰ ( ফ্ৰান্সদেশৰ ) জীন্ বেপটিষ্টা টেবৰ্নিয়াৰ নামে এজন ভ্ৰমণকাৰীয়েও সোতৰ শতিকাত অসম ভ্ৰমণ কৰিবলৈ আহি তলত দিয়া দৰে কৈ গৈছে।* এচিয়া মহাদেশৰ ভিতৰত অসমদেশৰ দেশ দৰে নাছিল ; এই দেশত

---

* "The Kingdom of Assam is one of the best countries in Asia, for it produces all that is necessary to the life of men, without being need to go for anything to the neighbouring states. There are miners of gold, silver, steel, lead anc iron, and much silk......There is a kind of silk, which is produced

**ফৰাচীদেশীয় ভ্ৰমণকাৰীৰ মত**

on trees and is made by an animal having the form of our silk-worm, but it is rounder, and remains for a whole year on the trees. The stuffs which are made of this silk are very brilliant......It is in the Southern direction where these silks are produced and that the gold and silver mines are situated. The country also produceds an abundance of Shellac. There are two kinds of it. That which is formed on trees is of a red colour and is what they dye their

বিহকে বিচাৰে তাকে পায়। মানুহৰ জীৱন-ধাৰণ কৰিবলৈ যি যি বস্তু লাগে, সেই সকলোবোৰ ইয়াতে পাইছিল। ইয়াত নাছিল কি? সোণ, ৰূপ, লো, তাঁম, সীহ, মুগা, পাট, এড়ী, লা সকলো আছিল; এতিয়াও যে অন্ত পৰিছে, তেনে নহয়। এতিয়াও সেইবোৰ অসমৰ অ'ত ত'ত চুকে-কোণে পৰি আছে। চকুৰাল বুদ্ধি, নেৰানেপেৰা চেষ্টা, সময়োপযোগী যতন হলেই সেইবোৰৰ পুনৰ উদ্ধাৰ কৰিবলৈ একো টান নহ'ব। বৰ্ত্তমান অসমীয়া মানুহে, অসমীয়াই নালাগে, গোটেই ভাৰতবাসীয়েই, মনুষ্যত্বৰ আহিলাপাতি গোটাই আত্মৰক্ষা কৰক চাৰি, প্ৰকৃতিৰ উৎপাদিকা শক্তি বঢ়াবলৈকে বুদ্ধি থাকিলেও সম্বল নাইকিয়াত পৰিছেহি। এই সম্বলৰ ভিতৰত বৰ্ত্তমান জগতত প্ৰধান হৈছে লো। লো নহ'লে সসাগৰা অধিপতি অখণ্ড প্ৰতাপী ৰজাৰ সিংহাসনো

**লো**

টলমল। এই লো আগেয়ে অসমত কেনেকৈ উলিয়াই ৰাজ্যৰ সমৃদ্ধি বঢ়োৱা হৈছিল, আৰু পিছত কেনেকৈ কি কি অৱস্থাৰ চাকনৈয়াত পৰি, সেই লো উলিওৱা নিয়ম চিৰকাললৈ লুপ্ত হ'ল, সেই সম্বন্ধে অলপ-অচৰপ উদ্ভুকিউৱা হ'ব।

শিৱসাগৰ (আগৰ ৰংপুৰ) জিলাৰ দক্ষিণফালে ন'গা পৰ্ব্বতৰ দাঁতিয়ে দাঁতিয়ে জয়পুৰৰপৰা বছা-দৈয়াঙলৈকে, এই গোটেই ডোখৰ ঠাইতে অপ্লাবিত লো-পুং আছিল। পুৰণি ৰংপুৰ নগৰৰপৰা পোন হৈ পোন্ধৰ মাইল দূৰত জাঁজী নৈৰ আগলিত থকা তিৰু পৰ্ব্বতৰ ওচৰৰ তিৰু গাঁও আৰু হাতীগড়ত, আৰু কছাৰীহাটত উত্তম লো ওলাইছিল। আহিন-কাতিমহীয়া সিম্‌সিমিয়া নিয়ৰ পৰিলেই, বা খৰালি আৰম্ভ হ'লেই লো-শলীয়া মানুহ গৈ তাত ঘৰ পাতে। প্ৰত্যেকখন শালতে এটি ওজা আৰু চাৰিটি পালীয়ে কাম কৰি এদিনত আঠ ডোখৰ থকৰা লো উলিয়ায়। এইদৰে ছমাহ কাম কৰি যি

**লো-শলীয়া**

উলিয়ায় তাক ৰজাঘৰত পোথাই দিয়ে। পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাঙৰীয়াৰ দিনত তিৰুগাঁও আৰু হাতীগড়ত ৩০ কি ৪০ ঘৰমানহে লো-শাল আছিল; তাত ওপৰত কোৱা ওজাপালীয়ে বহুত দৰপৰা গেৰেকুৱা মাটি আনি, সেইবোৰ খচি জুইত পগাই লো কৰিছিল। বাৰিষা ঢল

---

calicoes and other stuffs with, and when they have extracted this red colour they use the lac to lacquer cabinets and other objects of that kind and to make Spanish Wax. A large quantity of it is exported to China and Japan, to be used in the manufacture of cabinets ; it is the best lac in the whole of Asia for these purposes. As for the gold, no one is permitted to remove it out of the Kingdom, and it is......kept in large and small ingots, which the people make use of in local trade not taking it elsewhere, but as for silver, the King Coins it into money of the size and weight of rupees, and of octagonal shape, and they may be taken outside the Kingdom."

—"*Travels in India*" By Jean Baptista Travernier, 1676

উঠিলে, দৈয়াঙৰ বাঢ়নী পানীয়ে পৰ্ব্বতৰ গাৰপৰা লোৱাচুৰ মিহলি খেচ্‌খেচা মাটি বহাই আনি ঠায়ে ঠায়ে একোডোখৰ ডাঙৰ চট্‌ বা বলুকা পেলায়। সেই চট্‌বোৰ পাছত পলসে ছাতি ধৰে; শুকাই টান মাৰিলে, খৰালি দিনত লো-শলীয়া মানুহে ঠাই বুজি বুজি ১০, ১২, ১৫, ১৬ হাত দ'-লৈকে খানি খেচ্‌-খেচীয়া মাটি পোৱা যেন গম পালেই এটা ওজা আৰু পাঁচোটা পালীয়ে একোটা দল হৈ চাৰি-পাঁচ দিন কাম কৰে, অৰ্থাৎ সঁজুলিবোৰ গোটাই মেলি তলৰপৰা লোৱা-মাটি উলিয়ায়। সেই পালী পাঁচোটাৰ ভিতৰত দুটাই তলৰ লোৱাচুৰ মিহলি গেৰেকুৰা মাটি খানে, এটাই তলৰপৰা সেই মাটিখিনি গাঁতৰ মুখলৈ তোলে, এটাই বাহিৰলৈ আনে, আৰু এটাই খনা মাটিখিনি আনি, দীঘলে বাৰ হাত, পথালিয়ে সাত হাত, আৰু দ'-ই তিনি-চাৰি হাত গাঁত এটাত দমাই থয়হি। এইদৰে পাঁচোটা পালী আৰু এটা ওজা গোট খাই দহদিনৰ মূৰত এহেজাৰ মোণ লোৱা-মাটি খানি উলিয়ায়। সেই মাটিখিনি খানি অঁতোৱাৰ পাছত সাত ভাগ কৰা হয়, এভাগ মাটিৰ গিৰিহঁতলৈ থাকে আৰু বাকী ছ'ভাগ কাম কৰা মানুহ কেইটাৰ ভিতৰত ভগাই লয়। তাৰ পিছত প্ৰত্যেকেই নিজৰ নিজৰ ভাগৰ মাটিৰ দ'মবোৰ পানী থকা দ-খাল এটাত পেলাই ১০।১২ দিন থছকি তাও কৰে। থছি-পুতকি থাকোঁতে থাকোঁতে লোৱাচুৰ মিহলি খেচ্‌-খেচীয়া মাটিখিনি আপোনা-আপুনি এৰাই বেলেগ হৈ যায়। এই বেলেগ হোৱা ভাগটিকে লৈ আহি তলত লিখা নিয়ম মতে পগাই পেলোৱা হয়।

**লোৱা-মাটি পগোৱাৰ নিয়ম**

লো-শলীয়াইঁতে পানীপাছৰ আওলা মাটিত পৰাকৈ ১৬।১৭ হাত ওখ কৰি এটি তিনি খুটলীয়া ঘৰ কৰে। ঘৰটোৰ ভিতৰখন দীঘে ২০ হাত, পথালিয়ে ১০ হাতমান হ'ব। মাজৰ খোটালিটোত ভাটি পাতি, ইকৰা খৰিৰ জুই মাৰি খেচ্‌খেচীয়া মাটিখিনি পোৰে। পুৰি অঁতাই, থালি এটাত সেইখিনি বহাই দিয়ে আৰু টানকৈ জুই মাৰিবলৈ ধৰে। জুইৰ কোবত তাৰ জেৰেৰবোৰ ফেন কাঢ়ি ওলাই যায়, আৰু লো-মিহলি মাটিখিনি লেতু-সেতু হৈ লদা বান্ধে। লৰনিৰে লৰাই, কাঢ়নীৰে কাঢ়ি, গোটা লো-ডোখৰ ধুৰমুছ্‌ এডালেৰে খুন্দি, নাইবা সাঁচত পেলাই দীঘল চেপেটা কৰি গঢ় লগায়। সাধাৰণ লো কৰোঁতে পাচোঁটা মানুহে লো-শালত কাম কৰে; ওজাৰ কাম ভাটি জলাবলৈ খৰি-খেৰ আনি দিয়া, আৰু পগাবলৈ নিয়া লোৱা মাটিৰ পোৱৰ সেৰীয়া ভাগৰপৰা লেছেৰা লো উলিয়াই খুন্দি-পিটি গঢ় লগোৱা। ওজাজনে লোৱাচুৰ মিহলি মাটি দলিয়াই দিবও লাগে। এই ওজাপালিৰ বাহিৰেও তাত দুটা হাত আজৰাই দিয়া মানুহ থাকে; এটাই ভাটি মাৰে, আনটোৱে পাঁচ টকামান লো-মাটি আনি জুইলৈ পেলাই দিয়ে। এইদৰে দিনে-নিশাই কাম কৰি এদিন এৰাতিত চাৰি সেৰীয়া পধুৰ তেৰডোখৰ লেছেৰা লো উলিয়ায় আৰু মোটামুটিকৈ ধৰিলে প্ৰতি-

ভোখৰৰ মেচ, ভাল বেৱা অনুসৰি, সিকিকৈ পৰে, কেতিয়াবা আকৌ ভোখৰে আদমহীয়া চৰতীয়াকৈহে পৰে। বড়া দৈয়াঙত মাটি খানি এশ মোণ লো উলিয়াবলৈ তলত লিখা নিৰিখেৰে মানুহ লগোৱা হৈছিল ঃ—

| | লগা মানুহৰ সংখ্যা | দিন | মুঠ মানুহৰ সংখ্যা |
|---|---|---|---|
| গেৰেকুৱা মাটিৰ পলসুৱা চট বিচৰা বা লো-পুং উলিওৱা— | ৬ | ৫ | ৩০ |
| মাটি খনা— | ৬ | ১৫ | ৯০ |
| লোৱা মাটি পৃথক কৰা— | ৬ | ১১ | ৬৬ |
| ছাই কৰা— | ৬ | ৩০ | ১৮০ |
| লোৱা মাটি গলোৱা— | ৫ | ২০ | ১০০ |

পলাশবাৰী আৰু গোঁহাই-হাটত গাৰোবিলাকে লোহকা লো আনি বেচিছিলহি। উজনিৰপৰা আমাৰ মানুহ গৈ সেই বোৰকে কুঁৱী ঠেকেৰা, ধান, চাউল, সৰিয়হ দি সলাই-পজৰাই আনি নাঙলৰ ফাল, গজাল, বৰশী, বিন্ধনা, বটালি, বাইছ, ঢেকিৰ গুল, পুতলৰ কাঁইট আৰু হিলৈৰ শলা কৰি লৈছিল। জয়পুৰৰপৰা দৈয়াঙলৈকে এই ভোখৰ ঠাইত উলিওৱা লোৰে তীক্ষ্ণতৰ ক্ষুৰ, কুঠাৰ, তৰোৱাল, হিলৈ, বৰতোপ আৰু তীখাহে হৈছিল। লো-শলীয়াই মাটিৰপৰা লোৱা-মাটি উলিয়াই লো কৰি দিছিল; তাকে কমাৰে গঢ়ি-পিটি ঠগ লগাই ব্যৱহাৰৰ উপযোগী কৰিছিল। আজিকালি লো-

**কমাৰ**

শলীয়া মানুহ পাবলৈ আছে নে নাই ক'ব নোৱাৰি; অন্ততঃ সাধাৰণতে দেখিবলৈ পোৱা নাযায়; কমাৰ হ'লে ঠায়ে ঠায়ে আছে; কিন্তু বৰ দুখৰ বিষয় যে তেওঁবিলাকে লাহে লাহে কমাৰৰ কাম নীহ বুলি এৰি দিবলৈ ধৰিছে আৰু কমাৰৰ ল'ৰাক কমাৰ বুলিলে আজিকালি লাজ পোৱা হৈছে। আহোম এই দেশলৈ অহাৰ আগত এই দেশত উজনি অসমৰ দক্ষিণ পাৰে, কমাৰ আছিল নে নাই, তাক থিৰাংকৈ কোৱা টান। ১৪২২ শকত আহোমৰ দিহিঙীয়া ৰজা বৰ্গদেৱে চুটীয়া ৰাজ্য মাৰি, তাৰপৰা দোলা, কালী, সোণৰ মেকুৰী, সোণৰ হাতী, সোণৰ তিনিচুকীয়া সিংহাসন ইত্যাদি দ্ৰব্য বস্তুৰ বাহিৰেও ভালেখিনি কমাৰ কাম কৰা মানুহ বন্দী কৰি আনে। ৰজাই তেওঁবিলাকৰ কিছুমানক বড়াৰ পিনে আৰু কিছুমানক উজনিৰ পিনে বহৱালে আৰু কমাৰশাল পতাই দা, কটাৰি, হিলৈ, বৰতোপ আদি গঢ়িবলৈ যতন লগাই দিছিল। তেওঁবিলাকৰ ভিতৰত কামৰ ভাল-বেয়া চাবলৈ হাজৰিকীয়া, শইকীয়া পাতি দিছিল। দিহিঙীয়া ৰজাৰ দিনৰ পৰাহে আমাৰ ইয়াত কমাৰৰ ব্যৱসায়ৰ চলন্তি হ'ল। চুটিয়া ৰাজ্যত কমাৰে লোৱাৰ কাম কৰিছিল যদিও, সিমান চকুত লগা কাম কৰি বিখ্যাত হ'ব নোৱাৰিছিল, আহোম

বাজাইলৈ অহাৰ পিছতহে সিবিলাকৰ প্ৰতিপত্তি বাঢ়িবলৈ ধৰিলে। চিচিহ্নীয়া বজাৰ দিনত আমাৰ ইয়াত তিনি হেজাৰ কমাৰ আছিল। এইবিলাকৰ বাহিৰেও প্ৰতাপসিংহ বা বুঢ়াৰজা স্বৰ্গদেৱে আমাৰ দেশত ভাটি দেশৰ ঠাচেৰে পিতলৰ হিলৈ আৰু বৰতোপ গঢ়াবলৈ ভাটিৰপৰা বহুত কমাৰ অনায় আৰু সিবিলাকৰ বেলেগ বেলেগ খেল নিৰ্ব্বন্ধ কৰি দিয়ে। গৌৰীনাথ সিংহৰ দিনলৈকে অসমত লো-শলীয়া মানুহৰ হতুৱাই মাটিৰ পৰা লো উলিওৱা হৈছিল, আৰু কমাৰৰ হতুৱাই দা-তৰোৱাল, হিলৈ-তোপ, গুলি আদি কৰোৱা হৈছিল; কিন্তু মোৱামৰীয়াৰ উপদ্ৰৱত দেশ ছাৰখাৰ হৈ চোলাং হোৱাত ক'ৰবাৰ মানুহ ক'ৰবালৈ গুচি গ'ল আৰু লো-শলীয়াইত থান্-থান্ হোৱাত লো উলিওৱা মানুহৰ অভাৱ পৰিল; লগে লগে কমাৰবিলাকৰ গঢ়া-পিটা কামো কমি আহিবলৈ ধৰিলে। এইদৰে কমি গৈ পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ দিনত ৫০০ পাঁচ শ মাথোন কমাৰ আৰু লো-শলীয়া খেল ব'লগে। মানৰ দিনত আকৌ তাতোকৈ কমি আহি মুঠেই এশতহে পৰিলহি। ১৭৫০ শকত শিৱসাগৰ জিলাত লো-পুং চিনিৰ পৰা ৪০ কি ৫০ ঘৰমান মানুহহে আছিল। এইদৰে ক্ৰমাৎ কমি গৈ লো-শলীয়া মানুহ আজিকালি সমূলকে নাইকিয়াত পৰিছেহি। যি কেই খেল কমাৰ আজিকালিও আছে, তাৰ ভিতৰত এই কেই খেলেই প্ৰধান—ঢেকৰগঢ়া, হোলোঙাপৰীয়া, কাটনীপৰীয়া।

এইবিলাক কমাৰেই এসময়ত আমাৰ দেশত ইমানবোৰ আগ্নেয় অস্ত্ৰ কৰিছিল যে আওৰংজেব্ বাদছাহৰ প্ৰধান সেনাপতি মিৰজুম্লাবো ঢাকা এৰি অসমৰ সীমা পাই, চৰৰ মুখে অসম বজাৰ অসংখ্য হিলৈ আৰু ৫০০ গুলি একেলগে মাৰিব পৰা বৰতোপ আছে বুলি শুনি পেটতে হাত-ভৰি লুকাইছিল; আৰু তেওঁ অসমৰপৰা ঘূৰি যাওঁতে যিমানখিনি বন্দুক আৰু তোপ লৈ গৈছিল, হাত-ভৰি লুকাবৰ কথাই।

কমাৰবিলাকে নিজক এবিধ কলিতা মানুহ বুলি পৰিচয় দিয়ে; কোনোৱে সৰু কলিতা বুলি কয়, কোনোৱে কমাৰ কলিতা বোলে। কমাৰৰ ব্যৱসায়টো আজিকালি ভালেমান আন জাতিৰ ভিতৰতো সোমাইছে।

পুখুৰী আৰু পাটনাদ আদি খানোতে সকলোৱে দেখিছে যে ২০।২৫ ফুটমানৰ তলত কলা বৰণীয়া এবিধ এঠাল মাটি ওলায়; ঠায়ে ঠায়ে ইমান দ-কৈ নাখান্দিলেও হয়, আৰু এনেকুৱা মাটি ঠায়ে ঠায়ে কোনো নৈৰ পাৰতো ওলায়। এই মাটিৰে আমাৰ দেশত ঘট-কলহ, মলা-চক, থালি, থাল, বান ইত্যাদি সাজে। এই মাটিৰ ঘট-কলহ, মলা-চক ইত্যাদি বস্তুবিলাক কুমাৰে সাজে; আৰু সেই কুমাৰৰ নাম অনুসৰিয়েই সম্ভৱতঃ সেই মাটি-বোৰকো কুমাৰ মাটি বোলে। এই মাটিৰ পাত্ৰবিলাক কেৱল অসমতেই নহয়, গোটেই ভাৰতত অতি লাগতিয়াল আৰু এতিয়াও প্ৰচলিত আছে; সেই কাৰণে সেই সম্বন্ধে এইখিনিত বিশেষ কোৱাৰ আৱশ্যক নকৰে।

কুমাৰ মাটি: কুমাৰ

কুমাৰবিলাকৰ পাঁচ ভাগ আছিল, যেনে বৰাভগীয়া, বিলতীয়া, সত্ৰীয়া, দেৱলীয়া, আৰু বাজহুৱা। বৰাভগীয়া কুমাৰবোৰকে দুভাগ কৰি, এভাগ মেলখোৱা বৰা আৰু

**কুমাৰৰ ভাগ**

কুঁৱৰীসকলক ভাগ কৰি দিয়া হয়, এভাগ বৰালৈ থাকে। বিলতীয়া কুমাৰখিনিক ডাঙৰ ডাঙৰ বিষয়াবোৰক ভগাই দিয়ে আৰু সেইদৰেই সত্ৰীয়া কুমাৰবোৰ প্ৰধান প্ৰধান সত্ৰত আৰু দেৱলীয়া কুমাৰখিনিক দেৱালয়বিলাকত ভাগ কৰি দিয়ে। ভাগে ভাগে এই কুমাৰবিলাকে আপোন আপোন ভাগত ঘট-কলহ, মলা-চক, যি সময়ত যি যেনেকৈ লাগে তাৰ যোগান ধৰে। বাজহুৱা কুমাৰ ভাগে বাইজৰ কাম কৰে। কুমাৰবিলাকে নিজক "কুমাৰ-কলিতা" বা "কলিতা" মানুহ বুলি পৰিচয় দিয়ে। এই ব্যৱসায়টো আজি পৰিমিত কুমাৰবিলাকৰ ভিতৰতেই আছে। যেই কোনো কাৰণেই হওক আনজাতৰ মানুহে এই ব্যৱসায়টো এতিয়াও লোভ কৰা নাই। কুমাৰবিলাকৰ একোখন "চাক" থাকে, তাৰ ওপৰত মাটি দি ঘূৰাই ঘট-টেকেলি ইত্যাদি গঢ়ে।

**শিলাকুটী**

অসমদেশৰ প্ৰায় কেউফালেই পৰ্ব্বত আৰু অনেক শিলনি আছে। আহোম ৰজাসকলৰ দিনত শিল কাঁটোতা এখেল মানুহ আছিল; সিবিলাকক "শিলকটীয়া" বা "শিলাকুটী" বুলিছিল। সেই শিলাকুটীবিলাকে পৰ্ব্বতৰপৰা শিল-পাথৰ কাটি আনি শিলৰ কাঁহী-বাতি, পটা, পটা-গুটি, ঢেঁকিৰ গাঁৰিশালি, শিলৰ পাট-নাদ, শিলৰ ফলি আদি তৈয়াৰ কৰিছিল। দেৱালয়বিলাকত আজিকালি আহোমৰ দিনৰ যিবিলাক শিলৰ ফলি পোৱা গৈছে, সেইবিলাকৰ ফলিখন এই শিলাকুটীবিলাকৰ দ্বাৰাই প্ৰস্তুত হৈছিল; আখৰখিনি মাথোন আখৰ-কটীয়াবিলাকৰ হতুৱাই কটোৱা হৈছিল। এই শিলাকুটীয়ে কৰা ঢেঁকিৰ খুৰলি আৰু শিলৰ পাট-নাদ অসমৰ ঠায়ে ঠায়ে এতিয়াও দেখিবলৈ পোৱা যায়। জয়দৌলৰ গাত যিবিলাক শিলত মূৰ্ত্তি কটা আছে, সেইবিলাক এই শিলাকুটীবিলাকৰেই কীৰ্ত্তি। বৰ দুখৰ বিষয়, শিলাকুটীবিলাকৰ ব্যৱসায়টো আজিকালি অসমত প্ৰায় লুপ্ত হৈছে বুলিব লাগে। শিলাকুটীবিলাকে এফেদে সোণ পৰীক্ষা কৰিবৰ উপযোগী এবিধ শিল প্ৰস্তুত কৰিছিল, সেই শিলকটি' "কষটি" বোলে, আৰু সেই কষটি শিল কৰা মানুহবোৰকে "কষটি" বুলিছিল।

খনিকৰ বুলিও এখেল মানুহ আছিল। সেই খনিকৰবিলাকৰ কেইবাটাও ভাগ আছিল, আৰু প্ৰত্যেক ভাগেই পৃথক পৃথক কাম কৰিছিল। এভাগে কুমাৰ মাটিৰে

**খনিকৰ**

প্ৰতিমাদি সাজিছিল; সেই ভাগকহে মানুহে সাধাৰণতে খনিকৰ বুলি জানিছিল। এই দেশত পূৰ্ব্বে মাটিৰে গোসাঁনী সাজিব নাজানিছিল; স্বৰ্গদেৱ বুদ্ধি স্বৰ্গনাৰায়ণ মহাৰজাই কিছুমান মৰঙীয়াল মানুহক কোচবেহাৰলৈ পঠাই মৃন্ময়মূৰ্ত্তি সাজিবলৈ শিকাই আনি এই কৈৰ খনিকৰ সৃজন

কৰে। এই ভাগত কেইবা জাতৰো মানুহ আছিল, কিন্তু আহোমেই প্ৰায় সবহ আছিল বুলি জনা যায়।

কাঠ কাটি, খুলি, বিন্ধি, কাণি, কুন্দি যিবিলাকে কাঠৰ সঁজুলি আদি তৈয়াৰ কৰিছিল, সেই ভাগ খনিকৰক "বাঢ়ৈ" বা "বাঢ়ৈ খনিকৰ" বুলিছিল। পঞ্জাব আদি

**বাঢ়ৈ**

প্ৰদেশৰ লগত এই দেশৰ বাঢ়ৈবিলাকৰ হাতৰ কাম-কাজ অৱশ্যে কোনো ৰকমেই তুলনা নহয়; কিন্তু আমাৰ দেশখন ভালেমান মূল্যবান কাঠেৰে ভৰপূৰ, আৰু সেই গতিকেই আমাৰ দেশৰ এই বাঢ়ৈ-খনিকৰবিলাকে সেই কাঠবোৰ কাৰ্য্যত লগাবলৈ যথেষ্ট চেষ্টা কৰিছিল। পূৰ্ব্বে বলা স্বৰ্গদেওসকলৰ দিনত এই বাঢ়ৈ-খনিকৰবিলাকে সাধাৰণতে মানুহৰ দৈনিক ব্যৱহাৰ্য্য বস্তুবিলাকতকৈও ধৰ্ম্মৰ লগত সংস্ৰৱ থকা আৰু ধৰ্ম্মভাবোদ্দীপক নামঘৰ, কীৰ্ত্তনঘৰ আৰু গোসাঁনীঘৰ আদিৰ সিংহাসন, কৰণি আৰু পুৰাণাদি ধৰ্ম্মপুথিৰ কোনো উপাখ্যানৰ লগত সম্বন্ধ থকা গৰুড়, অনন্ত, হনুমন্ত আদিৰ প্ৰতিমূৰ্ত্তিবিলাক সজাত বৰ আগ্ৰহ ৰাখিছিল; আৰু ৰজাঘৰৰপৰাও সেই বিষয়ে অনেক প্ৰকাৰৰ উৎসাহ পাইছিল। আজিকালিও আউনীআটী, দক্ষিণপাট আদি ডাঙৰ ডাঙৰ সত্ৰবিলাকত কাঠৰ এনেকুৱা গৰুড়, অনন্ত, হনুমন্ত আদিৰ প্ৰতিমূৰ্ত্তি দেখিবলৈ পোৱা যায়, আৰু সেইবিলাকৰপৰাও আমাৰ আগৰ কালৰ বাঢ়ৈ-খনিকৰবিলাকৰ শিল্পকাৰ্য্য কিছু পৰিমাণে উপলব্ধি কৰিব পৰা যায়।* কিন্তু সেই বুলি যে আমাৰ বাঢ়ৈ-খনিকৰবিলাকে সাধাৰণতে মানুহৰ দৈনিক ব্যৱহাৰোপযোগী বস্তুবিলাক কাঠেৰে তৈয়াৰ কৰা নাছিল এনে নহয়। সাধাৰণতে ব্যৱহাৰোপযোগী কাঠৰ যিবিলাক বস্তু সজা হৈছিল, তাৰ ভিতৰত পালেং, চাল-পীৰা, বৰপীৰা, কৰণি, বৰপেৰা, খৰাই, ঠগি, বেই, দোলা, গছা, লাখুটি, মাকো, কাঁইনি, দোৰ্‌পতি, নাচনী, অগ্নিগড়, তোলোঠা, তামুলী-পিড়া, এইবিলাকেই প্ৰধান। এই দেশত পূৰ্ব্বৰেপৰা অনেক-

**কাঠৰ বস্তু**

বিধৰ মূল্যবান কাঠ আছিল (আৰু এতিয়াও আছে)। যিবিলাক কাঠ এনেকুৱা কামৰ নিমিত্তে ব্যৱহাৰ কৰা হৈছিল, তাৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য কঠাল, সৰল, নাহৰ, চিচু, উৰিআম, গমাৰি, কৰৈ, ভিতাচপা, বেল, শাল, চাম ইত্যাদি।

---

* অসমীয়াৰ গৌৰৱ ৰত্ন, আসাম গৱৰ্ণমেণ্টৰ এক্সিকিউটিভ্ কাউন্সিলৰ অনাৰেবল্ মিষ্টাৰ আব্দুল মজিদ্ B.A. (Cal. and Cantab.) L.L.B.; C.I.E. খাঁবিটাৰ চাহাবে কোৱাৰ দৰে প্ৰকৃত কথা ক'বলৈ গ'লে "The Hindus in Assam, as elsewhere, are swayed by strong religious feelings, and one may say with Sir George Birdwood that everything that is made is for direct religious use, or has some religious sentiment."

—*Wood Carving in Assam*, Page1.

পহুৰ শিং আৰু হাতী-দাঁতৰ কাম কৰা এভাগ খনিকৰ আছিল, সেই ভাগক "বৰুৱাৰ" বা "বৰুৱাৰ-খনিকৰ" বোলা হৈছিল। আহোম স্বৰ্গদেৱসকলৰ দিনত হাতী-দাঁতৰ কণি, কাটৈ, সিংহাসন, কৰণি, সেন্দুৰৰ টেমা ইত্যাদি বস্তুবিলাকৰ ওপৰত বৰা, তাৰবোৰা আৰু বৰুৱা-ফুকন আদি বিষয়াসকলৰ বৰ আদৰ আছিল। বৰুৱাৰ-

বৰুৱাৰ-খনিকৰ

খনিকৰ-বিলাকে সেইবিলাক প্ৰস্তুত কৰি যাব যি আৱশ্যক যোগাব লাগিছিল। মিঃ ডনেল্ড্ চাহাবে (Mr. I. Donald I. C. S.) তেওঁৰ "Monograph of Ivory Carving in Assam"-ত লিখিছে—*

এই বৰুৱাৰ-খনিকৰবিলাক মুছলমান আছিল। সিবিলাকক ৰজাসকলে এই কাৰ্য্যৰ নিমিত্তে নিষ্কৰ ভূমি আদি বৃত্তি দিছিল; আৰু সিবিলাক যাতে সেই কাৰ্য্যত সদায় নিযুক্ত থাকে, তাৰ নিমিত্তে বন্দোবস্তপৰা বিশেষ চকু দিয়া হৈছিল। আহোম ৰজা-সকলৰ লগে লগে কিন্তু এই ব্যৱসায়টো এতিয়া প্ৰায় লুপ্ত হৈছে বুলিব লাগে। মিঃ ডনেল্ড্ চাহাবে লিখিছে—†

ওপৰত উল্লিখিতৰা ফিজ্‌নুৰ মুছলমানো আৰু এতিয়া নাই। তেওঁৰ মৃত্যুৰ লগে লগে যোৰহাট কিয়, প্ৰায়েই গোটেই অসমতে হাতীদাঁত খোদা ব্যৱসায়টো লোপ পাইছে বুলি ধৰিব লাগে।

আহোম ৰজাৰ হাতী-শালত অনেক হাতী আছিল। এইবিলাক হাতীৰপৰা পোৱা দাঁতৰ বাহিৰেও বনবীয়া হাতী মাৰিও অনেক দাঁত সংগ্ৰহ কৰা হৈছিল। মুঠতে ক'বলৈ গ'লে, ৰজাৰ দিনত হাতী-দাঁতৰ অভাৱ নাছিল আৰু বৰুৱাৰ-খনিকৰবিলাকেও বহি থাকিবলৈ নাপাইছিল। ক্ৰমে কিন্তু ইংৰাজৰ হাতলৈ দেশ অহাত Elephant Preservation Act প্ৰচাৰ হোৱাত, হাতী-দাঁত পাবলৈ নাইকিয়া হৈ আহিল, আৰু বৰুৱাৰ-খনিকৰবিলাকেও হাত সাৱটি থাকিবলগা হৈ আহিল। গতিকেই সিবিলাকে জীবিকা নিৰ্ব্বাহৰ নিমিত্তে অন্য ব্যৱসায় অৱলম্বন কৰিবলৈ বাধ্য হ'ল। এই অনুক্ৰমে

---

* "Once an important art in the days of the Ahom Rajahs, ivory carving has, since Assam came under British Rule, gradually declined. In those past times the industry throve, the workers, known as Khanikars, worked solely for the Rajahs. This would seem to indicate that the work in those days was much valued."

† Bringing the information up to date, we might safely say that there is but one man in the whole of Assam, whose occupation can be descibed as "Ivory Carver."—Fiznoor Mussalman, of Jorhat. From an important flourishing and honourable industry, it has, in the space of 70 to 80 years, been reduced to the work of one man."

ক্ৰমাগত বৰকাৰ-খনিকৰ অসমত নাইকিয়া হ'লহি। ইয়াৰ বাহিৰেও মি: ডনেল্ড্ চাহাবে লিখিছে—*

আহোম ৰাজত্বৰ শেষছোৱাত যদিওবা বিদেশৰপৰাও এই দেশলৈ কিছু পৰিমাণে লোণৰ আমদানি কৰা হৈছিল, তথাপি অসমীয়া মানুহে তৰিব পৰাকৈ লোণ এই দেশৰ পুংবিলাকতে যথেষ্ট পৰিমাণে আছিল, কিন্তু পুংবিলাকৰ প্ৰায় খিনিয়েই আবৰ আৰু নগা পৰ্ব্বতত থকাত, সেই পৰ্ব্বতীয়া জাতিবিলাকে অনেক সময়ত উপদ্ৰৱ কৰাত, আমাৰ মানুহবোৰে তাৰপৰা সততে যথেষ্ট পৰিমাণে লোণ উলিয়াব নোৱাৰিছিল। বৰহাট আৰু সদিয়াৰ লোণ পুঙেই প্ৰধান আছিল। এই দুই ঠাইৰ লোণ-পুঙেই, গোটেই অসমৰ মানুহক নহলেও, প্ৰায় সৰহখিনিক লোণ যোগাইছিল। ইয়াৰ বাহিৰেও নামগড়তো কেইটামান লোণৰ পুং আছিল। ৰজাৰ দিনত লোণপুৰীয়া বুলি এখেল মানুহ আছিল। সিইঁতে আবৰ আৰু নগা পৰ্ব্বতলৈ গৈ আবৰ নগাৰে লগলাগি লোণ পুং খানি লোণ-পানী উলিয়াই, তাকে কাকবাঁহৰ চুঙাত সুমাই জুইত পুৰি ডুখৰীয়া লোণ কৰিছিল, আৰু লোণগতীয়াবিলাকে কৌপাত কাটি আনি, তাৰে ডুখৰীয়া লোণৰ টোপোলা বান্ধিছিল। এই লোণগতীয়াবিলাকক সাধাৰণতে আজিকালি মানুহে "লংগতীয়া" বোলে। লোণ-পুঙত লোণ পোৱা কামটো নিশাহে কৰা হৈছিল। তিনি ৰাতিত যিমানখিনি লোণ পোৱা হয়, তাৰে দুভাগ আমাৰ মানুহলৈ থাকে, আৰু এভাগ আবৰেই বা নগাই, যাৰ পৰ্ব্বতত লোণ পোৱা হয়, সিইঁতে নিয়ে। আমাৰ কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত, ইং ১৮০৯ চনত কেৱল সদিয়াৰ লোণ-পুঙৰপৰাই বছৰেকত ৪০,০০০ চল্লিশ হেজাৰ টকাৰ মূল্যৰ লোণ পোৱা হৈছিল বুলি পেম্বাৰটন্ চাহাবে কয়। তেওঁ আৰু কয় যে পুঙৰ-

Under the Rajahs the work was not altogethe ran optional one. There was a compulsory element. Care was taken to see that each man was kept busy at his trade; while at the same time the means of livelihood was certain. With the disappearance, however, of the Rajahs, these influency ceased. The carvers, who had land and cattle, settled down principally to a life of agriculture, a life involving little labour on their part, yet insuring a comfortable living. Not pressed by force to earn his livelihood, the ivory carver took no steps to push his industry, or to create a demand. An occasional order for an article in ivory would be executed generally at a profit so considerable that the worker could afford to lay aside his tools for sometime, before undertaking another commission. What was the result of this? What as spasmodic in the parent became despised by the child; he saw in it merely a secondary means of livelihood, demanding long and much perseverance, with no immediate prospect of prosperity. Their inclinations, if of good family, tended, as in the case of the son of Fiznoor, the well-known carver in Jorhat, towards an office stool".

—*Ivory Carving in Assam* Page 2.

পৰা পোৱা লোণবোৰ বিদেশৰপৰা অনা লোণতকৈ অনেক গুণে উৎকৃষ্ট আৰু বেছি মূল্যবান আছিল। সেই সময়ত এবাৰ প্ৰায় একলাখ মোণ লোণ বিদেশৰপৰাও আমদানি কৰা হৈছিল বুলি পেম্বাৰ্টন্ চাহাবে কয়। তেওঁ লিখিছে—*

এই লোণ পুখুৰিপৰা পোৱা ভূৰবীয়া লোণ বিশেষকৈ উচ্চ শ্ৰেণীৰ মানুহৰ ভিতৰতহে সততে প্ৰচলিত হৈছিল; দুখীয়া আৰু সাধাৰণ শ্ৰেণীৰ মানুহৰ ভিতৰত কৃত্ৰিম উপায়েৰে কৰা এবিধ লোণ ব্যৱহৃত হৈছিল। এই সম্বন্ধে ফৰাচী ভ্ৰমণকাৰী টেবাৰ্ণীয়াৰ চাহাবে এইদৰে লিখিছে—†

অৰ্থাৎ (মুঠতে ক'বলৈ গ'লে) অসমীয়া মানুহে কৃত্ৰিম উপায়েৰে লোণ কৰিছিল আৰু সেই লোণ কৰাৰ দুটা প্ৰণালী প্ৰচলিত আছিল। প্ৰথমতে সোঁত-নোবোৱা বদ্ধ থাই থকা পানীত (যেনে বিল ইত্যাদি) ওপজি থকা, হাঁহ-ভেকুলী ইত্যাদিয়ে খোৱা এবিধ পুনি গোটোৱা হয়। সেইবিলাক শুকুৱাই পোৰে, তাৰ ছাঁইবোৰ ফটা কানি এখনত টোপোলা বান্ধি পানীত উতলায়। পানীখিনি উতলাই থাকোঁতে শুহি গ'লে, তলত যি গেদ পৰে, তাৰিপৰাই লোণ হয়। এই নিয়মৰ বাহিৰেও আৰু এটা প্ৰণালীৰে লোণ কৰিছিল, সেইটো এই:— ডিমৰু গছৰ (Adam's Fig) পাতবোৰ শুকুৱাই পোৰে। সেই ছাইবোৰৰপৰাও এবিধ লোণ পোৱা যায়, আৰু সেইবোৰ লোণ ইমান চোকা যে তাক কিছু পৰিমাণে সেৰেকা কৰি নল'লে ব্যৱহাৰকে কৰিব নোৱাৰি।

---

* "Salt......appears to be obtainable from springs in the province, which the Assamese, however, never able to bring efficiently into play, from the unfriendly and unsettled state of that part of the country, in which they are principally situated. The springs, most generally known are those of Borhat and Sadiya......and the salt obtained from the springs was said to be much more pure and high priced than that imported from Bengal......."

† "......as regards salt......what is manufactured, which is done in two ways. The first is to collect vegetable matter which is found In stagnant water such as ducks and frogs eat. It is dried and burnt, and the ashes derived from it being boiled and strained as is described below serve as salt. The other method which is most commonly followed is to take some of the large leaves of the kind of fig tree, which we call Adam's fig. They are dried in the same manner and burnt, and the ashes from them consist of a kind of salt which is so pungent that it is impossible to eat unless it is softened. This is done in the following way :—The ashes are put into water; when they are stirred about for ten or twelve hours, then this water is strained three times through a cloth and then boiled. As it boils the sediment thickens and when the water is all consumed, the salt which is white and fairly good is found at the bottom of the pot. It is from these ashes of fig leaves that in this country the dye is made to boil silk which becomes as white as snow, and if the people of Assam had more figs than they have, they would make all their silks white, because white silk is much more valuable than the other, but they have not sufficient to clean half the silks which are produced in the country."

—*Travels in India By* J. B. Travernier

সেৰেকা কৰিবলৈ বা তাৰ চোক গুচাবলৈ ছাইবোৰ পানীত দি, দহ কি বাৰ ঘণ্টামান ঘূটি থাকে। সেই পানীবোৰ তাৰ পাছত ফটাকানি এখনেৰে ছৈকে তিনি বেলি চাকে আৰু সেই ৰসখিনি উঠি ভাঠ নহবালৈকে উতলাই থাকে। পানীখিনি ভেনেই শুহি গ'লে তলত কিছুমান বগা গেদ পৰে। সেইবিলাকেই লোণ। টেৱানীয়াৰে আৰু কয় বোলে

**বেচম ধোৱা খাৰনি**

সেই ডিমৰু গছৰ ছাইৰপৰা অসমীয়াবিলাকে বেচম ধুবৰ নিমিত্তে এবিধ খাৰণি সৰাইছিল, তাত বেচম (পাট, মুগা ইত্যাদি কাপোৰ) ধুলে বৰফৰ নিচিনা বগা হয়। অসমত সৰহীয়াকৈ এই ডিমৰু গছ থকা হ'লে, অসমীয়া মানুহে সিবিলাকৰ আটাইবোৰ বেচেমী কাপোৰ ধুই বগা কৰি ল'লেহেঁতেন, কিন্তু দেশত যিমান বেচম হয়, তাৰ আদখিনি ধুবলৈকে তাৰ জোখাৰে ডিমৰু গছ পাবলৈ নাই।

ইতিপূৰ্ব্বেই কৈ অহা হৈছে যে অসমত হিলৈৰ খাৰ তৈয়াৰ কৰা হৈছিল, আৰু আহোমবিলাকেই ইয়াক প্ৰথমতে আবিষ্কাৰ কৰে বুলি অনেকে অনুমান কৰে। খাৰঘৰীয়া ফুকনৰ তত্ত্বাৱধানত খাৰঘৰীয়া মানুহবিলাকৰ দ্বাৰাই এই হিলৈ-খাৰ আৰু ঘৰক্ষৰীয়া

**হিলৈ-খাৰ, ঘৰক্ষাৰ**

বোলা খেলৰ মানুহৰ হতুৱাই ঘৰক্ষাৰ প্ৰস্তুত হৈছিল। বৰ্ত্তমান আগৰদিনীয়া প্ৰাচীন লোকৰ অন্ত পৰাত আৰু কোনো লিখিত বিৱৰণ সংগ্ৰহ কৰিব নোৱৰাত, এই হিলৈ খাৰ আদি কি প্ৰণালীৰে প্ৰস্তুত কৰা হৈছিল, তাক কোৱা টান হৈ উঠিছে। শুনা যায়, ৰজাৰ দিনত হেনো ডাঙৰ ডাঙৰকৈ গোহালী সজাই, তাত প্ৰায় ছমাহমান একেৰাহে গৰু ৰক্ষায় (বিশেষকৈ ক'লা বৰণীয়া গৰু) আৰু মুতায়। গৰুৰ মুতখিনি গোহালীতে শুকাবলৈ দিয়া হয়। এইদৰে ছমাহমান গৰুৰ হতুৱাই মুতুৱা হ'লে, তাৰ পাছত তাত গৰু বান্ধিবলৈ এৰি দিয়ে, আৰু সেই ঘৰটো এবছৰমান দুৱাৰ বান্ধি উদংভাবে ৰখা হয়। পাছত ভেঁকুৰি সেই গোহালীৰ ভেঁটিটোত বগা বগা এবিধ মিহি বস্তু ওলায় (কাঠফুলা নহয়)। সেই বগা বস্তুখিনিৰপৰাই কিবা উপায়েৰে ঘৰক্ষাৰ প্ৰস্তুত হৈছিল, আৰু কাতিমহীয়া ভীমকলৰ গছ ছিৰি, সেইবোৰ শুকাই পুৰি, তাৰ খাৰেৰেও কেনেবাকৈ হেনো হিলৈৰ খাৰ কৰিছিল। আমাৰ মানুহৰ নিজৰ দোষত বৰ্ত্তমান এইবিলাক লুপ্তপ্ৰায়, কি চিৰকালৰ নিমিত্তে লুপ্ত হ'ল।

ৰংপুৰৰ (বৰ্ত্তমানৰ শিৱসাগৰ মহকুমা) ৰজাদিনীয়া শিৱসাগৰ, জয়সাগৰ আদি ডাঙৰ ডাঙৰ পুখুৰীবোৰ সকলোৱে দেখিছে। সেই পুখুৰীবিলাকৰ এটা বিশেষত্ব এই যে, তাৰ চাৰিও কাষৰ ঠাইবিলাক যদিও পাৰ কেইটাতকৈ অনেক পৰিমাণে চাপৰ বা দ, আৰু সেই ঠাইবোৰৰ পানী শুকাই গলেও, সেইবিলাকৰ পানী প্ৰায়েই পাৰৰ সমানে চপ্‌চপীয়া হৈ থাকে, কাচিৎহে অল্প শুকায়। আহোম ৰজাৰ দিনৰ অসমীয়া মানুহে খন্দা পুখুৰীৰ এনে বিশেষত্ব লক্ষ্য কৰি আজিকালিৰ ইংৰাজ ইঞ্জিনীয়াৰসকলেও তথা

থাকিছে। এই পুখুৰীবিলাকত পূৰ্ব্বে বহ চালিছিল। সেইবাবেই এই পুখুৰীবিলাকৰ পানী সুতকায় বুলি কয়। পাবদ বা পাবাবেই আন এটা নাম হৈছে "বস"; বসক অসমীয়া মানুহে থকৰা কথাত "বহ" বুলিছিল। বহ-চলা বুলি এবেল মানুহে এই বস বা বহ প্ৰস্তুত কৰি পুখুৰী-বিলাকত চালিছিল।

**পাবৰ বা বহ**

বৰ্ত্তমান গোলাঘাট মহকুমাৰ ভিতৰত বহ-চলা নামে যি এখন গাঁৱ আছে, বিশেষ সম্ভৱ তাৰ ওচৰতে সেই বহ-চলা মানুহবিলাকৰ বসতি আছিল। বহ-চলা পুখুৰী-বিলাকৰ পানীও সদায় স্ফটিক যেন হৈ থাকে, আৰু তাত বল-পিত আদিও বৰকৈ নহয় বুলি প্ৰবাদ আছে, আৰু তাৰ বহুত ডাঙৰো মাছ আদি কমাই ডুবা দেখি। পুখুৰী খানি উলিওৱাৰ পাছত তাৰৰ চুকাত বোলে পুখুৰীৰ জোখমতে কিবা এটা হিচাপত পুখুৰীৰ তলিত পাবা বা "বহ" পোতে। তাৰ এনে গুণ যে সি পানীৰ মলি কাটি থাকে আৰু পানীও বেছি শুকাবলৈ নিদিয়ে। পুখুৰীত বস চলাৰ কথা উলিয়াওঁতাজন এগৰাকী অসমীয়া ব্ৰাহ্মণ। তেওঁৰ ঘৰকেই "বলেন্দ্ৰৰ ঘৰ" বোলে। সেই কীৰ্ত্তিৱন্ত পুৰুষৰ সতি-সন্ততি সকলৰ ভিতৰত, যোৰহাটৰ ৰায়চাহাব শ্ৰীযুত দেবেশ্বৰ বৰুৱা এগৰাকী প্ৰসিদ্ধ লোক। দুখৰ বিষয়, সেইসকলে এতিয়া কিন্তু তাৰ একোকে নাজানে বুলিব লাগে।

**বলেন্দ্ৰৰ ঘৰ**

## আহোম ৰজাৰ দিনত বেচৰ-শিল্প

আহোম ৰজাসকলে পাট-পলু, মুগা আৰু এড়ি পুহি, তাৰ সূতাৰে কাপোৰ বোৱা শিল্পত বিশেষৰূপে মনোনিবেশ কৰিছিল, আৰু সেই দিনত এই শিল্প বৰ উন্নত আছিল। ৰজাসকলে কেৱল সকলো প্ৰকাৰে এই শিল্পত উৎসাহ দিয়েই ক্ষান্ত নাছিল, তাৰ বাহিৰেও প্ৰত্যেক মানুহকে প্ৰত্যেকদিনে কিছুমান কাপোৰ তৈয়াৰ কৰিবলৈ, নাইবা সূতা কাটিবলৈ বাধ্য কৰিছিল। পাট-পলু পোহা মানুহক সিহঁতৰ বাৰীৰ চাপত মুনী গছ কৰবলৈ বাধ্য কৰাৰ উপৰিও, সিহঁতক মুনী কৰবলৈ বিলগে মাটি বিনা কৰত ৰজাঘৰৰপৰা দিয়া হৈছিল। সেইদৰেই চোমনিৰ ওচৰৰ মানুহক মুগা পুহিবলৈ বাধ্য কৰিছিল আৰু চোমনিবোৰ নিষ্কৰ ৰূপে দিছিল। যাৰ ঘৰত ৩।৪ জনী মাইকী মানুহ থাকে, বিশেষকৈ আবহীয়া বা বুঢ়ী মানুহ থাকিলে, সিবোৰক এড়ি পুহিবলৈ বাধ্য কৰা হৈছিল; আৰু পোহে যে লোপোহে যেলৰ ৰবা-শইকীয়াই তালৈ চকু ৰাখিব লাগিছিল। সেই সময়তেই এই শিল্প উন্নতিৰ বাটত বৰ আগ বাঢ়িছিল। বিক্টাৰ বুকানন চাহাবে কয়:—"ৰাণীৰপৰা আৰম্ভ কৰি তললৈকে সকলো জাতিৰ তিৰোতাবিলাকে এই দেশত প্ৰস্তুত চাৰিও ৰকমৰ পাট আৰু মুগা সূতাৰ কাপোৰ বয়, আৰু এই

কাপোৰকে চাৰি ভাগৰ তিনি ভাগ মানুহে ব্যৱহাৰ কৰে। যথেষ্ট পৰিমাণে মুগা সূতা আৰু পাট সূতা ৰপ্তানিও হয়। প্ৰত্যেক চুৰুনী তিকতাৰ ভিতৰত একোখনকৈ তাঁতশাল থাকিব পাৰে, আৰু কোনো ডাঙৰ পৰিয়ালৰ ভিতৰত আঠ-দহখনকৈও থকা দেখা যায়। প্ৰত্যেক পৰিয়ালে নিজে পোহা মুগা সূতা আৰু পাট সূতা কাটে আৰু বয়······পাট আৰু মেখেলা কৰি ব্যৱহাৰ কৰা হয় আৰু বেলেগ বেলেগ কামৰ উপযোগী কৰি বেলেগ বেলেগ জোখেৰে তৈয়াৰ কৰা হয়।"

ৰজাৰ দিনত (অৱশ্যে আজিকালিও) পাটৰ কাপোৰ বৰ মানী আৰু আদৰণীয় আছিল। পাটৰ চুৰিয়া, পাটৰ চেলেং, পাটৰ টঙালি, আৰু পাটৰ পাগুৰি, এনে-বিলাক ৰজা-ডাঙৰীয়া, বৰবৰুৱা-বৰফুকন, এইসকলেহে ব্যৱহাৰ কৰিছিল। সাধাৰণ তৰপৰ বিষয়াসকলৰ ভিতৰত মুগাৰ কাপোৰেই বেছি প্ৰচলিত আছিল, কোনো কোনোজনা চকৰা ফুকনেহে, আজ্ঞা লৈ, পাটৰ চেলেং আৰু পাটৰ পাগুৰি ব্যৱহাৰ কৰিব পাৰিছিল। সৰ্ব্বসাধাৰণৰ ভিতৰত বেছিকৈ কপাহী কাপোৰৰেই প্ৰচলন আছিল; কোনো কোনোৱে অৱশ্যে এড়ীৰ চুৰিয়া আৰু মেখেলাও ব্যৱহাৰ কৰিছিল। এড়ীৰ চেলেং আৰু এড়ীৰ বৰকাপোৰ সৰু-বৰ সকলোৰে আদৰণীয় আৰু ব্যৱহাৰ্য্য আছিল; জাৰকালি সকলোৱেই এড়ীৰ জাৰ-কাপোৰ ল'ব পাৰিছিল; তাত কোনো বাধা নাছিল।

**পাটৰ আৰু মুগাৰ কাপোৰ**

যুগী-কাটনীবোৰে পাট-পলু পুহি পাটৰ সূতা তৈয়াৰ কৰে। পাট-পলু পোহা সিবিলাকৰ একচেটীয়া ব্যৱসায়, জাতি যায় বুলি আন জাতৰ মানুহে পাট-পলু নোপোহে। পাট-পলুৱে নুনী গছৰ পাত খায় আৰু যুগী-কাটনীবিলাকে তাক ঘৰৰ ভিতৰত অতি আবুৰেৰে পোহে, তাক আন মানুহক নেদেখুৱায়, আন কি, পাট-পলু পোহা ঘৰটোৰ ভিতৰলৈ আন মানুহক সোমাবকে নিদিয়ে। মুগা সকলো জাতৰ মানুহেই পোহে, তাত কাৰো জাতি নাযায়। মুগাই বিশেষকৈ চোম গছৰ পাত খায় (সোঁৱালু আৰু দীঘলতিৰ পাত খুৱায়ো মুগা তুলিব পাৰি), তাক বাহিৰে চোমনীত চোম গছত লগায়। এই মুগাৰ পলুকেই মেজাঙৰী গছৰ পাত খুৱাই তুলিব পাৰিলে (অৰ্থাৎ মেজাঙৰীৰ গছতে লগাই তাতে পকাব পাৰিলে) মেজাঙৰী বোলে, আৰু পাণ-চপা গছৰ পাত খুৱাই পকালে চপা-পাট হয়। চপা-পাটৰ কাপোৰ অতি মূল্যবান আৰু অতি মানী; তাৰ পাছতে মেজাঙৰী কাপোৰ সাধাৰণ পাটৰ কাপোৰতকৈ মেজাঙৰী কাপোৰো মূল্যবান; আজিকালি পাবলৈকে নাইকিয়া হৈছেহি। এড়ী সকলো জাতৰ মাইকী বিলাকেই পোহে। এড়ীৰ পলুৱে এৰা গছৰ, কেছেকৰ আৰু কোৱা গছৰ পাত খায়। বিশেষকৈ এৰা গছৰ পাত খুৱাই পোহা হয় বুলি, এইবিধ

**যুগী-কাটনী, পাট-পলু**

**মুগা, মেজাঙৰী, চপা-পাট**

**এড়ী**

মুগাক এড়ী বোলে। বজাৰ দিনত প্ৰত্যেক আসামীয়া আৰু বুঢ়ী মানুহে কিছুমান বেলিলৈ দিনৌ সূতা নাকাটিলে, দণ্ডনীয় হৈছিল ; সেই বুলি সেই কালত যথেষ্ট পৰিমাণে দেশত এড়ীসূতা আৰু এড়ী কাপোৰ প্ৰস্তুত হৈছিল।

## আহোম মতে গণিতৰ নিৰূপণ

আহোম বা টাই ভাষামতে খুন্‌লুঙ্ আৰু খুন্‌লাই নামি অহাবেপৰা চুকাফা বজা সৌমাৰ দেশত উপস্থিত হোৱালৈকে "চিপ্‌ইত্-ত্যাওচিঙ্গা" অৰ্থাৎ ৬৬০ বছৰ হয় ; কিন্তু এই ৬৬০ বছৰ খুন্‌লাইৰ ৭০ বছৰ ভোগ লৈতেহে হয়। মুঙ্‌কঙ্গীয়া আৰু অহমীয়া উভয়েই বছৰৰ লেখ ত্যাওচিঙ্গা ধৰি কৰে, কিন্তু সেই লেখত শ বা হেজাৰ ৰাখি নকৰাত

**লাক্লি**

ভুল হয় যেন লাগে, তথাপি ত্যাওচিঙ্গাৰ ভিতৰৰ বছৰ একোটাৰ নামকেহে "লাক্লি" বোলে আৰু লেখেও। হিন্দু শাস্ত্ৰত প্ৰতি বছৰতে নামানুসাৰে শুভাশুভ বুজে। ৬০ বছৰ এইক্ৰমে গত হ'লে, পুনৰ সেই প্ৰভাৱ আদি কৰি আৰম্ভ কৰে ; কিন্তু লৌকিক আৰু শাস্ত্ৰিকতো শঁকাদিত্যাৰ শঁকেৰেহে বছৰৰ সংখ্যা আৰু নাম ১৭৬০ শঁকৰ বছৰ আৰু ১৭৬১ শঁকৰ বছৰ বুলি চলে।

**ত্যাওচিঙ্গা**

এইৰূপে মুঙ্‌কঙ্গীয়া অহমীয়াই ৬০ বছৰক ত্যাওচিঙ্গা নাম দি, লেঙ্ (বা নেঙ্) ত্যাওচিঙ্গা, চঙ্-ত্যাওচিঙ্গা, চাম্-ত্যাওচিঙ্গা বুলি লেখ ধৰে। তাকে প্ৰথমে ধৰোতে মুখ্যচান্দ্ৰ মানে ৩০ দিনীয়া মাহ ধৰে ; তাতে চান্দ্ৰ আঘোণৰ প্ৰথম দিনকে বছৰটোৰ প্ৰথম মাহৰ প্ৰথম দিন বুলি লৈ, সেই ৩০ দিনীয়া মাহেৰে ১২ মহীয়াকৈ বছৰ পাতে। সেইদৰে পতা মাহবিলাকৰ নাম, যেনে :—

## আহোম মতে মাহবোৰৰ নাম

ডেন্‌ভিঙ্ (ডিন্ চিং) ১ আঘোণ, ডেন্ কাম্ ২ পুহ, ডেন্ চাম্ ৩ মাঘ, ডেন্ ছি (ডিন্ ছি) ৪ ফাগুন, ডেন্ হা ৫ চ'ত, ডেন্ কক্ ৬ বহাগ, ডেন্ ত্যিত্ ৭ জেঠ, ডেন্ পেত্ ৮ আহাৰ, ডেন্ কাও ৯ শাওণ, ডেন্ চিপ্ ১০ ভাদ, ডেন্-চিপ্-ইত্ ১১ আহিন, ডেন্-চিপ্-চং ১২ কাতি।

১। কাপ্‌ত্যোও, ২। ডাপ্‌প্লাও, ৩। ৰাইজি (ৰাইজিত্), ৪। মুঙ্‌মাও, ৫। প্লেক্‌চি, ৬। কাতচেও, ৭। খুতচিঙ্গা, ৮। কঙ্ মুত্, ৯। তাও-চান্, ৮। কঙ্ মুত্, ৯। তাও-চান্, ১০। কাৰাও, ১১। কাপ-মিত্, ১২। ডাপকেও, ১৩। ৰাইত্যোও, ১৪। মুঙ্‌প্লাও, ১৫। প্লেকজি, ১৬। কাত্‌মাও, ১৭। খুতচি, ১৮। কঙ্‌চেও,

১৯। টাওচিঙ্গা, ২০। কামুত্, ২১। কাপ্-চান, ২২। ডাপ্ ৰাও, ২৩। ৰাই মিত্, ২৪। মুঙ্গকেও, ২৫। প্লেক ত্যোও, ২৬। কাত্ প্লাও, ২৭। খুতঙ্গি, ২৮। কঙ্গ্ ৰাও, ২৯। টাওচি, ৩০। কাচেও, ৩১। কাপ্ চিঙ্গা, ৩২। ডাপ্ মুত, ৩৩। ৰাইচান, ৩৪। মুঙ্গৰাও, ৩৫। প্লেক্‌মিত, ৩৬। কাত্ কেও, ৩৭। খুত্ ত্যোও, ৩৮। কঙ্গ্ প্লাও, ৩৯। টাওঙ্গি, ৪০। কামাও, ৪১। কাপ্ চি, ৪২। ডাপ্ চেও, ৪৩। ৰাইচিঙ্গা, ৪৪। মুঙ্গ্ মুত্, ৪৫। প্লেক্‌চান্, ৪৬। কাত্ ৰাও, ৪৭। খুত্ মিত্, ৪৮। কঙ্গ্ কেও, ৪৯। টাওত্যোও, ৫০। ক্লাপাও, ৫১। কাপঙ্গি, ৫২। ডাপ্ মাও, ৫৩। ৰাইচি, ৫৪। মুঙ্গ্ চেও, ৫৫। প্লেকচিঙ্গা, ৫৬। কাত্ মুত্, ৫৭। খুত্ চান, ৫৮। কঙ্গ্ ৰাও, ৫৯। টাওমিত্, ৬০। কাকেও।

**প্ৰতি ত্যাওচিঙ্গাৰ বছৰবোৰৰ নাম (৬০ বছৰ)**

## লাইশাস্ত্ৰ—আহোমৰ ৰাজনীতিশাস্ত্ৰ

এই তিনিকুৰি বছৰত এক ত্যাওচিঙ্গা যায়। পুনৰ্ব্বাৰ "কাপত্যোও" নামক বছৰকে আদি কৰি আকৌ তিনিকুৰি বছৰীয়াকৈ ত্যাওচিঙ্গা লেখে। এই লেখেৰেই খুন্‌লুঙ্গ্ খুন্‌লাই স্বৰ্গৰপৰা নামি অহাৰেপৰা সৌমাৰলৈ চুকাফা ৰজা অহালৈকে, ওপৰেই চিপ্-ইত্-ত্যাওচিঙ্গা (অৰ্থাৎ ৬০ বছৰীয়াকৈ ১১টা ত্যাওচিঙ্গা গ'ল বুলি, চিপ্ চঙ্গ্ (অৰ্থাৎ দ্বাদশ) ত্যাওচিঙ্গাৰ লাক্লি কাপ্ ত্যোওৰপৰা চুকাফা ৰজাৰ সৌমাৰৰ ভোগ লেখে। সম্প্ৰতি "চিপ্ ইত্" বুজিবৰ কাৰণে আহোমবিলাকৰ "লাই-শাস্ত্ৰ" (অৰ্থাৎ ৰাজনীতি শাস্ত্ৰ) মতে নেওতাবিলাক তলত দিয়া গ'ল। যেনে:—

**আহোমৰ "লাইশাস্ত্ৰ"মতে নেওতাবিলাক**

১। নেঙ্গ্ (বা লেঙ্গ্), ২। চঙ্গ্, ৩। চাম্, ৪। চি, ৫। হা, ৬। কক্ ৭। ত্যিত্, ৮। পেত্, ৯। কাও, ১০। চিপ্, ১১। চিপ্-ইত্, ১২। চিপ্-চঙ্গ্, ১৩। চিপ্-চাম্, ১৪। চিপ্-চি, ১৫। চিপ্-হা, ১৬। চিপ্-কক্, ১৭। চিপ্-ত্যিত্, ১৮। চিপ্-পেত্, ১৯। চিপ্-কাও, ২০। চাও, ২১। চাও-ইত্, ২২। চাও-চঙ্গ্, ২৩। চাও-চাম্, ২৪। চাও-চি, ২৫। চাও-হা, ২৬। চাও কক্, ২৭। চাও-ত্যিত্, ২৮। চাওপেত্, ২৯। চাও-কাও, ৩০। চাম্-চিপ্, ৩১। চাম্-চিপ্-ইত্, ৩২। চাম্-চিপ্-চঙ্গ্, ৩৩। চাম্-চিপ্-চাম্, ৩৪। চাম্-চিপ্-চি, ৩৫। চাম্-চি-হা, ৩৬। চাম্-চিপ্-কক্, ৩৭। চাম্-চিপ্-ত্যিত্, ৩৮। চাম্-চিপ্-পেত্, ৩৯। চাম্-চিপ্-কাও, ৪০। চি-চিপ্, ৪১। চি-চিপ-নেঙ্গ, ৪২। চি-চিপ্-চঙ্গ্ (এৱমাদি) ৫০। হা-চিপ্, ৫১। হা-চিপ্-নেঙ্গ্, ৫২। হা-চিপ্-চঙ্গ্ (এৱমাদি), ৬০। কক্-চিপ্, ৬১। কক্-

চিপ্-নেজ্, ৬২। কন্-চিপ্-চজ্ (এবমাদি), ৭০। ভিাত্-চিপ্, ৭১। ভিাত্-চিপ্-নেজ্, ৭২। ভিাত্-চিপ্-চজ্ (এবমাদি), ৮০। পেত্-চিপ্, ৮১। পেত্-চিপ্-নেজ্, ৮২। পেত্-চিপ্-চজ্ এবমাদি), ৯০। কাও-চিপ্, ৯১। কাও-চিপ্ নেজ্, ৯২। কাও-চিপ্-চজ্ (এবমাদি), ১০০। পাক্, ২০০। চজ্-পাক্, ৩০০। চান্-পাক্ (এবমাদি), ১০০০। বিং, ১১০০। বিং-পাক্, ১২০০। বিং-চজ্-পাক্, ১৩০০। বিং-চাম্-পাক্ (এবমাদি)।

## আহোমৰ ধৰ্ম্মশাস্ত্ৰ

"লিত্" শাস্ত্ৰৰ ( অৰ্থাৎ আহোমবিলাকৰ ধৰ্ম্মশাস্ত্ৰৰ মতে হ'লে "ভিজ্" প্ৰথম, "কাম" দ্বিতীয়, এই ক্ৰমেও লেখে। নৰাৰ হ'লে "নুজ্" এক (১), "হোক" ছয় (৬), "হিজ্" এহেজাৰ (১০০০); "ৰ"ৰ ঠাইত "হ" উচ্চাৰণ হয়; এইমাত্ৰ ভেদ।

### অঙ্কাৱলী নং ১

| | ভোও | প্লাও | ঙি | মাও | চি | চেউ | চিজা | মুত্ | চান্ | বাও | মিত্ | কেও |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কাপ্ | ১ | | ৫১ | | ৪১ | | ৩১ | | ২১ | | ১১ | |
| ডাপ্ | | ২ | | ৫২ | | ৪২ | | ৩২ | | ২২ | | ১২ |
| বাই | ১৩ | | ৩ | | ৫৩ | | ৪৩ | | ৩৩ | | ২৩ | |
| মুঙ্ | | ১৪ | | ৪ | | ৫৪ | | ৪৪ | | ৩৪ | | ২৪ |
| প্লেক্ | ২৫ | | ১৫ | | ৫ | | ৫৫ | | ৪৫ | | ৩৫ | |
| কাত্ | | ২৬ | | ১৬ | | ৬ | | ৫৬ | | ৪৬ | | ৩৬ |
| খুত্ | ৩৭ | | ২৭ | | ১৭ | | ৭ | | ৫৭ | | ৪৭ | |
| কজ্ | | ৩৮ | | ২৮ | | ১৮ | | ৮ | | ৫৮ | | ৪৮ |
| টাও | ৪৯ | | ৩৯ | | ২৯ | | ১৯ | | ৯ | | ৫৯ | |
| কা | | ৫০ | | ৪০ | | ৩০ | | ২০ | | ১০ | | ৬০ |

ওপৰত দিয়া ১নং অঙ্কাৱলীৰ "কাপ" আদি "কা" অন্ত প্ৰথম দহ লজ, আৰু "ভোও" আদি "কেও" অন্ত অন্য ১২ লজ, এই ১২ লজতে আদিৰে আদি, দ্বিতীয়ৰে দ্বিতীয় ক্ৰমে মিলাই দহৰে পূৰতি হ'লে, পুনৰ দহৰ আদি একাদশত, দ্বিতীয় দ্বাদশত,

তৃতীয় লক্ত যাবৰ আদিৰে মিলাই লেখিব লাগে। এই ক্ৰমতে লেখিলে ১ কাপ্ তোও পুনৰ ৬০ বছৰৰ মূৰত পৰিবৰ্গে, যাৰণ কাৰৰ একান্তৰিত কৰি ৬ বাৰ দহ লক্ত লিখা হ'ব, ইয়াতে ৬০ পোৱা যাব। হিন্দু শঁক ৬০ৰে হৰিলে যি শেষ অঙ্ক (বাকী) থাকে, সেই অঙ্ক তলৰ লেখত (২নং অঙ্কাৱলীত) চাই আহোম মতে বছৰৰ নাম বুজিব, (যেনে, হিন্দু শঁক ১৭৫৫ক ৬০ৰে হৰিলে, ২৯ বাৰ গৈ বাকী থাকিল ১৫; তলৰ ২নং অঙ্কাৱলীত ১৫ অঙ্কলৈ চালে তাৰ পোণে ১০ লক্তত দেখা যায় "প্লক্" আৰু ১২ লক্তত দেখি "চি"; গতিকে বুজিব লাগিব, ১৭৫৫ শ'কত আহোম মতে সেই বছৰক "প্লেক্চি" বোলে। কিন্তু ১ বৈশাখৰপৰা মুখ্য চান্দ্ৰ আষোণৰ প্ৰথম দিনলৈকে কোনো কথা ঘটিলে, হিন্দুশ'কত এবছৰ বাঢ়ে, তাক কাটিলে আহোম লাক্নিৰে মিলিব।

## অঙ্কাৱলী নং ২

| | তোও | প্লাও | ঙি | মাও | চি | চেউ | চিঙ্গা | মুত্ | চান্ | ৰাও | ঙিত্ | কে |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কাপ্ | ১১ | | ১ | | ৫১ | | ৪১ | | ৩১ | | ২১ | |
| তাপ্ | | ১২ | | ২ | | ৫২ | | ৪২ | | ৩২ | | ২২ |
| ৰাই | ২৩ | | ১৩ | | ৩ | | ৫৩ | | ৪৩ | | ৩৩ | |
| মুঙ্ | | ২৪ | | ১৪ | | ৪ | | ৫৪ | | ৪৪ | | ৩৪ |
| প্লেক্ | ৩৫ | | ২৫ | | ১৫ | | ৫ | | ৫৫ | | ৪৫ | |
| কাত্ | | ৩৬ | | ২৬ | | ১৬ | | ৬ | | ৫৬ | | ৪৬ |
| খুত্ | ৪৭ | | ৩৭ | | ২৭ | | ১৭ | | ৭ | | ৫৭ | |
| কঙ্ | | ৪৮ | | ৩৮ | | ২৮ | | ১৮ | | ৮ | | ৫৮ |
| টাও | ৫৯ | | ৪৯ | | ৩৯ | | ২৯ | | ১৯ | | ৯ | |
| কা | | ৬০ | | ৫০ | | ৪০ | | ৩০ | | ২০ | | ১০ |

ইংৰাজী শঁক (চন) ৬০ৰে হৰিলে যি শেষ অঙ্ক (বাকী) থাকে, সেই অঙ্ক তলৰ লেখত (৩নং অঙ্কাৱলীত) চাই আহোম মতে সেই বছৰৰ নাম বুজিব পাৰিব, (যেনে ইংৰাজী শঁক ১৮৩২ক ৬০ৰে হৰিলে, ৩০ বাৰ গৈ ৩২ বাকী থাকে। ৩নং অঙ্কাৱলীত চালে দেখিব ৩২ৰ পোণে ১০ লক্তত "ৰাই" আৰু ১২ লক্তত "ঙি" আছে। গতিকে বুজিব লাগিব, ইংৰাজী ১৮৩২ চনক আহোম মতে "ৰাইঙি" বোলে।) কিন্তু মুখ্য

চান্দ্ৰ আৰোপণৰ প্ৰথম দিনৰপৰা ডিচেম্বৰ মাহৰ অন্তলৈকে কোনো কথা ঘটিলে ইংৰাজী শঁক ( চন ) ১ বছৰ কম হয়। সেই ১ বছৰ যোগ দিলে লাক্নি শঁকৰে মিলিব।

অঙ্কাৱলী নং ৩

| | ভোও | প্লাও | জি | মাও | চি | চেউ | চিঙ্গা | মুত্‌ | চান্‌ | বাও | মিত্‌ | কেও |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| কাপ্‌ | ৩০ | | ২০ | | ১০ | | ৬০ | | ৫০ | | ৪০ | |
| ডাপ্‌ | | ৩১ | | ২১ | | ১১ | | ৬১ | | ৫১ | | ৪১ |
| ৰাই | ৪২ | | ৩২ | | ২২ | | ১২ | | ৬২ | | ৫২ | |
| মুং | | ৪৩ | | ৩৩ | | ২৩ | | ১৩ | | ৬৩ | | ৫৩ |
| প্লেক্‌ | ৫৪ | - | ৪৪ | | ৩৪ | | ২৪ | | ১৪ | | ৬৪ | |
| কাত্‌ | | ৫৫ | | ৪৫ | | ৩৫ | | ২৫ | | ১৫ | | ৬৫ |
| খুত্‌ | ৬ | | ৫৬ | | ৪৬ | | ৩৬ | | ২৬ | | ১৬ | |
| কং | | ৭ | | ৫৭ | | ৪৭ | | ৩৭ | | ২৭ | | ১৭ |
| টাও | ১৮ | | ৮ | | ৫৮ | | ৪৮ | | ৩৮ | | ২৮ | |
| কা | | ১৯ | | ৯ | | ৫৯ | | ৪৯ | | ৩৯ | | ২৯ |

**আহোমৰ লাক্নি ৪৯০ শঁকৰ পৰা**

আহোমবিলাকে ৪৯০ শঁকৰপৰা লাক্নি গণে। ১১৫০ শঁকৰপৰা ( ১১৫০ চুকাফা ৰজা সৌমাৰলৈ অহাৰ পূৰ্ব্ব শঁক ) ৬৬০ বছৰ ( খুনলুঙ্‌ খুনলাই নামি অহাৰেপৰা চুকাফা ৰজাৰ সৌমাৰলৈ অহা সময়লৈকে ) বাদ দিলে ৪৯০ পোৱা যায়, অৰ্থাৎ ৪৯০ শঁকত খুনলুঙ্‌ আৰু খুনলাই পৃথিৱীলৈ নামি আহে, আৰু তেতিয়াৰেপৰা আহোমৰ লাক্নি আৰম্ভ হয়।

**ইংৰাজি চন, হিন্দু শঁকাৰ আৰু লাক্নি**

ইংৰাজী চনৰ ১৩ এপ্ৰেল ইস্তক ৩১ ডিচেম্বৰলৈক ৭৮ অঙ্ক বাদ দিলে মোতাবেক শঁক পোৱা যায়; আৰু ১লা জানুৱাৰী ইস্তক ১২ এপ্ৰেল পৰ্য্যন্ত ৭৯ অঙ্ক বাদ দিলে মোতাবেক শঁক পাব। মোতাবেক শঁকৰ ১লা বৈশাখ ইস্তক ১৮ পৌষ পৰ্য্যন্ত ৭৮ অঙ্ক যোগ দিলে, ইংৰাজী চন পোৱা যাব, আৰু ১৯ পৌষ ইস্তক ৩০ চৈত্ৰ পৰ্য্যন্ত ৭৯ অঙ্ক যোগ দিলে, ইংৰাজী চন পোৱা যাব।

যোতাবেক শকৰ ১লা বৈশাখ ইস্তক ৩০ কাৰ্ত্তিক পৰ্য্যন্ত ৫৬১ অঙ্ক বাদ দিলে আহোম লাক্লিৰ অঙ্ক সংখ্যা পোৱা যাব ; আৰু ১লা আঘোণৰপৰা ৩০ চৈত্ৰতক ৫৬০ অঙ্ক বাদ দিলে সেইদৰে আহোম লাক্লিৰ অঙ্ক সংখ্যা পাব। ৪১০ শকৰপৰা ১৮৩০ শকলৈকে ইয়াৰ ভিতৰত তিনিকুৰি বছৰীয়া "ত্যাওচিদা"

**ত্যাওচিদা চোৱাৰ নিয়ম**

চোৱাৰ নিয়ম :— ১৮৩০ – ৪১০ + ৬০

= ১৩৪০ + ৬০

= ২২ ; বাকী থাকিল ২০

অৰ্থাৎ ৪১০ শকৰপৰা ১৮৩০ শকলৈকে ২২টা "ত্যাওচিদা" অতিক্ৰান্ত হৈছে, আৰু ত্ৰয়োবিংশ "ত্যাওচিদা"ত ভৰি দিয়া ২০ বছৰ হ'ল।

## আহোমৰ দিনত শিক্ষা-সাহিত্য-সঙ্গীত

আহোম ৰজাৰ ৰাজত্বৰ কালত আজিকালিৰ দৰে সাধাৰণ শিক্ষাৰ বিশেষ শৃঙ্খলাবদ্ধ কোনো নিয়ম আছিল বুলি ক'ব নোৱাৰি। তেওঁলোকে লিখা-পঢ়া শিকাটো হেয় জ্ঞানহে কৰিছিল বুলি জনা যায়। তেওঁলোক বিশেষকৈ বীৰোচিত আৰু আন আন সাহসিক কাৰ্য্যতহে আসক্ত আছিল। দেওধাই বাইলুং পণ্ডিতসকলে চাং পাতি তেওঁলোকৰ আৰু আন আন ডাঙৰীয়া, বৰুৱা ফুকনৰ ল'ৰাক আহোমমতে শিক্ষা দিছিল ; কিন্তু তেনেকুৱা চাঙৰ সংখ্যাও নিচেই তাকৰ আছিল। ফুলেশ্বৰী ৰৱকুঁৱৰীয়ে "ৰৱ ৰজাৰ পঢ়াশালি" বুলি পঢ়াশালি এখন ৰংপুৰ নগৰত ( বৰ্ত্তমানৰ শিৱসাগৰ ) পাতিছিল ; তাৰ কাৰ্য্যও অতি পৰিপাটিকৈ চলিছিল, কিন্তু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত সেই পঢ়াশালি লুপ্তপ্ৰায় হ'ল। নগৰৰ ভিতৰত বিষয়াসকলৰ কাৰো ঘৰতে বা ওচৰতে "ছাত্ৰ-শালি" আছিল, কিন্তু তাৰ কোনোখনতে জন ২০ ছাত্ৰতকৈ অধিক নাছিল।

**দেওধাই বাইলুঙৰ চাং**

আহোমবিলাকে হিন্দুসমাজৰ মাজত লিখা-পঢ়া কৰাটো, বিশেষকৈ ব্ৰাহ্মণসকলৰহে সুকীয়া কৰ্ত্তব্য বুলি মানি লৈছিল। আৰু ওপৰত উল্লিখিত পঢ়াশালিবোৰতো প্ৰায় ব্ৰাহ্মণৰ ল'ৰাইহে শিক্ষা পাইছিল। তথাপি ঠায়ে ঠায়ে কায়স্থ, কলিতা আৰু আন জাতৰ ল'ৰায়ো পঢ়িছিল। কাকতী আৰু মজিন্দাৰৰ ল'ৰাসকলে মাটি-পিয়ল, অঙ্কবিদ্যা শিক্ষা কৰিছিল। শিল্পবিদ্যা, গীতবিদ্যা, বাদ্যশিক্ষা আৰু নৃত্য প্ৰভৃতিৰ শিক্ষাৰ নিৰ্দ্দিষ্ট ঠাই ক'তো নাছিল। সেই বিষয়ত সেই সেই বিষয়ৰ ওস্তাদবিলাকে ঘৰতে বা গাঁৱতে শিক্ষা দিছিল। ৰজাৰ ৰাজধানীত বাজে, যি যি ঠাইত হিন্দুধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ

বোঁছি আছিল, সেই সেই ঠাইত সংস্কৃত পঢ়োৱা টোল আছিল ; তাত সংস্কৃত শিক্ষাৰ বাহিৰেও, ধৰ্ম্ম সংক্ৰান্ত বিষয় শিক্ষা দিয়া হৈছিল ; সেনাপতিবিলাকে নিজ নিজ কোঠত সেনাবিলাকক ৰণশিক্ষা দিছিল। সাধাৰণ শিক্ষাৰ অসূচল থকা স্বত্বেও সেই কালৰ মানুহবিলাক বৰ দক্ষ আৰু চোকা আছিল। আহোম ৰজাসকলৰ ভিতৰত সৰহ ভাগেই বৰ শিক্ষিত নাছিল যদিও সেইসকলে ৰাজ-কাৰ্য্যত অসাধাৰণ আৰু আশাতীত নৈপুণ্য প্ৰকাশ কৰিছিল।

সংস্কৃত টোল কোঠত ৰণবিদ্যা শিক্ষা

আজিকালি অনেকৰ এনেকুৱা ধাৰণা যে আহোম ৰজাসকলে অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে অলপো চেষ্টা কৰা নাছিল আৰু বিশেষকৈ, সিসকলৰ ৰাজত্ব কালত সঙ্গীতৰ কোনো চৰ্চ্চা নহৈছিল। কিন্তু সেই ধাৰণা একেবাৰে সঁচা নহয়। আহোম ৰজাসকলে অসমীয়া সাহিত্যৰ উন্নতি সাধিবলৈ যথেষ্ট পৰিমাণে চেষ্টা কৰিছিল আৰু নানা প্ৰকাৰে উৎসাহ দিছিল। আমাৰ দেশত আজিকালি যদিও বা সঙ্গীতৰ বিশেষ চৰ্চ্চা নাই, আগৰ দিনত (অৰ্থাৎ আহোম্ ৰাজত্বৰ কালত) এই দেশত যে তাৰ বিশেষ চৰ্চ্চা আছিল, অসমীয়া সাহিত্যৰ বুৰঞ্জীত তাৰ প্ৰমাণ আছে। সেইবিলাক বহলাই আলোচনা কৰা এই পুথিখনিৰ উদ্দেশ্য নহ'লেও, বাধ্য হৈ কিন্তু এই কথা ক'ব লাগিব যে যদিওবা আহোম ৰজাসকলৰ দিনত সাধাৰণ শিক্ষাৰ সিমান সুচল নাছিল, তথাপিও অসমীয়া ভাষা আহোম ৰজাসকলৰ ওচৰত বহু পৰিমাণে ঋণী। আহোম ৰজাৰ দিনত এই অসমীয়া ভাষাই ৰজাঘৰীয়া সহানুভূতি পাই আশাতীত ৰূপে শ্ৰীবৃদ্ধি সাধিব নোৱৰা হ'লে, হয়তো আজি আমাৰ ভাষাক এই অৱস্থাত নাপালোহেঁতেন। সাহিত্যৰ বুৰঞ্জী আলোচনা কৰিলে দেখা যায় যে আগৰ দিনত দুই কৈদৰ ৰজাই অসমীয়া সাহিত্যক বিশেষৰূপে সহায় কৰিছিল। এক কোচৰ ৰজা নৰনাৰায়ণ, আৰু আন হৈছে, বিশেষকৈ আহোম ৰজাসকলৰ ভিতৰত ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱে।

কোচ ৰজাৰ পাছত আহোম ৰজাসকলে অসমীয়া সাহিত্যক আগুৱাবলৈ আৰু এক হেঁচোক দিয়ে। কোচ ৰজাৰ দিনত বৈষ্ণৱ মাৰ্গক অৱলম্বন কৰি সাহিত্যৰ উন্নতি সাধিত হৈছিল, কিন্তু আহোম ৰজাসকলৰ দিনত শাক্ত মাৰ্গ অৱলম্বন কৰি, এই উন্নতি সাধিত হৈছিল। আহোম ৰজাসকলৰ দিনত আন আন বিষয়ত পুথি লিখা হ'লেও, বুৰঞ্জীবিলাক আৰু শক্তিবিষয়ৰ পুথিবিলাকেই আমাৰ ভাষাত এই যুগৰ বহমূলীয়া নিদৰ্শন। আহোম ৰজাসকলৰ ভিতৰত মহাৰাজ জয়ধ্বজ সিংহ, গদাধৰ সিংহ, ৰাজেশ্বৰ সিংহ, কমলেশ্বৰ সিংহ আদি ৰজাসকলেও অসমীয়া ভাষাত অনেক পুথি ৰচনা কৰাইছিল, কিন্তু সকলোতকৈ ৰুদ্ৰসিংহ আৰু শিৱসিংহ মহাৰাজেই অসমীয়া সাহিত্যৰ বিশেষ উন্নতি সাধন কৰে। এই দুজন ৰজাৰ দিনতেই অসমীয়া গীতে আকৌ এবাৰ আগ

বল পায়, আৰু তেতিয়াই আমাৰ দেশত "পাখোৱাজ" আদি অনেক নতুন সঙ্গীত যন্ত্ৰ সোমায়, আৰু সঙ্গীতবিদ্যাৰ অনেক উন্নতি হয়।

জয়ধ্বজ সিংহ স্বৰ্গদেৱেই প্ৰথমে প্ৰকাশ্য ৰূপে হিন্দু ধৰ্ম্মত দীক্ষিত হয়। তেওঁ এগৰাকী সাহিত্যানুৰাগী ৰজা আছিল, আৰু কেইবাখনি পুৰাণৰ অসমীয়া পয়াৰ কৰাইছিল। আৰু নিজেও "পদ্মপুৰাণ"ৰ কোনো এক অংশৰ পদ কৰিছিল বুলি জনা যায়।

জয়ধ্বজ সিংহৰ দিনত

স্বৰ্গদেৱ গদাধৰ সিংহৰ দিনত ৰামচন্দ্ৰ বৰপাত্ৰ ডাঙৰীয়াই "মণিকূট" নামে এক পুথি ৰচনা কৰে। মণিকূট বুলিলে কামৰূপৰ হাজোৰ প্ৰসিদ্ধ দেৱালয় "মাধৱ দেৱালয়"কে বুজায়। এই বিষয়ে "যোগিনীতন্ত্ৰ" আদি পুথিয়েই প্ৰকৃষ্ট প্ৰমাণ। হাজোৰ "মাধৱ দেৱালয়"ৰ বিষয় লৈয়েই বৰপাত্ৰ ডাঙৰীয়াই এই পুথিখনি লিখে। আহোম ডাঙৰীয়া সকলেও যে আগৰ কালত সাহিত্য সেৱা কৰি, অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে চেষ্টা কৰিছিল, এই পুথিখনিৰপৰা তাৰ প্ৰমাণ পোৱা যায়। ডাঙৰীয়াই ১৬০৮ শকত "যোগিনীতন্ত্ৰ" চাই এই পুথিখনি লিখে। এই বিষয়ে পুথিখনিৰ এঠাইত তেওঁ এইদৰে লিখিছে—

গদাধৰ সিংহৰ দিনত

''সৌমাৰপীঠৰ গড়গ্ৰাম নাম যাৰ।
সেহি স্থানে থাকি মই ৰচিলো পয়াৰ॥
নামত "যোগিনীতন্ত্ৰ" মহেশৰ বাণী।
পৰম সাদৰে যাক শুনিলা গোঁসানী॥
আৰ এক কথা কওঁ শুনিও সম্প্ৰতি।
যি কালত পুস্তক ভৈলন্ত সমাপতি॥
বসুগণ প্ৰথমে মিলিয়া যেবে আছে।
তাৰ বাম পাশে মহা আকাশ প্ৰকাশে॥
তাত পাছে ঋতুসব যায় কালক্ৰমে।
তাত অনন্তৰে অঙ্ক চলে শশী সমে॥
ক্ৰমে চলি যাব ইটো কৰি বামগতি।
এহি ভাবে জানিবাহা অব্দৰ যুগুতি॥"

গীত ৰচনাতো ডাঙৰীয়াৰ হাত আছিল। পুথিখনিৰ শেহত স্তুতি-গীত বুলি তেখেতে চাৰিটি গীত দিছে। নমুনা স্বৰূপে তাৰে এটি তলত দিয়া গ'ল :—

রাগ—বঙলা কাফি

"নমো হয়বদনাৰে।
গলে শোভে মণিৰ মালা॥

পদ—"তোহো কৰে শঙ্খ পদ্ম শশধৰ কলা।
পুস্তক ধৰিছা হাতে আৰু অক্ষমালা॥
ভকত বৰদধামী তুমি তাপহাৰী।
মণিকূটে স্থিত মধুসূদন মুৰাৰী॥
কোটি জনম কৃত যত পাপচয়।
তব মুখ দৰশনে সবে দূৰ হয়॥
হয়গ্ৰীব ৰূপী প্ৰভু! তুমি দুখহাৰী।
কহে ৰামদাসে তুৱা চৰণ ভিখাৰী॥"

পুথিখনিৰ ভিতৰত ভাঙৰীয়াই তেখেতৰ পূৰ্ব্বপুৰুষসকলৰ যিকেৰি চিনাকি দিছে, সি বৰ উপযোগী আৰু ঐতিহাসিক সত্য। তেখেতে লিখিছে:—

"কেন্দুগুৰি নামে গ্ৰাম।
শস্যে মৎস্যে অনুপাম॥
বহে নদী অবিশ্ৰাম।
দিলিহ যাহাৰ নাম॥

তাৰ তীৰে কৰি ঘৰ আছিলন্ত পাত্ৰবৰ।
যুদ্ধত যাহাৰ মন। অৰিকুল বিমৰ্দ্দন॥
বড সংগ্ৰামত জয়। অদ্যাপি যশস্যা কয়॥
কৰতোৱা নদী কাছে। অদ্যাপি পুখুৰী আছে॥
যাক ব্ৰহ্মপুত্ৰ বৰ। দিলা কৰি দয়াভৰ॥
তীৰ্থ ৰাজ মহামানী নাগফণা দিলা আনি॥
দেৱতো প্ৰসাদ পাই। অৱনত কৰি কায়॥
সেৱা কৰিলন্ত পৰি। পাশক আসিলা লৰি॥
ই কথা বিস্ময় দুই। জানা ইটো সত্য হুই॥
তেন্তে মোৰ আদি মূল। বংশধৰ কমল ফুল॥
তাহাৰ সন্ততি ধাৰা। চলি আছে পৰম্পৰা॥
বৰপাত্ৰ নাম লৈল। অনেক পুৰুষ গৈল॥
অধিকাৰী পদ পাই। লৈলা লোক প্ৰবৰ্ত্তাই॥
সেহিবংশে ভৈলো জাত। ৰামচন্দ্ৰ নামে খ্যাত॥
বৰপাত্ৰ নাম ধৰি। ... ... ... ...॥"

পুথিখনিৰ পদ ৰচনাত উপমান আৰু উপমেয় এই দুইৰো সুমিলন আৰু সংযোজন, তাৰৰ গভীৰতা আৰু শ্ৰুতিমাধুৰ্য্য ইত্যাদিবে এইটো অতি সহজে ঠাৱৰ হয় যে লিখক

ভাকৰীয়া গৰাকী এজন ধাৰ্ম্মিক আৰু অসমীয়া আৰু সংস্কৃত ভাষাতো সুবিজ্ঞ পণ্ডিত আছিল। তেখেতে এঠাইত লিখিছে :—

"পঙ্ক হন্তে লভে জন্ম পদ্মপুষ্পচয়।
পঙ্কক নলবে ভাব, পুষ্পক পিন্ধয়।
সবোবৰ হন্তে এই দৃষ্টান্তক পায়।
কৃষ্ণকথা পদ্মসম মই পঙ্ক প্ৰায়।"

আৰু আন এটাইত লিখিছে :—

"সংসাৰ অৰণ্য কাছে। দেহ গৃহ নিৰ্ম্মি আছে॥
মোহ ৰজনীক পায়। কাল চোৰ ধায়া যায়॥
নৱ গোটা সিন্ধি পাই। সেহি দ্বৰে পশে যায়।
ধৈৰ্য্য-বিত্ত লৈয়া পাছে। কৌতুক কৰিয়া নাচে॥
জ্ঞান-খড়্গ হাতে ধৰি। বৈৰাগ্য ঢাকন কৰি॥
স্বধৰ্ম্ম-কৱচ গাৱে। পিন্ধিয়োক দৃঢ়ভাৱে॥
বিবেক চক্ষুক মেলি। জাগি থাকা নিদ্ৰা হেলি।
এহিমতে ধৈৰ্য্য-বিত্ত। ৰাখিওক প্ৰতিনিত॥
পাছে সেহি বিত্ত নিয়া। মাধৱৰ পাৱে দিয়া॥" —( ইত্যাদি )।

কেনে চমৎকাৰ ৰচনা কৌশল! কেনে সুন্দৰ উপমা! কেনে সদ্ভাৱপূৰ্ণ আধ্যাত্মিক ভাবৰ সমাবেশ! ইয়াৰপৰা বেছকৈ বুজিব পাৰি যে আহোম ৰজাসকলৰ দিনত অসমীয়া সাহিত্যাই উন্নতিৰ পথত অনেক আগুৱাব পাৰিছিল। আহোম ৰজাসকলে অনেক বৃত্তি-বিধান দি, পণ্ডিত-ব্ৰাহ্মণাদিক সাহিত্য চৰ্চ্চা কৰিবলৈ উৎসাহ দিয়াৰ বহুত প্ৰমাণ পোৱা যায়।

স্বৰ্গদেৱ ৰুদ্ৰসিংহও অতি বিদ্যোৎসাহী ৰজা আছিল; আৰু তেওঁ নিজেও গীত ৰচনা কৰিছিল। তেওঁৰ দিনতে প্ৰথম "ৰাজকবি" বিষয়ৰ সৃজন হয়, আৰু সেই ৰাজকবিৰ

**ৰুদ্ৰসিংহৰ দিনত**

দ্বাৰাও অনেক গীত ৰচনা কৰাইছিল। কোনো কোনো বিদেশী মানুহে অসমৰ প্ৰত্নতত্ত্বৰ বিষয়ে লিখিবলৈ গৈ, মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱ নিৰক্ষৰ লোক আছিল বুলি সিদ্ধান্ত কৰিছে, কিন্তু তেওঁ ৰচনা কৰা গীত দেখিলেই, তেওঁবিলাকৰ সিদ্ধান্ত কিমান অসাৰুৱা, তাক সহজে অনুমান কৰিব পাৰি। তেখেতে ৰচনা কৰা গীত এটি তলত নমুনা-স্বৰূপে দিয়া গ'ল :—

( মহাৰাজ ৰুদ্ৰসিংহ ৰচিত )

ৰাগ—গান্ধাৰ

"আইলৰে গৌৰী প্ৰলয় মন।
পূৰ্ণিমাৰ শশীৰূপ ভলয় ৰদন॥

শিৰত কিৰিটী গাৱে অমূল্য বসন।
কৰ্ণে কুণ্ডল শোভে কণ্ঠে কণ্ঠাভৰণ॥
দশ ভুজে দশ অস্ত্র ধৰিছা সঘনে।
কটিত কিঙ্কিনি বাজে নেপুৰ চৰণে॥
ৰূপৰ উপমা দিব পাৰে কোন জনে।
নমি গৌৰী পাৱে ৰুদ্ৰসিংহ নৃপ ভনে॥”

মালশ্রী

মাঞ্জি মোহে ৰাখিও চৰণ তলে।
অন্তকালে গতি তব পদৰজ মূলে॥
পূজা ভুজিতে আইলা মোৰ ঘৰে।
“কি দিয়া তুষিম গোঁসানী চৰণ তোৰে॥
হয়োক প্রসন্ন মাতা দেহ পদ ছাঁয়া
ই বাৰ তৰাও মোকে দেৱী দেৱী মহামায়া॥
নিজ গুণে তুষ্ট হয়া পূজা ল দাসৰ।
মিনতি কৰিছে ৰুদ্ৰসিংহ নৃপবৰ।”

মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱে কবিৰাজ চক্ৰবৰ্ত্তী নামে এগৰাকী ব্ৰাহ্মণ পণ্ডিতক “ৰাজকবি” উপাধিৰে ভূষিত কৰিছিল। সেই ৰাজকবিৰ দ্বাৰাও স্বৰ্গদেৱে ভালেমান গীত ৰচনা কৰাইছিল। কবিৰাজ চক্ৰবৰ্ত্তীয়ে ৰচনা কৰা গীত এটিও নমুনা স্বৰূপে দিয়া গ’ল—

ৰাগ—গুজ্জৰ

“অমল হৃদয়মিহ বৈষ্ণৱ জালম্।
সুললিত তনু মুখৰিত কৰতালম্॥
নৃত্যতি গায়তি হৰিগুণ নামম্।
কলিত ললিত তৰ তুলসীমালম্॥
চিত্তয়দচ্যুত মখিল সুপালম্।
হৰিৰসৰভস সুপুলক শৰীৰম্॥
প্ৰেম সজল লোচনমতি ধীৰম্।
হৰিপদ ৰঞ্জন সুন্দৰ ভাৱম্॥

অমৃতমধুৰ মৃদু গভীৰ বাৰম্ ॥
মাধৱ নাম প্ৰতি ৰবিজেন।
পূৰয় দিয় দিয় মতি লসিজেন ॥
বিদগধদাক্ষীয় কৃত হৰি সেৱ।
ভূশমতি ৰুদ্ৰসিং নৰদেৱ ॥
শ্ৰীকবিৰাজ দ্বিজবৰ ৰচিতম্।
সুখ যুত, নিখিল বিদং হৰি চৰিতম্ ॥"

স্বৰ্গদেৱ ৰুদ্ৰসিং মহাৰাজাৰ দৰেই তেখেতৰ পুত্ৰেক শিৱসিংহ মহাৰাজো এগৰাকী বিদ্যোৎসাহী আৰু সঙ্গীতপ্ৰিয় ৰজা আছিল। তেখেতেও নিজে অনেক গীত ৰচনা কৰিছিল, আৰু আন আন পণ্ডিতাদিৰ হতুৱাও অনেক পুথি আৰু গীত ৰচনা কৰাইছিল। নমুনা স্বৰূপে তেখেতৰ নিজৰ ৰচিত গীত এটি, আৰু গোপালচন্দ্ৰ নামে আন এগৰাকী মানুহৰ দ্বাৰাই ৰচনা কৰোৱা আন এটি গীত তলত দিয়া গ'ল :—

**শিৱসিংহৰ দিনত**

(মহাৰাজ শিৱসিংহ ৰচিত)

**ৰাগ—দেৱ গান্ধাৰ**

"শাৰদ পূৰ্ণিমা হিমকৰ বদনী
চঞ্চল নীল নলিনী দল নয়নী ॥
চঞ্চল লোচনে কাজল ৰঞ্জি।
ভাবুক মনে কুটিলতৰ ভঞ্জি ॥
প্ৰাতৰুদিত ৰবি সিৰ কান্তি।
সজল মুকুতাফল দশন পান্তি ॥
সজল জলদ ইৱ কুণ্ডল জালে।
পৰিমল শোভিত মালতি মালে ॥
মৃগমদ কুঙ্কুম চৰ্চ্চিত দেহা।
তৰল ঘনান্তৰ দামিনী ৰেহা ॥
শ্ৰীফল বিফলিত কুচ যুগ লোলে।
মত্ত দ্বিৰদ গতি অতিশয় দোলে ॥
ৰাজা শিৱসিংহ ইহ ৰস ভণিতম্।
ৰমণী শিৰোমণি ৰাধা চৰিতম্।

(গোপালচন্দ্ৰ ৰচিত)

ৰাগ—সাৰেঙ্গ

"ৰুদ্ৰসিংহ তনুজ ৰুদ্ৰ অৱতাৰি।
হে তুঁ যবন দণ্ড সদে শৈল প্ৰচণ্ড
সমৰে সম্বৰ শুভকাৰী॥
গজ বাজী বাদ্যভাণ্ড অনুপম প্ৰজাখণ্ড
ছত্ৰ, দণ্ড, ধীৰ বৰ স্থিৰ।
নৰৰূপে নৰেশ্বৰ ধৰ্মৰূপ কলেবৰ
বীৰ ৰূপ বিজয় শৰীৰ॥
প্ৰচুৰ জলদ ঠাম পুত্ৰৰয় অনুপাম
মুৰতি মধুৰ মনোহাৰী।
বৰ্চন অমৃত বাণী বিকশিত সৌদামিনী
চাহিলে চমকে ৰূপ হেৰি;
তনু অতি নিৰমল ৰূপৰঙ্গ টল-টল
সামৰাজে সতত বিহাৰী।
নিৰেখিত সদানন্দ গাৱে গোপালচন্দ্ৰ
সন্ত সুজন হিতকাৰী॥"

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ এগৰাকী বিদ্যোৎসাহী ৰজা আছিল। তেখেতে নিজেও

**ৰাজেশ্বৰ সিংহৰ দিনত**

**কীচক বধ নাটক**
**কবি-চূড়ামণি**

**হৰিবংশৰ অসমীয়া পদ**

এখন "কীচক বধ" নাটক ৰচনা কৰিছিল আৰু সেই কাৰণে তেখেতক "কবি-চূড়ামণি" উপাধিৰে ভূষিত কৰাও হৈছিল। তেখেতৰ তৃতীয়জনা পুত্ৰ ৰত্নেশ্বৰ গোঁহাইদেও আৰু তেওঁৰ প্ৰিয়তমা পত্নী প্ৰেমদা গাভৰুৱে কবিশেখৰ ভট্টাচাৰ্য্য নামে এজন ব্ৰাহ্মণৰ দ্বাৰা "হৰিবংশ"ৰ অসমীয়া পদ ৰচনা কৰোৱাইছিল। সেই পুথিখনিত গ্ৰন্থকাৰে এইদৰে লিখিছে:—

"কৌৰৱ ৰাজাৰ ভাৰ্য্যা পুৰেশ্বৰী নাম।
আৰাধিলা মাধৱক হৈয়া পুত্ৰকাম॥
তুষ্ট হৈয়া মাধৱে তাহাক দিলা বৰ।
হৈবেক পুত্ৰেক তোৰ ইন্দ্ৰৰ বীৰ্য্যৰ॥
কৃষ্ণৰ আদেশে ইন্দ্ৰপুত্ৰ উপজাইলা।
স্বৰ্গনাৰায়ণ নাম তান নাম থৈলা॥

পূৰ্ব্ব দিশে ৰাজা হৈলা সেই দিন ধৰি।
ইন্দ্ৰৰ প্ৰসাদে পাই দেশ দেশান্তৰি।
সেহি বংশে ৰাজেশ্বৰ সিংহ নৰপতি।
শান্ত দাতা শিষ্ট নিষ্ঠ ধিটৌ শুদ্ধমতি।
প্ৰতাপ প্ৰকাশে কীৰ্ত্তি নীতি অতিশয়।
দানী মানী মহাজ্ঞানী সদয় হৃদয়।
তাহান তনয় ৰত্নেশ্বৰ শুদ্ধমতি।
গুণীগণ মধ্যে শ্ৰেষ্ঠ বিপুল শকতি।
পিতৃ-মাতৃ গুৰু ইষ্ট দেৱতা ভকত।
আপোনো চতুৰ সৰ্ব্ব শাস্ত্ৰত পাৰ্গত।
তান পত্নী প্ৰেমদা নামত মনোনীতা।
সৰ্ব্ব গুণৱতী যেন দ্ৰুপদ দুহিতা।
কৃষ্ণৰ চৰণে ভক্তি কৰে সৰ্ব্বক্ষণ।
সপত্নীগণৰ মধ্যে ৰোহিণী যেহেন।
তানসবাৰ আজ্ঞা মুক্তা মালা শিৰে ধৰি।
শ্ৰীকবিশেখৰ ভট্টাচাৰ্য্য দ্বিজ হৰি।
ভাষাবন্ধে নিবন্ধিলা হৰিবংশ পদ।
শুনা নিশবদে শুদ্ধ বুধ সভাসদ।
সামান্যৰ কৃত বুলি নধৰিবা দোষ।
হৰি কথামৃতে কৰা চিত্তক সন্তোষ।"

মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱ আৰু তেওঁৰ দুই পুতেক শিৱসিংহ আৰু ৰাজেশ্বৰ সিংহ, এই তিনি গৰাকী যে কেৱল আহোমৰ প্ৰধান ৰজা আছিল, তেনে নহয়, তেওঁবিলাক তিনিওজনা প্ৰধান কবিও আছিল। তেওঁবিলাকে অসমীয়া ভাষাত অনেক কবিতা-পূৰ্ণ গীত ৰচনা কৰি (আৰু আনৰ দ্বাৰাও কৰাই) থৈ গৈছে। মহাৰাজা ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত কচিনাথ কন্দলিয়ে "চণ্ডী"ৰ অসমীয়া পদ কৰে।

**চণ্ডীৰ অসমীয়া পদ**

তাৰ এঠাইত তেওঁ এইদৰে লিখিছে:—

"বাসৱ বংশত জাত ৰুদ্ৰসিংহ নামে খ্যাত
সৌমাৰ পীঠৰ অধিপতি।
কামৰূপ অধিকাৰী দুৰ্জ্জনৰ দণ্ডধাৰী
গদাধৰ সিংহৰ সন্ততি।

কছাৰী জয়ন্তাপুৰ জিনি গৰ্ব্ব কৰি চুৰ
মুয়ো ৰজা দিলা ৰন্দী কৰি।
বলে বীৰ্য্যে ৰূপে গুণে দানে মানে কলা জ্ঞানে
একো ৰূপে যাৰ নাহি সৰি॥
ৰঙ্গপুৰ নামে এক তেন্তে পুৰ কৰিলেক
থাপিলেক তৈতে বিপ্ৰগণ।
নানা স্থান হন্তে নিয়া বৃত্তি বিধানক দিয়া
থাপিলেক অনেক ব্ৰাহ্মণ॥
সিঠাৰন্তে বিপ্ৰবৰ নানা গুণে গুণাকৰ
ভৈলা কৃষ্ণাচাৰ্য্য শুদ্ধমতি।
তান পুত্ৰ কচিনাথ দুৰ্গাক সেৱিয়া মাথ
'চণ্ডীপদ' ৰচিলা সম্প্ৰতি॥" ইত্যাদি।

আহোম ৰজাসকলে যে কেৱল সংস্কৃতৰপৰাই অসমীয়া পদ কৰাইছিল, এনে নহয়।

**কমলেশ্বৰ সিংহৰ দিনত তুলসীদাসৰ ৰামায়ণৰ অসমীয়া পয়াৰ**

স্বৰ্গদেৱ কমলেশ্বৰৰ সিংহৰ দিনত ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙ্গৰীয়াই শ্ৰীকান্ত সূৰ্য্যবিপ্ৰৰ দ্বাৰাই তুলসীদাসী হিন্দী ৰামায়ণৰো অসমীয়া পদ কৰাইছিল। তাত লিখকে লেখিছে :—

"জয়তি কমলেশ্বৰ সিংহ মহাৰাজ।
যাৰ কীৰ্ত্তি ইন্দু ৰাজে পৃথিবীৰ মাজ॥ ২৪॥
গহীন গম্ভীৰ অতি সুকুমাৰ তনু।
ভ্ৰূযুগ প্ৰকাশয় যেন কাম ধনু॥
নীল আকুঞ্চিত কেশ গৌৰবৰ্ণ কায়।
ভূষণে মণ্ডিত যেন মহেন্দ্ৰ পৰায়॥
প্ৰৰঙ্গে নিৰ্ম্মিছে যেন কনকৰ ছবি।
মধ্যাহ্ন কালত যেন প্ৰকাশন্ত ৰবি॥
ৰদনে বিৰাজে অতি মন্দ মন্দ হাস।
ৰক্ত কুসুমৰ সম অধৰ প্ৰকাশ॥
জলদ গম্ভীৰ ধ্বনি বাক্যামৃত বৃষ্টি।
অমাত্য চাতকে ৰাঞ্ছিত থাকে উৰ্দ্ধদৃষ্টি॥
সিংহবদ্ধ কটি অতি ৰহল হৃদয়।
ৰমণৰ কামিনীৰ মনক মোহয়॥

যাৰ সদা ভক্তি আছে গুৰু চৰণত।
বিবিধ বিদ্যাত বুদ্ধি হৈয়াছে পাৰ্গত॥
কল্পতৰু বৃক্ষসম নাহি বিড়ম্বন।
দুখী ভিক্ষী সমস্তক কৰন্ত পূৰণ॥
যাৰ পাদপদ্ম সেবি যত ৰাজাগণ।
আনন্দ ৰসত মজি থাকে সৰ্ব্বক্ষণ॥
নানা নীতি ৰত্ন গণে বিভূষিত কায়।
কিৰণ সহিতে যেন চন্দ্ৰমা শবায়॥
তান মহামন্ত্ৰী পূৰ্ণানন্দ মহাবীৰ।
বুঢ়াগোহাঁই পাত্ৰস্থিত পৰম সুধিৰ॥
মহামন্ত্ৰী কুলে জন্মি প্ৰবীণতা ভৈল।
ৰাজমন্ত্ৰী হৈয়া তেহে প্ৰকাশিয়া বৈল॥
অগাধ জলত মগ্ন নৌকা বিতোপন।
যেন কোনো সুবুদ্ধে কৰিলা উত্তাৰণ॥
যেন মন্তে ভগ্নৰাজ্য কৰিলা বিচাৰ।
বুদ্ধিবলে ইটো দেশ কৰিলা উদ্ধাৰ॥
পুৰুষ উত্তম বৰ গুণৰ সাগৰ।
ৰঞ্জয় সবাৰে চিত্ত কৰিয়া বিচাৰ॥
নাহিকন্ত তান সম গুৰু ভজনত।
নকৰন্ত ক্ৰোধ আতি সদায়ে মনত॥
নকৰে নিৰাশা মন লোক সমস্তৰ।
লাৱণ্য শৰীৰ চাৰু বচন মধুৰ॥
যাৰ যশৰাশি সুধা দেশ দেশান্তৰি।
আনন্দ লভিয়া আছে তাক পান কৰি॥ ৬০॥

* * * *

এহিমতে প্ৰকাশন্ত মহামন্ত্ৰী ৰাই।
ন্যায় বিবেচনা কৰি তিনি পথ চাই॥ ৬৮॥
ভক্ততো উত্তম ৰাম চৰণৰ দাস।
তুলসীদাস নামে যে জগতে প্ৰকাশ॥
পশ্চিমা ভাষায়ে সিটো গ্ৰন্থ ৰামায়ণ।
পদবন্ধে নিবন্ধিলো কৰিয়া যতন॥ ৭২॥

* * * *

কহয় শ্ৰীকান্ত সূৰ্য্য বিপ্ৰে ৰাম স্মৰি—
নিৰন্তৰে মনে ভাবি বোলা ৰাম হৰি। ১৮২৬।"

"গুনিগুৰু বৃদ্ধলোক নিন্দা চুচুলিয়া লোক
ইটো কৃত্য নোহো অধিকাৰী।
বুঢ়াগোহাঁই মন্ত্ৰীবৰ পূৰ্ণানন্দ নাম যাৰ
মহামন্ত্ৰী বংশে জন্ম ধৰি।
ৰামৰ ভকত আতি জানন্ত ৰাজন্ত নীতি
গুণী মানী অতি শিষ্টাচাৰী।
সিজনৰ আদেশত নিবন্ধিলো পদ্য যত
বাক্য অৰ্থ বিচাৰি বিচাৰি।"

# ৰজাৰ দিনত সামাজিক আচৰণ

আহোম ৰজাসকলৰ দিনত ওখ থাপৰ বিষয়া আৰু সাধাৰণ তৰপৰ মানুহ, উচ্চ জাতৰ আৰু নীচ জাতৰ মানুহৰ ভিতৰত ভেদাভেদ বৰ টানকৈ পালন কৰা হৈছিল। ওখ শ্ৰেণীৰ বিষয়াসকলত বাজে আন কোনেও পয়জাৰ, খৰম বা পাচুকা আৰু দোলা ব্যৱহাৰ কৰিব নোৱাৰিছিল। পিছলৈ আহোম ৰাজত্বৰ শেষ ছোৱাত, চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ দিনত দোলা ব্যৱহাৰ কৰিব পৰা অনুগ্ৰহটি এহেজাৰ টকাৰে কিনি ল'ব পৰা হৈছিল, কিন্তু সেই বুলিও তেনে অনুগ্ৰহ নীচ জাতিৰ ভিতৰত কেতিয়াও দিয়া নহৈছিল। সাধাৰণ মানুহে বাওঁ কান্ধত চেলেং বা খনিয়া কাপোৰ ল'ব পাৰিছিল; ভাল তৰপৰ মানুহে মাত্ৰ সোঁহাতে লৈছিল। সাধাৰণ মানুহে পকীঘৰ বা ঘুৰণীয়া টুপেৰে ঘৰ সাজিব নোৱাৰিছিল; এনেকি ৰজাৰ বাহিৰে, কোনো ডাঙৰীয়াৰেই বা আন কোনো বিষয়াৰেই দুই-টুপীয়া ঘৰ নাছিল। তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন আৰু দাঁতিয়লীয়া গোহাঁই কেইজনাৰ ঘৰত এটাকৈ মাথোন টুপ আছিল, মেলখোৱা ৰজা আৰু মেলখোৱা গোহাঁই কেইজনাৰ ঘৰবো সেয়েই ক্ৰম। তাত বাজে সাধাৰণ তৰপৰ বিষয়াৰ ঘৰত টুপ একেবাৰেই নাছিল।

স্বৰ্গদেৱৰ বাহিৰে ভৰিৰ কলাফুল ঢকাকৈ আনে চুৰিয়া পিন্ধিব নাপায়; ডাঙৰীয়াসকলৰ আৰু ওখ তৰপৰ বিষয়াসকলৰ চুৰিয়াই মাথোন আঠু ঢাকিছিল, আনৰ হ'লে চুৰিয়া আঠুৰ ওপৰতে থকাৰ নিয়ম আছিল। হজুৰা, কাঁড়ী-পাইকৰ ল'ৰাবিলাকে ডেকা হৈহে চুৰিয়া পিন্ধিছিল; কিয়নো চুৰিয়া পিন্ধিলেই সিহঁত পাইকৰ পোৱা ৰূপে পৰিগণিত হৈছিল; আৰু সেই অনুক্ৰমেই ৰজাৰ কৰ আৰু পাইকৰ খাটনি খাটি দিব লগা হৈছিল।

সাধাৰণ শ্ৰেণীৰ মানুহে দীঘল চুলি পাহ বান্ধিব নোৱাৰিছিল। আৰু কোনো কোনো জাতিৰ মানুহৰ গাত চিত্ৰ বা শ্ৰেণীবোধক কিছুমান আঁক দিয়া হৈছিল। কেইজনমান নিৰ্দিষ্ট বিষয়াই মাথোন বৰজাপি, টুপিজাপি, সৰুদৈয়া জাপি, দোলা ইত্যাদি ব্যৱহাৰ কৰিব পাৰিছিল।

**জাপি আৰু দোলা**

দোলা কেইবাবিধৰো আছিল, যেনে—(১) কেকোৰা দোলা, (২) পঁহি দোলা (বা পঁহি চাদি), (৩) গাভৰু দোলা (সোৰ চেকৰ লগোৱা দোলা, ইয়াক কোনোৱে "ঠেঁটু-ভঙা দোলা" বুলিও কয়) আৰু (৪) কাঠৰ চৰিয়া (যাক আজিকালি "চৰিয়া দোলা" বোলে)। ইয়াৰ বাহিৰেও (৫) খাটলা নামে এবিধ চাৰিচুকীয়া দোলা আছে,

তাক গোঁসাই-মহন্তসকলে মাথোন ব্যৱহাৰ কৰে। এই দোলা কেইবিধৰ ভিতৰৰ প্ৰথম দুবিধ, অৰ্থাৎ কেকোৰা দোলা আৰু পঁহি দোলা, প্ৰায় লুপ্ত হৈছে বুলি খবিব লাগে ; মাত্ৰ কোনো প্ৰাচীন ডা-ডাঙৰীয়া আৰু ওখ ভৰপৰ বিষয়াৰ নাতি-পুতিৰ ঘৰত তাৰ চিন মাত্ৰ পোৱা যায়। এই দোলা কেইবিধ ব্যৱহাৰ কৰাতো মৰ্য্যাদাৰ তাৰতম্য আছিল। (এই সম্পৰ্কে "ৰজা আৰু বিষয়াসকলৰ মান-মৰ্য্যাদা" প্ৰবন্ধ পঢ়ি চাওক।)

নগৰৰ ভিতৰত যেয়ে সেয়ে জাপি ল'ব কিম্বা দোলাত উঠিব নোৱাৰিছিল। পৰীসকলৰ সংখ্যাও নিৰ্দিষ্ট আছিল। হাতী আৰু ঘোঁৰাত উঠিবলৈ হ'লে ৰজাৰ অনুমতি ল'ব লাগিছিল। ফুল পিন্ধা, ফুলৰ মালা আৰু চাকি পিন্ধাও মৰ্য্যাদাৰ তাৰতম্যৰ পৰিচায়ক আছিল; যূতী, মালতী প্ৰভৃতি ফুলৰ চাকি আটায়ে পিন্ধিব নোৱাৰিছিল। সত্ৰাধিকাৰ হ'লেহে খাটলাত উঠিব পাৰে ; কেইজনমান নিৰ্দিষ্ট ভেকা অধিকাৰ মাথোন নগৰত ঘোঁৰাত উঠিব পাৰিছিল। সাধাৰণ মানুহে গায়ন-বায়ন গোৱাই ঘৰসবাহ কৰিবলৈ হ'লে, ৰজাৰ বিনানুমতিত কৰিব নোৱাৰিছিল। অলঙ্কাৰ পিন্ধাৰ বিষয়েও তাৰতম্য আছিল। ওখ শ্ৰেণীৰ বিষয়াৰ ঘৰৰ মানুহে মাত্ৰ সোণৰ আৰু ভাল অলঙ্কাৰ পিন্ধিব পাৰিছিল ; সাধাৰণ মানুহে কাঁহ, পিতল, জাংফাই আৰু কোনো কোনো ঘৰেহে ৰূপৰ অলঙ্কাৰ পিন্ধিছিল। সাধাৰণৰ ভিতৰত, সোণৰ থুৰিয়া আৰু সোণৰ কেৰু প্ৰচলন নাছিল, তেতিয়াৰ কালত সিবিলাকৰ তিৰোতাবিলাকে ৰূপৰ কঁৰিয়া পিন্ধিছিল ; স্বৰ্গদেৱৰ গা-চোৱা লিগিৰী, খাটনিয়াৰ, এনেবিলাকেহে সোণৰ কঁৰিয়া, সোণ খটোৱা ৰূপৰ খাৰু, এনে অলঙ্কাৰ ব্যৱহাৰ কৰিব পাৰিছিল। ৰজা আৰু আন আন বিষয়াসকলৰ ঘৰত বহিবলৈ আসন পোৱাও মৰ্য্যাদা অনুসৰিহে আছিল। ব্ৰাহ্মণসকল হিন্দুমতে দেশৰ ভিতৰত সৰ্ব্বোচ্চ জাতি ; কিন্তু সেই বুলি তেওঁলোকে সৰ্ব্বোচ্চ আসন নাপাইছিল। সাধাৰণ শ্ৰেণীৰ বিলতীয়া, বা তলতীয়া বিষয়-খোৱা বামুণসকলে ওপৰ শ্ৰেণীৰ আহোম আৰু শূদিৰ বিষয়াসকলৰ আগত মাটিতহে বহিছিল। ৰজাৰ খদং আৰু ডা-ডাঙৰীয়াসকলৰ বংশৰ মানুহেও বিষয় অনুসৰি শূদ্ৰাদি ওপৰ থাপৰ বিষয়াসকলৰ ওচৰত মাৰ-আসনতহে বহিব পাৰিছিল। হোৱা বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক হাতীবৰুৱা হৈ, হাতীবৰুৱাৰ মানমৰ্য্যাদাহে পাব পাৰিছিল, বুঢ়া-গোহাঁইৰ ঘৰৰ মান-মৰ্য্যাদাত তেওঁৰ কোনো স্বত্ব নাছিল। বৰ্ত্তমান যুগত কিন্তু বুঢ়া-গোহাঁইৰ দূৰৰ বংশৰ মানুহে দোলাখৰীয়া বৰুৱা, নাওবৈছা ফুকন, এনেবিলাক বিষয়-খোৱা মানুহৰ সন্তি-সন্ততিয়েও বুঢ়াগোহাঁই ডাঙৰীয়াৰ ঘৰৰ মান-মৰ্য্যাদা পাবলৈ আগ্ৰহ প্ৰকাশ কৰে। আজিকালি পূৰ্ব্ব বংশ মৰ্য্যাদাৰে চিনাকি দিলেহে ভাল পায়, আৰু মিত্ৰ-কুটুম্বৰ ঘৰৰ বিয়া-সবাহত মেৰ চাবিখন আৰু বেৰা কাঁহীবোৰ সদায় বিচাৰ্ কৰে।

মেৰে দিবিৰ, সেইসকলৰ লগত "ছুই-পানীৰ অসকাৰ"। বিষয়হীন ভটীয়া গোহাঁইবিলাকৰ মান-মৰ্য্যাদা সাধাৰণ কাঁড়ী-পাইকৰ ওপৰত বিষয়াসকলৰ দৰে। ৰাজআদিতো সকলোৰে সমানে মাৰ

ভটীয়া গোহাঁই

লোৱাদিছিল। ওখখাপৰ বিষয়াবে সৈতে দেখা হ'লে, তলৰ খাপৰ বিষয়াই বাট এৰি দিব লাগে। তল খাপৰ মানুহে আদিব ঠাঁভিয়েদিহে যাব পাৰে। প্ৰত্যেক হিন্দু মাত্ৰেই কোঁট লৈছিল, আৰু সেই কোঁট লোৱাতো মৰ্য্যাদাৰ তাৰতম্য আছিল। সুলৰ চাকি দিয়া, আঠুৰ তললৈকে চুৰিয়া দিয়া, তামোলৰ বঁটা, টেমা লোৱা খোৱা কাঁহি-বাটি লোৱা, কাপোৰ দিয়া, বহা, খোৱা, সুৱা-চকা, সকলোতে মৰ্য্যাদা অনুসৰি তাৰতম্য আছিল। ইয়াৰ বিপৰীত আচৰণ কৰিবলৈ কাৰো শক্তি নাছিল। বিপৰীত আচৰণ কৰোঁতাজন ৰজাৰ ঘৰত দণ্ডনীয় হৈছিল।

## প্ৰজা আৰু ৰাজহ

বিষয়া, পুৰোহিত, উচ্চজাতীয় মানুহ আৰু ভেঁওলোকৰ নিজা বন্দী-বেটীবোৰত বাজে, ষোল বছৰীয়া ডেকা-গাভৰুৰপৰা পঞ্চাহ বছৰীয়া সকলো প্ৰজাৰ ওপৰত ৰজাঘৰৰ হাত আছিল, আৰু আৱশ্যক বুজি ৰজাঘৰীয়া কাম কৰিবলৈ সততে বাধ্য আছিল। মিঃ মিল্‌চ চাহাবে লেখিছে—*

এনে প্ৰজাক পাইক বোলা হয়। প্ৰত্যেক পাইকে এপোৱা হয়, আৰু চাৰিটা পাইকে এক গোট হয়। কিন্তু ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত তিনি পাইকেও এক গোট হোৱাৰ নিয়ম আছিল। প্ৰত্যেক গোটত এটি পাইকে ৰজাৰ আৰু তাৰ ভাগৰ ওপৰৰা যাই বিষয়াৰ নিয়োগৰ যেই-সেই কাম কৰিবলৈ বাধ্য আছিল ; আৰু

পাইকৰ পোৱা আৰু গোট

সেই ৰজা-ঘৰত বা বিষয়াৰ ঘৰত খটা পাইকটোৰ আহাৰৰ যোগান ধৰিছিল।*

শান্তিৰ দিনত ৰাজহুৱা কামত পাইকবোৰক নিযুক্ত কৰাৰ প্ৰথা আছিল ; আৰু আৰু সেই কাৰণেই আহোম ৰজাসকলে অতি কম খৰচতে আলি-পুখুৰী প্ৰভৃতি কৰাৰ

---

* "Not only the soil, but the subject was the property of the State. This feudal system was introduced by the Ahoms, who, it is stated, commenced their conquest of the valley about the beginning of the 13th century."

* "One *Paick* from every *Guot* was bound to labour for the king or the officers of State, to whom his services were devoted in his particular calling througout the year."—(Mills' Report)

পাৰিছিল। বছৰ সময়ত এক গোটৰ দুজন পাইক, কেতিয়াবা সমস্যা বুজি, তিনিজনেও ৰজাৰ কামত যাব লাগিছিল। পাইকবোৰক ভাগে ভাগে ভাগ কৰা হৈছিল, আৰু তেনে ভাগক "খেল" বুলিছিল।

**'খেল'**

প্ৰতি খেলত একে জাতৰ বা একে ব্যৱসায়ৰ এহেজাৰৰপৰা পাঁচ হেজাৰলৈকে মানুহ আছিল, আৰু সেইবিলাকক বৰা, শইকীয়া আদিৰ তলত দিয়া হৈছিল।

**বৰা, শইকীয়া, হাজৰিকা, বৰুৱা, ফুকন**

কুৰিজন পাইকৰ ওপৰত এজন 'বৰা', এশজনৰ ওপৰত এজন 'শইকীয়া', হেজাৰ জনৰ ওপৰত এজন হাজৰিকা পতা হৈছিল, আৰু এই সকলোখিনি পাইক, বৰা, শইকীয়া, হাজৰিকাক্কে এজন বৰুৱা বা ফুকন বিষয়াৰ তলত ৰখা হৈছিল। পাইকবোৰ একমত হ'লে, সিহঁতৰ ওপৰৰ বৰা, শইকীয়া আৰু কেতিয়াবা হাজৰিকা সকলকো ভাঙিব বা পাতিব পাৰে। সেই কালৰ বিষয়াসকলে ৰজাৰ ভঁৰালৰপৰা মাহিলী নিৰ্দ্দিষ্ট দৰমহা নাপাইছিল; নিজৰ প্ৰতিপালনৰ নিমিত্তে ৰজাৰ ঘৰৰপৰা কেতবোৰ পাইক বা মানুহ পাইছিল। সেই পাইকে সিবিলাকৰে, অৰ্থাৎ বিষয়াসকলৰ ঘৰুৱা বন-বাৰি আৰু খেতি-পথাৰ কৰিছিল।

প্ৰত্যেক পাইকে নিজৰ পাৰলগা বানচৰ সলনি, বা কামৰ বেচ স্বৰূপ দুপুৰা মাটি পাইছিল আৰু সেই মাটিক "গা-মাটি" বুলিছিল। এই "গা-মাটি" ৰূপিত মাটি; যদি সেই পাইকে কোনো কাম কৰি দিব নালাগে, তেন্তে সেই মাটিৰ কৰ স্বৰূপ দুটকা ধন দিয়ে।

**পাইকৰ বানচ গা-মাটি, গা-ধন, ঘৰ-কৰ (জুহাল কৰ)**

গা-মাটিৰ বাহিৰেও পাইকক ঘৰ আৰু বাৰীৰ নিমিত্তে মাটি দিয়া হয়; তাৰ বাবে সিহঁতে ৰজাৰ ঘৰত এটকা চিকা ৰূপ কৰ দিয়ে, তাক "গা-ধন" বোলা যায়। কামৰূপৰ ফালে তাক "ঘৰ-কৰ" বুলিছিল আৰু দৰঙৰ ফালে সেই কৰৰ "জুহাল কৰ" নাম আছিল। মিঃ মিল্‌চ চাহাবে লেখিছে—*

আনে চিকুনোৱা মাটি চহাবলৈ হ'লে, লওঁতাজনে পুৰাই প্ৰতি এটকাকৈ ক্ষতিপূৰণ দিব লাগে; কিন্তু ন-কৈ পিয়ল হ'লে, যেতিয়া পাইকক মাটি-বাঁটি দিয়া হয়, আৰু সেই চিকুনোৱা মাটি ভোগৰ যদি আন কাৰোবাৰ অংশত পৰে, তেনেহলে পূৰ্ব্বে চিকুনাওঁতাজনে নিজৰ প্ৰাপ্য

**বাৰি বা বৰ্ত্তী মাটি**

---

* "As an equivalent for the exemption of these lands ( called Bori or Bari land ) from assessment, the *Paicks* paid throughout the country, a Poll-Tax, variously named, in Kamroop, a "House-Tax (ঘৰ-কৰ), in Nowgong, Lakhimpur proper, and Sibsagar, a "Body" or "Poll-Tax" ( গা-ধন ), both at one rupee per each *Paick* of full age, In Darrang, a "Hearth-Tax" ( জুহাল কৰ ) upon every party cooking seperately, high or low, of one rupee was imposed."

পাৰিশ্ৰমিক লৈ, মাটি এৰি দিব লাগে। কিয়নো ভূ-সম্পত্তি প্ৰায়েই ৰজাৰহে ; প্ৰজাৰ তাৰ ওপৰত বিশেষ স্বত্ব নাছিল ; কিন্তু বাৰী বা বস্তী, অৰ্থাৎ ঘৰ কৰিবলৈ দিয়া মাটিৰ ওপৰত পাইকৰ পূৰা স্বত্ব আছিল ; সেই মাটি পুত্ৰ-পৌত্ৰাদিক্ৰমে উপভোগ কৰিবলৈ পাইছিল। মিল্‌চ চাহাবে তেওঁৰ ৰিপোৰ্টৰ এঠাইত লেখিছে—*

**ৰাজহ আদায়**

আহোম ৰজাৰ আমোলত ৰাজহ আদায় কৰাটো প্ৰায়েই উৎপন্ন দ্ৰব্যজাত আৰু খাটনি অৰ্থাৎ কাম-বন কৰি দিয়াৰ ওপৰতহে ৰৈছিল ; অৰ্থাৎ কোনো পাইক যদি ছুটকা ৰাজহ দিব লগা হয়, সি প্ৰায়েই সেই ছুটকাৰ জোখাই কাম-বন কৰি দিয়ে ; নহ'লে সিমান মূল্যৰ আন কোনো দ্ৰব্যবস্তু দিয়ে, যেনে মুগাৰ বা এড়ি সূতা, ধান, চাউল, মাহ, সৰিয়হ ইত্যাদি। পৰ্ব্বতীয়া জাতিবোৰে কৰৰ বাবে কপাহ, মেজাঠি, ইত্যাদি বস্তু দিছিল আৰু কোনোৱে দোলা-ভাৰীৰ কাম কৰিছিল ; তাতেই সিঁহতৰ কৰ আদায় হৈছিল।

**কোৰ-কৰ, হাল-কৰ**

নগা, মিকিৰ আদি পৰ্ব্বতীয়া মানুহৰপৰা কপাহ খেতি কৰাৰ বাবে মাটিৰ যি ৰাজহ লোৱা হৈছিল, তাক “কোৰ-কৰ” ( Hoe-tax ) বোলা হৈছিল। সোণাৰি, কমাৰ, বাঢ়ৈ আদি যিবিলাক মানুহে নিজে বৰকৈ হাল-কোৰ বাই খেতি-পথাৰ নকৰিছিল, সিবিলাকে আনতকৈ সৰহকৈ “গা-ধন” দিব লাগিছিল আৰু যিবিলাক পাইকে “গা-মাটি” দুপূৰাৰ বাহিৰেও সৰহকৈ মাটি খায়, সিবিলাকে মাটিৰ পূৰায় এটকা নিৰিখে ৰাজহ দিব লাগে। জলাতক মাটিত খেতি কৰা আৰু চাপৰিয়ালবিলাকৰ পৰাও এটা সামান্য কৰ আদায় কৰা হৈছিল, তাক “হাল-কৰ” ( Plough-tax ) বুলিছিল।*

আহোম ৰজাৰ দিনত প্ৰজাবিলাক দুইভাগে বিভক্ত আছিল ; যেনে-চমুৱা আৰু কাঁড়ী। কাঁড়ীবিলাক নিচেই তলৰ তৰপৰ সাধাৰণ প্ৰজা। “কাঁড়ী” বুলিলেই কঠিয়াতলী ; কাঁড়ী পাইকে যোগ্যতা প্ৰদৰ্শন কৰিব পাৰিলে “চমুৱা” শ্ৰেণীলৈ উন্নত

---

* The "*Goamuttee*" (গো-মাটি) or "Body Land" was considered the property of the State; and neither hereditary, nor transferable. Capt. Brodie considered that the right to this land was vested entirely in the clan (খেল) of which he was a member. The Bori and Bari Land were hereditary and transferable. ......The Revenues of the state were for the most part realised on articles of produce and personal labour.

* "The Artizans and Classes who did not till land, paid higher rate of Poll-Tax : the lands which the *paicks* cultivated in excess of their two *Poorahs*, were leased at one rupee per *Poorah*. In the innundated parts of the country, the land was chiefly cultivated by emigrating Ryots, who paid a "Plough-Tax" and the hill tribes, who cultivated hill-land for cotton, paid a "Hoe-tax".—(Mills' Report)

হয় ; আৰু চমুৱাবপৰা "বিষয়া"ৰ বাব বা পদ পায়। কাঁড়ী পাইবা বজা আৰু ৰাইজৰ তলতীয়া। ৰাজ্যৰ যাবতীয় কাৰ্য্য কাঁড়ী পাইকে নিৰ্ব্বাহ কৰে। আনকি টনা-টনিৰ

**চমুৱা আৰু কাঁড়ী বিষয়া**

সময়ত, যুদ্ধ-বিগ্ৰহৰ কালত, ৰণলৈকো যাব লাগে, কিন্তু "চমুৱা" পাইকে কেইটামান নিৰ্দ্দিষ্ট কাৰ্য্য মাথোন কৰে ; ৰণৰ সময়ত চিপাহীৰ নাটনি পৰিলেও অস্ত্ৰশস্ত্ৰ লৈ চমুৱা পাইক ৰণলৈ নাযায়। পূৰ্ব্বে কোনো এসময়ত সকলো প্ৰজাই সকলো প্ৰকাৰৰ ৰাজকীয় কাৰ্য্য সমাধা কৰিছিল। অধিকন্তু শিক্ষিত সেনাৰ সংখ্যাও তেতিয়া নিচেই তাকৰ আছিল। দেশৰ সকলো প্ৰজাই অস্ত্ৰ লৈ বিদেশীয় সেনাৰ লগত ৰণ কৰিবলৈ গৈছিল। এই নিয়ম সুবিধাজনক বুলি বিবেচিত নোহোৱাত বিশেষ বিশেষ কাৰ্য্য নিৰ্ব্বাহৰ নিমিত্তে পিছত "চমুৱা" শ্ৰেণীৰ সৃষ্টি কৰিলে, আৰু সেইসকলৰ কাৰ্য্যৰ প্ৰতি দৃষ্টি ৰাখিবলৈ কেতবিলাক বিষয়া নিযুক্ত কৰা হ'ল। এইদৰে বিষয়াৰ তলতীয়া চমুৱা মানুহবিলাকে কেৱল মাথোন নিৰ্দ্দিষ্ট কাৰ্য্য কৰিবলৈ ধৰিলে।

পূৰ্ব্বে ধেনু, কাঁড়, যুদ্ধৰ যাই অস্ত্ৰ আছিল। কাঁড়ীবিলাকে তাকে লৈ যুদ্ধ কৰাৰ নিমিত্তে সিবিলাকক কাঁড়ী বুলিছিল। কাঁড়ী পাইক চমুৱা হ'লে, যেই-সেই নিৰ্দ্দিষ্ট কাম কৰা মানুহৰ শ্ৰেণীৰ অন্তৰ্গত নহয়, কাৰণ কাঁড়ীয়ে যদিও সকলো কামকে কৰে তথাপি কোনো কাঁড়ীক চমুৱা খেললৈ তুলিবলৈ হ'লে, সেই কাঁড়ীক কোনো এক নিৰ্দ্দিষ্ট কাম কৰা চমুৱা খেলতহে ভৰ্ত্তি কৰা হয়। মুঠতে ক'বলৈ গ'লে, নিৰ্দ্দিষ্ট কাম কৰা শ্ৰেণীলৈ নিহে, বজাই কাঁড়ী পাইকক চমুৱা কৰে। চমুৱাবিলাকৰ কেইবাটাও খেল বা বিভাগ, যেনে, ৰৰৰকৰা চমুৱা, সলাল চমুৱা, ইত্যাদি। নিজৰ কাৰ্য্য বা ব্যৱসায় অনুসাৰেও খেলৰ নাম হয়, যেনে—সোণাৰীৰ খেল, বায়নৰ খেল, কমাৰৰ খেল, ধেনু-চোঁছা খেল, ইত্যাদি। অনেক চমুৱা খেল একেলগ হৈ যিজন বিষয়াৰ অধীনত থাকে, সেইবোৰ খেলক সেইজনা বিষয়াৰ "মেল"ৰ লোক বোলে। যেনে, ঢেকীয়াল

**মেল**

ফুকনৰ মেলৰ সোণাৰীৰ খেল। বিশেষ বিশেষ কেত-বিলাক খেল একত্ৰ হৈ কোনো ঠাইত থাকিলেও কেতিয়াবা সেইসকলকো এখন এখন মেল বোলে, যেনে—বৰফুকনৰ মেলৰ খাগবিজ্ঞানৰ মেল। কোনো খেলৰ মানুহ একেলগে নাথাকি, সিইত সিচঁৰতি হৈয়ো থাকিব পাৰে, তাৰ নিমিত্তে সেই সেই খেলৰ স্বত্বৰ একো হতাহতি বা বিখিনি নজন্মে। সেই খেলে নিৰ্দিষ্ট মতে কাম কৰি থাকিলেই হয়। যি মানুহে নিজৰ খেলৰ নিৰ্দিষ্ট কাম নকৰি,

**ভগনীয়া**

লুকাই ফুৰে, তাক "ভগনীয়া" বোলে। তাৰ হতুৱাই বলেৰে নিৰ্দিষ্ট কাম কৰোৱাৰ ক্ষমতা তাৰ খেলৰ বিষয়া গৰাকীৰ হাতত থাকে। ব্ৰাহ্মণৰ বাজতো হাতী-বাঁহী, বিলতীয়া, কাঁড়ী-পাইক আছে,

কিন্তু সেইসকলে সিমান হেয় কাম কৰিব নালাগে, যেনে হাতী-ধাঁহী বামুণে নিজে হাতীলৈ ঘাঁহ নাকাটি আন ঘাঁহীৰ হতুৱাই ঘাঁহ কটাবহে লাগে। সেইদৰেই বিলতীয়া কাঁড়ী ব্ৰাহ্মণে আন ইতৰ জাতীয় ক'াড়ীৰ দৰে যেই-সেই হেয় কাম

**হাতী-ধাঁহী বামুণ বিলতীয়া বামুণ**

নকৰি, নিৰ্দিষ্ট ডা-ডাঙৰীয়া বা বজাৰ ঘৰত ফুল তোলা, পূজা-পাৰ্ব্বণত মাহ-চাউল ধোৱা ইত্যাদি কামহে কৰিব লাগিছিল। গোলাঘাট মহকুমাৰ অন্তৰ্গত নাহৰণী আৰু কাকডোঙ্গা মৌজাত বৰপাত্ৰ ডাঙৰীয়াৰ ঘৰৰ বিলতীয়া বামুণ এতিয়াও অনেক আছে; সিবিলাকে এতিয়াও সেই পূৰ্ব্বৰ নিয়মেই কাৰ্য্য চলাই আছে আৰু বৰপাত্ৰ ডাঙৰীয়াৰ বংশধৰসকলৰ আগত সিবিলাকে এতিয়াও মাটিতহে বহে।

কাঁড়ী আৰু চমুৱা নিৰ্দিষ্ট কৰা পিয়লৰ কাকত থাকে। কোনো লোকক কাঁড়ীৰ শ্ৰেণীৰপৰা চমুৱাৰ শ্ৰেণীলৈ তুলিলে, তাৰ নাম কাঁড়ীৰ কাকতৰপৰা কটোৱা হয়। কাকত কটাওঁতে লগৰ কুৰিয়ে সোণ এটকা লয়, ৰূপ লয় দহ টকা (কেতিয়াবা অৱস্থা বুজি, তাৰ কমো লয়), বাইজে জলপান লয় তিনিটকা আৰু পাইক মাটিকো দৰবধৰা কাকতীৰ হাতত বজালৈ কাটনি সোধায়। এই সম্পৰ্কে কমলেশ্বৰ সিংহৰ দিনত দেউবাম বৰবৰুৱালৈ লিখা এখন চিঠি তলত তুলি দিয়া হ'ল:—

"শ্ৰীশ্ৰীযুত দেৱতাৰ চৰণলৈ। প্ৰাৰ্থনাকাৰী বিপাই চমুৱা বৰাৰ পুতেক বৈপীয়েকে জনায়, দেৱতাৰ বন্দী মিনাইক ভগাজনা বৰবৰুৱাদেৱে (ঢুৰবাৰ শ্ৰীনাথ বৰবৰুৱাই) বাজন খাতৰ*পৰা কাকত কাটি আনি ডেকা চমুৱা নেওগৰ কুৰিত খেল লগাই দিলে। চমুৱা বৰা পাতি ভাগ-বন কৰাবলৈ দিলে, বৰচুৱাৰৰ মুখৰ-পৰা ধনশিৰীলৈকে, কাকডাঙৰ দলঙ্গে সৈতে বন কৰালে। এনেতে গিৰিহঁত হানী পৰিল। এতিয়া বাজন খতীয়াই তিনি বছৰৰ ধন দে বুলি ধৰিছে, খাটিবলৈকো বেটীক আজুৰিছে। কাকত কটোৱাত কুৰিয়ে সোণ এটকা ল'লে; ৰূপ ল'লে ২৲ টকা, বাইজে জলপান ল'লে তিনটা, কুৰিয়ে পাইক মাটিকো দৰবধৰা কাকতীৰ হাতত বজালৈ কাটনী সোধালে। বেটীয়ে বছৰি বছৰি টেকেলাৰ বাবে টেকেলাৰ নেওগৰ

**কাঁড়ীৰ কাকত কটোৱা সম্বন্ধে এখন চিঠি**

হাতত খাটনি ধন সোধাই আছোঁ। এতিয়া বাজন খতীয়াই বেটীক শাস্তি কৰি মাৰে। ভগাজনা দেৱতাৰ লেখা ছাব দেখালোঁ, তাকো নামানে ভগা বৰবৰুৱা বুলি; দেৱতাৰ কাম চুকাল। এনে মাত কৰে। কাকত কাটোৱাত ভৰণি ১৪০ ৰূপ খাবে আনি ভৰিলোঁ। তাৰ জহে

**বাৰ-কাকত**

বেটীয়ে খকা নাপাওঁ, থকবাৰ ঘৰে ঘৰে বন্ধুৱা বৈছোঁ। আৰু বৰগোঁহাইদেৱৰ পিয়লতে

---

* এই বাজন খাত বৰ্ত্তমান দেৰগাঁও চাদিৰ কাষতে।

বৰকাকতীয়ে ডেকা চমুৱা খেলত কাকত লগায়, আৰু বাৰ-কাকতজনো সেই বৰ-কাকতীয়েই কাকত কাটিছে। এতিয়া বণেৰে ৰাজন খতীয়াই বেটীক শাস্তি কৰি যাবে। দেৱতাৰ চৰণে অনুগ্ৰহ নকৰিলে, বেটী দেশান্তৰী হ'ব লগা হ'লো।"

যদি নিয়ম অনুসৰি নাম কটোৱা নহয়, তেন্তে সি ওখ খাপৰ বিষয় পালেও কাঁড়ী হৈয়ে থাকে। কাঁড়ী গোপন কৰা এটা বৰ গুৰুতৰ অপৰাধ। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত বৰুভিয়ালৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এদিন কাঁড়ীৰ হিচাপ লোৱাত এদল কাঁড়ীৰ মাজত এপোৱা পাইক পোৱা নগ'ল। সেই পাইকটো ক'লৈ গ'ল কি হ'ল, এই বিষয়ে বৰবৰুৱাই বৰকৈ অনুসন্ধান কৰিবলৈ ধৰিলে। কিন্তু তাক বিচাৰি উলিয়াব নোৱাৰাত, বৰবৰুৱাই তেখেতৰ তলতীয়া বিষয়াক দণ্ড বিহিবলৈ মনস্থ কৰিলে; কিন্তু বৰবৰুৱাই নিজেই যে সেই হেৰোৱা পাইকটো, তাক কোনেও ক'ব নোৱাৰে। পিছত এজন বৰাই এই কথাটো জলকি, মৰণত শৰণ নি, নতজানু হৈ, বৰবৰুৱাত জনালে বোলে, "দেউতা ঈশ্বৰ! ছাঁহে লেখিছে, গা লেখিলে হেৰোৱা পাইক পাব।" বুদ্ধিমন্ত বৰবৰুৱাৰ আৰু বুজি[illegible] একো বাকী নাথাকিল। তেখেতে বুজিব পাৰিলে যে তেওঁ নিজেই সেই হেৰোৱা পাইক। তাৰ পিছত যথাৰীতি, স্বৰ্গদেৱৰ অনুমতিৰে সৈতে বৰবৰুৱাই কাঁড়ীৰ কাকতৰপৰা তেওঁৰ নামটো কটাই চমুৱা শ্ৰেণীলৈ ভুক্ত হ'ল।

পূৰ্বতে এখন এখন গাঁৱত একে খেলৰ মানুহেই সৰহ আছিল। আহোম ৰাজত্বৰ অৱসান কালত, আৰু মৰাণ আৰু মানৰ উপদ্ৰৱৰ সময়ত মানুহবোৰ দিহিঙে-দিপাঙে পলাবলৈ ধৰাত, অনেক ঠাইত আৰু অনেক গাঁৱত বেলেগ বেলেগ খেলৰ মানুহ সোমাল। ওপৰত কৈ অহা হৈছে যে প্ৰথমতে পাইকবোৰে, বা সাধাৰণ কাঁড়ী প্ৰজা-বিলাকে নিজে ভোগ কৰা মাটিৰ কৰ স্বৰূপে ৰজাৰ ঘৰত খাটি দিয়াৰ নিয়ম আছিল; কিন্তু পিছলৈ ৰাজ্যত টকাৰ প্ৰচলন অধিক হোৱাত, সিবিলাকে টকাৰেও কৰ সোধাবলৈ ধৰিলে।

**দেৱলীয়া পাইক**

আহোম ৰজাসকলে হিন্দুধৰ্ম গ্ৰহণ কৰিবৰেপৰা ভালেমান পাইক নিজ নিজ খেলৰপৰা আঁতৰাই, দেৱালয় বা মন্দিৰবোৰত উছৰ্গি দিবলৈ ধৰিলেক সিবিলাক; "দেৱলীয়া পাইক" বোলে। সেইবিলাক পাইকে "কৰ", "কাটল", "পকক" আদি ভালেমান দায় বা কৰৰপৰা মুক্ত হৈছিল, অৰ্থাৎ এই দেৱলীয়া পাইকবিলাকে উক্ত দায়বোৰ নিদিও পাৰিছিল। প্ৰত্যেক ডাঙৰীয়া আৰু ওখ খাপৰ বিষয়াসকলৰ ঘৰত বন্দী-বেটী আছিল। এই বন্দী-

**বন্দী-বেটী**

বেটীবোৰ যুদ্ধত বন্দী হোৱা মানুহবৰপৰা কৰা হৈছিল, কিম্বা পৰ্বতীয়া বা দাঁতিয়লীয়া মানুহবৰপৰা কিনি লোৱা হৈছিল। পিছলৈ, বিশেষকৈ মানৰ দিনত দেশত, মহামাৰী অকাল হ'লত, অবস্থাপন্ন

আন আন অনেক মানুহেও অনেক বেটী-বন্দী ধন দি কিনি লৈছিল। পেটৰ ভোকত ভৎ নাপাই, তেতিয়া মাক-বাপেকে নিজৰ ল'ৰা-ছোৱালীকো যাকে তাকে বেচি দিছিল। নমুনা স্বৰূপে তেনেকুৱা বন্দী বিক্ৰী দলিল এখন তলত তুলি দিয়া হ'ল :—

বন্দী-বিক্ৰী দলিলৰ নমুনা

"৺১৭৪৬ শকৰ ভাদ্ৰৰ ৬ দিন যোৱা শুক্ৰবাৰে হালধিআটীয়া ভকত নন্দৰামে পুত্ৰেক ভদ্ৰৰামক বিকে, মহামাৰী-আকালত ৰক্ষা নাপায়। কৈঁটাৰ ধিপাই চমুৱা ৰবাই কিনে, বোজে বাজে ৰূপ ২০ বিশ টকা। অত্ৰাৰ্থে সাক্ষীনঃ খনীয়াৰ সিদ্ধিৰাম ১, ভোগমন ১, জৰাধৰাৰ ৰত্নমন্ ১, ঢেকিয়াল ফুকনৰ ভাগৰ হিলৈদাৰী হৰিজয় ১, মেলাগায়নৰ কিনাৰাম ১, ভিপৰিয়াৰ মনসাদ ১, বাজন খতীয়া গেন্ধেলা ১, সেই বাজন খতীয়াৰে ভুগী ১, সৰুৰাম ১, এই নটা। সভাদাঁৰৰ তামোলপাণ, লোণ /১ সেৰ, কাকতীৰ গামোছা, কাকতী গড়মূৰীয়া মলীয়া নন্দৰামৰ কত্তপাই।"

এই বন্দী-বেটীবিলাকৰ ওপৰত গৰাকীজনৰ সম্পূৰ্ণ স্বত্ব; ইহঁতে ৰজাৰ কোনো কামতে যোগ দিব নালাগিছিল, আৰু "কৰ", কাটল, পদ, পকতক ইত্যাদিৰপৰাও মুক্ত আছিল। ইহঁতক বিষয়া বা গৰাকীজনে নিজৰ ইচ্ছামতে দান, বিক্ৰয় আৰু হস্তান্তৰ কৰিব পাৰিছিল। সচৰাচৰ ইহঁতৰ বেচ ভাল কুলীয়া মুনিহে প্ৰতি কুৰি টকাৰপৰা, বেয়া অৰ্থাৎ নীহকুলীয়া তিৰোতাই প্ৰতি তিনি টকালৈকে আছিল। ইহঁত ৰনলৈকে যাব নালাগিছিল, আৰু ৰজাঘৰৰো সিহঁতৰ ওপৰত কোনো হাত নাছিল। সেই কাৰণে বন্দীবোৰ সাধাৰণ পাইকতকৈ ভাগ্যবান যেন বুজাইছিল, সতিকেই তেতিয়াৰ নীচ স্তৰৰ প্ৰজাবোৰে "কাঁড়ী" বা "পাইক"ৰ শ্ৰেণীত ভুক্ত নহৈ, ডা-ডাঙৰীয়া আৰু বিষয়াসকলৰ ঘৰত বন্দী সোমাবলৈ বৰ ভাল পাইছিল। আৰু অনেক প্ৰজাই ইচ্ছাক্ৰমে আহি, ডাঙৰীয়া বিষয়াসকলৰ ঘৰত বন্দী সোমাইছিলহি। মিলচ্ চাহাবে লিখিছে—*

বন্দী-বেটীৰ বেচা

বন্দীবোৰে গৰাকীৰ সকলো নীচ কাম আৰু পথাৰৰ বন কৰিব লাগে। মুঠতে ক'বলৈ গ'লে, এই বন্দীবেটীবিলাকেই ওখ স্তৰৰ মানুহৰ হাত-ভৰি স্বৰূপ আছিল। এই বন্দীবোৰৰ অনেকেই পূৰ্ব্বে স্বাধীন মানুহ আছিল, কিন্তু ঋণ ধাৰ সোধাব নোৱাৰি, কিম্বা ৰণত বন্দী হৈ, পিছত বন্দীৰূপে পৰাধীন হৈছিল। প্ৰকাশ্যৰূপে ইহঁতৰ কিনা-বেচা হৈছিল; তাৰ প্ৰমাণ স্বৰূপ ওপৰত এখন "বন্দী-বিক্ৰী" দলিলৰ হুবহু নকল তুলি দিয়া

* "Ryots, to save themselves from service and payment of the Poll-Tax, used to enroll themselves as slaves, and settle in these Estates (Khats, possessed by the officers of State etc.). Mr. Scott, it is stated, after a rigid enquiry, brought a large number of these persons on the Poll-Tax rent-roll."

হৈছে। বন্দীবিলাকৰ সংখ্যাও অতি অধিক আছিল। অসমদেশ ইংৰাজৰ হাতলৈ অহাত, সকলো বেটী-বন্দীক "খালাচ" বা মোকোলাই দিয়া হ'ল। মিঃ ডেভিড্ স্কট্ চাহাবে (যাক অসমত ইস্কাট চাহাব বুলি জানে) অকল কামৰূপতেই ১২,০০০ (বাৰ হেজাৰ) বন্দী বেটীক খালাচ দিয়ে। বন্দী খালাচৰ পূৰ্ব্বলৈকে অসমৰ (বিশেষকৈ আহোম বংশীয়) ওখ শ্ৰেণীৰ মানুহৰ অৱস্থা ভালেই আছিল, কিন্তু তাৰ পিছৰপৰা সেইসকল মানুহৰ অৱস্থা দিনে দিনে অৱনতি হ'বলৈ ধৰিলে; আৰু ক্ৰমান্বয়ে সেই শ্ৰেণীৰ মানুহৰ পৰ্য্যালি পৰিল। মিল্‌চ্ চাহাবে লিখিছে—*

পাইকৰ পুতেকে নিয়ম মতে আপোন ইচ্ছাবে গোলাম সোমাব নোৱাৰিছিল; নিজৰ নাটনি বা আন কোনো আপদৰ সময়ত পাইকে নিজৰ ল'ৰাক বন্দীৰূপে বেচিব পাৰিছিল। কোনোবা বেটীৰ গৰ্ভজাত সন্তানো (পাইকৰ ঔৰসৰ হ'লে) বন্দী বুলি বিবেচিত হৈছিল। যদি কোনো পাইকৰপৰা হোৱা গোলামে, তাৰ পূৰ্ব্ব পুৰুষ পাইক আছিল, অথচ কাৰো বন্দী নহয়, এনে প্ৰমাণ কৰিব পাৰে, তেন্তে সি বন্দীৰপৰা মুকলি হৈছিল; কিন্তু তাৰ পূৰ্ব্বপুৰুষ গোলামৰ মাজত কোনোবা পুৰুষৰ বেটীৰে সৈতে বৈবাহিক সম্বন্ধ হ'লে বা থাকিলে, সি খালাচ নাপাইছিল।

ওপৰত উল্লেখ কৰা খাজনা, গা-ধন, ঘৰ-কৰ ইত্যাদিৰ বাহিৰেও ৰজাৰ দিনত প্ৰজাবিলাকে আৰু কেইটামান দায় বা কৰ দিব লগা আছিল; যেনে:— ১। "কৰ" (মাটিখোৱা বাবে ৰজাক দিবলগীয়া বস্তু বা ধন); ২। "কাঠন" (পাইকে মাটি খোৱা বাবে ৰজাৰ ঘৰত খাটি দিব লগা বাৰ), ৩। "পদ" (চমুৱা পাইকে বিষয় পালে দিবলগীয়া "ছালামী" ধন বা বস্তু; ৪। "পঞ্চক" (বৰজনি বা পঁচা); ৫। "বেঠ" (হাতী বা আন বনৰীয়া জন্তু ধৰাৰ বাবদ ৰজাক দিবলগীয়া ধন বা বস্তু); ৬। "বেপাৰ" (ৰজাৰ প্ৰয়োজন মতে বন কৰি দিয়া বাৰ); ৭। "চোৰ" (সকসুৱা

**কেইটামান দায় বা কৰ**

চুৰিৰ শাস্তিৰ বাবদ দায়); ৮। "ছিনলা" (ব্যভিচাৰ দোষৰ শাস্তিৰ বাবদ দায় বা দণ্ড); ৯। "জলকৰ" (দৈ, বিল আদিৰ মাছ ধৰা বাবে দিব লগা কৰ); ১০। "বৰক্ষাৰ" (হিলৈ খাৰ আৰু বৰুকাৰ তৈয়াৰ কৰাৰ নিমিত্তে ঘৰে পতি দিব লগা বাৰ); ১১। "ধুমাছ" (ইয়াক "ধুমৰি" বুলিও কয়, নিৰ্ব্বংশ হোৱা মানুহৰ সম্পত্তি ৰজাই পোৱাৰ বাৰ); ১২। "খাবেশা" (হোৱালী বিয়া দিলে ৰজাৰ প্ৰাপ্য; ১৩। "মাবেৰা" ('মাবেহা' বুলিও কয়; বিবাহত হোম দি মাটি পোৱাৰ বাবে ৰজাক দিব লগা কৰ); ১৪। "দান" (বেচিবলৈ অনা বস্তুৰ বাবে ৰজাক দিয়া কৰ); ১৫। "ঘাট" (দৈ পাৰ

* "This Act (১৮৪৩ চনৰ ৫ আইন; যি আইনমতে বন্দী-বেটীবিলাকক খালাচ দিয়া হয়) carried ruin to them (the upper classes) and had reduced many families of respectability to extreme indiency.'

হোৱা কৰ ); ১৬। "খুত" ( মাটিৰ খাজানাত বাদে আন বস্তুৰ ওপৰত লগোৱা কৰ ; ১৭। "দণ্ড" ( অপৰাধৰ নিমিত্তে দিয়া পীড়ন ); ১৮। "বন্ধ" ( অপৰাধৰ নিমিত্তে ভৱিষ্যতলৈ এনে দোষ নকৰো বুলি বান্ধ খোৱা বাব ); ১৯। "হাট" ( নিৰূপিত সময়ত বা দিনত অনেক মানুহ গোট খাই বেচাকিনা ঠাইকে হাট বোলে. তেনে হাটত বেচাৰ বাবে দিব লগা কৰ ); ২০। "ঘাঁট" ( নাৱেৰে বা বাটে যেহা কৰা বেপাৰীবোৰ একত্ৰ হোৱা ঠাইকে 'ঘাঁট' বোলে, তাৰ কৰ ); ২১। "চকী" ( ৰজাৰ নগৰৰ বা গড়ৰ বাহিৰে ৰজাৰ দিনত কিছুমান চকী আছিল ; তাত চকীয়াল মানুহে বিদেশীক সোমাব নোৱৰা কৰি থয়, তাৰ বাবে দিব লগা কৰ ); ইত্যাদি।

## তলতীয়া ৰজা আৰু ৰজা-পোৱালি

আহোম ৰজাসকলৰ তলতীয়া দাঁতি কাষৰত কিছুমান ক্ষুদ্ৰ ৰজা, ৰজা-পোৱালি আছিল, সিবিলাকক Tributary Chiefs বা তলতীয়া ৰজা বুলিব পাৰি। প্ৰজাৰ দৰেই সিবিলাকেও স্বৰ্গদেৱসকলক কৰ দিছিল, আৰু আহোম ৰজাই সিবিলাকক ৰজা-পোৱালি নাম দিছিল।

**ৰজা-পোৱালি**

সিবিলাকৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য :—ৰাণী, লুকি, বকো, বনগঁৱা, ছয়গঁৱা, ৰগাই, পানতলীয়া, বৰদুৱৰীয়া, ভোলাগঁৱা আৰু ময়ৰাপুৰীয়া।

এই ৰজা-পোৱালিবিলাকে যিবোৰ খাত পাম উপভোগ কৰিছিল, সেইবিলাকৰ ওপৰত সিবিলাকৰ প্ৰায় পূৰা স্বত্ব আছিল, আৰু সেই স্বত্ব তেওঁলোকৰ পুত্ৰ-পৌত্ৰাদি-ক্ৰমে চলিছিল। স্বৰ্গদেৱৰ ইচ্ছা হ'লে যদিও সেই স্বত্ব যেতিয়াই তেতিয়াই তেওঁলোকৰ পৰা কাঢ়ি ল'ব ক্ষমতা আছিল, তথাপি সেই ক্ষমতা কোনোকালে স্বৰ্গদেৱৰ দিনতেই চলোৱা নহৈছিল। "There are some Estates, which are held by the Rajans, who have succeeded hereditarily to the management...... such are the Deshes and some of the Dowars in Kamroop, Jomoona Mook, and Jagee-mehals in Nowgong......They were Feudal Tributaries under the Assam Government, and though it is stated that they were removable at the will-pleasure of the Ruling power ( the Ahom kings ) yet the power was seldom or never exercised, and they may fairly be considered to have proprietory rights in the soil, equal, if not superior, to that of any of the Zeminders of Bengal.—(Mills' Report)

বুঢ়া ৰজা স্বৰ্গদেৱৰ দিনত ৰঘুদেৱৰ চতুৰ্থ পুত্ৰ বলিনাৰায়ণে মুছলমানৰ ভয়ত

আহোম ৰজাৰ সাহায্য ভিক্ষাৰী হয়। বুঢ়া ৰজা স্বৰ্গদেৱে তেওঁক এজাক বৰ তেজী সেনা দি সহায় কৰে, আৰু মুছলমানবিলাকক পৰাজয় কৰি তেওঁক ধৰ্মনাৰায়ণ নাম দি, ইং ১৬১৪ চনত দৰঙত ৰজা পাতে। সেই সময়তে বলিভনাৰায়ণৰ ভায়েক গজ-নাৰায়ণকো বেলতলাৰ ৰজা পতা হয়। তেতিয়াৰেপৰা সেই দুই ফৈদ আহোমৰ কৰতলীয়া ৰজা ৰূপে চলকৰ কৰি থাকে। অৱশেষত ইং ১৭২৫ চনত দৰঙী ফৈদৰ আদিত্যনাৰায়ণ যেতিয়া ৰজা হয়, তেতিয়া দৰঙ ৰাজ্য গোহাঁইকমলা আলিৰ দক্ষিণে বৰ্ত্তমান মঙ্গলদৈ মহকুমা মাথোন বৈছিল। সেই যা'হ'ক তেওঁৰ দিনতে গৃহকন্দল লাগি ভায়েক মধুনাৰায়ণে বলেৰে তেওঁৰপৰা ৰাজ্য কাঢ়ি লয়। তেতিয়াৰেপৰা দৰঙী ৰজাৰ ফৈদ ক্ৰমাগত দুৰ্ব্বল হ'বলৈ ধৰিলে, আৰু অৱশেষত দৰঙী ৰজা সম্পূৰ্ণৰূপে আহোম ৰজাৰ তলতীয়া হ'ল। এইদৰে কিছুকাল তলতীয়া ৰজা হৈ ৰাজ্য ভোগ কৰি থাকি, গৃহবিবাদ লগাত, সিবিলাকৰ অৱস্থা অতি শোচনীয় হৈ উঠিল। অৱশেষত আহোম ৰজাই সিবিলাকক অকামিলা বিবেচনা কৰি, তলতীয়া ৰজাৰ দাবীৰপৰাও নমাই, সেই "ৰজা" খিতাপেৰেই এবিধ কৰ্ম্মচাৰী মাথোন কৰিলে, আৰু প্ৰবৰ্ত্তিৰৰ কাৰণে কিছুমান নিষ্কৰ মাটি-বৃত্তি দিয়াৰ নিৰ্ব্বন্ধ কৰি দিলে। বেলতলাৰ ফৈদো নামত "ৰজা" থাকি, আহোম ৰজাৰ এবিধ কৰ্ম্মচাৰী হ'ল। সিবিলাককো প্ৰবৰ্ত্তিৰৰ কাৰণে নিষ্কৰ মাটি-বৃত্তি দিয়া হয়। দৰঙী ফৈদ সদাল গোহাঁইৰ তাবে, আৰু বেলতলাৰ ফৈদ বৰ-ফুকনৰ তাবে চলাচল কৰিছিল।

## সাতঘৰীয়া আৰু জাতুৱা আহোম

"আহোম" এটা জাত বা কুলৰ নাম নহয়। কলিতা, কোচ, কেওট বুলিলে যেনেকৈ এজাত মানুহক বুজায়, আহোম বুলিলে পূৰ্ব্বত ঠিক তেনে নুবুজাইছিল। আহোম এটা সম্প্ৰদায় বা এফৈদ মানুহৰ নাম; এই ফৈদ মানুহৰ মাজত নানাবিধৰ (বা জাতৰ) মানুহ আছিল। আহোমৰ ভিতৰত যেনেকৈ ৰজা আছিল, তেনেকৈ সেই আহোমবে ভিতৰত মৰংচোৱা, খৰিভাৰী, ইত্যাদিও আছিল। মুঠতে ক'বলৈ গ'লে,

**সাতঘৰীয়া আহোম (চুকাফা ৰজাৰ দিনত)**

আহোম এটা কুলৰ বা জাতৰ নাম নহয়, আৰু সকলো-বিলাক আহোমো এক শ্ৰেণীৰ আহোম নহয়। উচ্চ শ্ৰেণীৰ উচ্চবংশীয় আহোমবিলাকক "সাতঘৰীয়া আহোম" বোলে। চুকাফা ৰজা স্বৰ্গদেৱে সাতঘৰ প্ৰধান সেৱক লগত লৈ নামি আহিছিল; সেই সাতঘৰকেই "সাতঘৰীয়া" আহোম বুলিছিল। সেই সাতঘৰৰ নাম :—

১। থাওমুংকান্ (এই ঘৰ "বৰগোহাঁই")।

২। থাওমুংকান্ ( এই ঘৰ "সন্দিকৈ" খুংমুং। এই ঘৰকে খাম্‌জাঙত "বৰগোহাঁই" পাতিছিল )।

৩। থাওমুংমাংৰাই ( এই ঘৰক "থাওমুংকাংৰাই" বুলিও কয়, এওঁবিলাক "বুঢ়াগোহাঁই" )।

৪। থাওমুংথুম্তুং ( এই ঘৰ "সন্দিকৈ" )।

৫। থাওমুংকেওথম্ ( "থাওমুংকেৰংখাম" বুলিও কয়; এই ঘৰো "সন্দিকৈ" )।

৬। থাওমুংথুম্তালকে ( "থাওমুংত্যাও" বুলিও জানে; এই ঘৰ পাছলৈ "আদাবৰীয়া সন্দিকৈ" )।

৭। থাওমুংথুম্তাই (এই ঘৰক "কেঞ্চু" বোলে; এই ঘৰেই "কপলীয়াল সন্দিকৈ")।

**ডাঙৰীয়া**

এই সাত ঘৰ ত'ৰেপৰা নামি অহা ভাল ডাঙৰীয়া মানুহ। ( স্বৰ্গীয় ঘনকান্তসিংহ যুৱৰাজৰ পত্নী. ৰাণী ৺মাহেন্দ্ৰদেৱীৰ হাতৰপৰা নি, কামৰূপ অনুসন্ধান সমিতিয়ে প্ৰকাশ কৰা "পুৰণি অসম-বুৰঞ্জী" প্ৰথম তাঙৰণ, পিঠি ২৬-২৭ চাওক )। চুকাফা ৰজাদেৱৰ দিনত "সাত-ঘৰীয়া আহোম বুলিলে এই কেইঘৰকেই বুজাইছিল।

**জাতুৰা আহোম চুকাফা ৰজাৰ দিনত**

এই সাত ঘৰৰ বাহিৰেও চুকাফা ৰজাৰ লগত আৰু এবুৰি চাৰি ঘৰ "নিয়মৰ আহোম" আহিছিল, সিবিলাকক "জাতুৰা আহোম" বুলিছিল।

"সাতঘৰীয়া আহোম"ও কেইবাবাৰো সাল-সলনি হয়। চুকাফা ৰজাৰ পাছত,

**সাতঘৰীয়া আহোম ( চুবিন্‌ফাৰ দিনত )**

আহোমৰ তৃতীয় ৰজা, চুবিন্‌ফা স্বৰ্গদেৱে ওপৰত নাম দিয়া সাতঘৰ আহোমৰ লগতে—

১। মোহন, ২। বাইলুঙ্, ৩। দেওধাই, ৪। চিৰিং এই চাৰি ঘৰ মানুহকো সুমাই লৈ, স্বৰ্গদেৱ নিজেও সোমাল; মুঠতে ১২ ঘৰ হ'ল; কিন্তু সেই বাৰও ঘৰকে "সাতঘৰীয়া আহোম" নাম দিলে, আৰু তেওঁ নিজেও

**জাতুৰা আহোম ( চুবিন্‌ফাৰ দিনৰ )**

**জাতুৰা আহোম (দিহিঙীয়া ৰজাৰ দিনৰ)**

নতুনকৈ ১২ ঘৰ জাতুৰা আহোম সৃজন কৰিলে। ইয়াৰ পাছত দিহিঙীয়া ৰজা স্বৰ্গদেৱ আৰু তিনিকুৰি বাৰ ঘৰ "জাতুৰা আহোম"ৰ সৃষ্টি কৰে তেখেতে কিন্তু "সাতঘৰীয়া আহোম"ৰ বিশেষ একো সালসলনি কৰা নাছিল। মাত্ৰ চুকাফা ৰজাৰ লগত অহা চিৰিঙৰ বংশ লোপ পোৱাত পণ্ডিত মঙৰ ঘৰক "সাতঘৰীয়া আহোম"ৰ লগত লোৱা হৈছিল। দিহিঙীয়া ৰজাৰ দিনৰ "সাতঘৰীয়া আহোম" যেনে :—১। ৰজা, ২। বুঢ়াগোহাঁই, ৩। বৰগোহাঁই, ৪। আদাবৰীয়া সন্দিকৈ থাওমুংত্যাও, ৫। থাওমুং কান্‌খুংমুং ( কপ সন্দিকৈ ) ৬। থাওমুংত্যাও, ৭। থাওমুংকেৰং খাম, ৮। কেঞ্চু ( কপলীয়াল সন্দিকৈ ),

৯। মোহন, ১০। বাইলুং, ১১। দেওধাই আৰু ১২। পণ্ডিত মন্দৰ ঘৰ। এই বাৰ ঘৰক "সাতঘৰীয়া" আহোম বুলিছিল এইজন্য স্বৰ্গদেৱৰ দিনতে সাতঘৰীয়া আহোমৰ সংখ্যা প্ৰথমতে ১২ ঘৰ থাকি, তাৰ পাছত বৰপাত্ৰৰ বিষয় সৃষ্টি হোৱাত, তেখেতকো লগ লগাই লোৱাত সাতঘৰীয়া আহোমৰ সংখ্যা তেৰ ঘৰ হ'লগৈ।

**সাতঘৰীয়া আহোম (দিহিঙীয়া ৰজাৰ দিনত)**

দিহিঙীয়া ৰজাই নতুনকৈ ৭২ ঘৰ মানুহক "জাতুৰা আহোম" পাতি লৈছিল। দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ দিনৰপৰা মহাৰাজা জয়ধ্বজসিংহ স্বৰ্গদেৱৰ ৰাজত্বকালৰ প্ৰাৰম্ভলৈকে "সাতঘৰীয়া আহোমৰ লেখ" এইদৰেই থাকে, সিবিলাকৰ কোনো সালসলনি হোৱা নাছিল। পাচে ইং ১৬৫৪ খ্ৰীষ্টাব্দত জয়ধ্বজ সিংহ মহাৰাজাই প্ৰকাশ্যৰূপে হিন্দু ধৰ্ম্মত দীক্ষিত হৈ, প্ৰথমে আউনীআটী সত্ৰৰ অধিকাৰ নিৰঞ্জন বাপুত শৰণ লয়। তাৰ পাছত তন্ত্ৰোক্তমতে দক্ষিণপাটৰ বনমালী দেৱৰপৰা মন্ত্ৰ গ্ৰহণ কৰে।

**জাতুৰা আহোম (দিহিঙীয়া ৰজাৰ দিনত)**

সেই সময়ত ওখ খাপৰ বিষয়া আৰু প্ৰায় সকলোবোৰ উচ্চবংশীয় আহোমেই হিন্দু ধৰ্ম্মত প্ৰবৰ্ত্তন কৰিবলৈ ধৰে। মোহন, বাইলুঙ আৰু দেওধাইবিলাকে পূৰ্ব্বৰ ৰীতিনীতি আৰু ধৰ্ম্মকে খামোচ মাৰি ধৰি থকাত, হিন্দু নিয়মে প্ৰবৰ্ত্তন কৰা আহোমবিলাকে সিবোৰক ঘিণ কৰিবলৈ ধৰিলে। সেই কাৰণে জয়ধ্বজসিংহ মহাৰাজাই মোহন দেওধাই আৰু বাইলুঙক সাতঘৰীয়া আহোমৰ লগৰপৰা গুচাই পুনৰ নতুনকৈ তলত লিখা দৰে "সাতঘৰীয়া আহোম"ৰ সৃষ্টি কৰে, যেনে :—

**সাতঘৰীয়া আহোম (জয়ধ্বজসিংহৰ দিনত)**

১। ৰজাৰ বংশ, ২। বুঢ়াগোহাঁইৰ বংশ, ৩। বৰগোহাঁইৰ বংশ, (নগা বৰপাত্ৰ) ৪। বৰপাত্ৰৰ বংশ ৫। সন্দিকৈৰ (আদাৰৰীয়া) ফৈদ, ৬। লাহনৰ ফৈদ, ৭। ডুৱৰাৰ ফৈদ, ৮। দিহিঙীয়াৰ ফৈদ, ৯। চেটীয়াৰ ফৈদ, ১০। লুখুৰাখনৰ ফৈদ, ১১। কোঁৱৰৰ ফৈদ, ১২। চেন্দধৰাৰ ফৈদ, ১৩। বকতীয়ালৰ ফৈদ, ১৪। পাতৰৰ ফৈদ, ১৫। চিৰিঙৰ ফৈদ, ১৬। লাঙীৰ ফৈদ।

এই উচ্চবংশীয় আহোমৰ সংখ্যা প্ৰথমতে সাতঘৰ আছিল কাৰণে, সিবিলাকে "সাতঘৰীয়া আহোম" নাম পালে আৰু পাছলৈ তেওঁবিলাকৰ সংখ্যা অনেক বেছি হোৱাতো সেই 'সাতঘৰীয়া' নাম থুওছিল।

## আহোমৰ হিন্দুধৰ্ম্ম গ্ৰহণ

এই খণ্ডৰ প্ৰাৰম্ভতে আমি কৈ আহিছোঁ যে আহোমবিলাক পূৰ্ব্বে বৌদ্ধধৰ্ম্মী মানুহ আছিল। প্ৰত্নতত্ত্ববিদ্ পণ্ডিতসকলেও এতিয়া তাকে সিদ্ধান্ত কৰিছে। সিবিলাকে

অৰ্থাৎ আহোমবিলাকে সৌমাৰ খণ্ড অধিকাৰ কৰি, ৰাজ্যবিস্তাৰ কৰাৰ পাছত, ৰাজ-কাৰ্য্য সুকলমে চলাবৰ অৰ্থে লাহে লাহে নিজৰ আহোম, বা টাই ভাষা এৰি, অসমীয়া ভাষাক প্ৰাধান্য দিয়াৰ লগে লগে, পূৰ্ব্ব ধৰ্ম্মকো অৱহেলা কৰি, হিন্দুধৰ্ম্মক সাৱটি ধৰিলে। কেৱল মোহন, দেওধাই, বাইলুঙ্ প্ৰভৃতি লোকসকলে নিজ ধৰ্ম্মকে পালি থাকিল। আহোম ধৰ্ম্মাৱলম্বী লোকৰ সংখ্যা আজিকালি নিচেই তাকৰ, আৰু আন ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱত, সেই ধৰ্ম্ম প্ৰায় লুপ্ত হ'ব লগা হৈছেহি।

বৰ্ত্তমান সময়ত সকলোৱে মুক্তকণ্ঠে স্বীকাৰ কৰে যে আহোমবিলাক বৰ বলী আৰু সাহসী পুৰুষ আছিল। মুছলমান লেখকে লিখা "ফঠীয়া-ই-ইব্ৰীয়াহ' ( Fathiyah-i-Ibriah ) নামে পাৰসীক গ্ৰন্থত লিখিছে—

"They are superior to most nations in their bodily strength and power of endurance. They are enterprising......fond of war......if one of them should meet ten Muhammadans on foot, he will fearlessly attack them, and even be victorious."—অৰ্থাৎ শাৰীৰিক বলৰ নিমিত্তে আৰু কষ্টসহিষ্ণুতাত আহোমবিলাক অনেক জাতিৰ ওপৰত, অৰ্থাৎ আহোমবিলাকৰ নিচিনা বাহুবলী আৰু কষ্টসহিষ্ণু জাতি নিচেই তাকৰহে আছিল। এজন আহোম পদাতিক সেনাই দহজন মুছলমান পদাতিক সৈন্যৰে নিৰ্ভয় মনেৰে যুঁজিছিল, আৰু জয়লাভ কৰিবও পাৰিছিল।

আহোমবিলাক স্থলযুদ্ধত যেনে পাৰদৰ্শী আছিল, নৌযুদ্ধতো তেনে আছিল। তেওঁবিলাকে কেইবাবাৰো মুছলমানবিলাকক সম্পূৰ্ণৰূপে পৰাজিত কৰিছিল। এই-বিলাকলৈ চাই, সিবিলাকে হিন্দুধৰ্ম্ম গ্ৰহণ কৰাৰ পাছত ক্ষত্ৰিয় জাতিৰ স্থানৰ যোগ্য হ'বলগীয়া। শ্ৰীকৃষ্ণই গীতাত কৈছে—

*　　*　　*　　*

"চাতুৰ্ব্বণ্যং ময়া সৃষ্টং গুণকৰ্ম্ম বিভাগশঃ।
এক বৰ্ণমিদং বিশ্বং পূৰ্ব্বমাসীদ যুধিষ্ঠিৰ।
ক্ৰিয়াকৰ্ম্ম প্ৰভেদেন চাতুৰ্ব্বৰ্ণং প্ৰতিষ্ঠিতম্ ॥"

কিন্তু আহোমবিলাকে ৰাজকীয় ক্ষমতাৰপৰা বঞ্চিত হোৱাৰ লগে লগে সমাজত তেনে ঠায়ো হেৰুৱালে। বঙ্গদেশৰ দত্ত পৰিয়াৰে "দত্ত কাৰও ভৃত্য নহয়, কেৱল সঙ্গে এসেছে।" বোলাত যেনেকৈ কুলীনত্ব হেৰুৱালে, আহোমবিলাকেও গোঁসাই বামুণৰ ঘৰত "ভৃত্য" বা গোলামী কাৰ্য্যকাম নকৰাত, সিবিলাকে সমাজত উপযুক্ত ঠাই নাপালে। আহোমৰ হাতত যেতিয়া ৰাজকীয় ক্ষমতা আছিল, তেতিয়া অনেক ব্ৰাহ্মণেতৰ জাতিক লগুণ পিন্ধাই বামুণ কৰিব পাৰিছিল যেতিয়া, নিশ্চয় সিবিলাকে সমাজতো সিবিলাকৰ নিমিত্তে উপযুক্ত ঠাই-ঠিকনা কৰিব পাৰিলেহেঁতেন ; কিন্তু

সিবিলাকে তালৈ মনকে নকৰিলে। সিবিলাকে নাভাবিছিলে যে ইমান সোনকালে সিবিলাকৰ হাতৰপৰা ৰাজকীয় ক্ষমতা যাব, আৰু ইমান শীঘ্ৰেই সিবিলাকৰ এনে অধঃপতন আহিব। সিবিলাকে সপোনতো নাভাবিছিল যে সিবিলাকৰ ভবিষ্যত বংশৰ এনে এদিন আহিব যেতিয়া সিবিলাকক পথাৰৰ পকা ধানেও বাট এৰি নিদিব, আৰু সমাজত ঠাই বিচাৰি যাওঁতে গোসাঁই বামুণৰ ওচৰত শৰণাপন্ন হ'ব লাগিব সিবিলাকে নিশ্চয় ভাবিব নোৱাৰিছিল, যে মিশ্ৰদেৱৰ ফুল-তোলা সামান্য ব্ৰাহ্মণ নিৰঞ্জন পাঠকক "আউনীআটী" নামে সত্ৰ পাতি দি, তেওঁক তাতে অধিকাৰী পাতি, অনেক শিষ্যবৰ্গ আৰু দেৱোত্তৰ ব্ৰহ্মোত্তৰ আদি মাটি বৃত্তি দিয়াৰ পাছত (যিবিলাক বৃত্তি উপভোগ কৰি, সেই সত্ৰৰ সত্ৰাধিকাৰ আজিকালি এজন ক্ষুদ্ৰ ৰজাৰ নিচিনাকৈ থাকিব পাৰিছে) সেই সত্ৰৰে সত্ৰাধিকাৰ এগৰাকীয়ে এদিন এনেকৈ ক'ব পাৰিব যে পাটনাদৰ পানী আহোমে তুলি খালে, তাৰপৰা এশ কলহ পানী উঠাই পেলাই দিলেহে, ব্ৰাহ্মণাদি জাতিয়ে সেই নাদৰ পানী খাবলৈ ভাল হ'ব; আৰু কোমল চাউল তিওৱা নাৱত আহোমৰ হাত লাগিলে বা কেনেবাকৈ আহোমে চুলে, সেই চাউল ব্ৰাহ্মণাদিলৈ অশুচি হ'ব ইত্যাদি। তেওঁবিলাকে নিশ্চয় ভাবিব পৰা নাছিল যে হিন্দুধৰ্ম্ম গ্ৰহণ কৰা'ৰ পাছত, গোসাঁই ব্ৰাহ্মণসকলে সিবিলাকক এদিন অন্ত্যজজাতিৰ অন্তৰ্ভুক্ত কৰিবলৈ চেষ্টা কৰিব; আৰু সেই অন্ত্যজজাতিৰ দান গ্ৰহণ কৰি গোসাঁই ব্ৰাহ্মণসকলে কিন্তু "পতিত" নহৈ চিৰকাল শুদ্ধ হৈয়ে থাকি, মানুহক শৰণ, ভজন আৰু আশীৰ্ব্বাদাদি কৰি নৰকৰ পৰা স্বৰ্গলৈ তুলিব পৰা শক্তিমন্ত হৈ থাকিবপৰা বিধান পাবলৈ, হিন্দু শাস্ত্ৰৰ ওচৰত সেই গোসাঁই ব্ৰাহ্মণসকলৰ "দাবী" থাকিব।

আহোমবিলাক অতি পৰাক্ৰমী জাতি হৈও, তেওঁলোকৰ আহোম ধৰ্ম্ম লোৱাৰ নিমিত্তে প্ৰজাক পীড়ন নকৰি, নিজে প্ৰজাৰ ধৰ্ম্ম আৰু ভাষা গ্ৰহণ কৰি, প্ৰজাবৎসলতাৰ যি পটন্তৰ দেখুৱালে, তেনে পটন্তৰ আন দেশৰ বুৰঞ্জীত অতি বিৰল। কোনো কেনোৱে ক'ব পাৰে যে আহোমবিলাকৰ সংখ্যা নিচেই তাকৰ আছিল, গতিকেই, তেওঁলোকে প্ৰজাৰ ধৰ্ম্ম আৰু ভাষা গ্ৰহণ নকৰি, কি কৰিব? এই ঠাৱৰণি কিন্তু সিমান ঠিক নহয়। ভাৰতবৰ্ষৰ বুৰঞ্জীৰ পাততে, মুছলমান আৰু ইংৰাজৰ ৰাজত্বলৈ মন কৰি চালেই সেই প্ৰশ্ন কিমান সাৰুৱা সেইটো সকলোৱে বুজিব পাৰিব।

**আহোমৰ মাজত হিন্দুধৰ্ম্মৰ বীজ**

সেই কথা যাওক। আহোমবিলাকৰ ভিতৰত হিন্দুধৰ্ম্মৰ বীজ ইং ১৪১৬ চনত চুডাং-ফা (বা বামুণী কোঁৱৰ) ৰজাৰ দিনতে পৰে, কিন্তু দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ দিনলৈকে সেই বীজ অঙ্কুৰিত হ'ব পৰা নাছিল। ইয়াৰ আগেয়ে চাৰিত ৺লক্ষ্মীনাৰায়ণৰ পূজা চলিছিল মাথোন। দিহিঙীয়া ৰজাৰ দিনৰেপৰা আহোম ৰাজ্যত হিন্দুধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ হ'বলৈ ধৰে, আৰু তেখেতেই প্ৰথমেই স্বৰ্গনাৰায়ণ খিতাপ লৈ দেশত হিন্দু

শকাৰ প্ৰচলন কৰে। সেই সময়ত অসমত মহাপুৰুষ শঙ্কৰদেৱ, আৰু দামোদৰদেৱৰ আবিৰ্ভাৱ। কিন্তু সেইজনা ( অৰ্থাৎ দিহিঙীয়া ৰজা ) বা, তেখেতৰ পৰবৰ্ত্তী কোনোজনা স্বৰ্গদেৱে প্ৰকাশ্যভাৱে হিন্দুধৰ্ম্ম গ্ৰহণ কৰা নাছিল। ইং ১৬৫৪ খ্ৰীষ্টাব্দত জয়ধ্বজসিংহ স্বৰ্গদেৱে ৰাজপাটত উঠে। তেৱেঁই পোনপ্ৰথমে হিন্দুধৰ্ম্মত দীক্ষিত হৈ, প্ৰথমতে আউনীআটী সত্ৰত, তাৰ পাছত তন্ত্ৰোক্তমতে, দক্ষিণপাটত মন্ত্ৰ গ্ৰহণ কৰে। তেতিয়াৰে-পৰা আহোম ৰজাসকলে হিন্দুধৰ্ম্মৰ উন্নতি সাধিবৰ অৰ্থে অহোপুৰুষাৰ্থ কৰিবলৈ ধৰিলে।

এই পুথিৰ "আৰম্ভণ"তে কৈ আহিছোঁ যে এই অসমদেশ অতি পুৰণি দেশ; প্ৰাচীন ইতিহাস পুৰাণত ইয়াৰ বিবৰণ পোৱা যায়। আহোম ৰজাই যেতিয়া এই দেশত আহি পোন প্ৰথমে সৌমাৰ খণ্ডত ৰাজ্য স্থাপন কৰেহি, আৰু তাৰ অনেক পূৰ্ব্ববৰ্ত্তী কালতো এই দেশত ব্ৰাহ্মণৰ বসতি আছিল; কিন্তু তেখেতসকলৰ বাহ্যিক ভাৱত সংসৰ্গদোষৰ অনেক ভাঁজ লাগিছিল। আহোমৰ দিনৰ পূৰ্ব্ববৰ্ত্তী কালৰ ব্ৰাহ্মণবিলাকৰ বসতি, বিশেষকৈ হাবুঙত আছিল; সেই কাৰণেই সিবিলাকক "হাবুঙীয়া বামুণ" বোলা হৈছিল। আহোমবিলাকে হিন্দুধৰ্ম্ম গ্ৰহণ কৰি, হিন্দুৰ ৰীতি-নীতি, নিয়ম-কাৰণ শিক্ষা কৰি, হাবুঙীয়া বামুণবিলাকৰ সেই সংসৰ্গদোষৰ ভাঁজ বুজিব পাৰিলে। সেই কাৰণে হিন্দুধৰ্ম্মী আহোম ৰজাসকলে কান্যকুব্জ বা কনৌজ আদি প্ৰদেশৰপৰা ভালেখিনি শিক্ষিত আৰু সজ ব্ৰাহ্মণ এই দেশলৈ অনাই-ছিল। বৰ্ত্তমান সময়ৰ প্ৰায়বিলাক প্ৰাচীন ভদ্ৰবংশীয় ব্ৰাহ্মণেই সেই কনৌজ আদি প্ৰদেশৰপৰা অহা সজ ব্ৰাহ্মণৰ সতি-সন্ততি। চিলাৰায়ৰ আক্ৰমণৰ সময়ত বৰাহীৰপৰা হোৱা "বৰাহী-বাপু" আৰু বুঢ়াৰজা স্বৰ্গদেৱে তিপমীয়া আহোম আদিৰপৰা বামুণ পতা "পেটাল", "নেজাল", "চাৰিঘৰীয়া" আদি বামুণ-বিলাকৰ সতি-সন্ততিয়ে কায়মনোবাক্যে সিবিলাকৰ লগত যোগ দি "কনৌজপুৰীয়া ব্ৰাহ্মণ"ৰ সংখ্যা অৱশ্যে অনেক বৃদ্ধি কৰিছে। তাত অৱশ্যে বৰ দোষ নাই, কিয়নো ইও এটা ( ৰুকৰা, ফুকন উপাধিধাৰীসকলৰ দৰেই ) জাতীয় উন্নতিৰ পৰিচায়ক মাথোন। অসমদেশৰ ব্ৰাহ্মণ মাত্ৰেই "কনৌজপুৰীয়া" বুলি পৰিচয় দিব খোজে, আৰু তেনে পৰিচয় দিয়েও; অনেকক "কনৌজপুৰীয়া ব্ৰাহ্মণ" নুবুলি "অসমীয়া বামুণ" বুলিলে সিবিলাক খঙত "অগ্নিশৰ্ম্মা" হয়।

**হাবুঙীয়া বামুণ ( আহোমৰ পূৰ্ব্ববৰ্ত্তী কালৰ )**

**কনৌজপুৰীয়া ব্ৰাহ্মণ**

আহোম ৰজাসকলে সৎ ব্ৰাহ্মণ, গোঁসাইসকলক দেৱোত্তৰ আৰু ব্ৰহ্মোত্তৰ মাটি দান কৰিছিল; আৰু আন কথাতো গোঁসাই ব্ৰাহ্মণসকলক বিশেষ অনুগ্ৰহ আৰু সন্মান দেখুৱাইছিল। এইদৰে ৰাজ-অনুগ্ৰহৰ আশাত দেশত গোঁসাই-মহন্ত আদি ধৰ্ম্মপুৰুষ-

সকলৰ সংখ্যা দিনে দিনে বাঢ়িবলৈ ধৰিলে, সেইসকলৰ ভিতৰত বিশেষকৈ উল্লেখ-যোগ্য :—আউনীআটী সত্ৰ, দক্ষিণপাট সত্ৰ, গড়মূৰ সত্ৰ, কুৰুৱাবাহী সত্ৰ, পৰ্ব্বতীয়া গোঁসাই, ন-গোঁসাই, মুকলি-মুৰীয়া ভট্টাচাৰ্য্য। (আজিকালিৰ "মুকলিমুৰীয়া গোঁসাই")। এইবিলাকেই প্ৰধান। প্ৰথমত উল্লেখ কৰা সত্ৰ চাৰিখন এই দেশৰ সৰ্ব্বপ্ৰধান ধৰ্ম্মাধিকৰণ। এই চাৰি সত্ৰত ভাগৱত শাস্ত্ৰৰ অনুসৰণ কৰে, আৰু পৰ্ব্বতীয়া গোঁসাই, ন-গোঁসাই আৰু মুকলি-মুৰীয়া ভট্টাচাৰ্য্য, এইসকলে তন্ত্ৰশাস্ত্ৰ অনুসাৰে চলাচল কৰে।

**প্ৰধান গোঁসাই, ব্ৰাহ্মণ**

এইসকলৰ বাহিৰেও আহোম ৰজাসকলৰ আমোলত আৰু কিছুমান সৰু সৰু সত্ৰ স্থাপিত হৈছিল। সেইবিলাকৰো অনেকক আহোম স্বৰ্গদেওসকলে "দেৱোত্তৰ" মাটি আদি বৃত্তিদান কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে তেওঁৰ পিতৃ গদাধৰ সিংহই চেউনী, বছা আদি ঠাইত মেলা মহন্তবিলাকক মতাই আনি, বেলেগ বেলেগ শ্ৰেণীত ভাগ কৰি ডাঙৰ সৰু অনুসাৰে শিষ্য বাঁটি দি মাজুলীত "এটকা মহন্ত"ৰ সত্ৰ নিৰূপণ কৰি দিছিল। যিবিলাক মহন্তৰ মাজুলীত ভেটি নাই, সিবিলাক আচল বা ভাল মহন্ত নহয়। মহন্ত-বিলাকক তিনিটা শ্ৰেণীত বিভাগ কৰা হৈছিল; যথাস্থানত সেই বিষয়ে উল্লেখ কৰা হ'ব।

ওপৰত আমি যিবিলাক সত্ৰৰ কথা উল্লেখ কৰি আহিলোঁ, সেইবিলাক ৪ ভাগত বিভক্ত, যেনে: ১। মহাপুৰুষীয়া, ২। দামোদৰীয়া, ৩। হৰিদেৱ-পন্থী আৰু শ্ৰীচৈতন্য-পন্থী। মহাপুৰুষ শঙ্কৰদেৱেই হৈছে মহাপুৰুষীয়া ধৰ্ম্মৰ প্ৰধান প্ৰৱৰ্ত্তক। তেওঁৰ জন্ম আলিপুখুৰীত (বৰ্ত্তমান বৰদোৱাথানৰ নিচেই ওচৰতে); তেওঁ ভূঞাৰ ঘৰৰ সন্ততি; পিতাকৰ নাম কুসুম্বৰ আছিল। মহাপুৰুষৰ জন্ম শক ১৩৭১ (ইং ১৪৪৯), আৰু মৃত্যু ১৪৯১ শকত ইং ১৫৬৯ চন)।

**সত্ৰবিলাকৰ ভাগ**

শঙ্কৰদেৱৰ জীৱনৰ প্ৰথম চোৱাত অসম দেশত তান্ত্ৰিক ধৰ্ম্মৰ অত্যন্ত প্ৰাদুৰ্ভাৱ আছিল। তেওঁ তাৰ (বিশেষকৈ প্ৰতিমা পূজাৰ) ঘোৰ বিৰোধী। তেওঁ অনেক শাস্ত্ৰৰ সাৰাংশ গ্ৰহণ কৰি ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিলে। পাছলৈ তেওঁক মহাপুৰুষ নামে অভিহিত কৰাৰ লগে লগে তেওঁৰ প্ৰচাৰিত ধৰ্ম্মমতকো "মহাপুৰুষীয়া ধৰ্ম" বুলিবলৈ ধৰিলে। তেওঁৰ কাৰ্য্য-কাল ১৮ বছৰ বয়সৰপৰা ধৰি জীৱনৰ শেষ পৰ্য্যন্ত। তেওঁৰ জীৱনৰ প্ৰধান কৰ্ম্মক্ষেত্ৰ ভোখৰক বৰ্ত্তমান "বৰদোৱা থান" নামে জনা যায়; সেই ঠাই অসমীয়াৰ পক্ষে অতি পবিত্ৰ স্থান।

**মহাপুৰুষীয়া ধৰ্ম্ম বৰদোৱা থান**

শঙ্কৰদেৱে নিজে কোনো সত্ৰ পতা নাই। তেওঁৰ লগত ছজন প্ৰধান ভকত বা

শিষ্য আছিল। সিবিলাকৰ ভিতৰত মাধৱদেৱেই সৰ্ব্বপ্ৰধান। মাধৱদেৱেও নিজে

**বৰপেটা থান**

কোনো সত্ৰ পতা নাই। তেখেতৰ কৰ্ম্মক্ষেত্ৰৰ প্ৰধান ঠাইক বৰপেটা থান নামে জনা যায়। মহাপুৰুষ শঙ্কৰদেৱে অন্তিম সময়ত মাধৱদেৱক ধৰ্ম্মাচাৰ্য্য পাতি যায়। মাধৱদেৱৰ লগতো ১২ জন প্ৰধান ভকত আছিল:—১। গোপালদেৱ (ওঃ বংশীগোপাল), ২। যদুমণিদেৱ, ৩। শ্ৰীহৰিদেৱ (হৰিদেৱ পন্থী সত্ৰবিলাকৰ আদি পুৰুষ হৰিদেৱ এইজনা নহয়), ৪। ভবানীপুৰীয়া গোপাল, ৫। লক্ষ্মীকান্ত, ৬। অচ্যুত শৰ্ম্মা (ওঃ সৰু গুৰু), ৭। মথুৰা দাস (তাঁতী), ৮। বিষ্ণু আতা, ৯। পদ্ম আতা, ১০। ৰামচৰণ আতা, ১১। কেশৱ আতা আৰু ১২। গোবিন্দ আতা। এই গোবিন্দ আতা জাতত গাৰো

**মহাপুৰুষীয়া সত্ৰবিলাক**

আছিল। মাধৱদেৱৰ লগত এই ১২ জন প্ৰধান ভকতে যি-বিলাক সত্ৰ পাতিলে, বংশীগোপালৰ ভ্ৰাতৃ-পুত্ৰ জয়-হৰিদেৱৰ সত্ৰ, শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰে পতা সত্ৰ আৰু তেওঁৰ লগৰ ১২ জন ভকতৰ দ্বাৰা সংস্থাপিত হোৱা সত্ৰ, এই আটাইখিনি সত্ৰকে প্ৰধানতঃ মহাপুৰুষীয়া সত্ৰ

**কুৰুৱাবাহী সত্ৰ**

বোলে। মাধৱদেৱৰ লগৰ ভকত ১। বংশীগোপালে (ক) কুৰুৱাবাহী সত্ৰ পাতে আৰু (খ) ডেৰেৰাপাৰ সত্ৰ পাতে। ২। যদুমণিদেৱে—(ক) বৰমাহৰা সত্ৰ পাতে আৰু (খ) আধাৰমাহৰা সত্ৰ পাতে। ৩। শ্ৰীহৰিদেৱে লায়তীয়া সত্ৰ পাতে। ৪। ভবানীপুৰীয়া গোপালে খৰাযোচৰ সত্ৰ পাতে। ৫। লক্ষ্মীকান্তই ধোপৰগুৰি সত্ৰ পাতে। ৬। অচ্যুত শৰ্ম্মাই বিহাৰ সত্ৰ পাতে। ৭। মথুৰাদাসে গণককুচী সত্ৰ পাতে। ৮। বিষ্ণু আতাই চমৰীয়া সত্ৰ পাতে। ৯। পদ্ম আতাই কমলাবাৰী সত্ৰ পাতে। ১০। ৰামচৰণ আতাই (ক) সুন্দৰীদিয়া সত্ৰ আৰু (খ) দলগোমা সত্ৰ পাতে। ১১। কেশৱ আতাই ভাটৌকুচি সত্ৰ পাতে। ১২। গোবিন্দ আতাই খটৰা সত্ৰ পাতে।

বংশীগোপালৰ ভ্ৰাতৃ-পুত্ৰ জয়হৰিদেৱ গড়মুৰ সত্ৰ স্থাপন কৰে। শঙ্কৰদেৱৰ

**গড়মুৰ সত্ৰ**

নাতি পুৰুষোত্তম ঠাকুৰৰ লগত ১২ জন ভকত আছিল, ৬ জন ব্ৰাহ্মণ, ৬ জন শূদ্ৰ। তেওঁবিলাকৰ দ্বাৰা স্থাপিত হোৱা সত্ৰবিলাক, যেনে:—কেশ আতাৰ কৈচুং সত্ৰ। পৰশুৰাম শৰ্ম্মাৰ (ক) ফুলবাৰী

**আউনীআটী সত্ৰ**

সত্ৰ, (খ) পুনিয়া সত্ৰ আৰু (গ) অগ্নিফুলবাৰী সত্ৰ। গোপীনাথ শৰ্ম্মাৰ চেকেৰাতলী সত্ৰ। বাসুদেৱ শৰ্ম্মাৰ চতমীয়া সত্ৰ। মুৰাৰীৰ বেজেনাআটী সত্ৰ। সত্যানন্দৰ এলেঙ্গী সত্ৰ। বংশীগোপালৰ শিষ্যপুত্ৰ নিৰঞ্জন, আউনীআটী সত্ৰ স্থাপন কৰে।

শঙ্কৰদেৱৰ পুৰোহিত ৰামৰায় গুৰুৱে কোনো সত্ৰ পতা নাই। তেখেতৰ

বংশধৰসকল বৰপেটা থানৰ সত্ৰীয়া। শঙ্কৰদেৱৰ লগত থকা ভকত, নাৰায়ণ দাসে বৰনগৰ সত্ৰ পাতে।

চতুৰ্ভুজৰ দ্বিতীয়া কন্যা সুমিত্ৰা (স্বামী মনোহৰ গাভৰুগিৰি), তেওঁৰ পুতেক বিষ্ণুপতিৰপৰা বিষ্ণুপুৰ সত্ৰ বাঢ়িছে। এই সত্ৰ ভাটিৰ গোৱালপাৰাত আছে।

**বিষ্ণুপুৰ সত্ৰ**

এই দুয়ো সত্ৰৰ আদি পুৰুষ যদুমণিদেৱ। তেওঁ আধলীয়াল ব্ৰাহ্মণৰ সন্তান আৰু মাধৱদেৱৰ আজ্ঞাপৰ আছিল। বংশীগোপালদেৱৰ লগত তেওঁৰ বৰ বন্ধুত্ব আছিল; আৰু দুয়ো লগ লাগি ধৰ্ম্ম প্ৰচাৰ কৰিবৰ অৰ্থে উজাই আহি, ডেবেৰাপাৰত কিছুকাল সত্ৰ কৰি থাকেহি।

**বৰমাহৰা আৰু আধাৰ মাহৰা সত্ৰ**

কতোদিন থাকি, যদুমণিদেৱ তাৰপৰা কিছু ভটিয়াই গৈ, মাহৰা বিলৰ কাষত সত্ৰ পাতেগৈ, সেই কাৰণে সত্ৰৰ নাম মাহৰা হ'ল। যদুমণিদেৱৰ চাৰি পুতেক, জগদানন্দ, পৰমানন্দ (ওঃ কমলাকান্ত), পূৰ্ণানন্দ আৰু অচ্যুতানন্দ। প্ৰথম পুত্ৰ জগদানন্দ মাহৰাতে অধিকাৰ হ'ল; ২য় পুত্ৰ পৰমানন্দ পটিয়া মানুহ এটাৰ কঠিয়াতলীত ঘৰ সাজি আছিল; কালক্ৰমে সেই পটিয়াৰ লগত অৰি (বা শত্ৰু) হৈ উঠাত সত্ৰৰ নাম পটিয়ৰী হ'ল। তৃতীয় পুত্ৰ পূৰ্ণানন্দে ঘাৰমৰা সত্ৰ আৰু ৪ৰ্থ পুত্ৰ অচ্যুতানন্দে ডোখোৰামুখ সত্ৰ স্থাপন কৰে।

**ডেবেৰাপাৰ সত্ৰ, ঘাৰমৰা সত্ৰ, ডোখোৰামুখ সত্ৰ, পটিয়ৰী সত্ৰ।**

অচ্যুতানন্দৰ দুই পুত্ৰ, দয়ানন্দ আৰু কৃষ্ণানন্দ। দয়ানন্দ নিজ সত্ৰতে থাকিল; দ্বিতীয় পুত্ৰ কৃষ্ণানন্দই কমলাবাৰীৰ ওচৰত এক সত্ৰ পাতিলে। তাতে তেওঁৰ "আধাৰ বেধ্" ৰোগ হৈ, একগুণ বৃদ্ধি হৈ মৃত্যু হ'ল। সেই কাৰণে সেই সত্ৰৰ নাম "আধাৰ মাহৰা" হ'ল।

মিশ্ৰদেৱৰ পুতেক দুজন—প্ৰথমজনৰ নাম ৰামচন্দ্ৰ, দ্বিতীয়জনৰ নাম চাৰুচন্দ্ৰ। ৰামচন্দ্ৰ কুৰুৱাবাহীত অধিকাৰ হ'ল। চাৰুচন্দ্ৰই ককায়েকৰ লগত কন্দল কৰি গুছি আহি ডিফলু নদীৰ কাষত এক সত্ৰ পাতিলেহি, তাৰ নাম হ'ল ডিফলু সত্ৰ। ককায়েকে মূৰ্ত্তি, ভাগৱত, শিষ্য, একো নিদিলে। এই কথাৰ কাৰণে, ৰজাৰ চ'ৰাত বিচাৰ হ'ল। বিচাৰত চাৰুচন্দ্ৰৰ জয় নহ'ল; চাৰিসত্ৰীয়াৰ শাৰিত বহিবলৈ স্থান নাপালে, আৰু মান-মৰ্য্যাদা মাটি-ভেটি তাৰো একো নাপালে। পাছত ৰজাৰ আজ্ঞামতে চাৰুচন্দ্ৰই ককায়েকৰ ওচৰত দণ্ড ভৰালে। তাতে ককায়েকে তুষ্ট হৈ চাৰুচন্দ্ৰক ক'লে—"বাৰু, তুমি মোৰ শিষ্যৰ গাঁও ফুৰি পাই-পইছা আৰু চাউল একঠা আনি খাবা, কৰ আদি নানিবা, মেধী, পাচনী নাপাতিবা, পাছলৈ বাৰু যি হয় দেখা যাব, সম্প্ৰতি এইদৰেই খাই থাকা।" চাৰুচন্দ্ৰয়ো সেইদৰেই খাই আছিল। অৱশেষত ককায়েক মৰিলত, ভতিজা-পুতেকক দাবী দি,

**ডিফলু সত্ৰ**

বলেবে শিষ্যৰ উৎপন্ন কৰ ভাৰ আনিৰ ভাগ ল'বলৈ ধৰিলে ; শিষ্যবো দুটা এটাক শৰণ লগালে। এই কাৰ্য্যৰপৰা সিবিলাকৰ ভিতৰত বৰ গোলমাল লাগিছিল। ৰামচন্দ্ৰই কোৱা "পাছলৈ বাক বি হয় দেখা যাব" এই কথাষাৰিৰ নিমিত্তে ডিফলুৰ জন্ম হ'ল, কিন্তু মূৰ্ত্তি, ভাগৱত, মাটি-বাৰী শিষ্যৰ অংশ কৰি ল'ব নোৱাৰিলে। আজি পৰ্য্যন্ত এই অনুক্ৰমেই চলি আছে। সিবিলাক চাৰিসত্ৰীয়াৰ শ্ৰেণীভুক্ত নহয় আৰু ডিফলুৰ গোঁসায়ে চাৰিসত্ৰীয়াক নিৰ্মালি দি অধিকাৰ পাতিব নোৱাৰে। চাৰিসত্ৰৰপৰা কোনো কোনোজনে নিৰ্মালি লৈ ডিফলুৰ অধিকাৰ হয়।*

## সুন্দৰীদিয়া সত্ৰ

মাধৱদেৱৰ সহোদৰা ভগ্নী উৰ্ব্বশী। তেওঁক হোকোৰকুঁচীয়া গাঁৱৰ ৰামদাসলৈ বিয়া দি, ঘৰতে পোষ্যপুত্ৰ ৰূপে ৰাখিছিল। ৰামদাসৰ পুত্ৰ ৰামচৰণ ঠাকুৰ। তেওঁক মাধৱদেৱে পঢ়াই শুনাই সংস্কাৰাদি কৰি নিজ পুত্ৰৰ দৰে আপোনাৰ লগতে ৰাখিছিল, আৰু মাধৱদেৱৰ সকলো সম্পত্তিৰ ( স্থাবৰ, অস্থাবৰ, শিষ্য, ভক্ত আদি ) তেওঁকে গৰাকী পাতিছিল। মৃত্যুৰ সময়ত মাধৱদেৱে ৰামচৰণক সুন্দৰীদিয়া স্থানত অধিকাৰ পাতে, সেয়ে বৰ্ত্তমানৰ সুন্দৰীদিয়া সত্ৰ। মাধৱদেৱৰ শ্ৰাদ্ধাদি কাৰ্য্য ৰামচৰণেই কৰে।

ৰামচৰণৰ তিনি পুত্ৰ, দৈত্যাৰি ঠাকুৰ, ত্ৰিপুৰাৰি ঠাকুৰ আৰু নৰহৰি ঠাকুৰ। ত্ৰিপুৰাৰি ঠাকুৰে বামুণা সত্ৰ পাতে, নৰহৰি ঠাকুৰে ৰামপুৰ সত্ৰ পাতে, দৈত্যাৰি ঠাকুৰে সুন্দৰীদিয়া সত্ৰতে থাকে।

**বামুণা সত্ৰ, ৰামপুৰ সত্ৰ, বালিজান সত্ৰ, নলঙ্গা সত্ৰ, গুৱাগাছা সত্ৰ, কৰ্দৈগুৰি সত্ৰ, খাটৈপৰা সত্ৰ, নাওকটা সত্ৰ।**

নৰহৰি ঠাকুৰৰো পুত্ৰেক তিনি গৰাকী, ৰাধাকান্ত, নাৰায়ণ ঠাকুৰ আৰু যোগজীৱন। ৰাধাকান্তই বালিজান সত্ৰ আৰু নাৰায়ণ ঠাকুৰে নলঙ্গা সত্ৰ পাতে। যোগজীৱন দলগোমা সত্ৰৰ অধিকাৰ হয়, পাছলৈ ক্ৰমে গুৱাগাছা, কৰ্দৈগুৰি, খাটৈপৰা আৰু নাওকটা আদি সত্ৰ কৰে। ( ইবিলাকৰ গোত্ৰ "অলপ বায়ন" ও: "ওলোম বায়ন" )। ( ৰামপুৰ নামে এক দামোদৰীয়া সত্ৰও আছে। )

## ভাটৌকুঁচী সত্ৰ

টেপুৰ্ণা নামে এটি দুখীয়া মানুহ আছিল, তেওঁ পূৰ্ব্বত ক'ৰ মানুহ, তাৰ কোনো নিৰ্ণয় নাই ( সম্ভৱতঃ চণ্ডীবৰ আদিৰ পাছত কনৌজৰপৰা অহা বুঢ়া খাঁ ভূঞাৰ বংশৰ

* শ্ৰীযুত যোগেশ্বৰ গোস্বামী ( স্কুল সব-ইন্‌স্পেক্টৰ ) এই ডিফলু গোঁসাইৰে বংশধৰ। তেখেত এক্টেন্‌ পাছ আৰু এই পুথিৰ সংগ্ৰহীতাৰ সহপাঠী।

মানুহ হ'ব পায়। টেপুখাঁৰ পুতেক দীৰ্ঘকায়া খাঁ; তেওঁৰ পুতেক কৈবাই খাঁ, কৈবাই খাঁই শঙ্কৰদেৱৰ শৰণ ললে, শঙ্কৰদেৱে তেওঁৰ নাম দিলে কেশৱ। শঙ্কৰদেৱৰ লগত এওঁ বহুত দিন আছিল। শঙ্কৰদেৱৰ মৃত্যুৰ পাছত মাধৱদেৱৰপৰা তেওঁ মালামন্ত্র গ্রহণ কৰি, ভাটৌকুঁচী নামে ঠাইত সত্র পাতে। "কুঁচী" মানে গাওঁ; সেই কাৰণে সত্ৰৰ নাম "ভাটৌকুঁচী" হ'ল। তেওঁৰ লগত ১৪ জন শূদ্ৰ ভকত আছিল, কেশৱ আতাই সিবিলাকক মহন্ত পাতিলে। সেই মহন্তবিলাকৰ—

১। জয়ৰাম দাসে শ্ৰীহাটী সত্র পাতে।
২। মনু সোমে দীঘলাবাৰী সত্র পাতে।
৩। পৰীক্ষিতে হাতীপাৰা সত্র পাতে।
৪। দয়াৰামে বগুলাবাৰী সত্র পাতে।
৫। সতানন্দে ৰামভেটি সত্র পাতে।
৬। ভুক্রানন্দে নাগখানা সত্র পাতে।
৭। জগজীউৱে মালৈকুঁচী সত্র পাতে।
৮। গোকুলচন্দ্ৰই বহপৰা সত্র পাতে।
৯। মনাই ভকতে জঙ্গলপুৰ সত্র পাতে।
১০। দয়াশীলে নকাৰী সত্র পাতে।
১১। জগতানন্দে মালচী সত্র পাতে।
১২। ভৱানন্দে ভামালাকুঁচী সত্র পাতে।
১৩। দামোদৰ দাসে ভোগপুৰ সত্র পাতে।*
১৪। হৰিবল্লভে দীঘলাকুঁচী সত্র পাতে।

## লায়তীয়া সত্র

এই সত্ৰৰ আদি পুৰুষ হৰিদেৱ শৰ্মা। (হৰিদেৱ-পন্থী সত্রবিলাকৰ প্ৰতিষ্ঠাপক হৰিদেৱ এওঁ নহয়, সেইজনা হৰিদেৱক শঙ্কৰদেৱে পতা; লায়তীয়া সত্ৰৰ আদি পুৰুষ হৰিদেৱক মাধৱদেৱে পাতিছিল।) তেওঁৰ জন্ম ঠাই উত্তৰ লক্ষীমপুৰৰ বৰদলনী গ্ৰাম। পিতৃ-মাতৃহীন হোৱাত, তেওঁ মুদৈৰ লগত ভটিয়াই গৈ, বৰপেটাত মাধৱদেৱক লগ পাই, তাতে থাকে। অৱশেষত তেওঁ মাধৱদেৱকে গুৰু মানি শৰণ ভজন আৰু মালা

* ভোগপুৰ নামে আৰু এখন চামগুৰীয়া গোঁসাইৰ বংশৰপৰা হোৱা সত্র আছে।

গ্ৰহণ কৰে। তাৰ পাছত উজাই আহি লায়ত পথাৰৰ কাষত সত্ৰ পাতিলে, সেই কাৰণে সত্ৰখনক লায়তীয়া সত্ৰ বোলে। এওঁৰ পূৰ্ব্বৰ নাম আছিল হৰাই, মাধৱদেৱে শৰণ লগাই নাম দিলে শ্ৰীহৰি বা হৰিদেৱ। এই সত্ৰৰ বাকচত বৃত্তি বুলিবলৈ বিশেষ একো নাই, বৰঞ্চ ফুকন আদি সম্ৰান্ত বংশৰ শিষ্যও নাই বুলিব লাগে। ধৰ্মকৰ্ম নিখুঁত মহাপুৰুষীয়া।

## বৰ এলেঙ্গী, সৰু এলেঙ্গী সত্ৰ

জপৰা কাথ, কাথৰ ঘৰৰ ল'ৰা। তেওঁৰ গাত ক্ষত দোষ থকা বাবে জলত নামি গোঁসানীক আৰাধনা কৰি আছিল, তাতে খাবিলাকত পানীয়ে ধৰি পেনপেনীয়া হৈ পৰিছিল, সেই কাৰণে তেওঁক মানুহে পেনপেনীয়া কাথ বুলিছিল। তেওঁ পুৰুষোত্তম ঠাকুৰত শৰণ ভজন লৈছিল। শৰণ লগাই পুৰুষোত্তমে তেওঁৰ নাম সত্যানন্দ দিলে, আৰু ঈশ্বৰৰ চৰণত তেওঁৰ বিশেষৰূপে ভক্তি থকা হেতুকে, তেওঁক কোনোৱে বৰভকত বুলিও মাতিছিল।

পেনপেনীয়া কাথ
ওঃ বৰভকত আতা,
ওঃ সত্যানন্দ আতা
ওঃ জপৰা কাথ

তেওঁৰ ল'ৰা চাৰিটি। সেই চাৰিটি ল'ৰাৰ পৰা ৰূপনাৰায়ণ, কঠিয়াতলী, মাধতাৰী, গোপামৰা, খৰজীয়াল, মৰাগোবিন্দ, বৰালীমাৰী, টেঙাভৰা, শ্যামকাণু আৰু বংশৰাৰী সত্ৰ বাঢ়ে। নিচেই সৰুজনা পুত্ৰৰ নাম শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণৰ দুই পুতেক, প্ৰথম বাপুৰাম, ২য় শঙ্কৰপতি। বাপুৰামে এলেঙ্গীবিলৰ কানত সত্ৰ পাতিলে, বিলৰ নামেৰেই সত্ৰৰো নাম হ'ল "এলেঙ্গী সত্ৰ"; ভায়েক শঙ্কৰপতিয়েও পাছে এক সত্ৰ পাতিলে, সেই সত্ৰক "সৰু এলেঙ্গী সত্ৰ" নাম দি, বাপুৰামে পতা "এলেঙ্গী সত্ৰ"ক "বৰ এলেঙ্গী" বুলিবলৈ ধৰিলে। শঙ্কৰপতিৰ চাৰিজন পুতেকে চাৰিখন সত্ৰ পাতে, প্ৰথমজনে উলুতলী সত্ৰ, দ্বিতীয়জনে টেকোবাৰী সত্ৰ, তৃতীয়জনে খাটপৰা সত্ৰ আৰু চতুৰ্থজনে সোণাবিহাট সত্ৰ পাতে।

ৰূপনাৰায়ণ সত্ৰ
কঠিয়াতলী সত্ৰ
মাধতাৰী সত্ৰ
গোপামৰা সত্ৰ
খৰজীয়াল সত্ৰ
মৰাগোবিন্দ সত্ৰ
বৰালিমাৰী সত্ৰ
টেঙাভৰা সত্ৰ
শ্যামকানু সত্ৰ
বংশবাৰী সত্ৰ

উলুতলী সত্ৰ
টকোবাৰী সত্ৰ
খাটপৰা সত্ৰ
সোণাবিহাট সত্ৰ

বাপুৰামৰ ১১জন পুত্ৰ আৰু গুটিমালী নামে এটি কন্যা হয়। প্ৰথম আৰু দ্বিতীয় পুত্ৰ (পুৰুষোত্তম

আৰু কৃষ্ণানন্দ ) দুয়োজন অপুত্ৰক। এওঁবিলাক দুজনে সহোদৰা ভগ্নী গুটিমালীলৈ এটি লিখকৰ ঘৰৰ ল'ৰা চপাই ল'লে।*১

এই লিখকৰ ঘৰৰ ল'ৰাৰ পুত্ৰ পদ্মপানি মহন্তই কাকৰিকটা সত্ৰ পাতে।

কাকৰিকটা সত্ৰ
দিখৌমুখীয়া সত্ৰ
বগীআই সত্ৰ
বৰ সত্ৰ
বালীভুঁই সত্ৰ
বাহজেঙনি সত্ৰ
পোৰাভেটি সত্ৰ
নিকামুল সত্ৰ
বালী সত্ৰ*২
পুখুৰীপাৰ সত্ৰ

পদ্মপানিৰ দুগৰাকী বৈৰী, এগৰাকী শূদ্ৰিনী, আন গৰাকী ক্ষত্ৰিয়নী(?)। শূদ্ৰাণীৰ গৰ্ভত জন্ম হ'ল ল'ৰা দুটি, প্ৰথম জনৰ নাম ৰামকৃষ্ণ, দ্বিতীয় জনৰ নাম পৰমাত্মা ( এওঁ দিখৌমুখীয়া পাতে )। ৰামকৃষ্ণৰ পুত্ৰ নাই ; বগী আইটী নামে এটি কন্যা আছিল, তেওঁলৈকে ল'ৰা এটি চপাই ল'লে। ৰামকৃষ্ণৰ সত্ৰৰ নাম জীয়েকৰ নাম অনুযায়ী বগী আই সত্ৰ হ'ল। ক্ষত্ৰিয়াণীৰ গৰ্ভত ৫জন পুত্ৰ হ'ল। প্ৰথম পুত্ৰ অপুত্ৰক, তেওঁৰ সত্ৰ নাই ; ২য় পুত্ৰ হৰিৰাম, তেওঁ কাকৰিকটাত অধিকাৰ হ'ল। তৃতীয় পুত্ৰ পৰশুৰামৰ দুটি ল'ৰা। প্ৰথমজনক বৰসত্ৰ দিয়ে, ২য় জনক বালীভুঁই সত্ৰৰ গৰাকী পাতে। পদ্মপাণিৰ ৪ৰ্থ পুত্ৰ শ্ৰীৰাম ককায়েক পৰশুৰামৰ পাছত কাকৰিকটাৰ অধিকাৰ হ'ল ; আৰু পঞ্চমপুত্ৰ গঙ্গাৰাম অপুত্ৰক, তেওঁৰ কোনো সত্ৰ নাই।

বাপুৰামৰ পুত্ৰ তৃতীয় গৰাকীৰ নাম মাধৰানন্দ ; তেওঁ সৰু এলেঙ্গী সত্ৰৰ অধিকাৰ হ'ল। মাধৰানন্দৰ ভায়েক স্বৰূপানন্দই বাঁহজেঙনি সত্ৰ পাতে। সেই বাঁহজেঙনিৰ পৰাই পোৰাভেটি, নিকামুল, বালী আৰু পুখুৰীপাৰ সত্ৰ বাঢ়ে।

এই সত্ৰবিলাকৰ বীজপুৰুষ দামোদৰদেৱ। তেখেতৰ নাম অনুযায়ী তেখেতৰ

দামোদৰীয়া সত্ৰবিলাক

দ্বাৰা প্ৰচাৰিত ধৰ্মমতক "দামোদৰীয়া" বোলে ; তেখেতৰ দ্বাৰা আৰু তেখেতৰ ভক্তসকলৰ দ্বাৰা স্থাপিত হোৱা সত্ৰবিলাকক দামোদৰীয়া সত্ৰ বোলে।

এই দামোদৰদেৱ জাতিত ব্ৰাহ্মণ ; বৰদোৱা থানৰ ওচৰৰ নল'ছা গ্ৰামত তেখেতৰ জন্ম শক ১৪২০, বাপেকৰ নাম সদানন্দ আছিল। এওঁ জন্ম হওঁতে শঙ্কৰদেৱৰ বয়স

---

১ লিখক পদেই সূতকুলীয়া মানুহ ( অৰ্থাৎ বৰুৱা ), গতিকে গুটিমালীলৈ চপাই লোৱা লিখকৰ ঘৰৰ ল'ৰাকো আমি সূতকুলীয়া বুলিয়েই ধৰি লৈছোঁ। যদিওবা সেইটো কোনো কোনোৰ মতে বৰ ঠিক হোৱা নাই বুলি ভাবে, আমি দেখাত তাত বিষম পাবৰো বিশেষ কোনো কাৰণ নাই। কিয়নো বৈকুণ্ঠলৈ পঠিওৱা একেই স্বৰূপ আমাৰ মহন্ত প্ৰভুসকলৰ লগত জালোৱা কৈৱৰ্তৰ কৃষ্ণকান্ত, নগাৰ নৰোত্তম, তাঁতীৰ মথুৰা দাস আৰু শালৈ কেওটৰ কমললোচন আতা প্ৰভৃতি "গাৰোৰ গোবিন্দ, মিৰিৰ পোৰাম।

২ বালী সত্ৰ নামে এক হৰিদেৱপন্থী সত্ৰও আছে।

৩ যৱনৰ জয়হৰি, চান্দ খাঁ মুছলমান এইসকল আছেই। কৃষ্ণকান্ত আতাৰ 'উজনীয়াল সত্ৰ'। নৰোত্তম আতাৰ 'বৰপেটা সত্ৰ', কমললোচন আতাৰ 'ধকৱীয়াল সত্ৰ', গোবিন্দ আতাৰ 'খটৰা সত্ৰ', ৰাম আতাৰ 'ৰাম আতা সত্ৰ'।

প্ৰায় ৪৯ বছৰ। শঙ্কৰদেৱে তেওঁক চাবলৈ আহি তেওঁৰ দামোদৰ নাম ৰাখে। ভালেমান দিনৰ পাছত, দামোদৰদেৱৰ ডাঙৰ হ'লত, কালক্ৰমে বৰদোৱাত কছাৰীৰ উৎপাত হয়, আৰু দামোদৰদেৱ ভটিয়াই গৈ, পাটবাউসী পাই, তাতে সেই নামে সত্ৰ স্থাপন কৰে।

**পাটবাউসী সত্ৰ**

দামোদৰদেৱৰ সন্তানাদি নাই, শ্ৰীকৃষ্ণ আৰু মুকুন্দ নামে দুটি ভতিজা-পুতেক (জ্যেষ্ঠ ভ্ৰাতৃৰ সন্তান) আছিল। সেই কাৰণে তেওঁ বায়েকৰ পুতেক বলোদেৱক পো বুলি লৈছিল আৰু সদায় লগতে ৰাখিছিল। বলোদেৱে বিবাহ কৰালে, দুটি পুত্ৰ হ'ল। এটি কোচ-বিহাৰৰ বৈকুণ্ঠ সত্ৰত অধিকাৰ হ'ল, আনটিয়ে উজানত "বটগাঁয়া" সত্ৰ পাতিলে; বলোদেৱে নিজে উলুবাৰী নামে সত্ৰ পাতি থাকিল। এই বলোদেৱৰ বাহিৰেও দামোদৰদেৱৰ লগত আৰু ২৯জন প্ৰধান ভক্ত আছিল। সিসকলে অনেক দামোদৰীয়া সত্ৰ স্থাপন কৰিছিল, তাৰ তালিকা তলত দিয়া গ'ল :

**বৈকুণ্ঠ সত্ৰ**
**বটগাঁয়া সত্ৰ**
**উলুবাৰী সত্ৰ**

| | | |
|---|---|---|
| বনমালীদেৱে দক্ষিণপাট সত্ৰ | স্থাপন | কৰে |
| পৰমানন্দদেৱে (১নং) জখলাবন্ধা সত্ৰ | ,, | ,, |
| বাপুৰামদেৱে কলাবাৰী সত্ৰ | ,, | ,, |
| দয়াৰামদেৱে বাউনিশী সত্ৰ | ,, | ,, |
| মাধৱদেৱে ৰামপুৰ সত্ৰ ১ | ,, | ,, |
| পৰমানন্দে (২নং) লক্ষ্মীপুৰ সত্ৰ | ,, | ,, |
| সৰ্ব্বজয় বাপুৱে কালীপাৰা সত্ৰ | ,, | ,, |
| কেশ বাপুৱে বাহাতী সত্ৰ | ,, | ,, |
| কমলাকান্তদেৱে মৌদিকা সত্ৰ | ,, | ,, |
| নাৰায়ণ শৰ্ম্মাই অগ্নিমল্লবন্ধা সত্ৰ | ,, | ,, |
| জনাৰ্দ্দন শৰ্ম্মাই পবলাবাৰী সত্ৰ | ,, | ,, |
| সনাতন শৰ্ম্মাই বগৰিবাৰী সত্ৰ | ,, | ,, |
| গোবিন্দ শৰ্ম্মাই বিয়াহকুঁচী সত্ৰ | ,, | ,, |
| ভাবতিদেৱে চকবিবাৰী সত্ৰ (চক্ৰবৰ্ত্তী সত্ৰ) | ,, | ,, |
| সৰ্ব্বানন্দে সাওকুঁচী সত্ৰ ২ | ,, | ,, |

১ ৰামপুৰ বুলি এক মহাপুৰুষীয়া আৰু এক হৰিদেৱপন্থী সত্ৰও আছে।

২ সাওকুঁচী নামে মহাপুৰুষীয়াও এখন সত্ৰ আছে।

| | |
|---|---|
| জয়হৰিদেৱে শিলাপোতা সত্ৰ | স্থাপন কৰে |
| জয়ৰামে কঁহৰা সত্ৰ | ,, ,, |
| মুৰাৰিদেৱে সৌৰা, বা মুৰাদি সত্ৰ | ,, ,, |
| বাপুদেৱ শৰ্ম্মাই খটৰীয়া সত্ৰ | ,, ,, |
| হৰিদাস শৰ্ম্মাই বঙলাবাৰী সত্ৰ * | ,, ,, |
| কৃষ্ণৰাম শৰ্ম্মাই পলাশবাৰী সত্ৰ | ,, ,, |
| শেষদেৱ শৰ্ম্মাই ঢকুৱাবাৰী সত্ৰ | ,, ,, |
| বিজয় বাপুৱে নদীয়াপাৰ সত্ৰ | ,, ,, |
| বিদুৰ শৰ্ম্মাই তাঁতীপাৰা সত্ৰ | ,, ,, |
| বিষ্ণু শৰ্ম্মাই বাউসী সত্ৰ | ,, ,,। |

এইবিলাকৰ বাহিৰেও দামোদৰদেৱৰ অৰ্জ্জুনদেৱ, মদনমোহন শৰ্ম্মা, ভগৱানদেৱ আৰু সন্তৰাম শৰ্ম্মা নামে চাৰিজন ভকতই গুৱাকুঁচী সত্ৰ, বুনা সত্ৰ, মাৰে সত্ৰ, কোকৰীয়া সত্ৰ।

দামোদৰদেৱৰ প্ৰধান ভক্ত আছিল ভট্টদেৱ। তেওঁৰ আচল নাম বৈকুণ্ঠনাথ কবিৰত্ন, বাপেকৰ নাম আছিল কবি সৰস্বতী। ভট্টদেৱ বৰ পণ্ডিত আছিল; অধ্যাপকে তেওঁক ভট্টাচাৰ্য্য উপাধি দিছিল, সেই কাৰণেহে মানুহে তেওঁক ভট্টদেৱ বুলি জানে। তেওঁ "কথাগীতা" "কথা ভাগৱত" আদি গ্ৰন্থ ৰচনা কৰিছিল; কিন্তু নিজে কোনো সত্ৰাদি স্থাপন কৰা নাই; দামোদৰদেৱৰ সত্ৰতে থাকি তেওঁৰ মৃত্যু হয়।




* বঙলাবাৰী নামে মহাপুৰুষীয়াও এখন সত্ৰ আছে।

তেওঁৰ ককায়েক ৰমাকান্তৰ দুজন ল'ৰা আছিল, বাসুদেৱ আৰু মনোভৱ (ওঃ গদাধৰ)। বাসুদেৱৰ পুত্ৰ ভানুদেৱ আৰু মুকুন্দদেৱ। ভানুদেৱ পাটবাউসীত অধিকাৰ হ'ল; তেওঁৰ পুত্ৰ-নাতি এতিয়াও তাত অধিকাৰ হৈ আছে। মুকুন্দদেৱে কেওটকুঁচী আৰু নামটি সত্ৰ পাতে। মনোভৱৰ পৰি-নাতি ভগৱানদেৱে বালীকুঁচী সত্ৰ আৰু নাৰায়ণদেৱে লোহ সত্ৰ পাতে। এই সত্ৰবিলাকৰ ৰাজদত্ত সম্পত্তিও আছে; কোন সূত্ৰে পালে, বিশেষ জনা নাযায়।

**কেওটকুঁচী সত্ৰ, নামটি সত্ৰ*, বালীকুঁচী সত্ৰ, লোহ সত্ৰ।**

উত্তৰ পাৰে নাৰেংগুৰিত ১৪১৫ শকত, ভাদৰ শুক্লা পঞ্চমী তিথিত হৰিদেৱ শৰ্ম্মাৰ জন্ম হয়। বাপেকৰ নাম অজনাভ, মাকৰ নাম পাৰিজাতী। দেশত বিভ্ৰাট হোৱাত থাকিব নোৱাৰি হৰিদেৱ ভাটি মুখে গমন কৰি গুৱাহাটী পালেগৈ। পাটবাউসীত শঙ্কৰদেৱক লগ পাই, তেওঁকে গুৰু মানি শৰণ-ভজন লৈ, শঙ্কৰদেৱৰ আজ্ঞায় মানেৰী নামে সত্ৰ পাতি, হৰিদেৱ তাতে অধিকাৰ হয়। তেওঁ জনাৰ্দ্দন নামে এক ব্ৰাহ্মণৰ তিলোত্তমা নাম্নী কন্যাক বিবাহ কৰায়। তেওঁৰ প্ৰথম সন্তান এক কন্যা, নাম ভুবনেশ্বৰী, দ্বিতীয় সন্তান এক পুত্ৰ, নাম দামোদৰ (এওঁ সপ্তম বছৰতে মৰে), আৰু তৃতীয় সন্তান এক কন্যা নাম বনমালা। ভুবনেশ্বৰী আৰু বনমালালৈ হৰিচৰণ আৰু জগন্নাথ নামে দুজন বামুণৰ ল'ৰা চপাই লয়। এই দুই ঘৰ-জোঁৱাইৰ বাহিৰেও হৰিদেৱৰ লগত যদুমণি শৰ্ম্মা আৰু নাৰায়ণ শৰ্ম্মা নামে দুজন ব্ৰাহ্মণ ভকত সদায় লগতে আছিলে। মৃত্যুৰ সময়ত হৰিদেৱে দুই চপনীয়া জোঁৱাই আৰু বামুণ ভকত দুজনক চাৰিওকো মহন্ত পাতিলে। সিবিলাকৰপৰাই হৰিদেৱ-পন্থীয়া সত্ৰবিলাক বাঢ়ে। যেনে, হৰিচৰণৰ পুত্ৰ-নাতি আৰু জীয়াৰীৰ সন্তানাদিৰ পৰা বাঢ়ে,

**হৰিদেৱপন্থী সত্ৰবিলাক**

**মানেৰী সত্ৰ**

বংশবাৰী সত্ৰ, জাগৰা সত্ৰ, বৰকৈহাটী পত্ৰ, সৰুকৈহাটী সত্ৰ, কুলবিল সত্ৰ, খানা সত্ৰ, পাটা সত্ৰ, বেজকুঁচী সত্ৰ, ন'মাটি সত্ৰ*, বালি সত্ৰ*, শলমাৰি সত্ৰ, বৈনাৰা সত্ৰ, পুৰামাৰি সত্ৰ, নপ্তিপাৰা সত্ৰ, হৰিদেৱী এলেঙী, দ'ল সত্ৰ, বাহিয়াপাৰা সত্ৰ ইত্যাদি।

বনমালাৰ প্ৰথম পুত্ৰই বৈনাকুঁচী সত্ৰ পাতে; তাৰে পৰা বাঢ়ে,

হালধিবাৰী সত্ৰ, জচিমা সত্ৰ, মুৰাৰ সত্ৰ, ৰামপুৰ সত্ৰ**, হৰিপুৰ সত্ৰ, সিদ্ধপুৰ সত্ৰ, আমতলা সত্ৰ, বৰ উলুৱা সত্ৰ, হৰিদেৱৰ ভকত নাৰায়ণ শৰ্ম্মাই পাতে শুভা সত্ৰ, বাঙ্গালী সত্ৰ, আৰু চেদা সত্ৰ।

* ন'মাটি নামৰ মহাপুৰুষীয়া আৰু হৰিদেৱপন্থীয়া সত্ৰও আছে।

* বালি এই নামৰ মহাপুৰুষীয়া সত্ৰও আছে। ৰামপুৰ নামে চৈতন্যপন্থী সত্ৰও আছে।

হৰিদেৱে শূদ্ৰ মহন্তও কেইখনমান পাতিছিল; সিবিলাকক তিনিখন সত্ৰ পাতি দিছিল, বহৰী সত্ৰ, পাতহাটী সত্ৰ, আৰু বৰভাঁতী সত্ৰ; এই শূদ্ৰ মহন্তসকলে শৰণ ভজন প্ৰদানৰ প্ৰথা একো নচলায়। হৰিদেৱৰ ভকতৰ আজ্ঞাপৰ সত্ৰও কেইখনমান আছে। যেনে: বহতী সত্ৰ, গোৱালা সত্ৰ, সাম সত্ৰ আৰু মাজ সত্ৰ।

**হৰিদেৱে পতা শূদ্ৰ মহন্ত আৰু সিবিলাকৰ সত্ৰ**

বঙ্গদেশৰ অন্তৰ্গত নদীয়া শান্তিপুৰৰপৰা চৈতন্য মহাপ্ৰভুৰ বংশজাত ৰামদেৱ গোস্বামীয়ে সন্ন্যাস অবলম্বন কৰি হয়গ্ৰীৱ মাধৱ আৰু কামাখ্যাদি তীৰ্থ দৰ্শন কৰিবৰ নিমিত্তে কামৰূপলৈ আহে। তেওঁৰ লগতে তেওঁৰ ভতিজাক বাসুদেৱ আৰু দুজন আচাৰ্য্য বংশীয় ল'ৰা আহিছিল। তীৰ্থাদি দৰ্শন সমাপ্ত কৰি, সিবিলাকে কামৰূপত শ্ৰীচৈতন্য মহাপ্ৰভুৰ প্ৰচাৰিত ধৰ্ম্ম চলাবৰ অৰ্থে কেইখনমান সত্ৰ স্থাপন কৰে; তাৰ সংখ্যা সৰহ নহয়, সেই সত্ৰবিলাকেই চৈতন্যপন্থী সত্ৰ নামে পৰিচিত। সেই বিলাকৰ ভিতৰত সৰ্ব্বপ্ৰধান নলবাৰী সত্ৰ, নলবাৰী সত্ৰৰ তলত নাম দিয়া সত্ৰ কেইখনৰ নাম ল'ব পাৰি:

**চৈতন্যপন্থী সত্ৰ**

অগ্নিবাৰী সত্ৰ, সন্ধেলী সত্ৰ, মিছামাৰা সত্ৰ, আনন্দপুৰ সত্ৰ, ৰামপুৰ সত্ৰ, শ্যামৰাইদাৰ সত্ৰ, মাজদিয়া সত্ৰ, সাহানৰ সত্ৰ, তামোলাবৰীয়া সত্ৰ, পুৰুষোত্তমীয়া সত্ৰ।

ওপৰত আমি যি চাৰিভাগ সত্ৰৰ কথা ক'লোঁ, তাৰ ভিতৰত মহাপুৰুষীয়া সত্ৰবিলাকৰ ভিতৰতে আকৌ চাৰিটা সৰু ভাগ আছে; যেনে: ব্ৰহ্মসংহতি, পুৰুষসংহতি, কাল সংহতি আৰু নিকা সংহতি। মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ভকতসকলৰ দ্বাৰা স্থাপিত হোৱা সত্ৰবিলাকক ব্ৰহ্মসংহতিৰ আৰু পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰ এই দুইৰ আজ্ঞাপৰ সত্ৰবিলাকক পুৰুষ সংহতিৰ সত্ৰ বোলে। ভবানীপুৰীয়া গোপাল আতাৰ সত্ৰবিলাক কাল সংহতিৰ সত্ৰ; নিকা সংহতিটো নিতান্ত আধুনিক, মাধৱদেৱৰ লগৰ ভকত পদ্ম আতাই এই সংহতি উলিয়ায়, তেওঁৰ আজ্ঞাপৰ কমলাবাৰী আদি সত্ৰক নিকা সংহতিৰ সত্ৰ বোলে। পুৰুষ সংহতিৰ সত্ৰবিলাকৰ ভিতৰতো দুটা ক্ষুদ্ৰ ভাগ আছে, যেনে, বৰ বাৰজনীয়া আৰু সৰু বাৰজনীয়া। পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ সত্ৰবিলাক বৰ বাৰজনীয়া আৰু চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞাপৰবিলাক সৰুবাৰজনীয়া।

**ব্ৰহ্ম সংহতি**
**পুৰুষ সংহতি**
**কাল সংহতি**
**নিকা সংহতি**

**বৰ বাৰজনীয়া**
**সৰু বাৰজনীয়া**

### ব্ৰাহ্মণ

**ব্ৰহ্মসংহতিৰ সত্ৰ, বংশী-গোপালৰ আজ্ঞাপৰ।**

মধুমিশ্ৰ সত্ৰ, কমলী সত্ৰ, ঔৰা সত্ৰ, শিয়ালমৰা সত্ৰ, কামদেৱাল কুমাৰি সত্ৰ, (৩ঃ আৰিমৰি সত্ৰ)।

### শূদ্ৰ

শ্ৰৱণী সত্ৰ, ঢাপলীয়াল সত্ৰ, দিতীয়াল সত্ৰ, উজনীয়াল সত্ৰ, চপাগুৰি সত্ৰ।

### ব্ৰাহ্মণ

**পুৰুষসংহতি সত্ৰ, পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ, বৰ বাৰজনীয়া।**

ফুলবাৰী সত্ৰ, পুনীয়া সত্ৰ, অগ্নিফুলবাৰী সত্ৰ, বৰফুলবাৰী সত্ৰ, চেকেৰাতলী সত্ৰ, বহুপুৰ সত্ৰ, ভগতি সত্ৰ, বৰকলীয়া সত্ৰ, চতমীয়া সত্ৰ, বালীপৰীয়া সত্ৰ, তামোলবৰীয়া সত্ৰ, ব্ৰহ্মচাৰী সত্ৰ, ব্ৰহ্মপুৰ সত্ৰ, পোহাৰদিয়া সত্ৰ, গোমোঠা সত্ৰ।

### শূদ্ৰ

বেঙেনাআটী সত্ৰ, বৰ এলেঙ্গী সত্ৰ, সৰু এলেঙ্গী সত্ৰ, ৰূপনাৰায়ণ সত্ৰ, ৰবালিমৰা সত্ৰ, শ্যামকানু সত্ৰ, চুপহা সত্ৰ, সাওকুঁচী সত্ৰ, কাঠৰ সত্ৰ, ভোটমৰিছ সত্ৰ, বগামহন্ত সত্ৰ, কৰঙ্গাকাঠৰ সত্ৰ, পেতুৰা সত্ৰ, থকবিয়াল সত্ৰ।*

### ব্ৰাহ্মণ

**পুৰুষ সংহতি, চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞাপৰ সৰু বাৰজনীয়া।**

কৈচুঙ্গ সত্ৰ, দুলাপাৰ সত্ৰ, বনগীয়া সত্ৰ, বত্মাকৰ সত্ৰ, খেলাসিদ্ধি সত্ৰ, নাচনীপাৰ সত্ৰ।

### শূদ্ৰ

কাৰৈমাৰী সত্ৰ, বিহিমপুৰ সত্ৰ, হালধিআটী সত্ৰ, ভাকৰালৰ সত্ৰ, শালমৰীয়াৰ সত্ৰ, গুভৰি সত্ৰ, বলমী সত্ৰ, দহৰৰীয়া সত্ৰ (নাৰায়ণ দাস), চৰাইবাহী সত্ৰ (মুৰাৰী দাস), গজলা (সৰু যদুমণি), নগৰীয়া সত্ৰ (সনাতন দাস), দিহিং সত্ৰ (বৰ যদুমণি), পুৰণিমাটি সত্ৰ (অনিৰুদ্ধ), ম'মাটি সত্ৰ ও: দিমজয় সত্ৰ (অনিৰুদ্ধ)।

বাহৰৰীয়া সত্ৰ (বৰ যদুমণি), তেলপানী সত্ৰ (বৰ যদুমণি), মায়ামৰা সত্ৰ (অনিৰুদ্ধ), বোৰাঁমৰা সত্ৰ (অনিৰুদ্ধ), আঁতাইগুৰি সত্ৰ (শ্ৰীৰাম শৰ্ম্মা), সাঁকোপৰা সত্ৰ (ৰামচন্দ্ৰ শৰ্ম্মা), হাবুঙ্গ সত্ৰ (পৰমানন্দ), বৰগুৰু সত্ৰ (পূৰ্ণানন্দ শৰ্ম্মা), ইকৰাজান সত্ৰ (ৰামচন্দ্ৰ ২য় ও: ৰমাই); কাঠপৰা সত্ৰ (পুৰুষোত্তম শৰ্ম্মা)।

**কালসংহতিৰ সত্ৰ ভৱানীপুৰীয়া গোপালৰ আজ্ঞাপৰ**

---

* থকবিয়াল বাদে এক বামুনীয়া সত্ৰও আছে, সিখিলাকে নিজে অচ্যুতানন্দৰ (সৰুগুৰু) বংশজ বুলিব কয়।

ভবানীপুৰীয়া গোপাল আতাৰ প্ৰধান ভকত ১২ জন ; ৬ জন ব্ৰাহ্মণ, ৬ জন শূদ্ৰ। সিবিলাকৰ দ্বাৰা স্থাপিত সত্ৰবিলাকক "কাল-সংহতি" বোলে। কমলাবাৰী সত্ৰ, বদলুৱা, শক্ৰোহি-মধুপুৰ, তেলা, কাকতকুটা, চৰা, চৌধুটি, জিকাপুনী, নাগেৰ ধনা, শ্ৰীৰামপুৰ, ৰামৰাইকুটি, বেলগুৰি, খাৰিজীয়া সত্ৰ প্ৰভৃতি কমলাবাৰীৰ পৰা বঢ়া সত্ৰবিলাক।

**নিকাসংহতি; পদ্ম আতাৰ আজ্ঞাপৰ**

ওপৰত নাম দিয়া সত্ৰবিলাকৰ বাহিৰেও, ইখন সত্ৰৰপৰা সিখনকৈ বাঢ়ি বাঢ়ি গৈ, অনেক সত্ৰ হৈছে ; সেই সকলোবিলাকৰ নাম ইয়াত লিপিবদ্ধ হোৱা নাই, আৰু তেনে ভাবে লিপিবদ্ধ কৰাটো আমাৰ এই পুথিৰ উদ্দেশ্যও নহয়। বৰ্ত্তমান আমি আৰু কেইখনমান মাথোন সত্ৰৰ আৰু কেইঘৰমান "গোঁসাই ঈশ্বৰ"ৰ বিষয়ে একেষাৰ কৈয়ে আমাৰ এই আধ্যাৰ সামৰণি মাৰিম।

**"মাটি-ফাটি ওলোৱা"**
**"চাপত গজা"**
**"হওঁ-বুলি-হোৱা"**

সেইবিলাকৰ কোনো কোনো সত্ৰ কিবা সূত্ৰে ৰাজাজ্ঞাত পতা, কোনো কোনোখন "মাটি-ফাটি ওলোৱা", গোঁসাই ঈশ্বৰসকলৰ কোনো কোনো ঘৰ "চাপত গজা" আৰু কোনো কোনো ঘৰ "লোকক দেখি হওঁ বুলি হোৱা"। বিজয় ডেকা সত্ৰ— মাজুলীৰ কমলাবাৰী সত্ৰৰ ওচৰত। মহাৰাজা শিৱসিংহৰ ৰাজত্বকালত, ফুলেশ্বৰী কুঁৱৰী "বৰৰজা" হওঁতে, বঙ্গদেশৰ ফালৰপৰা জয় আৰু বিজয় নামে দুজন ব্ৰাহ্মণ ডেকা উজনিলৈ আহে।

**বিজয়ডেকা সত্ৰ**

সিবিলাক দুয়োজন সহোদৰ ভাই আছিল, জয় বৰ, বিজয় সৰু, দেখনিয়াৰত অতি সুশ্ৰী আছিল। তেওঁ এদিন মহাৰাজা শিৱসিংহ আৰু "বৰৰজা"ৰ লগত সাক্ষাৎ কৰে। তেওঁৰ শাস্ত্ৰালাপত ৰজা ৰাণী দুয়ো অতিশয় সন্তুষ্ট হ'ল, আৰু নিতৌ ৰাজসভালৈ আহি শাস্ত্ৰালাপ কৰিবলৈ তেওঁক আদেশ কৰিলে। ৰজা আৰু ৰাণীৰ লগত ক্ৰমে তেওঁৰ প্ৰণয় ইমান বেছি হ'লগৈ যে অবাধে তেওঁ কুঁৱৰীসকলৰ চোলৈকো গৈ যেতিয়াই তেতিয়াই ( দিনে হওক বা ৰাতিয়েই হওক ) শাস্ত্ৰালাপাদি কৰিবলৈ ধৰিলে। তেওঁৰ ওপৰত কাৰো সন্দেহ নাছিল। বিজয় এগৰাকী সুশ্ৰী ডেকা, শাস্ত্ৰালাপত পাৰ্গত, বিশেষকৈ তেওঁ মহাকবি কালিদাসৰ "শৃঙ্গাৰ-তিলকম্" কাব্যৰ ব্যাখ্যা কৰিব ভালকৈ জানিছিল ; আৰু তেওঁ অনেক সময়ত তাৰ ব্যাখ্যা কুঁৱৰীসকলৰ চৌলত কৰিও শুনাইছিল। ক্ৰমে এইদৰে অহা-যোৱাকৈ থাকোঁতে শিৱসিংহ ৰজাৰ চমুৱা কুঁৱৰী এগৰাকীৰ লগত তেওঁ গুপ্ত-প্ৰণয় হৈ সহবাস ঘটিল। লাহে লাহে এই কথা সকলোৰে জনাজাত হ'ল, ৰজা আৰু বৰৰজাৰ কাণতো পৰিল। সিবিলাকে কিন্তু বিজয়ক ইমান স্নেহ কৰিছিল যে সেই অসৎ কাৰ্য্যৰ নিমিত্তে বিজয়ক শাস্তি নকৰি, সকলোবিলাক ক্ষমা কৰিলে, আৰু পৰস্ত্ৰী-গমন পাপৰ প্ৰায়শ্চিত্ত কৰাই শুদ্ধ কৰি দেৱোত্তৰ ব্ৰহ্মোত্তৰ মাটি

বৃত্তি দি, ভাদৰকৈ সত্ৰ পাতি দি ৰাখিবলৈ দিহা কৰিলে। বিজয়ে কিন্তু ৰাজদত্ত সম্পত্তি একো গ্ৰহণ নকৰিলে। তেও ক'লে যে সেইবিলাকত তেওঁৰ প্ৰয়োজন নাই, তেওঁক লাগে মাথোন ৰাজানুগ্ৰহ আৰু শিষ্যসকলৰ স্নেহ শ্ৰদ্ধা।

পাছে ৰজাই মাজুলীৰ আধাৰ মাহৰা সত্ৰৰ কৃষ্ণকান্ত মহন্তৰ জীয়েক বিৰজাক বিজয়লৈ বিয়া কৰাই দিলে; আৰু সিবিলাকক বন-বাৰী কৰি খুৱাবলৈ বুলি কলিতাকুলীয়া চাংমাই মানুহ এঘৰ শিষ্য কৰি দিলে, সেই মানুহ-ঘৰক বৰ্ত্তমান কালত "মহন্তালৰ ঘৰ" বুলি জানে। ইয়াৰ কিছু দিনৰ পাছত বটবৰ্গীয়া সত্ৰৰ হৰিদেও মহন্ত আৰু আধাৰৰ কৃষ্ণকান্ত মহন্ত সুয়োজনে গোট খাই মহাৰাজাৰ আজ্ঞা লৈ, বিজয়ক নিৰ্ম্মালি দি মহন্ত পাতিলে। বিজয় ডেকাৰ নাম অনুযায়ী এতিয়া সেই সত্ৰৰ নাম "বিজয় ডেকা সত্ৰ।"

**মহন্তালৰ ঘৰ**

বিজয় ডেকাৰ ককায়েক জয়ে মাজুলীৰ কনৰা গাঁৱৰ নৰহৰি নামে এক ব্ৰাহ্মণৰ জীয়েকক বিয়া কৰালে, কিন্তু তেওঁ মহন্ত উপাধি নললে। তেওঁৰ বংশধৰসকল এতিয়াও সাধাৰণ ব্ৰাহ্মণ বুলিহে পৰিচিত।

জৰাবাৰী সত্ৰ (কায়স্থ) মাধৱদেৱৰ পুৰোহিত অচ্যুত শৰ্ম্মা (ওঃ সক গুৰু)। তেওঁৰ আজ্ঞাত গোবিন্দ আতৈ নামে এগৰাকী ভকত মধুপুৰ থানত "সৰ্ব্বৰীয়া" হৈ আছিল। এই গোবিন্দ আতৈৰ লগতে গঙ্গানৈয়া ঠাকুৰৰ সন্তান গোপীনাথ ভকত হৈ আছিল। গোপীনাথ এগৰাকী শিক্ষিত মানুহ আছিল। তেও ১৪৬১ শকত গড়গাঁৱলৈ গৈ, বৰুৱা ফুকনাদি সম্ভ্ৰান্ত ৰাজবিষয়াসকলৰ লগত দেখা সাক্ষাৎ কৰি মজুমদাৰ বৰুৱা বিষয় লাভ কৰে। সেই কাৰ্য্যত তেওঁ বিশেষ কৃতিত্ব দেখুৱাত, তেওঁক ৰজা-ঘৰৰপৰা পাছত সেৱা-চলোৱা বা সত্ৰীয়া বৰুৱা পাতিলে। সেই পদত থাকি তেওঁ অনেক সম্পত্তি কৰিলে; কিন্তু বিবাহ নকৰিলে। তেওঁ বৰ মঙ্গলতী আছিল; লৰকীয়া গোহাঁইক মঙ্গল চাই "তুমি আগলৈ ডাঙৰ হবা" বুলি কৈছিল। পাছে কালক্ৰমে লৰকীয়া গোহাঁই ডাঙৰ বজাবৰীয়া বিষয়া হ'বলৈ পাই, গোপীনাথক জৰাবাৰী নামে সত্ৰ পাতি দিলে। তেও বহুকাল কমলাবাৰী সত্ৰত আছিলে, সেই নিমিত্তে তেওঁৰ সত্ৰৰ ধৰ্ম্ম-কৰ্ম্ম আৰু ৰীতি-নীতি আদি কমলাবাৰীৰে প্ৰায় একে। অধিকাৰবিলাক উদাসী; ভকতবিলাক বিষয়া।

**জৰাবাৰী সত্ৰ**

গোপীনাথৰ ককায়েক জয়নাথ। নাজিৰাৰ ওচৰৰ খোকোৰা গাঁৱৰ জয়ৰাম নামে এক কলিতা মানুহে তেওঁলৈ জীয়েকক বিয়া দিয়ে। জয়ৰামৰ সত্তিসন্ততি-বিলাকেই বৰ্ত্তমান সত্ৰাধিকাৰ হয়।

'ন-ভাগৱতী সত্ৰ' নগাঁৱৰ অন্তৰ্গত ৰাইজলীয়া গাঁৱত (জিলাৰপৰা খিং ঘাটলৈ যোৱা বাটৰ কাষত) গোপীনাথ শৰ্ম্মা নামে এজন ব্ৰাহ্মণ আছিল। তেওঁ টকা ধাৰে দি, সুত গ্ৰহণ কৰি কৰি ক্ৰমে বৰ ধনী হৈ উঠিল। তেওঁ ফুকৰাবাহী সত্ৰৰ

শিছ আছিল। তেওঁলোকৰ কিছু টকা ধাৰে লৈ, কুকুৰাবাহী সত্ৰৰ অধিকাৰ গোঁসায়ে হাতী কিনিছিল। সুতে-মূলে বহু কালৰ পাছত ঋণৰ পৰিমাণ অধিক হোৱাত, ধাৰ সুজিব নোৱাৰি, কুকুৰাবাহীৰ অধিকাৰে গোপীনাথক মহন্ত উপাধি দি গোঁসাই পাতিলে; গোপীনাথেও ধাৰে দিয়া টকা এৰি দিলে।

**ন-ভাগৱতী সত্ৰ**

গোপীনাথৰ বাপেক হেনো ভাগৱতৰ ব্যাখ্যা ভালকৈ জানিছিল; সেই কাৰণে সত্ৰৰ নাম 'ন-ভাগৱতী' দিলে। গোঁসাই বা গোস্বামী হোৱা আজি সৰহ দিন হোৱা নাই। শ্ৰীযুক্ত শুকদেৱ গোস্বামী এই সত্ৰৰে, তেখেত বৰ্ত্তমান বিলাতত বেৰিষ্টাৰী পঢ়িছে। টপাতলীয়া সত্ৰ তেজপুৰৰ কলাবাৰীত টপাতল নামে দক্ষিণপাট সত্ৰৰ খাতত এক বিষ্ণু মন্দিৰ আছে।

**টপাতলীয়া সত্ৰ**

তাৰ পূজাৰী বামুণ গৰাকীক দক্ষিণপাটৰ সত্ৰাধিকাৰ ৺শুভদেৱ গোস্বামী প্ৰভুৱে নিৰ্ম্মালি দি মহন্ত পাতে। তেঁতিয়াৰে পৰা এখেতসকল মহন্ত নামে পৰিচিত আৰু গোস্বামী লিখিবলৈ ধৰে। গোস্বামী হ'বৰ সৰহ দিন হোৱা নাই, অনুমান ১৮১৩ শক মানৰ পৰাহে হ'ব পাৰে। গোলাঘাটৰ অন্তৰ্গত দেৰগাঁৱত টিলিঙৰ ঘৰ বোলা এঘৰ মানুহ আছে। টিলিঙা কোবাই শান্তি কৰম কৰি কৰি জীৱিকা নিৰ্ব্বাহ কৰি ফুৰিছিল বুলি "টিলিঙৰ ঘৰ" নাম পাইছিল। বৰ্ত্তমান কালতো টিলিঙৰ ঘৰ বুলিলেহে সিবিলাকক মানুহে জানে। শ্ৰীযুত গোলাপ চন্দ্ৰ গোস্বামী বি-এ (স্কুল মাষ্টৰ) এই টিলিঙৰ ঘৰৰেই বংশধৰ। তেখেতে স্কুলত পঢ়োতে "শৰ্ম্মা"হে লিখিছিল, এণ্ট্ৰেন্স পাছ কৰি "গোস্বামী" লিখিবলৈ ধৰিছে। আজিকালি সিবিলাকৰ ঘৰৰ মানুহে "মিচিমীগড়ীয়া" গোঁসাইৰ ঘৰৰ বুলি পৰিচয় দিব খোজে। যাহ'ক, গোস্বামী হ'বৰ সৰহ দিন হোৱা নাই।

**মিচিমীগড় সত্ৰ "টিলিঙৰ ঘৰ"**

এচাৰিশিঙীয়া সত্ৰ—এই সত্ৰখনি কেনেকৈ হ'ল, কোনে পাতিলে, সেইবিলাকৰ কথা কোনো চৰিত্ৰ-পুথীত উল্লেখ নাই। সত্ৰাধিকাৰ জাতিত ব্ৰাহ্মণ, বাসস্থান উত্তৰ পাৰে নাৰায়ণপুৰ মৌজাত। এই সত্ৰৰ মহীধৰ শৰ্ম্মা নামে এজনে দক্ষিণপাট সত্ৰৰ নিৰ্ম্মালি লৈ মহন্ত উপাধি লৈছে; অধিকাৰৰ ভায়েকসকলে শ্ৰাদ্ধাদি কৰি ফুৰে। এওঁবিলাকৰে এঘৰ ভাই-ককাই গোলাঘাটত আছে; সিবিলাকক "পুখুৰী-পৰীয়াৰ ঘৰ" বোলে।

**এচাৰিশিঙীয়া সত্ৰ পুখুৰিপৰীয়াৰ ঘৰ**

এই সত্ৰৰ প্ৰতিষ্ঠাপক ৺ধনীৰাম শৰ্মা। তেওঁ নগাওঁ জিলাৰ অন্তৰ্গত কামপুৰ মৌজাৰ মৌজাদাৰ আছিল। তেওঁ দক্ষিণপাটৰ অধিকাৰক খাটি-খুটি আৰু অৰ্থ ব্যয় কৰি নতুনকৈ "কামপুৰীয়া মহন্ত" উপাধি লৈছে। চৰিত্ৰ-পুথীত ইবিলাকৰ কোনো উল্লেখ নাই। নগাৰৰ পুৰণি

**কামপুৰ সত্ৰ**

ওদালত এই সত্ৰ আছে। সত্ৰাধিকাৰ ব্ৰাহ্মণ, গোত্ৰ ভৰদ্বাজ, দক্ষিণপাটৰ আজ্ঞাপৰ।

**ফৰিজমিশ্ৰ সত্ৰ, কৃষ্ণমিশ্ৰ সত্ৰ, হোবেলাই সত্ৰ।**

ইবিলাকে নতুনকৈ হোৱা গোঁসাই, চৰিত্ৰ-বুৰঞ্জীত ক'তো পাবলৈ নাই। আদি পুৰুষ কৃষ্ণমিশ্ৰ, তেওঁৰ তিনি পুতেক। প্ৰথমজনে কৃষ্ণমিশ্ৰ সত্ৰ পাতে, দক্ষিণ পটীয়া গোঁসায়ে মহন্ত পতা।

এই সত্ৰৰ উল্লেখ কোনো চৰিত্ৰ-বুৰঞ্জীত নাই। আদিপুৰুষ কৃষ্ণমিশ্ৰ। তেওঁ জ্যোতিষ শাস্ত্ৰত এজন অদ্বিতীয় পণ্ডিত আছিল আৰু নিজে ২৮ খন স্মৃতিবত্ন লিখি থৈ

**দিচিবগঞা ছত্ৰ**

গৈছে। এওঁৰ দিনৰ পৰাই হেনো গ্ৰহৰ পূজা, যজ্ঞ আৰু দান আদি ব্ৰাহ্মণসকলে নিজৰ হাতলৈ আনি দৈবজ্ঞসকলৰ প্ৰধান উপজীৱ্যাত অনেক পৰিমাণে বাধা জন্মায়। তেওঁৰ বৰণ ধেবেজুকলীয়া

**ক'লা অধ্যাপক**

আছিল, সেই কাৰণে ৺পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই ৰাজসভাত তেওঁক ক'লা অধ্যাপক বুলি মাতিছিল। জনশ্ৰুতি মতে তেওঁৰ উপৰিপুৰুষ গণক (বা দৈবজ্ঞ শ্ৰেণীৰ ব্ৰাহ্মণ) আছিল। পূৰ্বে সজ ব্ৰাহ্মণৰ ঘৰৰ মানুহে সিবিলাক সজ ব্ৰাহ্মণৰ সমাজভুক্ত হৈছে বুলি মানুহে কোৱা-কুই কৰে। সেই যাহ'ক, আমাৰ বোধেৰে, কৃষ্ণমিশ্ৰই জ্যোতিষ শাস্ত্ৰ চৰ্চা কৰা বাবে, সম্ভৱতঃ তেওঁক গণক বুলিছিল। অন্যান্য গণকৰ নিচিনা আমাৰ দেশত গণক জাতীয় মানুহ নাই। আমাৰ দেশৰ গণকবিলাক ব্ৰাহ্মণ, জ্যোতিষ শাস্ত্ৰৰ দ্বাৰা গণনা আদি কাৰ্য্য কৰে বুলি সিবিলাকে গণক নাম পাইছে। সিবিলাকক দৈবজ্ঞকে বোলক বা গণককে বোলক, এই দুয়ো শব্দ (দৈবজ্ঞ আৰু গণক শব্দ) সংজ্ঞাবাচক বিশেষ্য পদ, দৈবজ্ঞ শব্দে "দৈবক জানোতা" আৰু গণক শব্দে "গণনা কৰোঁতাক" বুজাইছে। গতিকে জ্যোতিষ-শাস্ত্ৰবিদ্ ক'লা অধ্যাপকক গণক বোলাত আচৰিত হ'বৰ কোনো কাৰণ নাই। সেই যাহ'ক, সিবিলাকৰ ঘৰ কেতিয়ানো "গোস্বামী" হ'ল, আৰু গোসাইনো সিবিলাকক কোনে পাতিলে, তাৰ একো নিৰ্ণয় পাবলৈ নাই। ক'লা অধ্যাপকৰ নিজৰ লিখা কোনো গ্ৰন্থতো হেনো তেওঁ যে গোঁসাই বা কোনো সত্ৰৰ সত্ৰাধিকাৰ আছিল তেনে বুজিব পৰা নাযায়। প্ৰমাণ স্বৰূপে তেওঁৰ লিখা জ্যোতিষ শাস্ত্ৰৰপৰা এফাঁকি তুলি দিয়া গ'ল :

নত্বা কৃষ্ণপদদ্বন্দ্বং নত্বা কৃষ্ণপদদ্বয়ং।
তন্যতে কৃষ্ণমিশ্ৰেন জ্যোতিষ শাস্ত্ৰেষু বহুকং॥

জ্যোতিষ শাস্ত্ৰৰ বাহিৰেও, ব্যাকৰণ, স্মৃতি, ন্যায়, উপনিষদ আৰু পুৰাণাদিতো তেওঁৰ অসাধাৰণ পাৰদৰ্শিতা আছিল।* গদাধৰ আমিন নামে এজন মানুহে মাটি

---

* এওঁৰ বংশধৰসকল বৰ্ত্তমান গোলাঘাট আৰু ডিব্ৰুগড়ত আছে, তেওঁলোকে আজিকালি "গোস্বামী" লিখে। গোলাঘাটৰ নামজলা উকীল, ৰায়চাহাব শ্ৰীযুত গোপীকাবল্লভ গোস্বামী এই কৃষ্ণমিশ্ৰ বা ক'লা অধ্যাপকৰ বংশধৰেই পঞ্চম।

**ৰায়চাহাব শ্ৰীযুত গোপীকাবল্লভ গোস্বামী, উকীল, গোলাঘাট।**

ঘূৰিবলৈ আহি, বহা চহৰৰ 'ৰূপকলীয়া গাঁৱত বাস কৰেহি। কিছুদিন থাকি,

**উজনিৰ বিষ্ণুপুৰ সত্ৰ**

গোদামাৰী বৰাৰ ঘৰৰ ছোৱালী এটি বিয়া কৰায়; চাৰিজন পুতেক আৰু তিনিজনী কন্যাৰ জন্ম হয়। সিবিলাকে খেতি পথাৰ কৰি জীৱিকা নিৰ্ব্বাহ কৰিছিল। বৰ্ত্তমান সিবিলাকৰ বংশধৰ-সকলে মহন্ত বুলি পৰিচয় দিয়ে আৰু কাগজপত্ৰেও লিখে। সিবিলাকে কয়, গদাধৰ আমিন্ হেনো ভাটীত থকা ৺শঙ্কৰদেৱৰ জীয়াৰীৰ নাতি বিষ্ণুপুৰ সত্ৰৰ মহন্তসকলৰে একে বংশৰ আছিল, হাই-কাজিয়া কৰি মূৰ্ত্তি, ভাগৱত আৰু শিষ্যাদিৰ হেনো ভাগ অংশ নালাগে বুলি উজনিলৈ আমিন হৈ গুচি আহিল। সেইকাৰণেই হেনো সি-বিলাকৰ শিষ্যাদি নাই। ভাটীৰ বিষ্ণুপুৰ সত্ৰৰ মহন্তসকলে কিন্তু গদাধৰ আমিনক সিবিলাকৰ বংশৰ বুলি স্বীকাৰ নকৰে।

# বিষয়াবিলাকৰ বিবৰণ

আহোম ৰজাসকলৰ দিনত যিবিলাকে বিষয় ভোগ কৰিছিল, সিবিলাকক প্ৰধানতঃ চাৰি ভাগে বিভক্ত কৰা হৈছিল, যেনে :—

১। ৰাজুৱাল।

২। ভিতৰুৱাল।

৩। মেলডগীয়া।

৪। দেৱলীয়া, বা সেৱাচলোৱা।

**ৰাজ্যৰ সৰ্ব্বপ্ৰধান বিষয়া**

১। ৰাজুৱাল বিষয়া :—আহোম ৰাজত্বত বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ, এই তিনিজনা ডাঙৰীয়া,—বৰবৰুৱা আৰু বৰফুকনেই সৰ্ব্বপ্ৰধান বিষয়া।

**তিনিজনা ডাঙৰীয়া**

বুঢ়াগোহাঁই, বৰগোহাঁই আৰু বৰপাত্ৰ গোহাঁই, এই তিনিজনা গোহাঁইকে "ডাঙৰীয়া" বোলে। এওঁলোক ৰজাৰ সৰ্ব্বপ্ৰধান মন্ত্ৰী; এখেতবিলাকে সৈতে পৰামৰ্শ নকৰাকৈ স্বৰ্গদেৱসকলে প্ৰায় একো কামকে নকৰিছিল। আহোম ৰাজত্বৰ প্ৰাৰম্ভৰে-পৰা আহোম স্বৰ্গদেৱসকলে বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰে একে গোট হৈ ৰাজ্য শাসন কৰিছিল। দিহিঙীয়া ৰজাৰ দিনত বৰপাত্ৰ গোহাঁইৰ বিষয় নকৈ সৃজন কৰা হয়। এই বিষয়ে এই পুথিৰ যথা স্থানত বিশদ ভাৱে লিখা হৈছে। তেতিয়াৰেপৰা ৰজাৰ ৰৰ চ'ৰাত তিনিজনা ডাঙৰীয়া হ'ল। প্ৰত্যেক ডাঙৰীয়াই ৰজাৰৰপৰা নিৰ্দিষ্ট সংখ্যা পাইক পাইছিল। ৰজাৰ আৰু কোনো বিষয়াই সিহঁতৰ ওপৰত ক্ষমতা চলাব নোৱাৰিছিল। ৰজাৰ চ'ৰাত মেল সুধিবলৈ, নাইবা আন কোনো ৰাজকীয় কামলৈ যাব লগা হ'লে, স্বৰ্গদেৱে কটকীৰ মুখে ডাঙৰীয়াসকললৈ নিমন্ত্ৰণ পঠোৱাৰ প্ৰথা আছিল। কোনো জনা ডাঙৰীয়াক ভাঙিবৰ হলে, ৰজাই বৰকটকী পঠিয়াই ডাঙৰীয়াৰ ঘৰতে তেওঁক ভাঙি দোলা আৰু আবোৱান প্ৰভৃতি দ্ৰব্যখিনি কাঢ়ি আনি নতুন এজন পাতে।

**বুঢ়াগোহাঁই ডাঙৰীয়া**

আহোম মতে—"চাও-ফ্ৰুঙ্-মুঙ্"—তিনিওজনা ডাঙৰীয়াৰ ভিতৰত বুঢ়াগোহাঁই ডাঙৰীয়াই সৰ্ব্বপ্ৰধান, এওঁ ৰাজ্যৰ সৰ্ব্বপ্ৰধান ৰাজমন্ত্ৰী। এওঁৰ ক্ষমতা প্ৰায় স্বৰ্গদেৱৰ সমানেই, কিন্তু ইচ্ছা হ'লে স্বৰ্গদেৱে পতা-ভগা কৰিছিল। এওঁ ৰজা-ঘৰৰপৰা দহ হেজাৰ পাইক পাইছিল। এই পাইকবোৰে ৰজা-ঘৰৰ সকলোবিলাক খাটনি আৰু কৰৰপৰা মুক্তি

পাইছিল। আৱশ্যক বুজি ডাঙৰীয়াই নিজে বৰ্ণলৈ গৈ যুদ্ধ কৰিবও লাগিছিল। প্ৰাৰম্ভৰে-পৰা আহোম ৰাজত্বৰ শেষলৈকে বুঢ়াগোহাঁই ডাঙৰীয়াৰ বিষয়খন ডাঙৰীয়াৰ নিজ বংশৰ ভিতৰতে আছিল,—আৰু ৩৮ জন মানুহে বুঢ়াগোহাঁই ডাঙৰীয়া বিষয় উপভোগ কৰিছিল।

"খাও-থুম-লুঙ" বা আহোম মতে—"চাও-থাও-লুঙ"—এওঁ ৰাজ্যৰ দ্বিতীয়জনা মন্ত্ৰী। মান-সম্ভ্ৰম আৰু ক্ষমতাত এওঁ বুঢ়াগোহাঁই ডাঙৰীয়াৰেই সমান। এখেতেও ৰজাঘৰৰপৰা দহ হেজাৰ পাইক পাইছিল। সেই পাইকবিলাকে ৰজাঘৰত

**বৰগোহাঁই ডাঙৰীয়া**

খাটিব কিম্বা কোনো কৰ দিব নালাগিছিল। এই বিষয়খন বৰগোহাঁই ডাঙৰীয়াৰ আপোন বংশৰ মানুহে উপভোগ কৰাৰ নিয়ম থাকিলেও, কেইবাবাৰো তাৰ ব্যতিক্ৰম ঘটিছিল। প্ৰাৰম্ভৰেপৰা আহোম ৰাজত্বত মুঠতে ৪৫ জন বৰগোহাঁই ডাঙৰীয়া হয়। তাৰে জনদিয়েক আচল বৰগোহাঁই নহয়, যেনে :—

চুবিন্‌ফা আৰু
ত্যাওচুখাংফা ৰজাৰ দিনত
( মিৰিৰ )—চাওপাংবখুক্
শিৱসিংহ স্বৰ্গদেৱৰ দিনত
( কালুগঁয়া নটৰ )—হৰিনাথ
( লানমাখৰু )—বৰচেটীয়াৰ পুতেক
,, সকজনা
যোগেশ্বৰ সিংহ ৰজাৰ দিনত
( কছাৰীৰ )—জাইবৌ।

আহোম মতে—"চাও-স্লেঙ-লুঙ"—বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ বিষয়খন দিহিঙীয়া ৰজাৰ দিনত সৃজন কৰা হয়। ৰাজ্যৰ থাই মন্ত্ৰীসকলৰ ভিতৰত এখেতক

**বৰপাত্ৰ গোহাঁই ডাঙৰীয়া**

তৃতীয়জনা বুলি ধৰিব লাগে। মান-মৰ্য্যাদাত এওঁ বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰে সমান। পাইকৰ সংখ্যা কিন্তু ওপৰত কোৱা ডাঙৰীয়া দুজনাতকৈ ভালেমান সৰহ। এই সম্বন্ধে এই পুথিৰ চুহুংমুঙ স্বৰ্গদেৱৰ ৰাজত্বত বহলাই লিখা হৈছে। এইখনো পুৰুষানুক্ৰমে চলা বিষয় আছিল, কিন্তু কেইবাৰমান সেই নিয়মৰ ব্যতিক্ৰমো ঘটিছিল। ইয়াৰ কাৰণ সম্ভৱতঃ সেই সময়ত বৰপাত্ৰ ডাঙৰীয়াৰ আপোন বংশত কোনো উপযুক্ত লোক পাবলৈ নাছিল। আহোম ৰাজত্বৰ প্ৰাৰম্ভৰেপৰা অন্তলৈকে মুঠতে ৩৩ জনা বৰপাত্ৰডাঙৰীয়া হয়, তাৰে

বুদ্ধিনাৰায়ণ স্বৰ্গদেৱৰ দিনত ( মৰাণৰ ) লাম্বু
শিৱসিংহ মহাৰজাৰ দিনত ( কালুগঞ্যা অটব ) হৰিনাথ
স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত ( লেচেঙীয়াৰ )
গৌৰীনাথ সিংহৰ দিনত ( পাত্তৰৰ ) অনি,

প্ৰভৃতি এওঁলোকেও বৰপাত্ৰ ডাঙৰীয়াৰ বিষয় খাইছিল; এওঁলোক কিন্তু আচল বৰপাত্ৰ ( অৰ্থাৎ কন্‌চেঙৰপৰা বঢ়া নগা বৰপাত্ৰ ) নহয়। নৰিয়া ৰজা স্বৰ্গদেৱৰ দিনত বৰপাত্ৰৰ বিষয় খোৱা টেমাও বনচেঙীয়া পাত্তৰৰ ফৈদৰহে।

আহোম মতে—"ফু-কে-লুঙ"—এওঁ ৰাজ্যৰ সৰ্ব্বপ্ৰধান বিচাৰক। ৰাজ্যৰ প্ৰধান মন্ত্ৰীবিলাকৰ ভিতৰত তিনিজনা ডাঙৰীয়াৰ পাছতে এওঁকো চতুৰ্থজনা ৰাজমন্ত্ৰী বুলি ধৰিব লাগে। বৰবৰুৱা পদটি মোমাই তামুলীক বৰবৰুৱা পাতোঁতে প্ৰথমে স্বৰ্গদেৱ প্ৰতাপসিংহ বা বুদ্ধি স্বৰ্গনাৰায়ণৰ দিনত সৃষ্টি কৰা হয়। এওঁ সদাই বৰচ'ৰাত বহি মেল সোধে

**বৰবৰুৱা**

আৰু ৰজাসকল পাটত উঠোঁতে তেওঁলোকক ৰাজনীতি বুজনি দিয়ে, আৰু ৰাজ্যশাসন সম্বন্ধে নানা প্ৰকাৰ উপদেশ দিয়ে। এওঁৰ চৈধ্য হেজাৰ পাইক নিয়োজিত হোৱাৰ প্ৰথা আছিল। তেওঁৰ নিজা ঘৰুৱা ব্যৱহাৰৰ নিমিত্তে বৰবৰুৱাই উক্ত পাইকৰ শতকৰা সাতজনকে ( অৰ্থাৎ ৯৮০ জন ) পাইক পাইছিল; আৰু তাৰ লগতে দোষীক অৰ্থদণ্ড কৰা দায়খিনিও তেওঁ পাইছিল; কোনো কোনো দোষৰ দায়ৰ ভাগ অৱশ্যে ৰজাৰ ভঁৰাললৈকো গৈছিল। এওঁক প্ৰকৃততে ঘাই মন্ত্ৰীহে বোলা উচিত, কিয়নো আইন, সেনা, যুদ্ধ-বিগ্ৰহ আৰু ৰাজ্যৰ আন আন প্ৰায় সকলো প্ৰকাৰৰ লাগতিয়াল বিষয় সংক্ৰান্ত ভাৰ এওঁৰ গাত ন্যস্ত আছিল আৰু আহোম ৰাজ্যৰ মৰঙিখোৱা গোহাঁইৰ অধীনৰ প্ৰদেশৰপৰা সদিয়ালৈকে এওঁৰ শাসনাধীন আছিল। বৰবৰুৱাৰ বিষয়খন কোনো ফৈদতেই পুৰুষানুক্ৰমে নচলিছিল; বুঢ়াগোহাঁই প্ৰমুখ্যে তিনিজনা ডাঙৰীয়াৰ বংশৰ মানুহৰ বাহিৰে, বাকী সকলোবিলাক সাতঘৰীয়া আহোমলৈ এই বিষয়খনৰ দুৱাৰ মুকলি আছিল, আৰু প্ৰায় তেনেলোকেইহে বৰবৰুৱাৰ বিষয় বাব পাইছিল; কাচিতহে আন বংশৰ মানুহে এইখন বিষয় উপভোগ কৰিবলৈ পাইছিল। প্ৰাৰম্ভৰেপৰা আহোম ৰাজত্বৰ শেষলৈকে মুঠতে দুকুৰি-এজনা বৰবৰুৱা হয়; তাৰে—

| | |
|---|---|
| সন্দিকৈৰ | ১২ জন |
| বকতিয়ালৰ | ৬ ,, |
| দুৱৰাৰ | ৪ ,, |
| লাহনৰ | ৩ ,, |
| দুধুৰাথনৰ | ৩ ,, |

| | |
|---|---|
| দিহিঙীয়াৰ | ৩ „ |
| ঘোৰা কোঁৱৰৰ | ২ „ |
| বৰপাত্ৰ গোহাঁইৰ ( মৰাণৰ ) | ১ „ |
| বুঢ়াগোহাঁইৰ | ১ „ |
| পাতৰৰ | ১ „ |
| চিৰিঙৰ | ১ „ |
| চেংধৰাৰ | ১ „ |
| লাইত্যাও ( বা, লেতাই আহোমৰ ) | ১ „ |
| খামতিৰ | ১ „ |
| কছাৰীৰ | ১ „ |

স্বৰ্গদেৱ চুৰম্ফাৰ দিনত বৰপাত্ৰৰ লাহো, নবিয়া ৰজাৰ দিনত বুঢ়াগোহাঁইপৰীয়া হাতী—পোৱালি, উদয়াদিত্য ৰজাৰ আমোলত লাইত্যাও ( বা লেতাই ) আহোমৰ পেলন, চন্দ্ৰকান্ত সিংহৰ দিনত কছাৰীৰ পতাল, আৰু যোগেশ্বৰ সিংহৰ দিনত খামতিৰ জাবৰ, এইবিলাকেও কিবা সূত্ৰে বৰবৰুৱাৰ বিষয় খাইছিল, কিন্তু প্ৰকৃত পক্ষে তেওঁলোকে এই বিষয় পাব নালাগিছিল। কিয়নো, ডাঙৰীয়াসকলে, বিশেষকৈ বুঢ়াগোহাঁই আৰু বৰগোহাঁই ডাঙৰীয়াই সকলোখিনি ৰজাঘৰীয়া প্ৰধান প্ৰধান বিষয় নিজ নিজ বংশৰ মানুহৰ ভিতৰত একচেতীয়াকৈ লোৱাত, আন সাত-ঘৰীয়া আহোমলৈ একো ডাঙৰ বিষয় নাথাকিছিল আৰু সেই কাৰণে ৰাজকাৰ্য্য চলাওঁতে স্বৰ্গদেৱে অনেক সময়ত অসুবিধাও পাইছিল। এনেকুৱা কাৰণৰ ওপৰতে স্বৰ্গদেৱ বুদ্ধি স্বৰ্গনাৰায়ণে নতুনকৈ "বৰবৰুৱা" আৰু "বৰফুকন" নামে দুখন ডাঙৰ বিষয় সৃজন কৰিলে,—আৰু এনে আদেশ কৰিছিল যে তিনিজনা গোহাঁইৰ বংশৰ মানুহে এই বিষয় দুখন কেতিয়াও পাব নালাগে; আন সাতঘৰীয়া আহোমৰ উপযুক্ত লোকেহে এই দুখন বিষয় উপভোগ কৰিব।

বুদ্ধি স্বৰ্গনাৰায়ণ স্বৰ্গদেৱে বৰবৰুৱাৰ নাম "নামজলী ৰজা" দিছিল। বৰবৰুৱাৰ বিচাৰৰ সভাত ন্যায়সোধা ফুকন আৰু ছজনা "চকৰা ফুকন" থাকে। তেওঁলোকে বৰ বৰুৱাক মেল সোধাত আৰু আন আন শাসন কাৰ্য্যত সহায় কৰিছিল। ইয়াৰ উপৰিও সিবিলাকৰ গাইপতি সুকীয়া সুকীয়া ভাৰ আছিল, সেইবিলাক যথাস্থানত উল্লেখ কৰা হৈছে।

বৰবৰুৱাৰ সভাত থকা "চকৰা ফুকন" কেইগৰাকী, যেনে:—

নাওবৈছা ফুকন

ন-ফুকন

ভিতৰুৱাল ফুকন
দিহিঙীয়া ফুকন ( উজনিৰ )
ডেকা ফুকন ( গড়গঞা )
নেওগ ফুকন

আহোম মতে—"ফু-কন-লুঙ"—এই পদটিও বুৰঞ্জি স্বৰ্গনাৰায়ণ বা প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে সৃষ্ট হয়। বৰবৰুৱাৰে সমান বিষয়া হ'লেও, নিলগত থকাৰ নিমিত্তে

বৰফুকন

এওঁৰ ক্ষমতা অতি অধিক। বৰবৰুৱাৰ দৰেই এৰোঁ চৈধ্যহেজাৰ পাইকৰ গৰাকী; আৰু নিজ ব্যৱহাৰৰ নিমিত্তে তাঁৰ শতকৰা সাত জনকৈ ( অৰ্থাৎ ৯৮০ জন ) পাইক পায়। এওঁৰ চ'ৰাতো ছজন ফুকন থাকে; যেনে:

পানী ফুকন
ডেকা ফুকন ( গুৱাহটীয়া )
দিহিঙীয়া ফুকন ( ভাটীৰ )
নেক ফুকন
কলিয়াবৰীয়া ছটীয়া ফুকন
গুৱাহটীয়া ছটীয়া ফুকন

এওঁলোকে "চকৰা ফুকনে"ই, কিন্তু সিবিলাকক "চকৰা ফুকন" নুবুলি "গুৱাহটীয়া" বা "দোপদৰীয়া" ফুকন বোলে। বিচাৰ কাৰ্য্যত বৰফুকনক সহায় কৰাৰ উপৰিও এওঁলোকৰো গাইপতি সুকীয়া ভাৰ আছিল। প্ৰথমতে বৰফুকনৰ থকা ঠাই কলিয়াবৰহে আছিল; তাত থাকি এওঁ ৰজাৰ প্ৰতিনিধি ৰূপে নগাঁৱৰ সমীপৱৰ্ত্তী কলং আৰু ব্ৰহ্মপুত্ৰৰ মাজৰ ঠাইডোখৰ শাসন কৰিছিল; কিন্তু আহোমৰ ৰাজ্য বিস্তাৰৰ লগে লগে পাছলৈ এওঁ গুৱাহাটীত নিগাজীকৈ বহি, ৰাজপ্ৰতিনিধি ৰূপে আহোম ৰাজ্যৰ অৰ্থাৎ কলিয়াবৰৰপৰা গোৱালপাৰালৈকে দেশ শাসন কৰিছিল। এতিয়া য'ত "ফাঁচিবজাৰ" বহে, সেই ঠাইতে আহোম ৰজাৰ দিনত "বৰফুকনৰ হাউলি" আছিল। কোবৰবকালে সেই হাউলিৰ খিৰাট, তাক "পানী দুৱাৰ" বা "ধোদৰ দুৱাৰ" বুলিছিল। সেই দুৱাৰেই চন্দ্ৰকান্ত সিংহৰ প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহাই ভাঙৰীয়াই ধৰি নিয়ে বুলি বদনচন্দ্ৰ বৰফুকন সপুত্ৰে পলাই গৈ কলিকতাত ইংৰাজ গৱৰ্ণমেণ্টৰ সাহায্য খুজিছিলগৈ। এই দুৱাৰৰ এতিয়া চিন-মোকাম একো নাই। তাৰ তাটিয়ে নুইতৰ দাঁতিত বৰফুকনৰ "হাতীশাল" আছিল, আৰু দীঘলীয়াকৈ এটা বৰ খাল আছিল। সেই খাল এতিয়া পোত গৈ, অত মানুহৰ বসতি হৈছে। সেই খালত অনেক বৰ বৰ শালকাঠৰ খুটাও পোতা আছিল; ইংৰাজৰ দিনত এইবোৰ তোলা

হৈছে। প্ৰথম ইংৰাজ গৱৰ্ণমেন্টৰ দিনত কোনো দ্ৰোহীয়াৰ ফাঁচি এই ঠাইতে হোৱাৰ বাবে "ফাঁচীবজাৰ" নামে এই ঠাই এতিয়া বিখ্যাত হৈছে।

ভৰলুৰ ওপৰে বৰ্ত্তমান ইংৰাজে দিয়া যি লোহাৰ দলং আছে, পূৰ্ব্বে আহোম ৰজাৰ দিনত তাত এখন কাঠৰ দলং আছিল; ইয়াতেই পোহাৰীয়ে পোহাৰ দিছিল। এই ভৰলু বৰ্ত্তমানৰ গুৱাহাটী নগৰৰ পশ্চিম সীমা। ভৰলুৰ সিপাৰে লুইতৰ দাঁতিয়ে "খাজিখোৱা গড়" নামে এটা মাটিৰ গড় ৰজাৰ দিনত আছিল। লুইতৰ যি ঠাইতে ভৰলু পৰিছে তাৰ পশ্চিম ঠাইক "গড়-চুক" বুলিছিল। ইয়াৰ অলপ পশ্চিমে বৰফুকনৰ "বৰ চ'ৰা" বা "কছাৰী" আছিল; ইয়াক "দোপদৰ" বুলিছিল। পাৰচি "দফতৰ" শব্দৰেই "দোপদৰ" শব্দ অপভ্ৰংশ মাথোন। ভৰলুৰ ফাৰিৰপৰা ৩০০ খোজ মান পশ্চিমেই এই "দোপদৰ" ঘৰ আছিল। সেই ঘৰ মানে জুই লগাই পুৰিলে। এই "দোপদৰতে পূৰ্ণানন্দ বুঢ়াগোঁহাই ভাঙৰীয়াই বদনচন্দ্ৰ বৰফুকনক ধৰাই নিবলৈ মন্ত্ৰণা কৰিছিল; কিন্তু "খোদৰ দুৱাৰে" বৰফুকন পলাই গ'লত কৃতকাৰ্য্য নহ'ল।

পশ্চিমে "দুৱাৰ গৰীয়া চকী", পূবে "জয় দুৱাৰৰ চকী" উত্তৰে লুইত, দক্ষিণে কুমাৰপৰা গাঁও অথবা "ধমৰ দুৱাৰৰ চকী"—এয়েই আগৰ গুৱাহাটী নগৰৰ সীমা আছিল।

বৰবৰুৱাৰ পদৰ দৰেই, তিনিজনা গোঁহাইৰ আপোন বংশৰ মানুহৰ বাহিৰে, বাকী সকলো উপযুক্ত সাতঘৰীয়া আহোমলৈ এই পদৰ দুৱাৰ সদাই মুকলি ৰখাৰ নিয়ম আছিল,—কিন্তু বাৰদিয়েক, এই বিষয়খন আন বংশৰ মানুহেও (বিশেষকৈ বুঢ়াগোঁহাই আৰু বৰগোঁহাইৰ বংশৰ মানুহে) খাইছিল, যেনে—প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত বুঢ়াগোঁহাইৰ বংশৰ সৰু চকুৱা, আৰু চুতেফা ৰজাৰ ৰাজত্ব কালত গুইমেলা বৰগোঁহাই বংশৰ লালুক এই দুয়ে বৰফুকনৰ পদ পাইছিল।

আহোম ৰাজত্বত মুঠতে ৪৪ জনা বৰফুকন হয়,—তাৰে

| | |
|---|---|
| দুৱৰাৰ | ১০ জন |
| সন্দিকৈৰ | ৮ „ |
| চেতীয়াৰ | ৬ „ |
| লুখুৰাখনৰ | ৫ „ |
| দিহিঙীয়াৰ | ৫ „ |
| পাত্ৰৰ | ৩ „ |
| লাঙীৰ | ১ „ |
| চেংধৰাৰ | ১ „ |
| ঘোৰাকোঁৱৰৰ | ১ „ |
| বুঢ়াগোঁহাইৰ | ১ „ |
| বৰগোঁহাইৰ | ১ „ |

আহোম ৰজাৰ দিনত "ৰাজমন্ত্ৰী" বুলি এগৰাকী বেলেগ বিষয়া নাছিল। সাধাৰণতে পূৰ্ব্বৰেপৰা বুঢ়াগোহাঁই ভাণ্ডৰীয়াই আহোম ৰাজ্যৰ সৰ্ব্বপ্ৰধান "ৰাজমন্ত্ৰী" আছিল।

**ৰাজমন্ত্ৰী**

আদিৰেপৰা চুপিম্‌ফা স্বৰ্গদেৱৰ শাসনৰ প্ৰাৰম্ভলৈকে এই নিয়মেই চলি আহিছিল। অনুমান ১৪১৬ শকত চুপিম্‌ফা স্বৰ্গদেৱে খুনলুঙ্ খামপেঙ বুঢ়াগোহাঁই ভাণ্ডৰীয়াক "ৰাজমন্ত্ৰী" উপাধিৰে ভূষিত কৰে। এৱেঁই আহোম ৰজাৰ প্ৰথম 'ৰাজমন্ত্ৰী। এই বাৰটো তিনিজনা ভাণ্ডৰীয়া আৰু বৰবৰুৱা, বৰফুকন, এওঁলোকৰ যেই জনাকে যোগ্যবান বুলি ভাবে, তেওঁকে দিয়া হৈছিল। আহোম ৰাজত্বত মুঠতে ২৭ জন বিষয়াই "ৰাজমন্ত্ৰী"ৰ বাব পাইছিল; যেনে :—

| | |
|---|---|
| খুনলুঙ খাম্‌পেঙ্ | বুঢ়াগোহাঁই |
| চাওক্ৰাচেঙ্‌মুঙ্ | বৰগোহাঁই |
| তন্ খাম্ | " |
| ফন চেঙ্ | বৰপাত্ৰ |
| আই খেক্ | বুঢ়াগোহাঁই |
| থক্ বক্ | " |
| লাকু | বৰপাত্ৰ (মৰাণ) |
| সক বুঢ়া | বৰগোহাঁই |
| আতন | বুঢ়াগোহাঁই |
| বক্তাশহুৰ | বৰফুকন |
| ভেবেৰা | বৰবৰুৱা |
| দীঘলা | বুঢ়াগোহাঁই |
| লাইথেপেনা | বৰগোহাঁই |
| চেঙ্‌কঙ্ | বৰপাত্ৰ |
| কমলাকান্ত | বৰগোহাঁই |
| হৰিনাথ | বৰপাত্ৰ (কালুগঁয়া নট) |
| পাক্‌পেঙ্ দলবৰা | বৰগোহাঁই |
| কীৰ্ত্তিচন্দ্ৰ | বৰবৰুৱা |
| তুলসী | বৰগোহাঁই |
| লেচেঙীয়াল | বৰপাত্ৰ (লেচেঙীয়াল পাতৰ) |
| বাইলুং | বৰগোহাঁই |
| ৰুদ্ৰেশ্বৰ | বৰপাত্ৰ |

| | |
|---|---|
| ধনভাম | বুঢ়াগোহাঁই |
| পূৰ্ণানন্দ | |
| ভদৰি বা ভদ্ৰকান্ত | বৰবৰুৱা |
| কলীয়া ভোমোৰা বা প্ৰতাপবল্লভ | বৰফুকন |

যি গৰাকীয়ে "ৰাজমন্ত্ৰী"ৰ বাব পায়, তেওঁ স্বৰ্গদেৱৰ অতি বিশ্বাসৰ পাত্ৰ হয়; সততে প্ৰায় সকলো বিষয়ে স্বৰ্গদেৱে তেওঁৰ লগত গোপনে পৰামৰ্শ কৰে; আৰু প্ৰায় মততে চলেও। "ৰাজমন্ত্ৰী"ৰ বাব পোৱা গৰাকীয়েও ৰাজহত সদাই অগ্ৰসৰ ৰূপে ফুৰে; আৰু তেওঁ জকাইচুকীয়া মানুহ এহেজাৰ তাৰ বাবে বেছিকৈ পায়।

সদিয়াখোৱা গোহাঁই, মৰঙিখোৱা গোহাঁই, আৰু সলাল গোহাঁই, এই তিনি জনাক "দাঁতিয়লীয়া' গোহাঁই" বোলে। এওঁলোক প্ৰাদেশিক শাসনকৰ্ত্তা; সীমান্ত প্ৰদেশ শাসন কৰে। এওঁলোকক Frontier Governors কিম্বা Political Agentsৰ লগত বিজাব পাৰি। এওঁলোকৰ

**দাঁতিয়লীয়া গোহাঁই**

প্ৰত্যেকৰে লগত এহেজাৰকৈ মানুহ থাকে। এওঁলোক বৰবৰুৱা আৰু বৰফুকনতকৈ তলখাপৰ বিষয়া; কিন্তু সাধাৰণতে সিবিলাক বুঢ়াগোহাঁই আৰু বৰগোহাঁই ডাঙৰীয়াৰ নিচেই আপোন বংশৰ মানুহ বুলি অলপ বেছিকৈ গৌৰব কৰে।

আহোম মতে "চাও-ৰ-ভেল্", এওঁ সদিয়া অঞ্চলত ৰজাৰ প্ৰতিনিধি স্বৰূপে দেশ শাসন কৰে। সদিয়া অঞ্চলৰ প্ৰতিবাসী মিছিমি প্ৰভৃতি পৰ্ব্বতীয়া জাতি আৰু দাঁতিকাষৰীয়া মানুহবিলাকৰে সৈতে এওঁৰ সম্পৰ্ক। সিহঁতে উপদ্ৰৱৰ সূচনা পেলালেই, এওঁ সতৰ্ক হৈ, তাৰ নিবাৰণৰ উপায় চিন্তে। মুঠতে কবলৈ গ'লে, এওঁ সদিয়া অঞ্চলৰ হৰ্ত্তা-কৰ্ত্তা বিধতা। এই বিষয়খন চুহুমুঙ্ বা দিহিঙীয়া ৰজাদেৱে চুটীয়া ৰাজ্য ধ্বংসৰ পাছত সৃজন কৰে। কবাৰ প্ৰথমতে, চুটীয়া ৰাজ্য জয় কৰিয়েই, বৰগোহাঁইকেই সদিয়া ৰাজ্যৰ অধিকাৰ পাতিছিল, কিন্তু কোনো কথালৈ স্বৰ্গদেৱে নগৰলৈ মাতি পঠিওৱাত বৰগোহাঁই সদিয়াৰপৰা নাহিল।

**সদিয়াখোৱা গোহাঁই**

তাতে খং কৰি স্বৰ্গদেৱে বৰগোহাঁইৰপৰা সদিয়া ৰাজ্য কাঢ়িলে। বুঢ়াগোহাঁই ফৈদৰ ত্যাওচেংমুঙক সদিয়খোৱা গোহাঁই পাতি সদিয়াতে থাকিবলৈ নিৰ্ব্বন্ধ কৰিলে। ত্যাওচেংমুঙেই প্ৰথম সদিয়াখোৱা গোহাঁই; আৰু তেওঁৰ দিনৰেপৰাই এই বিষয়খন বুঢ়াগোহাঁই ডাঙৰীয়াৰ আপোন বংশৰ মানুহে উপভোগ কৰে। আহোম ৰাজ্যত যি কেইজনা সদিয়াখোৱা গোহাঁই হৈ গ'ল, সেইবিলাকৰ প্ৰায় সকলোটিয়েই বুঢ়াগাহাঁই ডাঙৰীয়াৰ আপোন বংশৰ মানুহ; কেৱল মাত্ৰ এই কেইগৰাকীয়ে "সদিয়াখোৱা" গোহাঁইৰ বিষয় খাইছিল।

| | |
|---|---|
| চক্ৰধ্বজ সিংহৰ দিনত | ৰূপ সজিকৈ |
| গদাধৰ সিংহৰ দিনত | চিৰিং আৰু মিৰি সজিকৈ |
| শিব সিংহৰ দিনত | চিৰিংৰ বৰচেটীয়াৰ পুতেক আৰু বৰগোহাঁইৰ পুতেক |

আহোম মতে **"চাও-মা-বাঙ্-কি"**—এওঁ ধনশিৰী নৈৰ পশ্চিম কূলত থকা মৰঙি নামে ঠাইত ৰজাৰ প্ৰতিনিধি বিষয়া আছিল। নগা, কছাৰী, মিকিৰ প্ৰভৃতি পৰ্ব্বতীয়া জাতিৰ লৈতে এওঁৰ সম্পৰ্ক; আৰু ধনশিৰী নৈৰ পশ্চিমৰপৰা সলাল গোহাঁইৰ ৰাজ্যৰ

**মৰঙিখোৱা গোহাঁই**

(অৰ্থাৎ দৰঙৰ) সীমালৈকে, এইডোখৰ ৰাজ্যক সেই পৰ্ব্বতীয়া জাতিবিলাকৰ উপদ্ৰৱৰপৰা ৰক্ষা কৰাৰ ভাৰ এওঁৰ গাত আছিল। এই বিষয়খনো দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ দিনতেই প্ৰথম সৃষ্ট হয়; আৰু বুঢ়াগোহাঁই ভাঙৰীয়াৰ আপোন বংশৰ মানুহকে সেই বিষয়ত নিযুক্ত কৰা হয়। মৰঙিখোৱা গোহাঁইবিলাক প্ৰায় বুঢ়াগোহাঁই ভাঙৰীয়াৰ আপোন বংশৰেই মানুহ; কেৱলমাত্ৰ ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱৰ দিনত জপৰজল চেটীয়াৰ ঘৰৰ মানুহে "মৰঙিখোৱা গোহাঁই"ৰ বিষয়খন উপভোগ কৰিছিল।

আহোম মতে **"চাও-মুঙ-চাও-লা"** সলাল গোহাঁই দৰঙ অঞ্চলত ৰাজ-প্ৰতিনিধি আছিল। মৰঙিখোৱা গোহাঁইৰ ৰাজ্যৰপৰা বৰছুকনৰ ৰাজ্যৰ সীমালৈকে এইডোখৰ

**সলাল গোহাঁই**

দেশ এওঁৰ শাসনাধীন। এওঁৰ সেনাবোৰ কলিয়াবৰ আৰু ন-দুৱাৰত আছিল। ভুটীয়া, মিৰি ইত্যাদি পৰ্ব্বতীয়া জাতি আৰু ডফলাইতৰ অত্যাচাৰৰপৰা চৌ দুৱাৰ, ন-দুৱাৰ আৰু ছয়-দুৱাৰ ৰক্ষা কৰাৰ ভাৰ এওঁৰ গাত আছিল। এই বিষয়খন সদিয়াখোৱা আৰু মৰঙিখোৱা গোহাঁইতকৈ পাছে অৰ্থাৎ স্বৰ্গদেৱ খোৰা ৰজাৰ দিনত, সৃজন কৰা হয়। এওঁৰ থকা ঠাই কলিয়াবৰ আছিল। তাৰ এটা পৰ্ব্বতত কলিয়া বা কলা বড়গছ আছিল, তাৰপৰাই "কলিয়াবৰ" নাম প্ৰখ্যাত হয়। ইয়াতে মিছা নামে এক নৈৰ মুখতে "মিছা-মুখৰ বাহৰ"। ইয়ালৈকে জয়ন্তীয়া ৰজা আৰু কছাৰী ৰজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰে সাক্ষাৎ কৰিবলৈ আহিছিল। কলিয়াবৰ নামে এখনি গাঁৱো আছে; তাৰপৰা কিছুদূৰ গলেই "কুঁৱৰী-টোল" পায়; "কুঁৱৰী-টোল"ৰ উজনিত হাটবৰ। ইয়াতে মান আৰু ইংৰাজ সৈন্যৰ যুদ্ধ হয়। সেই যুদ্ধত মান হাৰে। অনেক মানৰ সেনাই যুদ্ধত তত্ নাপাই পলাব খুজি কলঙত পৰি মৰিল। ইংৰাজ সৈন্যে মানক খেদি যেতিয়া ৰংপুৰ (বৰ্ত্তমান শিৱসাগৰ) নগৰ লয়, চন্দ্ৰকান্ত সিংহ তেতিয়া তাতে (অৰ্থাৎ হাটবৰতে) আছিল; তাৰপৰা আহি স্বৰ্গদেৱে কলিয়াবৰত থাকে। এতিয়া যি ঠাই "কুঁৱৰীটোল" নামে খ্যাত, তাতেই এইজনা স্বৰ্গদেৱৰ কুঁৱৰীসকলৰ টোল আছিল।

এই কলিয়াবৰবৰুৱাই মোমাই তামুলী বৰবৰুৱাই ১৫৩৩ শকত মানুহ আনি এহেজাৰ পাইকেৰে শৃঙ্খলা ৰূপে নগাঁও পাতে। এই নগাঁও বৰ্ত্তমানৰ নগাঁও জিলাৰপৰা আঠ মাইল পূবে। কলিয়াবৰৰপৰা যিবিলাক পাইক আনি নগাঁও পতা হৈছিল, সেই-বিলাকৰ ওপৰত উপযুক্ত বিষয়া নিযুক্ত আছিল। কলিয়াবৰতো এহেজাৰ পাইক; ইহঁতক "খৰঙী" বোলে। নগাঁৱত থকা মানুহৰ, যিবিলাকৰ কলিয়াবৰত ভেটি আৰু বংশ নাই, সিবিলাকক প্ৰকৃতে নগঁৱা বুলি লোকে স্বীকাৰ কৰিব নোখোজে। কছাৰী, জয়ন্তীয়া, মিকিৰ প্ৰভৃতিৰ আক্ৰমণ নিবাৰণ কৰিবলৈ ন খন গাঁৱত সেই এহেজাৰ পাইক পতা হৈছিল। কলঙ নৈৰ দুয়োকাষে এইবোৰ গাঁও, আৰু ইয়াৰ দুয়োকাষে দুটা আলি আছিল। ঘৰৰ পৰিয়াল বুজি পথালিয়ে আলিৰ দাঁতিত বেঁও জুখি মাটি দিয়া হৈছিল, আৰু পীষে যি যিমান পাৰে সিমান লব পাৰিছিল। ক্ৰমে কাৰো পৰিয়াল সৰহ হোৱাত, মানুহ ঠায়ে ঠায়ে গৈছিল।

ইয়াতে লুইতৰ দাঁতিত সাতগাঁও আৰু আঠগাঁও নামে দুখন গাঁও আছে। তাতো পাইকৰ দ'খেল আছিল। এনে কঠিন শাসনেৰে এই নগাঁও পতা হৈছিল যে প্ৰতিদিনে মানুহে পতি বাঁহৰ মুঢ়া বা তামোলৰ পুলি বা আন কোনো গছ কেইডোণামান কৰ লা.গ; —তিকতাজনীয়ে অন্ততঃ কেইটামান সূত লগাই কাটিব লাগে। বৰবৰুৱাৰ টেকেলাই গৈ প্ৰতিদিনে এই কাৰ্য্য চোৱাৰ নিয়ম আছিল; আৰু তাকে নকৰিলে মুনিহ কি তিকতাই দণ্ড পাইছিল। সেই কাৰণে নগাঁৱৰ গাঁওবোৰ শৃঙ্খলাবদ্ধ। তাত চাৰি ঘৰ ব্ৰাহ্মণ আৰু কটাল বা খৰ প্ৰভৃতি ন'ঘৰ শূদিৰ মানুহ প্ৰধান আছিল।

নগাঁও পতাৰ পাছত খাগৰিজানৰ ভাটিয়ে বহাগৈকে "পাইকৰ খেল" বুলি আন গাঁৱো পতা হৈছিল। ইয়াতো সেই নিয়মেই মানুহৰ ঘৰ আৰু মাটি। চামগুৰি খুটাৰ কানৰেপৰা বহাগৈকে বাটকৰা মানুহে কলঙৰ দুয়োপাৰে বৰবৃণতো জাপি নোলোৱাকৈ মানুহৰ পদূলিৰ আগেদি পাৰিছিল। এই নগাঁও পতাৰ কাৰ্য্য মোমাই তামুলী বৰবৰুৱাই আৰম্ভ কৰে, আৰু ১৬৪৪ শকত গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনত সন্দিকৈ বৰফুকনে নগাঁও পতা শেষ কৰে।

নগাল গোঁহাইৰ বিষয়খন বৰগোহাঁই ভাওৰীয়াৰ ঘৰৰ একচেতীয়া আছিল; প্ৰায়েই তেখেতৰ আপোন পো-ভাইৰ ভিতৰতে এই বিষয়খন থাইছিল। আন বংশৰ মানুহৰ ভিতৰত চক্ৰধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত লাচিত বৰফুকনৰ ককায়েক লুখুৰাখনৰ লালুকি আৰু শিৱ সিংহ ৰজাৰ ৰাজত্ব কালত বৰচেটীয়া—কেৱলমাত্ৰ এওঁলোক দুগৰাকীয়েহে "নগাল গোঁহাই"ৰ বিষয় পাইছিল।

# মেলখোৱা ৰজা

চাৰিঙ ৰজা, তিপাম ৰজা আৰু নামৰূপীয়া ৰজা, এই তিনি গৰাকীক "মেলখোৱা" ৰজা বোলে। সাধাৰণতে এওঁলোক ৰজাৰ নিচেই আপোন পো-ভাই হয়; সেইকাৰণে সকলোৱে সিবিলাকক "ৰজা" বুলি গৌৰৱ কৰে; কিন্তু প্ৰকৃত পক্ষে তেওঁলোক প্ৰাদেশিক শাসনকৰ্ত্তা বিষয়াহে।

এই পদটি চুথ্যাংফা ৰজাৰ দিনত প্ৰথম সৃষ্ট হয়। ত্যাওচুথ্যাংফা ৰজাৰ সৰু গৰাকী কুঁৱৰী, ভাজনীৰ একমাত্ৰ সন্তান চাওপুলাই কোঁৱৰেই প্ৰথম চাৰিং ৰজা। এওঁ "চাৰিঙীয়া" নামৰ মেলখন পায়; কেওখন মেলতকৈ "চাৰিঙীয়া" খনেই সৰ্ব্বপ্ৰধান মেল। এই পদটি স্বৰ্গদেৱসকলৰ সততে আপোন পুত্ৰেকে, কেতিয়াবা কেতিয়াবা, নিজা ককাইভায়ে পায়; কোনো সময়ত ইয়াৰ ব্যতিক্ৰমো ঘটে। আজি-কালিৰ ইংৰাজ ৰজাৰ "প্ৰিন্স্ অব ওৱেলচ্"ৰ ( Prince of Wales ) নিচিনা হলেও "ডেকা ৰজা" সকলো ( অৰ্থাৎ স্বৰ্গদেৱৰ ৰবজনা কোঁৱৰে ) সদাই পিতৃ সিংহাসনত উঠি, ৰজা হ'বলৈ পোৱা নাছিল।

**চাৰিং ৰজা বা চাৰিঙীয়া ৰজা**

এওঁ তিপমীয়া মেলৰ ৰজা। এই পদটিও স্বৰ্গদেৱৰ নিচেই আপোন বঙহৰ মানুহে ভোগ কৰিবলৈ পায়। স্বৰ্গদেৱ চুহুম্মুং বা দিহিঙীয়া ৰজাৰ দিনত এই পদ প্ৰথমে সৃজন কৰা হয়; আৰু সেই পদত পোন প্ৰথমে স্বৰ্গদেৱৰে দ্বিতীয় কোঁৱৰ চুৰেঙ্গ গোঁহাইদেৱক নিযুক্ত কৰা হয়। চুৰেঙ্গ গোহাইদেৱক সাধাৰণতে "দেও ৰজা" নামেহে মানুহে তেওঁকৈ জানে; পাছত এওঁ "চাৰিং ৰজা"ৰ বিষয়ো পাইছিলগৈ।

**তিপামৰ ৰজা বা তিপমীয়া ৰজা**

এওঁ নামৰূপ খণ্ডৰ আৰু নামৰূপীয়া মেলৰ ৰজা। এই পদো স্বৰ্গদেৱসকলৰ আপোন বঙহৰ মানুহেই উপভোগ কৰে। চুহুম্মুং বা দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ দিনত নামৰূপীয়া ৰজাৰ পদ প্ৰথম সৃষ্ট হয়; আৰু সেইজনা স্বৰ্গদেৱৰেই চতুৰ্থ কোঁৱৰ চুতেঙ্গ গোহাইদেৱক সেই পদত নিযুক্ত কৰা হয়। নামৰূপত কাণ কাটি মেলা ৰজাৰ কোঁৱৰবিলাকৰ ওপৰত এওঁ বিশেষ দৃষ্টি ৰাখিব লাগে।

**নামৰূপীয়া ৰজা**

মাজু মেলীয়া, সৰু মেলীয়া আৰু মাহী মেলীয়া, এই তিনিজনা গোহাঁইদেৱক

"মেলখোৱা গোহাঁই" বুলি কয়। পুৰন্দৰ সিংহ স্বৰ্গদেৱে তেওঁৰ ৰাজত্বৰ শেষ অৱস্থাত তেওঁৰ আপোন বংশৰ কোঁৱৰ তিনি গৰাকীক এই পদ

**মেলখোৱা গোহাঁই**

তিনিটি দিয়ে। কেৱল তিনিখন নতুনকৈ সৃজন কৰা; পদকেইটিও নিচেই অনাগতীয়াল আৰু নিতান্ত আধুনিক।

নৰনাৰায়ণ সিংহ গোহাঁইদেৱেই প্ৰথম আৰু একমাত্ৰ "মাজুমেলীয়া গোহাঁই"। এওঁ পুৰন্দৰ সিংহৰ জাপ ভায়েক বগা গোহাঁই (ওঃ ৰাধানাথ বলিয়া গোহাঁইৰ) পুতেক।

**মাজু মেলীয়া গোহাঁই**

ইন্দুনাথ গোহাঁইদেৱেই প্ৰথম আৰু একমাত্ৰ "সৰু মেলীয়া গোহাঁই"। এওঁ ব্ৰজনাথ গোহাঁই চাৰিং ৰজাৰ (অৰ্থাৎ পুৰন্দৰ সিংহৰ দেউতাকৰ) সহোদৰ ভাই।

**সৰু মেলীয়া গোহাঁই**

এইখন বিষয়ৰ বাবো মাত্ৰ এগৰাকী কোঁৱৰেহে উপভোগ কৰিবলৈ পাইছিল; তেওঁৰ নাম ঈশ্বৰ গোহাঁইদেও। তেওঁ সম্বন্ধত পুৰন্দৰ সিংহ স্বৰ্গদেৱৰ (দদাইদেৱেক আৰু গোহাঁইদেৱৰ একমাত্ৰ পুতেক) ওচৰ-সম্বন্ধীয়া ভাই।

**আহী মেলীয়া গোহাঁই**

# চকৰা আৰু দোপদৰীয়া ফুকন

বৰবৰুৱাৰ বিচাৰ সভাত বহা ন্যায়সোধা ফুকন প্ৰমুখ্যে ফুকন কেইগৰাকীক "চকৰা" বা চ'ৰাৰ ফুকন বোলে; আৰু গুৱাহাটীৰ বৰফুকনৰ চ'ৰাৰ ফুকনসকলক "গুৱাহটীয়া" বা দোপদৰীয়া ফুকন কয়। মান-মৰ্য্যাদাত আৰু কাৰ্য্যতো "দোপদৰীয়া ফুকনসকল "চকৰা ফুকন"ৰ একে; সেইকাৰণে দিবিলাককো একেলগে ধৰা হ'ল।

"চকৰা ফুকন" আৰু "দোপদৰীয়া ফুকন"ৰ বিষয় আহোমত বাজে আন ইতৰ জাতিৰ মানুহে পাব নোৱাৰে।

আহোম মতে "ফু-কন-ফু-ছন্-ভিন" বৰবৰুৱাৰ বিচাৰ-সভাত থকা ফুকনৰ ভিতৰত এৱেঁই প্ৰধান। বৰবৰুৱাৰ অনুপস্থিতিত এওঁ বৰচ'ৰাত বহি বেল সোধে আৰু আন বিচাৰকৰ বিপক্ষে অহা বিচাৰবোৰ মীমাংসা কৰে।

**ন্যায়শোধা ফুকন**

এওঁ ছহেজাৰ পাইকৰ অধিকাৰী; আৰু নিজৰ ঘৰুৱা ব্যৱহাৰৰ নিমিত্তে শতকৰা ছুজনকৈ (অৰ্থাৎ ১২০ জন) পাইক পায়।

এওঁ নাওবৈছা খেলৰ গৰাকী। নাওবৈছাৰ খেল কেইবাটাও; যেনে:—(১) ধিহিঙীয়া; (২) ভুংখুঙীয়া, (৩) চাৰিঙীয়া; (৪) হেজাৰি; (৫) কঠনীয়া; (৬) মৰল; (৭) কতুগুচীয়া; ইত্যাদি। প্ৰথম তিনিখেলৰ নাওবৈছাই স্বৰ্গদেৱসকল, কিম্বা ভাণ্ডৰীয়া, বৰুৱা, ফুকন আদি আন কোনো ঘাই বিষয়াসকল কোনো ঠাইলৈ গলে ব্যৱহাৰ কৰা নাও বাব লাগে আৰু "চৰা নাও"ত উঠি, চাব মাৰি লাছতে চলাই, স্বৰ্গদেৱসকলক নাৱৰ খেল দেখুৱাব লাগে।

**নাওবৈছা ফুকন**

এই তিনি খেল নাওবৈছা এইজনা ফুকনৰ তলৰ। এওঁৰ তলত ৫ (পাঁচ) হেজাৰ নাওবৈছা থাকে; আৰু নিজৰ ব্যৱহাৰৰ নিমিত্তে বজাঘৰবৰপৰা ৩০ (ত্ৰিশ) জন পাইক পাইছিল। এওঁ বৰবৰুৱাৰ চ'ৰাত থাকে।

বৰবৰুৱাৰ চ'ৰাত থকা এওঁ এগৰাকী "চকৰা ফুকন"। স্বৰ্গদেৱসকলৰ "ভিতৰুৱাল" বুলি এখেল বিশ্বাসী মানুহ থাকে। এই জনা ফুকন সেই মানুহ খেলৰ গৰাকী। এওঁৰ তলত ছহেজাৰ পাইক থাকে; আৰু নিজ ব্যৱহাৰৰ নিমিত্তে বজাঘৰবৰপৰা ৩০ (ত্ৰিশ) জন পাইক পায়।

**ভিতৰুৱাল ফুকন**

আহোম মতে "ফু-কন-মৌ বৰবৰুৱাৰ চ'ৰাত থকা। এই এগৰাকী "চকৰা ফুকন" আৰু বজা নগৰৰ ন-দুৱাৰৰ তত্বাৱধাৰক। এওঁৰ তলত পাঁচ হেজাৰ পাইক থাকে। নিজ ব্যৱহাৰৰ নিমিত্তে সেই পাইকৰ ত্ৰিশ জন মানুহ এওঁ পাইছিল।

**ন-ফুকন**

নাওবৈছা ফুকন, তিতকুৱাল ফুকন আৰু ন-ফুকন, এই তিনিওজন বিষয়া "তিতকুৱাল বিষয়া"শ্ৰেণীৰ অন্তৰ্ভুক্ত হ'লেও বৰ চ'ৰাত বৰবৰুৱাক বিচাৰ কাৰ্য্যাদিত সহায় কৰিব লগাৰ কাৰণে এওঁলোকক "বাজুৱাল বিষয়া"ৰ লগতে ধৰা হ'ল।

দিহিঙীয়া ফুকন দুজন; এজনক "উজনীয়া দিহিঙীয়া ফুকন" আৰু আনজনক "ভাটিৰ দিহিঙীয়া ফুকন" বোলে। এওঁলোক দুয়োজনে দিহিঙ অঞ্চলৰ (উজনি আৰু নামনি) কাৰ্য্যাদিৰ প্ৰতি দৃষ্টি ৰাখিব লাগে। উজনিৰ জনাই বৰবৰুৱাক আৰু ভাটিৰ বা নামনিৰ জনা ফুকনে বৰফুকনক বিচাৰ কাৰ্য্যত সহায় কৰে। এওঁলোক প্ৰত্যেকৰে তলত চাৰি হেজাৰকৈ পাইক থাকে ; আৰু নিজ নিজ ব্যৱহাৰৰ নিমিত্তে প্ৰত্যেকে ৩০ (ত্ৰিশ) জনকৈ পাইক পায়।

**দিহিঙীয়া ফুকন**

আহোম মতে "ফু কন-থাও" "ডেকা"বিলাকৰ তত্ত্বাৱধাৰক। ডেকা ফুকন দুগৰাকী ; এগৰাকীক "গড়গঁয়া ডেকা ফুকন" আৰু ইগৰাকীক "গুৱাহটীয়া" বা দোপদৰীয়া ডেকা ফুকন" বোলে। গড়গঁয়া ডেকা ফুকনে বৰবৰুৱাৰ চ'ৰাত থাকি বিচাৰ কাৰ্য্যত বৰবৰুৱাক সহায় কৰে; আৰু গুৱাহটীয়া জনাই সেইদৰে বৰফুকনক কৰে। প্ৰত্যেকজনাৰে তলত চাৰি হেজাৰকৈ পাইক থাকে, আৰু নিজৰ ব্যৱহাৰৰ নিমিত্তে প্ৰত্যেকে ত্ৰিশজনকৈ পাইক পায়।

**ডেকা ফুকন**

বৰবৰুৱাৰ চ'ৰাত থাকে। সাধাৰণ সেনাৰ সেনাপতিক নেওগ বোলে। এইজনা বিষয়া সাধাৰণ সেনা আৰু নেওগবিলাকৰ অধিকাৰী। এওঁ বৰবৰুৱাক বিচাৰাদি কাৰ্য্যত সহায় কৰে। এওঁৰ তলতো ছহেজাৰ পাইক থাকে ; আৰু তেওঁ নিজৰ নিমিত্তে তাৰ ত্ৰিছজন পাইক পায়।

**নেওগ ফুকন**

নাওবৈছাৰ চাৰিঙীয়া, হেজাৰি, কঠনীয়া, মৰল, কতুগুচীয়া ইত্যাদি খেলৰ মানুহে যুদ্ধৰ সময়ত নাও চলাইছিল আৰু নাৱেৰে যুদ্ধ কৰিছিল। মুঠতে কবলৈ গ'লে, এই কেই-খেল নাওবৈছা আহোম ৰজাসকলৰ নৌ-সেনা আছিল। পানীফুকন এই নৌ-সেনাৰ অধিকাৰী আৰু বৰফুকনৰ পানী-দুৱাৰৰ তত্ত্বাৱধাৰক। এওঁ বৰফুকনৰ চ'ৰাত থাকি বিচাৰ কাৰ্য্যাদিত তেওঁক সহায় কৰিছিল। এওঁৰ তলত ছহেজাৰ পাইক থাকে; নিজ ব্যৱহাৰৰ নিমিত্তে ত্ৰিশজন পাইক পায়। জল-যুদ্ধৰ ভাৰ এইজনা বিষয়াৰ ওপৰত।

**পানীফুকন**

এওঁ এগৰাকী "দোপদৰীয়া" ফুকন ; বৰফুকনৰ চ'ৰাত থাকি বিচাৰাদি কাৰ্য্যত বৰফুকনক সহায় কৰে। কটকীবিলাক এইজন ফুকনৰ তলত। এওঁৰ তলত পাঁচ হেজাৰ পাইক থাকে ; আৰু নিজ ব্যৱহাৰৰ নিমিত্তে ত্ৰিশজন পাইক পায়।

**নেক ফুকন**

অনেকে চেটীয়া ফুকনহে বোলে। ছটীয়া ফুকন দুজন। ৰজাৰ দিনত আবোৱান সজা আৰু দোলাৰ চৈ সজা দুখেল মানুহ আছিল, সিহঁতক ছটীয়া বুলিছিল ;—এখেলক "আবোৱান সজয়া ছটীয়া" আৰু ই খেল "চৈ-সজীয়া ছটীয়া।" ছটীয়া ফুকন দুগৰাকী সেই ছটীয়া দুখেলৰ অধিকাৰী। এওঁলোক দুয়োজনে গুৱাহাটীত থাকি বৰফুকনক বিচাৰ কাৰ্য্যত সহায় কৰে। প্ৰত্যেকজনৰ তলতে চাৰি হেজাৰকৈ পাইক থাকে আৰু প্ৰতিজনাই নিজ ব্যৱহাৰৰ নিমিত্তে ত্ৰিশজনকৈ পাইক পায়।

**ছটীয়া ফুকন**

# বাৰ ৰাজখোৱা

আহোম মতে ৰাজখোৱাক "ফু-কিন্-মুঙ" বোলে। এওঁলোক বেলেগ বেলেগ ঠাইৰ ৰজাৰ খাতবিলাকৰ তত্বাৱধাৰক। ৰাজখোৱাবিলাকে সেই খাতবোৰৰ মানুহবিলাকৰ ৰাজহ ইত্যাদি তোলে সিহঁতৰ বিচাৰ আদিৰ মীমাংসা কৰে, আৰু মুঠতে ক'বলৈ গ'লে, সিবিলাক সেই খাতবিলাকৰ অধিকাৰীৰ নিচিনা আছিল। ইয়াৰ উপৰিও সিবিলাকে নিজ নিজ অঞ্চলৰ বাট-পদূলি আৰু পুখুৰী, এনেবিলাক কৰ্ম্ম কৰোৱাবো ভাৰ পাইছিল। প্ৰত্যেকজন ৰাজখোৱাৰ তলত তুহেজাৰৰপৰা তিনিহেজাৰলৈকে পাইক আছিল; আৰু প্ৰত্যেকে নিজৰ ব্যৱহাৰৰ নিমিত্তে ৰজাঘৰৰপৰা দহজনকৈ পাইক পাইছিল। লেথৰ ৰাজখোৱা পূৰ্ব্বে বাৰজন ( ১২জন ) থকাত, পাছলৈ তেওঁলোকৰ সংখ্যা সৰহ হোৱাতো "ৰাজখোৱা"ইহে নাম থাকিল।

ৰাজখোৱা বিষয় ব্ৰাহ্মণ, আহোম আৰু শূদিৰৰ ভিতৰতো আছে। এওঁলোক বৰ-বৰুৱাৰ অধীন।

| | |
|---|---|
| বছা-ৰাজখোৱা | ৰজাৰ বছা-খাতৰ তত্বাৱধায়ক আৰু গৰাকী |
| নামভঁৰীয়া ৰাজখোৱা | নামডাঙ খাতৰ গৰাকী |
| দিখৌমুখীয়া ৰাজখোৱা | দিখৌমুখৰ খাতৰ গৰাকী। |
| দিচাংমুখীয়া ৰাজখোৱা | দিচাং মুখত থকা খাতৰ অধিকাৰী। |
| ঘিলাধৰীয়া ৰাজখোৱা | ঘিলাধাৰী খাতৰ তত্বাৱধান কৰোতা। |
| গজপুৰীয়া ৰাজখোৱা | স্বৰ্গদেৱৰ গজপুৰত থকা খাতৰ গৰাকী। |
| জয়থামভঁৰীয়া ৰাজখোৱা | জয়থাম্ভাঙ্ নামে খাতৰ গৰাকি, আৰু তত্বাৱধান কৰোতা। |
| তিপমীয়া ৰাজখোৱা | তিপামত থকা ৰজা-খাতৰ তত্বাৱধাৰক আৰু অধিকাৰী। |
| টাঙন ধৰা ৰাজখোৱা | টাঙন ধৰা নামে খাতৰ তত্বাৱধান কৰোতা আৰু গৰাকী। |
| দলিমৰীয়া ৰাজখোৱা | দলিমাৰী খাতৰ গৰাকী বিষয়া। |
| শিমলুগুৰীয়া ৰাজখোৱা | শিমলুগুৰি খাতৰ গৰাকী। |

ৰুদ্ৰসিংহ স্বৰ্গদেৱে অনুমান ১৬১৯ কি ১৬২০ শকত খাবৰ ঘৰৰপৰা মানুহ দুহেজাৰ কাঢ়ি আনি "নিবুকীয়াল" নামে এটা খেল পাতিলে; এই খেলৰ মানুহ স্বৰ্গদেৱৰ অতি

বিশ্বাসী গুপ্তচৰ; চোৰাংচোৱাইজৰে এখেল বুলি ধৰিব লাগে। নামৰূপত কান কাটি মেলা ৰজাৰ কোঁৱৰবিলাকে ৰজাঘৰীয়া কাৰ্য্যবিলাকৰ আৰু স্বৰ্গদেৱসকলৰ বিপক্ষে কিবা ষড়যন্ত্ৰ 'কৰে বুলি ইহঁতে তাৰ গোপনে সন্ধান ল'বলাগে; আৰু তেনেকুৱা কিবা গম পালে তত্তালিকে তাৰ সম্বাদ ৰজাক জনাব লাগে। এই মানুহ খেলক ৰজাৰ কোনো নিৰ্দ্দিষ্ট খাতত থাকিবলৈ দিয়া হয় আৰু সিহঁতৰ অধিকাৰীজনকে নিবুকীয়াল ৰাজখোৱা বোলা হয়।

**নিবুকীয়াল ৰাজখোৱা**

ৰজাৰ দিহিঙৰ খাতৰ অধিকাৰী। দিহিঙীয়া ৰাজখোৱা দুজন; ভকৰা দিহিঙীয়া ৰাজখোৱা আৰু পানী দিহিঙীয়া ৰাজখোৱা। প্ৰথম গৰাকীয়ে স্থল বিভাগৰ আৰু দ্বিতীয় গৰাকীয়ে জল বিভাগৰ তত্বাৱধান কৰিছিল।

**দিহিঙীয়া ৰাজখোৱা**

শলগুৰীয়া ৰাজখোৱাও দুগৰাকী; এগৰাকীক ভকৰা শলগুৰীয়া ৰাজখোৱা আৰু ই গৰাকীক পানী শলগুৰীয়া ৰাজখোৱা বুলিছিল। এওঁলোক ৰজাৰ শলগুৰিৰ খাতৰ তত্বাৱধায়ক আৰু অধিকাৰী। এওঁলোকৰো প্ৰথমজনাই স্থল বিভাগ আৰু শেষৰ জনাই জল বিভাগৰ প্ৰতি দৃষ্টি ৰাখিছিল।

**শলগুৰীয়া ৰাজখোৱা**

অভয়পুৰ অঞ্চলত ৰজাৰ তিনিখন খাত আছিল। সেই তিনিখন খাতত তিনিজন অভয়পুৰীয়া ৰাজখোৱা আছিল; যেনে (১) বৰ অভয়পুৰীয়া ৰাজখোৱা; (২) মাজু অভয়পুৰীয়া ৰাজখোৱা; আৰু (৩) সৰু অভয়পুৰীয়া ৰাজখোৱা। এওঁলোক তিনি ৰাজখোৱাই সেই খাত তিনিখনৰ ৰাজহ ইত্যাদি তোলে আৰু সকলো প্ৰকাৰৰ তত্বাৱধান কৰে।

**অভয়পুৰীয়া ৰাজখোৱা**

দৈয়াঙৰ খাত কেইখনৰ অধিকাৰী। দৈয়ঙীয়া ৰাজখোৱা তিনিজনা; (১) ওপৰ দৈয়ঙীয়া ৰাজখোৱা; (২) মাজু দৈয়ঙীয়া ৰাজখোৱা; আৰু (৩) নাম দৈয়ঙীয়া ৰাজখোৱা। এওঁলোকে খাত তিনিখনৰ ৰাজহ ইত্যাদি আদায় কৰে আৰু সেই অঞ্চলৰ আলি-পদূলি, পুখুৰী ইত্যাদিৰ প্ৰতি দৃষ্টি ৰাখে।

**দৈয়ঙীয়া ৰাজখোৱা**

# চকীয়াল গোহাঁই

ৰজাৰ নগৰৰ বা গড়ৰ, কিম্বা, কিম্বা কোনো ৰাজ্যৰ সীমাত পৰ দিয়া ঠাইকে "চকী" বোলা যায়। আহোম ৰজাৰ দিনত এনেকুৱা ভালেমান চকী আছিল। সেই চকীবিলাকত একোজন নিৰ্দ্দিষ্ট বিষয়া আছিল; আৰু সিবিলাক ৰজাৰ, কিম্বা তিনিজনা ডাঙৰীয়াৰ আপোন বংশৰ মানুহ; সেইবুলি তেওঁলোকক "চকীয়াল গোহাঁই" বোলা হৈছিল।

**কাজলী মুখীয়া গোহাঁই**

জয়ন্তীয়া ৰাজ্যৰ গোভা, নেলি, মাযং প্ৰভৃতিৰ ৰজা সকলৰ আলে-লেখ চাবলৈ কলঙ নইৰ মুখত (দক্ষিণফালৰ, অৰ্থাৎ কাজলী মুখত) দুজন চকীয়াল গোহাঁই ৰখা হৈছিল; এওঁলোকক "কাজলী মুখীয়া গোহাঁই" বোলে। এওঁলোক দুজনৰ এজন বৰপাত্ৰ ডাঙৰীয়াৰ বংশৰ হয়; আৰু ইজন বৰগোহাঁই ডাঙৰীয়াৰ ফৈদৰ।

**জাগীয়াল গোহাঁই বা জাগীয়লীয়া গোহাঁই**

জয়ন্তাবো কিছু; আৰু জাগৰি অঞ্চলৰ বাৰ্ত্তা বুজি স্বৰ্গদেৱলৈ জনাই থাকিবৰ নিমিত্তে জাগী চকীত এগৰাকী বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফৈদৰ গোহাঁই ৰখা হৈছিল; তেওঁকে জাগীয়াল গোহাঁই বা জাগীয়লীয়া গোহাঁই বোলে।

**বহীয়াল গোহাঁই**

এওঁ বহা চকীত থাকি সেই অঞ্চলৰ পৰ্ব্বতীয়া জাতিবিলাকৰ আলেখ-লেখ চাই স্বৰ্গদেৱলৈ বাতৰি জনাইছিল। এওঁ চেপেনীয়াল, শিলপনীয়া, চেৰেকাই, ভাবলু আৰু কোমোৰা গঁয়া নামে ৫ খেল চকীয়াল মানুহ পাইছিল।

**গিজিং গোহাঁই**
**ঘিটিং গোহাঁই**
**কুকুৰাকটীয়া গোহাঁই**

গিজিং গোহাঁয়ে "গিজিং চকী"ত; ঘিটিং গোহাঁয়ে "ঘিটিং চকী"ত আৰু কুকুৰাকটীয়া গোহাঁয়ে কুকুৰাকটা নামে চকীত থাকি আপোন আপোন চকী ৰক্ষা কৰে আৰু সেইফালৰ বা-বাতৰি স্বৰ্গদেৱলৈ পঠাই থাকে।

**তুংখুঙীয়া গোহাঁই**
**মহঙৰ গোহাঁই**

আহোম মতে "চাও টুঙ-খাঙ্" তুংখুঙীয়া গোহাঁই সাধাৰণতে ৰজাৰ ৰজহৰাৰা পতা হয়। এওঁ তিংখাঙৰ চকীত থাকে। মহঙৰ চকীত মহঙৰ গোহাঁই থাকে। এওঁলোকে নিজ নিজ চকী ৰক্ষা কৰে আৰু সেই অঞ্চলৰ বাৰ্ত্তা লওতে স্বৰ্গদেৱলৈ জনাই থাকিব লাগে।

আহোমৰ মতে "চাও-চিন্‌-মুঙ"—এওঁ মৰঙিখোৱা গোঁহাইৰ তলৰ বিষয়া। দৈ-গোবোঙৰ চকীত থাকি, সেইফালৰ বাৰ্ত্তা বুজি, স্বৰ্গদেৱলৈ জনাই থাকিব লাগে।

**বৰচেটীয়া**

এই বিষয়থন সাধাৰণতে চেটীয়াৰ ফৈদৰ মানুহক দিয়া হৈছিল; সম্ভৱতঃ সেই কাৰণেই বিষয়াজনক "বৰচেটীয়া" বোলা হৈছিল। অনেকে কিন্তু ভুলকৈ "বৰচেটীয়া"ক চেটীয়াবিলাকৰে এটা বেলেগ ফৈদ বুলিহে ধৰে; কিন্তু সি ঠিক নহয়; "বৰচেটীয়া" এখন বিষয়ৰ নামহে।

চকীয়ালগোঁহাইসকলেৰে এওঁবো কাজ-কাম একেই বুলি এওঁকো "চকীয়াল গোঁহাই"ৰ লগতে ধৰা হ'ল।

আহোম মতে এওঁক "চাও-কাও-বান-কক" বোলে। বানকৰ চকীত থাকি,

**বানককীয়া গোঁহাই**

সেই অঞ্চলৰ বাৰ্ত্তা সততে স্বৰ্গদেৱলৈ জনাই থাকে। সেই অঞ্চলৰ প্ৰাদেশিক শাসনৰ ভাৰো এইজনা গোঁহাইৰ ওপৰতেই ন্যস্ত আছিল।

# চমুৱা ফুকন, বৰুৱা *

অনেক চমুৱা পাইকৰ খেল একেলগ হৈ, কোনো এজন বিষয়াৰ তলত থাকিলে, তাকো সেই বিষয়াজনৰ মেল বোলা হয়। তেনে কোনো মেলৰ অধিকাৰীজন কেতিয়াবা ফুকন, কেতিয়াবা বৰুৱা, কেতিয়াবা একোজন ৰাজখোৱা; কেতিয়াবা আকৌ ফুকন, বৰুৱা দুয়োজন থাকে। এই বিষয়াসকলক চমুৱা বিষয়া (বৰুৱা ফুকন) বোলে। ৰজাঘৰীয়া নিয়ম মতে চমুৱা ফুকনবিলাকৰ তলত পাইকৰ সংখ্যা তিনি হেজাৰতকৈ বেছি হ'ব নেপায়। যিবিলাক মেলত তেনে পাইকৰ সংখ্যা তিনি হেজাৰতকৈ বেছি হয় তাক দুভাগ কৰি সৰহ ভাগ পাইক ( মোট পাইকৰ পাঁচ ভাগৰ তিনি ভাগ ; ⅗ অংশ ) ফুকনক দিয়া হয় ; আৰু বাকীখিনি ( অৰ্থাৎ ⅖ অংশ ; পাঁচ ভাগৰ দুভাগ ) এজন চমুৱা বৰুৱা পাতি তেওঁৰ অধীনত দিয়া হয়।

**কলীয়াবৰীয়া ফুকন**

**খোৱাং ফুকন**

কলিয়াবৰীয়া ফুকনক আহোম ভাষাত "ফু-কন-টুন-কণ্ড-ভাম্" বোলে। সলাল গোহাঁইৰ পিছতে এওঁ সলাল ৰাজ্যৰ অন্যতম প্ৰধান বিষয়া। এওঁ শাসন-কাৰ্য্যত সলাল গোহাঁইক সহায় কৰিব লাগে।

খোৱাং ফুকনক আহোম মাতেৰে "ফু-কন্-খু-আঙ্" বোলে। এওঁ খোৱাং অঞ্চলৰ কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখে।

**বহীয়াল ফুকন**

**বহীয়াল বৰুৱা**

এওঁলোক দুগৰাকী বহাৰ প্ৰায় শাসনকৰ্ত্তাৰ নিচিনা। এওঁলোকে বহা সংক্ৰান্ত যাৱতীয় কাৰ্য্য প্ৰভৃতিৰ প্ৰতি দৃষ্টি ৰাখিছিল ; আৰু সেই অঞ্চলৰ পৰ্ব্বতীয়া কৰতলীয়া ক্ষুদ্ৰ মিত্ৰ ৰাজ্যৰে সৈতে কাৰবাৰ কৰিছিল।

**হিলৈদাৰী ফুকন**

**হিলৈদাৰী বৰুৱা**

খোৰাৰজা স্বৰ্গদেৱৰ সোণাৰীৰ জীয়াৰী দুই কুঁৱৰী আছিল ; নাম বৰ মেচ্‌লৌ আৰু সৰু মেচ্‌লৌ। তেওঁলোক দুই কুঁৱৰীয়ে স্বৰ্গদেৱক "তোমাৰ বংহ নাই, তাকৰ ; আমাৰহে সৰহ," এনে বুলি হাঁহিলত, স্বৰ্গদেৱে লাজ পাই, এদিন যাকে ভাল পালে তাকে মাতি আনি ভোজ খুৱাই, সোণোৱালী হিলৈ দি, মোৰ বংহ বুলি লৈ, হিলৈদাৰী নামে এটা খেল পাতিছিল। এই হিলৈদাৰী বিলাকক দুভাগ কৰা হৈছিল ; এভাগক

---

* আহোম ভাষাত—ফুকনক "ফু-কন"
আৰু বৰুৱাক "ফু-কে" বোলে।

"বাজুৱাল বুঢ়া হেজাৰ" আৰু ইভাগক "ভিতৰুৱাল্ ডেকা হেজাৰ" বোলা হৈছিল। ভোজ খুৱাওঁতে ৰজাতকৈ বেছি বয়সীয়াবিলাকক বাজত বহুৱাইছিল; সেই কাৰণে সেই কৈদক "বাজুৱাল বুঢ়া হেজাৰ" বুলিলে; আৰু ৰজাতকৈ বয়সে সৰুবিলাকক ভিতৰত বহুৱাইছিল। গতিকে সিবিলাকৰ কৈদক "ভিতৰুৱাল ডেকা হেজাৰ" বুলিলে। আজিকালি এই দুয়ো কৈদকে "হিলৈদাৰী কোঁৱৰ" বুলি জনা যায়। সিবিলাক আগৰ ৰজা-দিনত সাধাৰণ পদাতিক সৈন্যৰূপে ব্যৱহৃত হৈছিল। হিলৈদাৰী ফুকন "বাজুৱাল বুঢ়া হেজাৰ" আৰু হিলৈদাৰী বৰুৱাজন "ভিতৰুৱাল ডেকা হেজাৰ"ৰ ওপৰুৱা বিষয়া।

**কলঙ্গু ফুকন**
**চিংৰাই ফুকন**
**জত্‌কৰীয়া ফুকন**

কলঙ্গু ফুকন কলঙ্গু পাৰৰ সকলো কাৰ্য্যাদিৰ তত্বাৱধায়ক। চিংৰাই ফুকন চিংৰাই বা চেংৰাই খেলৰ ওপৰুৱা বিষয়া। চিংৰাইবিলাক আহোম মানুহ।

জত্‌কৰীয়া ফুকন জত্‌কৰা অঞ্চলৰ যাৱতীয় কাৰ্য্যৰ প্ৰতি দৃষ্টি ৰাখোঁতা।

**শলগুৰীয়া ফুকন**
**মঠাডঙীয়া ফুকন**
**নামডঙীয়া ফুকন**
**টেঁপৰতলীয়া ফুকন**
**দিলিহিয়াল ফুকন**

শলগুৰীয়া ফুকন শলগুৰিত; মঠাডঙীয়া ফুকন মঠাডাঙত; নামডঙীয়া ফুকন নামডাঙত; টেঁপৰতলীয়া ফুকন টেঁপৰতলত; আৰু দিলিহীয়াল ফুকন দিলিহত থাকে। এই বিষয়া কেইজনে সেই সেই অঞ্চলৰ যাৱতীয় কাৰ্য্য-কামৰ তত্বাৱধান কৰে।

**দানহৰ ফুকন**

দানহৰ ফুকন গৰাকী "দানহ" নামে খেলৰ ওপৰুৱা বিষয়া। দানহবিলাক আহোম।

**হাতীমুৰীয়া ফুকন**

হাতীমুৰীয়া খেলৰপৰাই বুঢ়াগোহাঁই ভাণ্ডৰীয়া প্ৰমুখ্যে ভাণ্ডৰীয়াসকলৰ শৰীৰৰক্ষকবিলাক বাছি নিয়া হয়। হাতীমুৰীয়া ফুকন সিবিলাকৰে ওপৰুৱা বিষয়া। আহোম ভাষাত হাতীমুৰীয়াবিলাকক "চাও-ক-চাঙ্" বোলে।

আবৰ, মিৰি, ভূটীয়া প্ৰভৃতি পৰ্ব্বতীয়া মানুহবোৰ আহোম ৰাজ্যলৈ নামি

**শুকটি-ফুকন**

আহিলে, সিহঁতক শুকান মাছ, মঙহ ইত্যাদি দি সুশ্ৰূষা কৰাৰ প্ৰথা আহোম ৰজাসকলৰ দিনত আছিল। শুকটি-গুণা নামে মানুহ এখেলে সেই মাছ আৰু মঙহ শুকাই ৰাখিব লাগে। শুকটি-ফুকন এই "শুকটি-গুণা" খেলৰে ওপৰুৱা বিষয়া।

মথুৰাপুৰত মথুৰাপুৰীয়া বৰুৱা; চান্দকুটত চান্দকুটীয়া বৰুৱা; ঘিলাধাৰীত ঘিলাধৰীয়া বৰুৱা; বেৰতীগাওঁ অঞ্চলত বেৰতীগঁয়া বৰুৱা; বকতাত বকতীয়াল বৰুৱা আৰু শিলপানীত শিলপানী বৰুৱা থাকে। এইসকল বিষয়াই সেই সেই অঞ্চলৰ যাৱতীয় কাৰ্য্যৰ প্ৰতি দৃষ্টি ৰাখে আৰু সেইবিলাকৰ তত্বাৱধান লয়।

গজপুৰীয়া বৰুৱা ৰজাৰ গজপুৰ নগৰৰ তত্বাৱধায়ক, আৰু গজপুৰীয়া নামে মানুহ খেলৰ ওপৰুৱা বিষয়া।

**মথুৰাপুৰীয়া বৰুৱা**
**চান্দকুঁহীয়া বৰুৱা**
**ঝিলাধৰীয়া বৰুৱা**
**বেহুতীয়া বৰুৱা**
**বকতিয়াল বৰুৱা**
**শিলপানী বৰুৱা**
**গজপুৰীয়া বৰুৱা**
**অভয়পুৰীয়া বৰুৱা** অভয়পুৰীয়া বৰুৱা অভয়পুৰীয়া নামে খেলৰ ওপৰৱা বিষয়া ; আৰু অভয়পুৰ অঞ্চলৰ কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখোঁতা।

**সদিয়াল বৰুৱা** ৰণৰ সময়ত পূৰ্ব্বে সদিয়লীয়া কাৰীবিলাক চাউল যোগনীয়াৰূপে ব্যৱহৃত হৈছিল ; সিহঁতক সেই কাৰণে "চাউল সমলীয়া" বোলে। সদিয়াল বৰুৱা ইহঁতৰে ওপৰৱা বিষয়া ; সদিয়াখোৱা গোহাঁইৰ তাবে এওঁ সেই অঞ্চলৰ কাৰ্য্য-কামৰ প্ৰতিও দৃষ্টি ৰাখিছিল।

**সলাল বৰুৱা** সলাল বৰুৱাজন সলাল চমূৱাবিলাকৰ ওপৰৱা বিষয়া ; শাসন কাৰ্য্যাদিত সলাল গোহাঁইক সহায় কৰে।

**মৰঙিখোৱা বৰুৱা** মৰঙিখোৱা বৰুৱাজন মৰঙিখোৱা গোহাঁইৰ সহকাৰী ; তেখেতৰ তাবে, এওঁ মৰঙি অঞ্চলৰ কাৰ্য্য-কামৰ তত্ত্বাৱধান কৰে। মৰঙি চমূৱাবিলাকৰ এওঁ ওপৰৱা বিষয়া।

**চহৰীয়া বৰুৱা** সাধাৰণতে গাঁৱকেই চহৰ বোলা হয়। চহৰীয়া বৰুৱাজন সলাল ৰাজ্যৰ গাঁৱলীয়া আলি-পদূলিৰ প্ৰতি দৃষ্টি ৰাখোঁতা বিষয়া। এওঁ দৰঙ অঞ্চলৰ সলাল গোহাঁইক শাসন কাৰ্য্যত সহায় কৰে।

**হাবিয়াল বৰুৱা** ৰাজ্যৰ জঙলি বিভাগ ( Forest Department ) সংক্ৰান্ত যাবতীয় কাৰ্য্য-কাম হাবিয়াল বৰুৱাৰ হাতত থাকে। এওঁ হাবিয়াল নামে মানুহ খেলৰ ওপৰৱা বিষয়া।

**চেটীয়াপাত্ৰ বৰুৱা** চেটীয়াপাত্ৰ বৰুৱা দুজনা। এওঁলোক দুজনৰ গাত চৈয়নঃ অঞ্চলৰ প্ৰাদেশিক শাসন আৰু বিচাৰৰ ভাৰ আছিল।

**কাকতীয়া বৰুৱা** স্বৰ্গদেৱ শিৱসিংহৰ দিনত নামৰূপ আৰু বকতাত এটা পিয়ল কৰোৱা হৈছিল। সেই পিয়ল সংক্ৰান্ত কাকত-পত্ৰাদিৰ ভাৰ কাকতীয়াৰ ভগীৰথক দি, তেওঁক কাকতীয়া বৰুৱা নাম দিয়া হৈছিল।

**চকীয়ালবৰুৱা** এওঁ নগৰতে থাকি ৰাজ্যৰ দাঁতিয়ে—কাষৰে থকা চকীবিলাকৰ তত্ত্বাৱধান কৰিছিল। আৱশ্যক বুজি কেতিয়াবা কেতিয়াবা চকীবিলাকলৈ নিজে গৈয়ো তাৰ কাৰ্য্যাদিৰ প্ৰতি দৃষ্টি ৰাখিছিল।

গুৱালপাৰাৰ সিপাৰে হাদীৰা বা মুলৱাত আহোম ৰজাৰ চকী আছিল ; তাক বঙালহাট বুলিছিল। ই অসম দেশ আৰু বঙাল দেশৰ বুহুদিনীয়া সীমা। আহোম

ৰজাৰ আমোলত বঙালদেশৰ বেপাৰীবোৰ বেপাৰৰ বস্তু লৈ গুৱালপাৰাত থাকিছিল; তাৰপৰা গৈ সিপাৰে হাদীৰাত বঙালহাটত বেহা-বেপাৰ কৰিছিল। অসম দেশৰ মুদৈবোৰেও বঙালহাটতে থাকি বেপাৰ কৰিছিল। ইয়াতে দুৱৰীয়া বৰুৱা নামে আহোম ৰজাৰ বিষয়া এজন আছিল; তেওঁ বেপাৰীবোৰৰপৰা মাচুল আদায় কৰি ৰজাৰ ভঁৰাললৈ পঠায়।

**দুৱৰীয়া বৰুৱা**

**বুজৰবৰুৱা**

এওঁ কামৰূপ পৰগণাৰ ঢেকেৰীবিলাকৰ ওপৰৰা বিষয়া। সেই অঞ্চলৰ যাৱতীয় লাগতীয়াল কাৰ্য্য এওঁৰ দ্বাৰা সমাধা হয়; আৰু তাৰ বাৰ্ত্তা বুজি বৰফুকনক জনাই থাকিব লাগে। এওঁকে চাঁদকুচীয়া বুজৰবৰুৱাও বোলে, কিয়নো এওঁ চাঁদকুচি নামে ঠাইত অৱস্থিতি কৰিছিল।

এই বুজৰবৰুৱা পদ কামৰূপৰ ফালে বৰ ওখ পদ আছিল। আহোমৰ বাহিৰে আন কোনো জাতিৰ মানুহে এই বুজৰবৰুৱাৰ ওপৰওৱালা পদ নাপাইছিল। আহোম ৰাজত্ব কালত বুজৰবৰুৱা ইংৰাজ আমোলৰ কলেক্টৰৰ সমতুল্য; দেৱানী, ফৌজদাৰী আৰু ৰাজস্ব বিষয়ৰ ভাৰ তেওঁৰ হাতত আছিল। বিশেষকৈ ৰাজস্ব বিষয়ে তেখেত সম্পূৰ্ণ দায়ী আছিল। চৌধুৰীসকলে বুজৰবৰুৱাৰ অধীনত থাকি ভূমিৰ ৰাজহ আৰু অন্যান্য কৰ আদি আদায় কৰি, তেওঁৰ হাতত জমা দিব লাগে; আৰু বুজৰবৰুৱাই সেই-বিলাক বৰফুকনক শোধাব লাগে। মুঠতে ক'বলৈ গলে, নামনি খণ্ডত বুজৰবৰুৱা এগৰাকী আহোম ৰজাৰ অতি লাগতীয়াল বিষয়া; আৰু তেওঁ বৰফুকনৰ সোঁ-হাত স্বৰূপ আছিল।

**মিকিৰ বৰুৱা, মিৰি বৰুৱা চাটগড়ীয়া বৰুৱা, চুটীয়া বৰুৱা, বৰকটাৰ বৰুৱা, চৌদুৱাৰৰ বৰুৱা, বৰকায়স্থ বৰুৱা**

মিকিৰ বৰুৱা মিকিৰ দুৱাৰত; মিৰি বৰুৱা আবৰ-মিৰিৰ দুৱাৰত; চাটগড়ীয়া বৰুৱা চাটগড় অঞ্চলত; চুটীয়া দুৱাৰৰ বৰুৱা চুটীয়া দুৱাৰত; বৰকটাৰ বৰুৱা বৰকটা অঞ্চলত; আৰু চৌদুৱাৰৰ বৰুৱা চৌদুৱাৰ অঞ্চলত থাকি সেই সেই অঞ্চলৰ কাৰ্য্যাদিৰ প্ৰতি দৃষ্টি ৰাখে। বৰকায়স্থ বৰুৱাজন কামৰূপৰ কায়স্থবিলাকৰ ওপৰৰা বিষয়া।

**খৰঙী বৰুৱা, কড়াল বৰুৱা**

খৰঙী বৰুৱাজন কলিয়াবৰৰ "খৰঙী" নামৰ পাইক হেজাৰৰ ওপৰৰা বিষয়া। কড়াল বৰুৱাও কড়াল পাইকৰ গৰাকী আৰু সিহঁতৰ ওপৰৰা বিষয়া আছিল।

**সেনাপতি ফুকন**

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত মানতৰাই মণিপুৰ ৰাজ্য আক্ৰমণ কৰে। তাতে মণিপুৰীয়া ৰজাই আমাৰ ৰজাত সহায় খোজাত, স্বৰ্গদেৱে 'খ্যাতি ধৰম দুয়োটা হয়' দেখি, দুৱৰাৰ হৰনাথ ভিতৰুৱাল ফুকনক "সেনাপতি ফুকন" নাম দি, আৰু লগত ভালেমান ফৌজেসৈতে মানতৰাক মণিপুৰৰপৰা খেদাবলৈ পঠাই দিছিল।—( নঙাকটা ৰণ )

**কলিতা ফুকন**

এওঁ নাৰায়ণপুৰৰ শাসনকৰ্ত্তা আছিল। প্ৰজাক অত্যাচাৰ কৰাৰ দোষত লক্ষ্মী সিংহ স্বৰ্গদেৱে তেওঁক ১৬৯৬ শকত বিষয়া ভাঙে।

**পেটাল ফুকন**

আহোম ৰাজত্বত, প্ৰকৃত পক্ষে ক'বলৈ গলে, পেটাল ফুকন নামে কোনো ৰাজ-ঘৰীয়া বিষয়া নাছিল। গোৱৰ ৰজাৰ কুচুনী বেটী এজনীয়ে ৰজাত লিগিৰী খাটিছিল। তাইৰে এটি ল'ৰা হৈছিল; আৰু সেই ল'ৰাটি অতি থূলন্তৰ আৰু পেটাল আছিল। ৰজাই চেনেহ কৰি সেই ল'ৰাটিক "পেটাল ফুকন" বুলি মাতিছিল।

যোৰহাটৰ ওচৰৰ খণ্ডীয়া মৌজাৰ পকামুৰা নামে গাঁৱত "পেটাল"ৰ বা "পেটাল ফুকনৰ ঘৰ" বুলি এঘৰ চুটীয়া মানুহ আছে। সিবিলাকৰ লগত ওপৰত উল্লেখ কৰা "পেটাল ফুকন"ৰ কোনো সংশ্ৰৱ নাই।

জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত ( মীৰজুমলাৰ আক্ৰমণত ) অসম দেশত মুছলমানৰ ১৩শ বাৰ আক্ৰমণত সিবিলাকে সৈতে আগাৰ যি সন্ধি হৈছিল, বুৰঞ্জীত তাৰ বিশদ

**লাখটকীয়া বৰুৱা**

বৰ্ণনা আছে। সেই সন্ধিৰ চৰ্ত্ত মতে দিব লগা এক লাখ টকা এজন বিষয়াৰ হাতত গুৱাহাটীত থকা ৰছিদ খাঁক দিবলৈ দি পঠোৱা হৈছিল। তেওঁকে "লাখটকীয়া বৰুৱা" বোলা হৈছিল। এইজন বিষয়াৰ নাম অনুসৰি তেওঁৰ বাসস্থানৰ নামো লাখটকীয়া হৈছে বুলি কয়।

ধুবুৰীৰপৰা প্ৰায় ১২ মাইলমান উত্তৰফালে কেতবিলাক পৰ্ব্বত আছে। হিমালয় পৰ্ব্বতৰ নামনিৰ সমভূমিৰ ওপৰত এই পৰ্ব্বতবিলাক শাৰীকৈ আছে। ইয়াত গোলৈ

**ৰঙামটীয়া বৰুৱা**

আলমগঞ্জ নামে এখন ঠাই আছে; তাত ৰঙামাটি নামে এখন নগৰৰ ভগ্নাৱশেষ আছে। বঙাল-কামৰূপ যেতিয়া মুছলমানৰ অধীন আছিল তেতিয়া এই ৰঙামাটিত মুছলমানৰ থানা আছিল। এই ৰঙামাটিৰ প্ৰধান মুছলমান কৰ্ম্মচাৰীক "নবাব" বুলিছিল। প্ৰধানকৈ ইয়াৰপৰা আগৰদিনত মুছলমান সৈন্য গৈ অসম আক্ৰমণ কৰিছিল; আৰু বঙাল-কামৰূপ খণ্ড শাসন কৰিছিল। মুছলমানৰ পৰাক্ৰম ক্ৰমে লোপ পোৱাত, মুছলমান কৰ্ম্মচাৰীবিলাক ক্ৰমে ৰঙামাটিৰপৰা গুচি গ'ল। মুছলমান নবাবৰ অধীনৰ "কানন গো" নামে যি কৰ্ম্মচাৰী আছিল তেওঁ আহোম ৰজাৰ অধীনত "ৰঙামটীয়া বৰুৱা" উপাধি লৈ জমিদাৰৰ শাৰীত ৰ'ল।

১৭৪২ শক ( ইং ১৮২১ চনৰ )পৰা ১৭৪৬ শক, ইং ১৮২৫ চনলৈকে এই ভোখৰক

**বাই বৰুৱা**
**চড়াল বৰুৱা**

অসমত "মানৰ দিন" বুলিছিল। এই সময়ত পুৰন্দৰ সিংহ বঙালদেশত, আৰু চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱো সিংহাসন-চ্যুত। মানৰ মিঙিমাহা তিলোৱাই যোগেশ্বৰ সিংহক প্ৰকাশ্যে ৰজা পাতি, নিজে দেশ শাসন কৰি আছিল। এই সময়ত মানৰ সেনাবিলাকে

মাজে মাজে ইংৰাজৰ সীমাত নানা উপদ্ৰৱ কৰিছিল। তাৰ প্ৰতিশোধ লবৰ নিমিত্তে ইংৰাজৰ সেনা ক্ৰমে হাদীৰা চকীৰপৰা উজাই আহি, ১৭৪৬ শক, ইং ১৮২৫ চনৰ মাঘ মাহত, মানক খেদাই ৰংপুৰ নগৰ অধিকাৰ কৰেহি; আৰু যোগধৰ সিংহক ভটিয়াই পঠায়। ইংৰাজৰ ডেভিড স্কট্ আৰু কৰ্ণেল বিচাৰ্ড এই দুয়ো চাহাবে পৰামৰ্শ কৰি প্ৰথমে ৮ বৰকাকতীৰপৰা এই দেশৰ জমা-জমিৰ তাৰত্ত কাকত বুজি লৈ দক্ষিণে ধনশিৰী নদী আৰু উত্তৰ পাৰে বিশ্বনাথৰ ভাটিৰ ভৰলী নৈ, এই দুই নৈকে মাজ সীমা ধৰি, উজনি নামনি দুই খণ্ড কৰি, সদৰৰ আজ্ঞামতে, নামনি খণ্ডত ডেভিড্ স্কট্ আৰু উজনি খণ্ডত কৰ্ণেল বিচাৰ্ড চাহাব অধিকাৰী হ'ল; আৰু কেইজনমান ভগা বিষয়াক বৰকাকতী, পাখি-কাকতী আদি মানুহ লগত নিৰ্ব্বন্ধ কৰি দি উজনি খণ্ড পিয়ল কৰাইছিল। এই বিষয়া-সকলৰ লগতে চন্দ্ৰধৰ বাই নামে এজন বঙালী মানুহ আছিল; তেওঁ এই পিয়ল কাৰ্য্যত অনেক সহায় কৰিছিল। পিছত ১৭৫৫ শক ইং ১৮৩৩ চনৰ ১ লা বহাগত ইংৰাজ গৱৰ্ণমেণ্টে যেতিয়া পুনৰায় পুৰন্দৰ সিংহক উজনি খণ্ডৰ শাসন-ভাৰ দিয়ে, তেতিয়া স্বৰ্গদেৱে এই চন্দ্ৰধৰক "বাই বৰুৱা" উপাধিৰে ভূষিত কৰে। সম্ভৱতঃ বাই বংশৰ বুলি তেওঁক "বাই বৰুৱা" বোলা হৈছিল।

চণ্ডাল বৰুৱা—চণ্ডালবিলাকৰ ওপৰুৱা বিষয়া কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত সন্দিকৈৰ কলীয়া ভোমোৰা (বা প্ৰতাপবল্লভ) বৰফুকনে হিন্দুস্থানী চিপাহী ৰাখি কিছুমান আমাৰ দেশী মানুহ শিকাই চিপাহী তৈয়াৰ কৰে; আৰু পাথৰ-কলাই বন্দুক কিছুমান কিনি আনি, গুৱাহাটী আৰু যোৰহাট দুয়ো ঠাইতে, দেশীয়ে-বিদেশীয়ে মিলাই দুটা পল্টন খাৰা কৰে। এই পল্টনৰ ওপৰতে, বুঢ়াগোহাঁই পৰীয়া চন্দ্ৰ গোহাঁইক "কাপ্তান গোহাঁই" নাম দি ওপৰুৱা বিষয়া পাতে।

**কাপ্তান গোহাঁই**

**দ্বিতীয় গোহাঁই**

১৭২৪ শকত কছাৰীৰে আমাৰে এখন ৰণ হয়। এই ৰণত যদিও আমাৰেই জয় হয়, তথাপি তাত আমাৰ অনেক চিপাহী, বন্দুক, বাৰুদ, গোলা ইত্যাদি লোকচান হ'ল। সেইকাৰণে স্বৰ্গদেৱে ১৭২৫ শকত কাকতীয়াৰ ঘৰৰ বলোৰাম খণ্ডীয়া ফুকনক উকিলকৈ, চলিহাৰ ভুধৰ চাংকাকতী, গোবিন্দৰাম খাওণ্ড, তনুৰাম খাওণ্ড আৰু মধুশৰ্ম্মা কমলাবৰীয়া মোলাকাষবীয়া বৰা এইসকলক লগত দি, কলিকতালৈ পঠাই তাৰ গৱৰ্ণৰ জেনেৰেল চাহাবলৈ পত্ৰ সন্দেশ দি, কিছুমান বন্দুক, বাৰুদ, গোলা আৰু চিপাহী অনোৱালে। এই আপাহতে স্বৰ্গদেৱে বলোৰাম খণ্ডীয়া ফুকনক "দ্বিতীয় কাপ্তান"ৰ বাব দিলে।

প্ৰমত্ত সিংহ স্বৰ্গদেৱৰ কৌৱৰটিক পঢ়োৱা ভাটিৰপৰা অহা এক বামুণ আছিল। কুঁৰৰীৰ খাটনিত স্বৰ্গদেৱে এবাৰ নোৱাৰি, সেই বামুণ জনক "বৰুৱা" উপাধি দিলে; কি বৰুৱা তাৰ একো নিৰ্ণয় নাই, মুঠতে তেওঁক "বাপু বৰুৱা" বুলিব দিলে।

**বাপু বৰুৱা**

**বেলতলীয়া বা বেলতলাৰ বৰুৱা**

এওঁ গুৱাহাটীৰ বৰফুকনৰ তলে বেলতলা অঞ্চলৰ যাবতীয় কাৰ্য্য কামৰ তত্বাৱধান কৰিছিল। (বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত মামু গোবিন্দ বেলতলাৰ বৰুৱা আছিল।)

**কমাৰকুচীয়া বৰুৱা**

কামৰূপৰ কমাৰকুচী অঞ্চলৰ কৰতোলা আদি যাবতীয় কাৰ্য্যৰ তত্বাৱধান কৰোঁতা বিষয়া। এওঁ সেই অঞ্চলৰ শাসন কাৰ্য্যত বৰফুকনক সহায় কৰে।

**উজীৰ বৰুৱা**

আহোম ৰজাৰ দিনত পূৰ্ব্বে ভোট আৰু এই দেশৰ ভিতৰত বিস্তৰ ৰূপে আদান প্ৰদান কৰিছিল (আহোম ৰজাসকলে মানুহ পঠাই ভোটৰপৰা "কাঁহ-মাটি" অনাই "অসমীয়া কাঁহ" তৈয়াৰ কৰাইছিল বুলি অনেকৰ মুখে শুনিবলৈ পোৱা হয়।) এই ভোট-আসাম বাণিজ্য সুচাৰু ৰূপে পৰিচালনা কৰিবৰ নিমিত্তে শিমলীয়া বাৰী নামে ঠাইত এজন আহোম ৰজাৰ বিষয়া ৰখা হৈছিল; তেওঁকে উজীৰ বৰুৱা বোলে। ভোটান আৰু আসামৰ বাণিজ্যত বছৰি একলাখ টকা আদান-প্ৰদান হৈছিল। ইয়াৰ বাহিৰে ভূটীয়াবিলাকে পশ্চিম ফালৰপৰা বিনা মাচুলে হাজো নামে ঠাইত সিইঁতৰ বস্তবোৰ ৰপ্তানী কৰিছিল আৰু আসামৰ, বিশেষকৈ কামৰূপৰ বস্তবোৰ সেই হাজো বাণিজ্য কেন্দ্ৰৰপৰা ভোটবাজালৈ সৰবৰাহ হৈছিল। গালিছা, মুগা, এৰি, মাছ, উল, সোণ, কস্তুৰী, লোন, ঘোঁৰা, হাতী আৰু চীন দেশীয় পছম আদি বস্তবোৰেৰে ভোট আৰু আসামৰ বাণিজ্য হৈছিল। উজীৰ বৰুৱা বোলা বিষয়াজনে এই বেপাৰীবিলাকৰপৰা মাচুল আদায় কৰি ৰজাৰ ওঁৰাললৈ পঠাইছিল।

**চোলালফটীয়া বৰুৱা**

ব্ৰহ্মপুত্ৰৰ উজনিত চোলালফাঁটত আহোম ৰজাৰ এটা চকী আছিল। কামৰূপ আৰু আন আন প্ৰদেশত যেতিয়া ভিন ভিন শাসনকৰ্ত্তা আছিল, তেতিয়া কামৰূপৰপৰা খাচ্ আসামলৈ অনা দ্ৰব্যাদিৰ ওপৰত এই চোলালফাটৰ চকীতে এটা মাচুল আদায় কৰা হৈছিল। যিজন বিষয়াৰ তত্বাৱধানত এই মাচুল আদায় হৈ ৰজাৰ ওঁৰাল পাইছিলহি তেওঁকে চোলালফাটৰ বৰুৱা, বা চোলালফটীয়া বৰুৱা বোলা হৈছিল।

**চমুৱা বৰুৱা**

ৰণ-বিগ্ৰহৰ সময়ত কিম্বা কোনো বিশেষ কাৰ্য্যৰ উপলক্ষে কেতিয়াবা চমুৱা পাইকবিলাকক আতৰলৈ লৈ যাবলগীয়া হয়; সেই সময়ত কেতিয়াবা কেতিয়াবা (সদায় নহয়) একোজন অস্থায়ী বিষয়া পাতি নিয়া হয়। তেনে বিষয়াক চমুৱা বৰুৱা বোলা হৈছিল।

## ২। ভিতৰুৱাল বৰুৱা

ৰজাৰ ভঁৰাললৈ চাউল, চিৰা, সান্দহ, পিঠা ইত্যাদি যোগোৱা মানুহ খেলক "ঢেকিয়াল" বোলে। ঢেকিয়াল ফুকন এইবিলাকৰ ওপৰুৱা বিষয়া। এই মানুহবিলাকৰ কাৰ্য্যাদিৰ প্ৰতি এওঁ দৃষ্টি ৰাখিব লাগিছিল; কিন্তু পিছলৈ এই ভাৰ তেওঁৰ সহকাৰী বিষয়া ঢেকিয়াল বৰুৱাৰ ওপৰত ন্যস্ত হোৱাত তেওঁ বৰফুকনৰ তাবে কামৰূপৰ ৰাজহ তোলা কাৰ্য্যত নিযুক্ত হৈছিল। আহোম ভাষাত ঢেকিয়াল ফুকনক "ফু-কন-ফা-কুট" আৰু ঢেকিয়াল বৰুৱাক "ফু-কে-ফা-কুট" বোলে।

**ঢেকিয়াল ফুকন**
**ঢেকিয়াল বৰুৱা**

ৰজাৰ দিনত চাংকঙ নামৰ মানুহ খৈদে বেত-বাঁহেৰে জপা, পেটাৰি আদি সজা কামত নিযুক্ত আছিল। ইবিলাক দুগৰাকী সেই চাংকঙ খেলৰ অধিকাৰী বিষয়া।

**চাংকঙ ফুকন,**
**চাংকঙ বৰুৱা**

আহোম মতে ছোলাধৰা ফুকনক "ফু-কন্-জাম্-ছু" আৰু ছোলাধৰা বৰুৱাক "ফু-কে-জাম্-ছু" বোলে। এই দুজন বিষয়া স্বৰ্গদেৱৰ সাজপাৰৰ তত্বাৱধায়ক আৰু সেই নামৰ ( অৰ্থাৎ ছোলাধৰা বা চেংধৰা ) খেলৰ ওপৰুৱা বিষয়া। ছোলাধৰা বৰুৱাজনক "চেংধৰা বৰুৱা" বুলিও জানে।

**ছোলাধৰা ফুকন**
**ছোলাধৰা বৰুৱা**

ৰজাৰ "খাৰ-ঘৰ"ত খাৰ-বাৰুদ কৰা এখেল মানুহ আছিল। খাৰঘৰীয়া ফুকন আৰু খাৰঘৰীয়া বৰুৱা সিহঁতৰে ওপৰুৱা বিষয়া। এওঁ-বিলাকৰ তত্বাৱধানত খাৰ, বাৰুদ, গোলা ইত্যাদি প্ৰস্তুত হৈছিল। ৰজাৰ "খাৰ ঘৰ" খাৰঘৰীয়া ফুকনৰ অধীনত। আহোম ভাষাত খাৰঘৰীয়া ফুকনক "ফু কন্-খাৰী" আৰু খাৰঘৰীয়া বৰুৱাক "ফ-কে-খাৰী" বোলে।

**খাৰঘৰীয়া ফুকন,**
**খাৰঘৰীয়া বৰুৱা,**
**খাৰঘৰীয়া**

ৰজাৰ দিনত যৱক্ষাৰ বা য'খাৰ কৰোঁতা য'খৰীয়া খেলৰ মানুহবিলাকৰ ওপৰুৱা বিষয়া। এওঁ য'খাৰ কৰাই ৰজাৰ ভঁৰাললৈ পঠাব লাগে।

**য'খৰীয়া বৰুৱা**

আহোম ভাষাত এই ফুকনজনাক "ফু-কন-ক" আৰু বৰুৱাজনক "ফু-কে-ক" বোলে।

ৰজাৰ নাও নিৰ্ম্মাণ কৰা আৰু নাও-শাল ৰখীয়া মানুহ খেলক নাওশলীয়া বোলে। এওঁলোক দুগৰাকী এই নাওশালিৰ আৰু নাওশলীয়া খেলৰ গৰাকী। নাও নিৰ্ম্মাণ কৰা আদি কাৰ্য্যত এওঁলোকে চকু দিব লাগে।

**নাওশলীয়া ফুকন**
**নাওশলীয়া বৰুৱা**

বজাৰ চৌলত পানী যোগনীয়া খেলক পানীশলীয়া বোলা হৈছিল। ইবিলাক দুই বিষয়া সেই খেলৰ অধিকাৰী। স্বৰ্গদেৱৰ "পানী ঘৰ" বা "পানী শাল"ৰ কাৰ্য্যাদিৰ প্ৰতি এওঁলোকে দৃষ্টি ৰাখিব লাগে।

পানীশলীয়া ফুকন
পানীশলীয়া বৰুৱা

আহোমবিলাকৰ পূজা-সেৱাৰ কাৰ্য্য কৰোঁতা খেলৰ মানুহবিলাকক চিৰিং বোলে। চিৰিংবিলাক "সাতঘৰীয়া আহোম"ৰ লগৰে। এই বিষয়া দুজন সিবিলাকৰ ভিতৰত প্ৰধান মানুহ, আৰু ওপৰৰা বিষয়া। চিৰিং ফুকনৰ গাত আহোম ভাষাত বুৰঞ্জী লিখাৰ ভাৰ থাকে। আহোম মতেৰে চিৰিং ফুকনক "ফু-কন্-ছি-ৰিঙ্" আৰু বৰুৱাজন "ফু-কে-ছি-ৰিঙ্" বোলে।

চিৰিংফুকন,
চিৰিং বৰুৱা

গন্ধীয়া খেলৰ মানুহে বজাৰ দিনত গন্ধক তৈয়াৰ কৰে আৰু বজাৰ ঘৰলৈ সুগন্ধী তেল ইত্যাদি প্ৰস্তুত কৰি দিব লাগে। এওঁলোক দুজন সেই খেলৰে ওপৰৰা বিষয়া। এওঁ "গন্ধীয়া ভঁৰাল"ত থোৱা বজাঘৰীয়া সকলো শাস্ত্ৰ আৰু হিচাব-পত্ৰৰ কাকত আদিৰ তত্বাৱধান কৰিব লাগে; আৰু, আৱশ্যক হ'লে, সেইবিলাকৰ কোনো এখন বৰবকৱাৰ ওচৰত নি দিবগৈ লাগে।

গন্ধীয়া ফুকন
গন্ধীয়া বৰুৱা

এওঁলোক দুগৰাকী খনিকৰ ( মৃন্ময় প্ৰতিমা গঢ়োঁতা ) বাদে, আৰু বজাৰ আদি শিল্পীবিলাকৰ গৰাকী আৰু ওপৰৰা বিষয়া। বজাঘৰত গোসাঁনী সজা, কাঠৰ পালেং, সিংহাসন, আৰু হাতীদাঁতৰ কাঁকৈ, কণি, সেন্দুৰৰ টেমা সজা, ইত্যাদি কামৰ ওপৰত এওঁলোকে দৃষ্টি ৰাখিব লাগে।

খনিকৰ ফুকন
খনিকৰ বৰুৱা

স্বৰ্গদেৱসকল কোনো ঠাইলৈ যাওঁতে, হাতত দা লৈ যোৱা মানুহ খেলক দা-ধৰা বোলে। এইবিলাক বজাৰ অতি বিশ্বাসী মানুহ। এওঁলোক দুজন সিবিলাকৰ ওপৰৰা বিষয়া। স্বৰ্গদেৱসকল ইফালে সিফালে যাওঁতে ইবিলাকো কাষে কাষে যাব লাগে।

দা-ধৰা ফুকন
দা-ধৰা বৰুৱা

স্বৰ্গদেৱসকল ৰাজসভাত বহোঁতে, কিম্বা ইফালে সিফালে ফুৰিবলৈ গ'লে, লগত তামোলৰ হাঁচটি লৈ যোৱা আৰু তামোল কাটি আগবঢ়াই দিয়া মানুহবিলাকক তামুলী বোলা হৈছিল। তামুলী ফুকন সিবিলাকৰ ওপৰৰা বিষয়া। এওঁ বজাঘৰৰ অতি বিশ্বাসৰ পাত্ৰ। এওঁ বজাৰ চাংমাই শালৰো যাবতীয় কাৰ্য্য-কাজৰ ওপৰত ভালকৈ চকু দিব লাগিছিল; এনে কি, বজালৈ বুলি বন্ধা-বঢ়া আহাৰীয় সামগ্ৰীবিলাকো তেওঁ নিজে আস্বাদন কৰি, কোনোবাই ষড়যন্ত্ৰ কৰি

তামুলী ফুকন

তাত বিষ প্ৰয়োগ কৰিছেনে নাই তাক পৰীক্ষা কৰিব লাগিছিল। ৰজাঘৰৰ "জাতি-ভোজ"ৰ তেওঁ ভাগ পাইছিল; আৰু জাতিৰ লগতে ভোজ খাওঁতেও পাত লৈ বহিব লাগিছিল। ৰজাঘৰৰপৰা ৰজাৰ নিত্য আহাৰীয় সামগ্ৰীবো তেওঁ ভাগ পাইছিল। পূৰ্ব্বে এই বিষয়খন আহোমৰ হাততহে আছিল। আহোম ৰাজত্বৰ শেষ অবস্থাতে ৰাষ্মণৰ ভিতৰত তাম্বুলী ফুকনৰ বিষয় হ'লত, বিশেষ সম্ভৱ, তাম্বুলী ফুকনৰ কাৰ্য্য-কামবো অনেক পৰিবৰ্ত্তন ঘটিছিল। কোনো বুৰঞ্জী-লেখকৰ মতে, তাম্বুলী ফুকনে ৰজাৰ ফুলনি-বাৰী পাতিছিল, আৰু সেই ফুলনিত বাৰী-বাৰীকৈ তামোল গছ অধিক থকা গতিকে তেওঁক তাম্বুলী ফুকন বোলা হৈছিল। তাম্বুলী ফুকনক আহোম ভাষাত "ফু-কন্-মা-মু" বোলে।

আহোম মাতেৰে "ফু-কন্-খে" বোলে। এওঁ ৰজাৰ "জালঘৰ"ৰ তত্ত্বাৱধায়ক।

**জালভাৰী ফুকন**

স্বৰ্গদেৱসকলে মৃগয়া কৰা জাল প্ৰভৃতিৰ কাম কৰোঁতা আৰু সেই জাল আদি লৈ ৰজাসকলৰ লগত যাওঁতা মানুহ খেলক জালভাৰী বোলে। এওঁ সেই মানুহ খেলৰ ওপৰৱা বিষয়া। ৰজাৰ মৃগয়া কৰা জাল প্ৰভৃতি এওঁৰ জিম্মাত থাকে; আৰু স্বৰ্গদেৱসকল মৃগয়ালৈ ওলালে, এঁৱো লগে লগে যাব লাগে।

হিন্দু হোৱাৰ আগতে আহোমবিলাকৰ তিনিখেল পূজাৰী আছিল; যেনে, দেওধাই, বাইলুং আৰু মহন। দেওধায়ে দেওপূজা কৰে; বাইলুং

**বাইলুং ফুকন**
**দেওধাই ফুকন**

বিলাকে কুকুৰাঠেং ইত্যাদি পুথিৰে মঙল চায় আৰু মহন-বিলাকে দেওপূজাৰ আয়োজন কৰি দিয়ে। তিনিও খেলেই আহোম ভাষা আৰু আহোমৰ ধৰ্ম্মপুথিবিলাক ভালকৈ পঢ়িব লাগে। বাইলুং ফুকন আৰু দেওধাই ফুকন ইবিলাকৰ ওপৰৱা বিষয়া; আহোমৰ সকলোবিলাক প্ৰাচীন পুথি এওঁলোক দুগৰাকীৰ তত্ত্বাৱধানত থাকে।

আহোম ভাষাত বাইলুং ফুকনক "ফু-কন্-বাই-লুঙ" আৰু দেওধাই ফুকনক "ফু-কন্-ম'-ছাই" বোলে।

এওঁ ৰজাৰ (আৰু উচ্চবংশীয় কোনো কোনো ডাঙৰীয়া আৰু বিষয়াসকলৰ) পুৰোহিত। আৰু ৰজাৰ ধৰ্ম্ম-কাৰ্য্যৰ তত্ত্বাৱধায়ক। এই ফুকনৰ পূৰ্ব্বপুৰুষ বুদ্ধি স্বৰ্গনাৰায়ণ

**ৰাজগুৰু ফুকন**

মহাৰজাৰ দিনত এই দেশলৈ আহে। তেওঁৰ নাম ৰাজগুৰু আৰু এওঁ ৰজাৰ কটকী আছিল। আহোম ৰজাসকল হিন্দু হোৱাত, ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ৰাজত্ব কালত, ৰাজগুৰুৰ ঘৰৰ এজনকে "ফুকন" উপাধি দি পুৰোহিত লোৱা হয়; আৰু পূৰ্ব্বপুৰুষৰ নাম অনুসৰি তেওঁক ৰাজগুৰু ফুকন বুলিলে। পিতৃশ্ৰাদ্ধৰ দিনা ৰজাঘৰৰ দোলা-দুলীয়াৰে এওঁক নগৰলৈ অনা হয় আৰু আজ্ঞাদিৰ অন্তত দোইঘৰেই ঘোৰাই দিয়া হয়।

**বৰভাণ্ডাৰৰ বৰুৱা (বৰভঁৰালী বৰুৱা)**

ৰজাৰ বৰভঁৰাল তিনিটা; (১) বৰভঁৰাল; (২) কাঠভঁৰাল আৰু (৩) চিৰিঙৰ ভঁৰাল। এই তিনিটা ভঁৰালৰ প্ৰধান অধ্যক্ষ কেইজনক "বৰভঁৰালী বৰুৱা" বা "বৰভাণ্ডাৰৰ বৰুৱা" বোলে।

ভঁৰালী বৰুৱাও তিনিগৰাকী। ৰজাৰ তিনিটা সাধাৰণ ভঁৰাল:—যেনে; (১)

**ভঁৰালী বৰুৱা**

বাৰীভঁৰাল বা ছোলাধৰা ভঁৰাল; গোঁসাঁইঘৰীয়া ভঁৰাল; আৰু (৩) গন্ধীয়া ভঁৰাল। এই তিনিটা ভঁৰালৰ অধ্যক্ষ কেইগৰাকীক "ভঁৰালী বৰুৱা" বোলে। কোনো কোনোৱে এওঁলোকক "শুলপানী বৰুৱা" বুলিও কয়।

**কাথ বৰুৱা**

এওঁ কাকতীবিলাকৰ ওপৰুৱা বিষয়া। এইখন বিষয় প্ৰায় চিৰকালেই কায়স্থ জাতীয় মানুহক দিয়া হৈছিল।

**দুৱৰী বৰুৱা**

ৰজাৰ নগৰৰ দুৱাৰ-ৰখীয়া মানুহবিলাকক দুৱৰী বোলা যায়। এই বিষয়াজন সিবিলাকৰ ওপৰুৱা বিষয়া। এওঁ সদাই ৰজাৰ নগৰত উপস্থিত থাকিব লাগে।

**মজিন্দাৰ বৰুৱা বা মজুমদাৰ বৰুৱা**

এইজন বিষয়াই স্বৰ্গদেৱৰ আদেশ লিখে; আৰু নতুনকৈ বিষয়া পাতোতে স্বৰ্গদেৱৰ নিয়োগ আজ্ঞা শুনায়। এওঁ লগত চাৰিজন চাংকাকতী পায়; সিবিলাকে লিখা-কাৰ্য্যত এওঁক সহায় কৰে।

ৰজাসকল বাহিৰলৈ ওলাই ইফাল-সিফাল কৰোতে হাতত একোডাল ভাং

**ভাং-ধৰা বৰুৱা**

(বা টাঙোন) লৈ যোৱা এখেল মানুহ আছিল; সিবিলাকক ভাংধৰীয়া আহোম বোলে। এইজন বিষয়া সিবিলাকৰ ওপৰুৱা বিষয়া।

এওঁ ৰজাৰ "শেন-ঘৰ"ৰ তত্বাৱধাৰক। শেনচোৱা খেলৰ মানুহে শেন পোহে;

**শেনচোৱা বৰুৱা**

শিকায়; আৰু সেই শেন মেলি ৰজাসকলক ৰং দেখুৱায়। শেনচোৱা বৰুৱাজন এই শেনচোৱা খেলৰ অধিকাৰী, অৰ্থাৎ ওপৰুৱা বিষয়া।

বুঢ়ি স্বৰ্গনাৰায়ণ স্বৰ্গদেৱৰ দিনত ভৱলীত চৈয়দ বাবাকৰ পৰিলত মীৰ শেনচোৱাক হুঁহিশেনে লৈতে ধৰি বধা হৈছিল। সেই অৱধি আমাৰ দেশত শেন মেলি ৰং চোৱা আৰম্ভ হ'ল। পথাৰত মাছ পেলাই থয়; চৰাইচুঙী খেলৰ মানুহে সেই মাছলৈ কপুৱা চৰাইবিলাক খেদাই দিয়ে। স্বৰ্গদেৱে ৰং চাব খোজা পথাৰত সেই মাছ খাই থকা কপুৱা চৰাইবিলাক উকৰাই দিয়া হয়। যেতিয়া কপুৱা-বিলাক বহুত ওপৰলৈ উঠে, তেতিয়া সিহঁতক ধৰি আনিবৰ নিমিত্তে শেনবিলাকক এৰি

দিয়া হয়। কোনো কোনো শেনে কোবতে কালেঙি কাটি গুচি যায়; কোনোবিলাকে আকাশবৰপৰা কপৌৰা ধৰি আনি স্বৰ্গদেৱৰ আগত পেলাই দিয়েহি। শেনে কালেঙি কাটি গুচিয়েই যাওক বা, কপৌৰা ধৰি আনি স্বৰ্গদেৱৰ আগতেই পেলাওকহি, শেনচোৱা বৰুৱাজনে কিন্তু স্বৰ্গদেৱে শুনাকৈ এইদৰে ঘনে ঘনে কৈয়েই থাকে— "স্বৰ্গদেও ঈশ্বৰ! মই বন্দীয়ে নকৈছিলো, বোলো, শেনৰ আজি এক জাত!"

চাওডাংবিলাক ৰজাৰ অতি বিশ্বস্ত ভৃত্য। ইবিলাকৰ দুখেল; এখেলে অপৰাধী-বোৰক বিচাৰকৰ প্ৰদত্ত শাস্তি কৰিছিল; আন খেলে "চাওডাং-চ'ৰা" আৰু "লিগিৰী-দুৱাৰ" ৰাখিছিল। চাওডাঙৰ বৰুৱাও দুজন; এওঁলোক এই দুখেল চাওডাঙৰ ওপৰৰ বিষয়া। দোষীক বিহিত শাস্তি দিয়া হৈছেনে নাই, পিছৰ খেলৰ বৰুৱাজনে সেইটো দেখি স্বৰ্গদেৱক জনাব লাগে।

**চাওডাঙৰ বৰুৱা**

কুকুৰাচোৱাবিলাক চাওডাঙেই। ইবিলাক ৰজাৰ প্ৰহৰী। সিইতবে এভাগে ৰজাৰ আজ্ঞাৰে কোনো দোষীক প্ৰাণ বধ কৰিছিল; আৰু জগৰীয়া মানুহক ধৰি আনিছিল। ইহঁতৰ পূৰ্ব্বপুৰুষে পূৰ্ব্বে কোনো এসময়ত ৰজাৰ চাংমাই শাললৈ কুকুৰা যোগাইছিল, সেইকাৰণে ইহঁতক কুকুৰাচোৱা বুলিলে। কুকুৰাচোৱা বৰুৱাজন ইহঁতৰ ওপৰৰ বিষয়া। ৰজাৰ ৰবজথলাৰ ওচৰৰ ভাটৌচালিৰপৰা এওঁ ৰাতি নগৰৰ সকলো কথা প্ৰতি চাৰি ভঁাৰে চৌথাম কৰি স্বৰ্গদেৱক পৰ যোগাই থাকিব লাগে। এওঁৰ তলতে ভঁাৰ-পৰা মানুহবিলাকো থাকে।

**কুকুৰাচোৱা বৰুৱা**

মৰাণবিলাক ৰজাৰ খৰিতাৰী। মৰাণ-বৰুৱাজন ইহঁতৰ ওপৰৰ বিষয়া আৰু স্বৰ্গদেৱৰ "খৰিঘৰ"ৰ তত্বাৱধায়ক।

**মৰাণ বৰুৱা**

ৰজাৰ চাংমাই শাললৈ চৰাই মাৰি আনি দিয়া মানুহ খেলক চৰাইমৰীয়া বোলে। এই বিষয়াজন ইহঁতবেই গৰাকী।

**চৰাইমৰীয়া বৰুৱা**

পাখীমৰীয়াবিলাক সন্দিকৈ ঘৰৰপৰা বঢ়া বুলি কয়। ইবিলাকে ম'ৰা পাখীৰ বিচনিৰে স্বৰ্গদেৱক চ'ৰাত বহোঁতে, কিম্বা বাহিৰলৈ ফুৰিবলৈ গ'লে লগত বিচি বিচি যাব লাগে। পাখীমৰীয়া বৰুৱাজন ইবিলাকৰে ওপৰৰ বিষয়া।

**পাখীমৰীয়া বৰুৱা**

আহোম ভাষাত বেজবৰুৱাক "ফু-কে-চাঙ্-ছা-বি" বোলে। এওঁ ৰজাঘৰৰ ৰাজ-বৈদ্য। ঔষধ কৰিবলৈ নিযুক্ত কৰা মানুহ খেলক বেজ বোলে। এওঁ সেই মানুহ খেলৰ ওপৰৰ বিষয়া আৰু স্বৰ্গদেৱৰ "বেজ-ঘৰ"ৰ তত্বাৱধায়ক। অনেকৰ এনে বিশ্বাস যে বেজবৰুৱা মাত্ৰেই ব্ৰাহ্মণ; কিন্তু সি সঁচা নহয়। পূৰ্ব্বে এই বিষয় আহোমৰ ভিতৰতহে আছিল; পিছলৈহে বামুণৰ হাতলৈ আহিছে।

**বেজবৰুৱা**

হাতী চোৱা, হাতী ঘাঁহী আৰু মাউত। এই তিনিখেলৰ ওপৰত এওঁ ওপৰৱা বিষয়া। হাতী চোৱা খেলৰ মানুহে হাতী চিকাৰত হাতী চাই খেদি খেদি আনি গড়ত সুমাব লাগে; হাতী ঘাঁহীয়ে হাতীক ঘাঁহ যোগাব লাগে আৰু মাউত খেলৰ মানুহে হাতী শিকাব লাগে আৰু হাতী ৰাখে।

**হাতী বৰুৱা**

হাতী বৰুৱাই হাতী ধৰা আৰু শিকোৱা কাৰ্য্যত বিশেষ দৃষ্টি ৰাখিব লাগে। স্বৰ্গদেৱসকলক কেতিয়াবা কেতিয়াবা হাতী যুঁজাই হাতী বৰুৱাই ৰঙো দেখুৱাব লাগে। এখেতক "হস্তী বৈদ্য"ও বুলিব পাৰি, কিয়নো এখেতৰ হাতত "হাতী পুথি" নামে ৰজাঘৰীয়া এক হস্তী-চিকিৎসাৰ পুথি থাকে; তাৰেই হাতীৰ ৰোগৰ চিকিৎসা কৰে। এওঁ ৰজাৰ "হাতীশাল"ৰো তত্বাৱধান কৰিব লাগে; আৰু স্বৰ্গদেৱসকল হাতীত উঠি ইফাল-সিফালে গলে, স্বৰ্গদেৱৰ পিছতে এঁৰো হাতীত উঠি লগতে যাব লাগে।

**ঘোঁৰা বৰুৱা**

ৰজাৰ ঘোঁৰাবিলাকক ঘাঁহ-পানী দিওঁতা আৰু সিঁহতৰ তত্বাৱধান কৰোঁতা মানুহ খেলক ঘোঁৰাচোৱা বোলে। ঘোঁৰা বৰুৱাজন এই ঘোঁৰাচোৱা খেলৰেই ওপৰৱা বিষয়া। এওঁ ৰজাৰ ঘোঁৰাবিলাক ভালকৈ শিকোৱাব লাগে; আৰু "ঘোঁৰাশাল"ৰ যাৱতীয় কাৰ্য্যৰ ওপৰত বিশেষ দৃষ্টি ৰাখিব লাগে।

**দোলাকাষৰীয়া বৰুৱা বা দোলাষৰীয়া বৰুৱা**

আহোম মাতেৰে এওঁক "হু-কে-কান্‌-ৰাম" বোলে। ৰজাৰ দোলাৰ দুয়ো কাষে যাব পৰা বিশ্বাসী প্ৰহৰী দুখেল মানুহ আছিল। সিঁহতৰে এখেলে, ৰজা ইফালে-সিফালে গলে, দোলাৰ দুয়ো কাষে প্ৰহৰী ৰূপে যায়; ই খেলে ৰজাৰ "দোলাকাষৰীয়া চ'ৰা" আৰু তাৰ উত্তৰৰ বৰ অখলাৰ মুখৰ দুৱাৰ ৰক্ষা কৰে। দোলাষৰীয়া বৰুৱা দুজন। এওঁলোক এই দুখেল দোলাষৰীয়াৰ ওপৰৱা বিষয়া। ৰজাৰ টেকেলাবিলাকো এওঁলোকৰ অধীন।

**ধেনু-চোঁচা বৰুৱা**

বাঁহ কাটি আৰু চাঁচি ধেনু-কাঁড় সাজি ৰজা-ঘৰত যোগাওঁতা মানুহ খেলক "ধেনু-চোঁচা" বোলে। ইহঁত কাঁৰী। ধেনুচোঁচা বৰুৱাজন ইহঁতৰ ওপৰৱা বিষয়া।

**যুতকীয়া বৰুৱা**

এওঁ ৰজাৰ কুঁৱৰীবিলাকৰ লগত অহা যৌতুকীয়া বন্দী, বেটী আৰু ধন বস্তু ইত্যাদিৰ তত্বাৱধায়ক।

**চাংমাই বৰুৱা**

ৰজাৰ ৰাকনী খেলক চাংমাই বোলে; চাংমাইবিলাক আহোম। চাংমাই বৰুৱাজন ইবিলাকৰ ওপৰৱা বিষয়া; আৰু ৰজাৰ "চাংমাই শাল"ৰ তত্বাৱধায়ক। চাংমাই লিগিৰা আৰু চাংমাইশলীয়া লিগিৰীবিলাক এইজন বিষয়াৰ তলে চলাচল কৰে।

**দুলীয়া মুকন**

এই গৰাকী বিষয়াই ৰাজসভাৰপৰা ভিতৰলৈ যাবলৈ আৰু চাওৰপৰা ৰাজসভালৈ আহিবলৈ, স্বৰ্গদেৱসকলৰ দোলা প্ৰস্তুত ৰাখিব লাগে।

ৰজাঘৰীয়া দোলা ভাৰ বওঁতা মানুহ খেলক দুলীয়া বোলা হয়। দুলীয়াবিলাক তিনি ভাগে বিভক্ত ; যেনে (১) আগ নালৰ দুলীয়া ; (২) পিছৰ নালৰ দুলীয়া ; আৰু

**দুলীয়া বৰুৱা**

(৩) কানসলোৱা দুলীয়া। আগ নালৰ দুলীয়াই সদাই আগৰ নাল, আৰু পিছৰ নালৰ দুলীয়াই সদাই পিছৰটো নালহে কানত লয় ; আৰু সেইদৰেই কানসলোৱা দুলীয়াবিলাকেও দোলাৰ কাষে কাষে থাকি, সময়ত মাথোন কান সলাবলৈ আন দুলিয়াক আজৰাই দিয়ে।

দুলীয়া-বৰুৱা তিনিজন। ইবিলাক ওপৰত উল্লিখিওৱা দুলীয়া তিনি খেলৰ ওপৰৱা বিষয়া। স্বৰ্গদেৱসকলৰ দোলা আৰু তেনেকুৱা বাহনৰ ওপৰত এওঁলোকে দৃষ্টি ৰাখিব লাগে।

এওঁ ৰজাৰ ফুলনি-বাৰী পতাব লাগে আৰু তাৰ তদাৰক কৰে। ইয়াৰ উপৰিও,

**ফুল বৰুৱা**

ৰজাৰ তেল যোগাওঁতা তেলীয়া, কাপোৰ-ধোৱা ধোবা আৰু ক্ষৌৰকৰ্ম কৰোঁতা নাপিত, এই তিনি খেল মানুহৰ কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখিব লাগে। ইহঁত এইজন বিষয়াৰ অধীনত।

ৰজাসকলৰ ভোগজৰা ধৰোঁতা, আৰু পিবিলাকক খোৱা পানী যোগাওঁতা মানুহ-

**জৰাধৰা বৰুৱা**

বোৰক "জৰাধৰা" বোলা হয়। ইবিলাক আহোম মানুহ। জৰাধৰা বৰুৱাজন এইবিলাক মানুহৰ ওপৰৱা বিষয়া।

**ঘিউ বৰুৱা**

এওঁ ৰজাৰ ভঁৰাললৈ ঘিউ, চেনি, গুৰ প্ৰভৃতি খাদ্যদ্ৰব্যৰ যোগান ধৰোঁতা মানুহ খেলৰ ওপৰৱা বিষয়া ; আৰু ৰজাৰ "ঘিউ-ঘৰ"ৰ তত্ত্বাৱধায়ক।

**মলীয়া বৰুৱা**

ফুলৰ মালা প্ৰভৃতি কৰা, আৰু ৰজাঘৰত তাৰ যোগান ধৰোঁতা মানুহ খেলক "মলীয়া" বোলে। এইজন বৰুৱা সেই মলীয়াবিলাকৰ ওপৰৱা বিষয়া।

**সোণাৰাৰ বৰুৱা**

ৰজাৰ "টাক-শাল"ৰ গৰাকী। ৰজাঘৰীয়া অলঙ্কাৰপাতি গঢ়াওঁতে, এওঁ সেইবিলাকৰ ওপৰত দৃষ্টি ৰাখিব লাগে।

**ৰখদলৈ বৰুৱা বা দলৈ বৰুৱা**

সোণাৰিবিলাকক সাধাৰণতে দলৈ বোলা হয়। এওঁ সোণাৰিবিলাকৰ ওপৰৱা বিষয়া ; আৰু ৰজাৰ "সোণাৰি শাল"ৰ তত্ত্বাৱধায়ক।

**কমাৰ বৰুৱা**

ৰজাঘৰীয়া দা, কটাৰি, কোৰ, ইত্যাদি গঢ়ি যোগান দিওঁতা কমাৰবিলাকৰ ওপৰৱা বিষয়া।

ৰজাসকলৰ চৌলৰ আৰু ৰৰ চ'ৰা ইত্যাদি ঘৰ সাজিবলৈ কাঠৰ খুঁটা, চতি, প্ৰভৃতি কাটি আনি যোগান দিওঁতা মানুহ খেলক "কাঠকটীয়া" বোলে। এই বিষয়াজনে সিবিলাক মানুহৰ কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখিব লাগে।

**কাঠকটীয়া বৰুৱা** এওঁ ৰজাৰ "কাঠঘৰ"ৰো তত্বাৱধায়ক। "কাঠঘৰ"ত শুকাঠী কাঠ আনি পালেং, ৰৰ পেৰা, সিংহাসন ইত্যাদি সাজিবৰ নিমিত্তে ৰাখি থোৱা হয়।

**শিলাকুটী বৰুৱা** শিল কাটি, তৰে থাল, বাটি, ঢেঁকিৰ গাঁৰিশলি সাজোঁতা মানুহবিলাকক "শিলাকুটী" বোলে। এওঁ সেই মানুহ খেলৰ ওপৰৱা বিষয়া।

**দৰৰধৰা বৰুৱা** মাটি জোখাত টাঁৰীৰ লগত মাটিৰ দীঘ পুতল আৰু সীমা লিখোঁতা মানুহৰ খেলক "দৰৰ ধৰা" বোলে। এওঁ সেই খেলৰ ওপৰৱা বিষয়া।

**নগৰীয়া বৰুৱা** এওঁ ৰজাৰ নগৰৰ তত্বাৱধায়ক। নগৰৰ ভিতৰত কোনো ঘটনা ঘটিলে ততালিকে স্বৰ্গদেৱক সম্বাদ দিব লাগে। বিশেষকৈ স্বৰ্গদেৱ যেতিয়া নগৰত নাথাকে, এওঁ নগৰৰ প্ৰায় সকলো বিষয়ে দৃষ্টি ৰাখিব লাগে।

**গণকৰ বৰুৱা** গণক বা সূৰ্য্যবিপ্ৰবিলাকে জ্যোতিষ শাস্ত্ৰৰ ব্যৱসায় কৰে। ৰজাৰ মঙ্গল চোৱা, আৰু শুভাশুভ তিথি প্ৰভৃতি গণনা কৰি দিওঁতা গণকবিলাকৰ এওঁ ওপৰৱা বিষয়া।

**ঘৰবন্দী বৰুৱা** ৰজাৰ ঘৰ-বন্দী আৰু বেটীবিলাকৰ তত্বাৱধাৰক।

**বিলতীয়া বৰুৱা** "বাৰে বিলাইত" পাতি ভাগ কৰি লোৱা গতিকে ৰহতীয়াবোৰক বিলতীয়াও বোলা যায়। বিলতীয়া-বোৰৰ তত্বাৱধায়ক।

ঘৰকলীয়া বৰুৱাক আহোম মাতেৰে "ফু-কে-ফু-ফা-বেন্" বোলে। এওঁলোক দুজনা; আৰু ঘৰকলীয়াবিলাকৰ ওপৰৱা বিষয়া। ঘৰকলীয়াবিলাকৰো দুফৈদে ৰজাৰ ৰৰ-ঘৰত

**ঘৰ-কলিয়া বৰুৱা** ঘৰ সাজে আৰু বাতি যেনেকৈ ফেঁচা আৰু হুহু ইত্যাদি অমঙলীয়া জন্ত পৰিব নোৱাৰে তালৈ দৃষ্টি ৰাখে, আৰু

বাস্তি পাল্ পাতি পৰ দিয়ে। ইবিলাকক পূৰ্ব্বে "ঘৰ-পৰীয়া" (অৰ্থাৎ ৰজাৰ ঘৰ পহৰীয়া) বুলিছিল; বৰ্ত্তমান "ঘৰ-পৰীয়া"ৰ ঠাইত "ঘৰ-কলীয়া" হৈছে। আন খেল ঘৰ-কলীয়া ৰজাৰ চিপাহী আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে প্ৰত্যেক ঘৰ মানুহৰে শকত আৰু বলী মানুহবোৰ বাছি আনি ৪০,০০০ চল্লিশ হেজাৰ চিপাহী কৰিছিল। সেইদৰে ঘৰ-

কালি অনা বাবে "ঘৰ-কলীয়া" বুলিছিল। আজিকালি কিন্তু দুয়ো ফৈদকে "ঘৰ কলীয়া" বোলা হয়। আহোম মতে ঘৰ-কলীয়াক "ফু-কা-বেৰ্" বোলে।

চাবুকধৰাবিলাকে ৰজাসকল বাহিৰলৈ গ'লে, আগে আগে হাতত চাবুক লৈ, ৰজাৰ লগত যাব লাগে। এই বিষয়াজনে এই খেল মানুহৰ কাৰ্য্যাদিৰ প্ৰতি দৃষ্টি ৰাখে। এওঁ সিহঁতৰ ওপৰৰা বিষয়া।

**চাবুকধৰা বকৰা**

বেঁতনিৰপৰা বেঁত কাটি আনি ৰজাঘৰত যোগাওঁতা মানুহ খেলৰ নাম "বেঁত-কটীয়া"। এওঁ ইহঁতৰ ওপৰৰা বিষয়া। ৰজাৰ নগৰৰ ঘৰ ইত্যাদি সাজোঁতে যি বেঁত লাগে, এওঁ তাৰ প্ৰতি দৃষ্টি ৰাখিব লাগে।

**বেঁতকটীয়া বকৰা**

চুটীয়া ৰাজ্য মাৰি অনা মানুহবোৰক কাঁৰী শ্ৰেণীভুক্ত কৰা হৈছিল। এওঁ সেই কাঁৰীবিলাকৰ ওপৰৰা বিষয়া। চুটীয়া কাঁৰীবিলাক স্বৰ্গদেৱৰ টোলত ঘৰ-বন্থুৱা ৰূপে ব্যৱহৃত হৈছিল।

**চুটীয়া কাঁৰী বকৰা**

কছাৰী ৰাজ্য মাৰি অনা স্বৰ্গদেৱৰ কছাৰী পাইক-বোৰৰ এওঁ ওপৰৰা বিষয়া।

**কছাৰী বকৰা**

চুঙীৰ তিনি খেল:—(১) চৰাইচুঙী (২) পহুচুঙী আৰু (৩) হাতীচুঙী। চৰাই-চুঙীয়ে, স্বৰ্গদেৱক শেন মেলি ৰং দেখাওঁতে, পখাৰত পেলাই থোৱা মাছলৈ, কন্থুৱা চৰাইবিলাক উৰাই খেদি দিয়ে; হাতীচুঙীয়ে হাতী-চিকাৰত হাতী থকা ঠাইলৈ গৈ, হাতী খেদি আনি গড়ত পেলাই দিয়ে; আৰু ধৰে। চুঙীবকৰা এই দুয়ো খেল চুঙীৰে ওপৰৰা বিষয়া। পহুচুঙীবোৰে ৰজা মৃগয়ালৈ গ'লে হাবিৰপৰা খেদি আনি পহু জালত পেলায়হি। ইহঁত জালভাৰী ফৈকনৰ অধীন।

**চুঙী বকৰা**

আগৰ ৰজাৰ দিনত দেশ ৰক্ষা কৰিবলৈ আৰু আকস্মিক ৰণ-বিগ্ৰহৰ নিমিত্তে অতিৰিক্ত সৈন্য সেনাৰ যোগাৰ দিবৰ কাৰণে প্ৰতি মানুহৰ ঘৰৰপৰা "মূল", "দেৱাল" আৰু "তেৱাল" হিচাপে বগুৱা কাঁৰী সৈন্য সংগ্ৰহ কৰাৰ প্ৰথা আছিল। চতুৰ্থজনক মাথোন ঘৰত খেতিবাতি কৰিবলৈ এৰি দিছিল। এনে ধৰণৰ চাৰিও পাইককে "এক গোট" বুলিছিল। মূলৰ বকৰাজন এই পাইকবিলাকৰ ওপৰৰা বিষয়া।

**মূলৰ বকৰা**

"চোমদেও" আহোমবিলাকৰ ঘাই উপাস্য দেৱতাৰ মূৰ্ত্তি। এই মূৰ্ত্তি ইন্দ্ৰবংশী আহোম ৰজাসকলৰ আদি পুৰুষ খুন্‌লুঙ-খুন্‌লাইক দেৱৰাজ লেঙ্‌ডন্ বা ইন্দ্ৰই দিছিল। এই বিষয়া গৰাকী সেই "চোমদেও"ৰ প্ৰধান পূজাৰী।

**বৰ চিৰিং বকৰা**

ৰজাৰ খোল, দিহ্ন (মৃদঙ্গ) নাগেৰা প্ৰভৃতি বাজনা বজাওঁতা মানুহখেলক "গায়ন" বোলা হয়। এওঁ গায়নবিলাকৰ ওপৰৱা বিষয়া। ৰজাঘৰীয়া সকলোপ্ৰকাৰ নৃত্যগীত এইজন বিষয়াৰ তত্বাৱধায়ক।

**গায়নৰ বৰুৱা**

**গুৱালৰ বৰুৱা** ৰজাৰ ম'হখুঁটি আৰু ম'হ ৰখা গুৱালবিলাকৰ তত্বাৱধায়ক।

**সোণোৱাল বৰুৱা** ৰজাৰ দিনত নৈৰ বালি ধুই সোণ উলিওৱা মানুহ খেলক সোণোৱাল বোলে। সোণোৱাল বৰুৱাজন এই সোণোৱাল খেলৰ ওপৰৱা বিষয়া। সোণোৱালবিলাকে

**ঠেঙাল বৰুৱা** এভাগে ৰণ কৰাইছিল; সিহঁতক ঠেঙাল বোলে। ঠেঙাল বৰুৱাজন ইহঁতৰ ওপৰৱা বিষয়া।

এই দুখন বিষয় পুৰণৰ ৰজাৰ ৰাজত্বৰ শেষ ভাগত সৃজন কৰা হয়। ইয়াৰ আগেয়ে, সোণোৱাল আৰু ঠেঙালৰ ভিতৰত ৰবা, শইকীয়া আৰু হাজৰিকাতকৈ ওপৰ বিষয়া নাছিল।

এওঁ দোলাৰৰীয়া বৰুৱাৰ তলৰ বিষয়া। সেইজন বিষয়াৰ তাৰে, এওঁ ৰজাৰ টেকেলাবিলাকৰ কাৰ্য্য-কাযৰ প্ৰতি দৃষ্টি ৰাখে। (সাধাৰণ

**নেওগ গোঁহাই** সেনাৰ সেনাপতিজনকো "নেওগ" বোলে; টেকেলাৰ ওপৰৱা বিষয়াজনকো "নেওগ" বোলে।

হেজ্দাৰ্‌ধৰা বা ভিতৰুৱাল গোঁহায়ো বোলে। এওঁলোক কেইবাজনো থাকে। আজিকালি ইংৰাজৰ "বডি গার্ড্" (Body Guard) কিম্বা "অডি-ক"বিলাকৰ (Aids-de-Camp) নিচিনাকৈ

**হেজ্দাৰ্‌ধৰা বা ভিতৰুৱাল গোঁহাই** ইবিলাক ৰজাসকলৰ বৰ বিশ্বাসৰ পাত্ৰ। বূঢ়াগোঁহাই আৰু বৰগোঁহাই পৰীয়া ডেকাসকলৰ ভিতৰৰপৰা প্ৰায় এওঁলোকক বাছি লোৱা হয়।

**লেখকৰ বৰুৱা** ৰজাঘৰীয়া পুথি লিখা লিখকবিলাকৰ ওপৰৱা বিষয়া। এওঁ লিখকৰ দ্বাৰা পুথি লিখাই ৰজাৰ ওঁৰালৈ পঠাব লাগে;

আহোম ৰজাৰ দিনত ৰাজ-চ'ৰাত বা ৰজাসকল অন্য ঠাইলৈ যাওঁতে ছত্ৰ আৰু আবোৱান-ধৰা খেলৰ মানুহক আবোৱান-ধৰা বুলিছিল। আবোৱানে ছত্ৰই একে নহয়। আবোৱান দুবিধ; ডকুলা (বা বগা) আৰু

**আবোৱান-ধৰা বৰুৱা** ৰঙা। আহোম ৰজাৰ দিনত আবোৱান-ধৰাবিলাকৰ মান আছিল; কিয়নো ইও একপ্ৰকাৰ বিষয়েই। যাকে তাকে সেই কামত নলগাইছিল; কেৱল আবোৱান ধৰা খেলৰ মানুহে মাথোন আবোৱান আৰু ছত্ৰ ধৰাৰ বাৰ পাইছিল। ৰজাৰ ওচৰত সদাই বিদ্যমান থকাৰ নিমিত্তে ৰজাঘৰীয়া অনেক আও-ভাও জানিছিল আৰু দুই-চাৰি কথাৰ খাতিৰো ৰাখিব পাৰিছিল। এই খেলৰ মানুহ ৰজাঘৰৰ বৰ বিশ্বাসী আছিল।

স্বৰ্গদেও চুহুমুং স্বৰ্গনাৰায়ণৰ দিনত আবোৱান-ধৰা খেলৰ প্ৰথম সৃষ্টি হয়; আৰু সেই দিনাৰ্বধি কমলেশ্বৰ সিংহ স্বৰ্গদেৱৰ ৰাজত্ব প্ৰাৰম্ভলৈকে এই খেলত কোনো বিষয়া নাছিল। আবোৱান-ধৰাবিলাকৰ বংশ বৃদ্ধিৰ লগে লগে সংখ্যাও অনেক পৰিমাণে বঢ়াত, সিবিলাকৰ তত্ত্বাৱধান ল'বৰ নিমিত্তে তেওঁলোকৰ ভিতৰৰে এজনক তত্ত্বাৱধায়ক মনোনীত কৰিব লগা হ'ল। এদিন কমলেশ্বৰ সিংহ স্বৰ্গদেৱ ফুৰিবলৈ বুলি অনেক বিষয়া আদিৰে ওলাই গৈছিল। নগৰৰপৰা বেছি দূৰ নৌপাওঁতেই ধুমুহা বতাহ আছিল; আৰু সেই বতাহৰ কোৰ সহিব নোৱাৰি অনেক বিষয়া দিহাদিহি সোমাল। স্বৰ্গদেৱৰ লগত বগা দীঘল নামে এক শকত-আৱত দীঘল ডাঙৰ আবোৱান-ধৰা গৈছিল। তেওঁ অতি কষ্টেৰে, এহাতে আবোৱান আৰু আনহাতে ছত্ৰ ধৰি স্বৰ্গদেৱক ধুমুহা বতাহৰ প্ৰবল আক্ৰমণৰপৰা নিৰাপদে ৰক্ষা কৰিলে। স্বৰ্গদেৱে তাতে পৰম সন্তোষ পাই পাছদিনা মন্ত্ৰী-সকলেৰে পৰামৰ্শ কৰি তেওঁক "আবোৱান-ধৰা বৰুৱা" পাতিলে। আবোৱান-ধৰা বৰুৱাৰ পদৰ এয়েই প্ৰথম সৃষ্টি। তেওঁ লোকান্তৰ হোৱাৰ পিছতো যোগেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনলৈকে, তেওঁৰ বংশতেই এই বিষয়খন থাইছিল।

প্ৰথমতে আবোৱান-ধৰাবিলাক আহোম মানুহৰ ভিতৰতহে হৈছিল; পাছলৈ কিন্তু এই খেলত বামুণ, কলিতা, কোচ, কেওট আৰু অনেক চুটীয়া মানুহ সোমাল।

**লুখুৰাখনৰ বৰুৱা**

যিবিলাক লুখুৰাখনে সততে স্বৰ্গী ৰজাসকলৰ মৰা-শ "কঙ্কডাঙৰ" ঘৰলৈ নিব লাগিছিল, সেই ফৈদটোৰ ওপৰত এজন ওপৰুৱা বিষয়া ৰখা হৈছিল; তেওঁকে "লুখুৰাখনৰ বৰুৱা" বোলে। ৰজাঘৰৰ শ নিওৱা আৰু মৈদামত মাটি দিওৱা এইজনা বিষয়াৰ ওপৰত ন্যস্ত আছিল।

**আহোম বৰুৱা**

নামত আহোম বৰুৱা হ'লেও আদিতে এই বিষয়া গৰাকী জাতত চুটীয়া আছিল। পূৰ্ব্বত চুটীয়া ৰজাৰ কটকী আছিল। চুটীয়া ৰাজ্য আহোমৰ হস্তগত হ'লত এইঘৰ মানুহ আমাৰ লগত পলাই আহে। পাছে চুটীয়াৰ কালৰ বা-বাতৰি জনাই থাকিবলৈ আমাৰ স্বৰ্গদেৱে বৰুৱা পাতিলে আৰু আহোম ৰজাৰ তলে বৰুৱা হ'ল কাৰণে চুটীয়াবোৰে "আহোমৰ বৰুৱা" বা "আহোম বৰুৱা" বুলিলে। চুটীয়া চিৰিঙৰ এয়ে আদি।

**লিকচনৰ বৰুৱা**

ৰজাৰ লিকচৌবিলাকক লিকচৌৱান বা লিকচন বোলে। এই বিষয়া গৰাকী সেই লিকচৌবিলাকৰ ওপৰুৱা বিষয়া।

**দেওঘৰীয়া বৰুৱা**

চৰাইদেউত থকা "দেওঘৰ"ৰ তত্ত্বাৱধান কৰোঁতা বিষয়া। এওঁ সেই দেওঘৰৰ পূজা-সেৱা সংক্ৰান্ত যাৱতীয় কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখিব লাগে। এই বিষয়খন দেওধাই, বাইলুং আৰু চিৰিঙ এই তিনি ফৈদৰ মানুহেহে সাধাৰণতে উপভোগ কৰিবলৈ পায়।

## ৩। মেলভগীয়া বিষয়া

এওঁলোক হুজন চাবিও বজাৰ মেলৰ গৰাকী; আৰু চাবিঙীয়া নামৰ মানুহ খেলৰ ওপৰৰা বিষয়া। চাবিও অঞ্চলৰ সকলোবিলাক কাৰ্য্যৰ ওপৰত এওঁলোক দুয়ো দৃষ্টি ৰাখিব লাগে। চাবিঙীয়া ফুকনে লগত এজন কাকতী পায়।

**চাবিঙীয়া ফুকন**
**চাবিঙীয়া বৰুৱা**

এওঁলোক পৰ্ব্বতীয়া কুঁৱৰীৰ মেলৰ অধিকাৰী আৰু পৰ্ব্বতীয়া নামৰ মানুহ খেলৰ ওপৰৰা বিষয়া, আৰু শিশুৰ তত্বাৱধায়ক। এওঁলোকৰ ফুকনজনে লগত এজন কাকতী পায়। মিঃ গেইট্ (আজিকালি, চাৰ এড্ওৱাৰ্ড) চাহাবে তেওঁৰ History of Assam-ত লিখিছে "Parbatiya Phukan, a Brahman who managed the affairs of the Chief Queen" অৰ্থাৎ পৰ্ব্বতীয়া ফুকন এজন ব্ৰাহ্মণ; তেওঁ প্ৰধান কুঁৱৰীজনাৰ মেল সংক্ৰান্ত যাৱতীয় কাৰ্য্যৰ ওপৰত দৃষ্টি ৰাখে। ইয়াৰপৰা অনেকে এনে ঠাৱৰাব পাৰে যে পৰ্ব্বতীয়া ফুকন মাত্ৰেই ব্ৰাহ্মণ আছিল; প্ৰকৃততে কিন্তু তেনে নহয়। এই বিষয়খন পূৰ্ব্বত আহোমৰ ভিতৰতহে আছিল; আহোম ৰাজত্বৰ শেষ ছোৱাত মাথোন ব্ৰাহ্মণক দিয়া হৈছিল। (যেনে; রুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত এই বিষয়খন খিমতৰ্ পাতৰৰ বংশত আৰু শিৱসিংহ ৰজাৰ দিনত মৰাণ পাতৰৰ পৰ্ব্বতীয়া ফুকন হৈছিল; ইত্যাদি।)

**পৰ্ব্বতীয়া ফুকন**
**পৰ্ব্বতীয়া বৰুৱা**

আহোম ভাষাত পৰ্ব্বতীয়া ফুকনক "ফু-কন্-ভয়্" আৰু পৰ্ব্বতীয়া বৰুৱাক "ফু-কে-ভয়্" বোলে। ফুকনজনে এজন কাকতী পায়।

আহোম মাতেৰে বাইভণ্ডীয়া ফুকনক "ফু-কন্-বাই-ডাঙ" আৰু বাইভণ্ডীয়া বৰুৱাজনক "ফু কে-বাই-ড্যাঙ" বোলে। এওঁলোক বাইভণ্ডীয়া কুঁৱৰীৰ মেলৰ বিষয়া। এই মেল সংক্ৰান্ত সকলো বিষয়ে এওঁলোকে দৃষ্টি ৰাখিব লাগে। এওঁলোক বাইড্যাঙ নামক মানুহ খেলৰো ওপৰৰা বিষয়া। ফুকনজনে লগত এজন কাকতী পায়।

**বাইভণ্ডীয়া ফুকন**
**বাইভণ্ডীয়া বৰুৱা**

এওঁলোক ডিপাম ৰজাৰ মেলৰ গৰাকী আৰু ডিপমীয়া মানুহ খেলৰ ওপৰৰা বিষয়া। ডিপাম অঞ্চলৰ সকলো কামৰ ভাৰ এই দুগৰাকী বিষয়াৰ ওপৰত নিৰ্ভৰ কৰে। ফুকনে এগৰাকী কাকতী লগত পায়।

**ডিপমীয়া ফুকন**
**ডিপমীয়া বৰুৱা**

এওঁলোক নামৰূপ অঞ্চলৰ কাৰ্য্য-কামৰ তত্বাৱধায়ক আৰু নামৰূপীয়া খেলৰ গৰাকী। এওঁলোকে নামৰূপীয়া ৰজাৰ মেলসংক্ৰান্ত সকলোবিলাক কাৰ্য্যৰ ওপৰত দৃষ্টি ৰাখিব লাগে।

**নামৰূপীয়া ফুকন**
**নামৰূপীয়া বৰুৱা**

**খড়ীয়া ফুকন**
**খড়ীয়া বৰুৱা**

এওঁলোক ৰাজমাওৰ মেলৰ বিষয়া। সেই মেল-সংক্রান্ত সকলোবিলাক কার্য্যৰ ওপৰত এওঁলোক দুজনাই দৃষ্টি ৰাখিব লাগে। খড়ীয়া ফুকনে লগত এজন কাকতী পায়।

ৰজাৰ মাহীয়েক আৰু মাহী-কুঁৱৰীবিলাকক ভোগ কৰিবলৈ দিয়া মেলক মাহীমেল বোলে। কেতিয়াবা তেনে মেল কোনো ওচৰ-সম্বন্ধীয়া কোঁৱৰকো দিয়া হয়। পুৰন্দৰ সিংহৰ ৰাজত্বকালৰ শেহ অৱস্থাত এই মেল ঈশ্বৰ গোহাঁইদেৱকে দিয়া হৈছিল।

**মাহীমেলীয়া ফুকন**
**মাহীমেলীয়া বৰুৱা**

এওঁলোক দুগৰাকী মাহীমেলৰ আৰু মাহীমেলীয়া খেলৰ ওপৰুৱা বিষয়া। ফুকনে এজন কাকতী পায়।

**ভঁৰালী গোহাঁই**

ৰজাৰ পর্ব্বতীয়া কুঁৱৰীৰ বৰ ভঁৰালী। এওঁ লগত এজন কাকতী পায়, সেই কাকতীৰ হাতত পর্ব্বতীয়া কুঁৱৰীৰ যথাসর্ব্বস্বৰ এটা তালিকা থাকে।

ৰাজমাওৰ মাকক উপভোগ কৰিবলৈ দিয়া মেলখনক এনাইঘৰীয়া মেল বোলে।

**এনাইঘৰীয়া বৰুৱা**

এওঁ সেই মেলৰ আৰু এনাইঘৰীয়া মানুহ খেলৰ ওপৰুৱা বিষয়া। সেই মেলৰ যাৱতীয় কার্য্যৰ ভাৰ এওঁৰ ওপৰত।

ৰজাৰ শহুৰেক বা স্বৰ্গী হোৱাজনা ৰজাৰ কুঁৱৰীক ভোগ কৰিবলৈ দিয়া মেলখনক পুৰণি মেল বোলা যায়। এওঁ সেই মেলৰ আৰু পুৰণি-মেলীয়া বোলা মানুহ খেলৰ ওপৰুৱা বিষয়া।

**পুৰণিমেলীয়া বৰুৱা**

মেলখোৱা প্রধান কুঁৱৰী কেইগৰাকীৰ উপৰিও খাতিৰত পৰি কোনো কোনো চমূৱা কুঁৱৰীক একোখন সামান্য মেল দিয়ে; তাক ন-মেল বোলে। এওঁ সেই ন-মেলৰ আৰু তাৰ ভাগীৰ ন-মেলীয়া খেলৰ ওপৰুৱা বিষয়া। কোনো ৰজাৰ নতুনকৈ অনা কুঁৱৰীকো কেতিয়াবা এই মেল দিয়া হয়।

**ন-মেলীয়া বৰুৱা**

ৰজাৰ কুঁৱৰী আৰু আইদেওসকলক খোঁপা বান্ধিবলৈ চেংচুলি যোগাবলৈ এখেল মানুহ আছিল; সিহঁতক কলিচেঙ বোলা হৈছিল। সিহঁতে মাইকীক চুলি ৰাখি, চেং-চুলি গাঁথি ৰজাৰ ঘৰত যোগান ধৰিব লাগে। এই সেই মানুহ খেলৰ ওপৰুৱা বিষয়া।

**কলিচেঙৰ বৰুৱা**

ৰজাই আইদেওসকলক উপভোগ কৰিবলৈ দিয়া মেলক গাভৰু মেল বোলে। সেই মেল তেওঁলোকে স্বামীৰ ঘৰলৈ যোৱাৰ আগলৈকে ভোগ কৰে। এইজন বিষয়া সেই মেলৰ আৰু তাৰ ভাগৰ গাভৰু-মেলীয়া খেলৰ গৰাকী।

**গাভৰু-মেলীয়া বৰুৱা**

**মাজু-মেলীয়া বৰুৱা**

এওঁ মাজু-মেলীয়া গোঁহাইদেৱক উপভোগ কৰিবলৈ দিয়া মেলখনৰ ওপৰৱা বিষয়া। এওঁ এই মেলসংক্ৰান্ত সকলো কাৰ্য্যৰ ওপৰত দৃষ্টি ৰাখিব লাগে।

**সৰু-মেলীয়া বৰুৱা**

এওঁ সৰু-মেলীয়া দেৱক দিয়া মেলৰ ওপৰৱা বিষয়া। এই মেলৰ যাৱতীয় কাৰ্য্য এইজন বিষয়াৰ তত্বাৱধানত।

**টেকেলা বৰুৱা**

টেকেলাবিলাক প্ৰধানতঃ তিনি ভাগে বিভক্ত; ৰজাৰ টেকেলা; ৰৰবৰুৱাৰ টেকেলা আৰু মেলভগীয়া টেকেলা। বৰুৱাজন মেলভগীয়া টেকেলাবিলাকৰ ওপৰৱা বিষয়া।

## ৪। দেৱলীয়া বিষয়া বা সেৰাচলোৱা

**দেৱলীয়া ফুকন**

**দেৱলীয়া বৰুৱা**

এওঁলোক দুগৰাকী বিষয়া দেৱালয় আৰু মন্দিৰ-বিলাকৰ তত্বাৱধায়ক। দেৱালয় সম্পৰ্কীয় যাৱতীয় কাৰ্য্য-কাম এওঁলোকৰ তত্বাৱধানত; আৰু মন্দিৰ সংস্কাৰৰ ভাৰো এওঁবিলাকৰ গাতে ন্যস্ত থাকে।

**সত্ৰীয়া বৰুৱা**

এওঁ সত্ৰ সম্বন্ধীয় কাৰ্যক্ৰম চলাওঁতা বিষয়া।

**ৰুদ্ৰসাগৰীয়া বৰুৱা**

**গৌৰীসাগৰীয়া বৰুৱা**

ৰুদ্ৰসাগৰৰ দ'ল (ৰুদ্ৰসাগৰ দেৱালয় নহয়) আৰু পুখুৰী স্বৰ্গদেৱে লক্ষ্মী সিংহৰ দিনত কৰা হয়। ৰুদ্ৰসাগৰীয়া বৰুৱা এই দ'লৰ গৰাকী আৰু তত্বাৱধায়ক। শিৱসিংহ স্বৰ্গদেৱে গৌৰীসাগৰত দ'ল কৰায়। গৌৰীসাগৰীয়া বৰুৱা সেই দলৰ তত্বাৱধায়ক। এই দ'ল সংক্ৰান্ত কাৰ্য্য-কামৰ প্ৰতি এইজন বিষয়াই দৃষ্টি ৰাখিব লাগে।

**জয়সাগৰীয়া বৰুৱা**

অসমত জয়মতী কুঁৱৰীৰ নাম আৰু জয়সাগৰৰ পুখুৰী আৰু দলৰ কথা শুনা বা নজনা মানুহ নাই। এই সতী-কুলগৌৰৱা জয়মতী কুঁৱৰীৰ নাম চিৰস্মৰণীয় কৰি ৰাখিবৰ নিমিত্তে, তেওঁৰ পুতেক ৰুদ্ৰসিংহ স্বৰ্গদেৱে স্বৰ্গীয়া আইতাকক ল'বা ৰজাৰ মানুহে য'তে শাস্তি কৰি মাৰিছিল, সেই ঠাই তোখৰক মাজ কৰি জয়সাগৰৰ পুখুৰী খনাই, তাৰ পাৰতে এটি দেৱালয় পতায়। এই দেৱালয়ক জয়সাগৰৰ দ'ল বোলে আৰু এই দ'ল এতিয়াও বিৰাজমান। জয়সাগৰীয়া বৰুৱাজন এই দ'লৰ গৰাকী আৰু সেই দ'ল সংক্ৰান্ত প্ৰায় সকলো কাৰ্য্য-কামৰ তত্বাৱধায়ক।

শিৱসাগৰ পুখুৰী আৰু দ'ল শিৱসিংহ স্বৰ্গদেৱৰ কুঁৱৰী মদাম্বিকাই কৰায়। দ'লৰ পূজা-সেৱা আৰু আন আন কাৰ্য্য-কাম সুবিধাৰে চলিবৰ নিমিত্তে বজা-ঘৰৰপৰা যি ভূমি-বৃত্তি আৰু বন্দী-বেটী ইত্যাদি দ'লৰ নামে উচৰ্গি দিয়া হয়, সেইবিলাকৰ আৰু সেই দ'ল সংক্ৰান্ত যাৱতীয় কাম এই শিৱসাগৰীয়া বৰুৱাৰ তত্বাৱধানত;

**শিৱসাগৰীয়া বৰুৱা**

বিষ্ণু দ'লৰ আৰু সেই দ'ল সংক্ৰান্ত কাৰ্য্য-কামৰ তত্বাৱধায়কজনক বিষ্ণু দ'লৰ বৰুৱা বোলে। কথা কোৱা বৰুৱাজন বিষ্ণু দ'লৰ বৰুৱাজনৰ সহকাৰী বিষয়া।

**বিষ্ণু দ'লৰ বৰুৱা**

**কথা কোৱা বৰুৱা**

স্বৰ্গদেৱ বুদ্ধি স্বৰ্গনাৰায়ণ বা প্ৰতাপ সিংহ বজাই অনুমান ১৫৫৬ শকত (ইং ১৬৩৪ চন) দেৱৰ গাঁৱৰ দৌল কৰাইছিল। সেই দ'ল বৰ্ত্তমান দলৰপৰা কিছু দূৰৈত আছিল; তাক ব্ৰহ্মপুত্ৰে খহাই ভাঙিলে। বৰ্ত্তমান যি দ'ল আছে তাক মানুহে নেমেৰিটিঙৰ দ'ল বুলিও কয়; আৰু সেই দ'ল অনুমান ১৭০০-১৭০১ শকত (ইংৰাজী ১৭৭৮-১৭৭৯ চনত) ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে কৰায়। দেৱগাঁও দ'লৰ বৰুৱা (বা, দেৱগঁয়া বৰুৱা) জন এই দ'লৰ তত্বাৱধায়ক। সেই দ'ল সংক্ৰান্ত যাৱতীয় কাৰ্য্য-কামৰ প্ৰতি এইজন বৰুৱাই দৃষ্টি ৰাখিব লাগে।

**দেৱগাঁও দ'লৰ বৰুৱা**
**বা**
**দেৱগঁয়া বৰুৱা**

এওঁ দেৱৰ "পূজাঘৰ"ৰ তত্বাৱধায়ক আৰু বজাঘৰীয়া ব্ৰাহ্মণসকলৰ ওপৰৱা বিষয়া।

**পূজাঘৰীয়া বৰুৱা**

ৰুদ্ৰসিংহ স্বৰ্গদেৱে নগাঁৱৰ মিছামুখৰ নিমিত্তে কিছুমান ফৌজ পঠাইছিল। জয়ন্তাৰ বজা ৰামসিংহে ভয় পাই দেশ এৰি আমাৰ স্বৰ্গদেৱৰ লগত সাক্ষাৎ কৰিবলৈ আহিল। সেই ছলতে আমাৰ ফৌজবোৰে জয়ন্তাৰ শ্ৰীশ্ৰীজয়ন্তী দেৱীক আমাৰ দেশলৈ লৈ আহিল। সেই ৺জয়ন্তী দেৱী এতিয়া যোৰহাটত "বুঢ়ী গোসাঁনী" নামে খ্যাত হৈছে। এই বুঢ়ী গোসাঁনীৰ দেৱালয়ৰ পূজাৰীজনকো "পূজাঘৰীয়া বৰুৱা" বোলে।

এই বিষয়খন ফুলেশ্বৰী বৰকুঁৱৰী বা "বৰ-ৰজা"ৰ কীৰ্ত্তিহে বুলিব লাগে। তেওঁৰ মোমায়েকক বিষয়া পাতিবৰ মনেৰে এই অলাগতীয়া বিষয়খন সৃজন কৰে। এওঁ "বৰ-ৰজা"ৰ "দেৱীঘৰ"ৰ তত্বাৱধায়ক; আৰু সেই সম্বন্ধীয় সকলো বিষয়ে এওঁ দৃষ্টি ৰাখিছিল।

**দেৱীঘৰৰ বৰুৱা**

# কিছুমান সান-মিহলি বিষয়াৰ বিবৰণ

বৰকাকতী, পিয়লা কাকতী, টাঙনি কাকতী, ভঁৰালী কাকতী, (ভৰলুৱা কাকতী), হাতী কাকতী, চাংকাকতী, ভৰলুৱা বৰকাকতী, টাঙনি বৰ-কাকতী, তাল কাকতী, পাখি কাকতী

কাকতীবিলাকৰ লেখাই ব্যৱসায়। অসম ৰজাৰ দিনত এই খেলৰ মানুহে মাটি আৰু উৎপন্ন ভগনৰ লেখ ৰাখিছিল। দেশৰ সৰু এভাগৰ লেখ-বুজা কাকতীজনক টাঙনি কাকতী; ভঁৰালৰ আয়-ব্যয়ৰ লেখ ৰখাজনক "ভঁৰালী কাকতী"; ৰজাৰ হাতী আৰু "হাতীশাল" সংক্ৰান্ত আয়-ব্যয়ৰ হিচাপ ৰাখোঁতাজনক "হাতী কাকতী" আৰু "বৰ ৰাটঘৰ"ৰ বৰ জখলাৰ মুখৰ চাওত থাকি ভঁৰালী কাকতীৰপৰা উৎপন্ন ভগনৰ লেখ-বুজ লওঁতা-জনক চাংকাকতী বোলে।

এই কাকতীবিলাকৰ প্ৰধান কেইজনক বৰকাকতী বুলিছিল। বৰকাকতী আঠজন: পাঁচজন ভঁৰালৰ আৰু তিনিজন পিয়লৰ। ভৰলুৱা বৰকাকতী বৰ-চ'ৰাত থাকে আৰু চাংকাকতীৰপৰা উৎপন্ন ভগনৰ হিচাপ লয়। পিয়লৰ বৰকাকতীয়ে টাঙনি কাকতীৰপৰা মাটিৰ লেখ-বুজ লয় আৰু সিবিলাকৰ কাৰ্য্য-কামৰ তত্বাৱধান কৰে। তেওঁক টাঙনি বৰকাকতী বুলিও জানে।

ভাটিতো (অৰ্থাৎ নামনি অসমত) বৰফুকনৰ লগতো দুফৈদ কাকতী আছিল, এফৈদ কলিতাৰ আৰু ইফৈদ গণকৰ।

বৰকটকী

ৰজাসকলে নিৰ্ব্বন্ধ আদি কৰিবৰ নিমিত্তে আন ৰজাৰ ওচৰলৈ পঠোৱা দূতবিলাকক "কটকী" বোলে; আৰু ইবিলাকৰ প্ৰধানজনক "বৰ কটকী" বোলে। এওঁ "কেন-ফুক-ন"ৰ ভাবে কটকীবিলাকৰ চলাচল কৰায়; ৰাজ-সভাত থলাৰ-পৰা ৰজাইতে আগকৰা কথাবিলাক "মুখ দি সুধি" তালৈকে ৰৰবৰুৱাত জনায়; আন কোনোজনা তাওৰীয়াক ভাঙিবৰ হ'লে, স্বৰ্গদেৱৰ আজ্ঞাৰে গৈ তাওৰীয়াক সেই সম্বাদ ঘৰতে জনাই দোলা-আবোৱান প্ৰভৃতি কাঢ়ি আনে। কটকী-বিলাকক আহোম মাতেৰে "চউ" বোলে।

তামোল কাটি দিয়া আৰু স্বৰ্গদেৱৰ লগত যাওঁতে তামোলৰ হাঁচটিত তামোল-পাণ ৰাখি লৈ ফুৰা মানুহবিলাকক তামুলী বোলে। সিবিলাকৰ প্ৰধানজনক "বৰ তামুলী" বোলা হয়। স্বৰ্গদেৱ ইফাল-সিফালে গ'লে, এওঁ স্বৰ্গদেৱে খোৱা তামোল-পাণ হাঁচটিত

**বৰ তামুলী**
**তামুলী খাতনিয়াৰ লিগিৰা, তামুলী লিগিৰা, পাচনী লিগিৰা, গা-চোৱা লিগিৰা, নাচনী লিগিৰা, ভঁৰালী লিগিৰা, চাংমাই লিগিৰা, খাতনিয়াৰ লিগিৰী, গা-চোৱা লিগিৰী, তামুলী লিগিৰী, গোঁসাই-ঘৰীয়া লিগিৰী, চাংমাই-শলীয়া লিগিৰী, জবাশলীয়া লিগিৰী**

বান্ধি লৈ যুৱাব লাগে; চাংমাই শালৰপৰা ৰজাৰ ভোজনৰ বস্তুবিলাকো এৱেঁই চাঙত আনি দিয়েছি। এওঁ স্বৰ্গদেৱৰ তামূলী লিগিৰাখিনিৰ তত্বাবধায়ক।

ৰজাসকলৰ লিগিৰা আৰু লিগিৰীৰ কেইবাটাও ভাগ আছিল; যেনে, খাতনিয়াৰ লিগিৰা; তামূলী লিগিৰা; পাচনী লিগিৰা; গা-চোৱা লিগিৰা; নাচনী লিগিৰা আৰু ভঁৰালী লিগিৰা। লিগিৰীবিলাকৰ যেনে: খাতনীয়াৰ লিগিৰী; গা-চোৱা লিগিৰী; তামূলী লিগিৰী; নাচনী লিগিৰী; গোঁসাই-ঘৰীয়া লিগিৰী; চাংমাই-শলীয়া লিগিৰী আৰু জবাশলীয়া লিগৰী।

আহোম মাতেৰে লিগিৰাক "চেঙ" আৰু লিগিৰীক "চেঙ-নাঙ" বোলে।

**বৰ ওজা**
**খাতনিয়াৰ বৰ ওজা**
**নাচনীৰ বৰ ওজা**

বৰ ওজা দুজন। খাতনিয়াৰ লিগিৰা, খাতনীয়াৰ লিগিৰী, গাচোৱা লিগিৰা আৰু গা-চোৱা লিগিৰীবিলাকৰ তত্বাৱধান কৰোঁতাজনক খাতনিয়াৰ বৰ ওজা বোলে; আৰু নাচনী লিগিৰীবিলাকক চলাওঁতাজনক নাচনীৰ বৰ ওজা বোলা হয়।

**বৰ ভঁৰালী**

কোনো ভঁৰালী লিগিৰাক কাৰ্য্যে-কামে ভাল পালে, ভঁৰালী পতা হয়। ভঁৰালীক আহোম ভাষাত "চাও-জি" বোলে। সিবিলাকৰ প্ৰধান কেজনক বৰ ভঁৰালী বোলে; বৰ ভঁৰাৰ বৰুৱাৰ তলে সিবিলাক ৰজাৰ বৰ ভঁৰালত থাকে। বৰ ভঁৰালী তিনিজন। ভঁৰালী লিগিৰাবিলাকৰ কাৰ্য-কামৰ ওপৰত সিবিলাকে দৃষ্টি ৰাখিব লাগে।

**বৰদলৈ**

বৰদলৈ সোণাৰিৰো আছে, গণকবিলাকৰ ভিতৰতো আছে। সোণাৰিৰ বৰদলৈজনে ৰজাৰ সোণাৰি শালৰ সোণাৰিবিলাকৰ আৰু "ঘাই-পোৱালি ধৰা" আৰু হাতুৰি মৰা "ধৰা-হুৰি" আৰু "মৰা-হুৰি" কৰাবৰ কাম চায়। গণকৰ বৰদলৈ ৰজাৰ জ্যোতিষীৰ আৰু মঙ্গল চোৱা গণক-বিলাকৰ ওপৰৰা বিষয়া; গণকৰ বৰুৱাজনৰ তাবে এওঁ সিবিলাকৰ কাৰ্য্য-কামৰ প্ৰতি দৃষ্টি ৰাখে। তেওঁ বৰ চ'ৰাত থাকি বিচাৰ কাৰ্য্যতো সহায় কৰে।

**বৰপূজাৰী**

আনৰ ঘৰত পূজা কৰি জীৱিকা কৰা ব্ৰাহ্মণ বিলাকক পূজাৰী বোলে। ৰজাৰ তেনে পূজাৰী ব্ৰাহ্মণ সকলৰ প্ৰধান জনক ৰবপূজাৰী বোলা হৈছিল। ৰবপূজাৰী কেইবাজনো; যেনে ৰজাৰ ঘৰত, দুৰ্গাপূজা কৰা পূজাৰী গৰাকীও বৰপূজাৰী; আৰু স্বৰ্গদেৱ লক্ষ্মী সিংহই গড়ৰ ভিতৰত নিজৰ ইষ্টদেৱতা পূজা কৰিবলৈ সজোৱা ভাৰৰ পূজা ঘৰৰ তত্বাৱধায়ক জনকো

বৰপূজাৰী বুলিছিল। এওঁ স্বৰ্গদেৱক মূৰত নিৰ্ম্মালি দিব পাৰিছিল। আহোমৰ ভিতৰতো "বৰপূজাৰী" আছে; তেওঁ "দেওঘৰ"ত আহোম মতে পূজা-সেৱা চলায়। আহোমৰ "বৰপূজাৰী" বিষয় খন প্ৰায় চিৰিঙৰ ঘৰৰ মানুহে উপভোগ কৰে।

দেৱালয়ৰ পূজাৰী ব্ৰাহ্মণজনকে ঠাকুৰ বোলা হয়। দেৱালয়ত কেইবাজনো ঠাকুৰ থাকিলে সিবিলাকৰ ভিতৰৰ খাইজনক বৰঠাকুৰ বোলা হয়। তেওঁ দেৱালয়ৰ

**বৰঠাকুৰ**

পূজা-সেৱা সংক্ৰান্ত যাৱতীয় কাৰ্য্যবিলাকৰ প্ৰতি দৃষ্টি ৰাখে। দেৱঘৰীয়াৰ দ'লৰ প্ৰধান ঠাকুৰজনক "বৰ ঠাকুৰ" বোলা হৈছিল, আন দ'লত "বৰঠাকুৰ" নাছিল। এওঁ দেৱঘৰীয়া ঘকৰাৰে সমান বিষয়া। স্বৰ্গদেৱক এওঁ সময়মতে মূৰত নিৰ্ম্মালি দিব পাৰিছিল; কিন্তু সততে নহয়।

ৰজাৰ আজ্ঞাৰে আন দেশৰ ৰজাসকললৈ চিঠি লিখা আৰু বিদেশৰপৰা অহা

**বৰ মজিন্দাৰ**

কাকত ৰজাক মাতি শুনোৱা বিষয়া। গুৱাহাটীতো তেনে বিষয়া বৰফুকনৰ তলত আছিল। বৰ মজিন্দাৰক আহোম মাতেৰে "মেন - টা - বি - পুঙ্" বোলে।

**খাৰঘৰীয়া**

খাৰঘৰীয়া ফুকনৰ তাৰে ৰজাৰ খাৰ-ঘৰৰ তত্ত্বাৱধায়ক।

**চাল্ল ভঁৰালী**

ৰজাক কচু, আলু আৰু লঙ্কা (জলকীয়া) যোগাওঁতা মানুহ খেলৰ তত্ত্বাৱধায়ক।

সাধাৰণ সেনাৰ সেনাপতিবিলাকক নেওগ বোলা হয়। সিবিলাকৰ প্ৰধান কেইজনক নেওগ বোলে।

**বৰ নেওগ, তকৰা বৰ নেওগ, পানী বৰ নেওগ, বাজ নেওগ, টেকেলাৰ নেওগ বা বৰ টেকেলা**

বৰ নেওগ কেইবাজনো; পদাতিক সেনাৰ ওপৰৰা গৰাকীক তকৰা বৰ নেওগ; আৰু নৌ-সেনা বিলাকৰ ওপৰৰা জনক পানী বৰ নেওগ বোলে। ৰজাৰ লগত ফুৰা সেনাবিলাকৰ গৰাকীজনক বাজ নেওগ বোলে।

টেকেলাবিলাকৰ বৰমূৰীয়া কেজনকে নেওগ বা টেকেলাৰ নেওগ বোলে। সিবিলাকক "বৰ টেকেলা" বুলিও জনা যায়।

**বৰবৰা**

বৰবৰা আৰু হাজৰিকা দুয়ো সমান বিষয়া। হাজৰিকা পাইক চলোৱা বিষয়া; বৰবৰা চমুৱা বিষয়া।

বৰবৰা কেইবা জনো, যেনে: হাতীৰ বৰবৰা; ঘোঁৰাৰ বৰবৰা; ২ জন চমুৱা

**হাতীৰ বৰবৰা, ঘোঁৰাৰ বৰবৰা, চমুৱা বৰবৰা, গুৱাহটীয়া বৰবৰা।**

বৰবৰা আৰু দুজন গুৱাহটীয়া বৰবৰা। হাতী ধৰাৰ তাৰে হাতীৰ বৰবৰাই ৰজাৰ হাতীশাল আৰু মাউত-বিলাকৰ কাম-কাজলৈ দৃষ্টি ৰাখে। সেইদৰেই ঘোঁৰাৰ বৰবৰাই ঘোঁৰা ধৰাৰ তলে ৰজাৰ পাক-টুল বা ঘোঁৰা-শালৰ তত্ত্বাৱধান কৰে আৰু ঘোঁৰা-চোৱাবিলাকৰ কাৰ্য্য-কাম চায়।

দুই চমুৱা ৰৰৰবাই ৰজাঘৰীয়া কোনো পৰ্ব্ব উপলক্ষে ৰভা-পৰলি দিয়া, কোনো ঠাইত বাহৰ সজোৱা প্ৰভৃতি ৰাজহুৱা নিৰ্ম্মাণ কাৰ্য্যৰ ওপৰত দৃষ্টি ৰাখে।

দুই গুৱাহটীয়া ৰৰৰবাই ৰৰফুকনৰ তাবে গুৱাহাটীত ৰাজহুৱা নিৰ্ম্মাণ কাৰ্য্যাদিৰ ওপৰত চকু ৰাখে।

ইবিলাক কাঁড়ী পাইক চলোৱা বিষয়া। কুৰি জন পাইকৰ ওপৰৰ্থি বিষয়াক "বৰা"; এশ জনৰ ওপৰৰ্থিজনক "শইকীয়া"; আৰু এহেজাৰ পাইকৰ ওপৰৱা বিষয়াক

**হাজৰিকা, শইকীয়া, বৰা ইত্যাদি**

"হাজৰিকা" বা হাজৰিকীয়া বোলা হয়। যি খেলৰ বিষয়া, সেই সেই খেলৰ নাম অনুসৰি সিবিলাকৰ নাম হয়; যেনে, টেকেলাৰ খেলৰ বৰাক "টেকেলা বৰা"; কুহুম যোগনীয়া খেলৰ শইকীয়াজনক "কুহুম যোগনীয়া শইকীয়া; আৰু লিকচন-বিলাকৰ হাজৰিকাজনক "লিকচন হাজৰিকা" বোলা হয়।

কুকুৰাচোৱাবিলাক চাওডাংবিলাকৰে এফেদ। ইবিলাক ৰজাৰ প্ৰহৰী; আৰু আহোম মাতেৰে এওঁলোকক "চাও কাই" বোলে। ইহঁতৰ ওপৰৰ্থিজনক "কুকুৰা-

**কুকুৰাচোৱা বৰা**

চোৱা বৰা" বোলে। এওঁ লগত কেইটামান কুকুৰা-চোৱাই সৈতে, দিনতে ৰজাৰ ৰৰ বাট ঘৰৰ চাং ঘৰত পৰ দি থাকে আৰু স্বৰ্গদেৱৰ ৰৰ ঘৰত ৰৰ মেল হ'বলৈ হ'লে এওঁ গৈ ৰৰৰকৱা প্ৰমুখ্যে চকৰা-ফুকনসকলক সেই মেললৈ জনাই আহিবগৈ লাগে।

পাচনিবোৰক আহোম ভাষাৰে "চেউ" বোলে। পাচনি বৰা দুজন; (১) চমুৱা

**পাচনি বৰা**

পাচনি বৰা; (২) লিগিৰা পাচনি বৰা। ৰজাৰ পাচনি লিগিৰাবিলাকৰ ওপৰৰ্থি বিষয়াক "লিগিৰা পাচনি বৰা" বোলে। ৰজাৰ চমুৱা পাচনিবিলাকৰ ওপৰৱাজনক "চমুৱা পাচনি বৰা" বুলিছিল।

**লিগিৰী বৰা**

এওঁ ৰজাৰ গোঁসাইঘৰীয়া আৰু জৰাশলীয়া এই দুলে লিগিৰীৰ তত্বাৱধান কৰোঁতা।

এওঁ ৰৰৰকৱাৰ তাবে, গোঁসাইসকলৰ চলাচল কৰাৰ লাগে। স্বৰ্গদেৱ যদি

**চোকৰধৰা বৰা**

চাঙত থাকে এওঁ গোঁসাই সকলক নি ছোলাধৰা ফুকনৰ ওচৰত দিয়েগৈ; ফুকনে নি সি সকলক ৰজাত ভেটায়গৈ।

গুদহি মহন্ত বা মেধীসকলৰ ওপৰত এওঁ বাৰৰ নিচিনা আছিল। তেওঁলোকৰ কোনোজনে অপৰাধ কৰিলে চোকৰধৰা ৰৰাৰ ম'হ ছালৰ চমটা দালে তাৰ বিচাৰ কৰিছিল। কৰতাৰ ফালে এনে বিষয়াৰ কোনো এক বংশধৰৰ ঘৰত এই চমটা এডাল এতিয়াও আছে বুলি শুনিবলৈ পোৱা গৈছে।

বৰাগী বুলি আহোম ৰজাৰ দিনত এখেল গুপ্তচৰ আছিল ; সন্ন্যাসীৰ বেশেৰে ৰজাৰ আবোলত এওঁলোকে গোপনে গোপনে বিদেশী ৰজাসকলৰ আচাৰ-ব্যৱহাৰ আৰু আলেখ-লেখ চাই ফুৰিব লাগিছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰজাই এই বৰাগী খেলৰে বাছি বাছি জনদিয়েকক খাওন্দ পাতিলে। এই খাওন্দবিলাকৰ কোনোজনে স্বৰ্গী ৰজাসকলৰ অস্থি গঙ্গাত লগাবলৈ আৰু বিদেশৰপৰা কোনো বস্তু আনিবলৈ গৈছিল। কেতিয়াবা কেতিয়াবা এওঁলোকক বিদেশী ৰজাসকলৰ আচাৰ-ব্যৱহাৰ চাবৰ নিমিত্তেও পঠোৱা হৈছিল।

**খাওন্দ**

কোনো বিষয়াৰ বিষয় ( বা পদ ) আজীৱন বা চিৰকলীয়া নহয়। তেওঁলোকৰ পদৰ স্থায়িত্ব নিজৰ সজ চৰিত্ৰ আৰু কৰ্ত্তব্যপৰায়ণতাৰ ওপৰত ধাইকৈ নিৰ্ভৰ কৰিছিল। কোনো বিষয়াই অযোগ্যতা প্ৰকাশ কৰিলে তেওঁক ভাঙি আন এজনক নকৈ সেই পদত নিযুক্ত কৰা হৈছিল।

## ৰজা আৰু ডাঙৰীয়াসকলৰ ফৈদ

আহোম স্বৰ্গদেওসকলৰ গুৰিতে একেজনাই হ'লেও, কালক্ৰমে সেইসকলৰ কেইবাটাও ফৈদৰ সৃষ্টি হৈছিল। সেই অনুক্ৰমেই অন্যান্য ডা-ডাঙৰীয়াসকলৰ বংশৰ মানুহো ক্ৰমে বেছি হৈ কেইবাটাও ফৈদত বিভক্ত হৈছিল।

**ৰজাৰ আপোন্ ফৈদ**

১। দিহিঙীয়া, ২। চাৰিঙীয়া, ৩। চামগুৰীয়া, ৪। তুংখুঙীয়া, ৫। পৰ্ব্বতীয়া, ৬। নামৰুপীয়া, ৭। তিপমীয়া।

চুহুম্মুং বা দিহিঙীয়া ৰজাৰ পাঁচজনা পুতেকৰপৰা পাঁচোটা ফৈদ বা বংশ বাঢ়ে। প্ৰথম পুত্ৰ চুক্লেনমুং বা গড়গঁয়া ৰজাৰপৰা বঢ়া ফৈদটোকে দিহিঙীয়া, দ্বিতীয় পুত্ৰ চুৰেঙ্গ বা দেওৰজাৰপৰা বঢ়াটোক চাৰিঙীয়া, তৃতীয় পুত্ৰ চুক্ৰেন্দৰপৰা বঢ়াটোক তিপমীয়া ; চতুৰ্থ পুত্ৰ চুতেন্দৰপৰা বঢ়াটো বংশক তুংখুঙীয়া আৰু পঞ্চম পুত্ৰ চুক্ৰাঙৰপৰা বঢ়া ফৈদটোক পৰ্ব্বতীয়া বোলে। কেউটা ফৈদৰ ভিতৰত তুংখুঙীয়া ফৈদটো সৰ্ব্ব প্ৰধান।

চুন্যত্‌ফা বা উদয়াদিত্য সিংহৰপৰা বঢ়া ফৈদটোক চামগুৰীয়া ফৈদ বোলে, আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ভায়েক লেচাই নামৰুপীয়া ৰজাৰ ভালৰ কোঁৱৰবিলাকক নামৰুপীয়া ফৈদৰ বুলি কয়।

১। শদিয়লীয়া, ২। লাংবাইকলীয়া, ৩। কুবেৰ্গঁয়া, ৪। টেঁপৰতলীয়া,

৫। কুটুকাতলীয়া, ৬। লহকীয়া, ৭। গকধৰীয়া, ৮। বাঁহগড়ীয়া, (ক) দিলিহীয়াল, (খ) ভেবা, (গ) ফুকন ফৈদীয়া বা চাইনাকী গোহাঁই, ৯। বাইলুঙীয়া, ১০। জখকিয়াল, ১১। পুখুৰীপৰীয়া, ১২। কলঙ্গুপৰীয়া, ১৩। বাইচিয়াল, ১৪। ডুই নৈ মুখীয়া, ১৫। দিহিঙীয়া, ১৬। মেটেকিয়াল, ১৭। মটকীয়াল।

**বুঢ়াগোহাঁইৰ আপোন ফৈদ**

খুনলুঙখামপেঙ বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক ১৪ জনা। তেওঁবিলাক ভিন্ ভিন্ ঠাইত থকাত চোধটা বেলেগ বেলেগ ফৈদ হৈছিল। সেই কাৰণে মানুহে সাধাৰণতে বুঢ়াগোহাঁইৰ ১৪টা ফৈদ বুলিহে জানে; কালক্ৰমে কিন্তু সিবিলাকৰ বংশ বৃদ্ধিৰ লগে লগে আৰু কেইটামান ফৈদো বাঢ়িছিল।

দিলিহীয়াল আৰু ভেবাবিলাক গকধৰীয়া ফৈদৰে একে; সিবিলাকৰে যিখিনি চাইনাকী নামে বিলৰ ওচৰত বসতি কৰিছিল, সিবিলাকক ফুকন ফৈদীয়া বা চাইনাকী গোহাঁই বোলে।

**নগা বৰপাত্ৰৰ আপোন ফৈদ**

১। নগা বৰপাত্ৰ।
২। কেন্দুগুৰীয়া।
৩। দিলিহিয়াল।

এই তিনি ফৈদেই আচল বৰপাত্ৰ; পূৰ্ব্বে কনচেঙ ৰাজমন্ত্ৰীৰপৰা বঢ়া। তলত নাম দিয়া কেইফৈদৰ মানুহেও বৰপাত্ৰৰ বিষয় খাইছিল; সিবিলাক কিন্তু আচল বৰপাত্ৰৰ ঘৰৰ নহয়। সি কেই ফৈদৰ নাম যেনে :— মৰাণ, কালুগঁয়া নট, লেচেঙিয়াল, বানচেঙীয়া।

**বৰগোহাঁইৰ আপোন ফৈদ**

১। শুঁই মেলা, ২। পৰ্ব্বতীয়া, ৩। পিলিঙা, ৪। মেছাখৰীয়া, ৫। মাজুবিয়াল, (গড়গঁয়া সন্দিকৈ) ৬। দিহিঙীয়া, ৭। চটাইঅলীয়া, ৮। বাককিয়াল, ৯। মিৰি সন্দিকৈ।

এই ন-টাই বৰগোহাঁইৰ প্ৰধান ফৈদ। ইয়াৰ বাহিৰেও কেইটামান সৰু সৰু ফৈদ আছে; যেনে :—

(ক) লিকি, (খ) পুথি পঢ়া, (গ) বানফকীয়া, (ঘ) লাংলাও, (ঙ) চেউনীয়া, (চ) অভয়পুৰীয়া, (ছ) কপৌমৰীয়া, (জ) পাপুঙীয়া, (ঝ) ৰেপাম।

অন্য বংশৰ মানুহেও বৰগোহাঁইৰ বিষয় খাইছিল; সিবিলাক কিন্তু আচল বৰ-গোহাঁইৰ বংশৰ নহয়। সেই কেই বংশৰ নাম, যেনে :— ১। মিৰি, ২। কালুগঁয়া নট, ৩। লাবুৰাথু চেটিয়া।

সন্দিকৈ বুলিলেই আদাবৰীয়া সন্দিকৈক বুজায়। পূৰ্ব্বে এওঁলোকৰ নাম টংচু

সন্দিকৈ আছিল ; পাছলৈ আদাবাৰীত বসতি কৰিবলৈ ধৰাত 'আদাবৰীয়া' নাম পালে।

**সন্দিকৈ** আদাবৰীয়া সন্দিকৈৰ মুঠতে চাৰি ফৈদ ; যেনে :— ১। আদাবৰীয়া, ২। খৰিকটীয়া, ৩। বুঢ়া গঁয়া, ৪। মথিয়া।

সন্দিকৈ বুলি আৰু ফৈদ চেৰেক মানুহ আছে ; সিবিলাকৰ লগত আদাবৰীয়া সন্দিকৈৰ কোনো সম্বন্ধ নাই। সেই সন্দিকৈ কেইফৈদৰ নাম : ১। চৈয়ঙীয়া সন্দিকৈ, ২। গড়গঁয়া সন্দিকৈ, ৩। চলিহাবি সন্দিকৈ, ৪। মিৰি সন্দিকৈ, ৫। লাই সন্দিকৈ, ৬। মাছ-খোৱা সন্দিকৈ, ৭। পাইপেন সন্দিকৈ, ৮। ভুংখঙীয়া সন্দিকৈ, ৯। পকলীয়াল সন্দিকৈ, ১০। হালধিবৰীয়া সন্দিকৈ, ১১। গড়পৰা সন্দিকৈ, ১২। ডেবেৰা সন্দিকৈ, ১৩। লাপেতি সন্দিকৈ, ১৪। নামৃটোম্ সন্দিকৈ, ১৫। চাবিঙীয়া সন্দিকৈ, ১৬। জহকাতি সন্দিকৈ, ১৭। কৃপ সন্দিকৈ, ১৮। দিহিঙীয়া সন্দিকৈ, ১৯। অভয়পুৰীয়া সন্দিকৈ, ২০। কপহৰা সন্দিকৈ, ২১। টাঙোন ধৰা সন্দিকৈ, ২২। ঘৰ সন্দিকৈ, ২৩। মনচা সন্দিকৈ, ২৪। লেকাই সন্দিকৈ, ২৫। কপলীয়াল সন্দিকৈ, ২৬। কোৱামৰা সন্দিকৈ, ২৭। ভৰলুৱা সন্দিকৈ।

**লাহনৰ আপোন ফৈদ** লাহনৰ ফৈদ ১০টা ; যেনে :— ১। বলিমৰা বা বলি-কটীয়া, ২। দিহিঙীয়া, ৩। বাঁহগড়ীয়া, ৪। গড়গঁয়া, ৫। মেলেঙীয়া, ৬। মেৰাগড়ীয়া, ৭। গৌৰীসাগৰীয়া (বা লাকু), ৮। আৰোৱান ধৰা, ৯। হালধিবৰীয়া, ১০। জেঙনি-কটীয়া (বা নিজু)।

**দুৱৰাৰ ফৈদ** দুৱৰাবিলাকৰ ৮টা ফৈদ, যেনে :— ১। চালিপানী দুৱৰা, ২। তৰুণ দুৱৰা, ৩। জকাই দুৱৰা, ৪। বকল দুৱৰা, ৫। লফাবৰীয়া দুৱৰা, ৬। নিংকৰীয়া দুৱৰা, ৭। কেৰকেৰীয়া দুৱৰা, ৮। হাঁহপনীয়া দুৱৰা (বা, "লাংহান")।

**দিহিঙীয়াৰ ফৈদ** দিহিঙীয়াৰ ১৩ ফৈদ, যেনে :— ১। লাওকলি খোৱা, ২। পানী দিহিঙীয়া*, ৩। তকৰা দিহিঙীয়া*, ৪। জগলো দিহিঙীয়া, ৫। চকভঙা দিহিঙীয়া, ৬। কেঁচী দিহিঙীয়া, ৭। চুৱাপাত পেলোৱা, ৮। বন্ধুং দিহিঙীয়া, ৯। ফিৰাম দিহিঙীয়া, ১০। দা-ধৰা দিহিঙীয়া, ১১। বৰ দিহিঙীয়া, ১২। ভাইৰাই দিহিঙীয়া, ১৩। খনিকৰ দিহিঙীয়া।

* এই ফৈদ দুটা "সাতঘৰীয়া আহোম"ৰ লেখৰ নহয় ; কিন্তু সিবিলাকৰ ল'বাবে মিৰি বৰ-গোহাঁই চাওপাং বগুৰুৰ পৰিনাতি ভেকোলাই তোলনীয়া পোকে লোৱাত ; আৰু তাৰেপৰা বঢ়া বঙহৰ বিবৈঙটি দিহিঙীয়া বুলি "সাতঘৰীয়া"ৰ লগত বিয়াৰু, ইবিলাককো এই লগতে ধৰা গ'ল।

লুখুৰাখৰ ফৈদ কেইবাটাও ; তাৰ ভিতৰত তলত নাম দিয়া কেইটাই প্ৰধান :—

লুখুৰাখৰ ফৈদ

১। কুমন্তি খোৱা লুখুৰাখন, ২। দা-ধৰা লুখুৰাখন, ৩। দিহিঙীয়া লুখুৰাখন, ৪। লফা চুকণী লুখুৰাখন।

চেটীয়াৰ ফৈদ ৩৭টা, যেনে :— ১। লান মাখ্ৰু চেটীয়া, ২। পিক্‌চাই চেটীয়া, ৩। লুখুৰি চেটীয়া, ৪। ওকনিমৰীয়া চেটীয়া, ৫। জপৰঙ্গল চেটীয়া, ৬। বাঁহবৰীয়া চেটীয়া, ৭। ভাৰধৰা চেটীয়া, ৮। বাঁহগড়ীয়া চেটীয়া, ৯। মেকুৰি চেটীয়া, ১০। ৰাই চেটীয়া, ১১। ব্লকদাই চেটীয়া, ১২। হালধি বৰীয়া চেটীয়া, ১৩। নহটীয়া চেটীয়া, ১৪। কোবে পোৰা চেটীয়া, ১৫। লাই চেটীয়া, ১৬। খেলুভীয়া চেটীয়া, ১৭। ডেকা চেটীয়া, ১৮। লেচাম চেটীয়া, ১৯। খাটোবাল চেটীয়া, ২০। হাটোবাল চেটীয়া, ২১। কছাৰী চেটীয়া, ২২। বিহপকৰা চেটীয়া, ২৩। লাকলেঙীয়া চেটীয়া, ২৪। ভাণ্ডাৰী চেটীয়া, ২৫। দিহিঙীয়া চেটীয়া, ২৬। গড়গঁয়া চেটীয়া, ২৭। লেকাই চেটীয়া, ২৮। লাবু চেটীয়া, ২৯। চাৰিঙীয়া চেটীয়া, ৩০। টুকৰীয়া চেটীয়া, ৩১। মেৰেকাই চেটীয়া, ৩২। বুকক চেটীয়া, ৩৩। নগা চেটীয়া, ৩৪। ধুলীয়া বটা চেটীয়া, ৩৫। গোহাঁই চেটীয়া, ৩৬। দৌল চেটীয়া, ৩৭। বুৰা চেটীয়া, ৩৮। লাখাম চেটীয়া।

চেটীয়াৰ ভিন ভিন ফৈদ

এই লানমাখ্ৰু চেটীয়াৰ ভিতৰতে ১২ টা ঠাল আছে :— ১। নামৰূপীয়া, ২। নিকৰীয়াল, ৩। মাইবেলীয়া, ৪। গৌৰীসাগৰীয়া, ৫। বেঙেনাবৰীয়া, ৬। পানী-এৰেলুৱা, ৭। জৰাবৰীয়া, ৮। ভলুকাগুৰীয়া, ৯। লেকছাই, ১০। ছেপাতলীয়া, ১১। ভজামেলীয়া, ১২। উলুতলীয়া।

পাতৰ ফৈদ যেনে :— ১। নগা পাতৰ, কলাই পাতৰ, ৩। গড়গঁয়া পাতৰ, ৪। লেচেঙীয়া পাতৰ*, ৫। বানচেঙীয়া পাতৰ,* ৬। বাঘচুঙীয়া পাতৰ,* ৭। কথা পাতৰ, ৮। নৰা পাতৰ, ৯। খুনুং কন্তেও পাতৰ, ১০। হাতীমুৰীয়া পাতৰ, ১১। হলাহল বা শিয়ালী পাতৰ, ১২। গড়গঁয়া ঘৰ পাতৰ, ১৩। মৰাণ পাতৰ, ১৪। নেওগ (গোহাঁই) পাতৰ, ১৫। খিচি পাতৰ, ১৬। চেটীয়া পাতৰ, ১৭। খিমতৰ পাতৰ, ১৮। লাতু পাতৰ, ১৯। চপা পাতৰ, ২০। তৰা পাতৰ, ২১। খামছাও পাতৰ, ২২। খিং-খিং পাতৰ, ২৩। লিভাম্-হে পাতৰ, ২৪। জল পাতৰ। ২৫। খামচি পাতৰ, ২৬। মণিপুৰীয়া পাতৰ, ২৭। চিত পাতৰ, ২৮। নৰা কোঁৱৰ পাতৰ, ২৯ বেত-বৰীয়া পাতৰ*।

পাতৰৰ ভিন ভিন ফৈদ

* এই চাৰি ফৈদ পাতৰ "নগা ৰৰপাত্ৰ"ক খাম-চুৰলৈ "জাতি" কৰিছিল; আৰু চাৰিও

ৰজাৰ কোঁৱৰবিলাকৰ বাহিৰেও কেইটামান কোঁৱৰ নামে ফৈদ আছে, যেনে :—

**কোঁৱৰ বিলাক**

১। হিলৈদাৰী কোঁৱৰ, (ক) বাদুৰাল, (খ) ভিতৰুৱাল, ২। বামুণী কোঁৱৰ, (ক) উজনীয়াল, (খ) নামনীয়াল, ৩। নৰা কোঁৱৰ, ৪। হাতী কোঁৱৰ ৫। ঘোঁৰা কোঁৱৰ।

ডেকাবিলাকৰ তলেমান ভিন ভিন ফৈদ আছে, যেনে :— ১। লাচিতৰ ডেকা, ২। অসমৰ ডেকা, ৩। লেকাই চাঁমৰ ডেকা, ৪। পাখী মৰীয়া ডেকা, ৫। মৰাৰ ডেকা, ৬। মৰাণৰ ডেকা, ৭। দিহিঙীয়া ডেকা, ৮। বকতীয়ালৰ ডেকা, ৯। চিৰিঙৰ

**ডেকাবিলাকৰ ভিন ভিন ফৈদ**

ডেকা, ১০। ঢেকিয়ালৰ ডেকা, ১১। চাৰিঙীয়া ডেকা, ১২। খিঙৰ ডেকা, ১৩। লাৰেঙৰ ডেকা, ১৪। লেচামৰ ডেকা, ১৫। লাখনৰ ডেকা, ১৬। লাখৰৰ ডেকা, ১৭। টংচুৰ ডেকা, ১৮। মৌপীয়া ডেকা, ১৯। লেকেৰাৰ ডেকা, ২০। বাঘ চোৰাঁ ডেকা, ২১। ডিবুৰালৰ ডেকা, ২২। দানহৰ ডেকা, ২৩। খনিকৰ ডেকা, ২৪। থামনৰ ডেকা, ২৫। মালৰ ডেকা, ২৬। আউ চুমৰ ডেকা, ২৭। মটৰৰ ডেকা, ২৮। ৰবলৰ ডেকা, ২৯। নেপামৰ ডেকা, ৩০। লাঙিৰ ডেকা, ৩১। বাচ্ কটীয়া ডেকা, ৩২। চাৰিঙীয়া লাইত্যাও ডেকা, ৩৩। লাওৰ ডেকা, ৩৪। পাপেতিৰ ডেকা, ৩৫। চলিহাৰ ডেকা, ৩৬। ঠাকুৰৰ ডেকা, ৩৭। লামুৰ ডেকা, ৩৮। মোগলৰ ডেকা, ৩৯। চৌখামৰ ডেকা, ৪০। চেংধৰা ডেকা, ৪১। নেওগৰ ডেকা, ৪২। কলচুৰ ডেকা, ৪৩। ভিখ্ৰুৰ ডেকা, ৪৪। চিংৰকৰ ডেকা, ৪৫। চিংৰাইৰ ডেকা, ৪৬। চেঙমনৰ ডেকা, ৪৭। চুৰাঙৰ ডেকা, ৪৮। টঙীৰ ডেকা, ৪৯। নংককৰ ডেকা, ৫০। বাকৌৰ ডেকা, ৫১। বকলৰ ডেকা, ৫২। লিকচনৰ ডেকা, ৫৩। চাও-ৰোকৰ ডেকা, ৫৪। লাংচুঙৰ ডেকা, ৫৫। লাইমুঙৰ ডেকা।

**চেটীয়া**

এওঁবিলাক সাতঘৰীয়া আহোমবিলাকৰ এঘৰ। এওঁলোকৰ পূৰ্ব্বপুৰুষ সৌমাৰৰ প্ৰথম ৰজা চুকাফাৰ লগত নামি আহে। আহোমৰ উপাস্য দেৱতা মূৰ্ত্তি চোমদেওক নৰা দেশৰ-পৰা চুৰ কৰি লুকাই আনোতে, চেটীয়াৰ পূৰ্ব্বপুৰুষেই মূৰত তুলি লৈ আহে। কালক্ৰমে এই ফৈদত অনেক বংশৰ মানুহ সোমাই যোৱাত, সিবিলাকৰ ফৈদো কেবাটাও হ'ল। তাৰে মাথোন কেইটামান ফৈদৰ আঁতিগুৰি তলত দিয়া গল ঃ

---

ফৈদ পাতৰবেই মানুহে "বৰপাত্ৰ"ৰ বিষয়ো পাইছিল। সেই কাৰণে চাৰিও ফৈদ পাতৰই "নগা বৰপাত্ৰ"ৰ বংশ বুলি ক'ব খোজে; কোনোৱে কয়ো। প্ৰকৃততে কিন্তু "নগা বৰপাত্ৰ"ৰ লগত সিবিলাক বংশ নালাগে।

মহাৰজা চুকাফা স্বৰ্গদেৱ নামি আহি তিপামত থাকোঁতে এক মৰাণে তেওঁক বেঙেনা যোগাইছিল। আহোম মাতেৰে বেঙেনাক "মক্-খু" বা "মাগ্ৰু" বোলে। সেই

**লানমাগ্ৰু চেটীয়া**

মানুহ-ঘৰে চুতেওফা স্বৰ্গদেৱৰ দিনত নগাৰ খুঁজত আগৰণুৱা হৈ ফুৰি নগাক আগভেটি ৰাখিছিল। সেই আপাহতে চুৱিন্ফা ৰজাই সিহঁতক "লান্মাখ্ৰু চেটীয়া নাম দিলে। কুলত পূৰ্ব্বে মৰাণ।

চুকাফা ৰজাৰ দিনত চুটীয়াৰ নিলগীয়া গাঁৱত মানুহ এটা পাই লৈ আহিল। কতো দিন থাকি সেই মানুহটোক উছৰ্গি চোমদেওলৈ বুলি নাম দিলে চোম চিৰিং। তাৰে

**খাভোয়াল চেটীয়া**

আঠ পুতেক আৰু এক জীয়েক হ'ল। তাৰে নাম ১। খাত্মুং, ২। পান্মুং, ৩। প্ৰামুং, ৪। চাইমুং, ৫। টেঙ্ফামুং, ৬। লুচি ৭। লুংচি আৰু ৮। নজিউ। পাছে নজিউৰ ভনীয়েকেৰে বাদ উঠিল। সিহঁত ভায়েকে এই কথা জানি তাক খুচি মাৰিব খুজিলে; নজিউৱে জানি দিখৌ পাৰ হই পলাই গ'ল। বাকী সাত ভাইৰ সতি-সন্ততিক চুৱিন্ফা ৰজাই পাই "খাভোৱাল চেটীয়া" নাম দিলে। আহোম মাতেৰে সিবোৰক "চাম-চিঙ্" বুলিছিল।

এইষৰ বৰগোহাঁই ফৈদীয়া বন্দী; ভাগ সলাই খোৰা ৰজা স্বৰ্গদেৱৰ আই-কুঁৱৰীৰ ফালে গৈ, ইবিলাকৰ আদি পুৰুষ লেচাম "টেকেলাৰ বৰা" হৈছিল। তেওঁৰ

**লেচাম চেটীয়া**

পৰা বঢ়া বংশকে "লেচাম চেটীয়া" বোলে। (লেচাম টেকেলা বৰাৰ দুই পুতেক আছিল—লাইপং বৰ; লাঙী পুঙৰপৰা বঢ়া ফৈদক "লেচাম চেটীয়া" বোলে।) জাতত পূৰ্ব্বত চুটীয়া।

ইবিলাক পূৰ্ব্বত তন্খাম্ বৰগোহাঁইৰ ভাগ সলোৱা বন্দী; জাতত আদিতে

**লাই চেটীয়া**

চুটীয়া আছিল; খোৰাৰজা স্বৰ্গদেৱে পাই চমুৱাকৈ লৈ "লাই চেটীয়া" নাম দিলে।

চুটীয়া-ৰাজ মাৰোঁতে চুটীয়া ৰজাৰ ভণ্ডাৰী এটাই দা আৰু ৰাক এখন চুৰি কৰি

**খেলুঙীয়া চেটিয়া**

লৈ বৰগোহাঁই ফৈদৰ স্নাহাচুংখুং গোহাঁইক সেই দা খনে ৰাক পাটে ভেটিছিলহি। গোহাঁয়ে তাক লগত আনি আপোনাৰ খেলুৱাকৈ ল'লেহি। পাছে তাৰে গো-নাতিক খোৰাৰজা স্বৰ্গদেৱে পাই "খেলুঙীয়া চেটীয়া" বুলিলে।

পূৰ্ব্বে যেতিয়া চাও ফাচেঙমুঙ বৰগোহাঁয়ে মহঙীয়া নগাৰ গাঁও মাৰিলে, সেয়ে গৈ পাছে তাত নগাৰ খুনবাওৰ ল'ৰা দুটি পাই আনিলে। বৰগোহাঁই ফৈদৰ চাও-

**লুখুৰি চেটীয়া**

কাং বান্ককৰ লাঙী বুলি যিটো পুতেক আছিল, সেইটো অপুত্ৰক আছিল। পাছে সেই নগাৰ এক ল'ৰাকে সি তুলি ল'লে; সেই ল'ৰাৰ নাম দিলে "চাওলা-পাম্"; আৰু তাক সি মঠাডাঙত

পাতিলে। চাওলা-পামৰ কৈদে বৰগোহাঁইৰ কৈদক বণ্ডহকে বুলিব খোজে। ইবোৰকে আহোম কথাত "নগা-লুকতক" বোলে। খোৰা ৰজা স্বৰ্গদেৱে পাই এইবোৰক "লুথুৰি চেটীয়া" নাম দিলে। আৰু জেটিং চুটীয়া পূৰ্ব্বে চুটীয়া মাৰি অনা লুথুৰুৰ বংশৰ; বুঢ়াৰজাদেৱে তাকো লুথুৰি চেটীয়া নাম দিলে।

**বাঁহবৰীয়া চেটীয়া**

পূৰ্ব্বে দিহিঙীয়া ৰজা স্বৰ্গদেৱে বটাই টামনি মাৰি বাৰ-ভূঞাক ৰবাওঁতে, সি বোৰৰ লগতে অহা চাৰিঘৰ "সকমুৰীয়া ভূঞা" স্বৰ্গদেৱে নি বাঁহবাৰীত পাতিলে। তাৰে এক ভায়েকক আনি সোণাৰী জানত পাতিলে আৰু এক ভায়েকক খণ্ডীয়া বুলিছিল। খণ্ডীয়াৰ ঘৰে তিনিঘৰ হ'ল। পাছে যেতিয়া স্বৰ্গদেৱে কছাৰীক মাৰি মৰঙীৰপৰা খেদালে, তেতিয়া খণ্ডীয়াৰ ঘৰৰ চামকলীয়াক (লেচামক?) নি ৰজাদেৱে "টুৰাপাল" (টুৰ্পাক?) নাম দি মৰঙীৰ অধিকাৰ পাতিলে। সেই সময়ৰপৰা এইঘৰক "বাঁহবৰীয়া চেটীয়া" বোলে। এইঘৰ পূৰ্ব্বত কলিতা; "সকমুৰীয়া ভূঞা"ৰ পৰা বঢ়া; পাছত আহোম হল।

**গোহাঁই চেটীয়া**

এওঁবিলাক গোহাঁই বিলাকৰে পো-ভাই। চুক্লেন্‌মুঙ বা গড়গঁয়া ৰজা স্বৰ্গদেৱে 'ভিতৰতে চোমদেও' আৰু লক্ষ্মীনাৰায়ণ দুয়ো দেৱতা হ'ল দেখি, ৰাজত বৰ দুৱাৰৰ ভিতৰতে দেৱালয় পতা দৰে ঘৰ কৰি চোমদেওক ৰাজলৈ নি, দেৱতাৰ পৰে-পালিয়ে থাকিবলৈ ডাঙৰীয়া-সকলৰ ল'ৰা-লুৰিকে দিলে। ইবিলাকৰপৰা বঢ়া বংশক "গোহাঁই চেটীয়া" বোলে।

দিহিঙীয়া ৰজা স্বৰ্গদেৱে, পূৰ্ব্বে চুকাফা ৰজাই আহোঁতে বাটত পাই অনা বৰাহী, মৰাণ, থামিথুমা (থাকুমথা), থকুন্‌থনাৰ নাতি পুতিক পাই চৰগুৱা, মাইবেলা, দিহিং, জাঁজী আৰু বাঘচোং আদি ঠাইত পাতি কতোক চেটীয়া নাম দি চেটীয়াৰ লগত সুমাই দিছিল; আৰু বোলে বৰাহী, মৰাণ চুটীয়া, কছাৰী; ইহঁতৰ যি ভালমানুহ হয়, তাহাঁতৰ নাম নাকাঢ়িব, চেটীয়া বুলিব।

এইজনা স্বৰ্গদেৱেই (দিহিঙীয়া ৰজাই) পূৰ্ব্বে চুটিয়া ৰাজ্যৰপৰা গাবোচেৰ-ভামং চাম লুঙাই নামে কেইটামান মুখ্য কছাৰী ধৰি আনিছিল। সিহঁতৰ পো-নাতিবোৰক গড়গঁয়া ৰজাই পাই, ঠায়ে ঠায়ে পাতি চেটীয়া নাম দি চেটীয়াৰ লগত দিলে।

এইদৰে অনেক বাৰ অনেক মানুহ চেটীয়া খেলত ভুক্ত হোৱাত শেহত চেটীয়া ভালেমান কৈদ হ'লগৈ।

**ভণ্ডাৰী চেটীয়া**

পূৰ্ব্বে তনথাম বৰগোহাঁইৰ জীয়েক নাঙ-চুং গাভৰুক খোৰা ৰজালৈ দিওঁতে যৌতুকত লাঙিমুঙ নামে এক চুটীয়া মানুহ দিছিল— সেয়ে বৰগোহাঁইৰ জীয়ৰীৰ থাটনিত খোৱা-চোৱা হৈ আছিল। পাছে কত দিন থাকি সি মৰিল। বুঢ়াৰজা স্বৰ্গদেৱে, তাৰে পো-নাতিৰ

এখৰক আপাহ পাই বৰগোহাঁই ঘৰৰ যৌতুকীয়া গুছাই ভণ্ডাৰী চেটীয়া নাম দিলে।

**ভেকা চেটীয়া**

এইঘৰ পূৰ্ব্বে কছাৰী মাৰি অনা মানুহ; জাতত পূৰ্ব্বে গাৰো আছিল।

পূৰ্ব্বে সদিয়া মাৰি অনা খাও-বতুৰ-চুটীয়া; আৰু তাৰে এক ভায়েক। কাৰ্য্য-কামত আপাহ পাই, বুঢ়া ৰজা স্বৰ্গদেৱে খাও-বতুৰ চুটীয়াৰ পৰিনাপ্তিক "পিক্চাই চেটীয়া" বুলিলে। তাৰে ভায়েকৰ পুতেকহঁতৰ পাচনিত খাটনি হ'ল। এই-হেতুকে ৰজাদেৱে সিহঁতকে "বিহপকৰা চেটীয়া" বুলিলে।

**পিকচাই চেটীয়া**
**বিহপকৰা চেটীয়া**

পূৰ্ব্ব ভগনত চক্ৰধ্বজ সিংহ মহাৰজা স্বৰ্গদেৱৰ দিনত বৰচেটীয়া গৈ কছাৰীত সোমাইছিল। পাছে তাৰে পুতেক নাতিয়েকক বিচাৰি আনি, ৰুদ্ৰসিংহ স্বৰ্গদেৱে "কছাৰী চেটীয়া" নাম দিলে।

**কছাৰী চেটীয়া**

দিহিঙীয়া ৰজা স্বৰ্গদেৱে ভিমাৰ নামে এক ৰৰাহীৰ হতুৱাই এক দোল বন্ধালে। সেই দোল বৰ সুন্দৰ হ'ল। ৰজাদেৱে চাই ভাল দেখি, পাছে সেই ভিমাৰক বটা-বাহন দি তাৰ নাম দিলে "দোল চেটীয়া"। তাৰ বংশক এতিয়াও "দোল চেটীয়া" বুলি কয়। ইহঁত পূৰ্ব্বত ৰৰাহী।

**দোল চেটীয়া**

এইবোৰ পূৰ্ব্বত চুটীয়াবিলাকৰে বংশ। ভাটীফালে বৰফুকনৰ গুলত ইহঁতে উজনিৰ চাওডাঙবিলাকৰ নিচিনা কাম কৰিছিল। এইবিলাকৰ বসতি আজি-কালি তেজপুৰ, গুৱাহাটী আদি ঠাইত, শিৱসাগৰ, যোৰহাট আদি ঠাই এই বংশৰ মানুহ অতি কম পৰিমাণেহে দেখিবলৈ পোৱা যায়। নামনি অসমত থকাবিলাকে এতিয়াও "বুৰুক চুটীয়া" বুলিয়েই নিজক পৰিচয় দিয়ে; কিন্তু উজনিৰ বিলাকে তেনে নুবুলি "বুৰুক চেটীয়া" বুলি কয়।

**বুৰুক চেটীয়া**

ভাৰ-ধৰা চেটীয়া—ইবিলাক পূৰ্ব্বত ৰজাৰ গা-চোৰা সিগিৰীৰপৰা বঢ়া কৈদ; চেটীয়াৰ লগত সুমাই খেলুৱাকৈ দিয়া হৈছিল।

জপৰজল চেটীয়া—বুঢ়া ৰজা স্বৰ্গদেৱে ডাউকি-ডাউচিং ইহঁতৰ জীয়ৰী আনি ধলা কুঁৱৰী, কলীয়া কুঁৱৰী বুলিছিল। দুয়োজনা কুঁৱৰী অপুত্ৰক আছিল। দুয়ো কুঁৱৰীয়ে আউৰীয়াল নগাৰ ল'ৰা দুটি আনি বেথাকৈ তুলিছিল। পাছে দুয়ো কুঁৱৰী মৰিলত কুঁৱৰীৰ ভাত বঢ়াবলৈ সেই নগাৰ এক ল'ৰাকে দি "জপৰজল" নাম দিলে। আহোম মাতেৰে "খাওপাম" বুলিলে।

**ভাৰ-ধৰা চেটীয়া**
**জপৰজল চেটীয়া**

কোনো কোনোৱে কয় যে "ভাৰ-ধৰা" আৰু "জপৰজল" একেটা কৈদৰে

বেলেগ নাম মাথোন। ওপৰত উনুকিওৱা আউৰীয়াল নগাৰ ল'ৰাটোৱে ধলা কুঁৱৰী আৰু কলীয়া কুঁৱৰীৰ ভাত বঢ়াই দিছিল বুলি তাক "ভাত-ধৰা" বুলিছিল। শেহত "ভাত-ধৰা" কথা গৈ "ভাৰ-ধৰা"লৈ পৰিণত হোৱাত সেই ল'ৰাৰপৰা বঢ়া ফৈদটোক "ভাৰ-ধৰা চেটীয়া বোলে"।

ইটো নগাৰ ল'ৰাৰ নাম দিলে লাচিত, তাক নি ভিৰৈত পাতিলে।

বুঢ়াৰজা স্বৰ্গদেৱৰ এক চমুৱা কুঁৱৰীৰ নাম বেজিনী কুঁৱৰী আছিল। তেওঁ ৰজাৰ গা জাৰিছিল। তেওঁৰে বেটী চাৰিজনী আছিল; কছাৰীয়নী এজনী, কুছুনী এজনী, ধুবুনী এজনী। কছাৰীয়নীৰ সুকুমাই এটি হ'ল। সেই ল'ৰাক ৰজাদেৱে পোকৈ তুলিছিল। কতদিন থাকি তাক ছোৱালী বিয়া কৰাই দিলে। তাকে ল'ৰা এটি হ'ল। সেই ল'ৰাকে ৰজাদেৱে মোৰ নাতি বুলি তুলিছিল। পাছে তাকো বিবাহ কৰালে। তুংখুঙীয়া ৰজাৰ (গদাধৰ সিংহৰ) দিনত তাৰে "বুঢ়া চেটীয়া" নাম দিলে; আৰু ধুবুনীৰ ল'ৰাৰ নাম দিলে "পিলিকা ধোবা।" তাকো স্বৰ্গদেৱে মাটিবাৰী দি পাতিলে আৰু আটাই ধোবাৰে অধিকাৰ কৈ দিলে। কুছুনীৰ ল'ৰাক বোলে "চুটীয়া-পইতা"। এই তিনিঘৰ (বুঢ়া চেটীয়া, পিলিকা ধোবা, আৰু চুটীয়া পইতা) বুঢ়া ৰজাদেৱৰ বেজিনী কুঁৱৰীৰ বেটীৰ ল'ৰা।

**বুঢ়া চেটীয়া**

**পিঁলিকা ধোবাৰ ঘৰ**

**চুটীয়া পইতাৰ ঘৰ**

পূৰ্ব্বে খোৱা ৰজা স্বৰ্গদেৱৰ দিনত কোচৰ চিলাৰাইৰ বংশলৈ পতা ৰবাহী আদি আন ইতৰ জাতিৰ বামুণবোৰৰ লগুণ তেনেই আছিলে। পাছে বুঢ়া ৰজা স্বৰ্গদেৱে সি-বোৰৰ লগুণ গুছাব দিলে। লগুণ কেৱে মুগুছায়। তাকে দেখি ৰজাদেৱে বোলে, লেকাই বৰবৰাই বিচাৰ কৰক। লেকাই বৰবৰা লানমাখ. চেটীয়া। মহাৰজাই বোলে যাৰ গুছাব লাগে গুছক; ৰাখিব লাগে ৰাখক। পাছে মহাৰজাৰ আজ্ঞায় লেকাই বৰবৰাই সেইৰূপে বিচাৰ কৰি কতো বামুণৰে গুছালে, কতো অন্ত জাতিৰে থাকিল। কতোৰে লেকাইক শপে, কতোৰে বৰ দিয়ে। এই নিমিত্তেহে মানুহে কয় বোলে, "লগুণৰ গুৰি লেকাই চেটীয়া।" আহোম ভাষাত "লেকাই" মানে লগুণ; সেই নিমিত্তে সেই লেকাই বৰবৰাৰ পৰা বঢ়া বংশক "লেকাই চেটীয়া" বোলে।

**লেকাই চেটীয়া**

## কেইঘৰমান সন্দিকৈৰ আঁতিগুৰি

**চলিহাবি সন্দিকৈ**

বৰগোহাঁই কৈদৰ আৰু নজ নামে এক গোহাঁই অপুত্ৰক আছিল। সেয়ে মহগুৰ-পৰা আহোমৰ দিকিৰ পেটত ৰোৱা এক ল'ৰা আনি তুলিছিলে। খোৰা ৰজা স্বৰ্গদেৱে তাৰে নাম "পাওলা-পাম" দিলে; আৰু তাৰে সন্তি-সন্ততিক "চলিহাবি সন্দিকৈ" বুলিলে। এই ঘৰেই আহোমৰ "চলিহা"।

**লাই সন্দিকৈ**

বৰগোহাঁইৰ খেলৰ পুনথ; তাৰে পুতেক বেটাৰ গৰ্ভত "লাই" হ'ল। পুনথ অপুত্ৰক আছিল। সেয়ে খাটি-লুটি ৰজাক অহা-যোৱাকৈ থাকে; আৰু কৰ্কবি চাউল সৰা বোৱাই তাৰে সুৰা কৰি ৰজাক খুৱায়। এই আপাহতে খোৰাৰজা স্বৰ্গদেৱে পুনথৰ বেটাৰ ল'ৰাক "লাই লাই"কৈ মাতি মৰম কৰে। তাকে শুনি কোনো কোনোৱে "লাই সন্দিকৈ" বুলিলে; কিন্তু তাতুৰা বৰগোহাঁই নহয়। এই ঘৰকে "লাই সন্দিকৈ" বোলে।

**মাছখোৱা সন্দিকৈ**
**পাইপেন সন্দিকৈ**
**লাপেতি সন্দিকৈ**
**চাবিঙীয়া সন্দিকৈ**

পূৰ্ব্বে গড়গঁয়া ৰজা স্বৰ্গদেৱৰ ভায়েক দেওৰজাক যেতিয়া চাবিঙ ৰজা পাতিলেনি, সেইবেলা বৰগোহাঁইৰ খেলৰ দুঘৰ, বুঢ়াগোহাঁইৰ খেলৰ দুঘৰ, এই চাৰি ঘৰ মানুহ দেওৰজাৰ লগত চাবিঙত পাতিলে। বৰগোহাঁইৰ খেলৰ দুঘৰৰ এঘৰক "মাছখোৱা সন্দিকৈ" আৰু ইঘৰক "পাইপেন সন্দিকৈ" বুলিলে। বুঢ়াগোহাঁইৰ খেলৰ দুঘৰৰ এঘৰক "লাপেতি সন্দিকৈ" আৰু আনঘৰক "চাবিঙীয়া সন্দিকৈ" বুলিলে। খোৰা ৰজা স্বৰ্গদেৱৰ দিনত।

**চৰনীয়া সন্দিকৈ বা**
**চৈয়ঙীয়া সন্দিকৈ**

পূৰ্ব্বে দিহিঙীয়া ৰজাই সন্দিকৈ কৈদৰ এক তিৰোতাক আহোম নীতিৰে তিৰোতা-কৈ লৈছিল। সেয়ে পূৰ্ব্বে বৰগোহাঁই কৈদৰ বোৱাৰী আছিল আৰু গাভো গৰ্ভ আছিল। তাইৰে সেই গৰ্ভত অহা ল'ৰাটি হ'লত, সেই ল'ৰাকে ৰজাদেৱে "খুমুং" নাম দি "চৈয়ঙীয়া সন্দিকৈ বা (চৈয়নীয়া সন্দিকৈ) নাম দিলে।

চাওফাংবৰুক নিৰি বৰগোহাঁইৰ নাতি লাইনাং বাকে দিহিঙীয়া আহোমৰ এক ল'ৰা তুলি লৈছিল। তাৰপৰা সি বাঢ়িছিল বাবে, সেইবোৰৰো গোহাঁই নাম গুছাই দিহিঙীয়া আহোমৰ লগত দি "চৈয়নীয়া সন্দিকৈ" নাম দিলে।

১। বেহিয়া-চিঙৰ ঘৰৰ (চাওফুৰৰ মৈনী দিহিঙীয়া ৰজাদেৱৰ চাওলে অহ-

যোৱা কৰিছিল; আৰু চাওমুঙে বৰজাদেওক মৰনা পাখীলৈ ৰুবিং যোগাইছিল। পাছে চাওমুঙৰ বৈণীৰ বৰজাৰ দিকিৰ এটা ল'ৰা হ'ল। বৰজাদেৱে বোলে এই ল'ৰা

**গড়গঁঞা সন্দিকৈ**

মোৰ দিকিৰ; বাপেকে বোলে মোৰ। তাকে বৰজাদেৱে তুলি ল'লে। সিও বৰজাদেওৰ লগতে আছিল। পাছে সেই ল'ৰাকে তুৰ্ব্বকৰ বণলৈ পঁঠোতে, সিও ৰণত আগৰণুৱা হৈ যুঁজিলে। সেই আপাহতে বৰজাদেৱে, সেই ল'ৰাৰ নাম দিলে "লাই-চাচুং" আৰু সেই ঘৰকে "গড়গঁঞা সন্দিকৈ" বুলিব দিলে। বৰজাদেৱে বোলে, কোনেও ইহঁতৰ পুৰুষ নেখালিব। যি খালিব, মই কাটিম; মোৰ পো-নাতিয়েও কাটিব। তাৰেপৰা সেই ঘৰলৈ বৰজাৰ জী অনা-নিয়া নকৰে।

২। পূৰ্ব্বে চুকাফা বৰজাৰ দিনত নৰা বৰজাই চুটীয়া, কছাৰী, মৰাণ, বৰাহী, নগা, কমতেশ্বৰ, এইবোৰৰ খুত তুলিছিল। পাছে ইয়াৰে খুত তুলিবলৈ তিনিটা মানুহ পঠাই দিলে; কমতেশ্বৰলৈ এটা, তাৰে নাম থাওমুং খিমা; এটা গ'ল চুটীয়ালৈ; এটা গ'ল মৰাণ, বৰাহী, কছাৰী নগাৰ তুলিবলৈ। পাছে চুকুফা বৰজাদেও পূৰ্ব্বে নামি আহোঁতে থাওমুংখিমাক পাই গড়গাঁও সীমাতে পাতি থ'লে। তাৰে পো-নাতিবোৰকো পাই, চুহুমুং বা দিহিঙীয়া ৰজা স্বৰ্গদেৱে সিহঁতকো "গড়গঁঞা সন্দিকৈ"ৰ লগতে খেলুৱাকৈ দি "গড়গঁঞা সন্দিকৈ" নাম দিলে।

ইবিলাক পূৰ্ব্বত ৰজাৰ ঔৰসত হোৱা গা-চোৱা লিগিৰীৰ সন্তান। পাছত সন্দিকৈৰ

**পকলীয়াল সন্দিকৈ**

খেলত সুমাই দিয়া হৈছিল।

চুকাফা ৰজাৰ লগত যি সাত ঘৰ ডাঙৰীয়া নামি আহিছিল তাৰে থাওমুংখুত্তাই

**কপলীয়াল সন্দিকৈ**

বোলা গৰাকীৰপৰা এওঁলোক হ'ল। ইবিলাকক "কেক্" বুলিও জানে।

মিৰি সন্দিকৈবিলাক ৰবগোহাঁইৰে এটা ফৈদ। বুঢ়া ৰজা স্বৰ্গদেৱৰ দিনত

**মিৰি সন্দিকৈ**
**অভয়পুৰীয়া মিৰিসন্দিকৈ**
**দিহিঙীয়া মিৰি সন্দিকৈ**

বাককৰ পৰা ৰবগোহাঁইপৰীয়া ভেকোলা গোহাঁইক ঘৰ ফালি আনি দিহিঙত পাতিছিল। তেওঁ অপুত্ৰক আছিল। পাছে মিৰিৰ ল'ৰা এটা পো বোধকৈ তুলিলে; তাৰে নাম দিলে "মিৰি সন্দিকৈ"। তাৰে পো-নাতিকহে এতিয়াও "মিৰি সন্দিকৈ" বোলে।

ৰবগোহাঁইপৰীয়া মিৰি সন্দিকৈৰে এঘৰ কালি বুঢ়াৰজাৰ দিনত অভয়পুৰত পাতিলে আৰু এঘৰ দিহিঙত পাতিলে। অভয়পুৰত পতাঘৰৰপৰা হ'ল বংশক "অভয়পুৰীয়া মিৰি সন্দিকৈ" আৰু দিহিঙত পতা ঘৰৰপৰা হ'ল বোৰক "দিহিঙীয়া মিৰি সন্দিকৈ" বুলিলে। ইবিলাকক "অভয়পুৰীয়া মিৰি সন্দিকৈ" আৰু "দিহিঙীয়া মিৰি

সন্দিকৈ" এনে. দুবুলি, "কজৰপুৰীয়া সন্দিকৈ" আৰু "দিহিঙীয়া সন্দিকৈ" এনে বুলিও কয়।

**গড়গঞা পাত্ৰ**

পূৰ্ব্বত নৰা ৰজাৰ মানুহ। চুকাফা ৰজাৰ দিনত চুটীয়াৰ থুত তুলিবলৈ গৈছিল। সেয়ে থুত তুলি আহি তিপাইৰ কোনখতে আছিল। তাৰে পো-নাতিক পাই দিহিঙীয়া ৰজাই নাম দিলে "চাফুং তিমা"। পাছে মহাৰজা শিংতকে গড়গাঁও সীমাত পাতি "গড়গঞা পাত্ৰ" নাম দি বৰগোহাঁইৰ খেলত দি আহোম কৰি দিলে। মূলত এই ঘৰ পূৰ্ব্বত নৰা।

**বিমুন পাত্ৰ**
**নৰাপাত্ৰ**

ইবিলাকো পূৰ্ব্বত নৰা ৰজাৰ মানুহ। মৰাণ, বৰাহী, কছাৰী আৰু নগাৰ থুত তুলিবলৈ নৰা ৰজা পঠাইছিলে; তাৰে নাম আছিল বিমুন। পূৰ্ব্বে চুকাফা ৰজা নামি আহোতে, বিমুনৰ ঘৰতে ৰজাদেও দিনাদেক থাকিছিল। পাছে তাৰে নাতি-সন্ততিক দিহিঙীয়া স্বৰ্গদেৱে পাই নাম দিলে "বিমুন পাত্ৰ"। আজিকালি এই ঘৰে ৰৰটোৰ পৰিয়ালক "নৰাপাত্ৰ"ৰ বোলে। নৰাপাত্ৰে বিমুন পাত্ৰে একে বংশ।

**কলাই পাত্ৰ**
**(কনাই পাত্ৰ)**

"কলাই পাত্ৰ"ক কোনোৱে "কনাই পাত্ৰ" বুলিও কয়। নগা ৰৰপাত্ৰৰ খেলৰ মাজত খেলুৱাকৈ থকা কনেঙচন্দ্ৰৰ দুই পুতেক; তাৰে সৰু পুতেকৰ-পৰা বঢ়া বৈংশটোক "কলাই পাত্ৰ" বুলিলে।

**কথা পাত্ৰ**

দিহিঙীয়া ৰজা স্বৰ্গদেৱৰ একুৰি দুঘৰ "জাতুৱা আহোম"ৰ প্ৰথম নঘৰি ঘৰৰ নাম "কথা পাত্ৰ" আছিল।

**ঘৰ পাত্ৰ**

পূৰ্ব্বে দিহিঙীয়া ৰজদেৱৰলৈ লাই সন্দিকৈৰ জীয়ৰী এজনী পৰিছিল। তেওঁৰে তনীয়েক এজনী এক আহোমত পৰিছিল। পাছে সেয়ে বায়েক আইকুঁৱৰীক চাবলৈ গৰ্ভেৰে আহিল। তেওঁৰে তাতে গৰ্ভুৱা ল'ৰা এটি হ'ল। ৰজাদেৱে বোলে মোৰ ঘৰৰ ভিতৰত যে ল'ৰা হ'ল এতেকে ইয়াৰ নাম "ঘৰ পাত্ৰ" থ'লো আৰু ইয়াৰ বংশক "ঘৰ পাত্ৰ" বুলি ক'ব।" এই বংশকে গড়গঞা "ঘৰ পাত্ৰ" বুলিও জানে।

**খিং-খিং পাত্ৰ**
**খিমৃতৰ পাত্ৰ**
**চিত পাত্ৰ**

পূৰ্ব্বে চুকাফা ৰজা নামি আহি তিপামত থাকোতে একঘৰ মৰাণ পালে। তাক ধৰি আনি "কাঠি জোৰাই" আনিলে; তাৰ নাম দিলে "খিং-খিং", তাৰে বংশক "খিং-খিং পাত্ৰ" নাম দিলে।

তাৰে কেইবাটাও পুতেক হ'ল; তাৰে এক পুতেকে বেজিৰ কাপত বেতসূত সুমুৱাই "কুকুৰা" (?) সীলে। তাৰে নাম থ'লে "খিমৃতৰ" আৰু তাৰে পো-নাতিক "খিমৃতৰ পাত্ৰ" বুলিলে।

খোৰাৰজা স্বৰ্গদেৱৰ দিনত এই খিনৃতৰে এক নাতিয়েকে নাম ল'লে "চিত পাতৰ", আৰু পাছলৈ তাৰপৰা বঢ়া ফৈদকে "চিত পাতৰ" বুলিলে।

ইহঁতক "হন্-হন্ পাতৰ" বুলিও কয়। বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত চাওপাংৰগুক খিৰি বৰগোহাঁয়ে পূৰ্ব্বে চুটীয়া থাকি অনা এক মানুহ পালে। বৰগোহাঁয়ে তাক বেথাকৈ লগত লৈ ফুৰাইছিল। পাছে সেই চুটীয়াক মহাৰজা জানি লগত ললেনি। তাক কাৰ্য্য

**হলাহল বা শিয়ালী পাতৰ**

কামত ভাল পাই ৰজাদেৱে নাম দিলে "হলাহল পাতৰ"; পূৰ্ব্বে জাতত চুটীয়া। বুঢ়াৰজাদেও খামজাঙলৈ যাওঁতে, আগেদি শিয়াল এটা লৰ মাৰিলে; পাছে হলাহল পাতৰে শিয়ালৰ মাতে মাত মাতি, সেই শিয়ালক খেদি-ধৰিলে। পাছে ৰজাদেৱে ৰং পাই বোলে ই "শৃকালি শৃকাল" (শৃগালি, শৃগাল); সেই মাতে তাৰ নাম হ'ল "শৃগালি" বা "শিয়ালী"। এতেকেহে সেই ঘৰক "শিয়ালী পাতৰ" বুলিও কয়।

চুন্যত্-ফা বা উদয়াদিত্য সিংহ স্বৰ্গদেৱৰ ৰাজত্বকালত মাজুৰীয়ালৰ সলাল গোহাঁয়ে চৈয়নীয়া সন্দিকৈক আমাৰ ৰঙহ বুলি কলত, স্বৰ্গদেৱে চাৰিঙ ৰজাক বিচাৰ কৰিব দিলে।

**চেটীয়া পাতৰ**

পাছে বিচাৰি চৈয়নীয়া সন্দিকৈ বিস্তৰ পালে। স্বৰ্গদেৱে তাৰে কেতবোৰক চৈয়নাত মাটি খুজি পাতি "চেটীয়া পাতৰ"ৰ খেল কৰিলে। চৈয়নীয়া সন্দিকৈয়ে চেটীয়া পাতৰে একে ৰঙহ। চেটীয়া পাতৰে ৰজাৰ "সোলেং ঘৰ"ত পৰ দিব লাগে।

পূৰ্ব্বত নৰা দেশৰপৰা অহা থিমুন পাতৰৰ সকটো পুতেকৰপৰা বঢ়া পৰিয়ালটোক

**মৰাণ পাতৰ**

দিহিঙীয়া ৰজাই মৰাণ পাতৰ নাম দিলে। আদিতে মৰাণবিলাক নৰাৰপৰাই অহা। পূৰ্ব্বত মৰাণৰ লাকু যে ৰৰপাত্ৰ হৈছিলে, তাৰে পো-নাতিক পাই, ৰুদ্ৰসিংহ স্বৰ্গদেৱে সিহঁতকো "মৰাণ পাতৰ" নাম দি "মৰাণ পাতৰ"ৰ খেলুৱাকৈ দিলে।

গড়গঁয়া ৰজাদেৱে চেটীয়াৰ পাত্ৰক হাবুঙত নি মাৰিলেগৈ। তাৰে ঘৈণীয়েকক

**থুন্মুং-কন্ত্যোও পাতৰ**

লুইত্যোকেং বুলি এক আহোমে সও ৰাখিলে। তাৰে দিকিৰ ভাইৰ এক ল'ৰা হ'ল। পাছে ৰজাদেৱে শুনি তাকে "থুনংকন্ত্যোও পাতৰ" নাম দি ৰৰপাত্ৰৰ খেলত দিলে।

কলাই পাতৰে হাতীমূৰীয়া পাতৰে একে ৰঙহৰ। বুঢ়া ৰজা স্বৰ্গদেৱে এক কলাই

**হাতীমূৰীয়া পাতৰ**

পাতৰক নি ভুংখুঙীয়া হাতী মূৰত আহোমকৈ দিলে; তাৰপৰা বঢ়া বংশকে "হাতীমূৰীয়া পাতৰ" বুলিলে।

পূৰ্ব্বে খোৰাৰজা স্বৰ্গদেৱৰ দিনত নৰাৰে আমাৰে ৰণ হওঁতে, তনুৱাৰ ৰৰ

গোহাঁয়ে পাছৰণবা কতো কতো নবাদেশৰ মানুহক পলুৱাই আনিলে। নিবোবতে

**নবা কৌৰৱ পাণ্ডব**

নবা বজাৰ বঙহ এটাও থাকি গ'ল ; তাইঁতকে "নবা কৌৰৱ পাণ্ডৱ" বুলিলে। আজি-কালি "নবা কৌৰৱ পাণ্ডৱ" আৰু "নবাপাণ্ডৱ" দুয়ো কৈদ মিহলি হৈ পৰিছে।

ইতিপূৰ্বে কৈ অহা হৈছে যে স্বৰ্গদেৱসকল চ'বাঙত বহোঁতে বা বাহিৰত ফুৰিবলৈ

**পাখীমৰীয়া ডেকা**

যাওঁতে এই কৈদৰ মানুহে মৰা পাখীৰ বিচনিৰে স্বৰ্গদেৱসকলক বিচিব লাগে। এওঁলোক সন্দিকৈ (অৰ্থাৎ আদাবৰীয়া) ঘৰৰণবাই বড়া। কোনোবা এগৰাকী বৰবৰুৱাৰ গা-চোৰা লিগিৰীৰ সন্তান। পাখীমৰীয়া ডেকাৰ লগত সন্দিকৈ ঘৰৰ বৈবাহিক সম্বন্ধ নচলে।

এই কৈদটো পূৰ্ব্বত বুঢ়াগোহাঁই বংশৰণবাই বড়া বুলি কয় ; অৰ্থাৎ কোনো

**দাহনৰ ডেকা**

এগৰাকী বুঢ়াগোহাঁই বংশৰ মানুহৰ ঔৰসত হোৱা লিগিৰীৰ ল'ৰা। এওঁলোকৰ লগত বুঢ়াগোহাঁই বংশৰ মানুহৰ বিবাহ নচলে।

এই কৈদৰ মানুহ বিলাক যদিও বৰ্ত্তমান সময়ত ইতৰ আহোমৰ লগত গণ্য, এদিন কিন্তু (সৌমাৰত হোৱা আহোমৰ প্ৰথম বজা চুকাফাৰ দিনত) এওঁলোক

**মোহন**

"সাত ঘৰীয়া আহোম"ৰ এঘৰ আছিল। পাছত যেতিয়া জয়ধ্বজ সিংহৰ দিনত উচ্চপদস্থ আহোমবিলাক হিন্দু-ধৰ্ম্মী হয়, মোহন বিলাকে নিজৰ ধৰ্ম্মকে খামোছ মাৰি ধৰি থকাত, হিন্দু-ধৰ্ম্মী আহোম বিলাকে তেওঁলোকক বিশৰ চকুৰে চাবলৈ ধৰিলে আৰু "সাতঘৰীয়া আহোম"ৰণবা নাম গুছাই ইতৰ আহোমৰ শ্ৰেণীলৈ দিলে। পূৰ্ব্বত মোহন আৰু বৰগোহাঁইৰ ঘৰ একে বঙহৰ বুলি জনা যায়। এই দুই বংশৰ ভিতৰত এতিয়াও বিবাহ চলিব নোৱাৰে।

চুহমুঙ স্বৰ্গদেৱৰ দিনত চাওত্ৰাচেঙমুঙ বৰগোহাঁইৰ দিকিব বুঢ়াগোহাঁইৰ এক যেটীৰ এক ল'ৰা হৈছিল। সেই ল'ৰাই বুঢ়াগোহাঁইৰ ল'ৰা বুলি, বৰ হৈ ফুৰে।

**পাপন**

পাছে সেয়ে বৰগোহাঁইক মাৰিব খুজিলে। পাছে নোৱাৰি, সেই লৰাই নৈ পাৰ হৈ গৈ বুঢ়াগোহাঁইত শৰণীয়া হৈ পৰিলগৈ। পাছে বুঢ়াগোহাঁইয়ে সেই ল'ৰা বাখি "পাপন" নাম দিলে ; আহোমৰ লগত পাতিলে, যাতো বৰগোহাঁইৰ বীৰ্য্য বেষ্টিত হ'ল। এই নিমিত্তেহে বৰগোহাঁই-পৰীয়াই পাপনে জীয়ৰী অনা-নিয়া নকৰে।

আহোমৰ তৃতীয় বজা চুবিন্‌ফা বজাদেৱৰ দিনত মিৰিৰ চাওপাংৰেওক বৰগোহাঁই

**চেউনীয়া গোহাঁই**

হয়। আৰে পুতেক দাব্‌-কাং-বান্‌-কক্‌ তাৰে ঘৰ পুতেক লাই লাওক পাই ধৰি বঙহৰ পৰা বিলগাই সি নিছিওৰ চেউনি হাবিত পাতিছিল। এই নিমিত্তে সেই ঘৰৰ পো-নাতিক নিছিওীয়া বজা স্বৰ্গদেৱে

"ভেটনীয়া গোহাঁই" বুলিলে। এই ঘৰৰ পাছলৈ বৰগোহাঁই হ'ব নোৱাৰে; ইহঁতৰ নাপালেহে হ'ব।

গড়গঁয়া ৰজা স্বৰ্গদেৱে এটা মৰাণ পাই, তাৰ কাৰ্য্য-কাম ভাল পাই, তাৰ নাম দিলে "চলি-হাবিঙ"। ইয়াৰ নাতি-পুতি যি বাঢ়িছিলে, তাকে মঠাউতত পাতিলে; আৰু ইহঁতকে "চলিহা" বা "চলিহাৰ ডেকা" নাম দি ডেকাৰ খেলত খেলুৱাকৈ দিলে।

**চলিহাৰ ডেকা**

লাচিতৰ ডেকাবিলাক হলাহল পাতৰৰপৰা হোৱা; মূলত পূৰ্ব্বত চুটীয়া। বুঢ়াৰজা স্বৰ্গদেৱে হলাহল পাতৰ ঘৰৰ কেটামানক কলিয়াবৰত পাতিছিল। পাছে তাৰে এটাৰ হাজোৰ যুদ্ধত আপাহ পাই নাম দিলে "লাচিতৰ ডেকা"। তাৰ বংশকে এতিয়া "লাচিতৰ ডেকা" বুলি কয়।

**লাচিতৰ ডেকা**

তুৰ্ব্বকৰ যুদ্ধত আমাৰ ডেকা ৰজা (পাছত চুক্লেন্‌মুঙ বা গড়গঁয়া ৰজা) বঙালৰে যুঁজি, বঙালক বলে নোৱাৰি পানীত পৰিল। পাছে ৰবাহীৰ নাম্‌-ত্যাং-চাই-কোৰ পো-নাতিয়ে ডেকাৰজাক তুলি আনিলে। এই আপাহতে চুহুম্মুঙ বা দিহিঙীয়া ৰজাদেৱে সেই ঘৰৰ নাম "ৰৰ পানী" ৰাখিলে।

**ৰৰ পানীৰ ঘৰ**

এই ঘৰ পূৰ্ব্বত কলিতা মানুহ; দিহিঙীয়া ৰজাদেৱে বটাই টাৰনি মাৰি বাৰ-ভূঞাক ৰবাওঁতে, সিবোৰৰ লগতে অহা সকমুৰীয়া ভূঞা। সকমুৰীয়া ভূঞা চাৰিঘৰ ৰাইৰাৰীত পাতিছিল; তাৰে এঘৰৰ নাম স্বৰ্গদেৱে "খঙীয়া" দিছিল। সেই ঘৰৰ নাতি-নাতিক এতিয়াও "খঙীয়াৰ ঘৰৰ" বুলি কয়। খঙীয়া বোলাটো সকমুৰীয়া ভূঞা মেচা কলিতাৰ তায়ে আছিল।

**খঙীয়াৰ ঘৰ**

পূৰ্ব্বে চুটীয়া ৰাজ্যত "দল-দশং" বুলি এক তকান মজহৰ উঁৱালী আছিল। চুটীয়া ৰাজ্য মাৰোঁতে ৰজাদেৱে তাকে ধৰি আনিলে। তাৰে পো-নাতিক গড়গঁয়া ৰজা স্বৰ্গদেৱে "চুটীয়া চান্দ উঁৱালী" নাম দিলে। সিহঁতৰ পৰিয়ালকেহে এতিয়াও "চুটীয়াৰ চান্দ উঁৱালীৰ ঘৰৰ" বুলি কয়। মূলত কিন্তু পূৰ্ব্বে কোচ।

**চান্দ উঁৱালীৰ ঘৰ**

পূৰ্ব্বে জাতত কোচ। ওপৰত উল্লিকিওৱা "দল্‌-দশং"ৰ চাৰি পুতেক; নাম কোচ, চিকনৰাই, চান্দ আৰু মেক। ৰজাদেৱে চিকনৰাইক উঁৱালী কৰি ৰাইতাও মেলত দিলে। ই তিনি ৰৰটেকেলা হই থাকিল। সেই চিকনৰাইৰ বংশকে "আহোম উঁৱালী" বোলে।

**আহোম উঁৱালীৰ ঘৰ**

[illegible]লৰ ঘৰ বুঢ়াগোহাঁইৰ খাতিত এক গোহাঁই আছিল। [illegible]

কোচ। শ্ৰীমঙল মাউত গোহাঁইৰ লগত থাকোঁতে হাতীৰ আও-ভাও পাইছিলে; আৰু বৰজনা লাঙী গোহাঁইদেৱৰ লগত (পাছলৈ বুঢ়াৰজা) মাছ শহ মাৰি খাই ফুৰিছিল। পাছে লাঙী বৰজনা গোহাঁইদেৱ ৰজা হই, হাতীৰ আও-ভাও জানে বুলি, তাকে চমুৱাকৈ ল'লে আৰু হাতীৰ টেকেলালৈ দিলে; হাতীও এটা দিলে। একদিনা হাতী ফুৰাওঁতে শ্ৰীমঙল কোচে মাউত গোহাঁইক লগ পাই বোলে, "দেৱে ক'লৈ যায়, এখান তামোল খাই যাক।" পাছে মাউত গোহাঁয়ে বোলে, "তই মোৰ হাতৰ গুছিবৰ কেই দিন হৈছে; তই মোৰ বন্দী, তই মোক তামোল যাচিব পা'বে কি!" এই বুলি শ্ৰীমঙল কোচক বহুতকৈ শপিলে। তাৰ সেই কথা মনত থাকিল। পাছে চাৰি মাহৰ পাছত জয়থামডাঙ্গ খাতত হাতী ফুৰাওঁতে বাটত মাউত গোহাঁইক লগ পাই বোলে "দেৱৰ আগত বিশ্বাস কথা এটি কব লাগিছে, দেৱে ৰ'ব। এই বুলি সি ওচৰলৈ হাতী নি খোচাই মাউত গোহাঁইক, আগৰ কথাকে লৈ মৰালে। এই শ্ৰীমঙল কোচৰ সন্তি-সন্ততিকে "শ্ৰীমঙলৰ ঘৰৰ" বুলি এতিয়াও জানে।

**লাটুবানৰ ঘৰ**

লান্-তকণ্-বান ৰজাঘৰৰ বন্দী আছিল। এই ঘৰ পূৰ্ব্বত খেলুঙবংশৰা পলাই অহা আহোম। লান্-তকণ্-বান আহোম খাতৰ টেকেলা আছিল। কতো দিন থাকি, চুহেন্‌ফা ৰজাদেৱৰ দিনত, তাকে ধান চোৰ পাই, এশ ৰূপ দাঁৰিলে। সেয়ে খুন লুণ্ড্ বুঢ়াগোহাঁইৰ ভিতৰি পেট পাই বাঁহৰ চুঙাত যাঠি ভৰাই লৈ মাছাওৰ চোহ সলাওঁতে (সৰাওঁতে) চুহেন্‌ফা ৰজাক খুচি মাৰিলে। পাছে চুহেন্‌ফা ৰজাৰ পুতেক চুপিম্‌ফা ৰজা হৈ লান্-তকণ্-বান আহোমক নিলগাই নি দেৱৰ গাঁৱৰ নামে দৰিয়াজানত কাটিলে। এই ঘৰৰ সন্তি-সন্ততিকে "লাটুবানৰ ঘৰৰ" বুলি কয়।

**চুটীয়া চিৰিং**

ইখিলাক পূৰ্ব্বে ফুলত চুটীয়া। পূৰ্ব্বে সদিয়া মাৰি, অনা চুটীয়া "ক্যোওখংনা"ৰ নাতি-পুতিক খোৰাৰজা স্বৰ্গদেৱে "চুটীয়া চিৰিং" নাম দিলে।

**আহোম চিৰিং বা বৰ চিৰিং**

বৰ চিৰিং; এই ঘৰকে "ওখুনা" বোলে; ইহঁত পূৰ্ব্বত জাতত নগা; পূৰ্ব্বে আপোনাৰ ৰজাত পলাই অহা। খোৰা ৰজাদেৱে এই ঘৰৰে পো-পোৱালিক "আহোম চিৰিং" বুলিলে।

**ৰঙাচিলাৰ ঘৰ**

ইখিলাক পূৰ্ব্বত ছুৰৰা বংশৰ মানুহ। ছুৰৰাৰ কাপ্-চানৰ মাক লুখুৰাখনৰ জীয়ৰী। এই নিমিত্তে সেই ঘৰক লুখুৰাখনে নিলে। চুক্লেন্‌ফা ৰজাৰ দিনত; ৰজাদেও কুটুকাতলিত শহ মাৰিবলৈ যাওঁতে ছুৰৰাৰ ঘৰৰ ৰঙা কুকুৰে শহৰ ঠেঙত কামোৰ মাৰি ধৰি শহ ৰাখি মাৰি ধৰি ৰাখি থাকিলে। পাছে ৰজাদেৱে ভাল পাই কুকুৰৰ নাম থ'লে "আমা-চুকি-ৰঙাচিলা"; আৰু সেই নামেৰেই সেই ঘৰৰো নাম হ'ল "ৰঙাচিলা"।

বুঢ়াৰজা স্বৰ্গদেৱে পৰ্বতীয়া বৰগোহাঁইৰ জীয়েকক আনোতে-বৰগোহাঁয়ে চুটীয়াৰ বন্দী এটা আইকুঁৱৰীৰ লগত দিলে। পাছে আইকুঁৱৰীয়ে পৰ্বতীয়া কুঁৱৰী হৈ তাকে অধিকাৰ পাতিলে; আৰু ৰজাদেৱে কথা-বাৰ্ত্তাত ভাল পাই তাকে ভণ্ডাৰী গোহাঁই নাম দিলে। এই ঘৰকে "ভণ্ডাৰী গোহাঁইৰ ঘৰ" বোলে; কিন্তু গোহাঁই নহয়; জাতত পূৰ্ব্বে চুটীয়া।

**ভণ্ডাৰী গোহাঁইৰ ঘৰ**

**গেলন ফুকনৰ ঘৰ**

খোৰাৰজা স্বৰ্গদেৱৰ গাভৰু কুঁৱৰীৰ লগত যৌতুকীয়া অহা; এই ঘৰ পূৰ্ব্বে জাতত নৰা।

লান্-তকণ-বাম্ আহোমক চুপিমফা ৰজাদেৱে কাটিলত, তাৰে এক বন্দী ভয়ত পলাই গৈ বেলুঙত আছিলে। পাছে গড়গাঁয়া ৰজাৰ ভায়েক লেওৰজাক বেতিয়া চাৰিঙ ৰজা পাতিলে, সেই বন্দী তেতিয়া চাৰিঙ ৰজাৰ ঘৰগিৰী বুলি থাকি নাম ল'লে "পাম-পলাই"। এই ঘৰ ঘৰবন্দী; তাৰে পো-নাতিক "পাম্-পলাইৰ ঘৰৰ" বুলি কয়।

**পাম-পলাইৰ ঘৰ**

এই ঘৰো পূৰ্ব্বে জাতত্ নৰা। নৰা ৰজাৰ লগত আহোঁতে আমাৰ দেশত থাকি যোৱা মানুহ। (লাহনৰ "লুকি" বোলা ফৈদ-টোৰে "লোক্-লাংহানে" একে নহয়)।

**লোক্-লাংহানৰ ঘৰ**

**খিলামৰীয়া ঘৰ**

এই ঘৰ পূৰ্ব্বে কোচৰজাৰ বন্দী; বাটত পাইধৰি অনা। জাতত পূৰ্ব্বে কোচ।

দিহিঙীয়া ৰজাদেৱৰ লগত হাতীৰ খাঁহ কটা দুটা আহোম আছিল। তাকে খোৰাৰজাদেৱে খাঁহীৰপৰা গুচাই খাঁহীৰ টেকেলাকৈ দিলে আৰু তীৰে এটাক লগতে ল'লে; নাম দিলে "চাহং"। এই ঘৰকে "লাপেতি ফুকনৰ ঘৰ" বোলে; ৰজাই নি দিহিঙত পাতিলে।

**লাপেতি ফুকনৰ ঘৰ**

বৰগোহাঁই-পৰীয়া ঠাকুৰা গোহাঁয়ে বাঁধী বামুণীৰ বেটী কেতেকীক তিৰোতাকৈ লৈছিলে। পাছে তাইৰে পুতেক এটা হ'ল; তাৰে নাম থ'লে "লাংচুঙ"। কেতেকী পূৰ্ব্বত গাখো কোঁৱৰৰ জীয়ৰী। তাই মৰিলত সেই ল'ৰাক লবি মাকে তুলিলে। এতেকেহে "লাংচুঙ" নাম থ'লে। সেই ঘৰৰ সতি-সন্ততিকে "লাংচুঙৰ ঘৰৰ" বুলি কয়।

**লাংচুঙৰ ঘৰ**

পূৰ্ব্বে তন্‌খাম্ বৰগোহাঁইৰ এহেজাৰ বন্দী আছিল। সিহঁতকে বুঢ়াৰজা স্বৰ্গদেৱে বৰগোহাঁই ঘৰৰ বন্দী গুচাই নি এবালিতলিত কাঁড়ীকৈ "খটীয়া হাজাৰ" নাম দি পাতিলে নি। তাৰে তিনি-কুৰি মানুহ নি, গোসোৱা ফুলবাৰীত বাৰী-চোৱাকৈ দিলে। তাৰে তিনজন জাতি-বাদিক মুখ্য কৰি অধিকাৰ পাতি দিলে। পাছে ৰজাদেৱে কাৰ্য্যকাৰত ভাল পাই

**ফুলবৰুৱাৰ ঘৰ**

ওটিয়াঁলিক “ফুলবৰুৱা” নাম দিলে। সেই ঘৰকে ‘ফুলবৰুৱাৰ ঘৰ’ বুলিও কয়; ওটি-য়ালিৰ ঘৰ’ বুলিও কয়। মূলত এই ঘৰ পূৰ্ব্বত মৰাণ।

**চাইটামৰ ঘৰ মাৰবতী গঁয়া বাল-বক-তাক্ৰাং**

এই তিনিঘৰ নিয়মৰ আহোম নহয়। পাছে পূৰ্ব্বে দিহিঙীয়া ৰজাৰ দিনত, ৰজাৰ বঙহৰ আঠ কোঁৱৰ কটাকটিকৈ মৰিলে। সেই বেলা এই তিনিঘৰ মানুহ আহোমৰ লগত লোমাই জাতুৱা আহোম হৈ থাকিল। পাছে শিহঁতৰে এঘৰৰ ভুৰ্ব্বকৰ ৰণত আপাহ পাই দিহিঙীয়া ৰজাদেৱে নাম দিলে “লুকু-ভুৰ-হুত”। গড়গঁয়া ৰজাদেৱে তাৰে পো-নাতি পাই “চেংধৰা” বুলিলে। বুঢ়াৰজা স্বৰ্গদেৱে সেইবোৰৰ পো-নাতিক “ছোলাধৰা-চেংধৰা” বুলিলে।

**‘চেংধৰা ডেকা’ বা ছোলাধৰা-চেংধৰাৰ ঘৰ**

ইহঁতৰ ঘৰেহে “চোম-চেঙ্” ঘৰে; ৰজাদেৱে জাতুৱা আহোম কয়। ইহঁতৰ ঘৰকেহে দেৱ-ঘৰ কৰিবলৈ দিয়ে; আওহা কাঁৰী পায় অন্যে নাপায়। চেংধৰা বৰবৰুৱা এই বংশৰে।

**গড়গঁয়া টুকৰীয়াৰ ঘৰ**

এই ঘৰ ভণ্ডাৰী গোহাঁইৰ ভায়েকৰপৰা বঢ়া জাতত আগৰ চুটীয়া।

**শুকটিফুকনৰ ঘৰ**

এই ঘৰো জাতত হীনকোচ; বুঢ়াগোহাঁয়ে তুলি আনি দিবৈত পাতিলে।

ইবিলাক হ’লাহল পাতৰেৰে একে বঙহৰ। হলাহল পাতৰৰ এক পুতেকক কলিয়াবৰত পানীশিয়া (বা পানী শিঙীয়া) পাতি দি, বুঢ়াৰজা স্বৰ্গদেৱে “বণ্-কপ্” নাম দিছিল। পাছে, তাৰে হাজোৰ যুদ্ধত আপাহ পাই লাঙি নাম দি সোণৰ খাক, টেমি দি বৰফুকন পাতিলে। সেই দিনৰপৰাহে বৰফুকনৰ বিষয় চলিল। তেওঁৰে পো-নাতিক “লাঙি বৰফুকনৰ ঘৰৰ” বুলি কয়। মূলত এই ঘৰ পূৰ্ব্বত চুটীয়া। এই কৈদকে “লাঙিৰ ডেকা” বুলিও কয়।

**লাঙি বৰফুকনৰ ঘৰ**

বৰপাত্ৰৰ খেলত লাহবু বুলি বৰাহী এটা আছিল। সি অপুত্ৰক আৰু চাওৰকৰ ওপৰত নেওগ হৈছিল। সেয়ে বানক্ৰাং নগাৰ ল’ৰা এটা কিনি পো-বোধকৈ তুলিলে। পাছে সেই লাহবু বৰাহী মৰিলত, সেই নগাৰ ল’ৰাক লিকচৰৰ বৰা পাতিলে। পাছে বুঢ়া ৰজাদেৱে কাৰ্য্য-কাৰণত ভাল পাই নেওক নাম দি, তাকে লাঙি বৰফুকনৰ সলনি বৰফুকন পাতিলে। ইয়াৰে পুতেক বাহুলি জয়ধ্বজ সিংহৰ দিনত ডেকা ফুকন হৈছিল। পূৰ্ব্বত বৰাহীয়ে তুলি লোৱা নগাৰ লৰাৰপৰা বঢ়া এই বংশকে “নেওগ বৰফুকনৰ ঘৰৰ” বুলি কয় আৰু “নেওগৰ ডেকা” বুলিও জানে।

**নেওগ বৰফুকনৰ ঘৰ**

চাৰিঙীয়া নৰা কোঁৱৰৰ ঘৰ জাতত নৰা; পূৰ্ব্বোক্ত নৰাৰ ল'ৰা বাইলুঙৰ জাতত নহয়। নৰা বাইলুঙে পূৰ্ব্বে যৌতুকত অহা বন্দী; ইও জাতত নৰা। আধৈবোৰা দেওধাইৰ ঘৰো জাতত নৰা। বলোৰা হাজৰিকীয়াৰ ঘৰো লোকৰ গোহাৰে ভেঁবেৰাত পাই অনা; ই জাতত মগলু।

**নৰা কোঁৱৰৰ ঘৰ, নৰা বাইলুঙ, আধৈ বোৰা দেওধাই ঘৰ, বালোৰা হাজৰিকাৰ ঘৰ।**

**ঘোৰা কোঁৱৰ**

পূৰ্ব্বে বুঢ়াৰজা স্বৰ্গদেৱে যে আউনীয়াল নগাৰ ল'ৰা (ধনা কুঁৱৰী আৰু কণীয়া কুঁৱৰীয়ে পো বোধকৈ তুলি লোৱা) লাচিতক নি দিবৈত মাটি বাৰী দি পাতিছিলে, তাকে উজনিয়া খেলত দি, খাৰ-চুৰলৈ হাতী মাউত, ঘোৰাচোৰাৰ খেল দি, ঘোৰাকোঁৱৰ নাম দিলে; ঘোৰা বৰুৱা পাতিলে। জাতত পূৰ্ব্বে নগা। ইয়াৰপৰা বংশহকৈ "ঘোৰা কোঁৱৰ" বোলে।

এই সম্বন্ধে—"কামৰূপ অনুসন্ধান সমিতিৰ প্ৰকাশিত "পুৰণি অসম বুৰঞ্জী"ত এইদৰে লিখিছে :—"...পূৰ্ব্বে বুঢ়াৰজা দেৱক দোণগৰিয়া নগাই তিনটি ল'ৰা ভেটিলে। এটিৰ নাম আও, এটিৰ নাম আপম্; এটিৰ নাম লাচিত। এটি মৰিল কতদিন থাকি। মহাৰাজা লাচিতক ডিবৈত মাটিবাৰী দি পাতিলে; চাওডাঙৰ বৰুৱা পাতিলে। আৰু দেৱতাই (ৰজাই) আওক যি পো বুলি তুলিছিল; তাৰ নাম দিলে আও গোহাঁই। মোৰ তোলনীয়া পো বুলি উজনি জখলা দিলে; খাৰ-চুৰলৈ হাতীমাউত, ঘোৰা-চোৰাক গিয়াতি পাতি দিলে। ঘোঁৰাৰ বৰুৱা পাতি "ঘোঁৰা কোঁৱৰ" নাম দিলে।

**ভোৰোল**

এই ফৈদ পূৰ্ব্বত জাতত চুতীয়া।

বানককীয়া বৰগোহাঁইৰ জীয়ৰী এটি চৈপৰতলীয়া বুঢ়াগোহাঁই ফৈদীয়া লাপেত-গোহাঁইলৈ পৰিছিল। সেই ছোৱালীৰ লগত কছাৰিয়নী বেটী এজনী দিছিল; লগত পুতেক এটাৰে। পাছে বৰগোহাঁইৰ পোৱালিয়ে সেই বেটীৰে ঘোৰা লোৱা কৰিছিলে তাইৰে নাম আছিল ভাউকী; বাপেকৰ নাম টিপিৰা কছাৰী। ভাউকীৰ পুতেকক গোহাঁয়ে পো বুলি লগত লৈ ফুৰিছিলে। যেয়ে দেখে সেয়ে সোধে বোলে; গোহাঁই! এইটি কাৰ ল'ৰা? গোহাঁয়ে বোলে; মোৰ লাই পো। পাছে এদিন ঘোৰা ৰজা স্বৰ্গদেৱে দেখি বোলে; লাপেত গোহাঁই। এইটো তোৰ কি হয়? গোহাঁয়ে বোলে; স্বৰ্গদেও! মোৰ ই লাই পো। পাছে ৰজাদেৱে বোলে; ই তোৰ পুতেৰহঁতৰ লগত জিন বাৰ নোৱাৰে। ইয়াক মোৰ গোহাঁইহঁতৰ ফালে লৈছি, চমুৱাকৈ থাকক। এই বুলি ৰজাদেৱে আনি, সেই কছাৰিয়নীৰ জহৰা ল'ৰাক চাৰিঙত পাতি, নাওবৈছা ফুকন পাতিলে। সেইদৰে এতিয়া নাও লৈছে চেংবাই; চিংবাই বুলিও কয়। পূৰ্ব্বত টিপিৰা কছাৰীৰ জীয়ৰীৰ জহৰা ল'ৰা।

**ভটীয়া পৰিয়া নাওবৈছা ফুকনৰ ঘৰ বা চেংবাই (চিংবাই)**

কাৰণ, অনুসন্ধান সমিতিৰ দ্বাৰা প্ৰকাশিত "পুৰণি অসম বুৰঞ্জী"ত এই ঘৰকো "লাই মৰ্থিকে" বুলিছে। সম্ভৱতঃ নকল কৰোঁতাৰ দোষত এনে প্ৰমাদ ঘটিছে।

লুথুৰি চেটীয়াৰে একে বংশ। পূৰ্ব্বে চাওক্ৰাচেংমঙ্‌ বৰগোহাঁয়ে যেতিয়া মহঙীয়া

**চাউনা পাম কৈদীয়া গোহাঁই**

নগাৰ গাওঁ মাৰিবৈগৈ, তাতে নগাৰ খুনবাওৰ ল'ৰা দুটা লৈ আহিল। তেওঁৰে দুয়োৰেক নাংচুং গোহাঁইক অপুত্ৰক দেখি, সেই নগাৰ ল'ৰা এটাকে তুলি লবলৈ দিলে; তাৰ নাম দিলে "চাউনা-পাম"। এতিয়াও "চাউনা-পাম্ কৈদীয়া" তাৰ বংশকে বোলে।

পূৰ্ব্বে চুকাফাৰজা নামি আহোঁতে তিপামত বওঁতে "খেজ" নামে মৰাণ মানুহ এঘৰ পালে। তাতে পুতেকৰ ঘৰত চুখিন্‌ফা ৰজাকেৰে বহুত খাঠি, দা, পালে।

**খিন্‌তৰ্ খেঙাকৰ ঘৰ**

আহোম মাতেৰে "খিন্‌তৰ্" মানে দা; "খেঙাক" মানে খাঠি। সেই হেতুকে এই ঘৰৰ নাম "খিন্‌তৰ্-খেঙাক" দিলে। ইহঁত পূৰ্ব্বত জাতত মৰাণ।

আপোনাৰ ভনীয়েকৰে বাদ উঠাত চোম চিৰিঙৰ পুতেক নজিউৰে তাৰ সাতভায়েকে খুছি মাৰে বুলি ভয়ত দিখৌ পাৰ হই পলাই, বৰগোহাঁইত শৰণে পশিলেগৈ (চুতেউফা ৰজা স্বৰ্গদেৱৰ দিনত) বোলে; মোক সাতভায়ে খুছি

**হাঁহপনীয়া**

মাৰে; মোক ৰক্ষা কৰক; মই হাঁহ-কুকুৰা ৰখীয়া হৈয়ে থাকিম। পাছে বৰগোহাঁইয়ে বাৰি ঘৰ দিলে; কতদিন থাকি হাঁহৰখীয়া পাতিলে; নাম দিলে "পিত্‌-হান্" হাঁহক আহোম কথাৰে "পিত্" বোলে; যিহকে কি সাৰাখৰ, ৰখীয়া হ'লে "হান" বোলে। এতেকেহে "পিত্‌-হান্" নাম দিলে। পাছে কতদিন থাকি সেয়ে মৰিল; তাৰে পুতেকটো হাঁহৰখীয়া হৈ আছিল। আহোম কথাৰে পুতেকক "লুক" বোলে; এতেকে তাৰ নাম দিলে "লুক-হান"। সিও মৰিলত, তাৰ পুতেকে হাঁহ চাইছিল। আহোম কথাৰে নাতিয়েকক 'লাং' বোলে। এই নিমিত্তেহে চোম চিৰিঙৰ নাতিয়েকক লাহান্ বুলিলে। তাৰ বংশকে পাছলৈ "হাঁহপনীয়া" বুলিলে; ছবৰাৰ লগতে মেলুৱাকৈ দিলে। লাংহান (ছবৰা) আৰু পাতোৱাল চেটীয়া একে বংশ; জীয়ৰী অনা নিয়া কৰিব নাপায়।

লাংহান বুঢ়াৰ মজলী ঘৈণী; তাৰে একজীৱ কন্যাৰে বাদ উঠিল। পাছে লাংহান

**কান্‌-তাপ্**

বুঢ়াই সেই কন্যাৰ কাণতে বৈৰীয়েকক ছুলি দি সুৱাই চাৰিতত পাতিলে। সেই সম্বন্ধে "কাল্-তাপ্" বোলে; আনো আহোমসকলৰ কুলত হীন।

চুহেন্‌ফা ৰজাদেৱৰ দিনত আবাৰ্‌ নগাবে যুদ্ধ হয়। সেই যুদ্ধত নগাক ঘটাই মাৰবাজ বৰগোহাঁইয়ে যুদ্ধত হোৱাৰ চিন স্বৰূপে কেইঘৰমান নগাক বন্দী কৰি নৈ

টংচু ডেকা
মৌপিয়া ডেকা
লেকেৰা ডেকা

আহে। সেই কেইঘৰৰ নাম ১। টংচু, ২। লেকেৰা, ৩। মৌপিয়া। সেইবোৰৰ সন্তি-সন্ততিকে যথাক্ৰমে টংচুৰ ডেকা, লেকেৰাৰ ডেকা আৰু মৌপিয়াৰ ডেকা বুলিলে। কুলত পূৰ্ব্বত ইবোৰ নগা।

ফিহিঙীয়া ৰজাদেৱৰ দিনত গোহাঁইবোৰে আপুনি ৰজা হব খুজিলে। সেই-

আহ্‌-বুং

বোৰক ৰজাদেৱে নাক-কাণ কাটি ঠায়ে ঠায়ে পাতি সেইবোৰৰ নাম দিলে "আহ্‌-বুং"।

সামান্য ৰবাহীৰ মাজত থাওমুংথাই বুলি এক ৰবাহী আছিল। ফিহিঙীয়া ৰজাদেৱে তাকে "চাংকঙ"কৈ ল'লে; আৰু বেৰৰ, বাঁহৰ, বেতৰ কামৰে বন দেখালে। সেই-

চাংকঙৰ ঘৰ

দিনৰেপৰা সেইঘৰৰ "চাংকঙ" নাও থ'লে, আৰু মানুহটোৰ নাম দিলে "থাম্‌ থকুম্‌"। পাছত এই নামে বেত-বাঁহৰ কাম কৰিবলৈ 'চাকল্‌' নামে এখেল মানুহো কৰিলে।

বেৰতী গঁয়া—এইঘৰ চুটীয়া; মহলখোৱাৰে বন্দী ভাগ নলাই সেয়ে আহোমৰ

বেৰতী গঁয়া
বাথৰ ঘৰ

লগত সোমাই থাকিল। জাতত হ'লে পূৰ্ব্বে চুটীয়া। বাথৰ ঘৰ—এইঘৰো বৰগোহাঁই ঘৰবে ভাগ নলোৱা বন্দী। জাতত আদিতে চুটীয়া।

খুন্তাইবিলাক পূৰ্ব্বত বৰগোহাঁইৰ বওহৰপৰাই বচা। আহোমৰ ৮ম ৰজা চুডাঙফাৰ পাছত এবাৰ ৯ বছৰ অৰাজক হৈছিল। সেই সময়ত বৰগোহাঁইৰ বংশহে ৰজা হ'বলৈ

খুন্তাই

মন কৰিলে; পাছে সেই কথা কেৱে নেমানিলে। পাছত চুহাদফা (বামুনী কোঁৱৰ) ৰজা হৈ, সিবোৰৰ কিছুমানৰ কাণ কাটি ঠায়ে ঠায়ে পাতিলে। "খুন" কথা মানে মানকটা; "টাই" মানে আহোম; খুন্‌-টাই, অৰ্থাৎ মানকটা আহোম। "খুন-টাই" নামৰ শলনি আজি-কালি সিবোৰকে কোনোৱে "খুন্তাই", কোনোৱে "খুনটাই" বোলে।

ইবিলাক পূৰ্ব্বত হাবুঙীয়া বামুণ আছিল। চুডাঙফা ৰজা স্বৰ্গদেৱে তেওঁক তাওৰ্-দীঘল কৰা হাবুঙীয়া বামুণৰ ল'ৰাবোৰক ৰজা নাপাতিলে। তেওঁ ৰজা হ'বলৈ

উজনীয়াল কোঁৱৰ
নামনীয়াল কোঁৱৰ

নাহোঁ বুলি কোৱাত বামুণৰ নাতোটা পুতেককো তেওঁৰ লগতে আনি কোঁৱৰ নাম দিয়া হৈছিল। সিবিলাকক "বামুণ-কোঁৱৰ" বোলা হৈছিল। তাৰে উজনিত পতা কেইঘৰক "উজনীয়াল কোঁৱৰ" আৰু নামনিত পতা কেইঘৰক নামনীয়াল কোঁৱৰ" বুলিলে।

ৰৰণাক্ৰৰ শেলত লাচু বুলি এটা ভাণ্ডৰ বৰাহী আছিল ; সেয়ে খোৱা ৰজাৰ দিনত "চাওবোক" হ'ল। চাওবোকবিলাকে দীঘলকৈ হাতৰ আঙুলিৰ নখ ৰাখিব লাগে ; সেই নখেৰে মানুহৰ চকু কাঢ়িব লাগে। পাছে ৰজাদেৱে তাক ভাল পাই লিক্‌চনৰ ওপৰত নেওগ পাতিলে। লিক্‌চনবোৰো বৰাহীয়েই ; জাতুৰা আহোম নহয়। স্বৰ্গদেৱসকলৰ ইহঁতে লিক্‌চৌৰান কাম কৰিছিল বুলি পাছলৈ "লিক্‌চৌৰান"ৰ সলনি "লিক্‌চন" বুলিবলৈ ধৰিলে।

**চাওবোক**
**লিক্‌চন**

চুকাফা ৰজাদেৱে পূৰ্ব্বে বৰাহী, মৰাণৰ চাৰিজনী কুঁৱৰী আনিছিল। মৰাণৰ জীয়ৰীক চাংমাই-শালত ৰান্ধিবলৈ দিলে। সেইবোৰ কুঁৱৰীয়ে খৰি-পাত যোগান দিয়া মানুহক কৰকৰা ভাত খুৱায়, পাছে আপোনাৰ ঘৰলৈ পঠাই দিয়ে। আৰু কোনে কি কয় তাক শুনিবলৈ গোপ্য কৰি মানুহ দিলে। মৰাণে একো নকয় ; বৰাহীয়ে বোলে ৰান্ধিব-বাঢ়িব নেজানে ; ভাল বস্তুকো বেয়া কৰে, এই বুলি গ'ল। তাকে শুনি আমাৰ মানুহে ৰজাত ক'লে। পাছে একদিনা মহাৰজা বৰাহীৰ কুঁৱৰীক ভাত সিজাব দিলে। ভাত খাই ৰজাদেৱে ভাল পালে। পাছে মহাৰজা বোলে, "তই কেতেক ভাত ৰান্ধিবি-বাঢ়িবি ; পো-ভাই এটা ভাত ৰান্ধিবলৈ দে"। আই কুঁৱৰীয়ে বোলে, "তেনে মোৰ বঙহক 'চাংমাই' ল'ব লাগিব"। পাছে ৰজাদেৱে বৰাহীৰ 'চাংমাই' ল'লে। চাংমাইবোৰ দুফৈদ :—খৰি-পাত যোগনীয়াবোৰক 'কাঠ-কটীকয়া' চাংমাই বুলিলে ; আৰু ভাত ৰন্ধাবোৰক 'ৰান্ধনী' চাংমাই বুলিলে। চাংমাইবোৰ আদিতে বৰাহী আছিল।

**চাংমাই**
**অৰাধৰা**
**কুকুৰা চোৱা**

'কামৰূপ অনুসন্ধান সমিতি'ৰ দ্বাৰা প্ৰকাশিত 'পুৰণি অসম বুৰঞ্জী'ত লিখিছে :—

......"মৰাণে আলু, কচু, ঢেকিয়া, মেটেকা, নেফাপু, মেচাকি, মেজাঙ্কৰি, ভেটে, তাক ৺এ (অৰ্থাৎ চুকাফা ৰজা স্বৰ্গদেৱে) খাব নাজানে। লগত থকা বৰাহীত সোধে বোলে "তইঁতে কেনেকৈ খা, আমাকো সিজাই দে"। পাছে সিহঁতেও সিজাই দিলে। ভাল পাই খালে ; (আৰু স্বৰ্গদেৱে) বোলে, 'আজিৰপৰা তইঁতক ৰান্ধনী পাতিলোঁ"। এতেকেহে অদ্যাপি বৰাহী 'চাংমাই' হ'ল......।

সিহঁতৰে (বৰাহীবোৰৰে) কতোক আনি "অৰাধৰা", কতোক "কুঁৱৰী চোৱা" বনুৱা কৰি ল'লে।

**বেজ ভঁৰালী**

গাম ১ ঘৰ ; লথাই এঘৰ ; মুং পুং বস্তি ১ ঘৰ ; হাঠই ঠাকুৰ ১ ঘৰ ; ৰখাম ১ ঘৰ ; ৰৰকুমাৰ এঘৰ ; এই ছ'ঘৰ মানুহ বৰাহী ; পূৰ্ব্বে চুকাফা ৰজা নামি আহোঁতে পৰ্ব্বতত পাই অনা।

ৰজাদেৱে ইহঁতৰ এখৰক "বেজ ভঁৰালী" পাতিলে। ইহঁতকে এতিয়া "বেজ ভঁৰালীৰ ঘৰ"ৰ বোলে।

**চৌটাঙ নেওগলি** "চৌটাঙ" যাক বোলে, তাৰ শুৰি পূৰ্ব্বত গাবো ল'ৰা আৰু "নেওগলি" যাক বোলে দিও তোলনীয়া আহোমৰ ল'ৰা; মঠাডভীয়া লাকু ৰবাহীৰ বাহৰ; লাকু অপুত্ৰক আছিল।

**ধোঁৱা চোৰা** এই কৈদ লেচাম চেটীয়াৰে শুৰিতে একে। লেচামৰ বৰ পুতেক লাইপুং বৰগোহাঁইৰ খেলত "ধোঁৱা চোৰা" হৈছিল। তাৰপৰা বঢ়া কৈদকে "ধোঁৱা চোৰা" বুলিলে। পূৰ্ব্বত চুটীয়া।

**হাতী খাঁহী** ইহঁত আহোম মানুহ, পূৰ্ব্বত নৰাদেশৰপৰা চুকাফা ৰজাদেৱৰ লগতে অহা টুংচুং-চড় আৰু মুলা-টু-বান্ এই দুই আহোমৰপৰা। চুকাফা ৰজাদেৱে ইহঁতকে হাতী খাঁহী পাতিলে।

এইবোৰ আহোম চিৰিঙৰে একে বংশ। চুডৈফা ৰজাদেৱৰ দিনত আৱৰ

**হং-কাৰ-ভুঞা** মিৰিৰে আমাৰ যুদ্ধ হয়। সেই যুদ্ধৰ পাছত, ৰজাদেৱে আহোম চিৰিঙৰ কৈদৰ কেতখিনি মানুহক গাওঁ-ভূঁই খাবলৈ দি হং-কাৰ-ভুঞা নামে খেল নিৰ্ব্বন্ধ কৰি, আৱৰ মিৰিৰ খৈয়া কৰি দিলে; আৰু এই বুলিলে বোলে, "আৱৰ মিৰি নামিলে, সিবোৰক ভঁইতে শুশ্ৰূষা কৰিবি"।

এইবিলাক আহোম মানুহ; পূৰ্ব্বত কাঁৰী আছিল। আহোম মাতেৰে 'লেকাই'

**লেকাই-টাম** মানে লগুণ, 'টাম' মানে অনা। জয়ধ্বজ সিংহ স্বৰ্গদেৱে ৫।৬ বছৰীয়া বামুণৰ ল'ৰা দুটি কাশীৰপৰা অনাইছিল। স্বৰ্গদেৱে সিহঁত গ'লে আৰু ঘূৰি নাহিব বুলি আশঙ্কা কৰি সিহঁতৰ উপনয়ন আমাৰ দেশত কৰায়।*

স্বৰ্গদেৱৰ আজ্ঞামতে বৰবৰুৱাই তেওঁৰ দুটি বিশ্বাসী টেকেলা লগুণ আনিবৰ নিমিত্তে কাশীলৈ পঠাইছিল। পূৰ্ব্বে বৰবৰুৱাৰ টেকেলাৰ বাহিৰে সিহঁতৰ অন্য কোনো বিশেষ নাম নথকাত, লগুণ আনি দিয়াৰ বাবে মহাৰজাই সন্তোষ পাই, সিহঁতক "লেকাই-টাম" নাম দিলে। তেতিয়াও কিন্তু সিহঁত বৰবৰুৱাৰ টেকেলাই।

চৌখামবিলাক পূৰ্ব্বত নগা। সিহঁত নগাৰ কটকী আছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ

**চৌখাম আৰু চেখাম** পাৰে চল খেমাজি নামক ঠাইত ইহঁতৰ বসতি। পুৰন্দৰ সিংহ স্বৰ্গদেৱে চৌখামইতৰ কৰ আদায় কৰিবৰ নিমিত্তে বুঢ়াগোহাঁই-পৰীয়া দুই গুটীয়া গোহাঁইক সেই খেলৰপৰা ভহাল কাটি আনি,

---

* লেকাই-টামবোৰ বৰবৰুৱাৰ টেকেলা; আজি-কালি চহাৰী ঘৰত টেকেলাবোৰে যি কাম কৰে, সেই আটাইবিলাক ইহঁতে আহোম ৰজাৰ দিনত বৰবৰুৱাৰ হুকুম মতে কৰিব লাগিছিল। ইহঁত বৰবৰুৱাৰ বৰ বিশ্বাসী মানুহ আছিল।

এজনক চৌধাৰৰ ওপৰত "হাজৰীকা", আনজনক "শইকীয়া" পাতিলে আৰু তেওঁ-লোকক "চেখাম" নাম দিলে। কালক্ৰমে চৌধাম আৰু "চেখাম" এই দুয়ো কৈদ মানুহ একে হৈ পৰাত "চৌধাম"কে "চেখাম"কে একে বুলি ধৰে; আচলতে কিন্তু পূৰ্ব্বত তেনে নাছিল।

## "খম্‌দে" বুৰঞ্জীমতে আহোমৰ উৎপত্তি আৰু এচিয়াত টাই জাতিৰ বংশ বিস্তাৰ

আহোম ৰজাসকলৰ উৎপত্তিৰ বিষয়ে অনেকে অনেক প্ৰকাৰে লিখিছে। কোনো কোনোৱে কয়, আহোমসকল লেংডন বা ইন্দ্ৰ দেৱতাৰ পুত্ৰৰপৰা উৎপত্তি হৈছে; আৰু কোনোৱে ইন্দ্ৰৰ জীয়েকৰপৰাহে উৎপত্তি হৈছে বুলি ঠাৱৰায়।

শদিয়াৰপৰা বহুত উজনি কোণত খেম্ আৰু ওমপং নামে দুখন সৰু দেশ আছে। তাত শ্যামজাতীয় মানুহে বাস কৰে। সেই খেমৰপৰা (অৰ্থাৎ পাট শদিয়াৰপৰা) ১৫ দিন উজাই গৈ কেইবাটাও পৰ্ব্বত পাৰ হৈ পূৱ কোণে (১) "মেনচু", (২) "মেননৰ", (৩) "লোংগেং" আৰু (৪) "লোক্‌খোন" নামে চাৰিখন ক্ষুদ্ৰ দেশ আছে। তাৰ মানুহবিলাকে টাই জাতীয় "মানুহ" বুলি নিজক পৰিচয় দিয়ে। সিবিলাকৰ বৌদ্ধ-বিহাৰত "টাই" বা আহোম জাতিৰ বুৰঞ্জী আছে। তাত আহোমৰ উৎপত্তিৰ বিষয়ে ইয়াকে কয় যে তেওঁবিলাক মিজেও হেনো পূৰ্ব্বে চুকাফা আৰু চাউফা ৰাজকোঁৱৰৰ লগত অহা মানুহেই। পাছে থকা ঠাই "মুংৰিমুংৰাম" বা শ্যান প্ৰদেশৰপৰা বায়ু-কোণ-মুৱাকৈ ভটিয়াই আহোঁতে সিবিলাক জুম ফাটি থাকি অহাক আহোম বা টাই ভাষাত "খম্‌দে" বোলে। সেই বুলি সেই মানুহবিলাকৰ জাতিটোৰ নামো আজি-কালি "খম্‌দে" বুলি কয়। আদিতে সিবিলাক টাইবিলাকৰে একে।

সেই কেইখনি দেশৰ ভিতৰত (৪) লোক্‌খোন-বাসী টাইবিলাকেই হেনো সবাতকৈ বলবান আৰু সিবিলাকৰ ৰজাকেই আন বাকী তিনিখনৰ ৰজাবিলাকে মান্য কৰে। সেই লোক্‌খোন-বাসী টাইবিলাকে দক্ষিণ-পশ্চিম কোণে গৈ ব্ৰহ্মদেশত বেপাৰ কৰেগৈ; আৰু পূৰ্ব্বে হেনো জাপান আৰু শ্যাম দেশতো বেপাৰাদি কৰিছিলগৈ। লোক্‌খোনৰপৰা বৰ্ম্মালৈ হেনো ১২ দিনৰ বাট; আৰু জাপানলৈ ১৩।১৪ দিনৰ বাট; অগ্নিকোণ-মুৱাকৈ শ্যাম দেশলৈ ১২ দিনৰ বাট; অসমলৈ তাৰপৰা ১৫ দিনৰ বাট। তেওঁলোক একেবাৰে অসমৰ ভিতৰলৈ নাহে; শদিয়াৰ পূৰ্ব্বে শ্ৰীযুত চাউছা ৰজাৰ গাওঁ টেঙাপানীলৈকেহে আহে।

সেই "খম্‌দে"বিলাকৰ বুৰঞ্জীমতে আৰু লক্ষীমপুৰৰ পাল্লমাৰী গাওঁ নিবাসী শ্ৰীযুত কৃপানাথ (লাহন) ফুকনদেৱৰ ঘৰত থকা "ৰং-চকৰীৰপৰা চমুকৈ কাঢ়ি লিখা" এখনি

বুৰঞ্জীৰ মতে খেন্‌খাম নামে টাই জাতিৰ এজন সৰ্ব্ব প্ৰথম ৰজা হয়। তেওঁৰ পুত্ৰ নাই; মাত্ৰ এটি কন্যাহে হ'ল। সেই কন্যাটিয়ে উপজি জনা-বুজা হ'বৰেপৰ, ইন্দ্ৰ দেৱতাক পূজা কৰিবলৈ ধৰে। খেন্‌খাম ৰজা পূৰ্ব্বে "লাও-তিৰ"ৰপৰা ফাটি ওলোৱা। ৰাজ-কন্যাটিৰ বয়স যেতিয়া ১২ বছৰ পায়হি, সেই সময়ত লেংডনে সুধিলে "হে ৰাজকন্যা। তুমি মোক কি কাৰণে ইমান পূজা কৰিছা? মই তোমাৰ পূজাত সন্তুষ্ট হৈ বৰ দিবলৈ আহিছোঁ; তোমাৰ অভিপ্ৰায় ব্যক্ত কৰি বৰ লোৱাঁ।" এই বুলি কোৱাত, ৰাজকন্যাই ইন্দ্ৰৰ (লেংডনৰ) মুখলৈ চাই তেওঁৰ ৰূপত মোহ গৈ ইয়াকে ক'লে যে "হে দেৱৰাজ। যদি মোক আপুনি দয়া কৰি বৰ দিব খুজিছে, তেনেহলে মোৰ পিতৃৰাজ্য ৰক্ষা কৰিবলৈ মোৰ পিতৃৰ পুত্ৰ-সন্তান নাই; বৰ দিয়ক যেন মোৰ দ্বাৰাই বংশ বৃদ্ধি হৈ মোৰ পিতৃ-ৰাজ্য ৰক্ষাৰ নিমিত্তে মোক আপোনাৰ নিচিনা এজন বীৰ্য্যবন্ত, গুণৱন্ত আৰু সুন্দৰ পুৰুষক আনি বিবাহ কৰাই দি মোৰ মনোবাঞ্ছা পূৰণ কৰোক।" এই বুলি কোৱাত, ইন্দ্ৰই ভাবিলে যে তেওঁৰ নিচিনা বীৰ্য্যবন্ত, গুণৱন্ত আন এজন দ্বিতীয় পুৰুষ আৰু ক'ত পাব; গতিকে তথাস্তু বুলি তেওঁ নিজেই সেই ৰাজকন্যাক বিবাহ কৰিলে।

লেংডনে সেই ৰাজকন্যাক বিয়া কৰাই চেংমোং নামে নগৰতে ৰজা হৈ আনন্দে কাল কটাই থাকিবলৈ ধৰিলে। কতো কাল থাকি সেই কন্যাৰপৰা ক্ৰমে ১০০টি পুত্ৰ সন্তান আৰু এটি কন্যা জন্ম হয়। প্ৰথম পুত্ৰ খুন্‌লুং; দ্বিতীয় খুন্‌লাই, তৃতীয় লুঙ্‌, চতুৰ্থ লাই; পঞ্চম লেছাই; এই অনুক্ৰমে ১০০টি পুত্ৰ আৰু এটি কন্যাৰ জন্ম হয়। সিবিলাকৰপৰাই গোটেই এচিয়া মহাদেশ (চীন, শ্যাম, কোৰিয়া, মাঞ্চুৰিয়া, লাটে, লাই-ইয়াং, লামা, তিব্বত, লাহ্বা, ফুটীয়া, মুংখং, মেকৰা, লোক্‌-খোন, লোংকোং (শোংগেং), বৰ্ম্মা আৰু জাপানৰ অৰ্দ্ধলৈকে, নেপালৰ কিছু অংশ, ইয়োত্ৰা অসম পৰ্য্যন্ত টাই জাতিৰ বংশ বিস্তাৰ হয়।

অসমৰ এই টাই জাতি আদিৰেপৰা (১২২৯ চনৰপৰা) চুকাফা ৰজাৰ দিনলৈকে আৰু ১৬১৪ চনৰ জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনলৈকে বৌদ্ধ ধৰ্ম্মত প্ৰবৰ্ত্তন কৰি আছিল আৰু সিবিলাকক আহোম বুলিছিল। সেই উন্নতিশীল আহোমবিলাকে এতিয়া নিজৰ মাতৃভাষা এৰিলে, নিজৰ ধৰ্ম্ম এৰিলে আৰু এচিয়াবাসী আন-আন ককাই-ভাইক এৰি হিন্দুধৰ্ম্মলৈ হিন্দু হৈ পৰিল।

## কেইটামান খেল আৰু কৈদ, নিৰ্দিষ্ট কাৰ্য্য-কাম ইত্যাদি

১। আও-চাওল (ভুলকৈ আজি-কালি "আহ-চাউল" বোলে)। ইইত ৰবৰকৰাৰ টেকেলা।

২। গুৱকটীয়া ক্ৰীবী খেলৰ মানুহ।

| | |
|---|---|
| ৩। কপৰা ধৰা | এই খেল মানুহে ৰজাৰ নিমিত্ত আহু খেতি কৰিছিল। আহুৰপৰা কানি কৰি ৰজাৰ ভঁৰাললৈ পঠাব লাগিছিল। |
| ৪। ধঁৰা ধৰা | স্বৰ্গদেৱসকল ৰৰশিৰে মাছ ধৰি বং কৰিবলৈ যাওঁতে, ইহঁতে লগত ধঁৰা নিব লাগে। |
| ৫। চৰাই মৰীয়া | জাল পাতি চৰাই ধৰি ৰজাঘৰলৈ ইহঁতে পঠাব লাগে। |
| ৬। চাওভাঙ | ইহঁত আহোম মানুহেই; কুকুৰাচোৱাবিলাকৰে একে বঙহৰ। ইহঁতৰ ফৈদ কেবাটাও; যেনে, (১) চুটীয়া; (২) বাঘমৰীয়া; (৩) টিমটিমীয়া বা টিংখঙীয়া; (৪) হাবুঙীয়া; (৫) পাণগিৰীয়া; (৬) উলুতলীয়া; (৭) শুৰঙৰীয়া; (৮) জেলেপ; আৰু (৯) কোবাং। |
| ৭। চকৰ ধৰা | আহোমবিলাকৰ বিয়াত "চক-লং" কৰোঁতে সাঁফৰ দিয়া এবিধ বাটিক "চক্" বোলে। তাত দৰা-কন্যালৈ বুলি "চক্" অৰ্থাৎ আহাৰীয় সামগ্ৰী দিয়া হয়। ইহঁতে "চক্-লং" কৰোঁতে, সেই "চক্‌বিলাক" ধৰে বুলি ইহঁতক "চক্-ধৰা" বোলে। কালক্ৰমে "চক্-ধৰা"ৰ সলনি আজি-কালি "চকৰ-ধৰা" বুলিছে। |
| ৮। চাবুক ধৰা | স্বৰ্গদেৱসকল ইফালে-সিফালে গ'লে ইহঁতে হাতত চাবুক লৈ, বাটৰপৰা হীনজাতীয় মানুহবিলাকক খেদাই আঁতৰাই যাব লাগে। |
| ৯। চকুলিভৰীয়া | স্বৰ্গদেৱসকল আৰু ডা-ডাঙৰীয়া আদিৰ লগত ইহঁতে "চকুলি শৰদৰ ভাৰ" নিয়ে। |
| ডিবুৰুৱাল | পূৰ্ব্বে জাতত কছাৰী। ইহঁত কাঁৰী খেলৰ মানুহ। পূৰ্ব্বে ডিবুৰু নইৰ মুখত বসতি থকাত ডিবুৰুৱাল নাম হ'ল। |
| ডবা-ধৰা | স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলৰ লগত ইহঁতে ধোঁৱা-খোৱা (বা, হোঁকা) নিব লাগে। |
| ডেকা গঁয়া | ইহঁতে মৰা শৰ নিব লাগে। |
| ঢেপৰ | বণুৱা কাঁৰী। |
| দেওঘৰীয়া | দেও পূজা কৰা "দেও-শাল" বা "দেও-ঘৰ" বাখিব লাগে। |
| দীঘল গঁয়া | বণুৱা কাঁৰী। |

**দুৱৰীয়া** — ইহঁত চকীয়ালবিলাকৰে এফৈদ; সীমান্ত প্ৰদেশত থাকি সেই অঞ্চলৰ দুৱাৰ ৰাখিব লাগে।

**নিৰ্ম্মলীয়া** — দুৰণিৰ দেৱালয় ইত্যাদিৰপৰা নিৰ্ম্মালি ভাৰ বৈ নি ৰজা-ঘৰত দিবগৈ লাগে।

**নগৰীয়া** — চোৰাংচোৰাবিলাকৰে অন্য এটা নাম মাথোন। লুকাই লুকাই শত্ৰুৰ ফালৰ সৈন্য আদিৰ গতি-বিধি চাই-ফুৰা দূতবিলাকক "চোৰাং-চোৰা" বোলে; সেই-দৰেই নগৰৰ চাৰিওফালে ঘূৰিপকি ফুৰি ৰাতি নগৰ ৰাখোঁতাবোৰক "নগৰীয়া" বোলে।

**নাওবৈছা** — ইহঁত আহোম ৰজাৰ দিনত নাও চলোৱা মানুহ। ইহঁতৰ প্ৰধান ভাগ দুটা; (১) ৰজা আৰু ওপৰ থাপৰ বিষয়াসকলৰ চৰা নাও চলোৱা নাওবৈছা আৰু (২) যুদ্ধ-বিগ্ৰহৰ সময়ত নাও চলোৱা আৰু জলযুদ্ধ কৰা নাও বৈছা।

প্ৰথম ভাগত তিনি খেলৰ নাওবৈছা; যেনে দিহিঙীয়া, ভুংগীয়া আৰু চাৰিঙীয়া। এই তিনি খেলৰ নাওবৈছাই স্বৰ্গদেওসকল কিম্বা বৰবৰুৱা, বৰফুকন আদি ওখ থাপৰ বিষয়াসকল কোনো ঠাইলৈ অহাযোৱা কৰোঁতে ব্যবহাৰ কৰা নাও আৰু চৰা নাৱত ফুৰিব লাগে।

দ্বিতীয়টো ভাগত খেল চাৰিটা; যেনে—হেজাৰী; কঠনীয়া, কতুগুছীয়া আৰু সৰল নাওবৈছা। এই চাৰি খেলে যুদ্ধৰ সময়ত আৰু বিশেষ কোনো কাৰ্য্য উপলক্ষে নাও চলায় আৰু আজি-কালিৰ Naval Soldiers বা নৌসেনাৰ কাৰ্য্য কৰে।

**চাৰিঙীয়া নাওবৈছা**

শিৱসাগৰ জিলাৰ অন্তৰ্গত জাঁজী নৈৰ পূৱ অঞ্চলত, চাৰিং নৈৰ নামেৰে চাৰিং নগৰৰ নাম হয়। আজি-কালি সেই চাৰিং নগৰো নাই, আৰু চাৰিং নৈও নাই। য'ৰা ৰজাৰ মৌজাত চাৰিং নৈৰ চিন আৰু নগা আলিৰ ওচৰত চাৰিঙীয়া দেও ৰজাৰ মৈদাম মাথোন পুৰণি স্মৃতি স্বৰূপে আছে। চাৰিং নগৰ চুহুম্মুং বা দিহিঙীয়া ৰজাৰ দিনত পতা হৈছিল। স্বৰ্গদেৱে চুটীয়া ৰজাক ৰণত ঘটুৱাই, সিবিলাকৰ তলে কেকোৰা-দোলা, আৰোৱান, চৰা নাও প্ৰভৃতি আনি নতুন নগৰ চাৰিঙত ৰাখেহি; আৰু সেই চৰা-নাও চলাবলৈকে কিছুমান মানুহ আনি নাওবৈছা পাতেহি। এনেই চাৰিঙীয়া নাওবৈছা নামৰ উৎপত্তি। জাঁজী নৈৰ নামনি অঞ্চলত ইহঁতৰ বসতি আছিল, আৰু সিঁহতে চাৰিঙৰপৰা ভাটি-চোৱাতহে নাও চলাইছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰজাৰ দিনৰপৰা দুই মূৰে মগৰ লগোৱা চৰা

নাৱত চাৰ মাৰি, লাচতে চলোৱাৰ দিহা হয়। সেই সময়তে চাবিঙীয়া নাওবৈছাক দুভাগ কৰা হয়; এভাগৰ নাম "সোতেৰ কুৰি" আৰু আন ভাগৰ নাম "ওঠৈৰ কুৰি"। মোট নাওবৈছা ৭০০। সেই সাত শৰ ভিতৰতে আকৌ কেইবাটাও বেলেগ বেলেগ ফৈদ হ'ল। সেই ফৈদবিলাকৰ নাম আৰু সংখ্যা, আৰু সিইঁতৰ নিৰ্দ্দিষ্ট কামৰ বিৱৰণ তলত দিয়া গ'ল।

| | ফৈদৰ নাম | সংখ্যা |
|---|---|---|
| ১। | ন-কুৰি | ১৮০ |
| ২। | আঠ-কুৰি | ১৬০ |
| ৩। | হেজাৰ | ১০০ |
| ৪। | দ-লৈ কুৰি | ১০০ |
| ৫। | চটাই কুৰি | ২০ |
| ৬। | মোচৰমৰীয়া | ২০ |
| ৭। | দ-বিঙিয়া | ২০ |
| ৮। | বচোৱাল বোৱা | ২০ |
| ১০। | টাঙোন ধৰা | ২০ |
| ১১। | শেনচোৱা | ২০ |
| ১২। | ভিতৰদোপীয়া | ২০ |
| | মোট | ৭০০ |

"ন-কুৰি" আৰু "আঠ-কুৰি"বিলাকে চৰা নাৱত, কোনো শত্ৰুৱে আক্ৰমণ কৰিব নোৱৰাকৈ ৰজাসকলক ৰক্ষা কৰি ফুৰিব লাগে; এই দুই ফৈদ কাঁৰী নাওবৈছা।

"হেজেৰা"বিলাকে নাৱৰ হেজে হেজে আগৰপৰা গুৰিলৈকে থাকিব লাগে।

"দ-লৈ কুৰি"বিলাকে নৈৰ দ অঞ্চলত নাও চলায়। "চটাই কুৰি"বোৰ বালিৰ চটত নাও লালাগিবৰ নিমিত্তে সদাই চটবিলাকলৈ লক্ষ্য ৰাখিব লাগে। "মোচৰ মৰীয়া"বিলাকে নৈৰ মোচৰবিলাকত ঘূৰোঁতে-পকোতে কোনো ঠাইত খুন্দা নাখাবলৈ, বা নাও লটংপটং নকৰিবলৈ সাৱধান হৈ ফুৰিব লাগে। "দ-বিঙিয়া"বোৰে পানী জুখি, নৈৰ কোন ঠাইত কিমান দ বিঙিয়াই যাব লাগে। "দিহিঙীয়া চাবিং"বিলাকে ৰজা, বৰ বৰুৱা আদি দিহিঙ অঞ্চললৈ গ'লে, নাও চলাব লাগে।

আদি ছোৱাত নাওবৈছাৰ ইমানবিলাক ভিন ভিন ফৈদ নাছিল। আহোম ৰাজ্য ক্ৰমে পশ্চিমফালে বৃদ্ধি হোৱাৰ লগে লগে, ভাটি ছোৱাত অনেক কাম ওলায় আৰু সেই সূত্ৰেই "বচোৱাল বোৱা", "টাঙোন ধৰা" আৰু "শেনচোৱা" এই তিনি খেল নাওবৈছাৰ সৃষ্টি হয়। চাবিঙীয়া নাওবৈছাৰ এবুৰিয়ে বচোৱাল কাপোৰ বৰলৈ শিকিছিল,

সিহঁতক "ৰচোৱাল বোৱা" বুলিলে; একুৰিয়ে শেন চৰাই পুহি শিকাইছিল, সিহঁতক "শেনচোৱা" বুলিলে; আৰু একুৰিয়ে এসময়ত টাঙোন ধৰি ৰজা আৰু ডা-ডাঙৰীয়া আদি ওপৰ খাপৰ বিষয়াসকলক শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰি ফুৰিছিল বুলি সিহঁতক "টাঙোনধৰা" বুলিলে। কাম আৰু নামত প্ৰভেদ হৈছিল যদিও এইবিলাক ফৈদৰ মানুহ নাওবৈছা খেলৰপৰা আঁতৰ হোৱা নাছিল; মাথোন এটা নতুন ফৈদ বুলিহে পৰিচয় দিছিল। বেলেগ ফৈদৰ বেলেগ বেলেগ কাম আছিল যদিও, সকলোবিলাকেই নিজক নাওবৈছা বুলিহে পৰিচয় দিছিল। "ভিতৰদোপীয়া" বিলাকে লাচ-চাৰ লগাই চৰা নাও চলোৱাৰ সু-ব্যৱস্থা কৰি দিব লাগিছিল। ইবিলাক জাতত আদিতে চুটীয়া মানুহ।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই এসময়ত গোটাদিয়েক নাওবৈছাক কোনো দোষ পাই "ৰবাহ" বা গাহৰি আঁক দি দণ্ড কৰিছিল। সেই কাৰণেই হওক, বা চটীয়াৰে ৰবাহীৰে জাত প্ৰায় একে বুলিয়েই হওক, নাওবৈছাবোৰক ৰবাহী বুলি কয়।

| | |
|---|---|
| পানীতোলা | ৰজাঘৰীয়া বা আন ডা-ডাঙৰীয়াসকলৰ বিবাহাদি কাৰ্য্যলৈ পানী আনিবলৈ হ'লে, ইহঁতে সেই কাম সমাধা কৰিব লাগিছিল। |
| পানীশলীয়া | ৰজাৰ পানী আনে আৰু গা-ধোৱা ঘৰ বা "পানীশাল"ৰ তত্ত্বাৱধান কৰে। |
| পাখৰিজনীয়া | কঁৰী বমুৱা। |
| বাটঘৰীয়া | দাঁতিকোণ বা সীমান্ত প্ৰদেশলৈ যোৱা বাটত ৰাতি থাকিবলৈ "বাট-ঘৰ" আছিল। ইহঁতে সেই ঘৰবিলাক ৰাখি থাকিব লাগে। |
| বাত্তিপৰীয়া | নিৰ্দ্দিষ্ট ওজনৰ তেল চাকিত পুৰি, সময় নিৰূপণ কৰি, পৰে পৰে বাত্তি ৰজাক কিমান সময় হৈছে জনাব লাগে। ইহঁতক "বাত্তি-পহৰীয়া" বুলিছিল; আজি-কালিহে "বাত্তিপৰীয়া আহোম" বোলে। |
| মইনা-পৰীয়া | স্বৰ্গদেৱসকলে মইনা চৰাই ৰাজ-চ'ৰাত ৰাখিছিল। ইহঁতে কাঠনি আৰু পৰ্ব্বতৰপৰা মইনা চৰাইৰ পোৱালি পাৰি আনি তুলি-তালি ডাঙৰ কৰি আৰু মাত শিকাই ৰজাৰ চ'ৰালৈ পঠাব লাগিছিল। ইহঁত ওপৰ-দৈয়ঙীয়া ৰাজ-খোৱাৰ অধীন আছিল। |

**মৈদমীয়া** — পূৰ্ব্বে মৈদামত অনেক ধন-সোণ ইত্যাদি দিয়াৰ প্ৰথা আছিল। তাকে খানি কোনোবাই উলিয়াই নিয়ে বুলি ইহঁতে মৈদামবিলাক ৰাখি থাকে।

**লাথুমা, লালঙীয়া** — বণুৱা কাঁৰী।

**লাই মেকুৰি** — ইহঁতে ৰজাৰ চাংমাই-শালত ৰঙা মগুহ ভালকৈ সিজিছে নে নাই চাব লাগে।

**শকলা** — বণুৱা কাঁৰী।

**মাউত** — কছাৰীৰ সাতগাঁৱৰপৰা ভাগি আহি আমাৰ দেশত সোমায়হি; জাতিত আদিতে "নান-হাৰ"। চক্ৰধ্বজ সিংহ স্বৰ্গদেৱে ছাগলি-কটাত পাতি "হাতী-মাউতৰ খেল" কৰি থ'লে।

## জাতুৱা আহোম

স্বৰ্গদেৱসকলে পূৰ্ব্বে থাব-চুৱলৈ কিছুমান মানুহ বাছি লৈছিল; সেইবোৰক "জাতুৱা আহোম" বুলিছিল।

| চুকাফা ৰজাৰ দিনৰ "জাতুৱা আহোম" | | | | | |
|---|---|---|---|---|---|
| ১। | চিৰিং ডাঙ্গ | ১ ঘৰ | ২। | কনাঙ্গ পাত | ১ ঘৰ |
| ৩। | কান্ মুঙ | ১ ঘৰ | ৪। | লাইত্যাও | ১ ঘৰ |

এই ঘৰক আজি-কালি "লেতাই আহোম" বুলি জানে। এই ঘৰকে "চাৰিঙীয়া লাইত্যাঙ" বুলিও কয়। উদয়াদিত্য (বা চুন্যাত্‌ফা) ৰজাৰ দিনত ৰৰৰুৱা হোৱা পেলন এই বঙহৰে।

| | | | | | |
|---|---|---|---|---|---|
| ৫। | থাম্-কন্ | ১ ঘৰ | ৬। | থুম্ | ১ ঘৰ |
| ৭। | লামুক | ১ ঘৰ | ৮। | চেঙ্‌খুন্ | ১ ঘৰ |
| ৯। | খান্‌লেঙ্গ্ | ১ ঘৰ | ১০। | লাকাপ | ১ ঘৰ |

১১। লাবেঙ্গ্ ১ ঘৰ এই ঘৰকে আজি-কালি "লাবেঙৰ ডেকা" বুলি কয়।

| | | | | | |
|---|---|---|---|---|---|
| ১২। | তালুং | ১ ঘৰ | ১৩। | কান-পেঙ্গ্ | ১ ঘৰ |
| ১৪। | চিঙ্গলু | ১ ,, | ১৫। | কন্-চেঙ্গ্ | ১ ,, |
| ১৬। | ন-পিৰ | ১ ,, | ১৭। | ৰজঙ্গ্ | ১ ,, |
| ১৮। | তুমাই | ১ ,, | ১৯। | লেমুং | ১ ,, |

| | | | | | |
|---|---|---|---|---|---|
| ২০। | ৰবিঙ্ | ১ ,, | ২১। | বুসেন | ১ ঘৰ |
| ২২। | বংছাঙ্ | ১ ,, | ২৩। | ফংক্ৰাই | ১ ,, |
| ২৪। | এৱোমুঙ্ | ১ ,, | | | |

এই এবুৰি চাৰি ঘৰ পূৰ্ব্বে চুকাফা ৰজাদেৱৰ লগত অহা নিয়মৰ (অৰ্থাৎ জাতুৰা) আহোম। স্বৰ্গদেৱ খাম-চুৰলৈ এই কেইঘৰক লগত লৈছিল।

**চুবিন্‌ফা ৰজাৰ জাতুৰা আহোম**

চুবিন্ ৰজা স্বৰ্গদেৱে মুঠতে তেৰ ঘৰ "জাতুৰা আহোম" কৰি লগত লৈছিল। তাৰে ১০ ঘৰ চুকাফা ৰজাৰ দিনৰে; তিনি ঘৰহে তেওঁ নতুনকৈ পাতি লোৱা। সেই তেৰ ঘৰ "জাতুৰা" আহোমৰ নাম :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | কান-মুঙ্ | ১ ঘৰ | ২। | লাইত্যাও | ১ ঘৰ |
| ৩। | খাম্‌কন্ | ১ ,, | ৪। | তালুং | ১ ,, |
| ৫। | কন্‌চেঙ্ | ১ ,, | ৬। | ৰজঙ্ | ১ ,, |
| ৭। | ৰবিঙ্ | ১ ,, | ৮। | বুসেন | ১ ,, |
| ৯। | বংছাঙ্ | ১ ,, | ১০। | ফংক্ৰাই | ১ ,, |
| ১১। | এড়-মুঙ্ | ১ ,, | ১২। | ফা-মুঙ্ | ১ ,, |
| ১৩। | খুংমুংখিৰা | ১ ,, | | | |

**চুহুম্মুঙ বা দিহিঙীয়া ৰজাৰ "জাতুৰা আহোম"**

এইজনা ৰজাদেৱে পুৰণি আৰু নতুন মিহলাই মুঠতে ১৭ ঘৰ "জাতুৰা আহোম" কৰি লৈছিল।

সেই কেই ঘৰৰ নাম :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | কথা-পাতৰ | ১ ঘৰ | ২। | কালং-মু | ১ ঘৰ |
| ৩। | লাই-টাং | ১ ,, | ৪। | হামতুং | ১ ,, |
| ৫। | মুমুংবংলাথুক | ১ ,, | ৬। | চেঙখুন | ১ ,, |
| ৭। | লাপোক্ | ১ ,, | ৮। | তালুনংখান্‌লে | ১ ,, |
| ৯। | কান-পেঙ্ | ১ ,, | ১০। | চিঙলু | ১ ,, |
| ১১। | কন্-চেঙ্ | ১ ,, | ১২। | লাবেঙ্ | ১ ,, |
| ১৩। | লবিপ | ১ ,, | ১৪। | ভুমাই | ১ ,, |
| ১৫। | ৰ-ঙ | ১ ,, | ১৬। | সেমু | ১ ,, |
| ১৭। | ৰবিঙ্ | ১ ,, | ১৮। | বুসেন | ১ ,, |
| ১৯। | বংছাং | ১ ,, | ২০। | ফং-গং-ফাই | ১ ,, |
| ২১। | এড়্-মুঙ্ | ১ ,, | ২২। | সেং-লাই | ১ ,, |
| ২৩। | কুং-লাই | ১ ,, | ২৪। | লুঙ্-খাম্ | ১ ,, |
| ২৫। | হেকুলকীয়া | ১ ,, | ২৬। | ৰাই-খেঙ্ | ১ ,, |

| | | | | | |
|---|---|---|---|---|---|
| ২৭। | লুং-ষন | ১ ঘৰ | ২৮। | থামতি | ১ ঘৰ |
| ২৯। | থাম্-হি | ১ ,, | ৩০। | থামেতুন্ | ১ ,, |
| ৩১। | ওত্যোলুং | ১ ,, | ৩২। | লুং-আন্ | ১ ,, |
| ৩৩। | কেনা-মেলুঙ্ | ১ ,, | ৩৪। | হাম্-চিলুঙ্গ | ১ ,, |
| ৩৫। | বভা | ১ ,, | ৩৬। | লুং-গং | ১ ,, |
| ৩৭। | পাইচেও | ১ ,, | ৩৮। | বোঙ্গ্ | ১ ,, |
| ৩৯। | খালুঙ্গ্ | ১ ,, | ৪০। | লেংচাই | ১ ,, |
| ৪১। | চেঙ্গখাম্ | ১ ,, | ৪২। | লাইত্যাও | ১ ,, |
| ৪৩। | লাই-হাম্ | ১ ,, | ৪৪। | লাবি-পুঙ্গ্ | ১ ,, |
| ৪৫। | লাই-মুঙ্গ্ | ১ ,, | ৪৬। | লাইকুক্ | ১ ,, |
| ৪৭। | ত্যাও-চিঙ্গ্ | ১ ,, | ৪৮। | তমু-পঙ্গ্ | ১ ,, |
| ৪৯। | চাই-পম্ | ১ ,, | ৫০। | লুঙ্-খাও | ১ ,, |
| ৫১। | স্যেন্খাও | ১ ,, | ৫২। | লেঙ্গ-হাই | ১ ,, |
| ৫৩। | কুমলেঙ্গ্ | ১ ,, | ৫৪। | লাতুং | ১ ,, |
| ৫৫। | লে-চাই | ১ ,, | ৫৬। | লাইধন | ১ ,, |
| ৫৭। | লাই-হ্যাও | ১ ,, | ৫৮। | কিমুং | ১ ,, |
| ৫৯। | ফিচুংচু | ১ ,, | ৬০। | বাইত্যাও-চেঙ্গ্ | ১ ,, |
| ৬১। | চিংক্রন্ | ১ ,, | ৬২। | কংলাই | ১ ,, |
| ৬৩। | ডাইকেক্ | ১ ,, | ৬৪। | চাম্-চং | ১ ,, |
| ৬৫। | মাংৰন্ | ১ ,, | ৬৬। | চেৰেক | ১ ,, |
| ৬৭। | তামুঙ্গ্ | ১ ,, | ৬৮। | হাৰং | ১ ,, |
| ৬৯। | ধ্ৰন্ | ১ ,, | ৭০। | বান্তুং | ১ ,, |
| ৭১। | খাখন্ | ১ ,, | ৭২। | বানন্দৰা | ১ ,, |
| ৭৩। | চকুলকি | ১ ,, | | | |

## নৰা দেশৰপৰা অহা মানুহ

খোৱা ৰজাৰ দিনত নৰাৰে ৰণ লাগোঁতে আমাৰ তন্খাম্ বৰগোহাঁয়ে পাছৰপৰা নৰা দেশৰ কিছুমান মানুহ পলুৱাই আনিছিল ; সেইবোৰৰ নাম :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | ক্রুং-উ | ১ ঘৰ | ২। | চেংলুঙ | ১ ঘৰ |
| ৩। | কুন্কুনিয়া | ১ ,, | ৪। | ক্রেউপাম | ১ ,, |

| | | | | | |
|---|---|---|---|---|---|
| ৫। কান্‌চেঙ | ১ „ | ৬। শীমে ক্ৰেউ | ১ ঘৰ |
| ৭। কোন্‌-টা | ১ „ | ৮। ত্যাত্‌ | ১ „ |
| ৯। ফ্ৰঙ | ১ „ | ১০। মাল | ১ „ |
| ১১। ত্যাওধাম্‌ | ১ „ | ১২। ত্যাওক্ৰাৰি | ১ „ |
| ১৩। ত্যাত্‌ মুঙ্‌ | ১ „ | ১৪। চঙ-ৰিং | ১ „ |
| ১৫। চাচু-মুঙ | ১ „ | ১৬। পুঙ্‌-মান | ১ „ |
| ১৭। ত্যাও-আই | ১ „ | ১৮। ত্যাও-কি | ১ „ |
| ১৯। চেঙ-লুং | ১ „ | ২০। হেকেলাই | ১ „ |
| ২১। শ্যাক | ১ „ | ২২। খামা-চেঙ্‌ | ১ „ |
| ২৩। ডাওকাক | ১ „ | ২৪। খাম্‌-ৰি | ১ „ |
| ২৫। চুঙ-লাই | ১ „ | ২৬। মাং-ফ্ৰাং | ১ „ |
| ২৭। অঙ-লা | ১ „ | ২৮। চুকুলা | ১ „ |
| ২৯। ত্যাও-চাং | ১ „ | ৩০। খিন্তত | ১ „ |
| ৩১। চিান্‌ | ১ „ | ৩২। ভংফা | ১ „ |

## নামনি ৰাজ্যৰপৰা অহা মানুহ

বুঢ়া ৰজা স্বৰ্গদেৱৰ দিনত নামনি ৰাজ্যৰপৰা ন ঘৰ মানুহ আহিছিল :—

| | | | |
|---|---|---|---|
| ১। মানিক কাথ | ১ ঘৰ | ২। ক্ষেত্ৰী | ১ ঘৰ |
| ৩। গ্ৰেষ্ট ( গৃহস্থ ? ) | ১ „ | ৪। জয়ন্তী ৰাম | ১ „ |
| ৫। পত্ৰনবিচ | ১ „ | ৬। বঙাল চক্ৰবৰ্ত্তি | ১ „ |
| ৭। যদুনন্দন মিশ্ৰ | ১ „ | ৮। ৰামনাৰায়ণ ঠাকুৰ | ১ „ |
| ৯। কৰপাত্ৰ | ১ „ | | |

## ডিমৰুৱাৰপৰা অহা মানুহ

( বুঢ়াৰজাৰ দিনত )

| | | | |
|---|---|---|---|
| ১। গাবো-কোঁৱৰ | ১ ঘৰ | ২। কবিচন্দ্ৰ | ১ ঘৰ |
| ৩। ৰামচন্দ্ৰ | ১ „ | ৪। মহীচন্দ্ৰ | ১ „ |
| ৫। মৰা | ১ „ ( মুঠ ৫ ঘৰ )। | | |

## কামৰূপ ঢেকেৰিৰপৰা অহা মানুহ

( বুঢ়াৰজাৰ দিনত )

১। বৰকাথ চাপৰায় ১ ঘৰ ২। চলিহা ১ ঘৰ

( "চলিহা কাকতী"ৰ লগত এইঘৰৰ কিবা সম্বন্ধ আছে নেকি ? )

৩। মালবজা ১ ঘৰ।

ইয়াৰ বাহিৰেও আৰু দুই-চাৰি ঘৰ মানুহ তাৰপৰা আহি উজনিত বসতি কৰিছিলহি।

## বামুণ কটকী

বুঢ়াৰজা স্বৰ্গদেৱৰ দিনত আমাৰ ( আহোম ) কটকীৰ লগত বেহাৰৰ নৰনাৰায়ণ ৰজাই পাতাল সিংহ আৰু গজ সিংহ নামে দুই কটকীক আমাৰ ৰজাৰ ওচৰলৈ পঠাইছিল। সিহঁত আহি পালত, আমাৰ স্বৰ্গদেৱে আমাৰ কটকীক সুধিলে, বোলে "তহঁতৰ লগত বেহাৰৰ বা কোন কটকী আহিছে ?" আমাৰ কটকীয়ে নাও পাহৰি বোলে, "গৰুৰ যে এটা শিং তললৈ যায়, এটা শিং ওপৰলৈ যায়, তাকে কি গৰু বোলে ?" স্বৰ্গদেৱে বোলে, "তাকে পাতাল-শিঙীয়া গৰু বোলে।" আহোম কটকীয়ে বোলে, "পাতাল-শিঙীয়া কটকীক পঠাইছে।" এই বুলি ক'লত মহাৰাজা বৰ অসন্তোষ কৰি বোলে, "আন দিন পৰ দেশলৈ আহোম কটকী পঠাবলৈ ভাল নহয়। ই যে মোতে ইমান কথাকে ভালকৈ ক'ব নোৱাৰিলে, লোকতনো কি কৈ ক'ব ?" এই বুলি ব্ৰাহ্মণ কটকী লবলৈ বিচাৰি আনি, পূজা ঘৰৰ ল'লে :—

১। কলীয়া কটকী ১ ঘৰ ২। ধৰাধৰ কটকী ১ ঘৰ

৩। চণ্ডীবৰ কটকী ১ „

বৰগোহাঁইৰ বিলাতৰ ( নাৰায়ণপুৰৰ )

৪। ঠাকুৰি গোপাল ১ ঘৰ

মহাদেও ঘৰৰ

৫। আকাহ ঠাকুৰ ১ ঘৰ

বৰপাত্ৰৰ বিলাতৰ ( বাঙফলীয়া )

৬। বড়ু কন্দলী ১ ঘৰ ৭। বৰ কন্দলী ১ ঘৰ

৮। ছোট কন্দলী ১ „ ৯। শীতলীয়াল ১ „

১০। মাধৱ কন্দলী ১ „

আৰু বাকে

| | | | | | |
|---|---|---|---|---|---|
| ১১। | চলা কটকী | ১ ঘৰ | ১২। | চতুৰ্ভুজ কটকী | ১ ,, |
| ১৩। | বৰগুৰু কটকী | ১ ,, | ১৪। | ৰাজগুৰু কটকী | ১ ,, |
| ১৫। | সাগৰ কন্দলী | ১ ,, | ১৬। | বিৰিণা কটকী | ১ ,, |
| ১৭। | নিৰীহ গুৰু | ১ ,, | ১৮। | চণ্ডী গুৰু | ১ ,, |
| ১৯। | গোপাল | ১ ,, | ২০। | আকাদহ ( একাদশ ? ) | ১ ,, |
| ২১। | শ্ৰীকান্ত কটকী | ১ ,, | ২২। | সোণবৰ কটকী | ১ ,, |
| ২৩। | বিৰহ কটকী | ১ ,, | ২৪। | সনাতন কটকী | ১ ,, |

ইত্যাদি

এই কেইঘৰক কটকী ল'লে। তাৰপৰাহে ব্ৰাহ্মণ কটকী হ'ল।

## বৰাহী বামুণ ( ইত্যাদি )

খোৰা ৰজাৰ দিনত চিলাৰাইৰ যুদ্ধলৈ বৰাহী আদিৰ যিবোৰ মানুহক লগুণ দি বামুণ সজাই নিয়া হৈছিল, তাৰে আঠ ঘৰক বামুণ কৰিয়ে থোৱা হ'ল। সিবিলাকৰ নাম :—

| | | | |
|---|---|---|---|
| ১। | চাপৰীয়াল | ২। | খঁৰিয়াল |
| ৩। | পিঠিয়াল | ৪। | ডিচিয়াল |
| ৫। | দিহিয়াল | ৬। | ঠিহিয়াল |
| ৭। | কাৰবীয়াল | ৮। | নেৰেৰিয়াল |

আজিকালি এইবিলাকৰ কিন্তু চিন পাবলৈ নাইকিয়া হৈছে। সেইসকলৰ বংশধৰসকল বৰ্ত্তমানত সকলোটিয়েই কনৌজপুৰীয়া 'কলিধন বিদ্যাবাগীশ ভট্টাচাৰ্য'ৰ পৰিনাতি বুলি পৰিচিত। সিবিলাকৰ গোত্ৰ "ওলোম বায়ন"।

এই আঠ ঘৰৰ বাহিৰেও আৰু ১০ ঘৰ হাতীখাঁহী আৰু ইতৰ জাতিৰপৰা হোৱা বামুণ আছিল :—১। পেটাল; ২। নেজাল; ৩। ঠেহাল; ৪। হাবুঙীয়াল ( বা হাবুঙীয়া হাতীখাঁহী আহোমৰ পূৰ্ব্ববৰ্ত্তী কালৰ )* ৫। শিহয়াল ( কুলাৰ ) আৰু ৬। চাৰিঘৰিয়া; এই ছ'ঘৰ।

এই ছ'ঘৰৰ, হাবুঙীয়াৰ ঘৰ হাতীখাঁহী; আৰু শিগুৱালৰ ঘৰ কুমাৰৰপৰা হোৱা;

* Vide Vol. II. "আহোমৰ হিন্দুধৰ্ম্ম গ্ৰহণ"।

আন চাৰিঘৰ ডিপমীয়া আহোম। পেটাল, নেঙাল, ঠেহাল আৰু শিহবাল, এই চাৰি ঘৰৰ বাজক ঘৰক "চাৰি ঘৰীয়া" বোলা হৈছিল। ৭। উলুবাল; ৮। মলুবাল; ৯। কাঁটোৱাল আৰু উঁবাল, এই কেইঘৰ মৰাণ।

## বাৰভূঞা

আহোমবিলাক এই দেশলৈ অহাৰ আগেয়ে ভূঞাবিলাকে উজনিৰ উত্তৰ ভাগৰ কিছুমান গাঁও-ভূঁই শাসন কৰিছিল। সেই গাঁও-ভূঁইবিলাক বাৰ ভাগ কৰি, বাৰজন পৃথক অধিকাৰ হৈছিল বুলি, সিবিলাকক "বাৰভূঞা" বোলে।

"পূৰ্ব্বে আমাৰ দিহিঙীয়া ৰজা স্বৰ্গদেৱে ৰটাইটামণি মাৰি বাৰভূঞাক ৰবালে। পাছে সিইঁতকে আনি উত্তৰ কুলত পাতিলে; আৰু সিইঁতৰ ল'ৰা কিছু স্বৰ্গদেৱে তামুলী, পাঁচনিকৈ লগত ল'লে; পাছে উত্তৰ কুলত পাতিলেনি।

সেই ভূঞাবিলাকৰ নাম :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | আতৈ ভূঞা | ১ ঘৰ | ২। | শঁকাই ভূঞা | ১ ঘৰ |
| ৩। | উজীৰ ,, | ১ ,, | ৪। | লস্কৰ ,, | ১ ,, |
| ৫। | চোমদাৰ ,, | ১ ,, | ৬। | সনাতন ,, | ১ ,, |
| ৭। | কেহো ,, | ১ ,, | ৮। | ৰামভট্ট ,, | ১ ,, |
| ৯। | ভকত ,, | ১ ,, | ১০। | তমাই ,, | ১ ,, |
| ১১। | ৰাই ,, | ১ ,, | ১২। | কৌশিক ,, | ১ ,, |

"এই বাৰ ঘৰ মুখ্য ভূঞা; তাৰে চাৰিটাকৈ সকমুৰীয়া ভূঞা দুকুৰি আঠোটা।" মুঠতে তিনিকুৰি ঘৰ ভূঞা।

## বাৰভূঞাৰ আঁতিগুৰি

ভাৰতবৰ্ষৰ উত্তৰ-পশ্চিমাঞ্চলত আগেয়ে "ভূঞা" নামে এবিধ মাটি-গিৰী বা জমিদাৰ আছিল। ভূঁই মানে ভূমি বা মাটিক বুজায়; গতিকে ভূঞা শব্দে মাটি-গিৰীক বুজাইছিল। সেই মাটি-গিৰীবিলাকৰে বাৰজন সৰ্ব্বপ্ৰধান থকা গতিকে সিবিলাকক "বাৰভূঞা" বুলি জানিছিল। বাৰভূঞাবিলাকৰ ফৈদ দুটা; এটাৰ নাম "বৰ বাৰভূঞা"; আৰু আনটোৰ নাম "সৰু বাৰভূঞা"। পূৰ্ব্বে এসময়ত সিবিলাকে শিৱবংশী বুলি নিজক পৰিচয় দিছিল (কাশিনাথৰ বুৰঞ্জী; তাৰ পিছি চাওক; তাৰ পাছত ক্ৰমে চন্দ্ৰবংশী আৰু শেষত সূৰ্য্যবংশী বুলি পৰিচয় দিবলৈ ধৰে। পূৰ্ব্বে সিবিলাক শাক্ত আছিল; তাৰ পাছত বৈষ্ণৱ পন্থাৱলম্বী হয়।

বাৰভূঞাৰ বংশধৰসকলে কয়—সিবিলাক হেনো অসমৰ এক প্ৰকাৰ আদিবাসী। দ্বাপৰ যুগতে ( নহলেও, অন্ততঃ কলিযুগৰ আদি ভাগতে ) সিবিলাক হেনো অসম দেশলৈ আহে। সিবিলাকে নিজৰ জাঁতি-গুৰি সম্বন্ধে এইদৰে কয় :—

মধ্যম পাণ্ডৱ




জন্মেজয়ৰ মুসলীয়া পুতেক বিক্ৰমাদিত্য অসমলৈ আহে আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ৰাজত্ব কৰে। তেওঁৰ মন্ত্ৰী গৰাকীও নিজ বংশৰে আছিল। কেবা পুৰুষো ৰাজত্ব কৰাৰ পাছত, সেই বংশৰে আৰিমত্ত নামে এগৰাকী ৰজা হয়। তেওঁ মৃগয়া কৰোঁতে পিতৃহত্যা কৰি, মনৰ দুখত বৰ্ত্তমানৰ মৰি-দিখৌত আত্মহত্যা কৰে। আৰিমত্তৰ পাছত, মন্ত্ৰীৰ বংশৰ সমুদ্ৰই ৰাজ্যভাৰ লয়। সমুদ্ৰৰ পাছত, তেওঁৰ একমাত্ৰ পুত্ৰ মনোহৰ ৰজা হয়। মনোহৰ বিদ্বান আছিল; আৰু তেওঁৰ দিনত ৰাজ্যত কাৰো অশান্তি নাছিল। বাৰ-ভূঞাবিলাকৰ ভিতৰত মনোহৰকেই আদি শাসন প্ৰবৰ্ত্তক বুলিব পাৰি।

( কেইবা পুৰুষৰ পাছত )



## বৰ বাৰভূঞা

মনোহৰৰ মুঠে লক্ষ্মী নামে এটি ছোৱালী আছিল। প্ৰবাদ আছে, কোমল বয়সতে পিতৃমাতৃ হানি হোৱাত, তেৱেঁই ৰাজ্য চলাব লগাত পৰে; আৰু তেওঁ নিতৌ দুৰ্গা গোসানীক আৰাধনা কৰিছিল। গোসানীৰ বৰত, দ্বাপৰৰ কুন্তীৰ দৰে, লক্ষ্মীয়ে সূৰ্য্য দেৱতাক আহ্বান কৰে। তাতে সূৰ্য্যৰ সম্ভোগত লক্ষ্মীৰ দুটি যঁজা ল'ৰা জন্ম হয়—শান্তনু আৰু সুমন্ত (বা স্যমন্ত)। প্ৰথমতে লক্ষ্মী কুঁৱৰীৰ ৰাজধানী বিশ্বনাথত আছিল; তাৰ পাছত আন এঠাইত তেওঁ ৰাজধানী পাতিলে, তাৰ নাম লক্ষ্মীপুৰ হ'ল। বৰ্ত্তমানৰ লখীমপুৰেই পূৰ্ব্বৰ লক্ষ্মীপুৰ আছিল।

শান্তনু কঠোৰ শাক্ত আৰু সুমন্ত মহান বৈষ্ণৱ আছিল। লক্ষ্মীৰ মৃত্যুৰ পাছত, শান্তনু ৰজা হ'ল। তেওঁৰ পুতেক ১২ জন; সিবিলাকৰ সতি-সন্ততিক "বৰ বাৰভূঞা" নামে জনা যায়।—




## সৰু বাৰভূঞা

লক্ষ্মীকুঁৱৰীৰ মৃত্যুৰ পাছত, সুমন্তই ৰাজ্যৰ আশা এৰি ভটিয়াই গৈ বৰ্ত্তমানৰ নগাওঁ অঞ্চলত ৰামপুৰ নামে ঠাইত বসতি কৰিলেগৈ। তেওঁৰ পুত্ৰ ১২টিৰ সতি-সন্ততিক "সৰু বাৰভূঞা" নামে জনা যায়।

বাৰভূঞাবিলাক প্ৰবল-প্ৰতাপী হৈ উঠিল; আৰু চাৰিওফালে দিগ্বিজয় কৰিবলৈ ধৰিলে। এনেতে সৌমাৰৰ আহোম ৰজাই ফেৰ পাতি ধৰি ভূঞাবিলাকক যুদ্ধত ঘটাই বন্দী কৰালে; আৰু সদিয়াৰ শ্যামা গোসানীৰ আগত সিবিলাকক বলি দিয়াবলৈ স্থিৰ কৰিলে। পাছে বাৰভূঞাই আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি, পাছলৈ কোনো উৎপাত নঘটাবলৈ অঙ্গীকাৰ কৰে; আৰু আহোম ৰজাসকলেও সিবিলাকক মুক্তি দি নিজৰ তলত বিষয়া শ্ৰেণীভুক্ত কৰি লয়।

পূৰ্ব্বতে কোৱা হৈছে, বৰ বাৰভূঞাবিলাক মহা বৈষ্ণৱ। দুয়ো ফৈদৰ ভিতৰত

মতান্তৰ, আৰ ক্ৰমে মনান্তৰ হ'ল। সেই দেখি সক বাৰভূঞাবিলাক ভটিয়াই গৈ অযোধ্যাৰ ফালে এখন সক গাৱঁত বসতি কৰিলগৈ। অনুমান ১৩ শতিকাৰ মাজভাগত সিবিলাক ইয়াৰপৰা যায়; আৰু কথিত আছে যে কন্নজবৰৰ নাম অনুযায়ী সেই গাঁওখনিক পাছলৈ "কন্নোজপুৰ" বুলিলে; আৰু সেই কন্নোজপুৰকে আজি-কালি কনৌজপুৰ বা কান্যকুব্জ বোলে। কন্নজবৰ আদি যদিও ক্ষত্ৰবংশীয় আছিল, কায়স্থাদিৰ লগত বৈবাহিক সূত্ৰে আবদ্ধ হোৱাত সিবিলাক কনৌজপুৰত কায়স্থ বুলি পৰিচিত হৈছিল।

সিবিলাক তাতে তিনি পুৰুষমান থকাৰ পাছত মুছলমানৰ চাহাবুদ্দিনে কনৌজ আক্ৰমণ কৰে। তেনেতে কন্নজবৰৰ পৰিনাতি চণ্ডীবৰ, শ্ৰীধৰ, হৰি, শ্ৰীহৰি, শ্ৰীপতি, সদানন্দ আৰু চিদানন্দ (বা চিৰানন্দ) এই সাতঘৰ কায়স্থ আৰু সাত ঘৰ ব্ৰাহ্মণ, মুঠতে চৈধ্য ঘৰ মানুহ বঙ্গদেশৰ ফালে গুছি আহে। তাৰ পাছত সিবিলাকে গৌৰেশ্বৰৰ আশ্ৰয়ত কিছুকাল বাস কৰেহি। সেই সময়ত গৌৰেশ্বৰ ধৰ্ম্মনাৰায়ণ আৰু কমতেশ্বৰ দুল্লৰ্ভনাৰায়ণৰ ভিতৰত বিশেষ বন্ধুতা আছিল। সেই সূত্ৰে অনুমান ১২৯৮ খৃষ্টাব্দত গৌৰেশ্বৰে চণ্ডীবৰ প্ৰমুখ্যে ওপৰত উল্লেখ কৰা ৭ ঘৰ কায়স্থ আৰু ৭ ঘৰ বামুণ কমতেশ্বৰৰ ৰাজ্যলৈ পঠাই দিলে। চণ্ডীবৰে কমতেশ্বৰক নিজৰ বংশ-পৰিচয় দিয়াত আৰু সিবিলাকৰ

**(প্ৰথমতে আহে)—**
**চণ্ডীবৰ, শ্ৰীধৰ, হৰি, শ্ৰীহৰি, শ্ৰীপতি, সদানন্দ, চিদানন্দ বা চিৰানন্দ**
**(পাছত আহে)—**
**গদাধৰ, বুঢ়া খাঁ, গন্ধৰ্ব্ব, লোহাবৰ, চান্নু গিৰী**

গুণগ্ৰামত মোহিত হৈ কমতেশ্বৰে বহুত মাটি-বাৰী আৰু বন্দী-বেটী দি সিবিলাকক থাকিবলৈ দিলে আৰু "ভূঞা" উপাধিৰে ভূষিত কৰিলে। কিছুদিনৰ পাছত চণ্ডীবৰ প্ৰমুখ্যে কেইজনমান ভূঞা পুনৰ কনৌজলৈ যায় আৰু গদাধৰ, বুঢ়া খাঁ, গন্ধৰ্ব্ব, লোহাবৰ আৰু চান্নু গিৰী নামে পাঁচ ঘৰ কায়স্থ কমতাপুৰলৈ লৈ আহে। এই পাঁচজনকো কমতেশ্বৰে মাটি-বাৰী, দাস-দাসী আদি দি থাকিবলৈ দিলে আৰু "ভূঞা" পাতিলে। আগেয়ে অহা ৭ ঘৰ আৰু পাছত অহা ৫ ঘৰ, এই ১২ ঘৰকে অসমত "বাৰভূঞা" বুলি জনা যায়; বাকী ৭ ঘৰ ব্ৰাহ্মণক কেৱল ভূঞা নামে জানে। "দৰঙ্গ-বংশাৱলী"; কোচৰাজ হৰেন্দ্ৰনাৰায়ণৰ আদেশত লিখা "বৃহৎ ৰাজ-বংশাৱলী"; "গমঠা চৰিত্ৰ" আদি পুৰণি আৰু প্ৰামাণিক গ্ৰন্থৰপৰা জনা যায় যে এই ১২ ঘৰ কায়স্থ আৰু ৭ ঘৰ বামুণৰ বাহিৰেও ব্ৰাহ্মণ, গণক বা দৈৱজ্ঞ; কায়স্থ আৰু কমতেশ্বৰ নীলাম্বৰৰ মৃত্যুৰ পাছত অনেক খেনবংশীয় ৰজাৰ কোঁৱৰে কমতাৰাজ্যত বহুত সক সক ভূখণ্ডৰ মালিক হৈ ভূঞা উপাধি গ্ৰহণ কৰি স্বাধীন হৈছিল। কোচৰাজ বিশ্বসিংহ কামৰূপৰ নান্নাৰভৰী গ্ৰামৰ নাৰায়ণ গমঠাৰ হাতত পৰাজিত হৈছিল, সেই নাৰায়ণ গমঠাও স্বতন্ত্ৰ ভূঞা আছিল; আৰু ন'নগঁয়া বৰুৱাৰ বংশৰ আদিপুৰুষ নৰোত্তমদেৱৰ পুতেক বীৰনাৰায়ণেও

কমতেশ্বৰৰপৰা ভূঞা উপাধি লাভ কৰিছিল ; কিন্তু বাৰ-ভূঞাৰ লগত সিবিলাকৰ কোনো সম্বন্ধ নাই। প্ৰাচীন অসম বুৰঞ্জী ( আহোম ৰাজত্ব ) পঢ়িলে জানিব পাৰি যে আহোম ৰজাসকলেও কিছুমানৰ ভূঞা উপাধিৰে ভূষিত কৰিছিল; যেনে শলগুৰীয়া ভূঞা; পানীগঁয়া ভূঞা, হংকাৰ ভূঞা। ইবিলাকো ভূঞা, মাথোন বাৰ-ভূঞাবিলাকৰ লগত ইবিলাকৰ কোনো সংশ্ৰৱ নাই।

এতিয়া দেখা গ'ল, ভূঞা উপাধিটো বাৰভূঞাৰ সতি-সন্ততিবিলাকৰ ভিতৰতো থাকিব পাৰে; আৰু ব্ৰাহ্মণ, গণক বা দৈৱজ্ঞ, অন্যান্য কায়স্থ, কলিতা, কোচ, খেন আৰু আহোম আদি জাতিৰ ভিতৰতো থাকিব পাৰে। ( হংকাৰ ভূঞাবিলাকেই আহোম জাতীয় ) আৰু দেখা গ'ল যে স্বয়ম্ভু ভূঞাবিলাকৰ সতি-সন্ততি অসমত আছে নে নাই তাৰ একো স্থিৰতা নাই। দেখা যায়, "ৰজাই-পতা" ভূঞাবিলাকৰ পো-নাতিহে আজিকালিৰ 'ভূঞা-পোৱালি"। এনেস্থলত "অইন কি, আহোম ৰজাৰ কাঁৰী বিষয়া"-বিলাকো, যেনে; বৰা, শইকীয়া, হাজৰিকা, খাতোৱাল আৰু অন্যান্য নাম-গুৰি' নাইকিয়া মানুহৰ ভিতৰতো "ভূঞা" উদ্ভৱ হোৱাটো একো বিষম দৃশ্য নহয়। অন্ততঃ আমি হ'লে তেনে বিষম একো নেদেখো।

কবলৈ পাহৰা গ'ল, চণ্ডীবৰ লগত অহা আটাইখিনিতকৈ বৰ চতুৰ আছিল। সেই কাৰণে কমতেশ্বৰে তেওঁক ভূঞাবিলাকৰ ভিতৰত বৰমূৰীয়া পাতি শিৰোমণি ভূঞা নাম দিছিল। চণ্ডীবৰ কম্বজবৰৰ পৰিনাতি। অসমীয়াৰ গৌৰৱৰ ধন, সাহিত্যিক মহাকবি, আৰু ধাৰ্ম্মিক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ এই শিৰোমণি ভূঞাৰ বংশৰেই পদ্মফুল।




( বকুলচন্দ্ৰ ভূঞা সংগৃহীত "বাৰভূঞা"ৰ ২৮ পিঠি পঢ়ি চাওক )

## পৰিশিষ্ট

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | পাত্ৰমন্ত্ৰী বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ১ | চুকাফা | | ১১৫১ | ১২২৯ | ৩৯ | ৪ | ১৫ | থাওমুংক্লিংলুং-মাংবায় | থাওমুংকানঙ্ | | | |
| ২ | চুতেউফা | | ১১৯০ | ১২৬৮ | ১৩ | ০ | ০ | থাওকক | চাওবিন্ | | | |
| ৩ | চুবিন্ফা | | ১২০৩ | ১২৮১ | ১২ | ০ | ০ | থাওকক | চাওপাবংগুক | | | |
| ৪ | ত্যাওচুখাংফা | | ১২১৫ | ১২৯৩ | ৩৯ | ০ | ০ | ( নাই ) | | | | |
| ৫ | চুখ্ৰাংফা | | ১২৫৪ | ১৩৩২ | ৩২ | ০ | ০ | চাওক্রংডান্ | চাওপাংবগুক | | | |
| ৬ | চুতুফা | | ১২৮৬ | ১৩৬৪ | '১২ | ০ | ০ | „ | „ | | | |
| ৭ | ত্যাওখামৃথি | | ১৩০২ | ১৩৮০ | ৯ | ০ | ০ | চাওচাইথুম্ | ত্যাতান্বিঙ্ | | | |
| ৮ | চুডাঙ্ফা | | ১৩১১ | ১৩৮৯ | ১৮ | ০ | ০ | „ | „ | | | |
| ৯ | চুজাঙ্ফা | বামুণীকোঁৱৰ | ১৩৩৮ | ১৪১৬ | ৬ | ০ | ০ | „ | নাংচুখাম্ | | | |
| ১০ | চুফকফা | | ১৩৪৪ | ১৪২২ | ১৭ | ০ | ০ | খুনলুঙ্ | নাংনিম্ | | | |
| ১১ | চুচেন্ফা | | ১৩৬১ | ১৪৩৯ | ৫৯ | ০ | ০ | „ | „ | | | |
| ১২ | চুহেন্ফা | | ১৪১০ | ১৪৮৮ | ৫ | ০ | ০ | „ | ত্যাওকাং-বান্বেক্ | | | |
| ১৩ | চুপিম্ফা | | ১৪১৫ | ১৪৯৩ | ৪ | ০ | ০ | „ খুনলুঙ্ খাম্পেঙ্ | নাংবাঙ্ „ | | | |

| সংখ্যা | ৰজাৰ নাম |  | ৰাজত্ব পোৱাৰ কাল |  | ভোগ |  |  | বুঢ়াগোহাঁই | (পাত্ৰমন্ত্ৰী) ৰৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
|  | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন |  |  |  |  |  |
| ১৪ | চুহুম্মুং | দিহিঙীয়া ৰজা স্বৰ্গনাৰায়ণ | ১৪১৯ | ১৪৯৭ | ৪২ | ০ | ০ | খুন্‌লুঙখাম্ পেঙ্‌, ত্যাওচেঙবাই লাঙিধুপুৰা | নাংবাঙ্‌, চাও-ফ্ৰাচেঙ্‌ মুঙ্ (১ম বাৰ) কিলিংখাম্ তন্‌খাম্ চাও-ফ্ৰাচেঙ্‌ মুঙ্ (২য় বাৰ) লাইলাঙ |  |  |  |
| ১৫ | চুক্লেন্‌মুঙ | গড়গঞা ৰজা | ১৪৬১ | ১৫৩৯ | ১৩ | ০ | ০ | ৰাজান্ নাপেতত্যাও-ফ্ৰংডাম্ আইখেক্ | তন্‌খাম্ (২য় বাৰ) | কন্‌লাঙ্‌, |  |  |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব গোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | পাত্ৰমন্ত্ৰী বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ১৬ | চুখাম্‌ফা | খোৰাৰজা | ১৪৭৪ | ১৫৫২ | ৫১ | ০ | ০ | চৌখাম্<br>চাওপ্ৰেট্<br>চাওপ্ৰেট্ | তনুখাম্<br>খান্‌চিম্<br>তনুখাম্<br>( ৩য় বাৰ)<br>খাম্‌চিন্<br>( ২য় বাৰ )<br>খাম্‌চিন্ | বলিয়া | | লাঙ্গি<br>পানীসিজিয়া<br>(১ম বাৰ) |
| ১৭ | চুচেঙ্‌ফা | বুদ্ধিস্বৰ্গ-<br>নাৰায়ণ<br>বুঢ়াৰজা<br>প্ৰতাপসিংহ | ১৫৫৩ | ১৬১১ | ৩৮ | ০ | ০ | ধকৃবক্<br>শুকুলাহুদ্ | খাম্‌প্ৰেট্,<br>পৰ্বতীয়া<br>পিলিঙ্গা<br>চেঙ্গমুন্<br>সুণীয়াদীতা<br>সোলা<br>বেকা<br>সকবুঢ়া | লাকুমবাণ<br>ওলেযোৰা<br>লাকুমবাণ<br>(২য় বাৰ) | মোমাই-<br>তামুলী<br>(লুখুৰাখন) | নেওগ<br>হালধিঠেঙ্গা<br>পিকৃচাই<br>সকচকুৱা<br>বুঢ়াগোহাঁই<br>পিকৃচাই<br>(২য় বাৰ)<br>লাঙ্গি<br>(২য় বাৰ ) |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শঁক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ১৮ | চুৰম্‌ফা | ভগাৰজা | ১৫৭১ | ১৬৪৯ | ৩ | • | • | শুকুলাহুদু<br>শুকুলাহুদু<br>সৰিয়হ | সকবুঢ়া | লাকু মৰাণ | মোমাই-<br>তামুলী,<br>লাহো (মৰাণ<br>পাতৰ) | পানীসিঙ্গীয়া<br>(২য় বাৰ)<br>লাঙ্গি<br>পানীসিঙ্গীয়া |
| ১৯ | চুতিাঙ্‌ফা | নৰিয়াৰজা | ১৫৭৪ | ১৬৫২ | ২ | • | • | শুকুলাহুদু<br>(২য় বাৰ)<br>হাতীপোৱালি<br>শুকুলাহুদু<br>(৩য় বাৰ) | সকবুঢ়া<br>চপৰাখোৱা<br>সকবুঢ়া<br>(২য় বাৰ) | লাকু মৰাণ<br>টেমা | লাহো<br>হাতী<br>পোৱালি<br>বুঢ়াগোহাঁই<br>থাওত্যিত্-<br>মিক্ (ওঃ<br>টংচু বৰবৰুৱা<br>সন্দিকৈ) | লাঙ্গি<br>পানীসিঙ্গীয়া |
| ২০ | চুতাম্‌লা | জয়ধ্বজ<br>সিংহ<br>ভগনীয়া ৰজা | ১৫৭৬ | ১৬৫৪ | ৯ | • | • | শুকুলাহুদু<br>লেচাম<br>আতন (ওঃ<br>গিদামুকলি) | সকবুঢ়া<br>লেচাই<br>লাঙ্গিচঙ্গ<br>(ওঃ চপৰা-<br>খোৱা) | টেমা<br>লাই<br>চেৰেলীয়া<br>ভগা | টংচু<br>চেংধৰাৰ<br>বেংখোৱা<br>টংচু<br>(২য় বাৰ) | চেংধৰাৰ<br>লুথুৰি<br>ৰজাশহৰ<br>(ওঃ বাহুলি)<br>লুথুৰাখন |

| সংখ্যা | ৰজাৰ নাম |  | ৰাজত্ব পোৱাৰ কাল |  | ভোগ |  |  | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
|  | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন |  |  |  |  |  |
| ২১ | ৺ মুঙ্ | চক্ৰধ্বজসিংহ | ১৫৮৫ | ১৬৬৩ | ৭ | ০ | ০ | আতন্ | লাঙ্গিচঙ্ | লাঙ্গি লাত্যাও | বেংখোৱা ঘোঁৱাকোঁৱৰ | ৰজাশহুৰ লুখুৰাখন ঘোঁৱাকোঁৱৰ লাচিত লুখুৰাখন |
| ২২ | চুন্যত্ফা | উদয়াদিত্য সিংহ | ১৫৯২ | ১৬৭০ | ২ | ০ | ০ | আতন্ | লাঙ্গিচঙ (ওঃ চপৰা-খোৱা) | হৰি চপা | ঘোঁৱা কোঁৱৰ পেলন ডেবেৰা | লালুকী-সোলা |
| ২৩ | চুক্লন্ফা | ৰামধ্বজ সিংহ | ১৫৯৪ | ১৬৭২ | ২ | ০ | ০ | আতন্ | বাককীয়ালৰ লাঙ্গিচঙ্ চেঙ্মুন্ | চপা | কলিয়া ডেবেৰা (২য় বাৰ) | নাৰায়ণ খনিকৰ লালুকী-সোলা (২য় বাৰ) |
| ২৪ | চুহুঙ্ | মৰাণ-গোহাঁই | ১৫৯৬ | ১৬৭৪ | ০ | ১ | ১৫ | আতন্ | পৰ্বতীয়া পেলন্ চেঙ্মুন্ (২য় বাৰ) | চপা | ডেবেৰা | নাৰায়ণ খনিকৰ (২য় বাৰ) নাৰায়ণ খনিকৰ |

| সংখ্যা | ৰজাৰ নাম আহোম মতে | ৰজাৰ নাম হিন্দু মতে | ৰাজত্ব গোৰাৰ কাল শঁক | ৰাজত্ব গোৰাৰ কাল ইং চন | ভোগ বছৰ | ভোগ মাহ | ভোগ দিন | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ২৫ | — | গোবৰ ৰজা | ১৫৯৬ | ১৬৭৪ | ০ | ০ | ২০ | আতন | চেঙ্‌মুন্ লালুক (ওঃ ও ইমেলা) | অযুত কেন্দুগুৰীয়া | ডেবেৰা বুঢ়া মৰঙ্গী | লালুকী-সোলা (৩য় বাৰ) লালুকী-সোলা নৰোত্তম |
| ২৬ | চুজিনফা | শূৰসিংহ | ১৫৯৬ | ১৬৭৪ | ০ | ৯ | ২৫ | আতন | লালুক সেন | কেন্দুগুৰীয়া চপা (২য় বাৰ) | মৰঙ্গী কিৰ্‌কিৰিয়া | নৰোত্তম লালুকী-সোলা (৪ৰ্থ বাৰ) |
| ২৭ | চুডৈফা | তেজসিংহ | ১৫৯৯ | ১৬৭৭ | ২ | ০ | ০ | আতন দীঘলা | সেন লাইথেপেনা | চপা লেচামকলা | কিৰকিৰীয়া মেছা চক্ৰপাণি (দিহিঙ্গীয়া) | লালুকী-সোলা লালুকী |
| ২৮ | চুলিক্ফা | ল'ৰাৰজা | ১৬০১ | ১৬৭৯ | ২ | ০ | ০ | দীঘলা | লাইথেপেনা | লেচামকলা | মৰঙ্গী আলন (দিহিঙ্গীয়া) | লালুকী ভাৰ ধৰা নৰেন্দ্ৰনাথ |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ২৯ | চুপাত্‌ফা | গদাধৰসিংহ | ১৬০৩ | ১৬৮১ | ১৪ | ১০ | ০ | মৌ<br>খামপেঙ্‌ | লাইথেপেনা | আচুক<br>ৰামচন্দ্ৰ | আলন<br>(দিহিঙ্গীয়া)<br>টেমা<br>(লাহন) | বন্দৰ<br>বন্দৰ<br>সন্দিকৈ<br>নিৰঞ্জন |
| ৩০ | চুখ্ৰুঙ্‌ফা | ৰুদ্ৰসিংহ | ১৬১৭ | ১৬৯৫ | ১৮ | ৬ | ০ | খাম্‌পেঙ্‌<br>লাইচঙ<br>আফুৰা<br>খাম্‌পাত | লাইথেপেনা<br>কমলাকান্ত | ৰামচন্দ্ৰ<br>চেঙ্গকঙ্‌ | টেমা<br>(লাহন)<br>বুঢ়া দদাই<br>বকতীয়াল<br>কোটাপাতৰ<br>ডেকা<br>দিহিঙ্গীয়া<br>মনাই ৰবাগী<br>সন্দিকৈ | সন্দিকৈ<br>নিৰঞ্জন<br>ৰৰজনা ডুবৰা<br>ৰমা পাত্তৰ |
| ৩১ | তন্‌ফা | শিৱসিংহ | ১৬৩৬ | ১৭১৪ | ৩০ | ৩ | ১১ | বায়ন<br>ডোমাই<br>চেঙ্‌মুন্‌ | কমলাকান্ত<br>হৰিনাথ<br>(নট্‌)<br>ঠাকুনাথ<br>বৰচেটীয়াৰ<br>পুতেক | পৰমানন্দ<br>হৰিনাথ<br>(নট্‌) | মনাই ৰবাগী<br>বুঢ়াদদাই<br>(২য় বাৰ)<br>ৰূপচন্দ্ৰ<br>বকতীয়াল<br>বুঢ়াদদাই<br>(৩য় বাৰ) | ৰমা পাতৰ<br>বিজয় ডুবৰা<br>ডেবেৰা<br>দিহিঙ্গীয়া<br>গদাধৰ ডেকা |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ৩২ | চুনেন্‌ফা | প্ৰমথসিংহ | ১৬৬৬ | ১৭৪৪ | ৬ | ১০ | ৫ | চেঙ্‌মুন্ সোণাই | থাম্‌পেঙ্গ দলবন্ধা (ওঃ থামচেঙ্‌ ওঃ চেংথাম্) | মৃত্যুঞ্জয় | কীৰ্তিচন্দ্ৰ (ওঃ গেন্ধেলা) | গদাধৰ ডেকা |
| ৩৩ | চুৰেম্‌ফা | ৰাজেশ্বৰ সিংহ | ১৬৭৩ | ১৭৫১ | ১৭ | ৭ | ২১ | ভোলোক ভগী | নুমলী বৰজনা (মাজুৱীয়াল) | কম্বুকণ্ঠ মণি লেচেঙ্গীয়াল | কীৰ্তিচন্দ্ৰ | গদাধৰ ডেকা বহিখোৱা (ওঃ দশৰথ) (ঢুৰবা) |
| ৩৪ | চুন্সেউফা | লক্ষ্মীসিংহ | ১৬৯১ | ১৭৬৯ | ১১ | ৬ | ১০ | ভগী ঘনশ্যাম | বৰজনা (মাজুৱীয়াল) বাইলুঙ্‌ | মণি লেচেঙ্গীয়াল মৰাণ লৰি ৰুদ্ৰেশ্বৰ | কীৰ্তিচন্দ্ৰ ভদ্ৰসেন (ওঃ ভদ্ৰচন্দ্ৰ) শিৱৰাম (ওঃ হেঁকেৰা বৰবৰুৱা) শিৱৰাম (সন্দিকৈ) | তামুলী ঢুৰবা কাশী (দিহিঙ্গীয়া) ভোলানাথ (লাহন) কৃষ্ণ(সন্দিকৈ) সেনাপতি হৰনাথ (ওঃ অভিমন্যু) |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ৩৫ | চুহিৎপংফা | গৌৰীনাথ সিংহ | ১৭০২ | ১৭৮০ | ১৪ | ৭ | ২২ | ঘনশ্যাম পূৰ্ণানন্দ | বাইলুঙ্, বাইলুঙ্ ভিচো-নাৰায়ণ নিৰ্ভয় নাৰায়ণ গঙ্গাৰাম নিৰ্ভয় নাৰায়ণ (২য় বাৰ) | রুদ্রেশ্বৰ অনি | শিৱৰাম (সন্দিকৈ) শিৱনাথ ভাগতি জয়নাথ (বকতীয়াল বনমালি (ওঃ বাচকটীয়া লাহন) ভদ্ৰকান্ত (ওঃ ভদৰি) | সেনাপতি হৰনাথ (ওঃ অভিমন্যু) গৰ্গে বৰ-ফুকন মেথি (দিহিঙীয়া) শিৱনাথ (ডুবৰা বুঢ়া-চেটীয়া বদনচন্দ্ৰ (ওঃ ঘিনাই) |
| ৩৬ | চুক্লিংফা | কমলেশ্বৰ সিংহ | ১৭১৭ | ১৭৯৫ | ১৫ | ৫ | ১০ | পূৰ্ণানন্দ | গঙ্গাৰাম (২য় বাৰ) নৰহৰি | অনি দুৰ্গেশ্বৰ | ভদ্ৰকান্ত (ওঃ ভদৰি) শ্ৰীনাথ ডুবৰা দেউবাম (সন্দিকৈ) | বদনচন্দ্ৰ (ওঃ ঘিনাই) কলিয়া ভোমোৰা (ওঃ গেন্ধেলা) |

| সংখ্যা | ৰজাৰ নাম | | ৰাজত্ব পোৱাৰ কাল | | ভোগ | | | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন | | | | | |
| ৩৭ | চুডিন্‌ফা | চন্দ্ৰকান্ত সিংহ | ১৭৩২ | ১৮১০ | ৭ | ১ | ৫ | পূৰ্ণানন্দ কচিনাথ | নৰহৰি নিৰ্ভয় নাৰায়ণ | দুৰ্গেশ্বৰ দণ্ডেশ্বৰ ধনী (পাতৰ) | দেউৰাম শ্ৰীনাথ (২য় বাৰ) ধনী | ওঃ প্ৰতাপ-বল্লভ ) বদনচন্দ্ৰ (২য় বাৰ) ঘনশ্যাম (দিহিঙীয়া) বদনচন্দ্ৰ (৩য় বাৰ) |
| ৩৮ | — | পুৰন্দৰসিংহ | ১৭৩৯ | ১৮১৭ | ১ | × | ১৪ | কচিনাথ | নিৰ্ভয় নাৰায়ণ মালভোগ নিৰ্ভয় নাৰায়ণ (৪ৰ্থ বাৰ) | ধনী দণ্ডেশ্বৰ (২য় বাৰ) | ধনী ঘিণাই ভীচো ধনী (২য় বাৰ) | নিৰ্গুণ (দিহিঙীয়া) গগৈ ( পাতৰ ) ভীচো (ওঃ ভীম) |
| | চুডিন্‌ফা | চন্দ্ৰকান্ত সিংহ (২য় বাৰ) | ১৭৪০ | ১৮৮১ | ২ | ৮ | ০ | কচিনাথ কলিবৰ | নিৰ্ভয় নাৰায়ণ গোবিন্দ ধনঞ্জয় | দণ্ডেশ্বৰ ধনী ( ২য় বাৰ) ধৰাশল | ধনী পতাল মুতকীয়া ভদ্ৰচন্দ্ৰ | ঘিণাই ঘিণাই জগ্গী ভদ্ৰচন্দ্ৰ, লম্বোদৰ |

| সংখ্যা | ৰজাৰ নাম |  | ৰাজত্ব পোৱাৰ কাল |  | ভোগ |  |  | বুঢ়াগোহাঁই | বৰগোহাঁই | বৰপাত্ৰ গোহাঁই | বৰবৰুৱা | বৰফুকন |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
|  | আহোম মতে | হিন্দু মতে | শক | ইং চন | বছৰ | মাহ | দিন |  |  |  |  |  |
| ৩১ | — | যোগেশ্বৰ সিংহ | ১৭৪৩ | ১৮২১ | ৩ | ১০ | ১১ | মানবদিন ৰুচিনাথ কলিবৰ ৰূপেশ্বৰ ও কলিমন | ধনঞ্জয় জাইবৌ | খৰাশল পিজলী | ভদ্ৰচন্দ্ৰ ৰাধানাথ জাবৰ পিয়ালী বালী ভদ্ৰচন্দ্ৰ (২য় বাৰ) | লম্বোদৰ ৰাপুৰাম (ডঃ বৰ্মা মতৰ) পিয়ালী |
| **ইংৰাজৰ শাসন** |  |  |  |  |  |  |  |  |  |  |  |  |
|  | চিনিয়ৰী জুনিয়ৰী, আৰু এজেন্টি যোতালক | ............ | ১৭৪৬ | ১৮২৪ |  | ২ | ৯ | — | মাধবৰাম |  | জনাৰ্দন | লম্বোদৰ |
| **ইংৰাজৰ লাল বন্দী** |  |  |  |  |  |  |  |  |  |  |  |  |
|  |  | পুৰন্দৰ সিংহ (ইংৰাজৰ লাল বন্দী) |  |  | ৫ | ৭ | × | মহীধৰ | — | — | — | — |

| সংখ্যা | | চন চন | |
|---|---|---|---|
| | মিঃ ডেভিদ্ স্কট্ | ইং ১৮২৪—ইং ১৮৩১ | গবৰ্নৰ জেনেৰেলৰ এজেন্ট আৰু কমিচনাৰ চিনিয়ৰ |
| ২ | মিঃ টি. চি. ৰবাৰ্টচন | ” ১৮৩১—” ১৮৩৪ | ” ” |
| ৩ | কাপ্তান জেনকিন্স্ | ” ১৮৩৪—” ১৮৬১ | ” ” |
| ৪ | কৰ্নেল হপ্ কিন্সন্ | ” ১৮৬১—” ১৮৭৪ | ” ” |
| ৫ | কৰ্নেল কিটিং | ” ১৮৭৪—” ১৮৭৮ | চিফ্ কমিচনাৰ |
| ৬ | চাৰ এচ. চি. বেইলী | ” ১৮৭৮—” ১৮৮১ | ” |
| ৭ | চাৰ চাৰ্লচ্ ইলিয়ট্ | ” ১৮৮১—” ১৮৮৭ | ” |
| ৮ | চাৰ ডি. ফিজ্ পেট্ৰিক্ | ” ১৮৮৭—” ১৮৮৯ | ” |
| ৯ | মিঃ জে. ডি. কুইন্টন্ | ” ১৮৮৯—” ১৮৯১ | ” |
| ১০ | চাৰ উইলিয়াম্ ওৱাৰ্ড্ | ” ১৮৯১—” ১৮৯৬ | ” |
| ১১ | ” হেনৰি কটন্ | ” ১৮৯৬—” ১৯০২ | ” |
| ১২ | ” বেম্ফিল্ড্ ফুলাৰ্ | ” ১৯০২—” ১৯০৫ | ” |
| ” | ” ” ” | ” ১৯০৫—” ১৯০৬ | লেফ্টেনেন্ট গবৰ্নৰ ( পূৰ্ববঙ্গ আৰু অসম ) |
| ১৩ | ” লেন্স্লট্ হেয়াৰ্ | ” ১৯০৬—” ১৯১১ | ” ” |
| ১৪ | ” চাৰ্লচ্ ষ্টুৱাৰ্ট্ বেইলী | ” ১৯১১—” ১৯১২ | ” ” |
| ১৫ | ” আৰ্চ্ডেল্ আৰ্ল | ” ১৯১২—” ১৯১৮ | চীফ্ কমিচনাৰ ( লেজিচ্লেটিভ্ কাউন্সিলে সৈতে ) |
| ১৬ | ” নিক'লাচ্ বিট্চন বেল্ | ” ১৯১৮—” ১৯২১ | ” ” |
| ” | ” ” ” | ” ১৯২১ জানুৱাৰী—” ১৯২১ মাৰ্চ | গবৰ্নৰ ( একটিং ) ” |
| ১৭ | ” উইলিয়াম্ মেৰিচ্ | ” ১৯২১ মাৰ্চ—” ১৯২২ অক্টোবৰ | ” ” |
| ১৮ | ” জন্ হেন্ৰি কাৰ্ | ” ১৯২২ অক্টোবৰৰপৰা— | ” ” |